# অথৰ্ব্ববেদ

(১—২০ কাণ্ড পৰ্যন্ত সম্পূৰ্ণ অসমীয়া অনুবাদ)

কেশদা মহন্ত



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী ৭৮১ ০২১

# সচিবৰ দুআষাৰ

অসম প্ৰকাশন পৰিষদে অসমৰ সাহিত্য-সংস্কৃতিত এক অভূতপূৰ্ব প্ৰভাৱ পেলাইছে। অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ কাণ্ডাৰীসকল পৰিষদৰ পৰিকল্পনা আৰু কাম-কাজৰ লগত ওতপ্ৰোতভাৱে জড়িত। ১৯৫৮ চনতে প্ৰতিষ্ঠাপিত পৰিষদে অসম ছাত্ৰ-সন্মিলনীৰ চৈধ্যগৰাকী অতিবিশিষ্ট সভাপতিৰ অভিভাষণ সন্নিবিষ্ট 'ভাষণমালা' প্ৰথমখন গ্ৰন্থৰূপে প্ৰকাশ কৰে। অৱশ্যে চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীৰ অসমীয়ালৈ অনূদিত কথা-মহাভাৰতখন পৰিষদে পোনতে প্ৰকাশ কৰিবলৈ উদ্যোগ লৈছিল। উল্লেখ কৰি থওঁ যে বিষয়-বস্তুৰ বৈভৱ আৰু তথ্য-সম্পদৰ গুৰুত্ব উপলব্ধি কৰি এইবাৰ 'ভাষণমালা' নামটোৰ পৰিবৰ্তন ঘটাই 'সাহিত্য আৰু ইতিহাস' কৰা হৈছে। ভাৱীকালৰ নতুন প্ৰজন্মৰ লগতে সৰ্বসাধাৰণ পাঠকেও গ্ৰন্থখন পঢ়ি হৃদয় উদ্ৰেককাৰী চিন্তা আৰু বিমল আনন্দৰ খোৰাক পাব।

২০০৩ চনত আমি কাৰ্যভাৰ লৈয়েই পৰিষদৰ শ্ৰেষ্ঠ, দুষ্প্ৰাপ্য আৰু বছৰৰ পিছত বছৰ ধৰি পুনঃমুদ্ৰিত নোহোৱাকৈ থকা গ্ৰন্থকে ধৰি সৰ্বমুঠ ১২০ খন গ্ৰন্থ প্ৰকাশ কৰি পাঠক সমাজলৈ আগবঢ়াইছো আৰু পাঠকেও গ্ৰন্থসমূহক আঁকোৱালি লৈছে।

২০০৪ বৰ্ষত প্ৰকাশ কৰিবলৈ লোৱা কেইখনমান উল্লেখযোগ্য নতুন গ্ৰন্থ হ'ল 'সৰ্বেশ্বৰ শৰ্মা কটকী ৰচনাৱলী', উনবিংশ শতিকাৰ মাজ ভাগতে প্ৰণীত আৰু ডাঙৰীয়া দীননাথ বেজবৰুৱা, নৰনাৰায়ণ মাজু মেলিয়া ৰাজা আৰু মহিচন্দ্ৰ ৰাজখোৱা— এই তিনিগৰাকী বিশিষ্ট লোকৰ দ্বাৰা পৰ্যালোচনা কৰা আৰু আজিকোপতি পাণ্ডুলিপি অৱস্থাতে থকা পদ্মেশ্বৰ নাওবৈছা ফুকনৰ 'অসম বুৰঞ্জী', সাহিত্য কাণ্ডাৰী পদ্মনাথ গোহাঞিবৰুৱাদেৱে সম্পাদনা কৰা 'উষা'ৰ একত্ৰ সংকলন, কেশদা মহন্তই মূল সংস্কৃতৰ পৰা অনুবাদ কৰা 'অথৰ্ববেদ' আৰু 'ৰঘুবংশ', ড° প্ৰদীপ শৰ্মাৰ 'অসমৰ শেষ-মধ্যযুগীয় মন্দিৰ-স্থাপত্য', হোমেন বৰগোহাঞিয়ে সঙ্কলন-সম্পাদনা কৰা 'শ্ৰেষ্ঠ অসমীয়া নিৰ্বাচিত প্ৰবন্ধ', ভৱপ্ৰসাদ চলিহাৰ সম্পাদনাত 'অসমীয়া আখ্যান-গীত' ইত্যাদি। বাংলা ভাষাত প্ৰণীত হলিৰাম ঢেকিয়াল ফুকনৰ 'আসাম বুৰঞ্জি' গ্ৰন্থও এইবাৰৰ গ্ৰন্থ-তালিকাত অন্তৰ্ভুক্ত কৰা হৈছে। ড° যোগেন্দ্ৰনাথ ফুকনে কৰা 'আহোম বুৰঞ্জী'ৰ অসমীয়া অনুবাদ এটি বিশিষ্ট অৱদান হ'ব। ২০০৩ বৰ্ষত ড° হীৰেন গোহাঁইৰ সম্পাদনাত প্ৰকাশিত 'জ্যোতিপ্ৰসাদ ৰচনাৱলী'ৰ পৰিমাৰ্জিত-পৰিবৰ্ধিত সংস্কৰণে বিপুল সঁহাৰি লাভ কৰাৰ পৰিপ্ৰেক্ষিতত আৰু পাঠকৰ আগ্ৰহৰ প্ৰতি লক্ষ্য ৰাখি এইবাৰ ড° গোহাঁইৰে

সম্পাদনাত জ্যোতিপ্ৰসাদৰ নাটকখিনিৰ একত্ৰ সঙ্কলন 'জ্যোতিপ্ৰসাদৰ নাটক' আৰু শিশু-কবিতাসহ গীতখিনিৰ নতুন সংস্কৰণ 'জ্যোতিপ্ৰসাদৰ গীত' প্ৰকাশ কৰা হ'ব।

ভাবৰ আদান-প্ৰদান আৰু বিস্তাৰ-বিকাশত অনুবাদ-কৰ্মই এক মুখ্য ভূমিকা গ্ৰহণ কৰে। ইতিপূৰ্বে অসম প্ৰকাশন পৰিষদে এক সংখ্যক শ্ৰেষ্ঠ গ্ৰন্থ অসমীয়ালৈ অনূদিত কৰিছে। এই বছৰত আমি বাৰ্ট্ৰাণ্ড ৰাছেল, এ.এইচ্.কাৰ, ইৰাৱতী কাৰ্ভে, এ.এল.বাশ্বাম্ আদি বুদ্ধিজীৱী-লেখকৰ গ্ৰন্থ অনুবাদ কৰিবলৈ লৈছো।

গুণাভিৰাম বৰুৱাৰ 'আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন-চৰিত্ৰ'ৰ ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীয়ে আৰু হোমেন বৰগোহাঞিয়ে সম্পাদনা কৰা 'এশ বছৰৰ অসমীয়া কবিতা'ৰ নিৰ্বাচিত এক সংখ্যক কবিতাৰ প্ৰদীপ আচাৰ্যই ইংৰাজীলৈ কৰা অনুবাদে অনা-অসমীয়া ভাষী পাঠকৰ বিশেষ মনোযোগ আকৰ্ষণ কৰিব পাৰিব বুলি আমাৰ বিশ্বাস।

তাৰ উপৰি তিনি দশকৰ আগতে পৰিকল্পনা কৰা অথচ কাৰ্যকৰী নকৰাকৈ থোৱা 'বড়ো-অসমীয়া অভিধান'খন প্ৰকাশ কৰা হ'ব। বড়ো, ৰাভা, কাৰ্বি, ডিমাছা, লালুং (তিৱা), মিচিং, দেউৰী, ফাকিয়াল আৰু চাহ-জনজাতিৰ বিগত বৰেণ্য ব্যক্তিসকলৰ জীৱনী-সংকলন এখনো প্ৰকাশ কৰাৰ ব্যৱস্থা কৰা হৈছে।

আশা কৰো সৰ্বস্তৰৰ পাঠকে অসম প্ৰকাশন পৰিষদৰ গ্ৰন্থ পূৰ্ববৎ আঁকোৱালি ল'ব।

লক্ষ্মীনাথ তামুলী আই.এ.এছ
সচিব
অসম প্ৰকাশন পৰিষদ

গুৱাহাটী
ছেপ্টেম্বৰ ২০০৪

# সচিবৰ ভূমিকা

'অথৰ্ববেদ'ৰ অসমীয়া অনুবাদটোৰ ফাইনেল প্ৰুফটো চাই দিবলৈ অনুবাদিকা শ্ৰীযুতা কেশদা মহন্ত বাইদেউক অনুৰোধ জনোৱাৰ লগতে জটিল শব্দ আৰু খণ্ডবাক্যবোৰৰ অৰ্থ লিখি বিস্তৃত পাদটীকা এটাও প্ৰস্তুত কৰি দিবলৈ অনুৰোধ জনাইছিলো। সংস্কৃত গ্ৰন্থ, বিশেষকৈ বৈদিক গ্ৰন্থসমূহৰ লগতে সংস্কৃতৰ ধ্ৰুপদী সাহিত্যৰাজি অনুবাদ কৰোঁতে আমি লক্ষ্য কৰিছো যে বেছিভাগ অনুবাদেই অসমীয়া লিপিত লিখি উলিওৱা সংস্কৃত বাক্যহে। সাধাৰণ পাঠকৰ বাবে তেনেবোৰ অমূল্য গ্ৰন্থৰ অসমীয়া অনুবাদো দুৰ্বোধ্য হৈ ৰয়। তেখেতে বিস্তৃত পাদটীকাৰ পৰিবৰ্তে 'পৰিশিষ্ট' এটাহে প্ৰস্তুত কৰি পঠালে। গ্ৰন্থখনৰ শেষত 'পৰিশিষ্ট'টো সন্নিবিষ্ট কৰা হৈছে। তেনে কৰাৰ 'কৈফিয়ৎ' হিচাপে বাইদেৱে মোলৈ যিখন ব্যক্তিগত চিঠি লিখিছে, 'অথৰ্ববেদ'ৰ অনুবাদৰ কষ্ট, শ্ৰম অথচ সেইখনৰ প্ৰতি তেখেতৰ ঐকান্তিক আগ্ৰহ তাত প্ৰকাশ পোৱাৰ কাৰণে চিঠিখনৰ কিছু কথা উল্লেখ কৰিলোঁ :

"৮ বছৰৰ আগতে লিখি শেষ কৰা কথাবোৰ আজি আৰু মোৰ কাৰণে স্বপ্নৰ নিচিনাহে হৈ পৰিল। কি ভাবি কি লিপিবদ্ধ কৰিছিলোঁ, সেয়া আজি মোৰ স্মৰণৰ অতীত হ'ল ; যিহেতুকে মই যমৰ ঘৰৰ পৰা ঘূৰি আহি তোমালোকৰ মৰম-স্নেহ পাবলৈহে মাথোঁ জীয়াই থাকিবলৈ পালোঁ।

"৩ বছৰৰ আগতে ডঃ প্ৰফুল্ল মহন্তলৈ পঠাওঁতেও মই হস্পিটেলাগত অৱস্থাত। Press-Copyটো নিজৰ হাতত ৰাখি নমুনা কপতহে জেৰক্স কপিটোকে পঠাই দিছিলোঁ। ঈশ্বৰে মোৰ কণ্ঠাগতপ্ৰাণ অৱস্থাৰ প্ৰাৰ্থনা শুনি, মোৰ অশেষ কষ্টৰ ফচল পাণ্ডুলিপিটো ভাল মানুহৰ হাততে গটালে। অৱশ্যে মই যমৰ ঘৰৰ পৰা কিছুদিনৰ ছুটী পালোঁ। মোৰ এই সৌভাগ্যৰ কথা ভাবি মই নিজেই অভিভূত হৈছোঁ। বাঞ্ছিত বস্তু হাতত তুলি দিলে মুমূৰ্ষু মাতৃয়ে পুত্ৰক যি দিয়ে, হৃদয় উজাৰি মই তাকেই তোমাক দিছোঁ। ইয়াকে পাবলৈ মই সমস্ত চিকিৎসকৰ ভৰসাকো চেৰ পেলাই মোৰ কিডনীয়ে পাচঁ বছৰৰ সীমা পাৰ কৰি কাম কৰিব পৰাকৈ বৰ্ত্তি থাকিল। দিনচেৰেক থাকিব বুলিয়ে মোৰ দৃঢ় বিশ্বাস।

"প্ৰুফটো ৰক্তচাপৰ উপদ্ৰৱ সত্ত্বেও যথাশক্তি মনোযোগ দি চালোঁ। 'পৰিশিষ্ট' এটা লিখি পঠালোঁ। তাতকৈ বেছি কৰিব পৰা শক্তি আজি মোৰ নাই। ৩৭ বছৰৰ আগতে কাশীৰ ফুটপাথৰ পৰা কিনি অনা সস্তা সংস্কৰণৰ বেদ কেইখণ্ড, য'ত মই মূল্যবান মন্তব্য লিখি ৰাখিছিলোঁ, জহি-খহি গ'ল, কাপোৰেৰে টোপোলা কৰি থৈছোঁ। পাঠ্য হৈ নাই আৰু। তথাপি ৰেকৰ্ডৰ বাবে ৰাখিছোঁ, কিছু কথা তাৰ পৰাই উদ্ধাৰ কৰিছোঁ।"

প্ৰায় পাঁচশ পৃষ্ঠাৰ গ্ৰন্থখন বাইদেৱে দহ দিনত প্ৰুফ চাই কুৰিয়াৰৰ যোগেদি মোলৈ ঘূৰাই পঠাইছে। যি অদম্য মনোবল আৰু অক্লান্ত কৰ্মোদ্যমৰ বলত বাইদেৱে গ্ৰন্থখনৰ ফাইনেল প্ৰুফ চালে, সিয়েই তেখেতক জৰা-ব্যাধিক পৰাভূত কৰি এতিয়াও ঘৰৰ যাৱতীয় কাম-কাজৰ ওপৰিও নিজেই ৰন্ধা-বঢ়া কৰি থাকিবলৈ সক্ষম কৰি ৰাখিছে। এনে মনোবল আৰু কৰ্মোদ্যম ঈৰ্ষণীয় অথচ আমাৰ বহুতৰে বাবে অননুকৰণীয়। ব্যাধিয়ে আজীৱন বাধা সৃষ্টি নকৰাহেঁতেন কেশদা বাইদেউৰ পৰা অসমীয়াই ইতিমধ্যে পোৱা অতুলনীয় সৃষ্টি-সম্ভাৰতকৈয়ো আৰু বহুত বেছি পালেহেঁতেন। অসমীয়া ভাষাত এতিয়ালৈকে অথৰ্ববেদৰ অসমীয়া অনুবাদ প্ৰকাশ হোৱা নাই কাৰণেই আঠ বছৰৰ আগতেই ৰুগ্নদেহ সত্ত্বেও বাইদেৱে অনুবাদটো সম্পূৰ্ণ কৰি উলিয়াইছিল। প্ৰকাশকৰ সঁহাৰি নোপোৱাৰ বাবে গ্ৰন্থখন অপ্ৰকাশিত হৈ ৰৈছিল।

বেদৰ অৰ্থ জ্ঞান, — বা পবিত্ৰ আৰু পৰম জ্ঞান। অৱশ্যে সাহিত্য অৰ্থত বেদ বুলিলে কোনো এক নিৰ্দিষ্ট গ্ৰন্থ বা চাৰিখন বেদক বুজোৱাৰ পৰিবৰ্তে একে জাতীয় প্ৰায় শতাধিক গ্ৰন্থৰ সমষ্টিকে 'বৈদিক সাহিত্য' বুলি কোৱা হয়। সাধাৰণতে 'সংহিতা'কেই বেদৰ আখ্যা দি অহা হৈছে। কাণেৰে শুনি মুখস্থ কৰি — পুৰুষ-পুৰুষ ধৰি স্মৃতিত সজীৱ কৰি ৰাখিছিল কাৰণে বেদক শ্ৰুতি বুলিও কোৱা হয়।

বৈদিক সাহিত্য অৰ্থত বেদক প্ৰধানকৈ চাৰিটা শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হয়। (১) 'সংহিতা' বা সংগ্ৰহ — গান, স্তোত্ৰ, মন্ত্ৰ প্ৰভৃতিৰ সংকলন। (২) 'ব্ৰাহ্মণ' — গদ্যত ৰচিত যাগ-যজ্ঞ বিষয়ক এক সুবিশাল সাহিত্য। (৩) 'আৰণ্যক' — বিশ্ব-ৰহস্যৰ সমাধানৰ অন্বেষণেৰে অৰণ্যত ৰচিত সাহিত্য আৰু (৪) 'উপনিষদ' — আক্ষৰিক অৰ্থত গুহ্য-জ্ঞান, দাৰ্শনিক তত্ত্ব বিচাৰ কৰা এবিধ সাহিত্য। উপ-নি-সদ নামটোৰ অৰ্থ হৈছে 'কাষোৱাৰ কাষত বা নিকটত বহা' অৰ্থাৎ গুৰুৰ কাষত বহি লব্ধ হোৱা যি জ্ঞান সেয়েহৈ আছিল উপনিষদ।

ঐতিহ্য অনুসাৰে বেদৰ ভাগ দুটা ঃ মন্ত্ৰ আৰু ব্ৰাহ্মণ। মন্ত্ৰ-ভাগ ছন্দোবদ্ধ কাব্য

আৰু এই অংশ অতি প্ৰাচীন। মন্ত্ৰ-সংকলনসমূহক স্বতন্ত্ৰভাৱে বুজাবলৈ 'সংহিতা' আখ্যা দিয়া হয়। ব্ৰাহ্মণ ৰচনাসমূহ গদ্যত ৰচিত আৰু পৰবৰ্তী কালৰ ৰচনা যদিও মন্ত্ৰ-সংকলনসমূহৰ লগত সংযোজিত। ব্ৰাহ্মণ গ্ৰন্থসমূহৰ পাছত 'আৰণ্যক' নামেৰে আৰু এবিধ ৰচনা সংযোজিত হৈছিল। 'উপনিষদ' সৰ্বশেষ সংযোজন আছিল। বহু ক্ষেত্ৰত ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদৰ মাজৰ সীমাৰেখা স্পষ্ট নহয়। মন্ত্ৰ-সংকলনসমূহৰ পৰা উপনিষদলৈকে সমগ্ৰ সাহিত্যকে সাধাৰণতে বেদ বুলি কোৱা হয়। স্বতন্ত্ৰভাৱে উল্লেখ কৰাৰ উদ্দেশ্যে 'উপনিষদ'ক 'বেদান্ত' অৰ্থাৎ বেদৰ অন্ত বা শেষ ভাগ বুলি কোৱা হয়। ইয়াৰোপৰি আন কিছুমান সহায়ক গ্ৰন্থকো বৈদিক সাহিত্যৰ অন্তৰ্ভুক্ত কৰা হয়। সেইবোৰ বৈদিক যুগৰ শেষ পৰ্যায়ত ৰচিত। সেই গ্ৰন্থৰাজিকে বেদাঙ্গ বুলি কোৱা হয়। বেদাঙ্গ ছয় ভাগত বিভক্ত — (১) শিক্ষা (ঋকবেদ- প্ৰতিশাখ্য, তৈত্তিৰীয়-প্ৰতিশাখ্য, অথৰ্ববেদ-প্ৰতিশাখ্য, বাজসনেয়ী প্ৰতিশাখ্য, পুষ্পসূত্ৰ আৰু পঞ্চবিধান), (২) কল্প (শ্ৰৌতসূত্ৰ, ধৰ্মসূত্ৰ, গুহ্যসূত্ৰ আৰু শুল্বসূত্ৰ), (৩) ব্যাকৰণ, (৪) যাস্কৰচিত নিৰুক্ত, (৫) ছন্দ আৰু (৬) জ্যোতিষ। এই সমগ্ৰ সাহিত্যই বৈদিক সাহিত্য। বেদ-পাঠৰ সহায়ক হিচাপে বেদাঙ্গৰ সৃষ্টি হৈছিল।

কোনো কোনো বিদ্বানে বেদক 'ত্ৰয়ী' বুলি কয়, অৰ্থাৎ ঋক, সাম আৰু যজুঃ— এই তিনিখনক বুজায়। তেওঁলোকে অথৰ্ববেদক অন্তৰ্ভুক্ত নকৰে। কিন্তু সৰ্বসাধাৰণৰ বাবে চাৰিবেদৰ স্বীকৃতি সাৰ্বজনীন। ঋকবেদৰ শাকল, বাস্কল, আশ্বলায়ন, সাংখ্যায়ন আৰু মাণ্ডুক নামৰ পাঁচটা শাখাৰ নাম পোৱা যায় যদিও কেৱল শাকল শাখাটোৰ বাহিৰে বাকী চাৰিটা শাখা অনাবিষ্কৃত হৈ থাকিল। ঋকবেদ নামেৰে পৰিচিত শাকল শাখাটো দহটা মণ্ডল বা খণ্ডত বিভক্ত আৰু ১০২৮ টা সূক্তত মুঠ ১০,৪৬২ টা স্তৱক আছে। সামবেদত ১৫৪৯ টা ঋক বা স্তৱক আছে। তাৰে ৭৫ টা বাদ দি বাকী স্তৱকসমূহ ঋকবেদৰ নৱম আৰু দশম মণ্ডলৰ পৰা সংগৃহীত। সেয়ে সামবেদৰ স্বতন্ত্ৰতাকো কোনো কোনোৱে প্ৰশ্ন কৰে। যজুৰ্বেদৰ শুক্ল যজুঃ আৰু কৃষ্ণ যজুঃ নামে দুটা শাখা আছে। বাজসনেয়ী সংহিতা নামেৰে ৪০ টা অধ্যায়ত বিভক্ত শুক্লযজুঃৰ কেৱল এটাই শাখা। মহাভাষ্যকাৰ পতঞ্জলিয়ে যজুৰ্বেদৰ ১০১ টা শাখাৰ কথা উল্লেখ কৰিছে যদিও বৰ্তমান পাঁচটা শাখাহে বৰ্তি আছে। উল্লিখিত শুক্ল যজুঃৰ বাজসনেয়ী শাখাটোৰ ওপৰি কৃষ্ণ যজুঃৰ অন্তৰ্গত চাৰিটা শাখাৰ নাম কাঠক সংহিতা, কপিষ্ঠল- কঠ সংহিতা, মৈত্ৰায়ণী সংহিতা আৰু তৈত্তিৰীয় সংহিতা। কুৰিটা অধ্যায়ত বিভক্ত অথৰ্ববেদত ৭৩১ টা সূক্ত আৰু প্ৰায় ছয় হাজাৰ স্তৱক আছে। এইখন বেদৰ 'শৌনক' আৰু 'পৈপ্পলাদ' নামে

দুটা শাখা আছে যদিও আধুনিক গৱেষকসকলে শৌণক শাখাটোকে অধিক নির্ভুল আৰু নির্ভৰযোগ্য বুলি স্বীকাৰ কৰিছে। অথৰ্ববেদৰো এক-সপ্তমাংশ ঋকবেদৰ পৰা সংগৃহীত।

অথৰ্ববেদক পণ্ডিতসকলে Knowledge of magic formulas – যাদু-মন্ত্ৰৰ বেদ আখ্যা দিছে। শত্ৰুদমন, ৰোগৰ নিৰাময়, বশীকৰণ আদি নানা উদ্দেশ্যে মন্ত্ৰসমূহ ৰচিত। এইটো দিশৰ পৰা অথৰ্ববেদত বৈদিক মানুহৰ আদিম পৰ্যায়ৰ বিশ্বাস আৰু আচাৰ-অনুষ্ঠান আদিৰ পৰিচয় স্পষ্টতৰ হৈ আছে। অন্তর্নিহিত বিশ্বাস আৰু আচাৰ অনুষ্ঠানৰ দিশৰ পৰা সেই পৰ্যায়ৰ বৈদিক মানুহৰ লগত আধুনিক পৃথিৱীৰ নানা উপজাতিৰ বিশ্বাস আৰু আচাৰ- অনুষ্ঠানৰ আশ্চৰ্যজনক সাদৃশ্য লক্ষ্য কৰি ভিন্‌টাৰনিথচে লিখিছিল যে "Many of these magic songs, like magic rites pertaining to them, belonging to a sphere of conceptions which spread over the whole earth, evem recur with the most suprising similarity in the most varying peoples of all countries. Among the Indians of North America, among the Negro races of Africa, among Malayas and Mongols, among the ancient Greeks and Romans, and frequently still among the peasantry of the present day Europe, we find again exactly the same views, the same strange leaps of thought in the magic songs and magic rites, as have come down to us in the Atharvaveda of ancient India. There are then numerous verses in the Atharvaveda, which, according to their character and often also their contents, differ just as little from the magic formulas of the American - Indian medicine-men and Tartar Shamans as from the Merseburg magic maxims, which belongs to the sparse remains of the oldest German poetry." (M. Winternitz : History of Indian Literature, I. P. 128, নৰেন্দ্ৰনাথ ভট্টাচাৰ্যৰ 'ভারতীয় ধর্মের ইতিহাস'ত উদ্ধৃত, পৃ : ৮৪-৮৫)।

অথৰ্ববেদৰ এইটো বৈশিষ্ট্যলৈ আঙুলিয়াই দি দেৱীপ্ৰসাদ চট্টোপাধ্যায়ে মন্তব্য দিছিল যে এইদিশৰ পৰা অথৰ্ববেদৰ প্ৰধানতম্ মূল্য নিঃসন্দেহে নৃতত্ত্বমূলক। কিয়নো ইমান আদিম পৰ্যায়ৰ ধ্যান -ধাৰণা আৰু আচাৰ-অনুষ্ঠান সংক্ৰান্ত সাহিত্যগত নিদর্শন অন্ততঃ ইন্দো-ইউৰোপীয় ভাষাত পাবলৈ নাই। অৱশ্যে সেই আদিম পৰ্যায়ৰ বৈদিক মানুহৰ বাবে চিকিৎসা-শাস্ত্ৰ মানে একান্তভাৱেই জৰা-ফুকা আৰু ফুক-ফাক অৰ্থাৎ সিত্ৰো আদিম যাদু-বিদ্যাৰ লগতেই জড়িত আছিল। যাদু-বিশ্বাসৰ সেই প্ৰাচীন চিকিৎসা- পদ্ধতিৰ নাম আছিল

'ভৈষজ্যানি'। গতিকে, অন্ততঃ বৈদিক মানুহৰ ইতিহাসত চিকিৎসা-বিদ্যাৰ আৰু তাৰেই আনুষঙ্গিক উদ্ভিদবিদ্যা, প্ৰাণীবিদ্যা প্ৰভৃতিৰো প্ৰাচীনতম পৰিচায়ক অথৰ্ববেদ। অৱশ্যে কোৱা বাহুল্য যে চিকিৎসাবিদ্যাৰ সেই প্ৰাথমিক নিদৰ্শনকে আধুনিক অৰ্থত চিকিৎসা-বিজ্ঞান বুলি কল্পনা কৰাৰ কোনো কাৰণ নাই। (দেবীপ্ৰসাদ চট্টোপাধ্যায় ঃ ভাৰতীয় দৰ্শন, প্ৰথম খণ্ড, ১৯৬০, পৃঃ ১১৬-১১৭)।

'নিবেদন' আৰু 'ভূমিকা'ত অনুবাদিকাই অথৰ্ববেদৰ বিভিন্ন দিশ সামৰি চমু আলোচনা আগবঢ়াইছে। অথৰ্ববেদৰ শব্দ, খণ্ডবাক্য বা বাক্যাংশৰ অৰ্থৰ দুৰ্বোধ্যতা সম্পৰ্কেও তেখেতে 'পৰিশিষ্ট'ত উল্লেখ কৰিছে। তৎসত্বেও এই দুৰূহ কামটো কৰি অসমীয়া পঢ়ুৱৈক অথৰ্ববেদ অধ্যয়নৰ সুযোগ দি যোৱাৰ কাৰণে শ্ৰদ্ধেয়া কেশদা মহন্তক উত্তৰ পুৰুষে সশ্ৰদ্ধাৰে সুঁৱৰিব।

২১ চেপ্টেম্বৰ, ২০০৪

লক্ষ্মীনাথ তামুলী
সচিব
অসম প্ৰকাশন পৰিষদ

# নিবেদন

অসমীয়া ভাষাত 'অথর্ববেদ'ৰ অনুবাদ প্ৰকাশ হোৱা নাই। অন্য তিনিখন বেদতকৈ 'অথর্ববেদ'ৰ কিছুমান বিশেষত্ব আছে। বৈদিক যুগৰ মানুহৰ ধৰ্মবহিৰ্ভূত ৰীতি-নীতি আৰু চিন্তা-ধাৰণা সম্পৰ্কে জানিবলৈ হ'লে 'অথর্ববেদ' এক অপৰিহাৰ্য তথ্যভাণ্ডাৰ। মানৱ সমাজৰ প্ৰাৰম্ভিক যুগৰ ধ্যান-ধাৰণাৰ ইতিহাস নিহিত হৈ থকা এই সংহিতাখনি নৃতত্ত্বৰ দৃষ্টিৰেও মহত্ত্বপূৰ্ণ। 'অথর্ববেদ'ত প্ৰাচীন জনসমাজৰ সৰল বিশ্বাস আৰু কু-সংস্কাৰৰ কথাই নহয়; ইয়াত সেই সমাজৰ বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ প্ৰমাণো পোৱা যায়। তন্ত্ৰ-মন্ত্ৰ আদি বিষয়সমূহো আজিকালিৰ পৰামনোবিদ্যাৰ (Parapsychology) দৃষ্টিৰে অধ্যয়ন কৰিবলগীয়া। ভাৰতীয় চিকিৎসাশাস্ত্ৰৰ প্ৰাচীনতম ৰূপো অথর্ববেদতে পোৱা যায়।

এই অনুবাদিকা বেদবিদ্ নহওঁ; মই এজন সাধাৰণ পৰ্যায়ৰ সংস্কৃত ভাষা-সাহিত্যৰ শিক্ষাৰ্থীহে। বেদৰ দুৰূহ ধৰ্মীয় তত্ত্ব মই ঢুকি নোপোৱা বস্তু। তথাপি ধৰ্মনিৰপেক্ষ যিবিলাক দিশ ওপৰত উল্লেখ কৰি আহিছোঁ, সেইবিলাকত ৰাপ থকা অসমীয়া পঢ়ুৱৈসকলক উদ্দেশ্য কৰি মই এই গুৰুভাৰ দাঙিবলৈ ওলালোঁ। বেদৰ সংশ্লিষ্ট মন্ত্ৰসমূহ কি অনুষ্ঠানত কিদৰে বিনিয়োগ অৰ্থাৎ প্ৰয়োগ কৰে, মন্ত্ৰসমূহৰ সম্যক্ অৰ্থ লাভ কৰিবলৈ সেইবিলাকো জানিবৰ দৰ্কাৰ। সেই প্ৰয়োগবিধি আলোচনা কৰাটো বহু কাৰণতে ইয়াত সম্ভৱপৰ হৈ নুঠিল। অনুসন্ধিৎসুসকলে এই বিষয়ত William Dwuright Whitneyৰ দ্বাৰা অনূদিত 'অথর্ববেদ'ত সংলগ্ন টোকাসমূহ চালে উপকৃত হ'ব।

মই অল্পমতিয়ে বেদসম্পৰ্কীয় নিতান্ত সীমিত জ্ঞানেৰে এই দুষ্কৰ অনুবাদ কৰিবলৈ যোৱাটো ভুৰেৰে সাগৰ পাৰ হ'বলৈ যোৱাৰ নিচিনা কথা হৈছে। তথাপি অসমীয়া ভাষাত এটা দিশত দুৱাৰ মুকলি হওক, এই আশাৰেই এই কামলৈ মন মেলিলোঁ। অনুবাদ যথাসম্ভৱ শাব্দিক (literal) কৰিবলৈ যত্ন কৰিছোঁ। অনুবাদৰ কামত প্ৰধানভাৱে Whitney ৰ সহায় লৈছোঁ। কাণ্ড আৰু সূক্তবিভাজন কৰা হৈছে পণ্ডিত শ্ৰীৰাম শৰ্মা আচাৰ্য-সম্পাদিত (বেৰিলী, ১৯৬৭) 'অথর্ববেদ'ৰ মতে। উল্লেখযোগ্য যে Whitneyএ গ্ৰহণ কৰা বিভাজন-পদ্ধতিৰ এই পাঠৰ লগত যৎ সামান্য পাৰ্থক্য আছে।

বিংশ কাণ্ডটোৰ অনুবাদ Whitney এ কৰা নাই। ভাৰতীয় পৰম্পৰাগত অৰ্থৰ ফালে দৃষ্টি ৰাখি স্থলবিশেষে Whitneyৰ অনুবাদৰপৰা আঁতৰি আহিব লগাও হৈছে। ঋগ্বেদৰপৰা গ্ৰহণ কৰা অথৰ্ববেদৰ সূক্তসমূহ অনুবাদ কৰোঁতে ৰমেশচন্দ্ৰ দত্তৰ অনুবাদভিত্তিক 'হৰফ প্ৰকাশনী'ৰ (কলিকতা, ১৯৮৭) 'ঋগ্বেদ'ৰ সহায় লৈছোঁ। এই একে প্ৰকাশকৰ শ্ৰীবিজনবিহাৰী গোস্বামীকৃত বাংলা অনুবাদ-সহ প্ৰকাশিত (কলিকতা, ১৯৯২) 'অথৰ্ববেদ'ৰ পৰাও প্ৰভূত সহায় গ্ৰহণ কৰিছোঁ যদিও তাত পঞ্চম কাণ্ড, অষ্টম কাণ্ডৰ সম্পূৰ্ণ চতুৰ্থ অনুবাক (সাতোটা সূক্ত), সম্পূৰ্ণ নৱম, দশম, দ্বাদশ, ত্ৰয়োদশ, চতুৰ্দশ, পঞ্চদশ, ষোড়শ কাণ্ডৰ আৰু বিংশকাণ্ডৰ পাঁচোটা অনুবাকৰ অনুবাদেই কৰা নাই। উল্লেখযোগ্য যে এই সূক্ত তথা মন্ত্ৰসমূহৰওপৰত (মুঠ ১০৭ টা সূক্ত, ৬৪২ ফাকি মন্ত্ৰ) সায়ণেও ব্যাখ্যা লিখা নাই। এই মন্ত্ৰসমূহ অনবাদ কৰোঁতে মই Whitneyৰ অনুবাদৰ ওপৰতে নিৰ্ভৰ কৰি বেৰিলীৰ পণ্ডিত ৰাম শৰ্মাৰ অনুবাদটিৰপৰাও কিছু ক্ষেত্ৰত বাট-কটাৰ সামগ্ৰী গ্ৰহণ কৰিছোঁ।

সদৌ শেহত পঢ়ুৱৈ সমাজলৈ বিনীত নিবেদন এয়ে যে, বিজ্ঞজনৰ উদ্দেশ্যে মোৰ এই প্ৰযত্ন নহয়। বেদজ্ঞসকলে আঙুলিয়াই দিয়া দোষ-ক্ৰটী মানি ল'বলৈ মই কুণ্ঠা বোধ নকৰোঁ।

লেখা-মেলেৰেবাকৈ লাগি থাকি, আৱশ্যকীয় কিতাপ-পত্ৰ গোটাই দি মোক বেদৰ অনুবাদ-কাৰ্যত প্ৰবৃত্ত কৰোৱাৰ বাবে মোৰ পিতৃব্যপুত্ৰ ভ্ৰাতৃ শ্ৰীমান হৰিশ মহন্তৰ ওচৰত ঋণী হৈ থাকিম। অথৰ্ববেদৰ এই অনুবাদটি প্ৰকাশ কৰাৰ দায়িত্ব গ্ৰহণ কৰাৰ বাবে 'অসম প্ৰকাশন পৰিষদৰ'ৰ সচিব শ্ৰীলক্ষ্মীনাথ তামুলীদেৱ আমাৰ ধন্যবাদৰ পাত্ৰ। গ্ৰন্থখনৰ প্ৰকাশনৰ ক্ষেত্ৰত সহযোগিতা আগবঢ়োৱা সমস্তজনলৈকে কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল।

বিজয়াদশমী
ইং ২৩/১০/২০০৪

অসমীয়া পঢ়ুৱৈ সমাজৰ কৃপাপ্ৰাৰ্থী
(শ্ৰীমতী) কেশদা মহন্ত

# ভূমিকা

## অথৰ্ব্ববেদ

### চাৰিবেদ বা চাৰিসংহিতা

সাধাৰণতে বেদ বুলিলে আমি বৈদিক সাহিত্যৰ এই সংহিতা চাৰিখন বুলি বুজোঁ —— ঋক্‌বেদ, সামবেদ, যজুৰ্বেদ আৰু অথৰ্ব্ববেদ। ভাৰতৰ সাংস্কৃতিক ইতিহাসত বেদসমূহৰ স্থান মহত্ত্বপূৰ্ণ। প্ৰাচীন ভাৰতীয়সকলৰ, বিশেষকৈ আৰ্যগোষ্ঠী সম্ভূতসকলৰ আচাৰ-বিচাৰ, ৰীতি-নীতি আৰু ধৰ্ম-কৰ্মৰ অভিলেখ বেদসমূহত নিহিত হৈ আছে। আৰ্য ঋষিসকলে তেওঁলোকৰ প্ৰতিভাদৃষ্টিৰে প্ৰত্যক্ষ কৰা অনুভৱৰাশিৰ ভাবাত্মক অভিব্যক্তিয়েই বেদ। অকল ভাৰতৰ ক্ষেত্ৰতে সীমিত কৰিলে ভুল হ'ব, সমগ্ৰ মানৱজাতিৰে চিন্তাচৰ্চাৰ প্ৰাচীনতম লিপিবদ্ধ ৰূপ বেদত ৰক্ষিত হৈ আছে।

প্ৰাচীন আৰ্য ঋষিসকলে ৰচনা কৰা মন্ত্ৰসমূহ প্ৰথম অৱস্থাত অবিভক্ত এক ৰূপত আছিল। ক্ৰমান্বয়ে আৰ্য সমাজত যজ্ঞানুষ্ঠান বিস্তৃত হৈ আহিল। সেই যজ্ঞানুষ্ঠানসমূহলৈ দৃষ্টি ৰাখি যজ্ঞৰ প্ৰধান পুৰোহিত চাৰিজনৰ ব্যৱহাৰৰ অৰ্থে বৈদিক মন্ত্ৰসমূহ বিভিন্ন ভাগত সংকলন কৰা হ'ল। এই সংকলনৰ কাম বেদব্যাসে কৰিলে।[1] বৈদিক মন্ত্ৰসমূহ চাৰিখন সংহিতাত সংকলিত হৈছে — ঋক্‌সংহিতা, যজুঃসংহিতা, সামসংহিতা আৰু অথৰ্ব্বসংহিতা। যজ্ঞৰ প্ৰধান ঋত্বিক্ বা পুৰোহিত চাৰিজন হৈছে হোতা, উদ্‌গাতা, অধ্বৰ্যু আৰু ব্ৰহ্মা।

হোতাই ঋক্ বেদৰ ঋক্ বা পদ্যৰ স্তৱকসমূহ পাঠ কৰি যজনীয় দেৱতাসকলক যজ্ঞলৈ আহ্বান কৰে। তেওঁ যাজ্যা আৰু অনুবাক্যা ঋক্‌সমূহ পাঠ কৰে। সেইবিলাকক শস্ত্ৰ বুলি কোৱা হয়। শস্ত্ৰ মানে গীতস্বৰূপে নোগোৱা মন্ত্ৰৰ দ্বাৰা কৰা স্তুতি (অপ্ৰগীতমন্ত্ৰসাধ্যা স্তুতিঃ শস্ত্ৰম্)। হোতাই পাঠ কৰিবলগীয়া মন্ত্ৰসমূহৰ সংগ্ৰহেই ঋক্ সংহিতা। উদ্‌গাতা নামৰ ঋত্বিকে গীতৰূপে যি সমূহ ঋক্ গাই দেৱতাৰ স্তুতি কৰে, সেই ঋক্‌সমূহক স্তোত্ৰ বুলি কোৱা হয়। স্তোত্ৰসমূহ য'ত সংগ্ৰহ কৰা হৈছে, সেই সংহিতাৰ নাম সামসংহিতা। অধ্বৰ্যু নামৰ ঋত্বিকে দেৱতাৰ উদ্দেশ্যে মন্ত্ৰ পাঠ কৰি অগ্নিত আহুতি দিয়ে। অধ্বৰ্যুৰ উপযোগী মন্ত্ৰসমূহ য'ত সংকলন কৰা হৈছে, সেয়ে যজুঃসংহিতা। এই তিনিখন সংহিতাই যথাক্ৰমে ঋক্‌বেদ, সামবেদ আৰু যজুৰ্বেদ।

---

১। বলদেৱ উপাধ্যায়ৰ ৰচিত 'বৈদিক সাহিত্য'ত (১৯৫৮ চন, ২য় সংস্কৰণ) এই প্ৰসংগত খ্ৰীঃ ষষ্ঠ শতিকাৰ পূৰ্ববৰ্তী 'নিৰুক্ত'ৰ বৃত্তিকাৰ দুৰ্গাচাৰ্যৰ এই উদ্ধৃতি দিছে — "বেদং তাৱদেকং সন্তমতিমহত্ত্বাৎ দুৰধ্যেয়মনেকশাখাভেদেন সমাম্নাসিষুঃ। সুখগ্ৰহণায় ব্যাসেন সমাম্নাতৱন্তঃ।" (নিৰুক্তবৃত্তি ১/২০)

ব্ৰহ্মা নামৰ ঋত্বিকজনৰ কাম হৈছে যজ্ঞক বিঘিনিৰ পৰা ৰক্ষা কৰা, স্বৰসমূহত ঘটা ত্ৰুটী মাৰ্জন কৰা ইত্যাদি। যজ্ঞৰ পূৰ্ণ নিৰীক্ষণ কাৰ্যত নিযুক্ত ব্ৰহ্মাক যজ্ঞৰ অধ্যক্ষ বোলা হয়। যজ্ঞ নিৰীক্ষণৰ প্ৰধান দায়িত্বত থকা ব্ৰহ্মা ঋক্, সাম আৰু যজুঃ, এই তিনিওখন বেদৰ জ্ঞাতা হ'ব লাগে। পিছৰ যুগত এই তিনিখন বেদৰ উপৰিও চতুৰ্থখন বেদ অথৰ্ববেদৰ লগত ব্ৰহ্মাৰ বিশেষ সম্পৰ্ক স্থাপন কৰা হ'ল।[২]

## ত্ৰয়ী বা ত্ৰয়ীবিদ্যা ঃ

বেদক বুজাবৰ কাৰণে প্ৰাচীন গ্ৰন্থ কিছুমানত ত্ৰয়ী বা ত্ৰয়ীবিদ্যা শব্দটোৰ ব্যৱহাৰ কৰা হৈছে। এই ত্ৰয়ী শব্দটোৰ অৰ্থ কোনো কোনোৱে ঋক্, সাম, আৰু যজুঃ, এই তিনিখন বেদ বুলি কয়। অথৰ্ববেদ এই ত্ৰয়ীৰ অন্তৰ্ভুক্ত নাছিল। পিছৰ যুগতহে তিনিখন বেদৰ লগত অথৰ্ববেদক সংযোজন কৰা হৈছিল। অন্য এক পক্ষৰ মতে ঋক, সাম আৰু যজুঃ, এই তিনিখন বেদক যজ্ঞৰ লগত থকা প্ৰত্যক্ষ সম্পৰ্কৰ কাৰণে একেলগে ত্ৰয়ী বোলা হৈছিল। যজ্ঞ সম্পাদনৰ লগত প্ৰত্যক্ষ সম্পৰ্ক নথকাৰ কাৰণে অথৰ্ববেদ 'ত্ৰয়ী'ৰ অন্তৰ্ভুক্ত নাছিল। কোনো কোনোৰ মতে আকৌ 'ত্ৰয়ী' মানে তিনিখন বেদ নহয়, তিনি প্ৰকাৰৰ মন্ত্ৰৰ সমষ্টিহে। বৈদিক মন্ত্ৰ তিনি প্ৰকাৰৰ— পদ্য, গান আৰু গদ্য। জৈমিনিৰ পূৰ্বমীমাংসাত কোৱা হৈছে— য'ত অৰ্থবশতঃ পাদৰ ব্যৱস্থা, সেই ছন্দোময় মন্ত্ৰসমূহেই ঋক্। যিবিলাক ঋক্‌মন্ত্ৰ গীতৰূপে গোৱা হয়, সেইসমূহেই সাম আৰু এই দুবিধৰ অতিৰিক্ত যি মন্ত্ৰ সেয়ে যজুঃ মন্ত্ৰ[৩]। অথৰ্ববেদৰ মন্ত্ৰসমূহ কোনো এটা বিশেষ লক্ষণৰ নহয় ; ওপৰত কোৱা তিনিওটা লক্ষণেই অথৰ্ববেদৰ মন্ত্ৰসমূহত পোৱা যায়। গতিকে অথৰ্ববেদো 'ত্ৰয়ী'ৰ অন্তৰ্ভুক্ত।

## অথৰ্ববেদৰ বিভিন্ন নাম ঃ

অথৰ্ববেদৰ কেইবাটাও নাম আছে। তাৰ ভিতৰত ব্ৰহ্মবেদ, অংগিৰাবেদ, অথৰ্বাংগিৰস, আৰু ক্ষত্ৰবেদ নাম প্ৰধান। যাস্কৰ নিৰুক্ত (১১/২/১৮) আৰু 'গোপথব্ৰাহ্মণ'ত (১/৪) অথৰ্ব শব্দৰ ব্যুৎপত্তি দেখুৱা হৈছে। 'থৰ্ব' ধাতুৰ অৰ্থ কুটিলতা তথা হিংসাকৰ্ম ; 'অথৰ্ব' শব্দৰ অৰ্থ অকুটিল আৰু হিংসাৰহিত। অথৰ্ববেদত থকা যোগপ্ৰতিপাদক মন্ত্ৰসমূহে এই অৰ্থৰ যথাৰ্থতা প্ৰমাণ কৰে। পৰমব্ৰহ্ম প্ৰতিপাদক মন্ত্ৰসমূহ থকাৰ কাৰণে অথৰ্ববেদৰ এটা নাম ব্ৰহ্মবেদ। অথৰ্বা তথা অংগিৰাৰ বংশৰ ঋষিসকলে এই বেদৰ অনেক মন্ত্ৰ ৰচনা কৰাৰ কাৰণে ইয়াৰ অন্যতম নাম অথৰ্বাংগিৰস। অথৰ্বা (অথৰ্বন) শব্দটো আৱেস্তাৰ অগ্নি উপাসক পুৰোহিতক বুজোৱা 'অথৰ্বণ' শব্দৰ সমাৰ্থক বুলি পণ্ডিতসকলে কয়। অংগিৰাসকলো প্ৰাচীন অগ্নি-উপাসক

২। পূৰ্বোক্ত 'বৈদিক সাহিত্য', ১৫০-১৫১ পৃষ্ঠা দ্ৰষ্টব্য।, ৩। তেষামৃগ্ যত্ৰাৰ্থবশেন পাদব্যৱস্থা। গীতিষু সামাখ্যা। শেষে যজুঃশব্দঃ। (জৈমিনীয়সূত্ৰ,২/১/৩২,৩৩,৩৪)।

পুৰোহিত আছিল।[৪] পাশ্চাত্য বিদ্বানসকলৰ মতে অথৰ্বা মন্ত্ৰ হৈছে সুখ উৎপাদক মাংগলিক যাদুমন্ত্ৰ আৰু আংগিৰসমন্ত্ৰ হৈছে মাৰণ-মোহনৰ উদ্দেশ্যে প্ৰয়োগ কৰা অভিচাৰ মন্ত্ৰ[৫]।

## অথৰ্ববেদৰ ৰচনাকাল ঃ

অথৰ্ববেদৰ ৰচনাকাল সম্পৰ্কত পণ্ডিতসকলৰ মাজত মতভেদ আছে। যদিওবা অথৰ্ববেদে প্ৰাক্‌ঐতিহাসিক যুগৰ মানুহৰ বিশ্বাস-ধাৰণা বহন কৰিছে, তথাপি ইয়াৰ ৰচনাকাল যে ঋক্‌বেদতকৈ পিছৰ, সেই কথা নানা কাৰণত প্ৰতীয়মান হয়। ভাষা আৰু ছন্দ প্ৰয়োগৰ ফালৰ পৰাও এই কথা প্ৰমাণিত হয়। অথৰ্ববেদত ঋক্‌বেদৰ তুলনাত পিছৰ যুগৰ শব্দৰ প্ৰয়োগ দেখা যায়। ঋক্‌বেদ সম্পূৰ্ণকৈ পদ্যত ৰচিত; অথৰ্ববেদত গদ্য-পদ্য উভয় বিধৰে মন্ত্ৰ আছে। উল্লেখযোগ্য যে অথৰ্ববেদৰ প্ৰায় এক-পঞ্চমাংশ মন্ত্ৰ, ঋক্‌বেদৰ পৰা, যাইকৈ প্ৰথম, অষ্টম, আৰু দশম মণ্ডলৰপৰা গ্ৰহণ কৰা হৈছে। অথৰ্ববেদত যিখন সমাজৰ চিত্ৰ পোৱা গৈছে, সেয়া ঋক্‌বেদকালীন সমাজতকৈ পিছৰ কালৰ। অথৰ্ববেদৰ সময়ত আৰ্যসকল সিন্ধুনদীৰ অৱবাহিকাৰ পৰা দক্ষিণ-পূবলৈ অগ্ৰসৰ হৈছিল। অথৰ্ববেদত ঋক্‌বেদত উল্লেখ নথকা (টেঁকীয়াপতীয়া) বাঘৰ উল্লেখ আছে, যিটো জন্তু পূবলৈহে পোৱা যায়। ঋক্ বেদৰ সময়ত চাৰি বৰ্ণৰ বিষয়টো পৰিচিত আছিল যদিও ই সমাজত সুনিৰ্দিষ্ট ৰূপত প্ৰচলিত হোৱা নাছিল। অথৰ্ববেদৰ সময়ত চতুৰ্বৰ্ণৰ প্ৰথাটো সুনিৰ্দিষ্ট হয় আৰু সমাজত ব্ৰাহ্মণৰ গুৰুত্ব বৃদ্ধি পায়। অথৰ্ববেদৰ অধিকসংখ্যক দেৱতাই ঋক্‌বেদৰ যুগৰ দেৱতা ; কিন্তু অথৰ্ববেদত সেই দেৱতাসকলৰ স্বৰূপ আৰু কাৰ্যত বহুখিনি পৰিৱৰ্তন ঘটিল। ঋক্‌বেদৰ দেৱতাসকলৰ যি প্ৰাকৃতিক শক্তিৰ প্ৰতীকাত্মক ৰূপ আছিল, অথৰ্ববেদত সেই ৰূপ প্ৰায় হেৰাই গৈছে। অথৰ্ববেদত সেই দেৱতাসকলৰ ৰাক্ষসবিনাশক, ৰোগনিৰাময়ক আৰু শত্ৰুবিধ্বংসী ৰূপহে প্ৰকট হৈছে। অথৰ্ববেদত থকা আধ্যাত্মিক আৰু সৃষ্টিতত্ত্বসম্পৰ্কীয় সূক্তবিলাকেও ঋক্‌বেদৰ পিছৰ কালৰ চিন্তাৰহে পৰিচয় দিয়ে। এই সূক্তসমূহ উপনিষদকালীন দাৰ্শনিক তত্ত্বৰ ভেটিস্বৰূপ। এনেবিলাক কাৰণতে অথৰ্ববেদৰ ৰচনা-কাল ঋকবেদতকৈ পিছৰ বুলি ঠাৱৰ কৰা হৈছে। কিন্তু এটা কথা ঠিক যে অথৰ্ববেদৰ সকলো অংশ ঋক্‌বেদৰ যি অংশ পিছৰ যুগত ৰচিত, তাতকৈ পৰৱৰ্তী ৰচনা নহয়। ঋক্‌বেদৰ কিছুমান অংশতকৈ অথৰ্ববেদৰ কোনো কোনো অংশ আগৰ ৰচনা বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে।

৪। অথৰ্বা আৰু অংগিৰাৰ স্বৰূপ সম্পৰ্কে A.A. Macdonell অৰ Vedic Mythology ৰ 52, 54 অনুচ্ছেদ দ্ৰষ্টব্য।

৫। দ্ৰষ্টব্য, Maurice Winternitzy অৰ History of Indian Literature, Vol 1, Page 110, (Motilal Banarsdass, Delhi, 1981)– "The two expressions Atharvan and Angiras, however designate two different kinds of magic-formulas; Atharvan is "sacred, auspicions, magic" whereas Angiras means "hostile, black mgic". The magic-formulas that serve to cure deseases for example belong to the Atharvans while the curses on enemies, on rivals in love and on wicked magicians etc.- belong to the Angiras.

বহু পণ্ডিতৰ মতে পিছৰ যুগত ৰচিত হোৱাৰ কাৰণে অথৰ্ববেদ 'ত্ৰয়ী'ৰ অন্তৰ্ভুক্ত হোৱা নাছিল। অন্য বিদ্যাসমূহৰ গণনা প্ৰসংগত বেদত্ৰয়ীৰ পিছত ইতিহাস আদিৰ লগতহে অথৰ্ববেদৰ নাম লোৱা হৈছিল। শ শ বছৰ জোৰা বিৱৰ্তনৰ মাজেদিহে অথৰ্ববেদে বেদৰ মৰ্যাদা লাভ কৰিছিল। যজ্ঞকৰ্মৰ লগত সম্পৰ্ক নথকা অথৰ্ববেদত ঋক্‌বেদৰ নিচিনা যজ্ঞীয়মন্ত্ৰ কিছুমানো সুমুৱাই দিয়া হয়। সম্ভৱতঃ যজ্ঞৰ লগত সম্বন্ধিত ই কেইখন বেদৰ সমপৰ্যায়লৈ তুলিবৰ উদ্দেশ্যেই অথৰ্ববেদত এনে মন্ত্ৰসমূহ পিছত সুমুৱাই দিয়া হৈছিল। ৱেবাৰৰ মতে অথৰ্বা আৰু অংগিৰাবংশীয় মহান্ ঋষিসকলৰ লগত অথৰ্ববেদক পিছতহে জড়িত কৰা হয়, যাতে অথৰ্ববেদৰ বিষয়সমূহ পবিত্ৰ বুলি প্ৰমাণিত হয়।

## লোকমান্য তিলকৰ মত ঃ

লোকমান্য বালগংগাধৰ তিলকে অথৰ্ববেদৰ স্বৰূপ নিৰ্ণয় কৰোঁতে এক বিশিষ্ট সম্ভাৱনাৰ উল্লেখ কৰিছে। তিলকৰ মতে ইৰাকৰ বহু প্ৰাচীন নাম আছিল 'চাল্‌ডিয়া' আৰু খ্ৰীঃ পূৰ্ব পাঁচ হেজাৰ চনত তুৰাণীয়সকলে ইয়াত উপনিবেশ পাতিছিল। খ্ৰীঃ পূঃ দুহেজাৰ চনত বেবিলনীয়া নামেৰে খ্যাত হোৱা এই দেশৰ লগত ভাৰতবৰ্ষৰ বাণিজ্যিক সম্পৰ্ক দীৰ্ঘদিনীয়া আৰু ব্যাপক ৰূপত চলিছিল। 'চাল্‌ডিয়া' দেশ হৈ থাকোঁতেই সেই ঠাইৰ লগত ভাৰতৰ বাণিজ্যিক সম্পৰ্ক ঘনিষ্ঠ আছিল। ফলত ভাৰতৰ লগত সেই দেশৰ চিন্তা-চৰ্চাৰো আদান-প্ৰদান ঘটিছিল। অথৰ্ববেদৰ মন্ত্ৰত তাৰ সুস্পষ্ট প্ৰমাণ পোৱা যায়।

অথৰ্ববেদত (৫/১৩/৮) ব্যৱহৃত 'তৈমাত', 'উৰুগূলা' প্ৰভৃতি শব্দত সেই দেশৰ লোকবিশ্বাসৰ প্ৰতিফলন হোৱা দেখা যায়। সেই দেশৰ লোকবিশ্বাস অনুসৰি পাতালত 'তিয়ামত' নামৰ এক বৃহৎ সৰ্প আছিল। তাক 'মুৰ্দুক' নামৰ দেৱতাই নিজ অস্ত্ৰেৰে বধ কৰিছিল। তিলকৰ মতে অথৰ্ববেদৰ 'তৈমাত' (এবিধ সাপ) নামৰ শব্দটো সেই তিয়ামতৰ প্ৰতিৰূপ। 'চাল্‌ডিয়া'ত 'উৰুগাল' মানে এক বিৰাটনগৰ অৰ্থাৎ পাতাল লোক। অথৰ্ববেদত থকা (উৰুগূলায়া দুহিতা, ৫/১৩/৮) উৰুগূলা শব্দটো উক্ত শব্দৰ লগত সম্পৰ্কিত। সেই দেশৰ 'অজু' তিয়ামতৰ পতিৰ নাম। তাক বধ কৰাৰ কাৰণে 'মৰ্দুক' দেৱতাৰ নাম 'অৰ্‌জুজিৎ'। তিলকৰ মতে বৈদিক দেৱতা ইন্দ্ৰ মৰ্দুকৰ প্ৰতিৰূপ। বেদত ইন্দ্ৰৰ অন্য এটা নাম 'অপ্‌সুজিৎ'। চাল্‌ডীভাষাত উৰু মানে পাতাল আৰু পাতালৰ পানীও হয়। গতিকে উৰ্বশী মানে জলত উৎপন্ন হোৱা অপ্‌সৰা।

---

"সামৰ্গ্‌যজুৰ্বেদাস্ত্ৰয়ী। অথৰ্ববেদেতিহাসবেদৌ চ বেদাঃ" (অৰ্থশাস্ত্ৰ, বিদ্যাপ্ৰকৰণ)।

History of Indian Literature, Vol VIII.

'তত্তাৱধান স্মৃতিগ্ৰন্থ'ত সন্নিবিষ্ট তিলক মহোদয়ৰ 'চাল্‌ডিয়ন বেদ' বিষয়ক প্ৰবন্ধৰ সদৰ্ভ দেখুৱা 'বৈদিক সাহিত্য'ত (পৃঃ ২৩৭,২৩৮) বলদেৱ উপাধ্যায়ে কৰা আলোচনা দ্ৰষ্টব্য।

ইন্দ্ৰক বেদত 'সপ্তহন্' বোলা হৈছে; তিয়ামতৰ সাতোটা শিৰ আছিল। চাল্ডী ভাষাত 'কিম্ম-দিম্ম' মানে ভূত পিশাচ। ঋক্‌বেদ আৰু অথৰ্ববেদত ব্যৱহৃত 'কিমিদীন' শব্দটোত তাৰ প্ৰতিধ্বনি স্পষ্ট। তিলকৰ মতে এনেকুৱা বহিৰ্দেশীয় প্ৰভাৱৰ কাৰণেই বহুকাললৈকে অথৰ্ববেদে বেদৰ মৰ্যাদা লাভ কৰিব পৰা নাছিল।

## অথৰ্ববেদৰ কাণ্ডবিভাজন ঃ

অথৰ্ববেদৰ অন্তৰ্ভুক্ত মন্ত্ৰসমূহ কুৰিটা কাণ্ডত বিভক্ত কৰা হৈছে। বেদখনত ৭৩১ টি সূক্তত (hymns), পাঁচ হেজাৰ ন-শ সাতাশী ফাঁকি মন্ত্ৰ অন্তৰ্ভুক্ত হৈছে। ইয়াত গদ্য-পদ্য উভয়বিধৰে স্বৰাত্মক (accented) মন্ত্ৰ আছে। অথৰ্ববেদৰ প্ৰায় এক-পঞ্চমাংশ মন্ত্ৰ ঋক্‌বেদৰপৰা অনা; বিশেষকৈ বিংশ কাণ্ডৰ বাৰটি সূক্তৰ মন্ত্ৰসমূহৰ সমস্ত মন্ত্ৰই ঋক্‌বেদৰ। অনেক বিদ্বানে এই কাণ্ডটো আৰু উনবিংশ কাণ্ডটো অথৰ্ববেদত পিছত সংযোজনা কৰা বুলি মত প্ৰকাশ কৰে। অথৰ্ববেদৰ প্ৰতিশাখ্যত এই কাণ্ড দুটাৰ উল্লেখ নাই কৰা।

অথৰ্ববেদৰ সূক্তসমূহত মন্ত্ৰসংখ্যাৰ এটা নিৰ্দিষ্ট পৰিপাটী দেখা যায়। প্ৰথম কাণ্ডৰ সূক্তসমূহত চাৰিটাকৈ মন্ত্ৰ, দ্বিতীয় কাণ্ডত পাঁচোটাকৈ, তৃতীয় কাণ্ডত ছটাকৈ, চতুৰ্থ কাণ্ডত সাতোটাকৈ আৰু পঞ্চম কাণ্ডত আঠোটাকৈ মন্ত্ৰ থকা দেখা যায়। ষষ্ঠ কাণ্ডত থকা ১৪২ টা সূক্তৰ প্ৰত্যেকটোতে অতি কমেও তিনিটাকৈ মন্ত্ৰ আছে আৰু সপ্তম কাণ্ডৰ ১১৮ টা সূক্তত, বেছিভাগতে এটা বা দুটাকৈহে মন্ত্ৰ আছে। অষ্টম কাণ্ডৰ পৰা দ্বাদশ কাণ্ডলৈকে সূক্তসমূহ অতি দীঘলীয়া আৰু ভিন্ন ভিন্ন বিষয়ৰ। ত্ৰয়োদশৰপৰা অষ্টাদশ কাণ্ডলৈকে বিষয়সমূহ প্ৰায় একেধৰণৰ বুলি ক'ব পাৰি। দ্বাদশ কাণ্ডৰ আৰম্ভণিতে থকা ভূমিসূক্তটো (৬০ ফাকি মন্ত্ৰ আছে) যথেষ্ট গুৰুত্বপূৰ্ণ সূক্ত। ত্ৰয়োদশ কাণ্ডটো সম্পূৰ্ণকৈ আধ্যাত্মিক বিষয়ৰ। চতুৰ্দশ কাণ্ডৰ দুটা সূক্ত (৬৪ আৰু ৭৫ ফাকি মন্ত্ৰেৰে) সুদীৰ্ঘ আৰু যাইকৈ বিবাহসম্পৰ্কীয়। ব্ৰাত্যকাণ্ড নামে অভিহিত পঞ্চদশ কাণ্ডত ব্ৰাত্যসকলৰ যজ্ঞসম্পাদনৰ আধ্যাত্মিক বৰ্ণনা কৰা হৈছে। ষোড়শ কাণ্ডটোৰ দ্বিতীয় অনুবাক দুঃস্বপ্ননাশক মন্ত্ৰৰ সংকলন। ত্ৰিশটা মন্ত্ৰৰ মাত্ৰ এটা সূক্ত থকা সপ্তদশ কাণ্ডত অভ্যুদয়ৰ প্ৰাৰ্থনা কৰা হৈছে। শ্ৰাদ্ধকাণ্ড নামেৰে অভিহিত অষ্টাদশ কাণ্ডত পিতৃমেধসম্পৰ্কীয় মন্ত্ৰ সংকলিত হৈছে। উনবিংশ আৰু বিংশকাণ্ড— এই দুয়োটা কাণ্ড পণ্ডিতসকলে অথৰ্ববেদৰ পৰৱৰ্তী সংযোজন বুলি মত প্ৰকাশ কৰে। উনবিংশ কাণ্ডৰ বাসত্তৰটা সূক্তত (৪৫৩ টা মন্ত্ৰ) ভৈষজ্য, ৰাষ্ট্ৰৰ সমৃদ্ধি আৰু অধ্যাত্মবিষয়ক মন্ত্ৰ আছে। বিংশকাণ্ডত (৯৫৮টা মন্ত্ৰ) যাইকৈ সোমযাগৰ লগত সম্পৰ্কিত মন্ত্ৰ সংকলিত হৈছে।

## অথৰ্ব্ববেদৰ শাখা ঃ

পতঞ্জলিয়ে মহাভাষ্যৰ পস্পশাহ্নিকত 'নৱধা অথৰ্বণো বেদঃ" বুলি অথৰ্ববেদৰ নটা শাখা থকা বুলিছে। সায়ণাচাৰ্যৰ ভাষ্যত আৰু অন্য গ্ৰন্থতো অথৰ্ব্ববেদৰ নটা শাখাৰ কথা আছে। এই স্থানসমূহত অথৰ্ব্ববেদৰ শাখাসমূহৰ নাম বিভিন্ন হোৱা দেখা যায়। বৰ্তমানে অথৰ্ববেদৰ দুটা শাখাৰ পাঠ পোৱা গৈছে— শৌনকীয় শাখা আৰু পৈপল্লাদ শাখা। প্ৰথমটো শাখা বৰ্তমানলৈকে বহুলভাৱে প্ৰচলিত হৈ আছিল। দ্বিতীয়টো শাখা অসম্পূৰ্ণ ৰূপত কাশ্মীৰত পোৱা হৈছিল। সদ্যহতে অধ্যাপক দুৰ্গামোহন ভট্টাচাৰ্যৰ দ্বাৰা এই শাখাৰ সম্পূৰ্ণ ৰূপ আৱিষ্কৃত হৈছে। এইখিনিতে উল্লেখযোগ্য যে শাখাভেদে সংহিতাসমূহৰ ভিন্নতা থকা নুবুজায়। দেশ আৰু কালৰ ভিন্নতা অনুসৰি উচ্চাৰণ ৰীতি বা পাঠ-ৰীতি অথবা মন্ত্ৰসমূহৰ বিনিয়োগৰ (প্ৰয়োগৰ) ব্যৱস্থা বেলেগ হ'লেও মূলগ্ৰন্থ, বিভিন্ন শাখাত প্ৰায় একেই থাকে।

## অথৰ্ব্ববেদৰ বিষয়বস্তু ঃ

বলদেৱ উপাধ্যায়ে অথৰ্ব্ববেদৰ বিষয়বস্তুক তিনিটা ভাগত ভগাব পৰি বুলিছে[৯]—আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈৱিক। ব্ৰহ্ম, পৰমাত্মা প্ৰভৃতি বিষয় আধ্যাত্মিক। ৰজা, ৰাজ্যশাসন, যুদ্ধ বিগ্ৰহ প্ৰভৃতি বিষয় আধিভৌতিক শ্ৰেণীত পৰে। নানা দেৱতা, যজ্ঞ তথা কালবিষয়ক সামগ্ৰীসমূহ আধিদৈৱিক শ্ৰেণীৰ অন্তৰ্ভুক্ত।

অভীষ্টপ্ৰাপ্তিৰ ভেদ অনুযায়ী অথৰ্ববেদৰ সূক্তসমূহক সাতোটা শ্ৰেণীত ভাগ কৰা হয় — (১) ভৈষজ্যসূক্ত, (২) আয়ুষ্যসূক্ত, (৩) পৌষ্টিকসূক্ত, (৪) প্ৰায়শ্চিত্ত সূক্ত (৫) স্ত্ৰীকৰ্মসূক্ত (৬) ৰাজকৰ্মসূক্ত আৰু (৭) ব্ৰহ্মণ্যসূক্ত।

(১) অথৰ্ববেদৰ এক বৃহৎ পৰিমাণৰ সূক্ত নানা প্ৰকাৰৰ ব্যাধি দূৰ কৰিবৰ উদ্দেশ্যে প্ৰয়োগ কৰিবৰ কাৰণে ৰচিত। কৌশিকসূত্ৰৰ[১০] ব্যাখ্যাকাৰৰ মতে ভৈষজ্য মানে ৰোগ নিৰাময়ৰ উদ্দেশ্যে কৰা শান্তিপূৰ্ণ ধৰ্মীয় অনুষ্ঠান। অথৰ্ববেদৰ ঋষিয়ে কিছুমান ৰাক্ষস, অসুৰ আৰু পিশাচ ৰোগ-ব্যাধিৰ কাৰণ বুলি বিশ্বাস কৰিছিল আৰু মন্ত্ৰদ্বাৰা সেইবিলাকক আঁতৰ কৰিব পাৰি বুলি ভাবিছিল। কিন্তু মন্ত্ৰসমূহত বিভিন্ন প্ৰকাৰৰ জ্বৰ, যক্ষ্মাৰোগ, শিৰৰ ৰোগ, চকুৰ ৰোগ, বংশানুক্ৰমিক ৰোগ, গৰ্ভনাশ আৰু গৰ্ভধাৰণ নকৰা বিকাৰ, উন্মাদৰোগ আদিৰ লক্ষণ তথা ঔষধৰ কথাও আছে। জলচিকিৎসা, শল্যচিকিৎসা, অস্থিবিদ্যা প্ৰভৃতি বিষয়ক চিকিৎসাৰ কথাও বহুলভাৱে পোৱা যায়। পিপ্পলী, সৰিয়হ, কুটবৃক্ষ, বকশগছ, নানা প্ৰকাৰৰ লতা-গুল্মৰ ব্যৱহাৰৰ কথাও গুৰুত্বপূৰ্ণ। অথৰ্ববেদত এই ভৈষজ্যসূক্তসমূহে গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে।

---

৯। বৈদিক সাহিত্য, ২২০ পৃষ্ঠা।, ১০। এই গ্ৰন্থই প্ৰাচীন ভাৰতীয় যাদুবিদ্যাৰ বিষয়ে জানিবৰ কাৰণে অন্যত্ৰদুৰ্লভ অনুপম সামগ্ৰীৰ যোগান ধৰে। চিকিৎসাশাস্ত্ৰৰ ঔষধসমূহৰ এক অমূল্য নিধি। (বৈদিক সাহিত্য, ৩৯৬ পৃঃ)। এই গ্ৰন্থ অথৰ্ববেদৰ গৃহ্যসূত্ৰ।

(২) দীৰ্ঘায়ু লাভৰ অৰ্থে প্ৰাৰ্থনা কৰা মন্ত্ৰসমূহ আয়ুষ্যসূক্তৰ অন্তৰ্ভুক্ত। এই সূক্তসমূহ সাধাৰণতে জাতকৰ্ম, চূড়াকৰণ, গোদান (প্ৰথম ক্ষৌৰকৰ্মৰ অনুষ্ঠান), উপনয়ন আদি পাৰিবাৰিক অনুষ্ঠানসমূহত ব্যৱহাৰ কৰা হয়। এই সূক্তসমূহত শত শৰৎ, শত হেমন্ত জীৱিত থাকিবলৈ, শত প্ৰকাৰৰ মৃত্যুৰপৰা বাচি থাকিবলৈ, সকলো প্ৰকাৰৰ ৰোগৰপৰা ৰক্ষা পাবলৈ কৰা প্ৰাৰ্থনাযুক্ত মন্ত্ৰ পোৱা যায়। অথৰ্ববেদত দীৰ্ঘায়ুলাভৰ কাৰণে হাতত ৰক্ষাসূত্ৰ বন্ধাৰ ব্যৱস্থাও আছে। এনেকুৱা ৰক্ষাসূত্ৰ অথবা ওষধিযুক্ত মণি ধাৰণ কৰিলে স্বাস্থ্য, দীৰ্ঘজীৱন লাভ কৰি সকলো প্ৰকাৰৰ ভয়ৰপৰা ৰক্ষা পাব পাৰি বুলি বিশ্বাস কৰা হৈছিল।

(৩) কৃষক, বণিক আৰু পশুপালকসকলৰ সমৃদ্ধি আৰু সাফল্য লাভৰ উদ্দেশ্যে, দস্যু আদি বিতাড়নৰ উদ্দেশ্যে পৌষ্টিকসূক্ত সমূহ ব্যৱহাৰ কৰা হয়। তদুপৰি বজ্ৰপাত আৰু জুয়ে পোৱাৰ পৰা ঘৰ ৰক্ষা কৰিবৰ কাৰণে; পানী, বতাহ আৰু অৰণ্য সকলোৰে কাৰণে পুষ্টি অৰ্থাৎ পোষণকাৰক হ'বৰ কাৰণে; সেইদৰে অন্য সকলো প্ৰকাৰৰ আপদ নিবাৰণৰ কাৰণে কৰা প্ৰাৰ্থনাও এনে সূক্তৰ অন্তৰ্ভুক্ত।

(৪) প্ৰায়শ্চিত্তসূক্তসমূহ যজ্ঞানুষ্ঠানত জ্ঞাতসাৰে বা অজ্ঞাতসাৰে হোৱা ত্ৰুটী-বিচ্যুতিজনিত পাপ খণ্ডাবৰ উদ্দেশ্যে অনুষ্ঠিত কৰ্মত প্ৰয়োগ কৰা হয়। শাস্ত্ৰনিষিদ্ধ বিবাহ, ঋণ পৰিশোধ নকৰা, ককায়েক থাকোঁতে ভায়েকে বিয়া পতা ইত্যাদি দোষ মোচনৰ অৰ্থেও প্ৰায়শ্চিত্ত কৰাৰ মন্ত্ৰ আছে। অন্যান্য কুলক্ষণ শান্ত কৰিবৰ কাৰণে প্ৰয়োগ কৰা প্ৰায়শ্চিত্ত মন্ত্ৰও আছে। পাৰিবাৰিক অশান্তি আৰু পাৰস্পৰিক মনোমালিন্য দূৰ কৰিবলৈকো প্ৰায়শ্চিত্ত মন্ত্ৰৰ ব্যৱহাৰ হয়।

(৫) স্ত্ৰীকৰ্মসূক্তসমূহত মনোমত পতিলাভ, বিবাহ, সুখপ্ৰসৱ, সন্তানলাভ, গৰ্ভৰক্ষা, স্বামী আৰু সন্তানৰ মংগল কামনা, পতিৰ প্ৰেমলাভ, সপত্নীৰ অনিষ্টসাধন প্ৰভৃতি নাৰীবিষয়ক মন্ত্ৰ আছে। অথৰ্ববেদৰ চতুৰ্দশ কাণ্ডটো বিশেষকৈ স্ত্ৰীবিষয়ৰ লগত জড়িত। কৌশিকসূত্ৰৰ পৰা জানিব পাৰি যে কোনো নাৰীৰ প্ৰেম লাভ কৰিবৰ কাৰণে তেওঁৰ মাটিৰ মূৰ্তি এটা সাজি তাৰ হৃদয়-ভেদ কৰি অথৰ্ববেদৰ (৩/২৫) মন্ত্ৰ পাঠ কৰা হয়। পতিক বশ কৰিবলৈকো এইদৰে মূৰ্তি সাজি বাণেৰে মূৰত বিন্ধা হয় আৰু অথৰ্ব; (৬/১৩০,১৩২,১৩৯ ইত্যাদি) সূক্তৰ মন্ত্ৰ পাঠ কৰা হয়।

(৬) ৰাজকৰ্মসূক্তসমূহ ৰজাৰ নিৰাপত্তা আৰু উন্নতিৰ উদ্দেশ্যে প্ৰয়োগ কৰা হয়। অথৰ্ববেদৰ যুগত ৰাজ পুৰোহিতজনে ৰজাৰ সকলো স্বাৰ্থৰক্ষাৰ দায়িত্ব পালন কৰিছিল। তেওঁ ৰজাৰ নিৰ্বাচন, অভিষেক, শক্তিসম্পদ বৃদ্ধি, ৰাজ্যৰক্ষা, শত্ৰুদমন, যুদ্ধক্ষেত্ৰত ৰজাক ৰক্ষা কৰা, ৰজাৰ আধ্যাত্মিক কল্যাণ-সাধন প্ৰভৃতি সমস্ত বিষয়তে ৰাজকৰ্ম সম্পৰ্কীয় মন্ত্ৰসমূহেৰে কৰ্মানুষ্ঠান কৰে। অথৰ্ববেদ ৰাজকৰ্মৰ লগত এইদৰে ব্যাপক ৰূপত জড়িত কাৰণে ইয়াৰ অন্য এটা নাম ক্ষত্ৰবেদ। প্ৰাচীন ভাৰতৰ ৰজা, ৰাজ্য আৰু ৰাজনীতি সম্পৰ্কে অথৰ্ববেদৰ ৰাজকৰ্মসূক্ত সমূহৰপৰা বহুতো তথ্য আহৰণ কৰিব পাৰি।

(৭) যিবিলাক সূক্তত সৃষ্টিতত্ত্ব আৰু দাৰ্শনিক তত্ত্বৰ কথা আছে, সেইবিলাককে ব্ৰহ্মণ্যসূক্ত বোলা হয়। এই উচ্চ স্তৰৰ চিন্তাসমৃদ্ধ সূক্তসমূহৰ লগত অথৰ্ববেদৰ যাদুমন্ত্ৰ, জৰা-ফুকা, ঔষধ-পাতি ইত্যাদি বিষয়ক প্ৰধান বিষয়ৰ সংগতি নাই যদিও এইবিলাকৰ প্ৰামাণিকতা অস্বীকাৰ কৰিব নোৱাৰি। প্ৰাচীন কালত অথৰ্ববেদক ব্ৰহ্মবেদ বোলা হৈছিল আৰু ব্ৰহ্মতত্ত্ব এই বেদৰ অন্যতম প্ৰতিপাদ্য বিষয় আছিল। পৰমতত্ত্বৰ অনেক নাম আৰু সংজ্ঞা। কেতিয়াবা এই পৰমতত্ত্বই কাল নামেৰে জগৎ, পৃথিৱী আৰু দ্যুলোকৰ উৎপাদক তথা নিয়ন্তা আৰু সমস্ত প্ৰপঞ্চৰ অধিষ্ঠান হৈছে। কালতে ব্ৰহ্ম সমাহিত হৈ আছে —

কালে তপঃ কালে জ্যেষ্ঠং কালে ব্ৰহ্ম সমাহিতম্।
কালো হি সৰ্বেশ্বৰো যঃ পিতাসীৎ প্ৰজাপতিঃ।।
(অথৰ্ব ঃ ১৯/৫৩/৮)

অথৰ্ববেদত কালসূক্তৰ বাহিৰেও স্কম্ভসূক্ত (১০/৭,৮), প্ৰাণসূক্ত (১১/৪), উচ্ছিষ্টসূক্ত (১১/৭), ব্ৰাত্যসূক্ত (সম্পূৰ্ণ ১৫ কাণ্ড) প্ৰভৃতিতো গভীৰ আধ্যাত্মিক তত্ত্ব ৰূপায়িত হৈছে। বশাগাভীক জগতৰ সৰ্বশ্ৰেষ্ঠ তত্ত্বৰূপে প্ৰতিপাদন কৰা এক দাৰ্শনিক ভাৱাপন্ন সূক্তও (১০/১০) আছে।

**অথৰ্ববেদৰ বৈশিষ্ট্য ঃ**

বৈদিক সাহিত্যত অথৰ্ববেদে বহু দিশৰপৰা এক বিশিষ্ট স্থান অধিকাৰ কৰি আছে। অন্য তিনিখন সংহিতাতকৈ অথৰ্ববেদৰ কিছুমান নিজস্ব বৈশিষ্ট্য আছে। বৈদিক যুগৰ মানুহৰ ধৰ্মবহিৰ্ভূত ৰীতি-নীতি আৰু চিন্তা-ধাৰণাৰ সম্পৰ্কে জানিবলৈ হ'লে অথৰ্ববেদ এক অপৰিহাৰ্য তথ্য-ভাণ্ডাৰ। অথৰ্ববেদত মানৱ সমাজৰ প্ৰাৰম্ভিক যুগৰ সংস্কৃতি চিত্ৰিত হৈছে। শত্ৰুক জয় কৰিবলৈ, ৰোগ নিৰাময় কৰিবলৈ, ভূত-প্ৰেত খেদিবলৈ, সতিনীক বশ কৰিবলৈ ইত্যাদি নানান উদ্দেশ্যেৰে প্ৰয়োগ কৰা মন্ত্ৰ আৰু ঔষধিৰ বিচিত্ৰ বৰ্ণনাৰে অথৰ্বসংহিতাখন নৃতত্ত্ব অধ্যেতাসকলৰ কাৰণে এক অমূল্য বিশ্বকোষ। যাদুমন্ত্ৰৰ বহুল ব্যৱহাৰ অথৰ্ববেদকালীন এক বিশিষ্ট বিষয়। যাদু দুই প্ৰকাৰৰ— অনিষ্টৰপৰা ৰক্ষা পাবলৈ প্ৰয়োগ কৰা যাদুমন্ত্ৰ আৰু শত্ৰুবিশেষৰ ওপৰত প্ৰয়োগ কৰা মাৰণ, মোহন, উচাটন-মূলক যাদুমন্ত্ৰ। ইয়াৰ প্ৰথমবিধক পাশ্চাত্ত্য পণ্ডিতসকলে পবিত্ৰ যাদুমন্ত্ৰ (holly magic) আৰু দ্বিতীয়বিধৰ অসিত যাদুমন্ত্ৰ (black magic) নাম দিছে। 'শত্ৰুমাৰণানুকূল-ব্যাপাৰ'কে অভিচাৰ কৰ্ম বোলে। এনে কৰ্মত প্ৰয়োগ কৰা মন্ত্ৰকে অভিচাৰ মন্ত্ৰ বোলে।

ঋক্‌বেদত সমাজৰ উচ্চ শ্ৰেণীৰ লোকৰ চিন্তাচৰ্চাৰ পৰিচয় পোৱা যায়। আনহাতেদি অথৰ্ববেদত সাধাৰণ শ্ৰেণীৰ মানুহৰ চিন্তা-ধাৰণা, আশা-আকাংক্ষা, সামাজিক ৰীতি-নীতি, ব্যক্তিগত সুখ-স্বাচ্ছন্দ্য, তন্ত্ৰ-মন্ত্ৰ আদিৰ প্ৰয়োগ ইত্যাদি বিষয়

প্ৰতিফলিত হৈছে। গতিকে প্ৰাচীন ভাৰতীয় লোকসংস্কৃতিৰ পৰিচয় পাবলৈ হ'লে অথৰ্ববেদৰ অধ্যয়ন একান্ত অপৰিহাৰ্য।

ভাৰতীয় চিকিৎসাশাস্ত্ৰৰ প্ৰাচীন ৰূপ অথৰ্ববেদত পোৱা যায়। ঋক্‌বেদৰ সময়ত ভাৰতীয় চিকিৎসাশাস্ত্ৰৰ প্ৰসাৰ সম্পৰ্কে যথেষ্ট তথ্য পোৱা যায়। সেইদৰে যজুৰ্বেদতো ৰোগ তথা চিকিৎসাসম্পৰ্কীয় কিছু কথা আছে। তথাপি অথৰ্ববেদতেই সৰ্বপ্ৰথম ব্যাপক ৰূপত চিকিৎসাশাস্ত্ৰ আৰু ভৈষজ (ঔষধতত্ত্ব) সম্পৰ্কীয় তথ্য পোৱা যায়। অথৰ্ববেদত আয়ুৰ্বেদৰ সিদ্ধান্ত আৰু ব্যৱহাৰ সম্পৰ্কত অনেক জানিবলগীয়া কথা আছে। এই তথ্যসমূহ বুজিবৰ কাৰণে বেদজ্ঞ হোৱাৰ উপৰিও বিজ্ঞানবিদ্ হোৱা প্ৰয়োজন। আজি সকলোফালে জ্ঞানবিস্তাৰৰ যুগত এই দুই জ্ঞানচৰ্চা একত্ৰে দুষ্কৰ বুলি ক'ব নোৱাৰি; তাৰ বাবে আমাৰ চেতনা, নিষ্ঠা আৰু একাগ্ৰ সাধনাৰহে অভাৱ। ৰোগ, ৰোগৰ শাৰীৰিক লক্ষণ, ৰোগৰ প্ৰতিকাৰ আৰু ঔষধ বিষয়ত অথৰ্ববেদত অনেক উপাদেয় বৈজ্ঞানিক তথ্য আছে বুলি বিদ্বানসকল সুনিশ্চিত। অথৰ্ববেদত যে কেৱল জনজীৱনৰ সৰল বিশ্বাস আৰু কু-সংস্কাৰৰ কথাহে আছে সেইটো নহয়। প্ৰাচীন জনসমাজত প্ৰচলিত বৈজ্ঞানিক দৃষ্টিভংগীৰ প্ৰমাণো অথৰ্ববেদত আছে। তন্ত্ৰ-মন্ত্ৰ, অভিচাৰ কৰ্মসমূহো পৰামনোবিদ্যাৰ (Parapsychology) দৃষ্টিৰে অধ্যয়ন কৰিবলগীয়া বিষয়।

অথৰ্ববেদৰ লৌকিক ধৰ্মৰ বাহিৰেও উচ্চ পৰ্যায়ৰ দাৰ্শনিক তত্ত্বও আছে। সেইবিলাকে উপনিষদসমূহৰ পূৰ্বপীঠিকাৰ কাম কৰিছে। এইদৰে নৃতাত্ত্বিক, ঐতিহাসিক, দাৰ্শনিক আদি বিভিন্ন দিশৰ পৰাই অথৰ্ববেদে এক বৈশিষ্ট্যপূৰ্ণ স্থান অধিকাৰ কৰি আছে।

অথৰ্ববেদত যে যজ্ঞ-বিধান সম্পৰ্কীয় কথা নাই, সেইটো নহয়। এই বেদত ঋক্‌বেদৰ যজ্ঞ-বিধানৰ লগত অভিচাৰৰ সম্পৰ্ক স্থাপন কৰা হ'ল। যজ্ঞৰ ফল স্বৰ্গপ্ৰাপ্তি হোৱাৰ উপৰিও সাংসাৰিক সুখ-সমৃদ্ধিলাভো বুলি ধৰা হ'ল। অথৰ্ববেদৰ শেহৰ ফালে সোমযাগ আৰু তাৰ লগত জড়িত ঋত্বিকসকলতো গুৰুত্ব দিয়া হৈছে।

—

# বিষয় আৰু সূক্তসমূহ

# সূচীপত্ৰ

(একোটা কাণ্ডৰ সকলো সূক্ত অনুবাকনির্বিশেষে একেটা ক্রমত সংখ্যাভুক্ত কৰা ব্যবস্থাটো অধিকভাৱে প্ৰচলিত। গতিকে ইয়াত অনুবাকসমূহৰ উল্লেখ নকৰাকৈ সূক্তসংখ্যাহে উল্লেখ কৰা হৈছে। একোটা সূক্তৰ প্ৰয়োগ বহুস্থলত বহু প্ৰকাৰে কৰা হয়। মন্ত্ৰসমূহৰ লগত বিভিন্ন ওষধি আদিও প্ৰয়োগ কৰা হয়। সকলোবোৰ প্ৰয়োগ উল্লেখ নকৰি বিষয়-বস্তুৰ আভাসমাত্ৰ দি সূচীপত্ৰখনি কৰা হৈছে।)

কৃমিনাশন ৩১,৩২, যক্ষ্মানাশন ৩৩, যজ্ঞীয় পশুৰ দিব্য শৰীৰ লাভ ৩৪, মুখ লগা ভঙা ৩৫, কুমাৰীৰ পতিলাভৰ মন্ত্ৰ ৩৬।

## তৃতীয়কাণ্ড (পৃষ্ঠা ৩৭-৬০)

যুদ্ধত শত্ৰুসম্মোহন ১,২, ভগ্নৰজাৰ পুনঃ স্বৰাজ্যত স্থাপন ৩,৪, পলাশ আৰু অশ্বত্থনির্মিত মণিৰ প্ৰয়োগ ৫,৬, হৰিণৰ শিঙৰ প্ৰয়োগ ৭, আয়ুস-মেধালাভৰ কামনা ৮, সৰ্পাদি বিঘিনিনাশৰ অৰ্থে অৰলুমণিৰ প্ৰয়োগ ৯, একাষ্টকা তিথিৰ মাহাত্ম্য ১০, ব্যাধিনিবাৰণ ১১, গৃহনির্মাণ ১২, নদীস্তুতি ১৩, গাইৰ পুষ্টিকামনা ১৪, বাণিজ্যত লাভ ১৫, মেধা-শক্তি কামনা ১৬, কৃষিকৰ্ম ১৭, সপত্নীজয়, বিবাদত জয়লাভ ১৮, শত্ৰুৰ উদ্বেগ সাধন ১৯, ধনবৃদ্ধি, গৃহ, গোষ্ঠ আদিৰ শান্তিকৰ্ম ২০-২২, বন্ধ্যাত্বনাশ ২৩, সমৃদ্ধিলাভ ২৪, স্ত্রীবশীকৰণ ২৫, সেনাৰ উৎসাহবৰ্ধন, স্বস্ত্যয়ন, শত্ৰুনিবাৰণ, পশুৰ পুষ্টিকামনা ইত্যাদি ২৬,২৭, যঁজা সন্তান জন্মৰ দোষ নিবাৰণ ২৮. যজ্ঞত বগা ঠেঙৰ ভেড়া অৰ্পণ ২৯, পাৰস্পৰিক মনোমালিন্য দূৰীকৰণ (সাংমনস্যকৰ্ম) ৩০, উপনয়নৰ বালকৰ আয়ুস কামনা ৩১।

## চতুৰ্থকাণ্ড (পৃষ্ঠা ৬১-৯৩)

ব্ৰহ্মবিদ্যা ১, আত্মবিদ্যা ২, বাঘ, চোৰ আদি শত্ৰু বিতাড়ন ৩ পুৰুষৰ বীৰ্যকৰণাৰ্থে কপিত্থৰ প্ৰয়োগ ৪, নিদ্ৰাবাণ ৫, বিষনাশ ৬,৭, ৰাজঅভিষেক ৮, আয়ুস কামনাৰে আঞ্জন আৰু শংখমণি ধাৰণ ৯,১০, বলীবৰ্দযজ্ঞ ১১, লা-ৰ দ্বাৰা ক্ষতচিকিৎসা ১২, নানা ৰোগনিবাৰণ ১৩, অজৌদনযজ্ঞত ছাগ অৰ্পণ ১৪, বৃষ্টি কামনাৰে মৰুৎগণৰ স্তুতি ১৫, সত্যবাদী আৰু অসত্যবাদীৰ বিচাৰভোগ ১৬, অপামাৰ্গ বনস্পতিৰ প্ৰয়োগ ১৭-১৯, সদম পুষ্পৰ প্ৰয়োগ ২০, গাইৰ স্তুতি ২১, ৰজাৰ দ্বাৰা শত্ৰুজয় ২২, পাপমুক্তি ২৩-২৯, বাক্‌সূক্ত ৩০, মন্যুদেৱতাৰ স্তুতি ৩১,৩২, পাপনাশন ৩৩, ব্ৰহ্মৌদন যজ্ঞ ৩৪,৩৫, পিশাচনিবাৰণ ৩৬, অজশৃংগী ওষধিৰ প্ৰয়োগ ৩৭, দ্যূতক্ৰীড়াৰ অধিষ্ঠাত্ৰী অপ্‌সৰাৰ স্তুতি ৩৮, সম্পদ কামনা ৩৯, কৃত্যানিবাৰণ ৪০।

## পঞ্চমকাণ্ড (পৃষ্ঠা ৯৪-১১৯)

বিজয়কামনা ১,৩, কুষ্ঠ আদি ৰোগ নিবাৰণত কুষ্ঠ (কুট) নামৰ ওষধিৰ প্ৰয়োগ ৪,৫, ব্ৰহ্মবিদ্যা ৬, শত্ৰুনাশন ৭,৮, আত্মৰক্ষা ৯,১০, বৰুণ আৰু অথৰ্বাৰ কথোপকথন ১১, সম্পদলাভ ১২, সৰ্পবিষৰ চিকিৎসা ১৩, কৃত্যাপ্ৰতিকাৰ ১৪, মধুলা নামৰ ওষধিৰ

প্ৰয়োগ ১৫, গৰুৰ পুষ্টি, ৰোগনাশন ১৬, ব্ৰহ্মজায়াসূক্ত ১৭, ব্ৰহ্মগৱী সূক্ত ১৮,১৯, দুন্দুভিবাদ্যৰ স্তুতি ২০,২১, জ্বৰনাশন ২২, কৃমিনাশন ২৩, ব্ৰহ্মকৰ্ম সূক্ত ২৪, গৰ্ভাধান ২৫, নতুন ঘৰত হোম ২৬, পুষ্টিকামীৰ হোম ২৭, ত্ৰিবৃন্মণিৰ প্ৰয়োগ ২৮, পিশাচবিনাশৰ অৰ্থে অগ্নি স্তুতি ২৯, ঔষধ প্ৰয়োগত ব্যৱহৃত মন্ত্ৰ ৩০, কৃত্যাদিনিবাৰণ ৩১।

**ষষ্ঠকাণ্ড** (পৃষ্ঠা ১২০-১৬৮)

পুষ্টিকামী ব্যক্তিৰ দ্বাৰা নতুন ঘৰত কৰা হোমৰ মন্ত্ৰ ১, বৰুণ প্ৰাৰ্থনা ২-৫, কল্যাণপ্ৰাৰ্থনা ৬,৭, কামিনী বশীকৰণ ৮,৯, সম্পদ কামনা ১০, পুংসবন ১১, বিষনিবাৰণ ১২, মৃত্যুনিবাৰণ ১৩, শ্লেষ্মা নিবাৰণ ১৪, পলাশমণি ১৫, সৰিয়হৰ প্ৰয়োগ ১৬, গৰ্ভস্থিৰীকৰণ ১৭, স্ত্ৰীৰ প্ৰতি ঈৰ্ষা দূৰীকৰণ ১৮, শান্তিকৰ্ম ১৯, যক্ষ্মানাশন ২০, কেশবৃদ্ধিৰ মন্ত্ৰ ২১, পেটৰ বিষত জলৰ প্ৰয়োগ ২২-২৪, গণ্ডমালা ৰোগৰ মন্ত্ৰ ২৫,২৬, ঘৰত ফেঁচা, কপৌ আদি সোমালে শান্তিকৰ্মত প্ৰয়োগ কৰা মন্ত্ৰ ২৭-২৯, সৰস্বতী নদীৰ পাৰত দেৱতাৰ দ্বাৰা য-ধান উৎপাদন, শমীস্তুতি ৩০, সূৰ্যস্তুতি ৩১, ৰাক্ষসাদিৰ ভয় নিবাৰণ ৩২, ৩৩, জল, হৰিদ্ৰা আদি জাবোঁতে প্ৰয়োগ কৰা মন্ত্ৰ ৩৪-৩৬, শাপনিবাৰণ, অভিচাৰনিবাৰণ ৩৭, তেজস্কামী ব্যক্তিৰ নানা মণিধাৰণৰ মন্ত্ৰ ৩৮,৩৯, অভয়কামনা ৪০,৪১, স্বামী-স্ত্ৰীৰ পৰস্পৰে ক্ৰোধ দূৰীকৰণ ৪২,৪৩, দুঃস্বপ্ননাশৰ অৰ্থে গৰুৰ শিঙৰ প্ৰয়োগ, অগ্নি আদি দেৱতাৰ স্তুতি ৪৪-৪৭, অভয়কামনা ৪৮,৪৯, এন্দুৰ আদি শস্যভক্ষকনিবাৰণ ৫০,৫১, ৰক্ষোগ্ৰহ নিবাৰণ ৫২, গণ্ডব্ৰণ আদিত সনা তেল জাবোঁতে প্ৰয়োগ কৰা মন্ত্ৰ ৫৩, পলাশ পত্ৰৰ দ্বাৰা অভিচাৰকৰ্ম ৫৪,৫৫, সাপ, বিছা আদি নিবাৰণ ৫৬,৫৭, যশকামনা ৫৮, সহদেৱী নামৰ ওষধিৰ প্ৰয়োগ ৫৯, কন্যাৰ পতিলাভৰ কামনা ৬০, শান্তিকৰ্ম ৬১-৬৩, সাংমনস্য ৬৪,৬৫, শত্ৰুজয় ৬৬,৬৭, চূড়াকৰণ আদিত চুলি খুৰোৱা মন্ত্ৰ ৬৮,৬৯, গাই আৰু পোৱালীৰ বিৰোধ শান্তি ৭০, অন্নদোষ নাশন ৭১, জননাংগবৰ্ধন ৭২, সাংমনস্য ৭৩,৭৪, অভিচাৰকৰ্ম ৭৫, বিজয়স্বস্ত্যয়ন ৭৬, পলাই যোৱা তিৰোতাক বাধাদান ৭৭,৭৮, সমৃদ্ধি কামনা ৭৯, চৰাই গাত পৰা দোষ শান্তি ৮০, গৰ্ভাধান ৮১,৮২, গণ্ডমালানিবাৰণ ৮৩,৮৪, বৰণ কাঠৰ মণিৰ দ্বাৰা যক্ষ্মাদি নিবাৰণ ৮৫,৮৬, ৰজা-ৰাজ্য সুস্থিৰ হোৱাৰ কামনা ৮৭,৮৮, স্বামী-স্ত্ৰীৰ পৰস্পৰ প্ৰীতি কামনা ৮৯, শূলৰোগনিবাৰণ ৯০, যক্ষ্মানাশন ৯১, অশ্বনিদান ৯২, বাস্তোস্পতি নামৰ শান্তি কৰ্মৰ মন্ত্ৰ ৯৩-৯৬, সংগ্ৰাম জয় ৯৭-৯৯, বিষচিকিৎসা ১০০, পুৰুষৰ জননাংগ উন্নতকৰণ ১০১, স্ত্ৰীৰ বশীকৰণ ১০২, যুদ্ধ জয় ১০৩,১০৪, শ্লেষ্মাদি ৰোগ নিবাৰণ ১০৫, অগ্নিনিবাৰণ ১০৬, ৰক্ষাপ্ৰাৰ্থনা ১০৭, মেধাকামনা ১০৮, বাতৰোগৰ চিকিৎসাত

**সপ্তমকাণ্ড ঃ** (পৃষ্ঠা ১৬৯-২০৬)

নিবাৰণ ৭৪, গাইৰ পুষ্টিবিধান ৭৫, ৰাজযক্ষ্মা, গণ্ডমালানিবাৰণ ৭৬, মৰুৎগণৰ স্তুতি ৭৭, নানা ৰোগমুক্তিৰ মন্ত্ৰ ৭৮, অমাৱস্যা আৰু পূৰ্ণিমাসম্পৰ্কীয় সূক্ত ৭৯,৮০, সমৃদ্ধিৰ অৰ্থে চন্দ্ৰ,সূৰ্য আদিৰ স্তুতি ৮১, সৰ্বসম্পদ কামনাৰে অগ্নিস্তুতি ৮২, বৰুণপাশ মোচন ৮৩, বিভিন্ন অগ্নিযাগ আৰু ইন্দ্ৰমহযজ্ঞৰ মন্ত্ৰ ৮৪-৮৭, সৰ্পবিষনাশন ৮৮, বিবিধ স্নানৰ মন্ত্ৰ ৮৯, পৰস্ত্ৰী সম্ভোগৰ শাস্তি ৯০, গ্ৰামকামী লোকৰ ইন্দ্ৰযাগ ৯১-৯৮, বেদীৰ স্তুতি ৯৯, দুঃস্বপ্ননাশন ১০০,১০১, মৃত্যুঞ্জয় আৰু পুষ্টিৰ কামনা ১০২-১০৪, উপনয়নৰ বালকৰ প্ৰতি ১০৫, যজ্ঞকৰ্ম বিস্মৰণৰ প্ৰায়শ্চিত্ত ১০৬, শ্লেষ্মাদিৰ নিবাৰণ ১০৭, অভিচাৰ কৰ্ম ১০৮, দ্যূতজয় কৰ্ম ১০৯, সফলতা কামনাৰে অগ্নি আৰু ইন্দ্ৰৰ স্তুতি ১১০, বৃষোৎসৰ্গৰ মন্ত্ৰ ১১১, পাপমুক্তিৰ বাবে জলৰ স্তুতি ১১২, স্ত্ৰী-পুৰুষৰ বিদ্বেষ উৎপাদন ১১৩, ৰক্ষোগ্ৰহ, জ্বৰ আদি নিবাৰণ ১১৪-১১৮।

অষ্টমকাণ্ড (পৃষ্ঠা ২০৭—২২৮)

উপনয়ন ১,২, ৰাক্ষস-পিশাচাদি নিবাৰণ ৩,৪, তিলকমণিৰ দ্বাৰা কৃত্যানাশ ৫, গৰ্ভিণীৰ মঙ্গলবিধান ৬, যক্ষ্মা আদিৰ চিকিৎসা ৭, শত্ৰুভয়নাশন ৮, বিৰাটপুৰুষ সম্পৰ্কীয় সূক্ত ৯,১০।

নৱমকাণ্ড (পৃষ্ঠা ২২৯—২৪৭)

গোৰূপে মধুকশাৰ বৰ্ণনা ১, কামসূক্ত ২, গৃহদান যজ্ঞৰ মন্ত্ৰ ৩, বৃষোৎসৰ্গৰ মন্ত্ৰ ৪, পঞ্চৌদন যজ্ঞত অৰ্পণ কৰা ছাগৰ প্ৰশংসা ৫, অতিথিসেৱা প্ৰশংসা ৬, গোষ্ঠকৰ্মৰ মন্ত্ৰ ৭, শিৰৰ ৰোগৰ মন্ত্ৰ ৮, অস্য ৱামস্য সূক্ত (আত্মাবিষয়ক) ৯,১০।

দশমকাণ্ড (পৃষ্ঠা ২৪৮—২৬৮)

কৃত্যাপৰিহাৰ ১, পুৰুষমেধাৰ প্ৰয়োগ কৰা মন্ত্ৰত মনুষ্যৰ মাহাত্ম্য ২, বৰণবৃক্ষনিৰ্মিত মণি ৩, সৰ্পবিষৰ চিকিৎসা ৪, অভিচাৰকৰ্ম ৫, খদিৰকাঠেৰে নিৰ্মিত মণি ৬, স্কম্ভসূক্ত ৭,৮, শতৌদন যজ্ঞৰ মন্ত্ৰ ৯, বশাগাইৰ প্ৰশংসা ১০।

একাদশকাণ্ড (পৃষ্ঠা ২৬৯—২৯৪)

ব্ৰহ্মৌদনযজ্ঞৰ মন্ত্ৰ ১, নানা স্বস্ত্যয়ন কৰ্মত ৰুদ্ৰৰ স্তুতি, অন্নৰ দ্বাৰা অভিচাৰ ৩, প্ৰাণসূক্ত ৪, ব্ৰহ্মচাৰীৰ মাহাত্ম্য ৫, বিবিধ শান্তিকৰ্ম ৬, উচ্ছিষ্ট সূক্ত(ব্ৰহ্মবিষয়ক) ৭, শৰীৰস্থ আত্মাৰূপ ব্ৰহ্মৰ উপদেশ ৮, শত্ৰুজয়কৰ্ম ৯,১০।

# ।। অথৰ্ব্ববেদ ।।

## প্ৰথম কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

ঋষি—অথৰ্ব দেৱতা—বাচস্পতি। ছন্দ—অনুষ্টুপ, বৃহতী।)

যি ত্ৰিষপ্তই [১] অসংখ্য ৰূপ ধাৰণ কৰি সৰ্বত্ৰ পৰিভ্ৰমণ কৰিছে, সেইসকলৰ (অসাধাৰণ) বল বাচস্পতি দেৱে আজি মোক প্ৰদান কৰক।।১।। হে বাচস্পতি, তুমি দীপ্তিমান মনৰ সৈতে পুনৰ আহাঁ ; হে বসোস্পতি [1], তুমি তাক মোত নিৰিষ্ট কৰাঁ; উপাধ্যায়ৰপৰা মই বেদাদি শাস্ত্ৰ শুনিছিলোঁ, সেই শ্ৰুত কথা যেন মোতে স্থিত হৈ থাকে।।২।। (হে বাণীৰ অধিষ্ঠাতা), গুণ লগোৱা ধনুৰ মূৰ দুটা ওচৰ চাপি অহাৰ দৰে তুমি ইয়াতে বিস্তাৰিত কৰি (পবিত্ৰ জ্ঞান মোৰ) ওচৰ চপাই দিয়াঁ। বাচস্পতিয়ে (মোৰ জ্ঞান) সুদৃঢ় কৰক; বেদাদি শ্ৰুত জ্ঞান মোতে স্থিত হওক।।৩।। বাচস্পতিক আহ্বান কৰা হৈছে; বাচস্পতিয়েও আমাক আহ্বান কৰক। আমি যেন বেদাদি শ্ৰুত জ্ঞানৰ লগত জড়িত হৈ থাকোঁ; সেই শ্ৰুত জ্ঞানৰ পৰা মই যেন কেতিয়াও বিচ্যুত নহওঁ।

### দ্বিতীয় সূক্ত (২)

(ঋষি অথৰ্ব দেৱতা—পৰ্জন্য [2]। ছন্দ-অনুষ্টুপ্, গায়ত্ৰী)

আমি (জগতৰ) পোষণকাৰী পৰ্জন্য এই শৰৰ (খাগৰি বন বা বাণৰ) পিতৃ বুলি জানো ; আমি বহুৰূপবিশিষ্ট পৃথিৱী ইয়াৰ মাতৃ বুলি ভালকৈ জানো

---

১। সায়ণাচাৰ্যই এই শব্দটোৰ অনেক অৰ্থ কৰিছে। প্ৰথমতে ভাষ্যকাৰজনে শব্দটোৰ অৰ্থ 'ত্ৰি (তিনি) অথবা সপ্ত, (সাত)' বুলি অনুমান কৰিছে। তিনি জগৎ, তিনিগুণ, তিনিজন শ্ৰেষ্ঠদেৱ, অথবা সপ্ত ঋষি, সপ্ত গ্ৰহ, সপ্ত মৰুৎ, সপ্ত ভুবন, সপ্ত ছন্দ ইত্যাদি। তেওঁ দ্বিতীয়তে 'ত্ৰি-সপ্ত' (অৰ্থাৎ তিনিটা সাতৰ সমষ্টি) অৰ্থ হ'ব পাৰে বুলিছে। যেনে সপ্ত সূৰ্য (তৈঃ আঃ ১/৭/১), সপ্ত ঋত্বিক, সপ্ত সূৰ্য আদিত্য (তৈঃ আঃ ১/১৩/৩) ঋগ্বেদ ৯/১১৪/৩); অথবা সপ্তনদী, সপ্ত ভুবন, সপ্তদিশ (তৈঃ আঃ ২/৮/৩); অথবা সপ্তগ্ৰহ সপ্তঋষি আৰু সপ্ত মৰুৎ। তৃতীয়তে ১২ মাহ+৫ ঋতু+৩, ভুবন + ২১; অথবা ৫ মহাভূত + পঞ্চপ্ৰাণ + পঞ্চ কৰ্মেন্দ্ৰিয় + অন্তঃকৰণ।।

।।১।। হে ধনুৰ গুণ[২], তুমি আমাৰ ফালে ভাঁজ লোৱাঁ; নিজকে শিল যেন কৰি তোলাঁ ; কঠোৰ হৈ তুমি (আমাৰ পৰা) শত্ৰু আৰু দ্বেষকাৰীবিলাকক আঁতৰ কৰি ৰাখাঁ।। ২।। ধনুৰ গুণে যেনেকৈ ধনুৰ্দণ্ডত আৰোপিত হৈ শাণিত শৰ শত্ৰুৰ ফালে নিক্ষেপ কৰে [৩] (অথবা ৰৌদ্ৰপীড়িত গাই আদিয়ে যেনেকৈ ততাতৈয়াকৈ ছায়াযুক্ত গছৰ আশ্ৰয় লয়) তেনেকৈয়ে হে ইন্দ্ৰদেৱতা, তুমি আমাক (শত্ৰুৱে প্ৰয়োগ কৰা) শৰ আৰু ক্ষেপণাস্ত্ৰৰ পৰা আঁতৰত ৰাখাঁ।।৩।। যিদৰে দ্যুলোক আৰু ভূলোকৰ মাজত বাঁহগছে অৱস্থান কৰে, সেইদৰে (অন্য) ৰোগ তথা অতিসাৰ ৰোগৰ মাজত (ব্যৱধান হৈ) মুঞ্জ মেখলাই (কৰ্কাল বন্ধা মুঞ্জঘাঁহেৰে বতা ৰছী) অৱস্থান কৰক।। ৪।।

## তৃতীয় সূক্ত (৩)

ঋষি—অথৰ্বা। দেৱতা—পৰ্জন্য, মিত্ৰ আদি। ছন্দ—পংক্তি, অনুষ্টুপ্।)

আমি অপৰিমিত বীৰ্যসম্পন্ন পৰ্জন্যদেৱক শৰ বনৰ পিতৃ বুলি জানো। (হে ৰোগী,) এই শৰৰ দ্বাৰা তোমাৰ কল্যাণ সাধন কৰোঁ; তোমাৰ (শৰীৰত অৱৰুদ্ধ হৈ থকা) মূত্ৰ শব্দ কৰি বাহিৰ হৈ মাটিত পৰক। (এই শৰৰ দ্বাৰা ইত্যাদি বাক্য পঞ্চম মন্ত্ৰ পৰ্যন্ত দ্বিতীয় বাক্য ৰূপে যোগ দি ল'ব)।।১।। অশেষ বীৰ্যশালী মিত্ৰক শৰবনৰ পিতৃ বুলি জানো; এই শৰৰ দ্বাৰা ইত্যাদি।। ২।। অনন্তবীৰ্যশালী বৰুণক আমি শৰবনৰ পিতৃ বুলি জানো। এই শৰৰ দ্বাৰা ইত্যাদি।।৩।। অশেষ বীৰ্যসম্পন্ন চন্দ্ৰক আমি শৰবনৰ পিতৃ বুলি জানো। এই শৰৰ দ্বাৰা ইত্যাদি।।৪।। অনন্ত বীৰ্যযুক্ত সূৰ্যক আমি শৰবনৰ পিতৃ বুলি জানো। এই শৰৰ দ্বাৰা ইত্যাদি।।৫।। তোমাৰ অন্ত্ৰসমূহত আৰু গৱিনী নামৰ নাড়ীদ্বয়ত যি মূত্ৰ আবদ্ধ হৈ আছে, সি শীঘ্ৰে কল্‌কল্ শব্দ কৰি ওলাই আহক।।৬।। সৰু জলাশয়ৰ পানী ওলাই যাবৰ কাৰণে নলা খান্দি দিয়াৰ দৰে মই তোমাৰ মূত্ৰ বাহিৰ হোৱা বাট মুকলি কৰি দিছোঁ; তোমাৰ আবদ্ধ হৈ থকা মূত্ৰ শব্দ কৰি বাহিৰ হৈ আহক।।৭।। মই জলধাৰক সমুদ্ৰৰ নিচিনা তোমাৰ মূত্ৰাশয়ৰ পথ মুকলি কৰি দিছোঁ। তোমাৰ আবদ্ধ হৈ থকা ইত্যাদি বাক্যটোৰ দৰে।।৮।। ধনুৰপৰা মাৰি পঠোৱা শৰ লক্ষ্য-স্থানত ততালিকে পৰেগৈ, সেইদৰে তোমাৰ আবদ্ধ হৈ থকা ইত্যাদি (আগৰ দৰে)।।৯।।

২। মূলত থকা 'জ্যাকা' শব্দৰ অৰ্থ সায়ণে "চৰাচৰ লগত য'ত বিলীন হৈ থাকে সেই প্ৰকৃতি" বুলি অৰ্থ কৰিছে। কৌশিক সূত্ৰ (১৪/১৩) অনুসাৰে ধনুৰ গুণ এই অনুষ্ঠানত ব্যৱহাৰ কৰা হয়।
৩। সায়ণে বৃক্ষ শব্দৰ অৰ্থ ধনুৰ্দণ্ড আৰু ছায়াযুক্ত বৃক্ষ, 'গাৱ' শব্দৰ অৰ্থ ৰ'দত কষ্ট পোৱা পশু বুলি ব্যাখ্যা কৰিছে।

## চতুৰ্থসূক্ত (৪)

(ঋষি—সিন্ধুদ্বীপ অথবা কৃতি। দেৱতা—জলসমূহ। ছন্দ—গায়ত্ৰী, বৃহতী।)

যজ্ঞকৰ্তাসকলৰ মাতৃ আৰু ভগিনীৰ নিচিনা জলদেৱতাসকলে মধুৰে সৈতে জল মিশ্ৰিত কৰি নিজ পথেৰে গতি কৰে।।১।। সৌ সূৰ্যমণ্ডলত যি জল থাকে অথবা যি জলৰ লগত সূৰ্য থাকে, সেই জলসমূহে আমাৰ যাগকৰ্ম সফল কৰক।।২।। মই দেৱীৰূপা জলক আহ্বান কৰিছোঁ সেই জলেৰে পূৰ্ণ নদী আদিত আমাৰ গৰু-গাইবোৰে পানী খায়। নদীসমূহৰ উদ্দেশ্যে আমি অৰ্চনা কৰা উচিত। জলসমূহত অমৃত নিহিত হৈ আছে; জলসমূহত ঔষধ সোমাই আছে ; জলৰ প্ৰশস্তিৰ দ্বাৰা অশ্বগণ শক্তিসম্পন্ন হওক, গাইবিলাক শক্তিশালী হওক।।৪।।

## পঞ্চম সূক্ত (৫)

(ঋষি, দেৱতা পূৰ্বসূক্তৰ দৰে। ছন্দ—গায়ত্ৰী।)

হে জলসমূহ, যিহেতু তোমালোক সৰ্বসুখৰ দাতা, তোমালোকে আমাক প্ৰাণবলৰ অধিকাৰী কৰা আৰু মহৎ ৰমণীয় তত্ত্বত আমাক স্থিত কৰোৱা।।১।। তোমালোকৰ মাজত যি সাৰভূত ৰস আছে, ব্যগ্ৰতাপূৰ্ণ মাতৃৰ দৰে তোমালোকে আমাক ইহলোকত সেই ৰস (স্তনদুগ্ধৰ দৰে) পান কৰোৱা।। ২।। হে জলদেৱতাসকল, যি অন্ন আদিক বৃদ্ধিৰ অৰ্থে তোমালোক জলদান কৰা, সেই অন্নপ্ৰাপ্তিৰ উদ্দেশ্যে আমি যাতে তোমালোকক লাভ কৰিব পাৰোঁ।।৩।। সুখসাধনৰ নিয়ন্তা মানুহৰ শাসনকাৰী হে জলদেৱতাগণ, আমি তোমালোকক ব্যাধিনিবাৰক ঔষধ প্ৰাৰ্থনা কৰিছোঁ।।৪।।

## ষষ্ঠসূক্ত (৬)

(ঋষি—দেৱতা পূৰ্বসূক্তৰ দৰে। ছন্দ—গায়ত্ৰী, পংক্তি)

জলদেৱতাগণে আমাৰ অভীষ্ট সিদ্ধিৰ কাৰণে আৰু তৃষ্ণা নিবাৰণৰ কাৰণে আমাৰ মংগল বিধান কৰক; তেওঁলোকে আমাৰ প্ৰতি কৰুণাৰ ধাৰা বোৱাই দিয়ক।।১।। জলত সকলো প্ৰকাৰৰ ঔষধ আৰু সমস্তৰে কল্যাণকাৰক অগ্নি বিদ্যমান — এই কথা মোক সোমদেৱতাই কৈছে।।২।। হে জলসমূহ, মোৰ (ৰোগ উপশমৰ) কাৰণে তোমালোকে ঔষধ পঠাই দিয়াঁ, মোৰ শৰীৰ ৰক্ষা কৰাঁ, যাতে মই সুদীৰ্ঘ কাল সূৰ্যক দৰ্শন কৰি থাকিবলৈ পাওঁ।।৩।। সমতলত থকা জলৰাশিয়ে আমাক সুখ দান কৰক; জলাহ ঠাইৰ জলৰাশিয়েও আমাক সুখদান কৰক; (কোৰ আদিৰে) খনা জলাশয়ৰ পানী সুখকৰ হওক; পাত্ৰেৰে অনা পানী সুখকৰ হওক আৰু বৰষুণৰ পানী সুখকৰ হওক।।৪।।

# দ্বিতীয় অনুবাক

## সপ্তম সূক্ত (৭)[৪]

(ঋষি—চাতন। দেৱতা— অগ্নি, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

হে অগ্নি, আমি যিসকল দেৱতাক স্তুতি কৰোঁ, তুমি সেইসকলক এই ফালে লৈ আহাঁ ; যাতুধান আৰু কিমীদিনসমূহক[৫] আঁতৰাই নিয়াঁ। হে দ্যোতমান অগ্নি, দস্যুবিলাকক বিনাশ কৰি তুমি আমাৰ বন্দিত হৈছা।।১।। উৎকৃষ্ট স্থাননিবাসী, জাত মাত্ৰৰে জ্ঞাতা, আত্মসংযমী হে অগ্নি, তুমি আমাৰ উত্তম হৱনীয় ভাগ গ্ৰহণ কৰাঁ আৰু যাতুধানবিলাকক ৰোদন কৰোৱাঁ।।২।। যাতুধানবিলাকক বিলাপ কৰোৱাঁ ; ইফালে সিফালে ঘূৰি ফুৰা কিমীদিনবিলাকক নাশ কৰাঁ। তাৰ পিছত, হে অগ্নি, ইন্দ্ৰদেৱৰ সৈতে তুমি আমাৰ হৱি গ্ৰহণ কৰাঁ।।৩।। অগ্নি সৰ্বপ্ৰথমে (শত্ৰুসংহাৰত) প্ৰবৃত্ত হওক ; তাৰ পাছত বাহুবলী ইন্দ্ৰ আগ বাঢ়ক। প্ৰত্যেকজনেই এনে একোটা যাতুধান পাওক, যি মই অমুক বুলি আত্মাসমৰ্পণ কৰিব।।৪।। হে জাতৱেদা[3], আমি সততে তোমাৰ বীৰ্য দেখিবলৈ পাইছোঁ। হে নৃচক্ষ (মানুহৰ তত্বাৱধান লওঁতা) তুমি যাতুধানবিলাকক আমাৰ পৰা আঁতৰি যাবলৈ কোঁৱা। তোমাৰ দ্বাৰা সন্তপ্ত হৈ সিহঁতে নিজৰ অপৰাধ স্বীকাৰ কৰি সমুখলৈ আহক।।৫।। হে জাতৱেদা, তুমি আমাৰ কৰ্ম সাধন কৰাঁ ; আমাৰ হিতৰ অৰ্থেই তোমাৰ আৱিৰ্ভাৱ হৈছে। আমাৰ দূত হৈ, হে অগ্নি তুমি যাতুধানবিলাকক বিলাপ কৰোৱাঁ।।৬।। হে অগ্নি, তুমি যাতুধানবিলাকক (পাশ আদিৰে) বান্ধি ইয়ালৈ লৈ আহাঁ। তাৰ পিছত ইন্দ্ৰই তেওঁৰ বজ্ৰেৰে সিহঁতৰ মূৰবিলাক ছিঙি পেলাওক।।৭।।

## অষ্টম সূক্ত (৮)

(ঋষি, ছন্দ—পূৰ্ব সূক্তৰ অনুৰূপ। দেৱতা—বৃহস্পতি আদি)

নদীৰ সোঁতে ফেন-পুঞ্জ উটুৱাই নিয়াৰ দৰে (আমি সমৰ্পণ কৰা) এই হৱিয়ে যাতুধানবিলাকক আঁতৰাই নিয়ক। পুৰুষেই হওক বা স্ত্ৰীয়েই হওক, যেয়ে এনেকুৱা

৪। একোটা কাণ্ডৰ সকলো সূক্ত অনুবাক নিৰ্বিশেষে একে ক্ৰমত সংখ্যাভুক্ত কৰা ব্যৱস্থাটো অধিকভাৱে প্ৰচলিত।

৫। যাতুধান আৰু কিমীদিন ৰাক্ষসৰ প্ৰজাতি বিশেষ। দ্ৰষ্টব্য "বৈদিক মাইথোলোজী" (এ, এ মেকডনেলৰ মূলগ্ৰন্থৰ হিন্দী অনুবাদ); ৭০ অনুচ্ছেদ।

অভিচাৰ কৰে, তেৱেঁই তোমাৰ স্তুতি কৰক।।১।। এই শত্ৰুৰ দ্বাৰা পীড়িত মানুহজনে স্তুতি কৰি আহিছে ; তোমালোকে তেওঁক (আশ্ৰিত বুলি) গ্ৰহণ কৰাঁ। হে বৃহস্পতি, তুমি (আমাৰ শত্ৰুবিলাকক) বশ কৰাঁ ; হে অগ্নি আৰু সোম দেৱতা, তোমালোকে সিহঁতক বিন্ধি পেলোৱাঁ।।২।। হে সোমপায়ী দেৱতা, তুমি যাতুধানৰ সন্ততিবোৰ বিনাশ কৰাঁ আৰু তাক এইফালে লৈ আহাঁ। চিঞৰি চিঞৰি তাৰ ওপৰ চকু আৰু তলৰ চকু নিপাতিত কৰাঁ।।৩।। হে অগ্নি, তুমি গুহাত লুকাই থকা নৰখাদকবিলাকৰ সন্তান-সন্ততিবোৰ ক'ত আছে জানা ; হে জাতবেদা, তুমি মন্ত্ৰৰ দ্বাৰা বৃদ্ধি লাভ কৰি শত প্ৰকাৰে সিহঁতক বিকল কৰি দিয়া ; সিহঁতক বধ কৰাঁ।।৪।।

## নৱম সূক্ত (৯)

(ঋষি—অথৰ্বা। দেৱতা—বসুগণ[4] আদি। ছন্দ—ত্ৰিষ্টুপ্।)

এই ব্যক্তিক বসুগণ, ইন্দ্ৰ, পূষা[5], বৰুণ, মিত্ৰ[6] আৰু অগ্নিয়ে পৰম ধন দান কৰক। আদিত্যগণ[7] আৰু বিশ্বদেৱগণে[8] এওঁক পৰম জ্যোতি দান কৰক।।১।। হে দেৱগণ, এই ব্যক্তিৰ ফালে সূৰ্য, অগ্নি আৰু সুবৰ্ণ (আদিৰ জ্যোতি) স্থিত হওক, এওঁৰ শত্ৰুবিলাক এওঁতকৈ হীন হওক। এওঁক শ্ৰেষ্ঠ সুখৰ স্থানলৈ (স্বৰ্গলৈ) আৰোহণ কৰাওঁক।।২।। হে জাতবেদা, তুমি উত্তম মন্ত্ৰেৰে সৈতে আহুতি দিয়া (ঘৃতাদি) ৰস ইন্দ্ৰক প্ৰদান কৰাঁ ; সেই মন্ত্ৰেৰে তুমি এই উপাসক ব্যক্তিক ইহলোকত সমৃদ্ধ কৰাঁ; এওঁৰ নিজৰ সম পৰ্যায়ৰ (জাতিৰ) লোকৰ মাজত শ্ৰেষ্ঠ স্থানত প্ৰতিষ্ঠা কৰাঁ।।৩।। হে অগ্নি, (তোমাৰ অনুগ্ৰহত) মই শত্ৰুবিলাকৰ যজ্ঞৰ ফল, কান্তি, ধনৰ প্ৰাচুৰ্য তথা চিত্ত হৰণ কৰিছোঁ। শত্ৰুবিলাক আমাৰ অধীন হওক আৰু এই ব্যক্তিক দুখৰহিত স্থানত আৰোহণ কৰোৱাঁ।।৪।।

## দশম সূক্ত (১০)

(ঋষি—অথৰ্বা। দেৱতা—অসুৰ, বৰুণ[9]। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

এই অসুৰ[*] দেৱতাসকলৰ ভিতৰত বিশেষভাৱে বিৰাজিত হৈ আছে। সত্য বৰুণ ৰজাৰ অধীন। গতিকে মন্ত্ৰৰদ্বাৰা বলীয়ান হৈ মই বৰুণদেৱৰ প্ৰচণ্ড ক্ৰোধৰপৰা

৬। সায়ণে অসুৰ শব্দৰ তিনিপ্ৰকাৰ অৰ্থ কৰিছে (ঋঃ ১/৫৫/৩)— ১। অসুৰ ঃ শত্ৰূণাং নিৰসিতা (শত্ৰুবিনাশক); (২) অসুঃ প্ৰাণো বলং ৰা তদ্বান্ (প্ৰাণবান, বলবান); অসৰ প্ৰাণাঃ তেন চ অপঃ লক্ষ্যন্তে তান্ৰাতি দদাতি ইতি অসুৰঃ (বৃষ্টিদাতা)।

এই মানুহজনক সকলোৱাই আনিছোঁ।।১।। হে বৰুণ ৰজা, তোমাৰ ক্ৰোধলৈ নমস্কাৰ কাৰণ হে উগ্ৰ শাসক, তুমি সমস্ত (প্ৰাণীয়ে কৰা) দ্ৰোহৰ কথা জানা। মই অন্য সহস্ৰজনকো আনিছোঁ। তোমাৰ (বুলি স্বীকৃত) এই ব্যক্তি যেন শত শৰৎ জীয়াই থাকে।।২।। (হে ৰোগপীড়িত ব্যক্তি,) জিভাৰে যিবিলাক অসত্য ভাষণ কৰা হ'ল আৰু তাৰ দ্বাৰা বহুত পাপ কৰা হ'ল (কাৰণে ক্ৰুদ্ধ হোৱা) সত্যধৰ্মৰ পালক ৰজা বৰুণৰ পাশৰ পৰা মই তোমাক মুক্ত কৰিলোঁ। মই তোমাক অগ্নিৰ (কোপৰ) পৰা, জলৰ অধিপতিৰ কোপৰ পৰা মুক্ত কৰিছোঁ। হে উগ্ৰ বৰুণদেৱ, তুমি তোমাৰ অনুচৰবৰ্গক কৈ দিয়াঁ (যাতে এই মানুহজনক উৎপীড়ন নকৰে), আমাৰ স্তুতিত তুষ্ট হোৱাঁ আৰু আমাৰ অপৰাধ ক্ষমা কৰাঁ।

## একাদশ সূক্ত (১১)

(ঋষি—অথৰ্বা। দেৱতা-পূষা আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—পংক্তি, অনুষ্টুপ্।)

হে পূষা দেৱতা, এই জন্মকৰ্মত, অৰ্যমাই (এজন সুদক্ষ হোতাৰ দৰে অথবা) আৰু ব্ৰহ্মাই তোমাৰ উদ্দেশ্যে বষট্ উচ্চাৰণ (কৰি হবিঃ প্ৰদান) কৰক। এই নাৰীয়ে যাতে কুশলে সন্তান জন্ম দি কষ্টৰপৰা মুক্তি পায়। যাতে তেওঁৰ পৰ্বসমূহ প্ৰসৱৰ অৰ্থে বিচ্ছিন্ন হৈ পৰে।।১।। দ্যুলোকৰ চাৰি দিশ আৰু ভূলোকৰ চাৰি দিশ, (সেই দিশসমূহৰ অধিষ্ঠাতা) দেৱতাসকলে প্ৰথমতে গৰ্ভ সৃষ্টি কৰিছিল। তেওঁলোকে যেন তাক বাহিৰ হৈ আহিবৰ কাৰণে আৱৰণমুক্ত কৰি দিয়ে।।২।। (হে পূষা দেৱতা,) তাক মুকলি কৰি দিয়াঁ ; আমি গৰ্ভৰ মুখ উন্মুক্ত কৰি দিছোঁ, তুমি সূষণা আৰু বিষ্কলা (নামৰ গৰ্ভিণীৰ অংগ) শিথিল কৰি দিয়াঁ।।৩।। মজ্জা, মাংস, চৰ্বি, একোৰে লগত এই জৰায়ু (জল, গৰ্ভস্থ সন্তান আৱৰি থকা ছাল) লাগি থকা নাই। পানীৰ ওপৰত থকা শেলাইৰ নিচিনা এই আৱৰণটো কিহবাই খাই পেলাবৰ কাৰণে তললৈ সৰি পৰক।।৪।। (হে প্ৰসূতী নাৰী); মই তোমাৰ গৰ্ভ বাহিৰ হ'বলগীয়া বাট মুকলি কৰি দিছোঁ ; প্ৰতিবন্ধক নাড়ীবোৰ ঢিলাই দিছোঁ ; মাতৃ আৰু পুত্ৰক বিচ্ছিন্ন কৰি দিছোঁ। জৰায়ুটো পেটৰপৰা ওলাই তলত সৰি পৰক।।৫।। বায়ুৰ দৰে, মনৰ দৰে, চৰাইৰ দৰে (অপ্ৰতিহত গতিৰে), হে গৰ্ভস্থ

শিশু, তুমি আচ্ছাদক জৰায়ুৰ সৈতে গৰ্ভৰপৰা বাহিৰ হৈ আহাঁ, জৰায়ুটোও তললৈ সৰি পৰক।।৬।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা—যক্ষ্মানাশন [10]। ছন্দ—জগতী, ত্রিষ্টুপ্, অনুষ্টুপ্)

জৰায়ুৰপৰা উৎপন্ন হোৱা (জীৱসমূহৰ পূৰ্বে আবিৰ্ভূত অথবা) সৰ্বপ্ৰথম ৰক্তিম বৃষভটো (অথবা সূৰ্য) বায়ুৰ দৰে শীঘ্ৰগামী আৰু অনন্ত বলসম্পন্ন, সেই বৃষভ মেঘক গৰ্জন কৰাই বৃষ্টিৰে সৈতে আহে। তেওঁ আমাৰ শৰীৰৰ প্ৰতি অনুগ্ৰহ কৰক। সেই সৰল গতিৰে চলা সূৰ্যই এক শক্তি হৈও তিনি প্ৰকাৰে পদক্ষেপ কৰে।।১।। প্ৰতি শৰীৰতে (স্বকীয়) জ্যোতিৰে ব্যাপ্ত হৈ থকা (হে সূৰ্য,) তোমাক আমি হৱিৰদ্বাৰা অৰ্চনা কৰিছোঁ। এই মানুহজনৰ গাৰ যোৰাবোৰ বিকল কৰি দিয়া গ্ৰাহকাৰী আক্ৰোশী শক্তিসমূহকো আমি হৱিৰদ্বাৰা অৰ্চনা কৰিছোঁ।।২।। তুমি এই মানুহজনক তেওঁৰ অঙ্গে অঙ্গে সোমাই পৰা মূৰ কামোৰণি আৰু কাহ-কফৰপৰা মুক্ত কৰাঁ। বৰষুণৰ কাৰণে হোৱা যি (শ্লেষ্মাজনিত) ৰোগ, বায়ুজনিত বাতৰোগ আৰু পিত্তজনিত ৰোগসমূহ (নিৰ্জন) গছ-গছনি আৰু পৰ্বতসমূহলৈ গুচি যাওক।।৩।। মোৰ শৰীৰৰ ওপৰ অংশৰ কল্যাণ হওক ; মোৰ শৰীৰৰ নিম্ন অংশৰ কল্যাণ হওক ; মোৰ (হাত, ভৰি, এই) চাৰি অংগৰ কল্যাণ হওক ; মোৰ শৰীৰে সুখ লাভ কৰক।।৪।

## ত্রয়োদশ সূক্ত (১৪)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—বিদ্যুৎ। ছন্দ—অনুষ্টুপ্, জগতী-পংক্তি)

বিজুলীক নমস্কাৰ জনাইছোঁ, মেঘৰ গাজনিক নমস্কাৰ জনাইছোঁ, যাৰদ্বাৰা তুমি দুখদায়কবিলাকক আঘাত কৰা সেই বজ্ৰক নমস্কাৰ জনাইছোঁ।।১।। উচ্চতাৰ পুত্ৰ, (পৰ্জন্য) তোমাক নমস্কাৰ ; তুমি তপ (বা তাপ) সংগ্ৰহ কৰি ৰাখা। আমাৰ প্ৰতি অনুগ্ৰহশীল হোৱাঁ, আমাৰ সন্তানসকলক দয়া কৰাঁ। হে প্ৰৱতৰ (উচ্চতাৰ) পুত্ৰ, তোমাক নমস্কাৰ। গুহাৰ দৰে অগম্য তোমাৰ শ্ৰেষ্ঠ নিবাসস্থানৰ কথা আমি জানো। (দেহৰ ভিতৰত) নাভিচক্ৰৰ দৰে তুমি (অন্তৰীক্ষৰূপী) সমুদ্ৰ অৱস্থিত।।৩।। সমস্ত দেৱগণে বলত সম্পন্ন তোমাক নিক্ষেপ কৰিব পৰা বাণ ৰূপে সৃষ্টি কৰিছে ; (হে অশ্নি) দেৱী, সভাত তোমাৰ গুণ কীৰ্তন কৰা হয়, তুমি আমাৰ প্ৰতি প্ৰসন্ন হোৱাঁ। তোমালৈ আমাৰ নমস্কাৰ।।৪।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—যম। ছন্দ—অনুষ্টুপ্।)

গছৰপৰা ফুল সংগ্ৰহ কৰাৰ দৰে মই এই নাৰীৰ ভাগ্য আৰু তেজস্বিতা স্বীকাৰ কৰি লৈছোঁ। সুদৃঢ় ভেটিৰ পৰ্বতৰ দৰে এওঁ পিতৃসকলৰ গৃহত স্থিৰ হৈ বাস কৰি থাকক।।১।। হে যমৰজা, এই কন্যা তোমাৰ বধূ ; তুমি এই কন্যাক এতিয়া ত্যাগ কৰাঁ (স্বামীৰ দ্বাৰা বিতাড়িত) এই কন্যা মাতৃ, পিতৃ আৰু ভ্ৰাতৃৰ গৃহত আবদ্ধ হৈ থাকক।।২।। হে ৰাজন্, এওঁ তোমাৰ কুল ৰক্ষাকাৰিণী, আমি তেওঁক তোমাকে অৰ্পণ কৰিছোঁ। এওঁ শিৰ মাটিত নপৰালৈকে (মৃত্যু পৰ্যন্ত) পিতৃসকলৰ গৃহত বাস কৰি থাকক।।৩।। মাইকী মানুহে নিজৰ ধন-ৰত্ন বাকচত লুকুৱাই থোৱাৰ দৰে মই (হে পতিৰ অমনোনীত নাৰী,) তোমাৰ ভাগ্যখন অসিত, গয় আৰু কশ্যপ ঋষিৰ মন্ত্ৰেৰে ঢাকি দিছোঁ।।৪।।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—অথৰা। দেৱতা—সিন্ধু আদি মন্ত্ৰত উল্লিখিতসকল, ছন্দ—অনুষ্টুপ্, পংক্তি।)

(আমাৰ অনুকূল হৈ) সকলো নদী একেলগে বৈ থাকক, বায়ুসমূহ একেলগে বলি থাকক, চৰাই- চিৰিকতিবোৰে মিলি-জুলি বিচৰণ কৰক। পূৰ্বৰ সমস্ত দেৱতাই মোৰ এই যজ্ঞত তৃপ্ত হওক, মই ধাৰেৰে বৈ থকা ঘৃতাদিৰে হোম কৰিছোঁ।।১।। (হে দেৱতাসকল,) মোৰ আহ্বানক্ৰমে তোমালোক ইয়ালৈ আহাঁ ; ইয়ালৈ একেলগে আহাঁ, আমাৰ স্তুতিবাক্য সমৃদ্ধ কৰাঁ। এই জগতত থকা সকলো পশু ইয়ালৈ আহক, ইয়াত থকা সকলো ধন এওঁতে স্থিত হওক।।২।। নদীসমূহত যি জলৰাশি (কোনো সময়তে) শুকাই নোযোৱাকৈ একত্ৰে প্ৰবাহিত হৈ আছে, সেই জলৰাশিয়ে আমালৈ (পশু আদি) ধন ধাৰেৰে বোৱাই আনক।।৩।। বৈ থকা ঘৃত, দুগ্ধ আৰু জলৰ যি প্ৰবাহ, সেইবিলাকৰদ্বাৰা আমি যেন সমস্ত ধন-ধান একেৰাহে পাই থাকোঁ।।৪।।

## ষোড়শ সূক্ত (১৬)

(ঋষি—চাতন। দেৱতা—অগ্নি, বৰুণ আদি। ছন্দ—অনুষ্টুপ্)

মানুহৰ ঘাতক (অনিষ্টকাৰক) যিবিলাক ৰাক্ষস পিশাচ অমাবস্যা ৰাতি ঘূৰি ফুৰে, শত্ৰুহন্তা তুৰীয়[11] অগ্নিয়ে আমাক (সেইবিলাকৰ পৰা) অভয় দিয়ক।।১।। বৰুণে

সীহৰ গুণ গাইছে। অগ্নিয়ে সীহৰ সহায় লৈছে ; ইন্দ্ৰই মোক সীহ দান কৰিছিল ; সীহ সঁচাকৈয়ে ৰাক্ষস-নাশক।।২।। এই সীহে বিষ্কন্ধ (ৰাক্ষস-পিশাচে কৰা উপদ্ৰৱ) বিদূৰিত কৰে ; ই নৰখাদকবিলাকক বাধা দিয়ে। ইয়াৰ সহায়ত মই পিশাচৰ পৰা উদ্ভৱ হোৱা সমস্ত উপদ্ৰৱ ব্যাহত কৰিছোঁ।।৩।। (হে শত্ৰু,) তই যদি আমাৰ গৰু-গাইবোৰক, যদি ঘোঁৰাবোৰক অথবা আমাৰ (পুত্ৰ-ভৃত্যাদি) লোকক হিংসা কৰ, তেতিয়া তোক আমি সীহেৰে এনেদৰে বিন্ধি পেলাম যাতে তই আমাৰ ঘোঁৰাবোৰ মাৰিব নোৱাৰ।।৪।।

# চতুৰ্থ অনুৱাক

## সপ্তদশ সূক্ত (১৭)

(ঋষি—ব্ৰহ্মা। দেৱতা—যোষিৎ আৰু ধমনীসমূহ। ছন্দ—অনুষ্টুপ্ গায়ত্ৰী।)

এই নাৰীৰ লোহিতবৰ্ণৰ ৰক্তবাহিনী নাড়ীবিলাক স্থিৰ হৈ পৰক (যাতে ৰক্তপ্ৰবাহ বন্ধ হয়)। যেনেকৈ ভাই-ককাই নথকা নাৰী পিতৃগৃহতে থাকে (পতিৰ ঘৰলৈ নাহে), সেইদৰে এই নাড়ীবোৰেদি ৰক্ত প্ৰবাহিত নহওক।।১।। হে শৰীৰৰ ওপৰভাগত থকা নাড়ীসমূহ, হে শৰীৰৰ নিম্নভাগত থকা নাড়ীসমূহ, হে শৰীৰৰ মধ্যভাগত থকা নাড়ীসমূহ, তোমালোক স্থিৰ হৈ থাকা। সৰু নাড়ীডাল স্তব্ধ হৈ গ'লে বৃহৎ ধমনীডালো নিশ্চিতভাৱেই বন্ধ হৈ যাব (আৰু ৰক্ত-ক্ষৰণ বন্ধ হৈ পৰিব)।।২।। শতসংখ্যক ধমনী, সহস্ৰ সংখ্যক নাড়ী স্তব্ধ হৈ গ'ল। এই মধ্যমা নাড়ীও বন্ধ হ'ল; বাকী থকাবিলাক একেলগে স্থিৰ হৈ পৰিল।।৩।। হে নাড়ীসমূহ, তোমালোকৰ চাৰিওফালে ধনুৰ আকাৰৰ পাথৰযুক্ত বৃহৎ মূত্ৰাশয়ে ঘেৰি আছে ; তোমালোক স্থিৰ হোৱা, শান্ত হোৱা, মই প্ৰাৰ্থনা কৰিছোঁ।।৪।।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি—দ্ৰবিণোদা। দেৱতা—সবিতৃ[12] আদি মন্ত্ৰত উক্তসকল। ছন্দ—ত্ৰিষ্টুপ্ বৃহতী, অনুষ্টুপ্।)

কপালত থকা কুলক্ষণীয়া চিন সম্পূৰ্ণভাৱে আঁতৰাই পেলাইছোঁ। (শৰীৰত থকা) শত্ৰু সদৃশ কুলক্ষণ আঁতৰাই পেলাইছোঁ। তাৰ পাছত সুলক্ষণৰ চিনবিলাক আমাৰ সতি-সন্ততিৰ কাৰণে ধাৰণ কৰিছোঁ, (কুলক্ষণবিলাক) শত্ৰুক দিছোঁ।।১।। সবিতাই ভৰিত থকা কুলক্ষণীয়া চিন দূৰ কৰক ; বৰুণ, মিত্ৰ আৰু অৰ্যমাই হাতত থকা কুলক্ষণীয়া চিন দূৰ কৰক। অনুমতিদেৱীয়ে[13] আমাৰ স্তুতি লাভ কৰি আমাৰ কু-চিহ্নবিলাক দূৰ কৰক। দেৱতাসকলে এই দেৱীক আমাৰ সৌভাগ্যৰ অৰ্থে প্ৰেৰণ কৰিছে।।২।। (হে মনুষ্য,) তোমাৰ শৰীৰ, আত্মাত, কেশসমূহত অথবা চেহেৰাত

ভয়ংকৰ লক্ষণ আছে, সেই সকলোবোৰ আমি (মন্ত্ৰৰ দ্বাৰা) দূৰ কৰিছোঁ। সৱিতাদেৱে তোমাৰ কল্যাণ কৰক।।৩।। হৰিণাৰ নিচিনা ভৰি, বলধ গৰুৰ নিচিনা দাঁত, গাই গৰুৰ নিচিনা খোজ-কাটল আৰু বিকৃত মাত, এইবিলাক কুলক্ষণ (থকা তিৰোতাক) আমি আঁতৰাই পঠাইছোঁ। কপালত চুলি থকা কুলক্ষণো আমি নাশ কৰিছোঁ।।৪।।

## ঊনবিংশ সূক্ত (১৯)

(ঋষি—ব্ৰহ্মা। দেৱতা—ইন্দ্ৰ প্ৰভৃতি। ছন্দ—অনুষ্টুপ্, বৃহতী, পংক্তি।)

অস্ত্ৰ আদিৰে হানিবলৈ অহা শত্ৰুবিলাক যেন আমাৰ ওচৰ চাপিব নোৱাৰে; শালি-বিন্ধি পেলাবলৈ অহা শত্ৰুবিলাকো যেন আমাৰ ওচৰলৈ আহিব নোৱাৰে; হে ইন্দ্ৰ, শত্ৰুৰ ফালৰপৰা মাৰি পঠোৱা বাণসমূহ আমাৰ পৰা দূৰত পেলোৱা।।১।। যিবিলাক বাণ এৰি দিয়া হ'ল আৰু যিবিলাক এৰি দিয়া হ'ব, সেই সকলোবিলাক আমাৰ পৰা আঁতৰাই অন্য ঠাইলৈ নিয়াঁ। আমাৰ যি দিব্য আৰু মানৱীয় বাণ আছে, সেইবিলাকে মোৰ শত্ৰুবিলাকক বিন্ধি পেলাওকগৈ।।২।। যিবিলাক আমাৰ নিজৰ মানুহে অথবা যিবিলাক (কথা পাতিব নলগীয়া) লোকৰ মানুহে, যিবিলাক আমাৰ একেজাতীয় মানুহে অথবা যিবিলাক বাহিৰা মানুহে আমাক আক্ৰমণ কৰিব খোজে (দাস কৰিব খোজে), মোৰ সেই সকলো শত্ৰুক ৰুদ্ৰদেৱতাই শৰেৰে বিন্ধি পেলাওক। যিবিলাক শত্ৰু, যিবিলাক নিজৰ মানুহে আৰু যিবিলাক দ্বেষকাৰীয়ে আমাক শাও দিয়ে, দেৱতাসকলে সিবিলাকক বিনষ্ট কৰক; মন্ত্ৰ মোৰ কাৰণে ৰক্ষা কৱচ হওক।

## বিংশ সূক্ত (২০)

(ঋষি—অথৰ্ৱা। দেৱতা, সোম, মৰুত্ আদি। ছন্দ-ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে সোমদেৱতা, (শত্ৰু অদাৰসৃৎ অৰ্থাৎ) নিজৰ স্ত্ৰীৰ সমীপলৈ নাযাওক। হে মৰুৎ-গণ, এই যজ্ঞত আমাক সুখী কৰাঁ। সন্মুখলৈ অহা শত্ৰুৰ তেজে আমাক যেন বিবশ কৰিব নোৱাৰে; আমি যেন অকীৰ্তি লাভ নকৰোঁ। বিদ্বেষৰ যোগ্য অপকৰ্মই যেন আমাক স্পৰ্শ কৰিব নোৱাৰে।।১।। আজি মাৰাত্মক অপকাৰীবিলাকৰ যি বাণেই ওপৰলৈ উঠক লাগে, হে মিত্ৰ আৰু বৰুণদেৱতা, তোমালোকে সেইবিলাক আমাৰপৰা দূৰতে ৰাখি দিবা।।২।। ওচৰৰ পৰা মাৰি পঠোৱা আৰু দূৰৰপৰা মাৰি পঠোৱা দুয়োবিধ মাৰাত্মক অস্ত্ৰৰ পৰাই, হে বৰুণ দেৱতা, তুমি মোৰপৰা সেই দুয়োবিধকে আঁতৰত ৰাখাঁ। হে বৰুণ, তুমি আমাক শ্ৰেষ্ঠ সুখ প্ৰদান কৰাঁ; মাৰাত্মক অস্ত্ৰসমূহ দূৰতে ৰাখি দিয়াঁ।।৩।। (হে ইন্দ্ৰ,) তুমি মহান্ শাসক, শত্ৰু পৰাভৱকাৰী, (শত্ৰুৰ দ্বাৰা) অপৰাভূত। তোমাৰ মিত্ৰক কেতিয়াও বধ কৰিব নোৱাৰে; কেতিয়াও জয় কৰিব নোৱাৰে।।৪।।

## একবিংশ সূক্ত (২১)

(ঋষি—অথৰ্বা। দেৱতা—ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্।)

কল্যাণপ্ৰদ, প্ৰজাসমূহৰ অধিপতি, বৃত্ৰনিহন্তা, শত্ৰুপ্ৰশমনকাৰী, বশকাৰী, অভীষ্টবৰ্ষণকাৰী আৰু সোমপায়ী ইন্দ্ৰ, আমাক অভয়দান কৰি (যুদ্ধ যাত্ৰাত) আমাৰ সমুখলৈ আহক।।১।। হে ইন্দ্ৰ, আমাক তাচ্ছিল্য কৰা শত্ৰুবিলাকক তুমি মাৰি পেলোৱা, আমাৰ লগত যুদ্ধ কৰাবিলাকক তুমি অৱদমন কৰা, যিবিলাকে আমাক যুদ্ধত জিনি দাস কৰিব খুজিছে, সিহঁতক অন্ধকাৰলৈ খেদি দিয়া।।২।। হে বৃত্ৰনিহন্তা ইন্দ্ৰ, তুমি ৰাক্ষসবিলাকক, আমাক তাচ্ছিল্য কৰা শত্ৰুবিলাকক সংহাৰ কৰা। বৃত্ৰাসুৰৰ (নিচিনা বলবান শত্ৰুৰ) হনু ভাঙি দিয়াঁ, আমাক পৰাভূত কৰিব খোজা শত্ৰুৰ ক্ৰোধ প্ৰশমন কৰা।।৩।। হে ইন্দ্ৰ, শত্ৰুৰ মন্ত্ৰপূত অস্ত্ৰ আদি আমাৰপৰা দূৰত ৰাখাঁ, আমাক দ্বেষ কৰাবিলাক মন অন্যফালে ঘূৰাই দিয়াঁ। তুমি আমাক শ্ৰেষ্ঠ দান কৰা ; মাৰাত্মক অস্ত্ৰ-সমূহ দূৰতে ৰাখাঁ।।৪।।

# পঞ্চম অনুবাক

## দ্বাবিংশ সূক্ত (২২)

(ঋষি—ব্ৰহ্মা। দেৱতা—সূৰ্য, হৃদ্ৰোগ। ছন্দ—অনুষ্টুপ্)

(হে ৰোগী,) তোমাৰ হৃদ্ৰোগ আৰু পাণ্ডু ৰং সূৰ্যৰফালে গুচি যাওক। গৰুৰ ৰঙা বৰণেৰে আমি তোমাক ঢাকি দিছোঁ।।১।। দীৰ্ঘায়ু লাভৰ অৰ্থে তোমাক গৰুৰ ৰঙা বৰণেৰে ঢাকি দিছোঁ। যাতে এই ব্যক্তি পাপৰহিত হৈ হালধীয়া ৰংৰহিত হয়।।২।। দেৱতাসকলৰ যি লোহিত বৰণ, গাইসমূহৰ যি ৰোহিত বৰণত ৰূপৰ উপৰি ৰূপ, বলৰ উপৰি বল, তাৰে আমি তোমাক ঢাকি দিছোঁ।।৩।। ভাটৌ চৰাইত, ৰোপণক নামৰ পখীত আমি তোমাৰ হৰিৎ বৰ্ণ স্থাপন কৰিছোঁ ; সেইদৰে হাৰিদ্ৰৰ্ণ নামৰ পখীত তোমাৰ হালধীয়া ৰং নি লগাই দিছোঁ।।৪।।

## ত্ৰয়োবিংশ সূক্ত (২৩)

(ঋষি—অথৰ্বা। দেৱতা—বনস্পতিগণ। ছন্দ—অনুষ্টুপ্।)

হে (হৰিদ্ৰা নামৰ) ওষধি, হে ভৃংগৰাজ, হে ইন্দ্ৰবাৰুণী, হে নীলিকা নামৰ ওষধি, তোমালোকৰ জন্ম ৰাতি হয়। তোমালোকে কুষ্ঠৰ চিনবিলাক আৰু শ্বেত অংশ ৰঙীন কৰি দিয়াঁ।।১।। (হে ওষধি,) তুমি এওঁৰ শৰীৰৰ কুষ্ঠৰ বগা চিনবোৰ নিশ্চিহ্ন কৰি দিয়াঁ, তোমাৰ বৰণ যাতে নিজৰ নিচিনা হৈ পৰে। এওঁৰ বগা চিনবোৰ

আঁতৰাই নিয়াঁ।।২।। (হে নীলিকা,) তোমাৰ উৎপত্তিস্থান নীলা বৰণৰ, তোমাৰ বাসস্থানো কৃষ্ণ-বৰণৰ ; হে ওষধি, তুমি নিজেও কৃষ্ণ-বৰণৰ ; গতিকে তুমি (লেপনদ্বাৰা) বগা দাগ দূৰ কৰাঁ।।৩।। অস্থিত হোৱা, গাৰ ছালত হোৱা, নষ্টকাৰী ৰোগৰ কাৰণে হোৱা সকলো চিন নোহোৱা কৰি পেলোৱাঁ।।৪।।

## চতুৰ্ব্বিংশ সূক্ত (২৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—আসুৰী বনস্পতি। ছন্দ—অনুষ্টুপ্, পংক্তি।)

হে ওষধি, প্ৰথমতে সুন্দৰ পাখি থকা গৰুড়ৰ জন্ম হৈছিল, তুমি সেই সুপৰ্ণৰ পিত্ত আছিলা। আসুৰী মায়াই যুদ্ধত জিনি (সেই পিত্ত খাবলৈ লৈ) বনস্পতিৰ ৰূপ গ্ৰহণ কৰে।।১।। আসুৰী মায়াই এই নীল ওষধিক কুষ্ঠনাশক ঔষধৰূপে প্ৰস্তুত কৰিছিল। ইয়াক প্ৰয়োগ কৰিলে কুষ্ঠ নিৰ্মূল হয় আৰু গাৰ ছাল একে বৰণীয়া হয়।।২।। হে ওষধি, তোমাৰ মাতৃ তোমাৰে সৈতে একে বৰণীয়া, আৰু পিতৃও একে বৰণৰ। তুমিও অন্যক একেবৰণীয়া কৰি পেলোৱা। গতিকে তুমি ইয়াক (কুষ্ঠাক্ৰান্ত অংগ) একেবৰণীয়া কৰাঁ।।৩।। হে শ্যামবৰ্ণা, সমান বৰ্ণকাৰিণী তুমি পৃথিৱীত উৎপন্ন হৈছা। তুমি এই কাম সম্পন্ন কৰাঁ। (কুষ্ঠৰ দ্বাৰা বিকৃত) ৰূপ তুমি আগৰ নিচিনা কৰাঁ।।৪।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—যক্ষ্মানাশন অগ্নি। ছন্দ—অনুষ্টুপ্, পংক্তি।)

যি অগ্নিত ধৰ্মধাৰী বিদ্বানসকলে আহুতি দিয়ে, সেই অগ্নিয়েই তোমাৰ জন্মস্থান বুলি কোৱা হয়। যিহেতু অগ্নিয়ে প্ৰৱেশ কৰি জলসমূহ দগ্ধ (উত্তপ্ত) কৰিছে, (সেই উষ্ণ জল ছটিয়াই দিয়া হৈছে, গতিকে) হে জ্বৰ, তুমি অনুগ্ৰহ কৰি আমাক এৰি গুচি যোৱাঁ।।১।।

যদি তুমি শিখা অথবা তাপ, অথবা তোমাৰ জন্ম-স্থল অগ্নি, তোমাৰ নাম হুড়ু, তেনেহ'লে হে পীতজনৰ দেৱতা জ্বৰ, তুমি অনুগ্ৰহ কৰি আমাক এৰি গুচি যোৱা।।২।। যদি শৰীৰ তাপ দিওঁতা অথবা উত্তাপ দিওঁতা, অথবা যদি তুমি বৰুণ ৰজাৰ পুত্ৰ, তোমাৰ নাম হুড়ু, তেনেহ'লে ইত্যাদি বাক্য পূৰ্ব্ববৎ।।৩।। শীতজ্বৰলৈ নমস্কাৰ, তাপ উৎপন্নকাৰী জ্বৰলৈ নমস্কাৰ, সদায় উঠা জ্বৰলৈ নমস্কাৰ, (এদিন এৰি) দ্বিতীয়দিনা উঠা জ্বৰলৈ নমস্কাৰ, (দুদিন এৰি) তৃতীয়দিনা উঠা জ্বৰলৈ নমস্কাৰ।।৪।।

## ষড়্‌বিংশ সূক্ত (২৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—ইন্দ্র আদি। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্‌।)

হে দেৱতাসকল, (শত্ৰুদ্বাৰা প্ৰযুক্ত) সৌ অস্ত্ৰসমূহ আমাৰ পৰা আঁতৰতে থাকক। আমাক লক্ষ্য কৰি যি শিল দলিওৱা হৈছে, সেয়াও দূৰতে পৰক।।১।। সৌ সূৰ্যদেৱতা আমাৰ কাৰণে মিত্ৰ হওক ; ইন্দ্ৰ, ভগ, আৰু বিচিত্ৰ অনুগ্ৰহযুক্ত সৱিতা আমাৰ সখা হওক।।২।। হে (উচ্চতাৰ পুত্ৰ) পৰ্জন্য দেৱ, সূৰ্যই আৱৰণ দিয়া মৰুৎগণ, তোমালোকে আমাক বিপুল সুখ প্ৰদান কৰাঁ।।৩।। তোমালোকে আমাক আগ বঢ়াই নিয়াঁ ; প্ৰসন্ন হোৱাঁ, আমাৰ শৰীৰৰ প্ৰতি অনুগ্ৰহ কৰাঁ, আমাৰ সন্তানসকলৰ প্ৰতি দয়া প্ৰদৰ্শন কৰাঁ।।৪।।

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—অথৰ্বা। দেৱতা—ইন্দ্ৰাণী। ছন্দ—পংক্তি, অনুষ্টুপ্‌।)

সৌ সিটো পাৰত একৈছ। বিধ সৰ্প মোট সোলোকাই থৈ আছে। সিহঁতৰ মোটবিলাকেৰে আমি বাটত জোপ লৈ থকা অনিষ্টকাৰীহঁতৰ চকু ঢাকি দিওঁ।।১।। পিনাকৰ দৰে ভীষণ অস্ত্ৰধাৰী, আমাক, বিদাৰণ কৰিব খোজা শত্ৰু সৈন্যগণ উলটি যাওক। তেওঁলোক যদি পুনৰ সংঘবদ্ধ হয়, তেতিয়া তেওঁলোকৰ মন বিমূঢ় হওক। তেওঁলোক সমৃদ্ধিহীন হওক।।২।। বহুসংখ্যক হ'লেও সমৰ্থ নহয়, অলপ সংখ্যক হ'লেও সাহস নকৰে ; পৰাজিক শত্ৰুবোৰ বাঁহৰ জেওৰ দৰে নিশকতীয়া হৈ পৰক।।৩।। হে পাদযুগল, আগ বাঢ়াঁ, সমুখলৈ খোজ দিয়াঁ, বাঞ্ছিত ফল দিব পৰা লোকৰ ঘৰত আমাক উপনীত কৰাঁ। অজেয়া ইন্দ্ৰাণীক প্ৰথমতে আমাৰ সমুখত স্থাপন কৰোৱাঁ।।৪।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি—চাতন। দেৱতা—অগ্নি, যাতুধান। ছন্দ—অনুষ্টুপ্‌, বৃহতী।)

ৰাক্ষস নিহন্তা, ৰোগ নিৰ্মূলকাৰী, অগ্নি দেৱতা মায়াৱী যাতুধান আৰু কিমীদিনবিলাকক ভস্ম কৰি এই ফালে আহিছে।।১।। যাতুধানবিলাকক দগ্ধ কৰা, কিমীদিনবিলাকক দগ্ধ কৰাঁ, হে দেৱ, হে কৃষ্ণবৰ্ত্মা। (কৃষ্ণ বৰ্ণৰ পথ যাৰ তেওঁ), প্ৰতিকূল আচৰণ কৰা যাতুধানীবিলাকক তুমি ভস্ম কৰাঁ।।২।। যি (ৰাক্ষসীয়ে) শাও-শপনি দিয়ে, যি অনিষ্টকৰ্মক নিজৰ মূল ৰূপে গ্ৰহণ কৰে, যি (আমাৰ) সন্তান-

সন্ততিক (পুষ্টিৰূপ শৰীৰৰ) ৰস হৰণ কৰিবৰ কাৰণে ধৰে, সেই বিলাকে (নিজৰ অথবা আমাৰ শত্ৰুৰ) সন্তান ভক্ষণ কৰক।।৩।। যাতুধানীইঁতে সিহঁতৰ পুত্ৰ, ভগিনী আৰু (কন্যা) পৌত্ৰ আদিক ভক্ষণ কৰক ; পৰস্পৰে চুলিয়াচুলি কৰি সিহঁত মৃত্যুৰ মুখত পৰক। কুৎসিত ৰাক্ষসীইঁত ডোখৰ ডোখৰ হৈ সিচঁৰতি হৈ পৰক।।৪।।

# ষষ্ঠ অনুৰাক

## উনত্ৰিংশ সূক্ত (২৯)

(ঋষি—বশিষ্ঠ। দেৱতা—ব্ৰহ্মণস্পতি [14], অভীৱৰ্ত মণি। ছন্দ—অনুষ্টুপ্।)

হে ব্ৰহ্মণস্পতি, ইন্দ্ৰই যি সমৃদ্ধিপ্ৰদ অভিৱৰ্ত মণিৰদ্বাৰা বৃদ্ধি লাভ কৰিলে, সেই মণিৰে আমাৰ স্বৰাষ্ট্ৰৰ সমৃদ্ধি বৃদ্ধি কৰাঁ।১।। হে মণি, আমাৰ প্ৰতিদ্বন্দ্বীবিলাক ওঁপৰেদি বাগৰি গৈ, আমাক দিব নোখোজা শত্ৰুবিলাকৰ ওপৰেদি বাগৰি গৈ, যি আমাক বেয়া ব্যৱহাৰ কৰে সেইবিলাকৰ ওপৰেদি বাগৰি গৈ (আমাৰ লগত) যুদ্ধ কৰাবিলাকক তুমি পিহি পেলোৱাঁ।।২।। হে মণি, তোমাক সবিতাদেৱে বৃদ্ধি কৰিছে, সোমদেৱে তোমাৰ বৃদ্ধি সাধন কৰিছে, সমস্ত প্ৰাণীয়ে তোমাৰ বৃদ্ধি সাধন কৰিছে। যি লোকে তোমাক ধাৰণ কৰিছে, তুমি তেওঁৰ বৃদ্ধি সাধন কৰাঁ।।৩।। এই বৃদ্ধিসমূহৰ সাধনস্বৰূপ, অভিভৱকাৰী, শত্ৰু ক্ষয়কাৰী এই মণি ৰাষ্ট্ৰৰ সমৃদ্ধিৰ অৰ্থে আৰু শত্ৰুৰ পৰাভৱ কৰিবৰ কাৰণে মোক বান্ধি দিয়াঁ।।৪।। সৌৱা সূৰ্য উদিত হ'ল ; (শত্ৰুক পৰাস্ত কৰাৰ কামনাৰে) মোৰ মন্ত্ৰও উচ্চাৰিত হৈছে। (অভিৱৰ্তমণি ধাৰণ কৰা) মই যাতে শত্ৰুক বধ কৰিব পাৰোঁ, মই যাতে শত্ৰুহীন হ'ব পাৰোঁ, মই যাতে প্ৰতিদ্বন্দ্বীক বিনাশ কৰিব পাৰোঁ।।৫।। হে মণি, তোমাৰ বলত ৰাষ্ট্ৰৰ স্বামী হোৱা মই যেন শত্ৰুক আঘাত কৰিব পাৰোঁ, (প্ৰজাক) বাঞ্ছিত ফলদান কৰিব পাৰোঁ আৰু শত্ৰুক বিনাশ কৰিব পাৰোঁ। মই যেন (শত্ৰু পক্ষৰ) বীৰ আৰু প্ৰজাগণক শাসন কৰিব পাৰোঁ।।৬।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি—অথৰ্ব্বা আয়ুষ্কাম। দেৱতা—বিশ্বদেৱগণ। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী।)

হে বিশ্বদেৱগণ, হে বসুগণ, এই মানুহজনক ৰক্ষা কৰাঁ। হে আদিত্যগণ, তোমালোকো এই বিষয়ত জাগৃত হৈ থাকাঁ। এওঁৰ সজাতীয় বা বিজাতীয় (শত্ৰু) যেন তেওঁৰ কাষ চাপিব নোৱাৰে। মানুহৰ কোনো মাৰাত্মক অস্ত্ৰ তেওঁৰ যেন কাষ

চাপিব নোৱাৰে।।১।। যিসকল দেৱতা পিতৃৰ দৰে (মৰমিয়াল) আৰু যিসকল পুত্ৰৰ দৰে (ত্ৰাণকাৰী), সেইসকলে একমত হৈ মোৰ এই প্ৰাৰ্থনা শুনক, মই এই (আয়ুস কামনাকাৰী) মানুহজনক তোমালোকৰ ওচৰত সমৰ্পণ কৰিছো, তোমালোকে এওঁক বৃদ্ধকাললৈকে কল্যাণে ৰাখাঁ।।২।। হে দেৱগণ, তোমালোকৰ ভিতৰত যিসকলে দ্যুলোক, ভূলোক আৰু অন্তৰীক্ষত অৱস্থান কৰে, সেইদৰে যিসকলে ওষধিত, পশুত আৰু জলত অৱস্থান কৰে, সেই সকলোৱে এই মানুহজনৰ বৃদ্ধকাল পৰ্যন্ত আয়ুস বৃদ্ধি কৰাঁ আৰু এওঁৰ অন্য শত প্ৰকাৰৰ অপমৃত্যু খণ্ডন কৰাঁ।।৩।। হে দেৱগণ, তোমালোকৰ মাজত যিসকলে প্ৰথমে হবি গ্ৰহণ কৰে, যিসকলে প্ৰথম যাগৰ পৰৱৰ্তী হবি গ্ৰহণ কৰে, যিসকলে আহুত দ্ৰব্য গ্ৰহণ কৰে, যিসকলে হোমৰ কুণ্ডৰ বাহিৰত পৰা দ্ৰব্য গ্ৰহণ কৰে, যিসকলে পূব আদি পঞ্চ দিশত অৱস্থান কৰে, সেই সকলোকে এই ব্যক্তিৰ (আয়ু বৃদ্ধিৰ উদ্দেশ্যে) যজ্ঞগৃহত স্থাপন কৰিছোঁ।।৪।।

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—ব্ৰহ্মা। দেৱতা—আশাপাল, বাস্তোস্পতিগণ [15]। ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ।)

সমস্ত প্ৰাণীৰ স্বামী, (ইন্দ্ৰ আদি) চাৰিজন অমৰ দিক্‌পাল দেৱতাৰ উদ্দেশ্যে এই যাগত আমি মন্ত্ৰযুক্ত আহুতি প্ৰদান কৰিছোঁ।।১।। হে (ইন্দ্ৰ আদি) চাৰিজন দিক্‌পাল দেৱতা, তোমালোক নিৰ্ঋতি নামৰ (পাপ) দেৱতাৰ পাশৰপৰা, সমস্ত দুখ-কষ্টৰপৰা ৰক্ষা কৰাঁ।।২।। হে চতুৰ্থ দিক্‌পাল দেৱতা (কুবেৰ), মই তোমালৈ হবি অৰ্পণ কৰিছোঁ। মই শ্ৰোণ (লেঙেৰা হোৱা) ব্যাধিৰপৰা মুক্ত হৈ তোমাক ঘৃতেৰে অৰ্চনা কৰিছোঁ। চতুৰ্থজন দিক্‌পাল দেৱতাই আমাক মহৎ ধন প্ৰদান কৰক।।৩।। আমাৰ মাতৃৰ কল্যাণ হওক, আমাৰ পিতৃৰ কল্যাণ হওক, আমাৰ গৰু-গাই আৰু সমস্ত লোকৰ কল্যাণ হওক। বিশ্ব ঐশ্বৰ্যময় হওক। আমি যেন চিৰকাল সূৰ্যক দৰ্শন কৰি থাকিবলৈ পাওঁ।।৪।।

## দ্বাত্ৰিংশ সূক্ত (৩২)

(ঋষি—ব্ৰহ্মা। দেৱতা—দ্যাবাপৃথিৱী [16]। ছন্দ—অনুষ্টুপ।)

হে জনগণ, তোমালোকে এই তত্ত্ব জানি লোৱাঁ তেওঁ মহৎ ব্ৰহ্মাৰ কথা ক'ব। সেই ব্ৰহ্ম পৃথিৱীত নাছিল, দ্যুলোকতো নাছিল। এই (জলস্বৰূপ) ব্ৰহ্মাৰ দ্বাৰা ওষধি গছ-লতাসমূহে প্ৰাণ ধাৰণ কৰি থাকে।।১।। শ্ৰান্ত হৈ স্থিৰ হোৱাসকলৰ দৰে ই

অন্তৰীক্ষত থাকে। এই স্থাৱৰ-জংগমাত্মক জগতৰো আশ্রয়-স্থল জলেই। এই কথা বিধাতা (মনু) আদিয়েহে জানে, অথবা নাজানিবও পাৰে।।২।। হে আকাশ আৰু পৃথিৱী, তোমালোক এই জলৰ উৎপত্তি কাৰ্যত জড়িত। এই জল সমুদ্রগামী নদীৰ দৰে সদায় আৰ্দ্ৰ।।৩।। আকাশে বিশ্বক আবৃত কৰি থৈছে, এটা আনটোৰ ওপৰত অধিষ্ঠিত। আকাশ আৰু সমস্ত সম্পদৰ আকৰ পৃথিৱী দুয়োকে নমস্কাৰ কৰোঁ।।৪।।

## ত্রয়স্ত্রিংশ সূক্ত (৩৩)

(ঋষি—শন্তাতি। দেৱতা—জলসমূহ। ছন্দ—ত্রিষ্টুপ্।)

হিৰণ্যবৰ্ণ, শুচি, পৱিত্ৰকাৰী, য'ত সূৰ্য আৰু অগ্নিৰ (বিদ্যুৎ আৰু বড়ৱানল[17] ৰূপে) জন্ম হয়, যি অগ্নিক গৰ্ভত ধাৰণ কৰে, সেই জলে আমাৰ কল্যাণ কৰক, সেই সুবৰ্ণযুক্ত জল আমাৰ কাৰণে সন্তোষপ্ৰদ হওক।।১।। য'ত অৱস্থান কৰি বৰুণ ৰজাই মানুহৰ সত্যাসত্য নিৰীক্ষণ কৰি থাকে, যি অগ্নিক ইত্যাদি (বাক্য প্ৰথম মন্ত্ৰৰ দৰে)।।২।। যি জলৰ সাৰস্বৰূপ সোম দেৱগণে স্বৰ্গত ভোগ কৰে, যি জল অন্তৰীক্ষত বহুৰূপত প্ৰকাশ পায়, যি অগ্নিক ইত্যাদি (পূৰ্ববৎ)।।৩।। হে জল দেৱতাসকল, তোমালোকে আমাক মংগলকৰ দৃষ্টিৰে চোৱাঁ, মংগলময় শৰীৰেৰে আমাক স্পৰ্শ কৰাঁ। অমৃতবৰ্ষী, শুদ্ধ, পৱিত্ৰকাৰী জলে আমাক সুখ-শান্তি দান কৰক।।৪।।

## চতুস্ত্রিংশ সূক্ত (৩৪)

(ঋষি—অথৰ্বা। দেৱতা—মধুবনস্পতি। ছন্দ—অনুষ্টুপ্।)

এই লতাৰ জন্ম মধুতে (মধুৰ ধৰণীতে)। (হে মধুক লতা), তোমাক মধুৰদ্বাৰা খানিছোঁ, তুমি মধুৰূপৰা উদ্ভূত হৈছা। তুমি আমাক মধু ৰসেৰে পূৰ্ণ কৰাঁ।।১।। মোৰ জিভাৰ আগত মধুৰস স্থিত হওক ; মোৰ জিভাৰ মূলভাগো মধুৰসযুক্ত হওক। হে মধুক লতা, তুমি যেন মোৰ কাৰ্যত আৰু চিত্তত ব্যাপ্ত হৈ থাকা।।২।। হে মধুক লতা, মোৰ অন্তঃগমন মধুময় হওক, মোৰ বহিৰ্গমন মধুময় হওক, মই যেন মধুময় বচন উচ্চাৰণ কৰোঁ, মই যেন সকলো বিষয়তে মধুময় হওঁ।।৩।। মই যেন মধুৰতকৈও মধুময় হওঁ, মই মধুমতী লতাতকৈও মধুৰতৰ হওঁ, মধুমতীৰ ঠানি এটাৰ দৰে মোক তুমি মধুৰ কৰি তোলাঁ।।৪।। (হে পত্নী,) সকলো ফালে বেৰি থকা কুঁহিয়াৰৰ দৰে পৰস্পৰে বিদ্বেষহীনভাৱে বাস কৰিবলৈ মই তোমাক লাভ কৰিছোঁ। তুমি মোৰ প্ৰতি অনুৰক্তা হৈ থাকাঁ, তুমি যেন মোক এৰি অন্য ঠাইলৈ নোযোৱা।।৫।।

## পঞ্চত্ৰিংশ সূক্ত (৩৫)

(ঋষি—অথৰ্বা আয়ুষ্কাম। দেৱতা—হিৰণ্য [14]। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

(হে পুৰুষ,) দক্ষগোত্ৰীয় মহৰ্ষিসকলে যেনেকৈ শতানীক ৰজাক (নীলৰ বস্ত্ৰ) পিন্ধাইছিল, সেইদৰে মই এই হিতকৰ ৰমণীয়ে হিৰণ্য আয়ুস বৃদ্ধিৰ অৰ্থে, তেজস্বিতা, বল আৰু শতায়ুলাভৰ অৰ্থে তোমাক পিন্ধাইছোঁ, তুমি যেন শত শৰৎ দেখিবলৈ পোৱা।।১।। এই ৰত্নক ৰাক্ষস পিশাচে পৰাভূত কৰিব নোৱাৰে ; কাৰণ ই (ইন্দ্ৰাদি) দেৱতাসকলতকৈ আগেয়ে উদ্ভূত হৈছিল। এই ওজস্বিতাপূৰ্ণ দাক্ষায়ণ হিৰণ্য যি ধাৰণ কৰে, তেওঁ জীৱসমূহৰ মাজত শতায়ুসম্পন্ন হয়।।২।। জলৰ উজ্জ্বলতা, জ্যোতি, ওজঃ, বল তথা বনস্পতিসমূহৰ সামৰ্থ্য মই এই হিৰণ্য ধাৰণ কৰা পুৰুষত স্থাপন কৰিছোঁ। যেনেকৈ ইন্দ্ৰতহে ইন্দ্ৰৰ মহত্ত্ব থাকে, সেইদৰে এই পুৰুষত (উক্ত বল-বীৰ্য) স্থাপিত হওক। সেই সামৰ্থ-সাধক হিৰণ্য তেওঁ ধাৰণ কৰক।।৩।। (হে পুৰুষ,) মই তোমাক মাস-ঋতুৰে পূৰ্ণ কৰিছোঁ, বছৰজোৰা দুগ্ধৰে পূৰ্ণ কৰিছোঁ, ইন্দ্ৰ আৰু অগ্নি তথা সমস্ত দেৱতাই তোমাক অক্ষয় সমৃদ্ধি দান কৰক।।৪।।

।।প্ৰথম কাণ্ড সমাপ্ত।।

## ।।দ্বিতীয় কাণ্ড।।

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—বেন। দেৱতা—ব্ৰহ্ম, আত্মা। ছন্দ—ত্ৰিষ্টুপ, জগতী।)

বেনে (সূৰ্যই সমস্ত প্ৰাণীৰ হৃদয়ৰূপ) গুহাত নিহিত হৈ থকা সত্যজ্ঞান ব্ৰহ্মক সাক্ষাৎ কৰিছিল। সেই ব্ৰহ্মাত সমস্ত বিশ্ব একৰূপ হৈ বৰ্তি আছে। জগতৰ লগত অভিন্ন আৰু সৰ্বশক্তিমান কাৰণে এই সত্যক সূৰ্যৰ নাম আৰু ৰূপৰদ্বাৰা প্ৰকাশ কৰিছে। স্বৰ্লোকৰ কথা জনা লোকসকলে (সূৰ্যক) এই বুলি স্তুতি কৰে ।।১।। অমৃত ব্ৰহ্মাৰ স্বৰূপ জনা গন্ধৰ্বই (সূৰ্যই) গুহাত নিহিত হৈ থকা পৰম ধামৰ কথা কওক। ব্ৰহ্মাৰ তিনি পাদ (হৃদয় ৰূপ) গুহাত নিহিত হৈ আছে। যি এই ব্ৰহ্মক জানিছে, তেওঁ জনকৰো জন্মা দাতা হয় ।।২।। সেইজন (সূৰ্য) আমাৰ পালক, জন্মদাতা আৰু ভ্ৰাতৃ আদি বন্ধুবৰ্গ। তেওঁ ধামসমূহৰ কথা, সমস্ত প্ৰাণীৰ কথা জানে। তেৱেঁই সমস্ত দেৱতাসকলৰ নাম ধাৰণ কৰি প্ৰকট হৈছে। সমস্ত প্ৰাণীয়ে তেওঁৰ বিষয়েই প্ৰশ্ন কৰে ।।৩।। মই তৎক্ষণাৎ দ্যুলোক আৰু ভূলোকত বিচৰণ কৰিছোঁ, সৰ্বপ্ৰথমে উদ্ভূত সত্যত (ঋতত) মই উপনীত হৈছোঁ। বাণী বক্তাজনত নিহিত হৈ থকাৰ দৰে মই প্ৰাণীগণত ব্যাপ্ত হৈছোঁ। এই ব্ৰহ্ম অগ্নিৰ দৰে পোষক আৰু ভোক্তা।।৪।। মই সমস্ত প্ৰাণীতে পৰিভ্ৰমণ কৰিছোঁ। য'ত অমৃত লাভ কৰা দেৱগণে একে উদ্ভৱস্থলত প্ৰণোদিত হয়, সেই পৰম তত্ত্ব দৰ্শন কৰিবৰ উদ্দেশ্যে (ঋতৰ) সত্যৰ সূত্ৰগছি ব্যাপ্ত হৈ পৰে।।৫।।

### দ্বিতীয় সূক্ত (২)

(ঋষি—মাতৃনামা। দেৱতা—গন্ধৰ্ব-অপ্সৰা[19]। ছন্দ—জগতী, ত্ৰিষ্টুপ, গায়ত্ৰী।)

দিব্য গন্ধৰ্ব (সূৰ্য) লোকসমূহৰ পোষক, প্ৰজাগণৰ নমস্য আৰু স্তুতিৰ যোগ্য, সেই তোমাক, হে দিব্য দেৱতা, মই মন্ত্ৰেৰে যুক্ত কৰিছোঁ, তোমালৈ নমস্কাৰ, আকাশত তোমাৰ ধাম অৱস্থিত।।১।। দ্যুলোক স্পৰ্শ কৰি থকা, সূৰ্যৰ সদৃশ বৰ্ণযুক্ত (আৱৰণযুক্ত), পূজনীয়, দৈৱ ক্ৰোধ নিবাৰক, এই গন্ধৰ্বই আমাক অনুগ্ৰহ কৰক। এই গন্ধৰ্ব সমস্ত লোকৰ পোষক, সকলোৰে নমস্য আৰু সুখ-সম্পদ প্ৰদানকাৰী।।২।। সুন্দৰ ৰশ্মিৰূপী অপ্সৰাগণৰ সৈতে সূৰ্যৰূপ গন্ধৰ্ব মিলিত হৈছে। এই অপ্সৰাগণৰ স্থান সমুদ্ৰ নামৰ সূৰ্য বুলি বিদ্বানসকলে কয়। (সূৰ্যোদয়ৰ সময়ত) সূৰ্যৰপৰা ৰশ্মিসমূহ ওলাই আহে আৰু (সূৰ্যাস্তৰ সময়ত) সূৰ্যতে লীন যায়।।৩।। হে অন্তৰিক্ষত উৎপন্না, দ্যোতনশীলা,

নক্ষত্ৰৰূপিণী অপ্সৰাগণ, তোমালোক গন্ধৰ্ব বিশ্বাবসুৰ[20] লগত মিলিত হোৱাঁ। হে দেৱীগণ, তোমালোকক নমস্কাৰ কৰিছোঁ।।৪।। চিঞৰ-বাখৰ কৰি থকা, অন্ধকাৰময়, অক্ষ ভাল পোৱা, মন মোহগ্ৰস্ত কৰা গন্ধৰ্বপত্নী অপ্সৰাগণলৈ নমস্কাৰ।।৫।।

## তৃতীয় সূক্ত (৩)

(ঋষি—অংগিৰা। দেৱতা—ভেষজ। ছন্দ—অনুষ্টুপ, বৃহতী।)

সৌ (মুঞ্জ) পৰ্বতৰ পৰা যি (মুঞ্জবন)[21] নামি আহিছে, (ব্যাধিনাশকাৰী) সেই ৰক্ষকক মই ঔষধ কৰিছোঁ, যাতে তুমি সুন্দৰ ঔষধ হ'ব পাৰা।।১।। (হে ওষধি,) প্ৰয়োগ কৰাৰ লগে লগেই তুমি ব্যাধি নাশ কৰা। তোমাৰ অপৰিমিত ঔষধ আছে, তাৰ ভিতৰত তুমিয়েই সৰ্বোত্তম। তুমি অতিমূত্ৰ, অতিসাৰ, নাড়ীৰ ব্ৰণ আদি নিৰাময় কৰা।।২।। এই ব্ৰণৰ মুখেদি (প্ৰাণনাশক) অসুৰে প্ৰৱেশ কৰিছে। এই মহান্ ঔষধে ব্ৰণৰ উপশম কৰিছে। ই অতিসাৰ আদি ৰোগৰ নিৰাময়কাৰী। ই সেই ৰোগ নাশ কৰা।।৩।। (ভূগৰ্ভস্থ) জলৰাশিৰ পৰা ৰোগনাশক ঔষধ ৰূপত (উই-হাফলুৰ) মাটি ওপৰলৈ উঠি আহে। ই অতিসাৰ আদিৰ ঔষধ, ই সেই ৰোগ নাশ কৰে।।৪।। পৃথিৱীৰ পৰা (খেতি কৰা ঠাইৰ মাটি, ক্ষেত্ৰ মৃত্তিকা) উদ্ভূত এই ঔষধ অতি মহৎ। (ফোঁহা পকোৱা) এই ঔষধে অতিসাৰ আদি ৰোগ সমূলে নাশ কৰে।।৫।। (ঔষধৰ কাৰণে ব্যৱহাৰ কৰা) পানী আমাৰ কাৰণে কল্যাণসাধক হওক ; ওষধিসমূহ আমাৰ কাৰণে হিতকৰ হওক। ইন্দ্ৰৰ বজ্ৰই (ৰোগ উৎপন্নকাৰী) ৰাক্ষসবিলাকক নাশ কৰক। ৰাক্ষসে প্ৰয়োগ কৰা (ৰোগৰূপ) বাণসমূহ অন্য দূৰণিৰ ঠাইত পৰকগৈ।।৬।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—অথৰ্বা। দেৱতা—জংগিড় মণি। ছন্দ—পংক্তি, অনুষ্টুপ্।)

দীৰ্ঘায়ু লাভৰ উদ্দেশ্যে, (বাঞ্ছিত কৰ্মানুষ্ঠানত) বিঘ্ন শান্তিৰ কাৰণে, কোনো অনিষ্ট সাধন নকৰা, সদায় (ৰোগ নিবাৰণত) দক্ষ, জঙ্গিড় বৃক্ষদ্বাৰা প্ৰস্তুত, বিষ্কন্ধনাশক জঙ্গিড়মণি আদি ধাৰণ কৰিছোঁ।।১।। জম্ভা, বিশৰ, বিষ্কন্ধ আৰু অভিশোচন আদিৰ পৰা আমাক সহস্ৰবীৰ্য জঙ্গিড় মণিয়ে ৰক্ষা কৰক, আমাক সকলো ফালৰপৰাই ৰক্ষা কৰক।।২।। এই জঙ্গিড় মণিয়ে বিষ্কন্ধক পৰাভূত কৰে, খাদক ৰাক্ষস আদিৰ বাধক, সমস্ত ওষধিৰ গুণযুক্ত এই জঙ্গিড়ে আমাক দুখ-কষ্টৰ পৰা ত্ৰাণ কৰক।।৩।। (অগ্নি প্ৰভৃতি) দেৱগণে প্ৰদান কৰা সুখজনক এই জঙ্গিড় মণিদ্বাৰা

ভূত-পিশাচ আদিৰ সঞ্চৰণ ঘটিলে তাক নিবাৰণ কৰিম।।৪।। (মণি বান্ধি ৰখা) শন সূতা আৰু জঙ্গিড় মণিয়ে আমাক সকলো প্ৰকাৰে ৰক্ষা কৰক। ইহঁতৰ এটা অৰণ্যৰ পৰা অনা আৰু আনটো কৃষিজাত সাৰৰূপ কাঠৰ পৰা অনা।।৫।। (শত্ৰুত মন্ত্ৰ-জনিত) কৃত্যাৰ নিবাৰণ আৰু শত্ৰুনাশক বলশালী এই জঙ্গিড় মণিয়ে আমাৰ আয়ুস বৃদ্ধি কৰক।।৬।।

## পঞ্চম সূক্ত (৫)

(ঋষি—ভৃগু-আথৰ্বণ। দেৱতা—ইন্দ্ৰ। ছন্দ—বৃহতী, ত্ৰিষ্টুপ্।)

হে ইন্দ্ৰ, তুমি প্ৰীতিযুক্ত হোৱাঁ ; আমালৈ (বাঞ্ছিত ফল) বহন কৰি আনা। হে শূৰ, তোমাৰ হৰি নামৰ অশ্ব দুটিৰে (আমাৰ যজ্ঞলৈ) আহাঁ ; ইয়াত ৰস উলিয়াই থোৱা (অভিষুত) সোম পান কৰাঁ। এই প্ৰশংসনীয় মধুৰ ৰসযুক্ত, মাদকতাপূৰ্ণ সোম পান কৰি তুমি প্ৰীত হোৱাঁ।।১।। হে ইন্দ্ৰ এই অমৃততুল্য মধুৰ সোম ৰসেৰে তুমি উদৰ পূৰ কৰাঁ। স্বৰ্গৰ দৰে আনন্দদায়ক (স্তুতিৰূপ) সুন্দৰ বাক্যসমূহ তোমাৰ ওচৰ পায়গৈ যেন।।২।। ইন্দ্ৰ সকলোৰে মিত্ৰ, শত্ৰুপৰাভৱকাৰী। ইন্দ্ৰই যতিৰ নিচিনাকৈ (বেদান্তৰ আলোচনা নকৰা সন্ন্যাসীক ইন্দ্ৰই বধ কৰা বুলি আখ্যানৰ চলন্তি আছে) বৃত্ৰক বধ কৰিছিল, (অঙ্গিৰাৰ যজ্ঞত থকা) ভৃগুৰ দৰে বল নামৰ অসুৰক বধ কৰিছিল। ইন্দ্ৰই সোমৰ উন্মাদনাত শত্ৰুক পৰাভূত কৰে।।৩।। হে ইন্দ্ৰ, অভিষুত সোমৰস তোমাত প্ৰবিষ্ট হওক ; তোমাৰ পেটৰ দুয়োটা কুক্ষি পূৰ কৰি লোৱাঁ। হে শক্ৰ, তুমি অনুগ্ৰহ কৰাৰ মতিৰে আমাৰ ওচৰলৈ আহাঁ। তুমি আমাৰ স্তুতিবাক্য শ্ৰৱণ কৰি প্ৰীত হোৱাঁ। হে ইন্দ্ৰ, তোমাৰ সহচৰ (মৰুৎ আদি দেৱগণ) সমন্বিতে সোম পান কৰি মত্ত হৈ আমাক ৰমণীয় ফল দান কৰাঁ।।৪।। মই ইন্দ্ৰই কৰা বীৰকৰ্মসমূহৰ কথা ক'ব খুজিছোঁ। বজ্ৰধাৰী ইন্দ্ৰই প্ৰথমতে সেই (বিখ্যাত) কৰ্মসমূহ কৰিছিল। তেওঁ অহি (বৃত্ৰক) বধ কৰিছে, জলত ভেদ কৰিছে (বৃত্ৰৰদ্বাৰা অৱৰুদ্ধ জল মুকলি কৰি দিছে), তেওঁ পৰ্বতৰ বক্ষ বিদাৰণ কৰিছে (নদীৰ পথ প্ৰস্তুত কৰিছে)।।৫।। তেওঁ পৰ্বতত আশ্ৰয় লৈ থকা (বৃত্ৰ) অসুৰক বধ কৰিছে। (বৃত্ৰৰ পিতৃ) ত্বষ্টাই যেতিয়া ইন্দ্ৰৰ কাৰণে বজ্ৰত ধাৰ দিছিল, তেতিয়া ভেটা ভঙা পানীবোৰ গৰুৰ দৰে তলমুৰা হৈ সমুদ্ৰলৈ হো-হোকৈ বৈ গৈছিল।।৬।। ইন্দ্ৰই বৃষৰ নিচিনা আচৰণ কৰি (প্ৰজাপতিৰ ওচৰত) সোমৰূপ প্ৰশস্ত অন্ন বিচাৰিছিল আৰু (তিনিবাৰ সোমৰস নিষ্কাসন কৰা) যজ্ঞত সোমপান কৰিছিল। সেই সোমপানৰদ্বাৰা বলশালী হৈ ইন্দ্ৰই শত্ৰুঘাতক বজ্ৰ দাঙি লৈছিল আৰু অসুৰবিলাকৰ ভিতৰত সৰ্বপ্ৰথম বৃত্ৰক বধ কৰিছিল।।৭।।

# দ্বিতীয় অনুবাক

## ষষ্ঠ সূক্ত (৬)

(ঋষি—সম্পদকামী শৌনক। দেৱতা—অগ্নি। ছন্দ-ত্রিষ্টুপ্, পংক্তি।)

হে অগ্নি, বছৰ, ঋতু, মাহ, পক্ষ, দিন আদিয়ে তোমাৰ বৃদ্ধি সাধন কৰক। ঋষিসকল আৰু সত্য তত্ত্বই তোমাক সমৃদ্ধ কৰক। তুমি দিব্য জ্যোতিৰে জ্যোতিষ্মান হোৱাঁ আৰু চতুৰ্দিশ প্ৰকাশিত কৰি থাকাঁ।।১।। হে অগ্নি, তুমি প্ৰজ্বলিত হোৱাঁ আৰু এই যজমানক সমৃদ্ধি দান কৰাঁ ; তেওঁক সৌভাগ্য দান কৰিবৰ কাৰণে তুমি উৎসাহ যুক্ত হোৱাঁ। হে অগ্নি, তোমাৰ পৰিচৰ্যাকাৰীসকল যেন বিনষ্ট নহয় ; তোমাৰ উপাসক ব্ৰাহ্মণসকল যেন যশস্বী হয় ; (তোমাৰ প্ৰতি বিমুখ) অন্যসকল নহয় যেন।।২।। হে অগ্নি, তোমাক এই ব্ৰাহ্মণসকলে বৰণ কৰিছে। হে অগ্নি, আমাৰ দোষ-ত্ৰুটী ঘটিলেও তুমি আমাৰ কল্যাণকাৰক হোৱাঁ। হে অগ্নি, তুমি (আমাৰ) শত্ৰু নাশক আৰু চক্ৰান্তকাৰীবিলাকৰ বিজেতা হৈ নিজৰ বাসগৃহত অবিৰতভাৱে জাগৃত হৈ থাকাঁ।।৩।। হে অগ্নি, তুমি নিজ বলেৰে বলবান হোৱাঁ। হে অগ্নি, মিত্ৰগণৰ পোষণকাৰী তুমি মিত্ৰভাৱে অৱস্থান কৰা। তোমাৰ সজাতিসকলৰ (ব্ৰাহ্মণসকলৰ) মধ্যৱৰ্তী হৈ থাকাঁ, ৰজাসকলৰ যজ্ঞত প্ৰজ্বলিত হৈ থাকাঁ।।৪।। হে অগ্নি, তুমি আমাক নিকৃষ্ট পাপৰ পৰা ৰক্ষা কৰা। তুমি শৰীৰ শোষক ৰোগসমূহ নাশ কৰাঁ। তুমি আমাৰ পাপত প্ৰবৃত্তি ঘটোৱা দুৰ্বুদ্ধি নাশ কৰা। তুমি বিদ্বেষকাৰীবিলাকক ধ্বংস কৰাঁ। হে অগ্নি, তুমি আমাৰ সকলো দুৰ্গতি নাশ কৰাঁ আৰু পুত্ৰ (পৌত্ৰাদিৰ সৈতে আমাক ধন দান কৰা।।৫।।

## সপ্তম সূক্ত (৭)

(ঋষি—অথৰ্বা। দেৱতা—বনস্পতি (দূৰ্বা)। ছন্দ—অনুষ্টুপ্, বৃহতী।)

(ৰাক্ষস পিশাচ আদিৰপৰা জন্মা) পাপৰ বিনাশক, (ব্ৰাহ্মণ আদিৰ) শাপনিবাৰক এই দেৱনিৰ্মিত লতাই (দুবৰি বা যব ধানৰ গছ), পানীয়ে গাৰ মলি ধুই নিয়াৰ দৰে আমাৰ সকলো শাপজনিত দোষ ধুই নিকা কৰক।।১।। বিদ্বেষকাৰীসকলৰ শাপ, ভগিনীৰ শাপ ; ব্ৰাহ্মণসকলৰ ক্ৰোধজনিত শাপ, এই সকলোবোৰ আমাৰ ভৰিৰ তলত থাকক।।২।। (হে মণি,) দ্যুলোকৰপৰা তললৈ মুখ কৰি শিপাৰ দৰে ব্যাপ্ত হৈ থকা, মাটিৰ ওপৰত ওপৰ মুৰাকৈ বিস্তাৰিত হৈ পৰা সহস্ৰকাণ্ডৰ (দুবৰি বা যৱধানৰ গছৰ) দ্বাৰা তুমি আমাক সকলো ফালৰপৰা (শাপমুক্ত কৰি) পালন কৰাঁ।।৩।। তুমি মোক, মোৰ সতি-সন্ততিবিলাকক আৰু আমাৰ ধনসম্পসমূহ ৰক্ষা কৰাঁ। শত্ৰুৱে যেন আমাৰ অতিক্ৰম কৰিব নোৱাৰে আৰু কুচক্ৰান্তকাৰীবিলাকে যেন

আমাক হিংসা কৰিব নোৱাৰে।।৪।। শাপ দিওঁতাজনৰ গাতে সেই শাপ লাগকগৈ। আমাৰ প্ৰতি অনুকূল হৃদয়ৰ মিত্ৰসকলৰ সৈতে আমাৰ সুখ হওক। আমাৰ প্ৰতি দুৰ্ভাৱনা ৰখাসকলৰ চকু থাকে দুয়োকাষে থকা হাড়বোৰ আমি চূৰ্ণ-বিচূৰ্ণ কৰিম।।৫।।

## অষ্টম সূক্ত (৮)

(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা—যক্ষ্মাকুষ্ঠাদি নাশন। ছন্দ—অনুষ্টুপ্, পংক্তি।)

শক্তিশালী বন্ধনমোচনকাৰী বিচৃতী নামৰ মূল নক্ষত্ৰদ্বয় উদিত হ'ল। ওপৰ আৰু তলৰ অংশত পাশৰ দৰে বান্ধি থোৱা, বংশানুক্ৰমিক (যক্ষ্মা,কুষ্ঠ, অপস্মাৰ আদি) ৰোগৰ মূল তেওঁলোকে নষ্ট কৰক।।১।। ৰাতি আঁতৰি যাওক (প্ৰভাত হওক), ৰোগ দূৰ কৰক (অথবা কৰ্তনশীল ৰোগকাৰিণী পিশাচীবোৰ দূৰ হওক)। বংশানুক্ৰমিক ৰোগনাশ কৰা এই লতাই তেনে ৰোগবিলাক নাশ কৰক (এই বাক্যটো পিছৰ তিনিটা মন্ত্ৰৰ শেষতো যোগ হ'ব)।।২।। (হে ৰোগী,) অৰ্জুন গছৰ কপিলবৰণীয়া কাণ্ড, য-ধানৰ তুঁহ আৰু তিলমঞ্জৰীৰ সৈতে প্ৰস্তুত মণিয়ে তোমাৰ ৰোগ নাশ কৰক। বংশানুক্ৰমিক ইত্যাদি পূৰ্ব্বৱৎ।।৩।। (ৰোগীৰ ৰোগনাশনৰ অৰ্থে বলধ যুৰি থোৱা) নাঙলক নমস্কাৰ, ঈহমাৰি আৰু যুৱঁলিক নমস্কাৰ। বংশানুক্ৰমিক ইত্যাদি পূৰ্ব্বৱৎ।।৪।। দুৱাৰ খিৰিকী ভগা এৰা-পৰলীয়া ঘৰৰ উদ্দেশ্যে নমস্কাৰ, মাটি খানি পৰিত্যাগ কৰা গাঁতৰ উদ্দেশ্যে নমস্কাৰ, (এৰাবাৰী, এৰা পৰলীয়া ঘৰ আদি) ক্ষেত্ৰৰ অধিপতি দেৱতাসকললৈ নমস্কাৰ, (তেওঁলোকৰ অনুগ্ৰহত ৰোগ নাশ হওক)। বংশানুক্ৰমিক ইত্যাদি বাক্য পূৰ্ব্বৱৎ।।৫।।

## নৱম সূক্ত (৯)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা—বনস্পতি। ছন্দ—পংক্তি, ত্ৰিষ্টুপ্।)

হে (পলাশ, ডিমুৰু, জামু আদি) দহবিধ গছৰ কাঠেৰে নিৰ্মিত মণি, যি ব্ৰহ্মৰাক্ষসীয়ে এই মানুহজনক অমাবস্যা আদি পৰ্বত গ্ৰাস কৰিছে, সেই ব্ৰহ্মৰাক্ষসীৰপৰা এওঁক মুক্ত কৰাঁ। হে বনস্পতি (কাষ্ঠনিৰ্মিত মণি), তুমি এই অপশক্তিৰ কবলত পৰা মানুহজনক জীৱিত লোকলৈ লৈ যোৱাঁ।।১।। (হে মণি, তোমাৰ প্ৰভাৱৰ দ্বাৰা গ্ৰহৰ কবলৰপৰা মুক্ত হৈ) এই মানুহজন আহিছে, ওপৰলৈ উঠিছে, জীৱনলোকলৈ (আত্মীয়, স্বজনৰ ওচৰলৈ) ঘূৰি আহিছে; পুনৰ পুত্ৰাদিৰ পিতা হৈছে; মানুহৰ মাজত সৰ্বোত্তম ভাগ্যশালী হৈছে।।২।। এওঁ (ৰোগমুক্ত হৈ) পূৰ্বে অধ্যয়ন কৰা বেদসমূহ স্মৰণ কৰক; এওঁ পুনৰ শৰীৰ আৰু পুৰ-গ্ৰাম আদি স্থানসমূহ লাভ

কৰক। শতজন বৈদ্য আৰু সহস্ৰবিধ ঔষধৰ যি ফল, তেওঁ এই মণি বন্ধন কৰি সেই ফল লাভ কৰক।।৩।। হে মণি, তুমি ৰোগীক গ্ৰহবিকাৰৰপৰা মুক্ত কৰা (অথবা গ্ৰহ আদি আচ্ছাদন কৰা), এই কথা দেৱতাসকলে জানে; ব্ৰাহ্মণ আৰু ওষধিসমূহেও জানে। বিশ্বদেৱগণেও সেইদৰে সামৰ্থ্যৰ কথা জানে। (অৰ্থান্তৰ - হে ৰোগী, মূৰ্চ্ছিত তুমি সম্যক্ জ্ঞান লাভ কৰাৰ কথা ভূলোকে জানক, দেৱগণে ব্ৰাহ্মণগণে, ওষধিসমূহে, বিশ্বদেৱগণে জানক)।।৪।। যি (অথৰ্বা নামৰ মহৰ্ষিয়ে এই মণিবন্ধন) কৰিছিল, তেৱেঁই (এই গ্ৰহবিকাৰ) শান্ত কৰক। তেওঁ মহান্ চিকিৎসক। (হে ৰোগী) পবিত্ৰ জ্ঞানসম্পন্ন তেৱেঁই তোমাৰ চিকিৎসা কৰক।।৫।।

## দশম সূক্ত (১০)

(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা-নিৰ্ঋতি,[22] দ্যাবাপৃথিৱী আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—ত্ৰিষ্টুপ্।)

(হে বংশানুক্ৰমিক ৰোগপীড়িত ৰোগী,) মই তোমাক বংশগত ৰোগসমূহৰপৰা, (ৰোগকাৰক পাপদেৱতা) নিৰ্ঋতিৰ পৰা, ভগিনীৰ অভিশাপৰপৰা, (গুৰু দেৱ আদিৰ) দ্ৰোহৰপৰা আৰু বৰুণৰ পাশৰপৰা মুক্ত কৰিছোঁ; এই মন্ত্ৰৰ দ্বাৰা তোমাক অপৰাধমুক্ত কৰিছোঁ। দ্যুলোক আৰু পৃথিৱী তোমাৰ কাৰণে মঙ্গলকাৰক হওক। (এই বাক্য দুটা শেষৰ মন্ত্ৰলৈকে প্ৰতিটোৰ শেষত যোগ কৰি যাব)।।১।। এই অগ্নি জলৰ সৈতে তোমাৰ কাৰণে মঙ্গলকাৰক হওক। ওষধিসমূহৰ সৈতে সোমদেৱতা তোমাৰ কাৰণে কল্যাণকৰ হওক। সেইদৰে মই তোমাক ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। অন্তৰিক্ষত পক্ষীগণক ধাৰণ কৰি থকা বায়ুদেৱতা তোমাৰ কাৰণে মংগলপ্ৰদ হওক ; চাৰি দিশ সুখকৰ হওক। সেইদৰে মই তোমাক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। বায়ুৰ পত্নী এই দ্যোতমান চাৰি দিশ আৰু (সূৰ্যমণ্ডলৰ অধিপতি) সূৰ্যদেৱে দেখি আছে। (তেওঁলোক তোমাৰ কাৰণে সুখকৰ হওক)। সেইদৰে মই ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। (হে ৰোগী,) তোমাক ৰোগমুক্ত কৰি বৃদ্ধাৱস্থালৈকে এই দিশসমূহৰ মাজত স্থাপন কৰিছোঁ ; তোমাক যক্ষ্মাৰোগে, নিৰ্ঋতিয়ে ত্যাগ কৰি আঁতৰি যাওক। সেইদৰে মই ইত্যাদি (পূৰ্ব্ববৎ)।।৫।। তুমি যক্ষ্মাৰোগৰপৰা মুক্ত হৈছা, (ৰোগৰ মূলস্বৰূপ) পাপৰ পৰা, নিন্দাৰপৰা, দ্ৰোহৰ পৰা, পাশৰ পৰা, (ব্ৰহ্মৰাক্ষস আদিৰ) গ্ৰাসৰ পৰাও মুক্ত হৈছা। সেইদৰে মই ইত্যাদি (পূৰ্ব্ববৎ)।।৬।। তুমি শত্ৰুৰ (সমান কষ্টদায়ক ৰোগৰ) পৰা মুক্ত হৈছা, সুখ লাভ কৰিছা, তোমাৰ পুণ্যৰ ফলস্বৰূপ এই লোকত বাস কৰিবলৈ পাইছা। এইদৰে মই ইত্যাদি (পূৰ্ব্ববৎ)।।৭।। দেৱতাসকলে সূৰ্যক অন্ধকাৰৰ (ৰাহুৰ) পৰা যেনেকৈ মুক্ত কৰিছিল, আৰু তেওঁ পাপমুক্ত হৈছিল, সেইদৰে মই তোমাক ইত্যাদি (পূৰ্ব্ববৎ)।।৮।।

# তৃতীয় অনুবাক

## একাদশ সূক্ত (১১)

(ঋষি—শুক্ৰ দেৱতা—মন্ত্ৰত উল্লিখিতসকল। ছন্দ—গায়ত্ৰী, উষ্ণিক্।)

(হে তিলকবৃক্ষদ্বাৰা নিৰ্মিত মণি,) তুমি অন্যৰ দোষ (কৃত্যা) দূষিত কৰিব পাৰা ; (পৰপ্ৰেৰিত) হেতি নামৰ ক্ষেপণাস্ত্ৰৰ প্ৰতিৰোধ কৰিব পাৰা ; পৰৰ (দ্বাৰা উচ্চাৰিত মন্ত্ৰাত্মক) বজ্ৰৰ কাৰণে তুমি বজ্ৰস্বৰূপ। তুমি আমাতকৈ অধিক বলশালী শত্ৰুবিলাকক নিৰোধ কৰাঁ আৰু আমাৰ সমান বলশালী শত্ৰুবিলাকক অতিক্ৰম কৰা (এই বাক্য পিছৰ প্ৰত্যেক মন্ত্ৰৰে শেষত যোগ যি যাব)।।১।। হে তিলকমণি, আঘাত হানিবলৈ অহা শত্ৰুৰ তুমি নিবাৰণ, আৰু মন্ত্ৰসিদ্ধ ৰক্ষাসূত্ৰ। গতিকে তুমি ইত্যাদি (পূৰ্ববৎ)।।২।। যিবিলাকে আমাক বিদ্বেষ কৰে আৰু আমি যাক বিদ্বেষ কৰোঁ, এই দুয়োবিধ শত্ৰুকে তুমি বিপৰীত অভিচাৰৰ দ্বাৰা বিনাশ কৰাঁ। গতিকে তুমি ইত্যাদি (পূৰ্ববৎ)।।৩।। হে মণি, তুমি শত্ৰুকৃত কুমন্ত্ৰৰ কথা জানা, তুমি আমাক তেজস্বিতা ধাৰণ কৰোৱা, (শত্ৰুকৃত কুমন্ত্ৰৰ পৰা) আমাৰ শৰীৰ ৰক্ষা কৰি থাকা। গতিকে তুমি ইত্যাদি (পূৰ্ববৎ)।।৪।। হে মণি, তুমি শত্ৰুৰ শোকদায়ক, দীপ্যমান, আৰু জ্বৰ আদিৰ দ্বাৰা শত্ৰুৰ সন্তাপদায়ক (অৰ্থান্তৰ-সূৰ্যৰ দৰে কৃত্যা আদিৰ অভিভৱকাৰী, অগ্নি আদিৰ জ্যোতিৰ দৰে অস্পৃষ্ট আৰু শত্ৰুকৃত অভিচাৰ আদিৰ দ্বাৰা অধৰ্ষণীয়)। গতিকে তুমি ইত্যাদি (পূৰ্ববৎ)।।৫।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—ভৰদ্বাজ। দেৱতা—দ্যাৱাপৃথিবী, অন্তৰিক্ষ। ছন্দ—ত্ৰিষ্টুপ্।)

দ্যুলোক, ভূ-লোক আৰু বিস্তীৰ্ণ অন্তৰিক্ষৰ (অগ্নি, বায়ু আৰু সূৰ্যৰূপে) যিজন অধিপতি, (ত্ৰিবিক্ৰম ৰূপে সমস্ত লোক) ব্যাপ্ত কৰাৰ কাৰণে যিজন অদ্ভুত, বহুভাৱে স্তুতি প্ৰাপ্ত, সকলো লোকৰ পালক বিষ্ণু আৰু বায়ু যাৰ ৰক্ষক তথা বিস্তীৰ্ণ অন্তৰিক্ষৰ যিসকল অধিপতি, সেই সমস্তজন (এই অভিচাৰ যাগত) মই কষ্ট পোৱাৰ দৰে সন্তপ্ত হওক (মোৰ দৰে শত্ৰুবিনাশৰ অৰ্থে উদ্যত হওক)।।১।। হে যাগযোগ্য দেৱতাসকল, তোমালোকে মোৰ কথা শুনা। ভৰদ্বাজে মোৰ (বাঞ্ছাসিদ্ধিৰ) উদ্দেশ্যে উক্‌থ শাস্ত্ৰ পাঠ কৰিছে। যি আমাৰ মনটোক দুঃখিত কৰিছে, সেই শত্ৰু (আমাৰ কুমন্ত্ৰৰ) পাশত আবদ্ধ হৈ দুৰ্গতিপ্ৰাপ্ত হওক।।২।। হে সোমপায়ী ইন্দ্ৰ, মোৰ কথা শুনা ; মই শোকাৰ্ত হৃদয়েৰে তোমাক বাৰে বাৰে আহ্বান কৰিছোঁ। যি আমাৰ (সৎকাৰ্যত নিৱিষ্ট) মনটো

দুঃখিত কৰিছে, সেই শত্ৰুক মই বজ্র-সদৃশ কুঠাৰেৰে গছ কটাৰ দৰে কাটিছোঁ।।৩।। আশীৰ তিনিগুণ ঋকৰ দ্বাৰা প্ৰতিপাদ্য ইন্দ্ৰ, সামগান গোৱা উদ্গাতাবদ্বাৰা প্ৰযুক্ত স্তোত্ৰসমূহ, আদিত্যগণ, বসুগণ আৰু অঙ্গিৰাগেণৰ (অথবা ৰুদ্ৰগণৰ) সৈতে, আমাৰ পূৰ্বপুৰুষসকলে সম্পন্ন কৰা (শ্ৰুতিবিহিত) যাগাদি কৰ্ম তথা (স্মৃতিবিহিত) পুখুৰী-কুঁৱা আদি খনোৱাৰ নিচিনা পুণ্যকৰ্মৰাজিয়ে আমাক ৰক্ষা কৰক। (আমাৰ অপকাৰ সাধন কৰা) অমুক নামৰ শত্ৰুক মই কৃত্যা ৰূপ দেৱতাৰ কোপেৰে নাশ কৰিছোঁ।।৪।। হে আকাশ পৃথিবী, তোমালোকে মোক উদ্দীপ্ত কৰা ; হে বিশ্বদেৱগণ, (শত্ৰু জয়ৰ অৰ্থে উদ্যত হোৱাঁ) মোৰ সৈতে তোমালোকো উদ্যত হোৱাঁ। হে সোমৰ যোগ্য অঙ্গিৰাগণ, পিতৃগণ, অপকৰ্ম কৰোঁতাসকল (মৃত্যুৰ) পাপগ্ৰস্ত হওক।।৫।। হে মৰুৎগণ, যিবিলাকে আমাক হেয় জ্ঞান কৰে আৰু যিসকলে আমি সম্পন্ন কৰা মন্ত্ৰসিদ্ধ কৰ্মক নিন্দা কৰে, সিবিলাকক তোমাৰ তেজঃৰূপ সন্তাপে বাধাগ্ৰস্ত কৰক। দ্যুলোকত থকা আদিত্যই আমাৰ কৰ্মক দ্বেষ কৰোঁতাসকলক সম্যক্‌ভাবে সন্তপ্ত কৰক।।৬।। (হে শত্ৰু,) তোমাৰ (নেত্ৰ আদি) সপ্তসংখ্যক প্ৰাণ, অষ্ট ধমনী (কণ্ঠত থকা নাড়ী বিশেষ) আৰু তোমাৰ অন্য অংগসমূহ মই (অভিচাৰ) মন্ত্ৰদ্বাৰা ছিন্ন-ভিন্ন কৰি দিছোঁ। তুমি এতিয়া অগ্নিদূতৰ লগত (শৱ সৎকাৰৰ অৰ্থে) শৰীৰ অলংকৃত কৰি যমৰ ঘৰলৈ যাত্ৰা কৰাঁ।।৭।। (হে শত্ৰু,) তোমাৰ ভৰি (গছপাতত পৰা ভৰিৰ ধূলি) জ্বলি থকা জুইত (তপত কেৰাহীত) পেলাই দিছোঁ। তাৰ ফলত তোমাৰ দেহত প্ৰবেশ কৰি অগ্নিয়ে তোমাৰ সমস্ত শৰীৰ দাহ কৰক আৰু তোমাৰ বাক্ ইন্দ্ৰিয়ই প্ৰাণলাভ কৰক (অৰ্থাৎ অন্য ইন্দ্ৰিয়সমূহ নিষ্ক্ৰিয় হওক)।।৮।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি, বৃহস্পতি, বিশ্বদেৱগণ। ছন্দ—ত্ৰিষ্টুপ্।)

হে অগ্নি, তুমি (এই বালকৰ) বৃদ্ধাৱস্থা পৰ্যন্ত আয়ুসদাতা। হে অগ্নি, তুমি ঘৃতপ্ৰতীক (আহুতিৰ দ্বাৰা উদ্ভূত শিখাৰূপ) আৰু ঘৃতপৃষ্ঠ। গতিকে তুমি মধুৰ, নিৰ্মল গো-ঘৃত পান কৰি পিতৃয়ে পুত্ৰক ৰক্ষা কৰাৰ দৰে এই বালকক ৰক্ষা কৰাঁ।।১।। (হে দেৱগণ,) এই বালকক তেজস্বিতাৰে আচ্ছাদিত কৰাঁ ; এওঁৰ যেন বৃদ্ধ-কালতহে মৃত্যু ঘটে। এওঁ শতায়ু হওক। বৃহস্পতিয়ে এই বস্ত্ৰ ৰজা সোমক পিন্ধিবলৈ দিছিল।।২।। (হে বালক,) তুমি কল্যাণৰ উদ্দেশ্যে এই বস্ত্ৰ পৰিধান কৰাঁ। তুমি

এই বস্ত্ৰৰ দ্বাৰা গৰুৰ ভয়' দূৰ কৰি সিহঁতৰ পালক হোৱাঁ ; তুমি বহুকাল ধৰি পুত্ৰ-নাতিলৈকে বুলি শতায়ু হোৱাঁ আৰু ধন-সম্পদ লাভ কৰাঁ।।৩।। হে বালক, আহাঁ, (সোঁ ভৰিৰে) এই শিলটোত খোজ পেলোৱাঁ। তোমাৰ শৰীৰ শিল (সদৃশ সুদৃঢ়) হওক। বিশ্বদেৱগণে তোমাক শত শৰৎ জীয়াই ৰাখক।।৪।। হে বালক, তুমি প্ৰথমতে পিন্ধা বস্ত্ৰ (সলাই থোৱাৰ পাছত) আমি গ্ৰহণ কৰিছোঁ। বিশ্বদেৱগণে তোমাক ৰক্ষা কৰক। (পশু, ধন আদিৰদ্বাৰা) বৃদ্ধি লাভ কৰা, (গোদান সংস্কাৰৰ দ্বাৰা) নতুন জন্ম লাভ কৰা তোমাৰ যেন বহুজন ভ্ৰাতৃৰ জন্ম হয়।।৫।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—চাতন। দেৱতা—অগ্নি, ভূতপতি, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, বৃহতী।)

ওখ-পাখ গাৰে, সন্তান বিনাশ কৰি ফুৰা, ভয়ংকৰ স্বভাৱৰ, হুটা মাতৰ, সদায় খোৱাতে থকা চণ্ড নামৰ ক্ৰুদ্ধ পাপগ্ৰহৰ সতি-সন্ততি, সকলো আক্ৰোশকাৰিণী পিশাচিনীক বিনাশ কৰিছোঁ।।১।। হে মণ্ডন্দী নামৰ পিশাচিনীৰ কন্যাগণ, আমি তোমালোকক গোহালিঘৰ, ভঁৰালঘৰ আৰু বাসগৃহৰপৰা খেদি পঠাই তোমালোকক নাশ কৰিছোঁ।।২।। সৌ তলত (পাতালৰ) যি ঘৰ আছে, তালৈ (দান আদি পুণ্যকৰ্মৰ) বিঘিনিকাৰী পিশাচীবিলাক গুচি যাওক, নাশকাৰিণী (সেদি) তাত থাককগৈ, আৰু (যাতকাৰী) যাতুধানীহঁতো তাতে বাস কৰকগৈ।।৩।। ভূতপতিয়ে (ৰুদ্ৰই) সকলো আক্ৰোশকাৰিণী পিশাচিনীক ইয়াৰপৰা খেদি পঠাওক, (আমাৰ থকা) ঘৰৰ তলত থকা পিশাচিনীবোৰক ইন্দ্ৰই বজ্ৰেৰে হেঁচি ধৰক।।৪।। হে পিশাচিনীগণ, তোমালোক যদি পিতৃ-মাতৃৰ গাৰ পৰা অহা (কুষ্ঠ আদি ৰোগৰ কাৰণ), অথবা শত্ৰুৱে পঠাই দিয়া, অথবা দস্যুপ্ৰেৰিত (অপশক্তি), তেনেহ'লে, তোমালোক ইয়াৰপৰা আঁতৰি গৈ বিনষ্ট হোৱাঁ।।৫।। শীঘ্ৰগামী অশ্ব লক্ষ্যস্থানত উপনীত হোৱাৰ দৰে মই এই পিশাচীহঁতৰ বাসস্থানসমূহ সকলোপ্ৰকাৰে আক্ৰমণ কৰিছোঁ। হে পিশাচীগণ, মই তোমালোকৰ লগত সকলো যুদ্ধতে জয় লাভ কৰিছোঁ। (ঘৰ বিনষ্ট হোৱা) তোমালোক নিৰাশ্ৰয় হৈ নষ্ট যোৱাঁ।।৬।।

---

৭। সায়ণাচাৰ্যই এই প্ৰসংগত 'শতপথ ব্ৰাহ্মণ'ৰ (৩/১/২/১৩/১৭) পৰা এটা আখ্যান উদ্ধৃত কৰিছে। পূৰ্বে দেৱতাসকলে মানুহৰ ভাঠ ছাল ছিঙি নি গৰুৰ গাত লগাই দিছিল , কাৰণ গৰুৱে গাখীৰ দি, হাল বাই, ভাৰ বৈ নানাপ্ৰকাৰে উপকাৰ কৰিছিল। গৰুৱে এই ছাল গাত লগাই জাৰ, গৰম, বৰষুণ আদি সহিব পৰা হৈছিল। সেই কাৰণে নগ্ন মানুহ দেখিলে গৰুৱে, 'আমাৰ ছাল কাটি নিব' বুলি ভয় কৰে।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—ব্ৰহ্মা। দেৱতা—প্ৰাণ। ছন্দ—গায়ত্ৰী।)

(দেৱাদিৰ আশ্ৰয়ৰূপ) দ্যুলোক আৰু (মনুষ্যাদিৰ আশ্ৰয় ৰূপ) পৃথিৱী যিদৰে ভীত নহয় অথবা বিনষ্ট নহয়, সেইদৰে হে মোৰ প্ৰাণ, (শত্ৰু গ্ৰহ আৰু ৰোগ আদিৰ পৰা) তুমি ভীত নহ'বা (এই বাক্য পিছৰ প্ৰত্যেক মন্ত্ৰৰ শেষত যোগ হ'ব)।।১।। দিন আৰু ৰাতি যিদৰে ভীতও নহয়, বিনষ্টও নহয়, সেইদৰে ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে)।।২।। সূৰ্য আৰু চন্দ্ৰ যিদৰে ভীতও নহয়, বিনষ্টও নহয়, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।৩।।ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় যিদৰে ভীতও নহয়, বিনষ্টও নহয়, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।৪।। যিদৰে সত্য আৰু মিথ্যা ভীতও নহয়, বিনষ্টও নহয়, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।৫।। ভূত আৰু ভৱিষ্যৎ যেনেকৈ ভীতও নহয়, বিনাশপ্ৰাপ্তও নহয়, সেইদৰে ইত্যাদি ( পূৰ্ববৎ)।।৬।।

## ষোড়শ সূক্ত (১৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—প্ৰাণ-অপান প্ৰভৃতি। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী।)

হে প্ৰাণ আৰু অপানৰ অধিষ্ঠাতা দেৱতাদ্বয়, তোমালোকে মোক মৃত্যুৰ পৰা ৰক্ষা কৰাঁ, তোমালোকৰ উদ্দেশ্যে স্বাহা (মন্ত্ৰৰ সৈতে আহুতি প্ৰদান কৰিছোঁ)।।১।। হে দ্যৌ আৰু পৃথিৱী, তোমালোকে মোক শ্ৰৱণশক্তি দান কৰি মৃত্যুৰ পৰা ৰক্ষা কৰাঁ ; তোমালোকৰ উদ্দেশ্যে স্বাহা।।২।। হে (চকুৰ অধিষ্ঠাতা দেৱতা) সূৰ্য, তুমি দৃষ্টিশক্তি দান কৰি মোক মৃত্যুৰপৰা ৰক্ষা কৰাঁ ; তোমাৰ উদ্দেশ্যে স্বাহা।।৩।। হে বৈশ্বানৰ[23] অগ্নি, তুমি সমস্ত দেৱতাৰে সৈতে মোক মৃত্যুৰ পৰা ৰক্ষা কৰাঁ ; তোমাৰ উদ্দেশ্যে স্বাহা।।৪।। হে (জঠৰাগ্নিৰূপে সকলোৰে পোষণকৰ্তা) বিশ্বম্ভৰ অগ্নি, তোমাৰ পোষণ শক্তিৰে মোক মৃত্যুৰপৰা ৰক্ষা কৰাঁ ; তোমালৈ স্বাহা।।৫।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি—ব্ৰহ্মা। দেৱতা—ওজঃ প্ৰভৃতি। ছন্দ—ত্ৰিষ্টুপ্।)

হে অগ্নি, তুমি ওজঃস্বৰূপ, তুমি মোক ওজঃ প্ৰদান কৰাঁ, তোমাৰ উদ্দেশ্যে স্বাহা।।১।। হে অগ্নি, তুমি (শত্ৰুক পৰাভৱ কৰিব পৰা সামৰ্থ্য) সহঃ স্বৰূপ, তুমি মোক সহঃ প্ৰদান কৰাঁ, তোমাৰ উদ্দেশ্যে স্বাহা।।২।। হে অগ্নি, তুমি বলস্বৰূপ, মোক বল প্ৰদান কৰাঁ, তোমালৈ স্বাহা।।৩।। হে অগ্নি, তুমি আয়ুস স্বৰূপ, মোক আয়ুস দান কৰাঁ, তোমালৈ স্বাহা।।৪।। হে অগ্নি তুমি শ্ৰোত্ৰস্বৰূপ, তুমি মোক শ্ৰৱণশক্তি দান কৰাঁ ; তোমাৰ উদ্দেশ্যে স্বাহা।।৫।।

# চতুৰ্থ অনুবাক

## অষ্টাদশ সূক্ত (১৮)

(ঋষি—চাতন। দেৱতা—অগ্নি। ছন্দ—বৃহতী।)

হে অগ্নি, তুমি আত্মীয় শত্ৰুগণৰ বিনাশক ; তুমি মোক আত্মীয় শত্ৰু নাশ কৰিব পৰা শক্তি দিয়াঁ ; তোমাৰ উদ্দেশ্যে স্বাহা।।১।। তুমি অনাত্মীয় শত্ৰুগণৰ বিনাশক, মোক অনাত্মীয় শত্ৰু বিনাশক শক্তি প্ৰদান কৰাঁ ; তোমালৈ স্বাহা।।২।। তুমি পুণ্যকৰ্ম বিঘাতকবিলাকৰ নাশকৰ্তা ; তুমি মোক সেই বিঘাতকবিলাকক নাশ কৰিব পৰা শক্তি দান কৰাঁ ; তোমালৈ স্বাহা।।৩।। তুমি পিশাচবিনাশক, তুমি মোক পিশাচ বিনাশ কৰিব পৰা শক্তি প্ৰদান কৰাঁ, তোমালৈ স্বাহা।।৪।। হে অগ্নি, তুমি আক্ৰোশকাৰী পিশাচীগণৰ বিনাশক, তুমি মোক সেইবিলাকক বিনাশ কৰিব পৰা শক্তি দান কৰাঁ, তোমালৈ স্বাহা।।৫।।

## ঊনবিংশ সূক্ত (১৯)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)

হে অগ্নি, তোমাৰ যি সন্তাপদায়ক শক্তি আছে, তাৰে তুমি সেই শত্ৰুৰ প্ৰতি উত্তপ্ত হোৱাঁ, যি আমাক দ্বেষ কৰে আৰু আমিও যাক দ্বেষ কৰোঁ।।১।। হে অগ্নি, তোমাৰ যি সংহাৰ শক্তি আছে, তাৰে তুমি সেই শত্ৰুক সংহাৰ কৰাঁ, যি আমাক ইত্যাদি (অংশ প্ৰথম মন্ত্ৰৰ দৰে প্ৰত্যেক মন্ত্ৰৰ অন্তত যোগ কৰি ল'ব)।।২।। হে অগ্নি, তোমাৰ যি দাহিকা শক্তি আছে, তাৰে তুমি সেই শত্ৰুক দাহ কৰাঁ, যি আমাক ইত্যাদি (পূৰ্ববৎ)।।৩।। হে অগ্নি, তোমাৰ যি শোকদায়ক শক্তি আছে, তাৰে তুমি সেইশত্ৰুক দাহ কৰাঁ, যি আমাক ইত্যাদি (পূৰ্ববৎ)।।৪।। হে অগ্নি, তোমাৰ যি পৰক অভিভৱ কৰিব পৰা শক্তি আছে, তুমি তাৰে সেই শত্ৰুক নিস্তেজ কৰাঁ, যি আমাক ইত্যাদি (পূৰ্ববৎ)।।৫।।

বিংশ, একবিংশ, দ্বাবিংশ আৰু ত্ৰয়োবিংশ সূক্তত কেৱল সম্বোধন পদটো যথা ক্ৰমে বায়ু, সূৰ্য, চন্দ্ৰ আৰু জল দেৱতাগণ কৰি বাকীখিনি কথা ঊনবিংশ সূক্তৰ সৈতে একেই। কেৱল ত্ৰয়োবিংশ সূক্তত 'তুমি' সৰ্বনামপদৰ ঠাইত 'তোমালোক' হ'ব।

## চতুৰ্বিংশ সূক্ত (২৪)

(ঋষি—ব্ৰহ্মা। দেৱতা। আয়ুস। ছন্দ—পংক্তি, বৃহতী।)

হে শেৰভ (যাতুধানৰ অধিপতি), হে শেৰভক (যাতুধান অধিপতিৰ অমাত্য), তোমালোকে পঠোৱা ৰাক্ষস বিলাক আমাৰ ওচৰৰপৰা ঘূৰি যাওক ; তোমালোকৰ

অস্ত্ৰবিলাকো ঘূৰি যাওক ; তোমালোকৰ অনুচৰ কিমীদিনবিলাকো ঘূৰি যাওক। তোমালোক যাৰ ওচৰত থাকা, সেই শত্ৰুবিলাকক খাই পেলোৱাঁ ; যি তোমালোকক আমাৰ ওচৰলৈ পঠাইছিল, তাক খাই পেলোৱাঁ ; তোমালোকে নিজৰ (অথবা আমাৰ শত্ৰুবিলাকৰ) মাংস ভক্ষণ কৰাঁ।।১।। হে (আশ্ৰিতজনৰ সুখদায়ক) শেবৃধ, আৰু শেবৃধক, তোমালোকে পঠোৱা......ভক্ষণ কৰাঁ (এই অংশটো প্ৰথম মন্ত্ৰৰ দৰে পিছৰ সকলো মন্ত্ৰতে যোগ কৰি ল'ব)।।২।। হে (ধন আদি অপহৰণ কৰি আত্মগোপন কৰি গুচি যোৱা) ম্ৰোক আৰু অনুম্ৰোক, তোমালোকে পঠোৱা ইত্যাদি (পূৰ্ববৎ)।।৩।। হে সৰ্প আৰু অনুসৰ্প (কুটিল গতিৰে যোৱা সৰ্প নামৰ যাতুধান অধিপতি আৰু তেওঁৰ অনুচৰ), তোমালোকে পঠোৱা ইত্যাদি (পূৰ্ববৎ)।।৪।। (প্ৰাণীৰ শৰীৰ জীৰ্ণকাৰিণী) হে জুৰ্ণী, তোমালোকে পঠোৱা ৰাক্ষসবিলাক আমাৰ পৰা ঘূৰি যাওক ; তোমালোকৰ অস্ত্ৰও ঘূৰি যাওক ; তোমালোকৰ অনুচৰী কিমীদিনীবিলাকো ঘূৰি যাওক। (পিছৰখিনি পূৰ্ব মন্ত্ৰৰ দৰে)।।৫।। হে (নিষ্ঠুৰকৰ্মা) উপব্দা নামৰ ৰাক্ষসী, তোমালোকে পঠোৱা ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৬।। হে অৰ্জুনী, তোমালোকে পঠোৱা ইত্যাদি (পূৰ্ববৎ)।।৭।। হে ভৰুজি (শৰীৰ অপহৰণকাৰিণী ৰাক্ষসী), তোমালোকে পঠোৱা ইত্যাদি (পূৰ্ববৎ)।।৮।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—চাতন। দেৱতা—পৃশ্নিপৰ্ণী। ছন্দ—অনুষ্টুপ্।)

দ্যোতমান পৃশ্নিপৰ্ণীয়ে (ফুট্‌ফুটীয়া পাতেৰে সৈতে এবিধ ওষধি লতা) আমাৰ কল্যাণসাধন আৰু (ৰোগকাৰক) নিৰ্ঋতিৰ অনিষ্ট সাধন কৰিছে। ই উগ্ৰ পাপ (কণ্ব) নাশক। মই তাক (অনুলেপন আদি ৰূপত) ব্যৱহাৰ কৰিছোঁ।।১।। ৰোগ প্ৰশমনকাৰী এই পৃশ্নিপৰ্ণী (ওষধিসমূহৰ ভিতৰত) প্ৰথম হৈ উৎপন্ন হৈছে। এই ওষধিৰ সহায়ত মই কুৎসিত নামৰ (কুষ্ঠাদি ৰোগৰ) চৰাই মূৰ ছিঙাৰ দৰে মূৰ ছিঙিছোঁ।।২।। হে পৃশ্নিপৰ্ণী, শৰীৰ ৰক্তহীন কৰা ৰোগসমূহ আৰু শৰীৰৰ বৃদ্ধি ব্যাহত কৰা ৰোগসমূহ আৰু গৰ্ভস্থ ভ্ৰূণ খাই পেলোৱা কণ্ব (ৰোগকাৰক পাপ)— এই সকলোকে তুমি নাশ কৰাঁ, প্ৰশমন কৰাঁ।।৩।। হে দেৱী পৃশ্নিপৰ্ণী, প্ৰাণৰ সংশয় ঘটোৱা (কুষ্ঠ আদি ৰোগৰ কাৰণস্বৰূপ) পাপসমূহক তুমি পৰ্বতলৈ খেদাই পঠোৱাঁ, তুমি জুইৰ দৰে সিহঁতক দগ্ধ কৰি পিছে পিছে যোৱাঁ।।৪।। প্ৰাণবিঘাতক এই পাপসমূহক তুমি দূৰলৈ আঁতৰাই পঠোৱাঁ ; (সূৰ্য উদয় হ'লে) আন্ধাৰবোৰ আঁতৰি গৈ য'ত থাকেগৈ, এই মগুহ খোৱা ৰোগবিলাককো মই (তোমাক লেপন কৰি) তালৈকে পঠাই দিছোঁ।।৫।।

## ষড়্‌বিংশ সূক্ত (২৬)

(ঋষি—সবিতা। দেৱতা—পশুগাণ। ছন্দ—ত্রিষ্টুপ্‌, অনুষ্টুপ্‌।)

যিবিলাক পশু ইয়াৰপৰা গুচি গৈছিল, সেইবিলাক এই গোষ্ঠলৈ (গৰু-ম'হৰ খুটিলৈ) ঘূৰি আহক। সহচৰ ৰূপত বায়ু যাৰ ৰক্ষক, ত্বষ্টা দেৱতাই যিবিলাক পশুৰ গৰ্ভত থকা (পোৱালিৰ) আকৃতি নিৰ্দ্ধাৰণ কৰে, সেই পশুবিলাকক সবিতাদেৱে এই গোষ্ঠত স্থাপন কৰক।।১।। গৰু আদি পশুবিলাক এই গোষ্ঠলৈ জাক পাতি পাতি আহক; সিহঁতক কেনেকৈ আনিব লাগে সেই কথা জনা বৃহস্পতিয়ে সিহঁতক ইয়ালৈ লৈ আহক। সিনীবালীয়ে (এই নামৰ দেৱীগৰাকীয়ে) পশুবিলাকক আগত লৈ আহক। (পশুবিলাকৰ অনুগমন কৰা) হে অনুমতিদেৱী, সিহঁতক তুমি স্থাপন কৰাঁ।।২।। গৰু আদি পশুবোৰ সুন্দৰকৈ আহক; ঘোঁৰা আৰু মানুহবিলাক আহি থাকক। ধান আদি শস্যৰ শ্ৰীবৃদ্ধি হওক; মই বৰ্ধিত হৱিৰদ্বাৰা যাগ কৰিছোঁ।।৩।। মই গৰুৰ গাখীৰত ঘিউ মিহলাইছোঁ ;ঘিউৰ লগত বলকাৰক অন্ন আৰু পানী মিহলি কৰিছোঁ। আমাৰ পুত্ৰসকল ঘৃত আদিৰ দ্বাৰা সিক্ত (পুষ্ট)হৈছে। গৰাকীৰূপত মোৰ ওচৰত গাইবিলাক স্থিৰ হৈ ৰৈছে।।৪।। মই গো-সম্পদৰ পৰা প্ৰভূত দুগ্ধ লাভ কৰিম, ধান তথা জল সংগ্ৰহ কৰিম; পুত্ৰ-ভৃত্য আদি আৰু পত্নীগণক গোটাই লৈ এই গৃহ পৰিপূৰ্ণ কৰি থ'ম।।৫।।

# পঞ্চম অনুবাক

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—কপিঞ্জল। দেৱতা—ওষধি, ৰুদ্ৰ, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্‌।)

হে (পাঠা নামৰ) ওষধি, শত্ৰুৱে যেন কোনো প্ৰকাৰেই মোক বিবাদত পৰাস্ত কৰিব নোৱাৰে। তুমি পৰাভৱকাৰী, তুমি মোৰ প্ৰতিবাদী শত্ৰুক পৰাভূত কৰাঁ। তুমি প্ৰতিবাদীসকলৰ বাদ-বিবাদ প্ৰতিহত কৰাঁ; তেওঁলোকক (কণ্ঠ) শুকুৱাই নিয়াঁ।।১।। সুন্দৰ পাখি লগা গৰুড়ে তোমাক বিচাৰি পাইছিল আৰু (আদি) বৰাহে তোমাক নাকেৰে খান্দি উলিয়াইছিল। তুমি মোৰ প্ৰতিবাদীসকলৰ ইত্যাদি (বাক্য প্ৰথম মন্ত্ৰৰ দৰে ষষ্ঠ মন্ত্ৰ পৰ্যন্ত যোগ দি যাব)।।২।। ইন্দ্ৰই তোমাক (অসুৰ নাশৰ কাৰণে সোঁ) বাহুত ধাৰণ কৰিছিল; (ময়ো সেইদৰে প্ৰতিপক্ষক জয় কৰিবলৈ তোমাক ধাৰণ কৰিছোঁ)। তুমি মোৰ ইত্যাদি (বাক্য পূৰ্ব্ববৎ)।।৩।। অসুৰগণক বধ কৰিবৰ কাৰণে ইন্দ্ৰই পাঠা নামৰ ওষধি ভক্ষণ কৰিছিল; তুমি মোৰ প্ৰতিবাদীসকলৰ ইত্যাদি

(পূৰ্ববৎ)।।৪।। ইন্দ্ৰই তোমাৰ সহায়ত (তোমাক ধাৰণ আৰু ভক্ষণ কৰি) সালাবৃকবিলাকক (অসুৰক) পৰাভূত কৰিছিল। তুমি মোৰ ইত্যাদি (পূৰ্ববৎ)।।৫।। হে ৰুদ্ৰ, তোমাৰ ঔষধসমূহ সুখকৰ (অথবা সামান্য জলো যাক স্মৰণ কৰিলে ঔষধত পৰিণত হয়); তোমাৰ শিখা নীল বৰণীয়া, তুমি কৰ্ম সাধন কৰা। তুমি মোৰ ইত্যাদি (পূৰ্ববৎ)।।৬।। হে ইন্দ্ৰ, যি প্ৰতিবাদীয়ে আমাক পৰাস্ত কৰে তুমি তেওঁৰ প্ৰতিবাদী প্ৰশ্ন নষ্ট কৰি দিয়াঁ। তুমি আমাক তোমাৰ শক্তিৰে (তৰ্কত) বলিষ্ঠ কৰি তোলাঁ আৰু মোক প্ৰতিবাদীবিলাকতকৈ উৎকৃষ্ট কৰি তোলাঁ।।৭।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি—শম্ভু। দেৱতা—জৰিমা, আয়ু প্ৰভৃতি। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে জৰাকাল, তোমাৰ (প্ৰাপ্তিৰ) কাৰণে এই বালক বৃদ্ধিপ্ৰাপ্ত হওক। অন্য শত প্ৰকাৰৰ মৃত্যুৱে যেন এওঁৰ অনিষ্ট সাধন কৰিব নোৱাৰে। এগৰাকী (হিত) চিন্তা কৰা মাকে যেনেকৈ পুতেকক কোলাত লৈ (ৰক্ষা কৰি) থাকে, সেইদৰে মিত্ৰ দেৱতাই মিত্ৰসকলে কৰা দ্ৰোহজনিত অনিষ্টৰ পৰা এওঁক ৰক্ষা কৰি থাকক।।১।। (দিনৰ অধিষ্ঠাতা) মিত্ৰ আৰু (ৰাতিৰ অধিষ্ঠাতা) বৰুণে একমত হৈ এই বালকক বৃদ্ধাৱস্থাতহে যেন মৃত্যুৰ বিধান কৰে ; সেইদৰে (দেৱগণৰ) হোতা, প্ৰজ্ঞানযুক্ত, অগ্নিদেৱতাই দেৱতাসকলক এই বালকৰ দীৰ্ঘায়ুৰ কথা কওক (সমস্ত দেৱতাই এওঁক দীৰ্ঘায়ু কৰক)।।২।। হে অগ্নি, তুমি পৃথিবীত ইতিমধ্যে জন্মা আৰু ভৱিষ্যতে জন্মিবলগীয়া সকলো পশুৰে স্বামী। তোমাৰ কৃপাত প্ৰাণ আৰু অপান বায়ুৱে যেন এই বালকক এৰা নিদিয়ে। মিত্ৰ, অমিত্ৰ, কোনেও যেন এই বালকক বধ (হিংসা) কৰিব নোৱাৰে।।৩।। (হে গোদান আৰু চৌলকৰ্ম অনুষ্ঠিত কৰা বালক,) পিতৃ দ্যুলোক আৰু মাতৃ ভূলোকে একত্ৰ হৈ তোমাক বৃদ্ধ কালতহে মৃত্যু হ'বলগীয়া কৰক। অদিতিৰ (অখণ্ডিত পৃথিবীৰ) কোলাত প্ৰাণ-অপানৰ দ্বাৰা ৰক্ষিত হৈ তুমি শত হেমন্ত জীৱিত হৈ থাকাঁ।।৪।। হে অগ্নি, তুমি এওঁৰ তেজস্বিতা দান কৰাঁ আৰু দীৰ্ঘায়ু কৰাঁ। হে ৰজা বৰুণ আৰু মিত্ৰ, এই বালকক প্ৰীতিপ্ৰদ (প্ৰজননসমৰ্থ) ৰেতঃ দান কৰাঁ। হে অদিতি, তুমি মাতৃৰ দৰে এওঁক সুখদান কৰাঁ। হে বিশ্বদেৱ-গণ, এওঁ যাতে বৃদ্ধকাল পৰ্যন্ত জীয়াই থাকে।।৫।।

## ঊনত্ৰিংশ সূক্ত (২৯)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি, সূৰ্য আদি। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, পংক্তি।)

পাৰ্থিৱ ৰস পান কৰা এই পুৰুষক ইন্দ্ৰ আদি দেৱগণে ভাগদেৱতাৰ নিচিনা বলসম্পন্ন

কৰক ; অগ্নিয়ে এওঁক শতায়ু কৰক ; সূৰ্যই এওঁক তেজস্বিতা দান কৰক ; আৰু বৃহস্পতিয়ে এওঁক ( বেদাধ্যয়নজনিত) তেজঃ প্রদান কৰক।।১।। জাত প্ৰাণীগণৰ জ্ঞাতা হে অগ্নি, এওঁক আয়ুষ্মান কৰাঁ ; হে ত্বষ্টা[24], এওঁক পুত্রাদিৰে সমৃদ্ধ কৰাঁ। হে সবিতা, তুমি এওঁলৈ প্রচুৰ ধন-সম্পদ প্রেৰণ কৰাঁ। তোমাৰ কৃপাত এওঁ শত শৰৎ জীৱিত থাকক।।২।। হে দ্যুলোক আৰু ভূলোক, আমাৰ প্রার্থনা সত্য হওক। আমাক তোমালোকে একেলগ হৈ অন্ন আৰু সুপুত্ৰ দান কৰাঁ। আমাক বল আৰু ধন দিয়াঁ। হে ইন্দ্র, এই ব্যক্তিয়ে (তোমাৰ অনুগ্রহত) বলৰ প্রভাৱত ক্ষেত্র জয় কৰক আৰু অন্য প্রতিদ্বন্দ্বীক নিজৰ অধীন কৰক।।৩।। ইন্দ্ৰৰ পৰা (আয়ুস) লাভ কৰি, বৰুণৰ অনুশাসন লাভ কৰি, মৰুৎগণৰদ্বাৰা প্রেৰিত হৈ এই ব্যক্তিজন আমাৰ ওচৰলৈ আহিছে ; হে দ্যাৱাপৃথিৱী, তোমালোকৰ কোলাত থাকি এওঁ যেন ভোকত আৰু পিয়াহত আতুৰ হ'বলগীয়া নহয়।।৪।। হে দ্যাৱাপৃথিৱী, বলৱতীয়ে এওঁক বলকাৰক অন্ন প্রদান কৰাঁ, পয়স্বতীয়ে এওঁক জল প্রদান কৰাঁ। দ্যাৱাপৃথিৱীয়ে এই (তৃষ্ণাৰোগযুক্ত) ব্যক্তিক বলকাৰক অন্ন প্রদান কৰিছে। বিশ্বদেৱগণ, মৰুৎগণ আৰু জলদেৱতাগণে এওঁক বলদান কৰিছে।।৫।। (হে তৃষ্ণাৰোগৰ্ত) অভীষ্ট জলেৰে মই তোমাৰ (নীৰস) হৃদয় তৃপ্ত, কৰিছোঁ ; তুমি ৰোগমুক্ত হৈ সুন্দৰ দীপ্তিৰে উদ্ভাসিত হোৱাঁ, আনন্দিত হোৱাঁ; (ৰোগী ৰোগমুক্ত) দুয়োজন একবস্ত্র পৰিধান কৰা মানুহে অশ্বীদ্বয়ৰ দৰে মায়াৰূপ ধাৰণ কৰি এই মন্থ পান কৰাঁ।।৬।। পূৰ্বে ইন্দ্ৰই তৃষ্ণা নিবৃত্তিৰ অৰ্থে এই বলকাৰক, পুষ্টিকৰ, বাৰ্ধক্য নিবাৰক মন্থ (পানীয় দ্রব্যবিশেষ) প্রস্তুত কৰিছিল। (হে তৃষ্ণাৰোগ্রস্ত ব্যক্তি,) এয়া সেই মন্থকে তোমাক দিছোঁ, ইয়াৰে তুমি বহু শৰৎ জীৱিত হৈ থাকাঁ ; তেজঃসম্পন্ন হোৱাঁ। ই যেন তোমাৰ শৰীৰৰপৰা চ্যুত নহয়। বৈদ্য-সকলে এই ঔষধ তোমাৰ কাৰণে প্রস্তুত কৰিছে।

## ত্রিংশ সূক্ত (৩০)

(ঋষি—প্রজাপতি। দেৱতা—মন, অশ্বিদ্বয় [25], ওষধি, দম্পতি। ছন্দ—পংক্তি, অনুষ্টুপ্।)

(হে পত্নী,) মাটিৰ ওপৰলৈ এই তৃণকুটাগছ বতাহে যেনেকৈ পাকঘূৰণি খুৱাইছে, সেইদৰে মই তোমাৰ মনটো মথি পেলাইছোঁ, যাতে তুমি মোক কামনা কৰা আৰু মোৰপৰা আঁতৰি নোযোৱা।।১।। হে অশ্বীদ্বয় (অশ্বিনীকুমাৰ দুজন), মই যাক কামনা কৰিছোঁ, সেই নাৰীক তোমালোকে মোৰ ওচৰলৈ লৈ আহাঁ আৰু মোৰ লগত মিলিত কৰাঁ। তোমালোকৰ ভাগ্য, জ্ঞান আৰু কৰ্মসমূহ মোত মিলিত হওক।।২।। সুন্দৰ পাখিযুক্ত (পাৰ আদি) পখীয়ে কলৰৱ তুলি (স্ত্রীবিষয়ক) যি কথা ক'ব খোজে, ৰোগহীন পুৰুষে (স্ত্রীক) যি কথা ক'ব খোজে, তেনেকুৱা ধৰণেৰে

মোৰ বাক্য, বাণে লক্ষ্য বিদ্ধি পেলোৱাৰ দৰে বাঞ্ছিত স্থানত উপনীত হওঁকগৈ।।৩।। যি অন্তৰত আছে, সি (বাক্যৰ দ্বাৰা) বাহিৰত প্ৰকাশ পায়, যি বাহিৰত প্ৰকাশ পায়, অন্তৰতো সিয়েই (ভাৱৰূপে) থাকে। হে ওষধি, তুমি বহুৰূপযুক্ত কন্যাগণৰ চিত্ত অধিকাৰ কৰা।।৪।। এয়া পতি কামনা কৰি স্ত্ৰী এইফাললৈ আহিছে, পত্নী কামনা কৰি মই আহিছোঁ। হিঁ-হিঁয়নি তুলি (মাইকী ঘোঁৰাৰ ওচৰলৈ) যোৱা ঘোঁৰাৰ দৰে মই ধনেৰে সৈতে (পত্নীৰ ওচৰলৈ) আহিছোঁ।।৫।।

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—কান্ব। দেৱতা—মহী, কৃমিজম্ভন। ছন্দ—অনুষ্টুপ্, বৃহতী।)

সকলো কৃমিৰ নাশক যি প্ৰকাণ্ড শিল ইন্দ্ৰৰ আছে, তাৰে মই যাঁতত বুটমাহ পিহাৰ দৰে (শৰীৰৰ ভিতৰত থকা) সকলো কৃমি পিহি পেলাইছোঁ।।১।। মই চকুৰে দেখা-নেদেখা (শৰীৰত থকা) সকলো কৃমিকে নষ্ট কৰিছোঁ। মই কুৰুৰু, অলগণ্ডু, শলুন— এই সকলো কৃমিকে মই মন্ত্ৰৰদ্বাৰা নষ্ট কৰিছোঁ।।২।। (শৰীৰৰ ৰক্ত-মাংস দূষিত কৰা) অলগণ্ডু নামৰ কৃমিবিলাকক মহান্ মন্ত্ৰ আৰু ওষধিৰদ্বাৰা নাশ কৰিছোঁ। (মোৰ ঔষধৰ দ্বাৰা) তাপ পোৱা আৰু তাপ নোপোৱা, সেই সকলোবোৰ শুকাই মৰিছে। (আগতে নমৰি) বাকী থকা আৰু বাকী নথকা, সকলো কৃমিকে মই মন্ত্ৰৰ প্ৰভাৱেৰে নাশ কৰিছোঁ, যাতে সিহঁতৰ এটাও বাকী নাথাকে।।৩।। অন্ত্ৰৰ মাজত জন্মা, মূৰত জন্মা, শৰীৰৰ পিছফালে জন্মা, ভিতৰত সোমাই থকা, নানা সুৰুঙাৰে শৰীৰত সোমোৱা সকলো কৃমিকে এই মন্ত্ৰৰ সহায়ত পিহি পেলাইছোঁ।।৪।। যিবিলাক কৃমি পৰ্বতত, বনত, ওষধিসমূহত, পশুৰ গাত আৰু পানীত জন্মে, যিবিলাকে আমাৰ শৰীৰত প্ৰবেশ কৰে, সেই সকলো কৃমিৰে উদ্ভৱ বিনাশ কৰিছোঁ।।৫।।

# ষষ্ঠ অনুবাক

## দ্বাত্ৰিংশ সূক্ত (৩২)

(ঋষি—কাণ্ব। দেৱতা—আদিত্য। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, উষ্ণিক্।)

সূৰ্যই উদয় হৈ কৃমি নাশ কৰক ; অস্ত যোৱাৰ সময়ত কিৰণেৰে গৰুৰ গাত থকা কীটবোৰ নষ্ট কৰক।।১।। চাৰিচকুৱা, ফুটফুটীয়া, বগা— এই সকলো চেহেৰাৰ কৃমি মই নাশ কৰিছোঁ ; সিহঁতৰ পিঠি আদি অবয়ৱ নাশ কৰিছোঁ, মূৰ ছিঙি

পেলাইছোঁ।।২।। হে কৃমিগণ, তহঁতক মই অৎত্রি, কণ্ব আৰু জমদগ্নিৰ দৰে মন্ত্ৰেৰে নাশ কৰিছোঁ। অগস্ত্যৰ মন্ত্ৰেৰে এই কৃমিবোৰক একেবাৰে পিহি পেলাইছোঁ।।৩।। (আমাৰ মন্ত্ৰ আৰু ঔষধৰদ্বাৰা) কৃমিবোৰৰ ৰজা, সিহঁতৰ মন্ত্ৰী নিহত হৈছে। যিবিলাকৰ মাতৃ নিহত হৈছে, ভ্ৰাতৃ নিহত হৈছে, ভগিনী নিহত হৈছে, সেই সকলো কৃমি মৃত্যুৰ মুখত পৰিছে।।৪।। এই কৃমিবোৰৰ থকা ঠাই, পৰিৱেশ নষ্ট হৈছে। সিহঁতৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বীজবোৰো নষ্ট হৈছে।।৫।। (হে কৃমি), তই কষ্ট দিয়, মই সেই দুটা ছিঙি পেলাইছোঁ, য'ত তোৰ বিষ সোমাই থাকে, সেই কুযুম্ভ মই বিদাৰণ কৰিছোঁ।।৬।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

(ঋষি—ব্ৰহ্মা। দেৱতা—যক্ষ্মাবিবৰ্হণ। ছন্দ—অনুষ্টুপ্, বৃহতী, পংক্তি।)

(হে ৰোগী,) তোমাৰ দুই চকু, দুই কাণ, নাক, থুতৰি, মূৰ, মস্তিষ্ক আৰু জিভাৰপৰা মই যক্ষ্মাৰোগক বিচ্ছিন্ন কৰিছোঁ।।১।। তোমাৰ ডিঙিৰপৰা, উষ্ণিহ্ নামৰ নাড়ীৰপৰা, বুকুৰ ধমনিৰপৰা, সংযুক্ত অস্থিৰপৰা, হাত, বাহু আৰু কান্ধৰপৰা মই যক্ষ্মাৰোগক বিচ্ছিন্ন কৰিছোঁ।।২।। তোমাৰ হৃদয়ৰপৰা, ক্লোমৰ (ফুচ্ফুচৰ) পৰা, হৃদয়ৰ ওচৰত থকা মাংসপিণ্ডবিশেষৰ পৰা, দুয়োকাষ, পিত্তাধাৰ, প্লীহা আৰু যকৃতৰ পৰা মই যক্ষ্মাৰোগক বিচ্ছিন্ন কৰিছোঁ।।৩।। তোমাৰ অন্ত্ৰ আৰু গুহ্যস্থানদ্বয়ৰপৰা, স্থবিৰ অন্ত্ৰৰ পৰা, উদৰ আৰু পেটৰ দুয়ো কোষৰপৰা, প্লাশ (মলাধাৰ) আৰু নাভিমণ্ডলৰা মই যক্ষ্মাক বিচ্ছিন্ন কৰিছোঁ।।৪।। তোমাৰ উৰু দুটা, আঁঠু দুটা, ভৰিৰ তলুৱা, আৰু ভৰিৰ আগভাগ, কটি, তপিনা আৰু কটিৰ নিম্নভাগৰ (য'ত ৰাজহাড় শেষ হৈছে) পৰা যক্ষ্মাক বিচ্ছিন্ন কৰিছোঁ।।৫।। তোমাৰ অস্থি, মজ্জা, সিৰ, ধমনি, হাত দুখন, আঙুলিবোৰ আৰু নখবোৰৰপৰা মই যক্ষ্মাক বিচ্ছিন্ন কৰিছোঁ।।৬।। তোমাৰ সকলো অংগৰ পৰা, প্ৰত্যেক লোমৰপৰা সকলো গাঁঠিৰপৰা, ছালৰপৰা কশ্যপৰ এই বিবৰ্হ (পৃথক্কৰণ) মন্ত্ৰৰ বলত যক্ষ্মাৰোগ বিচ্ছিন্ন কৰিছোঁ।।৭।।

## চতুস্ত্ৰিংশ সূক্ত (৩৪)

(ঋষি—অথৰ্বা। দেৱতা—পশুপতি প্ৰভৃতি। ছন্দ—ত্ৰিষ্টুপ্।)

যিজন পশুপতি, দুটা ভৰি থকা মানুহ আৰু চতুষ্পদ জন্তুসমূহৰ অধিপতি, তেওঁৰপৰা ক্ৰয় কৰি পোৱা এই (বশা অৰ্থাৎ বন্ধ্যা গাই) পশু যজ্ঞীয় ভাগ হওক; যজমানে পশু, ধন-সোণ আদি লাভ কৰক।।১।। হে দেৱগণ, সকলো প্ৰাণীৰ (উত্তৰ

অথবা) পুষ্টি সম্পাদন কৰা জল (অথবা ৰেতঃ) বৰ্ষণ কৰি গৈ থকা তোমালোকে এই যজমানৰ (পুণ্যলোকলৈ গতি কৰা পথ ৰচনা বা) উন্নতি সাধন কৰা। (সামৰূপ অথবা যজ্ঞীয় পশুৰূপ) যজ্ঞৰ সম্যক্ভাৱে সংস্কাৰ কৰা যি অন্ন দেৱতাসকলৰ প্ৰিয়, আমি যেন তাক লাভ কৰোঁ।।২।। (একেটা পালৰ) যিবিলাক পশুৱে বধ কৰিবলৈ অনা এই পশুৰ কাৰণে শোকসন্তপ্ত হৈ মন আৰু চকুৰে চাই আছে, সেই পশুগণক অগ্নিয়ে প্ৰথমতে (স্নেহবন্ধনৰপৰা) মুক্ত কৰক আৰু বিশ্বকৰ্মা (সকলো কাম নিষ্পন্নকাৰী) দেৱতাই, নিজে সৃষ্টি কৰা সন্তানসমূহৰ সৈতে একেলগে শব্দ কৰি দানৰ অৰ্থে একমত প্ৰকাশ কৰক।।৩।। যিবিলাক গাঁৱত পোহা পশু বিবিধ ৰূপৰ আৰু বহু হৈয়ো (যজ্ঞত বধ কৰিবলগীয়া পশুৰ লগত) এক যেন হৈছে, বায়ু দেৱতাই প্ৰথমতে সিবিলাকক মুক্ত কৰক আৰু প্ৰজাপতিয়ে স্বসৃষ্ট প্ৰজাৰে সৈতে একেলগে শব্দ কৰি দানৰ নিমিত্তে একমত প্ৰকাশ কৰক।।৪।। (এই যাগৰ কাৰণে উপযুক্ত তোমাৰ মহিমা) জানি পূৰ্বেই অন্তৰীক্ষত স্থিত হোৱা দেৱগণে তোমাৰ শৰীৰৰ পৰা ওলাই যোৱা প্ৰাণটো গ্ৰহণ কৰক। তাৰ পিছত তুমি আকাশলৈ যোৱাঁ আৰু তাত (দিব্য) শৰীৰত প্ৰতিষ্ঠিত হৈ দেৱযানেৰে স্বৰ্গলৈ যোৱাঁ।।৫।।

## পঞ্চত্ৰিংশ সূক্ত (৩৫)

(ঋষি—অঙ্গিৰা। দেৱতা—বিশ্বকৰ্মা। ছন্দ—ত্ৰিষ্টুপ্।)

যাগভিন্ন অন্য কাৰ্যত ব্যয় কৰাৰ কাৰণে আমি সমৃদ্ধ হোৱা নাই ; সেই কাৰণে বেদিত স্থিত অগ্নিসকলে আমাৰ উদ্দেশ্যে শোক কৰিছে। এইদৰে যাগ নকৰি আৰু দূষিত যাগ কৰি আমি সংঘটিত কৰা অনিষ্টি আৰু দুৰিষ্টি দোষ পৰিহাৰ কৰি বিশ্বকৰ্মাই আমাক স্বিষ্টি (সু-যাগ সম্পাদনকাৰী) কৰাওক।।১।। যাৰ যাগবৈকল্যৰ ফলত প্ৰজাগণ সন্তপ্ত হয় আৰু তেওঁ নিজেও অনুতপ্ত হয়, তেনে যজ্ঞপতিক ঋষিসকলে পাপী বুলি কয়। যি মধুবিন্দুৰ ক্ষেত্ৰত তেওঁ অপৰাধ লগাইছে, বিশ্বকৰ্মাই আমাক তাৰ লগত সংযুক্ত কৰক।।২।। যুদ্ধত (নিজ বলৰ অভিমানী যোদ্ধাই যেনেকৈ প্ৰতিদ্বন্দ্বীক) যেনেকৈ তুচ্ছ জ্ঞান কৰে, সেইদৰে 'মই যজ্ঞৰ স্বৰূপ জানো'— এইবুলি (বিদ্যাগৰ্বত অন্ধ হৈ অন্য) সোমযাগকাৰীসকলক দানৰ অযোগ্য বুলি ভাবি এই ব্যক্তিয়ে যি পাপ কৰিছে, হে বিশ্বকৰ্মা, তুমি কল্যাণৰ অৰ্থে এওঁক তাৰ পৰা মুক্ত কৰা।।৩।। ক্ৰূৰ প্ৰাণসমূহলৈ নমস্কাৰ, প্ৰাণ, মন আৰু অন্তঃকৰণ,— ইহঁতৰ ভিতৰত যথাৰ্থদৰ্শী চকুলৈ নমস্কাৰ। বৃহস্পতিৰ উদ্দেশ্যে মহৎ দীপ্তিমান নমস্কাৰ। হে বিশ্বকৰ্মা, তোমালৈ নমস্কাৰ, (নিষ্ঠুৰ দৃষ্টি অৰ্থাৎ মুখলগা দোষৰপৰা) তুমি আমাক ৰক্ষা কৰা।।৪।।

যজ্ঞৰ চক্ষুস্বৰূপ, যজ্ঞৰ প্ৰাৰম্ভস্বৰূপ, যজ্ঞৰ মুখস্বৰূপ অগ্নিত মন্ত্ৰ, শ্ৰোত্ৰ আদি ইন্দ্ৰিয়-যুক্ত মনৰদ্বাৰা আহুতি প্ৰদান কৰিছোঁ। বিশ্বকৰ্মা দেৱতাৰ দ্বাৰা বিস্তাৰিত এই যজ্ঞলৈ দেৱতাসকলে সুন্দৰ মন লৈ (অনুগ্ৰহ কৰাৰ মানসেৰে) আগমন কৰক।।৫।।

## ষট্‌ত্ৰিংশ সূক্ত (৩৬)

(ঋষি—পতিবেদন। দেৱতা—অগ্নি আদি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে অগ্নি, কন্যাক গ্ৰহণ (অথবা সম্ভাষণ) কৰিব খোজা পুৰুষ সুবুদ্ধি সহিত আমাৰ ওচৰলৈ আহক (অথবা আগতে যি পুৰুষে কন্যাক অমনোনীত কৰিছিল, তেওঁ এতিয়া কন্যাক গ্ৰহণ কৰাৰ শুভবুদ্ধিৰে সৈতে কন্যাপক্ষীয় আমাৰ ওচৰলৈ আহক)। বৰপক্ষীয়সকলৰ কাৰণে এই কন্যা ৰুচিকৰ আৰু প্ৰীতিপ্ৰদ হওক। এওঁ পতিৰ লগত বাস কৰাৰ সৌভাগ্য লাভ কৰক।।১।। সোম দেৱতাৰ দ্বাৰা স্বীকৃত, গন্ধৰ্বৰ দ্বাৰা স্বীকৃত আৰু অৰ্যমা (নামৰ অগ্নি) দেৱতাৰ দ্বাৰা স্বীকৃত এই কন্যাৰূপ ভাগ্যই ধাতৃ দেৱতাৰ আদেশক্ৰমে মনুষ্যপতি লাভ কৰক[৮]।।২।। হে অগ্নি, এই নাৰীয়ে পতি লাভ কৰক ; কাৰণ ৰজা সোমে এওঁক সৌভাগ্যৱতী কৰিছে। এওঁ পুত্ৰ জন্ম দি শ্ৰেষ্ঠ পত্নী হওক। পতি লাভ কৰি এওঁ সৌভাগ্যশালিনী ৰূপে বিৰাজ কৰি থাকক।।৩।। ভোগ্য পদাৰ্থেৰে ভৰা ঠাই যেনেকৈ মৃগ আদিৰ সুখেৰে বাস কৰা স্থানত পৰিণত হয়, সেইদৰে এই নাৰীয়েও প্ৰীতিদায়ক পুত্ৰ-ধন আদিৰে সমৃদ্ধ হৈ পতিৰ সৈতে সৌভাগ্যৱতী হৈ থাকক।।৪।। হে কন্যা, তুমি ভাগ্যপ্ৰদায়ক, বাঞ্চিত ফলেৰে পৰিপূৰ্ণ এই অক্ষয় নৌকাত আৰোহণ কৰা। ইয়াৰে তুমি যি বৰক সদায় কামনা কৰা, তেওঁৰ ওচৰত উপনীত হোৱাগৈ।।৫।। হে ধনপতি, বৰক (এই নাৰীৰ ওচৰলৈ) ডাঙৰকৈ মাতা ; তেওঁৰ-মন এওঁৰ প্ৰতি অনুৰক্ত কৰা। যি বৰ অভিলষিত, তেওঁক পাবৰ কাৰণে সকলোকে প্ৰদক্ষিণ কৰা।।৬।। এই সোণৰ অলংকাৰ (পিন্ধি), এই ঔক্ষ (লেপন কৰি) আৰু এই গুগ্‌গুল (ইয়াৰ ধোঁৱা দি), তাৰ দ্বাৰা (এইবিলাকৰ অধিষ্ঠাতা) ভগদেৱতাই তোমাক (সোম, গন্ধৰ্ব আৰু অগ্নিৰূপ) পতিসকলৰপৰা আনি সদায় তোমাক কামনা কৰা মনুষ্যপতিক প্ৰদান কৰিছে।।৭।। হে ওষধি, এই কন্যাক পতি দান কৰা। হে কন্যা, সবিতাই তোমাৰ কাৰণে বৰ আনি দিয়ক ; তোমাৰ বাঞ্চিত বৰে তোমাক লৈ যাওক।

৮ সোম, গন্ধৰ্ব আৰু অগ্নিয়ে ভোগ কৰাৰ পিছতহে কন্যাই মনুষ্য পতি লাভ কৰাৰ কথা। অথৰ্ববেদত (১৪ শ কাণ্ডৰ ২/৩/৪[*] কোৱা হৈছে।

# তৃতীয় কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—অথৰ্বা। দেৱতা অগ্নি, মৰুদ্‌গণ, ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

(জয়লাভৰ উপায়) জানি অগ্নিয়ে আমাৰ শত্ৰুৰ বিৰুদ্ধে যাত্ৰা কৰক। আমাৰ শ্ৰেয়ঃপ্ৰাপ্তিত বিঘিনি ঘটোৱা শত্ৰুবিলাকৰ প্ৰতি অংগ দগ্ধ কৰি অগ্নি আগ বাঢ়ি যাওক। তেওঁ শত্ৰুৰ সেনাক মোহগ্ৰস্ত কৰক ; আৰু সিবিলাকৰ হাড় (অস্ত্ৰ ধৰিবলৈ) অসমৰ্থ কৰক।।১।। হে উগ্ৰ মৰুদ্‌গণ, এই সংগ্ৰামত তোমালোক আমাৰ সহায়ক হৈ আমাৰ ওচৰলৈ আহাঁ। (তাৰ পাছত) শত্ৰুৰ বিৰুদ্ধে যাত্ৰা কৰাঁ, সিবিলাকক বধ কৰাঁ। আমি প্ৰাৰ্থনা কৰা এই বসুগণে শত্ৰুবিলাকক আঘাত কৰক। অগ্নি তেওঁলোকৰ দূত, (জয় লাভৰ উপায়) জানি অগ্নি শত্ৰুৰ অভিমুখে আগ বাঢ়ক।।২।। হে ধনযুক্ত ইন্দ্ৰ, আমাৰ প্ৰতি শত্ৰুতা আচৰণ কৰা শত্ৰুসৈন্যৰ অভিমুখে তুমি আগবাঢ়াঁ। হে বৃত্ৰহন্তা আৰু অগ্নি, দুয়োজন গৈ সেই শত্ৰুসেনাবিলাকক দগ্ধ কৰাঁ।।৩।। হে ইন্দ্ৰ, (প্ৰতিবন্ধক ৰহিত হৈ তোমাৰ ৰথ) হৰি নামৰ অশ্ব দুটিৰে সৈতে শত্ৰু অভিমুখে আগ বাঢ়ক। তোমাৰ বজ্ৰ শত্ৰুবিলাকক নিহত কৰিবলৈ আগ বাঢ়ি যাওক। সমুখৰ পৰা অহা, পিঠি ফালৰ পৰা অহা, আৰু পৃষ্ঠভংগ দিয়া শত্ৰুবিলাকক তুমি বধ কৰাঁ। তেওঁলোকৰ মন কিংকৰ্তব্যবিমূঢ় কৰি পেলোৱাঁ।।৪।। হে ইন্দ্ৰ, তুমি শত্ৰুৰ মন বিমূঢ় কৰাঁ। অগ্নি আৰু বায়ুৰ গতিৰে শত্ৰুসেনাক ছেদেলি-ভেদেলি কৰি বিনষ্ট কৰাঁ।।৫।। ইন্দ্ৰই শত্ৰুসেনাগণক বিমূঢ় কৰক, মৰুৎ- গণে বলেৰে আঘাত কৰক, অগ্নিয়ে চকুবিলাক ফুটুৱাই দিয়ক। এইদৰে পৰাজিত হৈ (শত্ৰুসেনা) ঘূৰি যাওক।।৬।।

### দ্বিতীয় সূক্ত (২)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি, ইন্দ্ৰ আদি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

আমাৰ দূত বিদ্বান অগ্নিয়ে আমাৰ কল্যাণবিঘাতক শত্ৰুবিলাকক দগ্ধ কৰি, শত্ৰুবিলাকৰ অভিমুখে গমন কৰক। তেওঁ শত্ৰুৰ চিত্ত বিমূঢ় কৰক ; জাতবেদা অগ্নিয়ে শত্ৰুবিলাকক হস্তৰহিত কৰক।।১।। (হে শত্ৰুগণ,) তোমালোকৰ হৃদয়ত যি অভিপ্ৰায় সোমাই আছে, এই অগ্নিয়ে তাক বিমূঢ় কৰক। তোমালোকক অগ্নিয়ে (আমাৰ) ঘৰৰ পৰা আঁতৰাই নিয়ক ; তোমালোকক সকলো ফালৰ পৰা খেদি পঠাওক।।২।। হে

ইন্দ্ৰ, তুমি শত্ৰুৰ চিত্ত বিমূঢ় কৰি সিবিলাকক সংহাৰ কৰা চক্ৰান্তৰে (শত্ৰুসেনাৰ) অভিমুখে গমন কৰাঁ। অগ্নি আৰু বায়ুৰ গতিৰে শত্ৰুসেনাক ছিন্ন-ভিন্ন কৰি বিনষ্ট কৰাঁ।।৩।। (হে দেৱগণ,) তোমালোকে শত্ৰুৰ বিবিধ আকৃতিৰ উৎপাদক হৈ সিবিলাকৰ ফালে গমন কৰাঁ, সিবিলাকৰ চিত্ত বিমূঢ় কৰাঁ। (হে ইন্দ্ৰ,) আজি সিবিলাকৰ হৃদয়ত যি কাৰ্যসাধনৰ ইচ্ছা আছে, তুমি তাক নষ্ট কৰি পেলোৱাঁ।।৪।। হে অপ্‌ৱা (সুখ আৰু প্ৰাণ হৰণ কৰা পাপদেৱতা), শত্ৰুবিলাকৰ চিত্ত বিমূঢ় কৰি, তেওঁলোকৰ অঙ্গ-প্ৰত্যঙ্গসমূহ গ্ৰাস কৰাঁ। তেওঁলোকৰ বিৰুদ্ধে গমন কৰাঁ, তেওঁলোকৰ হৃদয় শোকেৰে দগ্ধ কৰাঁ, শত্ৰুবিলাকক বলেৰে আক্ৰমণ কৰি পৰাভূত কৰাঁ, অন্ধকাৰৰ দ্বাৰা বিনষ্ট কৰাঁ।।৫। হে মৰুৎগণ, সৌৱা শত্ৰুৰ যি সেনা, নিজৰ বলত স্পৰ্ধাযুক্ত হৈ আমাৰ অভিমুখে আহিব লাগিছে, তুমি সিবিলাকক কৰ্মনাশকাৰী অন্ধকাৰেৰে তাড়ন (আচ্ছন্ন) কৰাঁ, যাতে তেওঁলোকৰ এজনে আনজনৰ কথা জানিব নোৱাৰে।।৬।।

## তৃতীয় সূক্ত (৩)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি আদি মন্ত্ৰত উল্লিখিতসকল।
ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, অনুষ্টুপ্।)

হে অগ্নি, (ৰাজ্যভ্ৰষ্ট হৈ) এওঁ তোমাক আহ্বান কৰিছে; (তোমাৰ কৃপাৰ বলত) এওঁ যেন নিজ ৰাজ্যত প্ৰজাপালক হৈ থাকিব পাৰে। তুমি (তেওঁলোকৰ ৰক্ষাৰ নিমিত্তে) দ্যাৱাপৃথিৱীত ব্যাপ্ত হৈ পৰাঁ। সকলো বিষয়ৰ জ্ঞাতা মৰুৎগণ তোমাৰ সহায়ক হওক। নমস্কাৰৰ সৈতে হবিঃ প্ৰদান কৰা এই ৰজাক নিজ ৰাজ্য প্ৰদান কৰাঁ।।১।। দীপ্যমান ঋত্বিকসকলে দূৰত থকা মেধাৱী ইন্দ্ৰক (এই ৰজাৰ) মিত্ৰতাৰ অৰ্থে (সাহায্যৰ নিমিত্তে) আহ্বান কৰক; দেৱতাসকলে এই ইন্দ্ৰক গায়ত্ৰী, বৃহতী আদি ছন্দৰ মন্ত্ৰেৰে গঠিত সৌত্ৰামণিৰ (ইন্দ্ৰ সম্পৰ্কীয় যজ্ঞবিশেষৰ) দ্বাৰা অতিশয় বীৰ্যৱান কৰিছিল।।২।। (হে ৰাজন্,) তোমাক বৰুণে (সম্ভাব্য লুকাই থকা ঠাই) জলৰপৰা মাতি আনক, সোমে পৰ্বতৰ পৰা, (যিবিলাক প্ৰজাৰ ওচৰত তুমি আশ্ৰয় লৈ আছা সেই) প্ৰজাৰ ওচৰৰ পৰা তোমাক ইন্দ্ৰই মাতি আনক। তুমি শেন চৰাইৰ দৰে (দ্ৰুতগতিৰে আৰু অন্যে ধৰিব নোৱৰা হৈ) নিজ প্ৰজাৰ মাজলৈ ঘূৰি আহাঁ।।৩।। দ্যুলোকত থকা দেৱতাই (শ্যেন) শত্ৰুদ্বাৰা নিৰুদ্ধ হৈ পৰৰাষ্ট্ৰত বিচৰণ কৰি থকা এই ৰজাক নিজ ৰাজ্যলৈ ঘূৰাই আনক। (হে ৰাজন্) অশ্বিনীকুমাৰ দুজনে তোমাৰ ঘূৰি অহা পথ সুগম কৰক। হে সজাতি বান্ধৱসকল, তোমালোকে এওঁক চাৰিও ফালৰপৰা পৰিচৰ্যা কৰাঁ।।৪।। (হে ৰাজন্) প্ৰতিজন লোকে তোমাক আহ্বান (সেৱা) কৰক; বিৰুদ্ধভাৱে গ্ৰহণ কৰা মিত্ৰসকলে

তোমাক (মিত্ৰভাৱে) বৰণ কৰক। ইন্দ্ৰ, অগ্নি আৰু বিশ্বদেৱগণে তোমাক প্ৰজাপালনৰ ক্ষমতা প্ৰদান কৰক।।৫।। তুমি নিজ ৰাজ্যত প্ৰৱেশ কৰাৰ সময়ত কৰা আহ্বান যি-সকল সমান বলশালী আৰু যিসকল কম বলশালী লোকে মানি নলয়, হে ইন্দ্ৰ, তুমি সেইসকলক বহিষ্কাৰ কৰি এওঁক ৰজাৰূপে পুনৰ স্থাপন কৰা।।৬।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—অথৰ্ব্বা। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

(হে ৰাজন্, শত্ৰুৱে কাঢ়ি লোৱা) ৰাজ্য তোমালৈ ঘূৰি আহিছে; তুমি দীপ্তভাৱে পুনৰ উদিত হোৱা। প্ৰজাগণৰ পালক হৈ একচ্ছত্ৰী ৰজাৰূপে তুমি বিৰাজ কৰি থাকা। দিশসমূহে (দিশৰ অধিষ্ঠাতা দেৱগণে অথবা বিভিন্ন দিশত থকা প্ৰজাগণে) তোমাক (ৰজাৰূপে) আহ্বান কৰক। তোমাৰ এই নিজ ৰাজ্যত তুমি সকলোৰে সেৱাৰ যোগ্য আৰু নমস্য হোৱা।। ১।। তোমাক প্ৰজাবৃন্দই ৰাজকাৰ্যৰ কাৰণে বৰণ কৰক। পঞ্চদিশৰ দেৱতাগণে বৰণ কৰক। ৰাষ্ট্ৰশৰীৰৰ ককুদ্ অৰ্থাৎ উন্নত স্থানত (অথবা সিংহাসনত) অধিষ্ঠিত হৈ শত্ৰুৰদ্বাৰা অপৰাভূত হৈ থাকি আমি সেৱকসকলক যথাযোগ্য ধন-সম্পদ দান কৰা।।২।। তোমাৰ সজাতীয় ৰজাসকল আহ্বান কৰা মাত্ৰকে সমুখত উপস্থিত হওকহি। অগ্নি সদৃশ অপ্ৰধৃষ্য (কোনেও পৰাভূত কৰিব নোৱৰা) হৈ বিচৰণ কৰক। তোমাৰ পত্নী-পুত্ৰৰ মন প্ৰসন্ন হওক; তুমি অপৰাভূত হৈ (তোমাৰ সমুখত আগ বঢ়োৱা) প্ৰভূত উপঢৌকন (অথবা কৰ) দেখিবলৈ পোৱা যেন।।৩।। প্ৰথমে অশ্বিনীকুমাৰ দুজনে আৰু মিত্ৰ-বৰুণে, তাৰ পাছত মৰুৎগণে আৰু বিশ্বদেৱগণে তোমাক (ৰাজ্যত প্ৰৱেশ কৰিবলৈ) আহ্বান কৰক। তাৰ পাছত তোমাৰ মনটো ধনদানৰ কাৰ্যত প্ৰবৃত্ত কৰা। তাৰ পাছত অপৰাভূত হৈ আমাক ধন-সম্পদ দান কৰা।।৪।। তুমি দূৰণিত থকাৰ পৰা শীঘ্ৰে ইয়ালৈ ঘূৰি আহাঁ। দ্যুলোক-ভূলোক উভয়তেই তোমাৰ মঙ্গল সাধক হওক। ৰজা বৰুণে সেই কথা এইদৰেই কৈছে; তেওঁ তোমাক (স্বৰাজ্যলৈ) আহ্বান কৰিছে। তেওঁৰদ্বাৰা এইদৰে আহুত হৈ তুমি স্বৰাজ্যলৈ ঘূৰি আহাঁ।।৫।। হে ঐশ্বৰ্যশালী ইন্দ্ৰ, তুমি বৰুণৰ সৈতে একমত হৈ মনুষ্য আমাৰ ওচৰলৈ আহাঁ। (হে ৰাজন্) তোমাক ইন্দ্ৰই আমন্ত্ৰণ কৰিছে, তুমি নিজ ৰাজ্যলৈ আহাঁ। সেইদৰে প্ৰবিষ্ট হৈ তুমি দেৱতাসকলৰ উদ্দেশ্যে যজ্ঞ কৰা আৰু প্ৰজাক নিজ কাৰ্যত প্ৰবৃত্ত কৰোৱা।।৬।। পথত হিতসাধন কৰা ৰেৱতী নামৰ (জল) দেৱীগণে বহুপ্ৰকাৰে, বিবিধ আকাৰত মিলিত হৈ তোমাৰ শ্ৰেয়ঃ সাধন কৰক। এই সমূহ দেৱতাই তোমাক একেলগে (স্বৰাজ্যলৈ) আমন্ত্ৰণ কৰক; সেইদৰে আমন্ত্ৰিত হোৱা তুমি বৃদ্ধকাল পৰ্যন্ত অপৰাভূত হৈ সন্তুষ্ট মনেৰে ৰাজপাট ভোগ কৰি থাকা।।৭।।

## পঞ্চম সূক্ত (৫)

(ঋষি—অথৰ্বা। দেৱতা—সোম, পৰ্ণমণি। ছন্দ—ত্রিষ্টুপ্, অনুষ্টুপ্।)

*নিজৰ বলেৰে শত্ৰুক বিনাশ কৰিব পৰা, দেৱতাসকলৰ বলস্বৰূপ, ওষধিসমূহৰ ভিতৰত সাৰস্বৰূপ পলাশবৃক্ষনিৰ্মিত মণি এইফালে আহক।* সদায় ধাৰণ কৰা হে মণি, তুমি মোক তেজস্বিতাৰ দ্বাৰা কৃতাৰ্থ কৰাঁ।।১।। হে পলাশনিৰ্মিত মণি, (তোমাক ধাৰণ কৰি থকা) মোত বল আৰু ধন স্থাপন কৰাঁ ; মই (তোমাক ধাৰণ কৰি) অকলেই ৰাষ্ট্ৰৰ ক্ষেত্ৰত সৰ্বশ্ৰেষ্ঠ হৈ থাকিম।।২।। (ইন্দ্ৰ আদি) দেৱতাসকলে এই গোপনীয় আৰু প্ৰিয় (বাঞ্ছিত ফলপ্ৰদ) মণি পলাশবৃক্ষত নিহিত কৰিছিল। দেৱতাসকলে সেই মণি আমাক ভৰণ-পোষণৰ কাৰণে আয়ুস সমন্বিতে দান কৰক।।৩।। (দ্যুলোকহৃত থকা) সোমলতাৰ সৰি পৰা পাতৰপৰা উদ্ভূত, পৰক পৰাভূত কৰিবলৈ সমৰ্থ, শক্তিশালী এই মণি মই যেন লাভ কৰোঁ। ইন্দ্ৰৰদ্বাৰা প্ৰদত্ত, বৰুণৰদ্বাৰা অনুমোদিত এই উজ্জ্বল মণি মই শত শৰৎ পৰ্যন্ত দীৰ্ঘায়ু লাভ কৰিবৰ নিমিত্তে ধাৰণ কৰিছোঁ।।৪।। মহৎ অনৰ্থ নাশ কৰিবৰ কাৰণে এই পলাশমণি চিৰকাল মোৰ লগত থাকক। তাৰ ফলত মই যেন সমান বলশালী আৰু অধিক বলশালীসকলতকৈ শ্ৰেষ্ঠ হৈ থাকিব পাৰোঁ।।৫।। যিসকল মৎস্যজীৱী, ৰথকাৰ, কমাৰ আৰু বুদ্ধিজীৱী আছে, সেই সকলোকে, হে পলাশমণি, তুমি মোৰ (আজ্ঞা পালনৰ অৰ্থে) অভিমুখী কৰাঁ।।৬।। (অন্য দেশৰ) যিসকল ৰজা, ৰজা পাতোঁতা (মন্ত্ৰী), সাৰথি আৰু গ্ৰামণী (গাঁৱৰ মুখিয়াল) আছে, সেই সকলোকে, হে পলাশমণি, তুমি মোৰ সেৱাত প্ৰবৃত্ত কৰোৱাঁ।।৭।। হে মণি, তুমি (অমৃতময় সোমৰ) পাতৰ পৰা উদ্ভূত ; গতিকে তুমি শৰীৰ-ৰক্ষক। তুমি বীৰ ; গতিকে বীৰত্বৰ ক্ষেত্ৰত মোৰ সজাতি। সংবৎসৰৰ অধিপতি সূৰ্যৰ তেজঃসম্পন্ন তোমাক সেই তেজঃ লাভ কৰিবৰ উদ্দেশ্যে মই ধাৰণ কৰিছোঁ।।৮।।

# দ্বিতীয় অনুবাক

## ষষ্ঠ সূক্ত (৬)

(ঋষি—জগদ্বীজপুৰুষ। দেৱতা—অশ্বত্থ। ছন্দ—অনুষ্টুপ্।)

পুৰুষ খদিৰ গছত (পৰজীৱী উদ্ভিদৰূপে) পুৰুষ অশ্বত্থ গছৰ উৎপত্তি হৈছে ; (সেই অশ্বত্থ-নিৰ্মিত মণিয়ে) মই যাক দ্বেষ কৰোঁ আৰু যি মোক দ্বেষ কৰে, মোৰ তেনেকুৱা শত্ৰুবোৰক বিনাশ কৰক।।১।। হে অশ্বত্থমণি, বৃত্ৰহন্তা ইন্দ্ৰ, মিত্ৰ আৰু বৰুণৰ লগত তোমাৰ মিত্ৰতা। তুমি আমাৰ ভীষণ শত্ৰুবোৰক নিঃশেষ কৰাঁ।।২।। হে অশ্বত্থ,

বিশাল অন্তৰিক্ষত তুমি (খদিৰ গছৰ কোটৰ) ভেদ কৰি উদ্ভূত হৈছা ; তুমি সেইদৰে (মোৰ সেই সকলো শত্রুকে) মই যাক দ্বেষ কৰোঁ আৰু মোক যি দ্বেষ কৰে, তেনেকুৱা সকলোকে তুমি বিদীর্ণ কৰাঁ।।৩।। হে অশ্বত্থ, তুমি যেনেকৈ অন্য গছক তল পেলাই ষাঁড় গৰু বড়াদি বাঢ়ি গৈছা, তেনেকৈ তোমাৰ (কাঠেৰে নির্মিত মণিৰ) যোগেদি আমি যেন শত্রুক তল পেলাব পাৰোঁ।।৪।। হে অশ্বত্থ, নির্ঋতিয়ে মই যাক দ্বেষ কৰোঁ আৰু মোক যি দ্বেষ কৰে, মোৰ সেই শত্রুবোৰক মৃত্যুৰ খুলিৰ নোৰৱা পাশেৰে বান্ধি পেলাওক।।৫।। হে অশ্বত্থ, তুমি যেনেকৈ অন্য ডাঙৰ গছত (গজি) উঠি গৈ তাক নিজতকৈ তল কৰিছাঁ, তেনেকৈ তুমি আমাৰ শত্রুৰ শিৰ ছেদ কৰাঁ আৰু সিবিলাকক বিনষ্ট কৰাঁ।।৬।। যেনেকৈ পাৰত ( বা গছত) বান্ধি থোৱা নাও বান্ধ ছিগিলে (নদীত) বুৰ যায়, সেইদৰে (যাক মই দ্বেষ কৰোঁ আৰু যি মোক দ্বেষ কৰে, সেই) শত্রুবোৰো বুৰ যাওক। অশ্বত্থই খেলা মাৰি পেলোৱাসকলৰ পুনৰাগমন নঘটে।।৭।। শত্রুবোৰক মই মনৰদ্বাৰা উচ্চাটন কৰিছোঁ; (মন্ত্র চিন্তা কৰা) চিত্তৰদ্বাৰা, মন্ত্রৰদ্বাৰা তথা শত্রুচ্ছেদনসমর্থ অশ্বত্থ বৃক্ষৰ ডালৰদ্বাৰা শত্রুবোৰৰ উচ্ছেদ কৰিছোঁ।।৮।।

## সপ্তম সূক্ত (৭)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—হৰিণ প্ৰভৃতি। ছন্দ—অনুষ্টুপ্।)

দ্রুতগামী হৰিণৰ শিৰত (শিংৰূপত) যি ঔষধ আছে, সি তাৰে (কুষ্ঠ আদি) বংশানুক্রমিক ৰোগ নাশ কৰক।।১।। হে মৃগশৃংগ, তোমাক সেচনসমর্থ যুৱক হৰিণে চাৰি ঠেঙেৰে আহত কৰিছিল, তুমিও সেইদৰে ৰোগীৰ হৃদয়ত লিপিত থাই থকা বংশানুক্রমিক ৰোগ বিচ্ছিন্ন কৰাঁ।।২।। সৌ দূৰত (চন্দ্ৰমণ্ডলত পহুছালৰ নিচিনাকৈ যি বস্তু শোভা পাই আছে, অথবা) মাটিত চাৰিকোণীয়া ছাল এখনৰ নিচিনা যি হৰিণৰ চৰ্ম শোভা পাই আছে, (হে ৰোগী,) তাৰে আমি তোমাৰ শৰীৰৰ পৰা বংশানুক্রমিক ৰোগসমূহ আঁতৰাই পঠাম।।৩।। সৌ আকাশত দেখিবলৈ পোৱা বিচৃত নামৰ মংগলপ্ৰদ তৰা দুটাই (ৰোগীৰ) শৰীৰৰ তল আৰু ওপৰ অংশৰ বন্ধন স্বৰূপ বংশানুক্রমিক ব্যাধিসমূহ দূৰ কৰক।।৪।। জলেই ঔষধ, জলেই ৰোগনাশক, জলেই সমস্ত ৰোগ নির্মূলকাৰী; (হে ৰোগী,) তোমাক জলে বংশানুক্রমিক ৰোগৰপৰা মুক্ত কৰক।।৫।। হে ৰোগী, যথাযথভাৱে অন্ন ভোজন নকৰাৰ কাৰণে তোমাক (কুষ্ঠ আদি) বংশানুক্রমিক ৰোগে ব্যাপ্ত কৰি থৈছে, মই তাৰ (যৱ আদি) ঔষধৰ কথা জানো। তোমাৰ সেই ৰোগ মই তাৰে নাশ কৰিছোঁ।।৬।। উষাৰ আৱস্তণিত অথবা নিচেই পুৱাতে কৰা অভিষেক আদিৰ দ্বাৰা ৰোগৰ কাৰণভূত সকলো পাপ দূৰ হওক ; তাৰ পাছত বংশানুক্রমিক ৰোগসমূহ দূৰ হওক।।৭।।

## অষ্টম সূক্ত (৮)

(ঋষি অথৰ্বা। দেৱতা—মিত্ৰ প্ৰভৃতি বিশ্বদেৱগণ। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী।)

(মৃত্যুৰ পৰা ৰক্ষাকাৰী মিত্ৰৰ দৰে উপকাৰী দেৱতা) মিত্ৰ তেওঁৰ কিৰণেৰে বিস্তীৰ্ণ পৃথিৱী ব্যাপ্ত কৰি ঋতুসমূহৰ সৈতে (আমাৰ ৰক্ষাৰ নিমিত্তে) আহক। বৰুণ, বায়ু আৰু অগ্নিয়ে আমাক বাসযোগ্য বৃহৎ ৰাষ্ট্ৰ প্ৰদান কৰক।।১।। বিধাতা, দানকৰ্তা অৰ্যমা, সৱিতা (আমাৰ হৱি গ্ৰহণ কৰি) আনন্দিত হওক। ইন্দ্ৰ আৰু ত্বষ্টাই মোৰ স্তুতিবাক্য শ্ৰৱণ কৰক। মই বীৰমাতৃ (দানশীলা) অদিতিক আহ্বান কৰিছোঁ, মই যাতে সজাতীয়সকলৰ মধ্যৱৰ্তী লোক হ'ব পাৰোঁ।।২।। সোম, সৱিতা আৰু সমস্ত (অদিতিৰ পুত্ৰ) আদিত্যগণক মই স্তুতিৰদ্বাৰা আহ্বান কৰিছোঁ, যাতে মই যজমানক শ্ৰেষ্ঠ পদ লাভ কৰাব পাৰোঁ। (আহুতিৰ আধাৰস্বৰূপ) এই অগ্নি তেনেদৰে দীপ্ত হওক যাতে সজাতীয়সকলৰ মাজত মই চিৰকাল উদ্ভাসিত হৈ থাকিব পাৰোঁ।।৩।। (হে কামিনীগণ অথবা গাইসমূহ,) তোমালোক ইয়াতে থাকাঁ, অন্য ঠাইলৈ নাযাবা। পথ-প্ৰদৰ্শক পূষাদেৱে তোমালোকক প্ৰেৰিত কৰক। এই ব্যক্তিৰ কামনা অনুসৰি কামযুক্তা তুমি আচৰণ কৰাঁ। সমস্ত দেৱগণে তোমালোকক ইয়ালৈ লৈ আহক।।৪।। হে বিপৰীত মনৰ লোসকল, তোমালোকৰ পৰস্পৰে বিৰুদ্ধ মন, কৰ্ম আৰু সংকল্পসমূহ আমি অবিসম্বাদী কৰিম। তোমালোক যিসকল পূৰ্বে বিৰুদ্ধ কৰ্মযুক্ত আছিলা, সেইসকলক আমি এতিয়া একমত কৰি দিছোঁ।।৫।। মই মোৰ মনেৰে সৈতে তোমালোকৰ মন গ্ৰহণ কৰিছোঁ ; তোমালোকেও মোৰ চিত্তৰ লগত তোমালোকৰ চিত্ত মিলাই দিয়া। তোমালোকে মোৰ ইচ্ছা অনুসৰি কাম কৰা আৰু মোৰ গমন-পথ অনুসৰণ কৰাঁ।।৬।।

## নৱম সূক্ত (৯)

(ঋষি—কামদেৱ। দেৱতা—দ্যাবাপৃথিৱী, বিশ্বদেৱগণ। ছন্দ—বৃহতী।)

(বাঘ আদি খুৰা লগা জন্তু আৰু খুৰা নথকা সাপ আদি প্ৰাণী, এই) কৰ্শফ আৰু বিশফশ্ৰেণীৰ প্ৰাণীৰ পিতৃ দ্যুলোক আৰু মাতৃ পৃথিৱী। হে দেৱগণ, তোমালোকে এই (বিঘ্নকাৰীবিলাকক) যেনেকৈ পঠাইছিলা, তেনেকৈ আঁতৰাই নিয়াঁ।।১।। বিঘিনিৰ কাৰণে বাঞ্ছিত ফল লাভ কৰিব নোৱৰা লোকসকলে (অথবা শ্লেষ্মাদি দোষৰহিত দেৱতাসকলে) সুদৃঢ়ভাৱে বন্ধন কৰিছিল ; মনুৱেও (এই অৱলুমণি বন্ধন) কৰিছিল। মই (অৱলুমণি বন্ধন আৰু বেণুদণ্ড ধাৰণ আদিৰ দ্বাৰা) ষাঁড়গৰুক নিৰ্বীৰ্য কৰাৰ দৰে বিঘিনিসমূহক বীৰ্যহীন কৰি পেলাম।।২।। পিংগলবৰ্ণীয়া সূতাত গাঁথি শৰীৰ ৰক্ষাকাৰী কবচৰ দৰে (বিঘিনি নাশৰদ্বাৰা ৰক্ষা কৰি থকা অৱলুমণি) সাধকসকলে

বান্ধি লয়। আমি ধাৰণ কৰা এই মণিয়ে অন্নগ্ৰাহক, শোষক আৰু কৰ্বুৰৰ (ৰাক্ষসৰ) নিচিনা ক্ৰুৰ প্ৰাণীৰপৰা হোৱা বিঘিনিসমূহ প্ৰভাৱহীন কৰক।।৩।। হে নৰগণ, তোমালোক (শত্ৰুক জয় কৰি) অন্ন-ধন আদি লাভ কৰিবলৈ ওলাইছা। দেৱগণ অসুৰৰ মায়াত মোহিত হোৱাৰ দৰে তোমালোক (শত্ৰুকৃত বিঘিনিদ্বাৰা) বিমূঢ় হৈছা। বান্দৰে কুকুৰক বিতাড়িত কৰাৰ দৰে তোমালোকও (এই মণি ধাৰণ কৰি) শত্ৰুকৃত বিঘিনি দূৰ কৰা।।৪।। হে মণি, (শত্ৰুকৃত বিঘিনি) নাশৰ নিমিত্তে মই তোমাক বান্ধি লৈছোঁ, তাৰদ্বাৰা মই ক্ৰুৰ প্ৰাণীসমূহে কৰা বিঘিনি নাশ কৰিম। হে নৰগণ, 'যাওঁ যাওঁ কৰি থকা' ঘোঁৰা জুটি থোৱা ৰথৰ দৰে তোমালোকে (বিঘ্নৰহিত হৈ) নিঃশঙ্ক হৈ বিচৰণ কৰি ফুৰা।।৫।। পৃথিৱীত এশ এটা বিঘিনি আছে। হে মণি, সেই বিঘিনি নাশ কৰিবৰ কাৰণে (দেৱতাসকলে তোমাক) পূৰ্বে ধাৰণ কৰিছিল।।৬।।

## দশম সূক্ত (১০)

(ঋষি—অথৰ্বা। দেৱতা—অষ্টকা। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

(সৃষ্টিৰ আদিতে একাষ্টকাৰ উৎপত্তি,) এই তিথিৰ উষাই সৰ্বপ্ৰথম অন্ধকাৰ দূৰ কৰিছিল। এই একাষ্টকা যমৰ লোকত (পিতৃপুৰুষৰ প্ৰীতিদায়িনী) ধেনুস্বৰূপিণী; সেই একাষ্টকা ধেনুৰ দৰে দুগ্ধসদৃশ ভোগ্যবস্তুৰে সমৃদ্ধ হৈ উত্তৰোত্তৰ বছৰসমূহত আমাক (অভিমত ফল) দান কৰক।।১।। ধেনুসদৃশী একাষ্টকা[৮] তিথিৰ ৰাতি ওচৰ চাপি অহা দেখিলে দেৱতাসকল আনন্দিত হয়। সংবৎসৰৰ পত্নী একাষ্টকা আমাৰ কাৰণে মংগলপ্ৰদ হওক।।২।। হে ৰাত্ৰি, আমি তোমাক সংবৎসৰৰ প্ৰতিকৃতি ৰূপত উপাসনা কৰোঁ। তুমি আমাৰ সতি-সন্ততিসকলক দীৰ্ঘায়ু কৰি (আমাক) ধন সম্পদেৰে পুষ্ট কৰা।।৩।। (একাষ্টকাৰ) এই উষাই সৰ্বপ্ৰথম পোহৰ দান কৰিছিল; এই উষাই অন্য সমস্ত উষাৰ মাজত প্ৰবিষ্ট হৈ নিতৌ দেখা দিছে। এই উষাৰ মহিমা মহান্। (সূৰ্যৰ) পত্নী এওঁ পোহৰ দান কৰি সকলো প্ৰাণীৰে জনয়িত্ৰী হৈ উৎকৃষ্ট স্থানত বিৰাজ কৰি আছে।।৪।। হে একাষ্টকা, তোমাৰ কাৰণে বনস্পতি-নিৰ্মিত উৰুখল, মুষল আদি, শিলেৰে নিৰ্মিত পটা-পটাগুটি আদি যতনসমূহে সম্পূৰ্ণ বছৰটোৰ (উৎপন্ন ধান, যব আদি খুন্দি) মধুৰ শব্দেৰে আহুতি প্ৰদান কৰিছে। তোমাৰ কৃপাত আমি সুপুত্ৰ আৰু বীৰ ভৃত্য লাভ কৰি ধনৰ গৰাকী হওঁ যেন।।৫।। ইড়াৰ (গাইৰ) পাৰ ঘৃতযুক্ত হৈ গমন কৰিছে। হে জাতবেদা অগ্নি, তুমি (তাৰ পৰা উৎপন্ন ধান, যব

[৮] একাষ্টকা মাঘমাহৰ কৃষ্ণাষ্টমীক বোলা হয়। এই তিথি পিতৃপুৰুষসকলৰ কৰ্মৰ বিষয়ত অক্ষয় ফলদায়ক কাৰণে তাত ধেনুত্ব আৰোপ কৰা হৈছে।

আদি) হৱনীয় দ্ৰব্য গ্ৰহণ কৰা। তোমাৰ কৃপাত (গৰু, ঘোঁৰা, ছাগলী, ভেৰা, গাধ আদি) যিবিলাক গাঁৱৰ (পোহনীয়া) জন্তু আছে, তাৰ ভিতৰত সাতোটিৰ যেন মোলৈ স্নেহ থাকে।।৬।। হে ৰাত্ৰি, তুমি আমাক (পুত্ৰাদিৰ) সমৃদ্ধি আৰু (ধনৰ) প্ৰাচুৰ্যত স্থাপন কৰা। (তোমাৰ কৃপাত) আমি দেৱতাসকলৰ প্ৰিয়পাত্ৰ হৈ থাকো যেন। হে দৰ্বী[১], তুমি (হৱিৰে) পূৰ্ণ হৈ (দেৱতাসকলৰ ফালে) গমন কৰা আৰু (বাঞ্ছিত ফলেৰে) পূৰ্ণ হৈ আমাৰ ফালে আহাঁ। আমাৰ কাৰণে অন্ন আৰু বল লৈ আহাঁ।।৭।। হে একাষ্টকা, এয়া তোমাৰ পতি সংবৎসৰ আহিছে; তুমি তেওঁৰে সৈতে আমাৰ সতিসন্ততিবিলাকক আয়ুষ্মান কৰি (আমাক) ধন-সম্পদেৰে সমৃদ্ধ কৰা।।৮।। মই (বসন্ত আদি) ঋতু আৰু সেইবিলাকৰ অধিপতি (অগ্নি আদি দেৱতাসকল), ঋতুৰ অৱয়ৱ চৌবিছ কলা, দ্বাদশ মাস, সংবৎসৰ, দিন আদিৰ উদ্দেশ্যে যাগ কৰিছোঁ ; (অনৱচ্ছিন্ন কালাত্মক ভূতপতিক হৱিৰদ্বাৰা তুষ্ট কৰিছোঁ।।৯।। হে অষ্টকা, মই ঋতু, দিন-ৰাত্ৰি, আৰু সংবৎসৰ তুষ্টিৰ অৰ্থে বিধাতা, ধাতা, সমৃদ্ধ দেৱতা আৰু ভূতপতিৰ উদ্দেশ্যে তোমাৰ যাগ কৰিছোঁ।।১০।। আমি ঘৃত আদি হৱনীয় দ্ৰব্যেৰে দেৱতাসকলৰ যাগ কৰিছোঁ, যাতে (তেওঁলোকৰ অনুগ্ৰহত) আমি গৰু গাইৰে সমৃদ্ধ হৈ সুখেৰে গৃহত বাস কৰি থাকিব পাৰোঁ।।১১।। একাষ্টকাই সন্তাপকৰ কৰ্ম অনুষ্ঠানৰদ্বাৰা মহান্ ইন্দ্ৰক প্ৰকট কৰিছিল। সেই ইন্দ্ৰৰদ্বাৰা দেৱগণে অসুৰবিলাকক পৰাভূত কৰিছিল। শচীপতি (অথবা কৰ্মৰ অধিপতি) সেই ইন্দ্ৰই দস্যুবিলাকক বিনষ্ট কৰক।।১২।। ইন্দ্ৰ যাৰ পুত্ৰ, সোম যাৰ পুত্ৰ, প্ৰজাপতিৰ দুহিতা, হে একাষ্টকা, তুমি আমাৰ হৱি গ্ৰহণ কৰা আৰু আমাৰ কামনা পূৰণ কৰা।।১৩।।

# তৃতীয় অনুৱাক

## একাদশ সূক্ত (১১)

(ঋষি—ব্ৰহ্মা, ভৃগু-অঙ্গিৰা। দেৱতা—ইন্দ্ৰ, অগ্নি প্ৰভৃতি।)

(হে ৰোগী,) মই হৱিঃ প্ৰদানৰদ্বাৰা তোমাক অজ্ঞাত যক্ষ্মা আৰু (ক্ষয়ৰোগৰ ৰজা অথবা ৰজা সোমক প্ৰথম আক্ৰমণ কৰা) ৰাজযক্ষ্মাৰ পৰা মুক্ত কৰি দীৰ্ঘায়ু কৰিছোঁ। হে ইন্দ্ৰ আৰু অগ্নি, যি পিশাচীয়ে এই ৰোগীক গ্ৰাস কৰিছে, সেই যক্ষ্মাৰোগৰপৰা তোমালোকে এওঁক মুক্ত কৰা।।১।। (ব্যাধিৰ ফলত) যদি মানুহজনৰ আয়ুস ক্ষীণ হৈছে, যদিবা তেওঁ পৰলোকলৈ যাবলগীয়া হৈছে, অথবা তেওঁ মৃত্যুৰ

১ দৰ্বী মানে সোমৰস বিলোৱা হেতা।

ওচৰ চাপিছে, তথাপি মই তেওঁক মৃত্যুৰ (নিৰ্ঋতিৰ) গ্ৰাসৰপৰা আনি শত শৰৎ পৰ্যন্ত দীৰ্ঘায়ু হ'ব পৰাকৈ বলসম্পন্ন কৰিম।।২।। সহস্ৰ চকুৰ সমান (দৰ্শনশক্তিসম্পন্ন,) শত বীৰ্যসম্পন্ন, শত বছৰ আয়ুসপ্ৰদ অন্ন আদিৰ (অথবা হবিৰ) দ্বাৰা মই এই ব্যক্তিক মৃত্যুৰ কবলৰ পৰা ঘূৰাই আনিম, (হবিৰদ্বাৰা সন্তুষ্ট হৈ) ইন্দ্ৰই যাতে এওঁক সমস্ত (আয়ুৰ্নাশক) পাপ পাৰ কৰাই (শত) শৰতত উপনীত কৰায়।।৩।। (হে ৰোগৰপৰা মুক্ত হোৱা ব্যক্তি,) তুমি বৃদ্ধি লাভ কৰি শত শৰৎ জীয়াই থাকাঁ, শত হেমন্ত আৰু শত বসন্ত বাঁচি থাকা। ইন্দ্ৰ, অগ্নি, সবিতা আৰু বৃহস্পতিয়ে তোমাক শতায়ু কৰক। শত বছৰ জীৱনপ্ৰদ হবিৰ (বা অন্নৰ) দ্বাৰা মই এওঁক (মৃত্যুৰ মুখৰপৰা) ঘূৰাই আনিছোঁ।।৪।। হে প্ৰাণ আৰু অপান, (গাড়ী চলোৱা) বলধ দুটা যেনেকৈ নিজৰ গোঠত প্ৰৱেশ কৰে, সেইদৰে তোমালোকে (এই মানুহজনত) প্ৰৱেশ কৰাঁ। অভিজ্ঞসকলে যাক শতসংখ্যক বুলি কয়, মৃত্যুৰ কাৰণৰূপ সেই ব্যাধিসমূহেও এওঁক এৰি যাওক।।৫।। হে প্ৰাণ আৰু অপান, তোমালোকে এওঁৰ শৰীৰ এৰি নাযাবা; ইয়াতে থাকাঁ। বৃদ্ধকাললৈকে তোমালোকে এওঁৰ শৰীৰ আৰু অঙ্গ প্ৰত্যঙ্গসমূহ নিৰ্বাহ কৰি থাকা।।৬।। (হে ৰোগমুক্ত পুৰুষ,) মই তোমাক জৰা অৱস্থাক দিছোঁ (যাতে শেষলৈকে তোমাক ৰক্ষা কৰি থাকে,) জৰা কাললৈকে মই তোমাক জোঁকাৰি দিছোঁ। জৰাকালে তোমাক কল্যাণপ্ৰদ হৈ নিৰ্বাহিত কৰক। অভিজ্ঞসকলে যাক অপৰিমিত সংখ্যাৰ বুলি কয়, সেই ব্যাধিসমূহে তোমাক এৰি যাওক।।৭।। ষাঁড় গৰুক, গাই গৰুক ৰচিৰে বান্ধি থোৱাৰ দৰে জৰাই তোমাক (বৃদ্ধাবস্থা পৰ্যন্ত মৃত্যু নোহোৱাকৈ) বান্ধি থওক। মৃত্যুৱে তোমাক জন্ম হওঁতেই পাশেৰে বান্ধি পেলাইছিল; বৃহস্পতিয়ে সত্য ব্ৰহ্মাৰ দুয়ো হাতেৰে তোমাৰ সেই মৃত্যুপাশ মুকলি কৰি দিয়ক।।৮।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—ব্ৰহ্মা। দেৱতা—শালা, বাস্তোস্পতি। ছন্দ—ত্ৰিষ্টুপ্, জগতী, বৃহতী।)

এই ঠাইতে মই দৃঢ়ভাৱে ঘৰৰ ভেটি স্থাপন কৰিছোঁ। এই গৃহ ঘৃত (সদৃশ বাঞ্ছিত ফল) দান কৰি মাংগলিক ৰূপত বৰ্তি থাকক। হে গৃহ, সমস্ত পুত্ৰাদিৰ সৈতে, সুন্দৰ পুত্ৰাদি সমান্বিতে, ৰোগমুক্ত পুত্ৰাদি সহিত মই তোমাত বাস কৰি থাকিম।।১।। হে গৃহ, তুমি এই ঠাইতে স্থিৰ হৈ থাকিবা। তুমি গৰু, ঘোঁৰা, শিশুৰ প্ৰিয় আৰু সত্য ভাষণ, অন্ন, ঘৃত, দুগ্ধ প্ৰভৃতিৰে ভৰপূৰ হৈ মোৰ মহান্ সৌভাগ্যকাৰক হৈ

উঠি আহাঁ।।২।। হে গৃহ, তুমি প্ৰশস্ত স্তম্ভসমূহেৰে (অথবা ভোগসমূহৰ সৈতে), প্ৰভূত আচ্ছাদনৰ সৈতে (অথবা ছন্দোময় বেদযুক্ত হৈ), বিস্তৰ ধান আদি শস্যযুক্ত হোৱাঁ। এই গৃহত গৰু আদিৰ পোৱালি, শিশু আৰু গাইগৰুবিলাক সন্ধ্যা সময়ত শব্দেৰে মুখৰিত প্ৰৱেশ কৰককহি।।৩।। ভালকৈ জানি লৈ সৱিতা, বায়ু, ইন্দ্ৰ আৰু বৃহস্পতিয়ে এই গৃহৰ (স্তম্ভ আদি) স্থাপন কৰক। মৰুৎগণে এই গৃহত পানী আৰু ঘৃত ছটিয়াই দিয়ক। ভগদেৱতাই এই গৃহৰ কাৰণে মাটি কৰ্ষণ কৰক।।৪।। বাস্তোস্পতিৰ জায়াৰূপা হে শালা, তুমি আশ্ৰয়দাত্ৰী, সুখপ্ৰদ দেৱীস্বৰূপে দেৱতাসকলৰদ্বাৰা আদিতে প্ৰতিষ্ঠিত হৈছিলা। খেৰেৰে ঢাক খাই তুমি প্ৰসন্ন মনেৰে থাকাঁ। আৰু আমাক সুপুত্ৰাদিৰ সৈতে ধন-সম্পদ দান কৰাঁ।।৫।। হে বাঁহৰ চ'তি, তুমি অবাধিত ৰূপত ঘৰৰ মাজৰ খুঁটাটোত উঠি থাকাঁ। তুমি সবলভাৱে আমাৰ শত্ৰুক বাধা দি থাকিবা। হে গৃহ, তোমাত বাস কৰি থকাসকলক তুমি যেন কেতিয়াও হিংসা নকৰা। আমি যেন পুত্ৰাদিসকলৰ সৈতে তোমাত শত শৰৎ বাস কৰি থাকোঁ।।৬।। এই গৃহলৈ যুৱক পুত্ৰ আহক; পোৱালিৰে সৈতে গৰু গাই খোজ দি আহক ; ধাৰেৰে বোৱা মধু আৰু দধিৰে পূৰ্ণ কলসী আহক।।৭।। হে নাৰী, পানীৰে ভৰি থকা এই কলসী, অমৃতময় জল, ঘৃত আদিৰ ধাৰা ঘৰটোলৈ লৈ যোৱাঁ। এই কলসী অমৃতময় জলেৰে উজ্জ্বল কৰি লোৱাঁ। (এই গৃহত অনুষ্ঠিত) ইষ্টাপূৰ্ত[26] কৰ্মৰাজিয়ে তাক ৰক্ষা কৰক।।৮।। মই যক্ষ্মাৰহিত, যক্ষ্মানাশক পানী (ঘৰৰ ভিতৰলৈ) নিছোঁ ; মই অবিনাশী অগ্নিৰে সৈতে ঘৰসমূহত প্ৰৱেশ কৰিছোঁ।।৯।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—ভৃগু। দেৱতা—সিন্ধু, জলসমূহ, বৰুণ। ছন্দ—অনুষ্টুপ্, জগতী।)

(হে জলসমূহ) মেঘত তাড়িত হৈ (অথবা বৃত্ৰ নামৰ অসুৰ নিহত হোৱাত) তোমালোকে একেলগে নাদ কৰি ইফালে সিফালে বৈ যোৱাৰ কাৰণে তোমালোকৰ নাম নদী হ'ল। হে সিন্ধুগণ, এইবিলাকেই তোমালোকৰ নাম (অথবা তোমালোকৰ আপ, উদক প্ৰভৃতি নামসমূহো অৰ্থবহ)।।১।। বৰুণৰদ্বাৰা প্ৰেৰিত হৈ তোমালোক যেতিয়া নাচি-বাগি গৈ আছিলা, তেতিয়া ইন্দ্ৰই তোমালোকক লগ পালে (আপ্নোৎ) আৰু সেইকাৰণে তোমালোকৰ নাম 'আপ' হ'ল।।২।। কামনাহীনভাৱে সদায় বৈ থকা তোমালোকক ইন্দ্ৰই নিজ শক্তিৰে বৰণ কৰিছিল ; হে দেৱীগণ, সেইকাৰণে তোমালোকৰ নাম 'ৱাৰি' হ'ল।।৩।। স্বচ্ছন্দ গতিৰে বৈ থকা তোমালোকক

অকলশৰে ইন্দ্ৰই পাই সন্মান কৰিছিল ; তেতিয়া 'আমি মহান্ হ'লো' বুলি তোমালোক উচ্ছ্বসিত হোৱাৰ কাৰণে 'উদক' বুলি কোৱা হ'ল।।৪।। জলসমূহ কল্যাণকৰ, জলসমূহ প্ৰকৃততে ঘৃত আছিল। এই জলেই অগ্নি আৰু সোমক ধাৰণ কৰে। মধুযুক্ত জলৰ তীব্ৰ ৰস মই যেন বল আৰু প্ৰাণৰ সৈতে লাভ কৰোঁ।।৫।। (জলৰ ৰস লাভ কৰাৰ ফলত) মই দেখোঁ আৰু শুনো। তেতিয়া উচ্চাৰ্যমাণ শব্দ আৰু বাক্ ইন্দ্ৰিয় মোৰ ওচৰলৈ আহে। হে হিৰণ্যবৰ্ণা জলসমূহ, যেতিয়া মই তোমালোকক পান কৰি তৃপ্ত হওঁ, তেতিয়া মই অমৃত পান কৰিছোঁ বুলি জানোঁ।।৬।। হে জলসমূহ, (খালত স্থাপন কৰা) এই সুবৰ্ণ তোমালোকৰ হৃদয়স্বৰূপ ; হে সত্যযুক্ত জলসমূহ, (জলসিঞ্চনৰ অৰ্থে খনা খালত জঁপিয়াই পৰা ভেকুলীবিলাক) তোমালোকৰ সন্তানস্বৰূপ। হে বাঞ্ছিত ফলদানসমৰ্থ জলসমূহ, তোমালোক এইফালে আহাঁ, এই খালেদি তোমালোকক মই বোৱাই দিব খুজিছোঁ।।৭।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—গোষ্ঠ, অৰ্যমা আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—অনুষ্টুপ্।)

(হে গোসমূহ,) তোমালোকক মই সুখেৰে বাস কৰিব পৰা গোশালাৰ লগত, (আহাৰাদি) ধন আৰু সমৃদ্ধিৰ লগত তথা, 'অহৰ্জাত' (প্ৰতিদিনে যি প্ৰাণীৰ বৃদ্ধি পায়, তেনে) প্ৰাণীৰ লগত যুক্ত কৰিছোঁ।।১।। অৰ্যমাদেৱে তোমালোকক সৃষ্টি কৰি থাকক ; পূষা, বৃহস্পতি আৰু ধনঞ্জয় ইন্দ্ৰই তোমালোকক উৎপাদন কৰি থাকক। তোমালোকে মোক দুগ্ধ আদি সম্পদেৰে পুষ্ট কৰাঁ।।২।। এই গোষ্ঠত (চোৰ, বাঘ আদিৰপৰা) ভয়ৰহিত হৈ তোমালোক মিলিত হোৱাঁ ; গোবৰযুক্ত তথা ৰোগৰহিত হৈ, সোমৰ মাধুৰ্য (দুগ্ধৰূপত) ধাৰণ কৰি তোমালোক আমাৰ ওচৰলৈ আহাঁ।।৩।। হে গোসমূহ, তোমালোক এই গোশালালৈ আহা। (অতি সোনকালে বৃদ্ধিলাভ কৰা) মাখিৰ নিচিনাকৈ তোমালোকে ইয়াতে পুষ্টিলাভ কৰাঁ ; ইয়াতে বংশবৃদ্ধি কৰাঁ। মোৰ প্ৰতি যেন তোমালোকৰ মৰম স্নেহ থাকে।।৪।। গোসমূহ, তোমালোকৰ বাসস্থান কল্যাণকৰ হওক। (অলপ সময়তে হাজাৰ-বিজাৰকৈ উৎপন্ন হোৱা প্ৰাণী) শাৰিশাকৰ দৰে তোমালোকে পুষ্টিলাভ কৰাঁ ; ইয়াতে বংশ বৃদ্ধি কৰাঁ। মোৰ লগত তোমালোকক সংযুক্ত কৰিছোঁ।।৫।। হে গোসমূহ, গো-পতি মোৰ লগত তোমালোক যুক্ত হৈ থাকাঁ। এই গোশালা তোমালোকৰ ; ইয়াত তোমালোকে পুষ্টিলাভ কৰাঁ। সম্পদ সমন্বিতে অসংখ্য হোৱা দীৰ্ঘায়ু তোমালোকক দীৰ্ঘজীৱী হৈ মই যেন পাই থাকোঁ।।৬।।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—বাণিজ্যলাভার্থী অথর্বা। দেৱতা—ইন্দ্ৰ, অগ্নি। ছন্দ—ত্রিষ্টুপ্, জগতী।)

মই ইন্দ্ৰক বাণিজ্যকৰ্তাৰ ৰূপত প্ৰেৰিত কৰিছোঁ। সেই ইন্দ্ৰ ইয়ালৈ আহক আৰু আমাৰ আগত যাওক। (বাণিজ্য-বিঘাতক) শত্ৰু, পৰিপন্থী (পথৰোধক দস্যু আৰু বাঘ আদি) জন্তুক বিনাশ কৰি নিয়ন্তা ইন্দ্ৰ মোৰ কাৰণে ধনপ্ৰদ হওক।।১।। দেৱতাসকল (অথবা বণিকগণ) অহা-যোৱা কৰা বহু পথ দ্যুলোক আৰু পৃথিৱীৰ মাজত আছে। সেই পথসমূহে মোক ঘৃত-দুগ্ধ আদিৰে তৃপ্ত কৰক, যাতে মই বেচা-কিনা কৰি ধন লাভ কৰিব পাৰোঁ।।২।। হে অগ্নি, (বাণিজ্যত লাভ) কামনা কৰি, শীঘ্ৰে গমন কৰিব পৰাকৈ বললাভ কৰিবৰ কাৰণে মই তোমাক সমিধ আৰু ঘৃতেৰে হৱি অৰ্পণ কৰিছোঁ ; স্তোত্ৰ-ৰূপ মন্ত্ৰেৰে মই তোমাক অৰ্চনা কৰিছোঁ, যাতে মই শত প্ৰকাৰে লাভ কৰিব পৰা নিপুণ বুদ্ধি লাভ কৰোঁ।।৩।। হে অগ্নি, (ঘৰ এৰি) দূৰলৈ অহাৰ কাৰণে (আমাৰ যি ব্ৰত ভংগ হৈছে) তুমি সেই দোষ ক্ষমা কৰাঁ। আমাৰ কাৰণে ক্ৰয়-বিক্ৰয় কাৰ্য লাভজনক হওক। হে ইন্দ্ৰ আৰু অগ্নি, তোমালোক দুয়োজন একমত হৈ আমি প্ৰদান কৰা হৱি গ্ৰহণ কৰা। (তোমালোকৰ কৃপাত) আমাৰ ক্ৰয়-বিক্ৰয় আৰু উত্থিত (ধন) সুখদায়ক হওক।।৪।। হে দেৱগণ, যি মূলধনেৰে মই ক্ৰয়-বিক্ৰয় কৰিছোঁ, যি ধনেৰে মই লাভ বৃদ্ধি কৰিব খুজিছোঁ, সেই ধন যেন বৃদ্ধিহে হৈ যায়, কমি নাযায়। হে অগ্নি, লাভত বিঘিনি ঘটোৱা দেৱতাসকলক তুমি আহুতি দান কৰি বিৰত কৰাঁ।।৫।। যি মূলধনেৰে মই বেচা-কিনা কৰি লাভৱান হ'ব খুজিছোঁ, তাৰ লগত ইন্দ্ৰ, প্ৰজাপতি, সোম, অগ্নি আৰু সৱিতাই সকলোৰে প্ৰীতিভাৱ স্থাপন কৰক।।৬।। হে দেৱগণৰ আহ্বানকাৰী, বিশ্বজনৰ হিতকাৰী অগ্নি, হৱিৰূপ অন্নেৰে আমি তোমাক স্তুতি কৰিছোঁ। স্তুতি লাভ কৰি তুমি যেন আমাৰ সতি-সন্ততি, আমাৰ আত্মা, গৰু-গাই আৰু প্ৰাণৰ (ৰক্ষাৰ) ক্ষেত্ৰত সদা জাগৃত হৈ থাকা।।৭।। হে জাতবেদা, প্ৰতিদিনে ঘৰত থকা ঘোঁৰাক (ঘাঁহ আদি) দিয়াৰ দৰে তোমাকো (হৱি) প্ৰদান কৰিম। হে অগ্নি, ধনৰ প্ৰাচুৰ্যেৰে আনন্দিত হৈ, অন্নাদিৰে পুষ্ট হৈ তোমাৰ পৰিচৰ্যাকাৰী আমি যেন বিনষ্ট নোহোৱাকৈ থাকোঁ।।৮।।

# চতুৰ্থ অনুবাক
## ষোড়শ সূক্ত (১৬)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—আৰ্ষী জগতী, ত্ৰিষ্টুপ্।)

(মেধাৰূপ ফললাভৰ উদ্দেশ্যে) আমি ৰাতিপুৱাই অগ্নি, ইন্দ্ৰ, মিত্ৰ, বৰুণ, অশ্বিনীকুমাৰ দুজন, ভগ, পূষা, ব্ৰহ্মণস্পতি, সোম আৰু ৰুদ্ৰক আহ্বান কৰিছোঁ।।১।। অতি ৰাতিপুৱাই বাঞ্ছিত ফলদাতা, অপৰাজিত, অদিতিৰ পুত্ৰ ভগক অৰ্চনা কৰিছোঁ। (বৃষ্টি আদিৰ দ্বাৰা সকলোৰে) পোষক আৰু দৰিদ্ৰ, সমৃদ্ধ আনকি ৰজায়ো যাক 'মোকো ভাগ দিয়া' বুলি প্ৰাৰ্থনা কৰে, আমি সেই ভগদেৱতাক অৰ্চনা কৰিছোঁ।।২।। হে ভগ, (সমস্ত জগতৰ) নায়ক, অবিনশ্বৰ ধনসম্পন্ন, হে ভগদেৱ, তুমি মেধা আদি ফল দান কৰি আমাৰ এই স্তুতি সফল কৰা। হে ভগ, আমাক গৰু-ঘোঁৰাৰে প্ৰাচুৰ্যসম্পন্ন কৰা। আমি যেন (পুত্ৰ নাতি আদি) মানুহেৰে সমৃদ্ধ হওঁ।।৩।। এতিয়া (কৰ্ম অনুষ্ঠান কৰাৰ সময়ত) ভগ দেৱতাৰ কৃপা বুদ্ধিৰ (অথবা ধন আৰু সৌভাগ্যৰ) লগত যেন যুক্ত হওঁ। সন্ধ্যা আৰু দুপৰীয়া আৰু সূৰ্য উদয় হোৱাৰ সময়তো, হে ইন্দ্ৰ, আমি যেন সূৰ্য আৰু অন্য দেৱতাসকলৰ কৃপা বুদ্ধিৰ পাত্ৰ হওঁ।।৪।। ভগ দেৱতা ধনৱান হওক; আমিও তেওঁৰ ধনেৰে ধনসম্পন্ন হ'ম। হে ভগ, সকলোৱে তোমাক বাৰম্বাৰ আহ্বান কৰিছোঁ, তুমি এই কৰ্মত অগ্ৰগামী হোৱা।।৫।। উষা দেৱীসকল যজ্ঞৰ উদ্দেশ্যে মিলিত হওক; অশ্ব যেনেকৈ সঠিক গমনৰ বাবে তৎপৰ হয়, বেগী ঘোঁৰাই ৰথ টানি অনাৰ দৰে উষাদেৱীসকলে ধনদাতা ভগক এইফাললৈ লৈ আহক।।৬।। উষা দেৱীসকল গৰু, ঘোঁৰাৰে সৈতে পুত্ৰ আদিৰে কল্যাণকাৰিণী হৈ প্ৰকাশ পাওক। হে দেৱীগণ, (ঘৃততুল্য) জল বহন কৰি সকলো গুণেৰে সমৃদ্ধ হৈ অবিনশ্বৰ মংগল সাধন কৰি তোমালোকে আমাক ৰক্ষা কৰি থাকা।।৭।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—সীতা। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্।)

মেধাবীসকলে (কৰ্ষণৰ উদ্দেশ্যে) নাঙল জুৰিছে, ধীমানসকলে দেৱতাসম্পৰ্কীয় সুখকৰ যজ্ঞৰ ইচ্ছাৰে বলধৰ কান্ধত যুৱলি তুলি দিছে।।১।। হে কৃষকসকল, যুৱলিত নাঙল লগাই লৈ তাক বলধৰ কান্ধত থোৱা; গজালি মেলিবৰ যোগ্য এই মাটিত বীজ সিঁচি দিয়া। আশুপ্ৰাপক [27] স্তম্ব আদি ফলৰ ভাৰযুক্ত হওক। সকলো শস্য সময়মতে পকক আৰু ছেদকাৰী দাঁতত দিব পৰা হওক।।২।। বজ্ৰৰ দৰে চোকা ধাৰ থকা নাঙলৰ ফাল কৃষকৰ সুখকৰ (ধান-যৱ প্ৰভৃতি) শস্য সম্পন্ন কৰাই সোমযাগকৰ্তা হৈ মাটিত

শৰীৰ লুকুৱাই গতি কৰিছে। (কৰ্ষণৰ দ্বাৰা লাভ কৰা শস্য-সম্পদৰ যোগেদি) গৰু-ছাগলী, ৰথ বহন কৰিব পৰা ঘোঁৰা, বলধ আৰু প্ৰথম বয়সৰ কন্যাৰ সমৃদ্ধি হওক।।৩।। ইন্দ্ৰই সীৰলুবিলাক নিম্নমুখী কৰক ; পূষাই সেইবোৰক সকলো ফালৰপৰা ৰক্ষা কৰক। সেই সীৰলুৱে বছৰৰ পিছত বছৰ ধৰি দুগ্ধপ্ৰদ হৈ আমাক বাঞ্ছিত ফল দান কৰক।।৪।। নাঙলৰ ফালে সুখকৰভাৱে মাটি চাহ কৰক ; খেতিয়কসকল সুখেৰে হাল টনা গৰুৰ পিছে পিছে যাওক। হে বায়ু আৰু আদিত্যদেৱ, তোমালোক আমাৰ হৱিৰ দ্বাৰা সন্তুষ্ট হৈ এই যজমানক সুন্দৰ ফলযুক্ত শস্য দান কৰাঁ।।৫।। বলধবিলাক সুখকৰ হওক, (খেতিয়ক) মানুহ সুখী হওক, নাঙলবিলাকে সুখেৰে মাটি চাহ কৰক, ৰচিবিলাকে অনায়াসে বান্ধ দিয়ক। হে বায়ুদেৱতা, তুমি চাবুকটোও সুখকৰ কৰাঁ।।৬।। হে বায়ু আৰু আদিত্যদেৱ, তোমালোকে মোৰ এই হৱি ভোগ কৰাঁ। তোমালোকে আকাশত যি পানীৰ সৃষ্টি কৰিছা, তাৰে এই হাল বাই থোৱা মাটিখিনি জীপাল কৰাঁ।।৭।। হে সীতা (সীৰলুৰ অধিষ্ঠাত্ৰী দেৱী), আমি তোমাক প্ৰণাম কৰিছোঁ, যাতে তুমি সুফলদায়িনী আৰু সুন্দৰ অনুগ্ৰহৰ মতিৰে আমাৰ ফালে মুখ কৰা।।৮।। হে সীতা, জল আৰু মধুৰ ৰসেৰে লিপ্ত হৈ, বিশ্বদেৱগণ আৰু মৰুদ্‌গণৰ অনুমোদন লাভ কৰি বলকাৰক অন্নসম্পন্ন হৈ তুমি জলৰ সৈতে আমাৰ অভিমুখী হোৱাঁ।।৯।।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি—অথৰ্বা। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্, উষ্ণিক্।)

যি ওষধিৰদ্বাৰা সতিনীক বাধাদান কৰা হয় আৰু যাৰদ্বাৰা (পত্নীয়ে) পতিক সম্যক্‌ভাৱে লাভ কৰে, সেই ওষধিসমূহৰ ভিতৰত শক্তিশালী (পাঠা নামৰ) ওষধি মই খানি আনিছোঁ।।১।। ওপৰমুৱা পাতেৰে সৈতে সৌভাগ্যপ্ৰদ, দেৱগণৰদ্বাৰা প্ৰেৰিত, পৰাভৱকাৰী, হে ওষধি, তুমি মোৰ সতিনীক (স্বামীৰ কাষৰপৰা) খেদাই পঠোৱা আৰু স্বামীক কেৱল মোৰ কৰাঁ।।২।। সতিনী, মই তোৰ নামটো পৰ্যন্ত মুখলৈ নানো। তই মোৰ স্বামীৰ লগত আনন্দ উপভোগ নকৰিবি। মই সতিনীক বহুত দূৰলৈ খেদি পঠাম।।৩।। হে উৎকৃষ্টতৰা (ওষধি), মই (তোমাৰ কৃপাত) উৎকৃষ্ট হ'ম ; (জগতৰ সকলো উৎকৃষ্টতকৈ) উৎকৃষ্টতৰ হ'ম। মোৰ সতিনী নিকৃষ্টতকৈও নিকৃষ্ট হওক।।৪।। মই শত্ৰুপৰাভৱকাৰী, সেইদৰে তুমিও অতিশয় পৰাভৱকাৰী ; আমি দুয়ো শক্তিশালী হৈ সতিনীক পৰাভূত কৰিম।।৫।। সতিনী, মই (তোৰ শয্যাৰ) তলে-ওপৰে এই শক্তিশালী ওষধি স্থাপন কৰিছোঁ, (গাখীৰতী) গাই পোৱালিৰ ওচৰলৈ হেম্বেলিয়াই যোৱাৰ দৰে, পানী তলমুৱা হৈ বৈ যোৱাৰ দৰে (এই ওষধিৰ প্ৰভাৱত) তোৰ মনেও মোৰ বশ হৈ মোৰ পিছে পিছে লৰি ফুৰক।।৬।।

## উনবিংশ সূক্ত (১৯)

(ঋষি—বসিষ্ঠ। দেৱতা—বিশ্বদেৱগণ, ইন্দ্ৰ। ছন্দ—বৃহতী, অনুষ্টুপ্।)

মোৰ এই মন্ত্ৰ অমোঘ ফলদায়ক হওক, মোৰ বল, বীৰ্য তীক্ষ্ণ হওক। মই যি ক্ষত্ৰিয়ৰ পুৰোহিত, (মন্ত্ৰৰ প্ৰভাৱত) তেওঁলোক তীক্ষ্ণ, ক্ষয়ৰহিত আৰু (তেওঁলোকৰ সেনা) জয়শীল হওক।।১।। মই তেওঁলোকৰ ৰাষ্ট্ৰ তীক্ষ্ণ (ধন-সোণেৰে সমৃদ্ধ) কৰিম ; তেওঁলোকৰ শক্তি, বীৰ্য আৰু বল সুদৃঢ় কৰিম ; মই এই আহুতিৰ দ্বাৰা (সেই ৰজাৰ) শত্ৰুবিলাকৰ বাহু ছিন্ন কৰিম।।২।। কাৰ্য-অকাৰ্যৰ সম্যক্ জ্ঞান থকা আৰু প্ৰভূত ধন-সম্পন্ন আমাৰ ৰজাক জয় কৰিবৰ কাৰণে যি শত্ৰুৱে সেনা একত্ৰ কৰিছে, সিবিলাক তললৈ মু'কৰি পৰি যাওক ; নিকৃষ্ট হৈ পদাক্ৰান্ত হওক। মন্ত্ৰৰ প্ৰভাৱত মই শত্ৰুবিলাকৰ ক্ষয় সাধন কৰিছোঁ আৰু নিজৰ মানুহসকলক (ৰজাসকলক) শ্ৰেষ্ঠ জয়লাভ কৰাইছোঁ।।৩।। মই যিসকল ৰজাৰ পুৰোহিত, তেওঁলোক কুঠাৰতকৈও তীক্ষ্ণ হওক, অগ্নিতকৈও তীক্ষ্ণ হওক, ইন্দ্ৰৰ বজ্ৰতকৈও তীক্ষ্ণ হওক।।৪।। মই তেওংলোকৰ অস্ত্ৰ-শস্ত্ৰবিলাক তীক্ষ্ণ কৰিম, তেওঁলোকৰ ৰাষ্ট্ৰ সু-বীৰেৰে সমৃদ্ধ কৰিম। এই ৰজাসকলৰ ক্ষত্ৰিয়বল ক্ষয়ৰহিত আৰু জয়শীল হওক। এওঁলোকৰ (জয়শীল) মনটো সমস্ত দেৱতাই ৰক্ষা কৰক।।৫।। হে ধনবান ইন্দ্ৰ, (তোমাৰ কৃপাত হাতী, ঘোঁৰা, ৰথ আদি) যুদ্ধৰ সাধনসমূহ উৎকৃষ্ট হৰ্ষযুক্ত হওক ; জয় লাভ কৰা বীৰসকলৰ জয়ধ্বনি উদেঘাষিত হওক; সকলোফালে জয়সূচক উৰুলিধ্বনিৰ ৰোল উঠক। ইন্দ্ৰক মুখ্য ৰূপে লৈ মৰুৎগণ আমাৰ সৈন্যৰ সৈতে আগ বাঢ়ক।।৬।। হে আমাৰ পক্ষৰ বীৰসকল, তোমালোক আগবাঢ়া, (শত্ৰুক) জয় কৰাঁ। তোমালোকৰ বাহুসমূহ উগ্ৰ হওক। তীক্ষ্ণ বাণযুক্ত হৈ তোমালোকে দুৰ্বল ধনু লৈ যুদ্ধ কৰা শত্ৰুক বধ কৰাঁ ; উগ্ৰ বাহু আৰু শক্তিশালী অস্ত্ৰধাৰী তোমালোকে দুৰ্বল শত্ৰুবিলাকক বধ কৰাঁ।।৭।। মন্ত্ৰৰদ্বাৰা তীক্ষ্ণ কৰা হে মাৰাত্মক বাণ, আমি মাৰি পঠোৱাৰ লগে লগে তোমালোকে গৈ শত্ৰুক জয় কৰাঁ; প্ৰথমে শত্ৰুৰ মাজত সোমাই তাৰ পাছত শ্ৰেষ্ঠ হাতী, ঘোঁৰা, পদাতিকসকলক বিনাশ কৰাঁ ; সিহঁতৰ কোনো যেন সাৰি যাব নোৱাৰে।।৮।।

## বিংশ সূক্ত (২০)

(ঋষি—বসিষ্ঠ। দেৱতা—অগ্নি প্ৰভৃতি। ছন্দ—অনুষ্টুপ্, পংক্তি।)

হে অগ্নি, এই অৰণি[২৪] (অথবা যম) যজ্ঞকালত তোমাৰ উৎপত্তিৰ কাৰণ। সেই কথা জানি তুমি য'ত জন্ম লাভ কৰি দীপ্তিমান হৈছা, তাতে প্ৰৱেশ কৰাঁ আৰু

আমাৰ ধন বৃদ্ধি কৰাঁ।।১।। হে অগ্নি, (আমাৰ প্ৰাপ্য ধনৰ কথা) তুমি সমুখলৈ আহি আমাক কোৱাঁ ; মন প্ৰসন্ন কৰি তুমি আমাৰ অভিমুখী হোৱাঁ। হে প্ৰজাপালক, তুমি ধনদাতা ; গতিকে আমাক ধনদান কৰাঁ।।২।। অৰ্যমা, ভগ, বৃহস্পতি, দেৱীগণ আৰু প্ৰিয়বাক্যৰূপা সৰস্বতীয়ে আমাক ধন দান কৰক।।৩।। আমাক ৰক্ষা কৰিবৰ কাৰণে ৰজা সোম[29] আৰু অগ্নিক স্তুতিবাক্যৰদ্বাৰা আহ্বান কৰিছোঁ। আদিত্য, বিষ্ণু, সূৰ্য, ব্ৰহ্মা আৰু বৃহস্পতিক (অভীষ্ট সিদ্ধিৰ অৰ্থে) আহ্বান কৰিছোঁ।।৪।। হে অগ্নি, তুমি অন্য অগ্নিসমূহৰ আমাৰ স্তোত্ৰ আৰু যজ্ঞ (ফলেৰে) সমৃদ্ধ কৰাঁ। হে দেৱ, দান কৰিবৰ কাৰণে তুমি যজমানক ধন দান কৰাঁ।।৫।। ইন্দ্ৰ আৰু বায়ুক এই কৰ্মলৈ আহ্বান কৰিছোঁ। আমাৰ সংগত থাকি সকলো মানুহ যেন সুন্দৰ মনৰ হয় আৰু আমাক দান কৰিবলৈ ইচ্ছুক হয় (এই ভাবি তোমালোকক আহ্বান কৰিছোঁ)।।৬।। হে স্তোতা, অৰ্যমা, বৃহস্পতি, ইন্দ্ৰ, বায়ু, বিষ্ণু, সৰস্বতী আৰু অন্নযুক্ত সৱিতাক তুমি (আমাক বাঞ্ছিত ফলদান কৰিবলৈ) প্ৰণোদিত কৰাঁ।।৭।। অন্ন উৎপত্তি বিষয়ত আমি সোনকালেই জড়িত হ'ম। এই দৃশ্যমান সমস্ত প্ৰাণী অন্ন উৎপাদনকাৰী দেৱতাৰ মাজতে স্থিত হৈ আছে। সেই অন্ন উৎপাদক দেৱতাই আগতে জানি (দান কৰিবলৈ ইচ্ছুকসকলৰ উপৰি) দান কৰিবলৈ অনিচ্ছুকসকলকো আমাক দান কৰিবৰ নিমিত্তে প্ৰেৰিত কৰক, পুত্ৰ-পৌত্ৰ আদিৰে সম্পন্ন ধন আমাক প্ৰদান কৰক।।৮।। পঞ্চদিশে আমাক বাঞ্ছিত ফল দিয়ক ; উৰ্বী অৰ্থাৎ পৃথিৱী- আকাশ, দিন-ৰাতি তথা আৰু ওষধিয়ে আমাক যথাশক্তি বাঞ্ছিত ফল দান কৰক। মন আৰু হৃদয়ৰদ্বাৰা যি সংকল্প কৰিম, মই সেই সকলো লাভ কৰিম।।৯।। গৰু-গাই লাভ কৰিব পৰাকৈ মই বাক্য উচ্চাৰণ কৰিম। (হে বাণী,) তুমি মোত তেজঃসমন্বিতে প্ৰকাশ পোৱা। বায়ুৱে মোক সকলো ফালৰপৰা আবৃত কৰক আৰু ত্বষ্টাই মোৰ পুষ্টি বিধান কৰক।।১০।।

## পঞ্চম অনুৱাক

### একবিংশ সূক্ত (২১)

(ঋষি—বসিষ্ঠ। দেৱতা—অগ্নি, সৱিতা আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

পানীৰ মাজত (বড়ৱানলৰূপে) যি অগ্নি আছে, আৱৰক মেঘত (বিদ্যুৎ ৰূপে) যি অগ্নি আছে, মনুষ্যত (জঠৰাগ্নিৰূপে) যি অগ্নি আছে, (সূৰ্যকান্তমণি আদি) শিলাত, ওষধি আৰু বনস্পতিত যি অগ্নি আছে, সেই সমস্ত অগ্নিৰ উদ্দেশ্যে এই হবি প্ৰদান কৰা হওক।।১।। (অমৃতময় ৰস পৰিপাকৰ অৰ্থে লতাৰূপ) সোমত যি অগ্নি প্ৰৱিষ্ট

হৈ আছে, যি অগ্নি গৰু আদি (পোহনীয়া) পশুত আবিষ্ট হৈ (দুগ্ধ আদি পৰিপক্ক কৰি) আছে, যি অগ্নি পক্ষী, বন্যজন্তু, দ্বিপদ মনুষ্য আৰু চতুষ্পদ অন্য প্ৰাণীত নিহিত হৈ আছে, সেই সমস্ত অগ্নিৰ উদ্দেশ্যে এই হৱি প্ৰদান কৰা হওক।।২।। যিজন দেৱতা ইন্দ্ৰৰ সৈতে একে ৰথত উঠি যায়, যি অগ্নি বিশ্বৰ হিতকাৰী, যি অগ্নি বিশ্বৰ দাহক আৰু যাক যুদ্ধত সহায় পাবৰ কাৰণে আহ্বান কৰা হয়, সেই সমস্ত অগ্নিৰ উদ্দেশ্যে এই হৱি প্ৰদান কৰা হওক।।৩।।যি অগ্নি সৰ্বভক্ষী, যাক কামনাৰ ফলস্বৰূপ বুলি কোৱা হয়, যাক দাতা আৰু প্ৰতিগ্ৰহীতা বুলি কোৱা হয়, যি অগ্নি বীৰ, শক্তিশালী, শত্ৰুৰ পৰাভৱকাৰী, অন্যৰদ্বাৰা অহিংসিত, সেই সকলো অগ্নিৰ উদ্দেশ্যে এই হৱি প্ৰদান কৰা হওক।।৪।। (হে অগ্নি, য'ত প্ৰাণীগণে সত্তা লাভ কৰে সেই) তেৰটা মাহ আৰু মনুৰদ্বাৰা কল্পিত পাঁচটি ঋতুৱে (অথবা ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আৰু নিষাদ, —এই পাঁচ বৰ্ণ অথবা গন্ধৰ্ব, অপ্সৰা, দেৱ, অসুৰ আৰু ৰাক্ষস—এই পাঁচ প্ৰকাৰৰ লোক) যাক দেৱগণৰ আহ্বানকৰ্তা বুলি মনেৰে জানে, তেজৰ ধাৰক আৰু প্ৰদানকাৰী, যশস্বী, সত্য তথা প্ৰিয়বাক্যযুক্ত, সেই সমস্ত অগ্নিৰ উদ্দেশ্যে এই হৱি প্ৰদান কৰা হওক।।৫।। বৃষভ আৰু বন্ধ্যা গাভী যাৰ হৱিৰূপ অন্ন, আহুতি দিয়া সোম যাৰ পৃষ্ঠত, সমস্ত জগতৰ বিধাতা, বৈশ্বানৰ অগ্নিৰূপে সমস্ত প্ৰাণীতে স্থিত যি জ্যেষ্ঠ অগ্নি, সেই সমস্ত অগ্নিৰ উদ্দেশ্যে এই হৱি প্ৰদান কৰা হওক।।৬।। দ্যুলোক, ভূলোক আৰু অন্তৰিক্ষত প্ৰৱিষ্ট হৈ যি অগ্নিয়ে বিচৰণ কৰে, মেঘত বিদ্যুত ৰূপে যি অগ্নিয়ে বিচৰণ কৰে, যি অগ্নি দিক্‌সমূহত বৰ্তমান আৰু যি বায়ুৰ মধ্যত বিচৰণ কৰে, সেই সকলো অগ্নিলৈকে এই হৱি প্ৰদান কৰা হওক।।৭।। হাতত যাৰ সুৱৰ্ণ, সেই সূৰ্য, ইন্দ্ৰ, বৃহস্পতি, বৰুণ, মিত্ৰ আৰু অগ্নি আদি সমস্ত দেৱতাকে অঙ্গিৰস গোত্ৰীয় আমি আহ্বান কৰিছোঁ; তেওঁলোকে এই মাংসভক্ষী অগ্নিক শান্ত কৰক।।৮।। মাংসভক্ষী অগ্নি শান্ত হওক, মানুহৰ অনিষ্টসাধক অগ্নি শান্ত হওক। যি সকলোকে দহি নিয়ে সেই মাংসভক্ষী অগ্নিক মই শান্ত কৰিছোঁ।।৯।। পিঠিত সোম ধাৰণ কৰা পৰ্বতসমূহ, উত্তাৰল জলসমূহ, বায়ু, পৰ্জন্য আৰু অগ্নিয়ে মাংসভক্ষী অগ্নিক শান্ত কৰিলে।।১০।।

## দ্বাবিংশ সূক্ত (২২)

(ঋষি—বসিষ্ঠ। দেৱতা—বিশ্বদেৱগণ, বৃহস্পতি, বৰ্চ। ছন্দ—ত্ৰিষ্টুপ, অনুষ্টুপ।)

অদিতিৰ শৰীৰৰপৰা উদ্ভূত মহৎ যশস্বৰূপ যি শক্তি হাতীত বিদ্যমান, মই

সেই দুৰ্ধৰ্ষ শক্তি লাভ কৰিব পাৰোঁ। সকলো দেৱতাৰ সৈতে প্ৰীতিসম্পন্ন অদিতিয়ে মোক সেই যশ প্ৰদান কৰক।।১।। মিত্ৰ, বৰুণ, ইন্দ্ৰ আৰু ৰুদ্ৰই মোক তেওঁলোকৰ অনুগ্ৰহৰ যোগ্য বুলি ভাবক। বিশ্বৰ পোষক সেই দেৱতাসকলে মোক তেজস্বী কৰক।।২।। যি তেজৰদ্বাৰা হাতী উদ্ভূত হৈছে, যাৰদ্বাৰা ৰজা মানুহৰ ভিতৰত অধিক তেজঃসম্পন্ন হৈছে, যি তেজৰ দ্বাৰা অন্তৰিক্ষত যক্ষ-গন্ধৰ্বগণ তেজস্বী হৈছে (অথবা জলত জীৱগণ শক্তিশালী হৈছে), সৃষ্টিৰ পাতনিতে যি তেজৰদ্বাৰা দেৱগণ দেৱত্বসম্পন্ন হৈছে, হে অগ্নি, সেই সমস্ত তেজৰদ্বাৰা তুমি আজি মোক তেজস্বী কৰাঁ।।৩।। জাত প্ৰাণীগণৰ জ্ঞাতা, আহুতিৰ দ্বাৰা আহূত হে অগ্নি, তোমাৰ যি মহৎ তেজ, সূৰ্যৰ যি তেজ, অসুৰৰ যি তেজ, হাতীৰ যি তেজ, পদ্ম মালাধাৰী অশ্বিনীকুমাৰ দুজনে সেই সকলো তেজ মোক প্ৰদান কৰক।।৪।। চাৰিদিশ য'লৈকে ব্যাপ্ত হৈ আছে, চক্ষু ইন্দ্ৰিয়ই য'লৈকে (নক্ষত্ৰপৰ্যন্ত) দেখা পায়, সেই পৰিমাণৰ ইন্দ্ৰৰ অসাধাৰণ চিহ্ন মই যেন লাভ কৰোঁ ; সেই হস্তীতুল্য তেজস্বিতাও যেন মই লাভ কৰোঁ।।৫।। অৰণ্যত সুখেৰে বাস কৰা জন্তুসমূহৰ ভিতৰত হাতীৰে সকলোকে অতিশয় বলেৰে চেৰ পেলাই বাস কৰে। সেই হেন হাতীৰ ঐশ্বৰ্যৰূপ তেজস্বিতাৰে মই নিজকে অভিষিক্ত কৰিছোঁ।।৬।।

## ত্ৰয়োবিংশ সূক্ত, (২৩)

(হে নাৰী,) যিহৰ কাৰণে তুমি বন্ধ্যা হৈছা, আমি সেই কাৰণটো (পাপ) নাশ কৰিছোঁ ; সেই পাপ (বা ৰোগ) আমি দূৰলৈ আঁতৰাই পঠাইছোঁ।।১।। বাণ তূণত উপনীত হোৱাৰ দৰে তোমাৰ প্ৰজননস্থানত পুংস্ত্বযুক্ত গৰ্ভ উপনীত হওক। তোমাৰ সেই গৰ্ভই দহ মাহ পূৰ কৰি পুত্ৰৰূপত জন্ম লাভ কৰক।।২।। তুমি পুত্ৰ সন্তান জন্ম দিয়াঁ, তাৰ পিছতো পুত্ৰ জন্ম দিয়াঁ ; তুমি যেন বহু জাত পুত্ৰৰ মাতৃ হোৱা আৰু জন্ম হ'বলগীয়া পুত্ৰৰো জন্মদায়িনী হোৱা।।৩।। বৃষভগণে যি অমোঘ বীৰ্যেৰে গাইত পোৱালি উৎপন্ন কৰে, সেই নিচিনা অমোঘ বীৰ্যেৰে তুমি পুত্ৰ লাভ কৰাঁ। তাৰ পিছত তুমি পোৱাঁতী গাইৰ দৰে (পুত্ৰ সমন্বিতে বৃদ্ধিপ্ৰাপ্ত) হোৱাঁ।।৪।। হে নাৰী, মই তোমাৰ প্ৰাজাপত্য (ব্ৰহ্মাৰদ্বাৰা প্ৰবৰ্তিত সন্তান উৎপত্তি সম্পৰ্কীয়) কৰ্ম অনুষ্ঠান কৰিছোঁ। তোমাৰ গৰ্ভাশয়ত ভ্ৰূণ স্থিত হওক। তুমি পুত্ৰ লাভ কৰাঁ। সেই পুত্ৰ তোমাৰ সুখৰ কাৰণ হ'ব ; তুমিও তেওঁৰ সুখৰ কাৰণ হ'বা।।৫।। যিবিলাক ওষধিৰ পিতৃ দ্যুলোক, মাতৃ পৃথিৱী, সমুদ্ৰ মূলকাৰণ স্বৰূপ, সেই দিব্য ওষধিসমূহে তোমাক পুত্ৰলাভৰ উদ্দেশ্যে সকলো ফালৰপৰা ৰক্ষা কৰক।।৬।।

## চতুৰ্বিংশ সূক্ত (২৪)

(ঋষি—ভৃগু। দেৱতা—বনস্পতি, প্ৰজাপতি। ছন্দ—অনুষ্টুপ্, পংক্তি।)

(ধান, যৱ প্ৰভৃতি) ওষধিসমূহ ৰসবান হওক ; মোৰ বচনো সাৰযুক্ত হওক। সেই সাৰযুক্ত (ৰসবান) ওষধিসমূহ মই সহস্ৰ প্ৰকাৰে ধাৰণ কৰিম।।১।। মই সাৰযুক্ত দেৱতাক জানো ; তেওঁ ধান আদি শস্যৰ বৃদ্ধি সাধন কৰিছিল। (ধান আদি সংগ্ৰহ কৰা)। 'সম্ভৃত্বা' নামৰ দেৱতাক আমি স্তুতিৰ দ্বাৰা আহ্বান কৰিছোঁ। যাগ নকৰা (ধনী মানুহৰ) ঘৰত যি ধন-সম্পদ আছে (সেই দেৱতাই আনি আমাক দিয়ক)।।২।। এই দৃশ্যমান পাঁচ দিশে আৰু মনুৰপৰা জন্ম লাভ কৰা পাঁচ বৰ্ণৰ লোকে এই যজমানৰ ধন-ধান বৃদ্ধি কৰক ; যেনেকৈ নৈৰ সোঁতে বৰষুণৰ পানী পালে তাৰ বুকুত থকা বস্তু নি অন্য ঠাই পোৱায়গৈ (তেনেকৈ এই যজমানৰ ওচৰত ধন-ধান উপনীত কৰক)।।৩।। যেনেকৈ শত-সহস্ৰধাৰাৰে বৈ গ'লেও পানীৰ উৎসস্থান শুকাই নাযায়, তেনেকৈ আমাৰ এই ধানৰ (ভঁৰালৰ পৰাও) ক্ষয়ৰহিত ধাৰা বৈ থাকক।।৪।। হে শতহস্তযুক্ত দেৱতা, আহৰণ কৰাঁ, হে সহস্ৰহস্তযুক্ত দেৱতা, (সহস্ৰ হাতেৰে গোটাই অনা ধান) তুমি মোক দিয়াঁ। মই সম্পন্ন কৰা কৰ্ম আৰু কৰিবলগীয়া কৰ্মৰ সমৃদ্ধিৰে তুমি মোক সমৃদ্ধ কৰাঁ।।৫।। গন্ধৰ্বসকলৰ সমৃদ্ধিৰ মূলতে তিনিটি কলা আছে; তেওঁলোকৰ পত্নী অপ্সৰাসকলৰ চাৰিটি কলা। তাৰ ভিতৰত যি কলা সৰ্বাধিক সমৃদ্ধিকাৰক, (হে ধান্য,) তাৰ সৈতে মই তোমাক স্পৰ্শ কৰিছোঁ।।৬।। হে প্ৰজাপতি, (ধন-ধান আদি ওচৰতে প্ৰাপ্তকাৰক) উপোহ আৰু (প্ৰাপ্ত ধন-ধান বৃদ্ধিকাৰক) সমূহ নামৰ দেৱতা দুজন তোমাৰ অভিমত কাৰ্যসম্পাদন কৰা দুজন সাৰথি। তেওঁলোকে অক্ষয় প্ৰাচুৰ্যেৰে ভৰা সমৃদ্ধি আমালৈ লৈ আহক।।৭।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—ভৃগু। দেৱতা—কামেষু, মিত্ৰবৰুণ। ছন্দ—অনুষ্টুপ্।)

(হে নাৰী, ঊৰ্দ্ধমুখে কষ্ট দান কৰা দেৱতা) উত্তুদে তোমাক কামাতুৰা কৰি তোলক। তুমি (কামবাণৰ দ্বাৰা আহত হৈ) শয্যাৰ কামনা নকৰা ; কামদেৱৰ যি ভয়ানক বাণ আছে, তাৰে মই তোমাৰ হৃদয় বিন্ধি পেলাইছোঁ।।১।। মনৰ পীড়াৰূপী পত্ৰসমূহ কামভাৱৰূপী বাণৰ আগত লাগি থকা মৰ্মভেদক লোহাছটাৰ নিচিনা; সি ভোগ-সংকল্পৰ লগত সংযুক্ত। সেই বাণেৰে কামে তোমাৰ হৃদয় থকা-সৰকা কৰক।।২।। পোনে পোনে যোৱা কামবাণপাটে প্লীহা (প্ৰাণ সোমাই থকা মাংসখণ্ড) শুহি নিয়ে; পোনপটীয়া ফলদায়ক আৰু নানাপ্ৰকাৰে সন্তাপকাৰক সেই বাণেৰে মই তোমাৰ হৃদয় বিন্ধি পেলাইছোঁ।।৩।। সেই দহি নিয়া সন্তাপকাৰক বাণপাটেৰে বিদ্ধাৰ

পিছত তুমি শুকান কণ্ঠেৰে মোৰ ওচৰলৈ আহাঁ। মৃদু আৰু প্ৰিয়বাদিনী হৈ তুমি প্ৰণয়কলহ ত্যাগ কৰি, সম্পূৰ্ণভাৱে মোৰ হৈ, মোৰ অনুবৰ্তিনী হোৱাঁ।।৪।। হে নাৰী, মই তোমাক চাবুকেৰে কোবাই মোৰ মুখামুখি কৰিম ; মাৰা অথবা পিতাৰাৰ ওচৰত থকাৰপৰা মই তোমাক টানি আনিম, যাতে তুমি মোৰ কৰ্ম আৰু মোৰ চিত্তৰ লগত যুক্ত হোৱা।।৫।। হে মিত্ৰ-বৰুণ, তোমালোকে এই নাৰীৰ হৃদয়ৰপৰা চিত্ত বিক্ষিপ্ত কৰাঁ। তাৰ পিছত এওঁক কাৰ্যশূন্য কৰি মোৰ অধীন কৰাঁ।।৬।।

# ষষ্ঠ অনুবাক

## ষড়্‌বিংশ সূক্ত (২৬)

(ঋষি—অথৰ্ব্বা। দেৱতা—অগ্নি আদি আৰু অস্ত্ৰসমূহ। ছন্দ—জগতী।)

হে হেতি নামৰ দেৱগণ (গন্ধৰ্বগণ), তোমালোকে আমাৰ পূৰ্বদিশত অৱস্থান কৰিছা ; অগ্নিয়েই তোমালোকৰ শৰ। তোমালোক আমাৰ প্ৰতি প্ৰসন্ন হোৱাঁ ; 'এওঁলোক আমাৰ' — এইদৰে আমাক বেছিকৈ কোৱাঁ। তোমালোকলৈ আমাৰ নমস্কাৰ, তোমালোকলৈ আমাৰ শোভন আহুতি প্ৰদান কৰা হৈছে (এই বাক্য দুটা পিছৰ মন্ত্ৰসমূহত যোগ দি যাব)।।১।। হে দক্ষিণ দিশত অৱস্থিত অৱিষ্যৱ নামৰ (পালন-ইচ্ছুক) দেৱগণ, তোমালোকৰ শৰসমূহ কামপ্ৰাপক। তোমালোক আমাৰ প্ৰতি ইত্যাদি (পূৰ্ববৎ)।।২।। হে পশ্চিম দিশত অৱস্থিত বৈৰাজ নামৰ (অন্নপ্ৰদাতা) দেৱগণ, (বৰষুণৰ) পানীয়েই তোমালোকৰ বাণ। তোমালোক আমাৰ প্ৰতি ইত্যাদি (পূৰ্ববৎ)।।৩।। হে উত্তৰ দিশত অৱস্থিত প্ৰৱিধ্যন্ত নামেৰে (আমাৰ শত্ৰু বিতাড়ন কৰা) দেৱতাসকল, বায়ুৱেই তোমালোকৰ বাণ। তোমালোক আমাৰ প্ৰতি ইত্যাদি (পূৰ্ববৎ)।।৪।। যি সকল দেৱতাই এই স্থিৰ (মাটিৰ) দিশত অৱস্থান কৰিছা, সেই নিলিম্পা (নিত্য লিপ্ত) নামৰ দেৱতাসকল, ওষধিসমূহেই তোমালোকৰ বাণ। তোমালোক আমাৰ প্ৰতি ইত্যাদি (পূৰ্ববৎ)।।৫।। যিসকল দেৱতাই আমাৰ ওপৰফালে অৱস্বন্ত (ৰক্ষক) নামেৰে অৱস্থান কৰিছা, বৃহস্পতি তেওঁলোকৰ বাণস্বৰূপ। তোমালোক আমাৰ প্ৰতি ইত্যাদি (পূৰ্ববৎ)।।৬।।

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—অথৰ্ব্বা। দেৱতা—পূব দিশ প্ৰভৃতি। ছন্দ—অষ্টি, পঞ্চপদ।)

পূব দিশ, (তাৰ) অধিপতি দেৱতা অগ্নি, কৃষ্ণবৰ্ণৰ সৰ্প ৰক্ষাকৰ্তাৰূপে স্থিত,

(ধাতা, অৰ্যমা আদি) অদিতিৰ পুত্ৰসকল বাণস্বৰূপে স্থিত। সেই দিশৰ অধিপতিসকলক নমস্কাৰ, ৰক্ষকসকলক নমস্কাৰ, বাণসমূহক নমস্কাৰ, এই সকলোলৈকে আমাৰ নমস্কাৰ। যি আমাক বিদ্বেষ কৰে আৰু আমি যাক বিদ্বেষ কৰোঁ, সেই শত্ৰুক আমি তোমালোকৰ দাঁতৰ মাজত পেলাই দিওঁ, (তাক তোমালোকে চোবাই পেলোৱা। এই পিছৰ বাক্য দুটা পৰৱৰ্তী মন্ত্ৰসমূহত যোগ কৰি যাব)।।১।। দক্ষিণ দিশ, (তাৰ) অধিপতি দেৱতা ইন্দ্ৰ, তিৰশ্চিৰাজী নামৰ সৰ্প ৰক্ষকৰূপে স্থিত, পিতৃগণ আয়ুধস্বৰূপ। সেই দিশৰ অধিপতিসকলক ইত্যাদি (পূৰ্ব্ববৎ)।।২।। পশ্চিম দিশ, (তাৰ) অধিপতি দেৱতা বৰুণ, পৃদাকু নামেৰে (কুৎসিত শব্দকাৰী) সৰ্প ৰক্ষকৰূপে স্থিত, (ধান, যৱ আদি) অন্ন আয়ুধস্বৰূপ। সেই দিশৰ অধিপতিসকলক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। উত্তৰ দিশ, (তাৰ অধিপতি দেৱতা সোম, স্বজ নামৰ (আঁকোৱালি থকা অথবা নিজে উৎপন্ন হোৱা) সৰ্প সেই দিশৰ ৰক্ষক, অশনি অৰ্থাৎ বজ্ৰ আয়ুধস্বৰূপ। সেই দিশৰ অধিপতিসকলক ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। স্থিৰ (অধঃ) দিশ, বিষ্ণু অধিপতি দেৱতা, কল্মাষগ্ৰীৱ নামৰ সৰ্প ৰক্ষয়িতা, ওষধিসমূহ বাণস্বৰূপ। সেই দিশৰ অধিপতিসকলক ইত্যাদি (পূৰ্ব্ববৎ)।।৫।। উৰ্দ্ধ দিশ, বৃহস্পতি অধিপতি দেৱতা, শ্বিত নামৰ (শ্বেত বৰ্ণৰ) সৰ্প ৰক্ষয়িতা, বৃষ্টিজল অস্ত্ৰস্বৰূপ। সেই দিশৰ অধিপতিসকলক ইত্যাদি (পূৰ্ব্ববৎ)।।৬।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি—ব্ৰহ্মা। দেৱতা—যমিনী। ছন্দ—অনুষ্টুপ্, ককুপ্, ত্ৰিষ্টুপ্।)

একোবাৰত এটিকৈ সন্তান জন্ম হোৱাৰ যি নিয়ম, সেইমতে তাইৰ (এই গাইজনীৰ) জন্ম হৈছিল। ভূতকৃত নামৰ ঋষিসকলে নানা ৰূপত গৰু আদিৰ সৃষ্টি কৰিছিল। তেনে সৃষ্টি-বিধানত অপকৃষ্ট বীজযুক্ত হৈ যি গায়ে যঁজা পোৱালি প্ৰসৱ কৰে, তাই (গৃহস্থজনৰ) গৰু-ছাগলী আদি পশুৰ ক্ষয় ঘটায়, (চোৰ-বাঘ আদিৰ দ্বাৰা) হিংসা তথা বিনাশ কৰায়।।১।। এই (যঁজা পোৱালি দিয়া) গাইজনীয়ে মাংসখাদক জন্তুৰ দৰে পোহনীয়া জন্তুবিলাকৰ সম্পূৰ্ণ ক্ষতি সাধন কৰে, (গৃহস্থৰ) দুখৰ কাৰণ হয়। তাইক যদি ব্ৰাহ্মণক দান কৰা হয়, তেতিয়া তাই মংগলসাধিনী আৰু সুখকাৰিণী হয়।।২।। (হে যমজসন্তান প্ৰসৱিনী,) তুমি মানুহৰ কাৰণে সুখকৰ হোৱা, আৰু সেইদৰে গৰু-ঘোঁৰাবিলাকৰ কাৰণে কল্যাণকৰ হোৱা, (ধান আদি) সকলো ধৰণৰ শস্য ক্ষেত্ৰৰ কাৰণে মংগলপ্ৰদ হোৱা। ইয়াত আমাৰ কাৰণে কল্যাণকৰ হোৱা।।৩।। ইয়াত (যজমানৰ গৃহত গোধন আদিৰ) পুষ্টি হওক, (দুগ্ধ, ঘৃত আদি) ৰস বৃদ্ধি পাওক। হে যঁজা পোৱালিৰ জননী, তুমি ইয়াত (যজমানৰ গৃহত) সহস্ৰ ধন প্ৰদানকাৰী হোৱা

আৰু তেওঁৰ পশুসমূহক পোষণ কৰাঁ।।৪।। যি লোকত সুহৃদয় আৰু সকার্যকাৰী মানুহবিলাক নিজ শৰীৰৰ ৰোগমুক্ত হৈ প্ৰসন্ন হৈ থাকে, যঁজা পোৱালি দিয়া গাইজনী যদি সেই লোকত উপনীত হয়, তেতিয়া তাই আমাৰ মানুহ আৰু পশুবিলাকক হিংসা নকৰে।।৫।। যি লোকত সুহৃদয় আৰু সুকৰ্মা লোকসকলৰ অগ্নিহোত্ৰ আদি কৰ্ম অনুষ্ঠিত হয়, সেইলোকত যদি এই যঁজা পোৱালি দিয়া গাইজনী থাকে, তাই......... হিংসা নকৰে।।৬।।

## উনত্ৰিংশ সূক্ত (২৯)

(ঋষি—উদ্দালক। দেৱতা—অৱি, কাম[30], ভূমি। ছন্দ—পংক্তি, অনুষ্টুপ্।)

যমৰজাৰ (দক্ষিণ দিশত দেখিবলৈ পোৱা, দুষ্টনিগ্ৰহ আৰু শিষ্টপালন কাৰ্যত নিযুক্ত) সৌ সভাসদসকলে ইষ্টাপূৰ্ত কৰ্মৰ (অনুষ্ঠান নকৰাৰ কাৰণে ঘটা) ষোড়শ কলা পাপক পুণ্যৰপৰা পৃথক কৰিছে। (এই যজ্ঞত আহুতি দিয়া) বগা ঠেঙৰ এই ভেড়াই আমাক সেই পাপৰপৰা মুক্ত কৰক। এই (যজ্ঞত সমৰ্পিত) শ্বেতপাদবিশিষ্ট ভেড়া (যমৰ সভাসদসকলৰ) অন্ন হওক।।১।। সৰ্বব্যাপক কামনা পূৰণ কৰিব পৰা, ক্ৰমবৰ্ধমান আৰু অনুষ্ঠিত হৈ থকা এই যজ্ঞই আমাৰ সকলো অভিলাষ পূৰণ কৰিছে। সংকল্পপূৰণকাৰী, শ্বেতপাদবিশিষ্ট, যজ্ঞত অৰ্পিত এই ভেড়া ক্ষয়প্ৰাপ্ত নহয়।।২।। যি শ্বেতপাদবিশিষ্ট, ভূমিৰ দৰে সৰ্বফলপ্ৰদ ভেড়া যজ্ঞত প্ৰদান কৰে, তেওঁ য'ত দুৰ্বলে সবলজনক শুল্ক দিব লগা নহয়, সেই দুখৰহিত স্বৰ্গত আৰোহণ কৰে।।৩।। (নাভি আৰু চাৰিটা ঠেঙত স্থাপন কৰি লোৱা) পাঁচোটি পিঠাযুক্ত, ভূমিৰ দৰে সৰ্বফলদাতা, বগা ঠেঙৰ ভেড়া দান কৰোঁতাজনে পিতৃলোকত অক্ষয় ফল ভোগ কৰি থাকে।।৪।। পঞ্চ অপূপযুক্ত (পিঠা স্থাপন কৰি লোৱা), ভূমিৰ দৰে সৰ্বফলদাতা, বগা ঠেঙৰ ভেড়া দান কৰোঁতাজনে চন্দ্ৰ-সূৰ্যলোকত অক্ষয় ফল ভোগ কৰি থাকে।।৫।। (যজ্ঞত অৰ্পিত) এই বগা ঠেঙৰ ভেড়া পৃথিৱীৰ দৰে ক্ষয়ৰহিত, সমুদ্ৰৰ দৰে অক্ষয় মহৎ জলসম্পন্ন আৰু অশ্বিনীকুমাৰদ্বয়ৰ দৰে (সৰ্বফলপ্ৰদৰূপে) অক্ষয় হৈ থাকে।।৬।। (এই দান) প্ৰজাপতিয়ে প্ৰজাপতিক দিছিল, কামে কামক দিছিল, কামেই দাতা আৰু কামেই প্ৰতিগ্ৰহীতা আছিল, কাম (অসীম) সমুদ্ৰত প্ৰৱিষ্ট হ'ল ; মই কামৰ দ্বাৰাই তোমাক গ্ৰহণ কৰিছোঁ ; হে কাম, (মই গ্ৰহণ কৰা) এই দ্ৰব্য তোমাৰ নিমিত্তেই।।৭।। (হে প্ৰদান কৰিবলগীয়া দ্ৰব্য,) তোমাক পৃথিৱীয়ে আৰু অন্তৰিক্ষই গ্ৰহণ কৰক। তেতিয়া মই প্ৰতিগ্ৰহজনিত দোষৰ ফলত ঘটা প্ৰাণ, শৰীৰ আৰু পুত্ৰাদিৰ পৰা বিয়োগ দুখ পাবলগীয়া নহয়।।৮।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি—অথৰ্ব্বা। দেৱতা—সাম্মনস্য। ছন্দ—অনুষ্টুপ্, জগতী, ত্ৰিষ্টুপ্।)

(হে বিবাদ কৰা মানুহবিলাক,) মই তোমালোকৰ কাৰণে সমান-হৃদয়, সমান মন আৰু বিদ্বেষহীন ভাব সৃষ্টি কৰিছোঁ। অবধ্য গাই গৰুৱে সদ্যজাত পোৱালিক কৰাৰ দৰে তোমালোকেও এজনে আনজনক স্নেহপূৰ্ণ ব্যৱহাৰ কৰা।।১।। পুত্ৰ পিতাকৰ অনুব্ৰতী হওক, মাতৃ পুত্ৰৰ মনৰ অনুকূল হওক, পত্নীয়ে পতিক শান্তিদায়ক মধুৰ বচন বোলক।।২।। ভায়ে ভাইক যেন অপ্ৰিয় আচৰণ নকৰে, ভনীয়ে ভনীক যেন অপ্ৰিয় আচৰণ নকৰে। সকলোটিয়ে সমান গতি আৰু সমান কৰ্মযুক্ত হৈ কল্যাণকাৰক কথা কওক।।৩।। যি মন্ত্ৰৰ বলত দেৱতাসকল বিভিন্ন মতৰ নহয় আৰু তেওঁলোকে পৰস্পৰে পৰস্পৰক বিদ্বেষ নকৰে, (সেই একমত সম্পাদনকাৰী মন্ত্ৰেৰে) এই গৃহত মই তোমালোকৰ মানুহখিনিৰ উদ্দেশ্যে সম্প্ৰীতিযুক্ত কৰ্ম অনুষ্ঠিত কৰিছোঁ।।৪।। জ্যেষ্ঠ আৰু কনিষ্ঠৰ ৰূপত পৰস্পৰে পৰস্পৰক অনুসৰণ কৰি সমান চিত্তযুক্ত হৈ সমান কৰ্ম কৰি, সমানে কাৰ্যভাৰ বহন কৰি তোমালোক পৰস্পৰে বিচ্ছেদ নঘটাকৈ থাকা। তোমালোকে ইজনে সিজনক মধুৰ বাক্য বুলি আগ বাঢ়ি যোৱা। মই তোমালোকক একে ধৰণৰ মনযুক্ত কৰি একত্ৰিত কৰিছোঁ।।৫।। তোমালোকৰ পান কৰাৰ শালা (প্ৰথা) একে হওক, তোমালোকৰ অন্নৰ ভাগো সমান হওক ; মই তোমালোকক একেডালি স্নেহ-পাশেৰে একেলগ কৰি বান্ধিছোঁ। (ৰথৰ) চকাৰ দণ্ডসমূহ একেটা নাভিতে সংযুক্ত হৈ থকাৰ দৰে তোমালোকেও এক অগ্নিক পৰিচৰ্যা কৰি একত্ৰ থাকাহঁক।।৬।। মই তোমালোকক একে মনৰ কৰি একে কাৰ্যত প্ৰবৃত্ত কৰাইছোঁ, (অথবা একে অন্নৰ ভোক্তা কৰিছোঁ) ; তোমালোক সকলোকে মই এই যাগৰদ্বাৰা বশীভূত কৰিছোঁ। একমত হৈ অমৃত ৰক্ষা কৰি থকা দেৱতাসকলৰ দৰে তোমালোকো গধূলি-পুৱা সুন্দৰ মনযুক্ত হৈ থাকা।।৭।।

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নিপ্ৰভৃতি পাপনাশকসকল। ছন্দ—অনুষ্টুপ্, পংক্তি।)

হে অশ্বিনীকুমাৰ দ্বয়, (এই উপনয়নৰ বালকক) বৃদ্ধ অৱস্থাৰ পৰা আঁতৰত ৰাখা। হে অগ্নি, তুমি এওঁক শত্ৰুৰ পৰা (অথবা অদানশীলতাৰ পৰা) দূৰত ৰাখা। মই এওঁক দুখজনক সকলো পাপৰপৰা আৰু যক্ষ্মাৰোগৰপৰা বিচ্ছিন্ন কৰিছোঁ ; এওঁক মই আয়ুষ্মান কৰিছোঁ (এই বাক্যটো শেষৰ মন্ত্ৰ পৰ্যন্ত যোগ কৰি যাব)।।১।। বায়ুদেৱতাই এওঁক ৰোগজনিত দুখৰপৰা ৰক্ষা কৰক, ইন্দ্ৰই এওঁক পাপ কাৰ্যৰপৰা দূৰত ৰাখক। মই এওঁক ইত্যাদি (বাক্য পূৰ্ববৎ)।।২।। (গৰু ছাগলী আদি) গ্ৰাম্য

পশুবিলাক (বাঘ ঘোং আদি) বন্য পশুৰ পৰা আঁতৰত থাকে, পিয়াহত জল আঁতৰি যায়। মই এওঁক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। এই আকাশ আৰু পৃথিবী যেনেকৈ বিচ্ছিন্ন, এটা দিশলৈ যোৱা পথৰপৰা অন্য এটা দিশলৈ যোৱা পথ যেনেকৈ পৃথক, তেনেকৈ মই এওঁক ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। ত্বষ্টাদেৱে বিয়াত নিজ কন্যাৰ প্ৰীতিৰ অৰ্থে বস্ত্ৰ-অলংকাৰ আদি পঠিয়াই দিছিল ; (তাক ওলাই যাবলৈ বাট দিবলৈ) পৃথিবী অন্তৰিক্ষ পৰস্পৰে বিচ্ছিন্ন হৈছিল। সেইদৰে মই এওঁক ইত্যাদি (পূৰ্ব্ববৎ)।।৫।। অগ্নিয়ে (জঠৰত থাকি অন্নৰসৰ দ্বাৰা চক্ষুৰাদি) ইন্দ্ৰিয়সমূহক নিজ কাৰ্যত সক্ষম কৰে, চন্দ্ৰই প্ৰাণবায়ুৰ সৈতে (অমৃতময় ৰসেৰে) আত্মাক পোষণ কৰে। মই এওঁক ইত্যাদি (পূৰ্ব্ববৎ)।।৬।। সকলো ফালৰপৰা বীৰ্যসম্পন্ন সূৰ্যক দেৱতাসকলে প্ৰাণৰদ্বাৰা প্ৰেৰিত কৰিছিল। মই এওঁক ইত্যাদি (পূৰ্ব্ববৎ)।।৭।। (হে বালক,) আয়ুষ্মানসকলৰ আয়ুসেৰে আৰু দীৰ্ঘায়ুকাৰক দেৱতাসকলৰ প্ৰাণবায়ুৰে তুমি দীৰ্ঘকাল জীয়াই থাকা, নমৰিবা। মই তোমাক দুখজনক সকলো পাপৰপৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৮।। (হে বালক,) শ্বাস গ্ৰহণ কৰা সকলো প্ৰাণীৰ প্ৰাণবায়ুৰে তুমি প্ৰাণ ধাৰণ কৰাঁ, এই লোকত অৱস্থান কৰাঁ, প্ৰাণত্যাগ নকৰিবা। মই তোমাক ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৯।। আয়ুসৰদ্বাৰা (মৃত্যু) উত্তীৰ্ণ হ'ম, আয়ুসৰদ্বাৰা (এই জগতত) অৱস্থান কৰিম, ধান আদি ওষধিৰ ৰসৰদ্বাৰা বৃদ্ধি লাভ কৰি থাকিম। মই তোমাক ইত্যাদি (পূৰ্ব্ববৎ)।।১০।। আমি পৰ্জন্যদেৱৰ বৃষ্টিৰদ্বাৰা অমৰত্ব লাভ কৰি উত্থিত হ'ম। মই তোক ইত্যাদি (পূৰ্ব্ববৎ)।।১১।।

।। তৃতীয় কাণ্ড সমাপ্ত ।।

# চতুৰ্থ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—বেন। দেৱতা—বৃহস্পতি, আদিত্য। ছন্দ—ত্ৰিষ্টুপ্।)

(সৎ চিৎ সুখাত্মক, অপৰিচ্ছিন্ন, সমস্ত জগতৰ কাৰণ) পৰম ব্ৰহ্ম সৃষ্টিৰ পূৰ্বে (প্ৰথম হিৰণ্যগৰ্ভ সূৰ্যৰূপে) প্ৰকট হৈছিল। (পূৰ্ব দিশত উদয় হোৱা সূৰ্যৰূপ পৰম তেজত) দীপ্যমান বেনে দিগন্তৰপৰা প্ৰভামণ্ডলেৰে (অন্ধকাৰ দূৰ কৰি সমস্ত জগৎ) আচ্ছাদিত কৰিছে। সেই দেৱতাই পৰিচ্ছিন্ন অন্তৰিক্ষ লোকো ব্যাপ্ত কৰিছে। তেওঁ সৎ আৰু অসতৰ মূল কাৰণৰূপ (প্ৰকৃতিক) ব্যাপ্ত কৰিছে।।১।। প্ৰজাপতিৰ পৰা উদ্ভূতা (সমস্ত প্ৰাণীতে নাদৰূপে স্থিত, শব্দ ব্ৰহ্মস্বৰূপা) বাণীদেৱীয়ে সৰ্বপ্ৰথম উৎপন্ন আদিত্যৰূপ ব্ৰহ্মক স্তুতি কৰিছিল। সেই (প্ৰথম উৎপন্ন) অন্ন বাঞ্ছাকাৰী দেৱতাৰ উদ্দেশ্যে ঋত্বিকসকলে ৰোচমান, সুকৃতিবিশেষৰ প্ৰাপ্য হৱি সংস্কাৰ কৰক।।২।। এই প্ৰপঞ্চ জগতৰ কাৰণৰূপ, বন্ধুসদৃশ হিতকাৰী, (আৱৰণৰহিত জ্ঞানৰদ্বাৰা সমস্ত জগতৰ) জ্ঞাতা, যিজন সৰ্বপ্ৰথমে উদ্ভূত হোৱা দেৱতা, তেওঁ (সূৰ্য আদি) দেৱতাৰ উৎপত্তিৰ কথা কৈছিল। তেওঁ পৰম ব্ৰহ্মৰ মধ্য, নিম্ন আৰু উপৰিভাগৰপৰা ত্ৰয়ীৰূপ ব্ৰহ্মক উদ্ধাৰ কৰিছিল। তাৰ পিছত অগ্নি প্ৰভৃতি দেৱতাসকল হৱিৰ উদ্দেশ্যে আহিছিল।।৩।। সেই সূৰ্যৰূপে প্ৰথমে জাত হোৱা দেৱতাই দ্যুলোকৰ কাৰণভূত ঋত শব্দৰদ্বাৰা বাচ্য পৰম ব্ৰহ্ম ৰূপে অৱস্থান কৰিছে। তেওঁ পৃথিৱীৰ সত্যৰূপত স্থিত হৈ মহান্ দ্যাৱাপৃথিৱীক (অবিনশ্বৰ ৰূপত) স্থাপন কৰিছে আৰু (সিহঁতৰ মাজত সূৰ্যৰূপে প্ৰকট হৈ) দ্যুলোক আৰু ভূলোক স্বতেজেৰে ব্যাপ্ত কৰিছে।।৪।। সেই প্ৰথম উদ্ভূত দেৱতা (উৎপন্ন লোকসমূহৰ) মূল দেশৰ পৰা ওপৰলৈকে ব্যাপ্ত হৈ আছে। বৃহস্পতি দেৱতা সেই লোকৰ অধিপতি। দীপ্তিমান দিন জ্যোতিৰ্ময় সূৰ্যৰপৰাই উদ্ভূত হৈছে। দীপ্তিমান মেধাৱী ঋত্বিকসকল (হৱন আদি) নিজ কাৰ্যত প্ৰবৃত্ত হওক।।৫।। ঋত্বিকগণৰ যজ্ঞই সৌ প্ৰথম জাত মহান্ দেৱতাৰ তেজোধাম লাভ কৰিছে। এই সূৰ্য বহু সংখ্যক ৰশ্মিৰে সৈতে পূৰ্বদিশত হৱিৰূপ অন্নৰ উদ্দেশ্যে দ্ৰুতভাৱে উদিত হৈছে।।৬।। দেৱতাসকলৰ বন্ধু, পিতৃ অথৰ্বাক আৰু বৃহস্পতিক সেইদৰে জানক যাতে সমস্ত প্ৰাণীৰ জনয়িতা (জনক) হোৱা। কবি আৰু দেৱতা বৃহস্পতিয়ে অন্নযুক্ত হৈ আমাক অনুগ্ৰহ কৰক।।৭।।

## দ্বিতীয় সূক্ত (২)

(ঋষি—বেন) দেৱতা—আত্মা। ছন্দ—ত্রিষ্টুপ্।)

যিজন (দেৱতা প্ৰাণীগণৰ) প্ৰাণ আৰু বল প্ৰদাতা, সকলো প্ৰাণীয়ে যাৰ শাসন মানি চলে, দেৱতাসকলে যাৰ উপাসনা কৰে, যি মনুষ্য আদি দ্বিপাদ আৰু গো-মহিষ আদি চতুষ্পদ প্ৰাণীৰ নিয়ন্তা, সেই প্ৰজাপতি দেৱতাক আমি হবিৰ দ্বাৰা উপাসনা কৰিছোঁ।।১।। যিজন দেৱতা স্বমহিমাৰে শ্বাস লোৱা আৰু চকু পচাৰা প্ৰাণীসমূহৰ একমাত্ৰ অধিপতি, যাৰ অমৰত্ব ছায়াৰ দৰে নিজৰ অধীন আৰু সমস্ত লোকৰ মৃত্যুও ছায়াৰ দৰে যাৰ বশৱৰ্তী, সেই প্ৰজাপতি দেৱতাক ইত্যাদি (পূৰ্ব্ববৎ)।।২।। যাক ৰক্ষা কৰিবৰ কাৰণে দ্যাৱাপৃথিৱী আধাৰ নোহোৱাকৈয়ে ৰৈ আছে, (তললৈ সৰি পৰাৰ) ভয়ত যাক দ্যুলোক আৰু ভূলোকে আহ্বান কৰে, যাৰ দ্যুলোকত থকা পথ বৃষ্টিজলৰ নিৰ্মাতা, সেই প্ৰজাপতি দেৱতাক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। যাৰ মহিমাৰ বলত দ্যুলোক বিস্তীৰ্ণ হৈছে, পৃথিৱী মহান হৈছে আৰু অন্তৰিক্ষ বিস্তৃত হৈছে, যাৰ মহিমাৰে সৌ সূৰ্য ব্যাপনশীল হৈ প্ৰকাশ পাইছে, সেই প্ৰজাপতি দেৱতাক ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। যাৰ মহিমাৰদ্বাৰা হিমৱান আদি পৰ্বত উৎপন্ন হৈছে, যাৰ মহিমাৰে সমুদ্ৰত নদীসমূহ অন্তৰ্ভূত হৈছে বুলি কোৱা হয়, এই দিশসমূহ যাৰ বাহু, সেই প্ৰজাপতিৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৫।। সৃষ্টিৰ আদিতে জলসমূহে সমস্ত জগতক ৰক্ষা কৰিছিল, গৰ্ভৰূপে হিৰণ্যগৰ্ভক ধাৰণ কৰিছিল; সেই জলসমূহ অমৃতস্বৰূপ আৰু সত্য ব্ৰহ্মৰ জ্ঞাতা; সেই দিব্য জলৰাশিতে (গৰ্ভৰূপত হিৰণ্যগৰ্ভ) দেৱতাই বৃদ্ধি লাভ কৰিছিল। (জলৰ গৰ্ভভূত সেই) প্ৰজাপতি ইত্যাদি (পূৰ্ব্ববৎ)।।৬।। হিৰণ্যগৰ্ভ প্ৰজাপতি সৃষ্টিৰ আগতে উদ্ভূত হৈছিল। তেওঁ জাত হোৱা মাত্ৰকে সমস্ত ভূতজাত প্ৰপঞ্চৰ একমাত্ৰ অধীশ্বৰ হৈছিল। তেওঁ পৃথিৱী আৰু আকাশক ধাৰণ কৰিলে। সেই প্ৰজাপতি দেৱতাক ইত্যাদি (পূৰ্ব্ববৎ)।।৭।। (ঈশ্বৰে প্ৰথমে সৃষ্টি কৰা) জলৰাশিয়ে পুত্ৰৰ (হিৰণ্যগৰ্ভৰ) উৎপত্তিৰ অৰ্থে প্ৰথমতে (ঈশ্বৰৰ দ্বাৰা বিসৰ্জিত) বীৰ্য গৰ্ভাশয়ত স্থাপন কৰিছিল। সেই জন্ম হ'বলগীয়া হিৰণ্যগৰ্ভৰ গৰ্ভবেষ্টনী হিৰণ্ময় আছিল। সেই প্ৰজাপতি দেৱতাক ইত্যাদি (পূৰ্ব্ববৎ)।।৮।।

## তৃতীয় সূক্ত (৩)

(ঋষি—অথৰ্ব্বা। দেৱতা—ব্যাঘ্ৰ। ছন্দ—পংক্তি-অনুষ্টুপ, গায়ত্ৰী।)

বাঘ, মানুহ (অৰ্থাৎ চোৰ) আৰু কুকুৰনেচীয়া— এই তিনিওবিধ এই ঠাইৰপৰা উঠি যাওক। নদীসমূহ যেনেকৈ (মাজতে) অন্তৰ্হিত হৈ বৈ যায়, বনস্পতি দেৱতা যেনেকৈ লুকাই থাকে, তেনেকৈ এই তিনিবিধক সিহঁতৰ শত্ৰুবিলাকে অন্তৰ্হিত হ'বলৈ

বাধ্য কৰক।।১।। (আমাৰ পৰা) দূৰত থকা পথেৰে কুকুৰনেচীয়াই গুচি যাওক, তাতকৈও দূৰণিৰ বাটেৰে চোৰ যাওক ; দাঁত লগা লেজুবোৰ (সাপবোৰ) দূৰত থকা বাটেদি যাওক আৰু অন্য হিংসুক প্ৰাণীবোৰে অন্য বাটেৰে যাওক।।২।। হে বাঘ, আমি তোৰ চকু আৰু মুখ নষ্ট কৰি পেলাম। তোৰ হাতোৰাত থকা কুৰিটা নখো উঘালি পেলাম।।৩।। দাঁত লগা হিংস্ৰ প্ৰাণীবিলাকৰ ভিতৰত প্ৰথমতে বাঘক বিনাশ কৰিম। তাৰ পিছত চোৰক, তাৰ পিছত সাপক, ৰাক্ষসক আৰু কুকুৰনেচীয়াক বধ কৰিম।।৪।। আজি চোৰ আহিব, সি পিঠা যেন হৈ ঘূৰি যাব লাগিব। সি বিপদসংকুল বাটলৈ যাওক, তাক ইন্দ্ৰই বজ্ৰেৰে বিনষ্ট কৰক।।৫।। বাঘ আদি জন্তুৰ দাঁত ক্ষয় যাওক, মূৰত থকা শিংবোৰ ভোটা হওক, কাষৰ অস্থিবোৰ অক্ষম হওক। (হে পথিক) তুমি যেন বাটত গুই সাপ দেখিবলৈ নোপোৱা। গুই ভালপোৱা দুষ্ট পহুবোৰ অন্য ঠাইলৈ গুচি যাওক।।৬।। ইন্দ্ৰ আৰু সোমৰ পৰা উত্তৱ হোৱা যি সংযম (বাঘ আদিক মন্ত্ৰৰদ্বাৰা কৰা নিয়ন্ত্ৰণ) আছে, তাৰ অন্যথা নঘটে। (আনহাতেদি মন্ত্ৰেৰে সাধন কৰা বিৰুদ্ধপ্ৰাপক কাৰ্যও) নিয়ন্ত্ৰণ কৰিব নোৱাৰি। (হে ক্ৰিয়াকলাপ,) তুমি মহৰ্ষি অথৰ্বাৰদ্বাৰা দৃষ্ট বা কৃত হৈছা, তুমি বাঘ আদিৰ বিনাশসাধক।।৭।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—অথৰ্বা। দেৱতা—বনস্পতি প্ৰভৃতি। ছন্দ—অনুষ্টুপ্, উষ্ণিক্।)

(হে কপিত্থ অৰ্থাৎ ঔ-টেঙা নামৰ ওষধি,) পুৰুষত্ব নষ্ট হোৱা বৰুণৰ উদ্দেশ্যে তোমাক গন্ধৰ্বসকলে খানি উলিয়াই আনিছিল। হে ওষধি, বীৰ্যবৰ্ধক তোমাক আমি খানিছো।।১।। উষাই তোমাক উৎকৃষ্ট বীৰ্যসম্পন্ন কৰক, সূৰ্যই তোমাক উৎকৃষ্ট বীৰ্যযুক্ত কৰক, মোৰ এই মন্ত্ৰাত্মক বাক্যই তোমাক উৎকৃষ্ট বীৰ্যসম্পন্ন কৰক। প্ৰজাপতিয়ে শক্তিশালী বীৰ্যেৰে তোমাৰ কামেন্দ্ৰিয় কম্পিত কৰি তোলক।।২।। (হে বীৰ্যকামী পুৰুষ, পুত্ৰনাতি ৰূপে) তোমাৰ অংকুৰিত হোৱাৰ কাৰণৰূপ কামেন্দ্ৰিয় অতি তপ্ত হৈ যাতে কাম কৰিব পাৰে, তেনে ধৰণে এই (ঔটেঙা গছৰ শিপাৰে প্ৰস্তুত) ওষধিয়ে তোমাক অতুল বীৰ্যসম্পন্ন কৰি তোলেক।।৩।। এই ওষধি অন্য ওষধিসমূহৰ বীৰ্যস্বৰূপ, সেচনসমৰ্থ বীৰ্যবান সমস্ত পুৰুষৰ বীৰ্য এই মানুহজনত স্থাপন কৰাঁ।।৪।। (হে ওষধি,) তুমি জলৰপৰা উৎপন্ন হোৱা প্ৰথম অমৃতময় ৰস, সেইদৰে বনস্পতিসমূহৰ সাৰস্বৰূপ আৰু সোমৰ সজাতীয়ও। তুমি (অঙ্গিৰা প্ৰভৃতি) ঋষিসকলৰ মন্ত্ৰৰ প্ৰভাৱত বীৰ্যৰূপ লাভ কৰিছা।।৫।। হে অগ্নি, হে সবিতা, হে দেৱী সৰস্বতী, হে ব্ৰহ্মণস্পতি, তোমালোকে আজি এই পুৰুষৰ জননাঙ্গ গুণ লগোৱা ধনুৰ দৰে শক্তিশালী কৰাঁ।।৬।। (হে বীৰ্যকামী মানুহজন,) মই ধনুত লগোৱা গুণৰ

দৰে তোমাৰ জননাংগ শক্তিশালী কৰিছোঁ, তুমি সেচন-সমৰ্থ বৃষভৰ দৰে নাচি থকা মনেৰে ভাৰ্য্যাৰ প্ৰতি গমন, কৰাঁ।।৭।। ঘোঁৰা, খচ্চৰ, ছাগ, মেষ আৰু ৰলধৰ যি বীৰ্য, হে ইন্দ্ৰিয়বশকাৰী, তাক তুমি এই বীৰ্যকামী পুৰুষত স্থাপন কৰাঁ।।৮।।

## পঞ্চম সূক্ত (৫)

(ঋষি—ব্ৰহ্মা। দেৱতা—বৃষভ, স্বাপন। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

(সহস্ৰ শৃংগযুক্ত বৃষভৰ নিচিনা) সহস্ৰৰশ্মিযুক্ত কামবৰ্ষী যি সূৰ্য অন্তৰিক্ষ দেশৰপৰা উদিত হয়। তেওঁৰ শক্তিৰে আমি মানুহবিলাকক নিদ্ৰিত কৰিম।।১।। বায়ুৱে যেন ভূমিক অতিক্ৰম নকৰে ; তাত থকা কোনো মানুহে যেন নেদেখে। হে ইন্দ্ৰৰ সখা বায়ু, তুমি সকলো তিৰোতা আৰু কুকুৰক নিদ্ৰাত নিমগ্ন কৰাঁ।।২।। যিবিলাক তিৰোতা পালেঙত বা চোতালত শুই আছে, যিবিলাক দোলাত শুই আছে আৰু যিবিলাক তিৰোতাৰ গন্ধ সুন্দৰ, সেই সকলোকে মই নিদ্ৰিত কৰিছোঁ।।৩।। লৰচৰ কৰি থকা প্ৰাণীসমূহক নিদ্ৰিত কৰিছোঁ, সিহঁতৰ চকু আৰু প্ৰাণ নিদ্ৰাকৃষ্ট হৈছে ; সিহঁতৰ সমস্ত অংগ-প্ৰত্যংগ অন্ধকাৰ মাজৰাতি নিদ্ৰাত নিমগ্ন কৰিছোঁ।।৪।। (মোৰ অভিসাৰৰ সময়ত) যি থাকিব, যি চলা-ফুৰা কৰিব , আৰু বৈ চাই থাকিব, সেই সকলোৰে চকুবোৰ মই এই অট্টালিকাটোৰ দৰে দৰ্শনশক্তিহীন কৰি দিম।।৫।। (মই যি নাৰীক নিদ্ৰাভিভূত কৰিব খুজিছোঁ তাইৰ) মাকৰ টোপনি যাওক, বাপেকৰ টোপনি যাওক, কুকুৰৰ টোপনি যাওক, ঘৰৰ গৃহস্থ নিদ্ৰামগ্ন হওক, তাইৰ জ্ঞাতিসমূহৰ টোপনি যাওক, কেউফালে আগুৰি থকা মানুহবিলাক নিদ্ৰাভিভূত হৈ পৰক।।৬।। হে নিদ্ৰাৰ অধিষ্ঠাতা দেৱতা, তুমি শয়নৰ অধিকৰণ শয্যা আদিত সকলো মানুহক সূৰ্যোদয় পৰ্যন্ত নিদ্ৰিত কৰি ৰাখাঁ ; ইন্দ্ৰৰ দৰে অহিংসিত আৰু ক্ষয়ৰহিত হৈ মই উষা পৰ্যন্ত জাগৃত হৈ থাকোঁ যেন।।৭।।

# দ্বিতীয় অনুৱাক

## ষষ্ঠ সূক্ত (৬)

ঋষি—ভৃগু। দেৱতা—ব্ৰাহ্মণ প্ৰভৃতি। ছন্দ—অনুষ্টুপ।)

(সৰ্পজাতিৰ ভিতৰত) সৰ্বপ্ৰথমে দহোটা শিৰ আৰু দহখন মুখ থকা ব্ৰাহ্মণ (তক্ষকৰ) জন্ম হৈছিল। (ক্ষত্ৰিয়তকৈ আগতে জন্মাৰ কাৰণে) তেওঁ প্ৰথমে সোমপান কৰিছিল। সেই সোমপায়ী সৰ্পই (কন্দ-মূল আদিৰপৰা উদ্ভূত) এই বিষ প্ৰভাৱহীন কৰক।।১।। ব্যাপ্তিৰদ্বাৰা আকাশ পৃথিৱী যিমানলৈকে গৈছে, যলৈকে সপ্ত সিন্ধু ব্যাপ্ত হৈ আছে, তালৈকে মই এই বিষনাশক মন্ত্ৰ উচ্চাৰণ কৰিছোঁ।।২।। হে বিষ, তোমাক

সুপৰ্ণ গৰুড়ে প্ৰথমে ভক্ষণ কৰিছিল। (গতিকে বিষৰদ্বাৰা আক্ৰান্ত) এওঁক তুমি মত্ত (অজ্ঞান) আৰু বিমূঢ় নকৰিবা। তুমি এওঁৰ কাৰণে পানীয় দ্ৰব্য হোৱাঁ।।৩।। পাঁচোটা আঙুলিৰে সৈতে যিখন হাতেৰে গুণ লগোৱা বেঁকা ধনুখনৰ পৰা তুমি মানুহজনৰ গাত পৰিছিলা, (বিষাক্ত শৰ মৰা) সেই হাতখনক মই তামোল গছৰ টুকুৰাৰে (মন্ত্ৰৰ সহায়ত) বিকল কৰি দিছোঁ (অৰ্থান্তৰে-বাণৰ আগটোৰপৰা মই মন্ত্ৰেৰে বিষ আঁতৰ কৰিছোঁ)।।৪।। মই বাণ আদিৰপৰা বিষ উলিয়াই পেলাইছোঁ ; প্ৰলেপৰ পৰা, বিষাক্ত পাতৰ গছৰপৰা, অপাষ্ঠ নামৰ বিষ থকা আধাৰৰপৰা, শিং আৰু মলমূত্ৰ আদিৰপৰা উৎপন্ন হোৱা বিষ মই (মন্ত্ৰৰদ্বাৰা) উলিয়াই পেলাইছোঁ।।৫।। হে বাণ, তোমাৰ বিষ সনা শেল শক্তিহীন হওক, তোমাৰ বিষ নিষ্ফল হওক আৰু হে সাৰহীন, নিঃসাৰ গছেৰে সজা তোমাৰ ধনুখনো অসাৰ হওক।।৬।। যি বিহ দৰব পিহি দিয়ে, যি বিহ সানি দিয়ে, যি দূৰৰপৰা বিহ ছটিয়াই দিয়ে, যি ওচৰৰ পৰা বিহ দিয়ে, সেই সকলোকে শক্তিহীন কৰা হৈছে ; (বিহ উৎপন্ন হোৱা) বিষপৰ্বতকো শক্তিহীন কৰা হৈছে।।৭।। হে বিষাক্ত ওষধি, তোমাক খানি আনোতাবিলাক শক্তিহীন হওক, তুমি শক্তিহীন হোৱাঁ, এই বিষ (কন্দ-মূল আদি ৰূপত) যি পৰ্বতত উৎপন্ন হৈছে, সেই বিষ পৰ্বতো শক্তিহীন হওক।।৮।।

## সপ্তম সূক্ত (৭)

(ঋষি—গৰুত্মন্। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্।)

বৰণা নামৰ গছত থকা এই বিষহৰণকাৰী জলে বিষ নিবাৰণ কৰক। বৰণা বৃক্ষত অমৃত সিঞ্চিত হৈছিল। তাৰে মই তোমাৰ বিষ নিবাৰণ কৰিছোঁ।।১।। পূবৰ (ফালে উৎপন্ন হোৱা) বিষ শক্তিহীন হওক, উত্তৰ দিশৰ বিষ শক্তিহীন হওক। পৃথিৱীৰ তলফালে থকা আৰু সকলো দিশৰে বিষ কৰম্ভৰ' দ্বাৰা সামৰ্থহীন হওক।।২।। শৰীৰ দূষিতকাৰী হে বিষ, প্ৰচ্ছন্ন ৰূপত থাকি পীড়া উৎপন্ন কৰা তোমাক কৰম্ভ [31] বুলি ভাবি এই মানুহজনে ভোকত আতুৰ হৈ খাই দিলে, তুমি এওঁক মূৰ্চ্ছিত নকৰিবা।।৩।। হে মূৰ্চ্ছাজনক বিষ ৰূপ ওষধি, ধনুৰ পৰা শৰ বিচ্ছিন্ন হোৱাৰ দৰে মই এই মানুহজনৰ গাৰ পৰা তোমাৰ মূৰ্চ্ছাকাৰক বিষ বিচ্ছিন্ন কৰিছোঁ। হে বিষ, আমাৰ মন্ত্ৰেৰে গূঢ়ভাৱে বিচৰণ কৰা দূতৰ দৰে অংগ-প্ৰত্যংগত ব্যাপ্ত হৈ পৰা তোমাক দূৰ কৰিছোঁ।।৪।। মানুহৰ ভিৰৰ দৰে বাঢ়ি যোৱা তোমাক মই মন্ত্ৰেৰে আঁতৰ কৰি অন্য ঠাইত থাপিছোঁ। হুলাং মাৰিৰে খানি অনা হে বিষ, তুমি বৃক্ষৰ দৰে এই ঠাইতে স্থিৰ হৈ থাকাঁ, মানুহজনক মূৰ্চ্ছিত নকৰিবা।।৫।। হে খানি অনা বিষ, মহৰ্ষিসকলে তোমাক সংযোজনী

তৃণ আৰু দুষ্ট মৃগৰ ছালেৰে কিনি আনিছিল। তুমি মানুহজনক মূৰ্ছিত নকৰিবা।।৬।। হে লোকসকল, যিসকল প্ৰতিকূল শত্ৰুৱে প্ৰথমে যোগ আদি কৰ্ম কৰিছিল, তেওঁলোকে তাৰদ্বাৰা আমাৰ পুত্ৰনাতিসকলৰ অনিষ্ট নকৰে যেন। এই (চিকিৎসাৰূপ) কৰ্ম তোমালোকৰ সমুখতে সম্পন্ন কৰিছোঁ।।৭।।

## অষ্টম সূক্ত (৮)

(ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—ৰাজ অভিষেক ৰজল। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

অভিষিক্ত হৈ ঐশ্বৰ্যলাভ কৰা ৰজা অনুজীৱীসকলৰ অন্নদাতা হয়। সেই ৰজা প্ৰাণীগণৰ অধিপতি। ধৰ্মৰাজ যমে (দুষ্টক দমন আৰু শিষ্টক পালন কৰাবলৈ) ৰজাৰদ্বাৰা ৰাজসূয় যজ্ঞ সম্পাদন কৰায়। সেই ৰজাই ৰাজ্যপালন ৰূপ কৰ্ম স্বীকাৰ কৰি লওক।।১।। (হে ৰাজন,) হে মিত্ৰবৰ্ধনকাৰী, তুমি (হাতী, ঘোঁৰা, ৰথ, ৰাজ্য আৰু সিংহাসনৰ ফালে) গতি কৰাঁ ; সেইবিলাকৰ প্ৰতি উদাসীন নহ'বা। দুৰ্গম্য আৰু কাৰ্যাকাৰ্যৰ বিভাজন জনা হৈ শত্ৰুনিহন্তা হোৱাঁ। তুমি (সিংহাসনৰ) ওচৰলৈ যোৱাঁ। দেৱতাসকলে তোমাক 'এওঁ আমাৰ' এই বুলি কওক।।১।। সিংহাসনত আৰোহণ কৰা ৰজা সকলোৱে অলংকৃত কৰক (অথবা পৰিচৰ্যা কৰক)। ৰজাই ৰাজ্যশ্ৰীৰে আবৃত হৈ নিজ দীপ্তিৰে ৰাজ্য শাসন কৰে। (অভিষেকৰদ্বাৰা উদ্ভূত হোৱা ৰাজসুলভ) তেজস্বিতাৰে দশোদিশ ব্যাপ্ত কৰি শত্ৰুক নিৰস্ত কৰা ৰজাৰ নাম শুনিয়ে শত্ৰু পলায়। তেওঁ (শত্ৰু, মিত্ৰ আৰু কলত্ৰত) নানাবিধ ৰূপ ধাৰণ কৰি (দণ্ড, যুদ্ধ, অধ্যয়ন আদি কৰ্মৰদ্বাৰা।) অমৃতত্ব লাভ কৰক।।৩।। (হে ৰাজন,) তুমি বাঘৰ ছালত বহি বাঘ সদৃশ হৈ বিক্ৰমেৰে দিশসমূহ জয় কৰাঁ। সমস্ত প্ৰজাই তোমাক বাঞ্ছা কৰক; স্বৰ্গীয় জলসমূহেও (তোমাৰ ৰাজ্যত বৃষ্টি দান কৰক)।।৪।। যি দিব্য জলৰাশিয়ে (প্ৰাণীসমূহক) আনন্দ দান কৰে, আকাশত আৰু পৃথিৱীত (যি জলৰাশি অৱস্থান কৰে) সেই সমস্ত জলৰাশিৰ বলকাৰক সাৰভাগেৰে, মই তোমাক অভিষিক্ত কৰিছোঁ।।৫।। সেই দিব্য জলসমূহে নিজ তেজস্বিতাৰে তোমাক অভিষিক্ত কৰক। তুমি যাতে মিত্ৰসকলৰ বৃদ্ধি সাধন কৰিব পাৰা, সৱিতাদেৱে তোমাক তেনে অনুগ্ৰহ কৰক।।৬।। এই দিব্য জলৰাশিয়ে বাঘৰ দৰে পৰাক্ৰমী ৰজাক আলিংগন কৰি তৃপ্তি লাভ কৰিছে আৰু সিংহতুল্য ৰজাক মহান্ সৌভাগ্যৰ অৰ্থে বিক্ৰম দান কৰি তুষ্ট কৰিছে। নদীৰ পানীয়ে সমুদ্ৰক প্ৰীতি দান কৰাৰ দৰে (অভিষেকৰ জলে ৰজাক প্ৰীতিদান কৰিছে)। পানীৰ মাজত থকা নাহৰফুটুকীৰ দৰে (অপ্ৰধৃষ্য ৰজাক সেৱকসকলে) বাৰে বাৰে মাৰ্জন কৰিছে (অৰ্থান্তৰে— পাটৰ বস্ত্ৰ, কংকণ আদি অলংকাৰেৰে অলংকৃত কৰিছে।।৭।।

## নৱম সূক্ত (৯)

(ঋষি—ভৃগু। দেৱতা—ত্ৰৈককুদাঞ্জন। ছন্দ—অনুষ্টুপ্, পংক্তি।)

(হে আঞ্জনমণি,) তুমি ত্ৰি-ককুদ পৰ্বতৰ চকু স্বৰূপ; তুমি জীৱগণৰ পালনৰ অৰ্থে আহাঁ। তুমি সমস্ত দেৱতাসকলে ৰোগৰহিত দীৰ্ঘ জীৱনৰ অৰ্থে প্ৰদান কৰা প্ৰাচীৰস্বৰূপ।।১।। তুমি মানুহৰ ৰক্ষাকৰ্তা, তুমি গৰু-গাইৰ ৰক্ষাকৰ্তা। তুমি ঘোঁৰা আৰু স্ত্ৰীঘোঁৰাৰ ৰক্ষাৰ অৰ্থে অৱস্থান কৰিছা।।২।। হে আঞ্জন, তুমি ৰাক্ষস আদিৰ পৰা উদ্ভূত পীড়ানাশক, তুমি অমৃতৰ জ্ঞাতা, তুমি জীৱগণৰ অনিষ্টনিবাৰণকাৰী পালক, তুমি হৰিৎ বৰণৰ (পাণ্ডুৰোগৰ) নাশকাৰী।।৩।। হে আঞ্জন, তুমি যি মানুহৰ অংগে অংগে, শিৰাই শিৰাই, ব্যাপ্ত হৈ পৰা, সেই মানুহৰ শৰীৰৰপৰা যক্ষ্মাৰোগ আঁতৰাই নিয়া; যেনেকৈ মধ্যস্থানত (অন্তৰিক্ষত বলি থকা) উগ্ৰ বায়ুৱে মেঘ আঁতৰাই নিয়ে, তেনেকৈ (যক্ষ্মাৰোগ আঁতৰাই নিয়া)।।৪।। হে আঞ্জন, যি মানুহে তোমাক ধাৰণ কৰে, তেওঁক (শত্ৰুৰ) অভিশাপ, কুমন্ত্ৰৰদ্বাৰা কৰা কৃত্যাই, (তাৰ পৰা উদ্ভূত) শোকে অথবা প্ৰতিবন্ধকে স্পৰ্শ কৰিব নোৱাৰে।।৫।। অসৎ মন্ত্ৰৰ পৰা, দুঃস্বপ্নজনিত দোষৰপৰা, (পূৰ্বজন্মকৃত) পাপৰ পৰা, দুষিত হোৱাৰ পৰা আৰু শত্ৰুৰ যি ক্ৰুৰ দৃষ্টি তাৰ পৰা, হে আঞ্জন, তুমি আমাক ৰক্ষা কৰাঁ।।৬।। হে আঞ্জন, তোমাৰ মাহাত্ম্য উপলব্ধি কৰি মই সত্য কথা কৈছোঁ, মিছা কোৱা নাই। তোমাৰ ভৃত্যৰূপ মই ঘোঁৰা, গৰু আৰু নিজৰ জীৱন উপভোগ কৰিম।।৭।। এই আঞ্জনৰ তিনিবিধ দাস (যাক বশীভূত কৰিব পাৰে)— তীব্ৰ জ্বৰ, বলক্ষয়কাৰী সন্নিপাত আদি আৰু সাপৰ বিষ। (হে আঞ্জন) সৰ্বশ্ৰেষ্ঠ ত্ৰিককুদ্ পৰ্বত তোমাৰ জন্মদাতা।।৮।। হিমালয় পৰ্বতৰ উপৰিভাগত ত্ৰিককুদ-পৰ্বতত যি আঞ্জন উৎপন্ন হয়, সি সমস্ত যাতুধান আৰু যাতুধানী নিপাত কৰক।।৯।। হে আঞ্জন, তুমি ত্ৰৈককুদ্ (অৰ্থাৎ ত্ৰিককুদ পৰ্বতত উদ্ভূত) বা যামুন (অৰ্থাৎ যমুনাত উৎপন্ন) যি নোহোৱা লাগে, তোমাৰ এই দুয়োটা নামেই মংগলকাৰক। তুমি সেই নাম দুটাৰে আমাক ৰক্ষা কৰাঁ।।১০।।

## দশম সূক্ত (১০)

(ঋষি—অথৰ্বা। দেৱতা—শঙ্খমণি কৃশন। ছন্দ—অনুষ্টুপ্, পংক্তি।)

বায়ুৰপৰা উৎপন্ন, অন্তৰিক্ষৰ বিদ্যুতৰপৰা উৎপন্ন, জ্যোতিৰ্মণ্ডলৰ উপৰি ভাগৰপৰা উৎপন্ন, হিৰণ্যৰপৰা উৎপন্ন এই শংখই শত্ৰুগণক দুৰ্বল কৰে; এই শংখই আমাক পাপৰপৰা ৰক্ষা কৰক।।১।। হে শংখ, তুমি উদ্ভাসিত নক্ষত্ৰমণ্ডলীৰ সমুদ্ৰত উৎপন্ন হৈছা। সেই হেন শংখৰদ্বাৰা আমি ৰাক্ষসবিলাকক বধ কৰি ভক্ষণশীল

পিশাচবিলাকক পৰাভূত কৰিম।।২।। শংখৰদ্বাৰা আমি (সমস্ত ৰোগৰ কাৰণ) অজ্ঞতা দূৰ কৰিম, শংখৰ দ্বাৰা সকলো কুলক্ষণ (অমংগল) দূৰ কৰিম। সমস্ত ৰোগৰ ঔষধ, হিৰণ্যজাত শংখই আমাক পাপৰপৰা ত্ৰাণ কৰক।।৩।। (প্ৰথমতে) আকাশত জন্মা, (তাৰ পিছত) সমুদ্ৰত জন্মা, নদীৰ (মুখৰ) পৰা আহৰণ কৰা এই হিৰণ্যজাত শংখ-নির্মিত মণি আমাৰ কাৰণে আয়ুৰ্বধক হওক।।৪।। সমুদ্ৰত উৎপন্ন হোৱা শংখমণি আৱৰক মেঘৰ মাজৰপৰা ওলাই অহা সূৰ্যৰ দৰে উদ্ভাসিত (অথবা বৃত্ৰাসুৰৰ শৰীৰৰপৰা উদ্ভুত আৰু জ্যোতিৰ্ময়)। সেই শংখমণিয়ে দেৱতা আৰু অসুৰৰ ভয় তথা অন্য উপদ্ৰৱৰপৰা সকলোফালে আমাক ৰক্ষা কৰক।।৫।। হে শংখ, তুমি সোণ-ৰূপ আদি উজ্জ্বল দ্ৰব্যসমূহৰ ভিতৰত শ্ৰেষ্ঠ, তুমি সোমমণ্ডলত উৎপন্ন হৈছা; তুমি (যুদ্ধত) দৃশ্যমান হোৱা আৰু তৃণতো প্ৰকাশ পোৱা। এনেহেন শংখই আমাৰ আয়ুস বৃদ্ধি কৰক।।৬।। শংখৰ কাৰণভূত সুবৰ্ণই হৈছে দেৱতাসকলৰ অস্থিস্বৰূপ (ৰক্ষকদ্ৰব্য)। সেই সুৱৰ্ণই (মুক্তা শংখৰ ভিতৰত সোমাই) পানীৰ মাজত বিচৰণ কৰি ফুৰে। (হে উপনয়নৰ বালক,) সেই সুৱৰ্ণকে মই দীৰ্ঘায়ু, কান্তি, বল আৰু শত শৰৎব্যাপী জীৱনলাভৰ অৰ্থে তোমাক বান্ধি দিছোঁ; এই শংখ (মুক্তা) নির্মিত মণিয়ে তোমাক সকলো প্ৰকাৰে ৰক্ষা কৰক।।৭।।

# তৃতীয় অনুৱাক

## একাদশ সূক্ত (১১)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—বৃষভৰূপী ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

গাড়ী টানিবলৈ সমৰ্থ বলধে (হাল বাই, ভাৰ বৈ) পৃথিৱীক (যজ্ঞীয় অন্ন উৎপাদনৰ দ্বাৰা) দ্যুলোকক তথা অন্তৰিক্ষক ভৰণ-পোষণ কৰিছে। সেই বৃষতেই দিশ, আৰু (দ্যৌ, পৃথিৱী, দিন, ৰাতি, জল আৰু ওষধি — এই) ছয় উৰ্বীক পোষণ কৰিছে। এইদৰে এই বৃষই (ৰক্ষাৰ নিমিত্তে) সমস্ত ভুবনতে প্ৰৱেশ কৰি আছে।।১।। (গৰু-ঘোঁৰা আদি) পশুবিলাকৰ কাৰণে এই বৃষভ ইন্দ্ৰস্বৰূপে প্ৰতিভাত হয় (কাৰণ ইন্দ্ৰই যেনেকৈ বৰষুণৰ দ্বাৰা জগৎ পোষণ কৰিছে, তেনেকৈ এই বৃষভেও বীৰ্য সিঞ্চন কৰি পশু উৎপন্ন কৰি তাৰদ্বাৰা দধি-দুগ্ধ আদিৰে জগৎ পোষণ কৰে)। এই বৃষই পথৰ দৰে অবিচ্ছিন্নভাবে পশুসন্তান উৎপন্ন কৰে। এইদৰে ইন্দ্ৰস্বৰূপ এই বৃষই ভূত, ভৱিষ্যৎ আৰু বৰ্তমান কালৰ সকলো বস্তু উৎপন্ন কৰি দেৱতাসকলৰ কৰ্মসমূহ

অনুষ্ঠিত কৰে।।২।। মনুষ্যগণৰ মাজত এই বৃষ ইন্দ্ৰৰূপে জাত হৈছে। যিদৰে সূৰ্যই জগতক তাপ দি অতিশয় দীপ্যমান হৈ (আকাশত) বিচৰণ কৰে, সেইদৰে এই বৃষয়ো (হাল বোৱা আদি পৰিশ্ৰমৰ দ্বাৰা) তাপ আৰু শোকযুক্ত হৈ বিচৰণ কৰে। (আমি বলীবৰ্দ যজ্ঞত দান কৰিবলৈ লোৱা) এই বৃষৰ মাহাত্ম্য জানি যি গ্ৰহণ কৰিব, তেওঁ সুন্দৰ সতি-সন্ততি লাভ কৰি (দেহাৱসানৰ পাছত) পুনঃ এই সংসাৰলৈ ঘূৰি নাহে।।৩।। (যাগাদিৰ পৰা লাভ কৰা) পুণ্যলোকত এই বৃষই (অক্ষয় ফল) দোহন কৰে। পূৰ্বে (সোমযাগত) সংস্কাৰ কৰা সোমৰসে এই বৃষক ৰসময় কৰি তোলে। পৰ্জন্য (দুগ্ধৰ) ধাৰাস্বৰূপ হয়, মৰুৎ গণ ওহাৰস্বৰূপ হয়, যজ্ঞসমূহ দুগ্ধ হয় আৰু দক্ষিণাই দোহনক্ৰিয়াস্বৰূপ হয়।।৪।। যজমান এই বৃষৰ স্বামী নহয় ; যজ্ঞ, দাতা, প্ৰতিগ্ৰহীতাও ইয়াৰ স্বামী নহয়। যি বৃষ সমস্ত বিশ্ববিজেতা, (বায়ুৰূপে) বিশ্বক ভৰণ কৰোতা, সিয়েই বিশ্বকৰ্মা (সমস্ত বিশ্বই যাৰ কৰ্ম)। চাৰি পাদযুক্ত হৈ ইয়েই আমাক আদিত্যৰ স্বৰূপ সম্পৰ্কে উপদেশ দিয়ে।।৫।। যি বৃষৰ দ্বাৰা দেৱগণে (পাৰ্থিব) শৰীৰ ত্যাগ কৰি অমৃতৰ নাভিৰূপ স্বৰ্গত আৰোহণ কৰে, তাৰ দ্বাৰাই আমি সূৰ্যৰ ব্ৰত আৰু তপস্যা আচৰণ কৰি যশ কামনাৰে পুণ্যলোক জয় কৰিম।। ইন্দ্ৰই স্বকীয় ৰূপেৰে বিশ্বানৰত প্ৰৱেশ কৰিছে ; অগ্নিয়ে নিজ বহন সামৰ্থ্যেৰে বৈশ্বানৰত প্ৰৱেশ কৰিছে , সত্য লোকত স্থিত প্ৰজাতিয়ে অন্ন সমন্বিতে এই বৃষত প্ৰৱেশ কৰিছে। (এই বৃষৰ শৰীৰত প্ৰৱেশ কৰি প্ৰজাপতিয়ে) তাৰ যি মধ্যভাগে ভাৰ বহন কৰে সেই অংশ দৃঢ় আৰু ভাৰবহন সমৰ্থ কৰিছে। তাৰ আগৰ ভাগ আৰু পাছৰ ভাগৰ পৰিমাণ একেই ; মাজৰ অংশটোৱে ভাৰ বহন কৰিছে।।৭-৮।। এই বৃষৰ ক্ষয়ৰহিত যি সাতোটি দোহন (ধান প্ৰভৃতি সাতবিধ শস্য অথবা সপ্তলোক, সাতসমুদ্ৰ আদি প্ৰজাপতি সৃষ্ট সপ্তসংখ্যক সমূহ সৃষ্টি) তাৰ বিষয়ে যিজনে জানে তেওঁ সতি-সন্ততি আৰু পুণ্যলোক লাভ কৰে। সপ্তৰ্ষিগণেও এই (বৃষৰ মাহাত্ম্যৰ কথা) জানে।।৯।। (এই প্ৰজাপতিৰূপ বলীবৰ্দই) অলক্ষ্মীক তলমুৰাকৈ বগৰাই পেলাই নিজৰ চাৰি পাদেৰে মাটি চহাই সমুখলৈ অহা পৰিশ্ৰমী কৃষকসকলক অন্ন প্ৰদান কৰে।।১০।। (বলীবৰ্দ যজ্ঞাত্মক প্ৰজাপতি ৰূপ) ব্ৰহ্মক যি জানে, সেইজনেই এই বলীবৰ্দযজ্ঞৰ অধিকাৰী। সেই প্ৰজাপতিৰ ব্ৰতৰ যোগ্য দ্বাদশ ৰাত্ৰিৰ কথা বিদ্বানসকলে কৈছে। বৃষৰূপ প্ৰজাপতিৰ ব্ৰতেই 'অনুভহ্ ব্ৰত'।।১১।। এই বৃষক মই সন্ধ্যা দোহন কৰিম, পুৱা দোহন কৰিম আৰু দুপৰীয়া দোহন কৰিম (উপাসনা কৰিম)। এই বৃষৰ দোহনৰপৰা যিবিলাক ফল লাভ হয়, সেইসমূহ অক্ষয় বুলি মই জানো।।১২।।

## দ্বাদশ সূক্ত (১২)

*(ঋষি—ঋভু। দেৱতা—ৰোহিণী বনস্পতি। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, বৃহতী।)*

হে লোহিতবৰ্ণা লাক্ষা (লা), তুমি উত্তৰকাৰিণী। তুমি (খড়্গ আদিৰে) কটা ঠাইৰপৰা ওলোৱা তেজ বন্ধ কৰা। হে অৰুন্ধতী দেৱী, তুমি তেজ ওলোৱা অংশটো সুস্থ কৰাঁ।।১।। (হে অস্ত্ৰ আদিয়ে কটা মানুহজন,) তোমাৰ যি অংগত আঘাত হৈছে, যি অংগ প্ৰহাৰৰ বেদনাৰে ব্যথিত হৈছে ; তোমাৰ যি অতি প্ৰিয়তম অংগ (মুদ্‌গৰাদিৰে) প্ৰহৃত হৈ ভাগিছে, তোমাৰ সেই অংগসমূহ বিধাতাই এই কল্যাণকৰ (লা-ৰূপ) ওষধিৰে জোৰাৰ লগত জোৰা মিলাই সুস্থ কৰি তোলক।।২।। (প্ৰহাৰৰ ফলত ভগা) তোমাৰ মজ্জা মজ্জাৰ লগত জোৰা খাওক; পাববিলাক পাবৰ লগত জোৰা লাগক; এৰাই যোৱা মাংস গাত লাগি ধৰক, ভাগি যোৱা হাড় জোৰা লাগক।।৩।। মজ্জা মজ্জাৰ লগত জোৰা লাগক, (গাৰ) ছালৰ লগত (এৰাই যোৱা) ছাল লগ লাগক ; (ওলাই যোৱা) তেজ আৰু (ভগা) হাড় পুনৰ উদ্ভূত হওক। (এৰাই যোৱা) মাংস মাংসৰ লগত জোৰা লাগক।।৪।। হে ওষধি, (প্ৰহাৰত এৰাই যোৱা গাৰ) নোম পুনৰ গজাই তোলাঁ; এৰাই যোৱা ছাল ছালৰ লগত জোৰা লগোৱাঁ। অস্থি আৰু ৰক্ত সংযুক্ত হওক। অন্য এৰাই যোৱা অংশবোৰ সংযুক্ত কৰাঁ।।৫।। (হে আঘাতপ্ৰাপ্ত মানুহজন, সেইদৰে সুস্থ হৈ) তুমি উঠাঁ, গমন কৰাঁ, দ্ৰুতগতিত যোৱাঁ, যেন সুদৃঢ় চকা লগোৱা, সুদৃঢ় নেমি আৰু নাভিযুক্ত ৰথ এখনহে গৈছে (তেনেদৰে যোৱাঁ)। সুদৃঢ়ভাৱে প্ৰতিষ্ঠিত হোৱাঁ।।৬।। যদি কোনো কটা অস্ত্ৰ গাত পৰি ঘা লগায়, অথবা শিল পৰি দুখ পায়, তেতিয়া অঙ্গিৰাৰ পুত্ৰ ঋভৱে[32] ৰথৰ অৱয়বসমূহ জোৰা লগোৱাৰ দৰে এই অথৰ্বমন্ত্ৰয়ো সেইদৰে আঘাত পাই ভগা অঙ্গসমূহ জোৰা লগাওক।।৭।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—সন্তাতি। দেৱতা—বিশ্বদেৱগণ। ছন্দ—অনুষ্টুপ্।)

হে দেৱতাসকল, এওঁক (উপনয়ন-কৃত বালকক) ধৰ্মৰ বিষয়ত প্ৰমাদৰহিত কৰা, এওঁক অসাৱধানতাৰ পৰা ওপৰলৈ তোলাঁ (অথবা অধ্যয়ন আৰু তাৰ অৰ্থজ্ঞান ৰূপ উৎকৃষ্ট ফল এওঁক দান কৰাঁ)। হে দেৱগণ, এওঁক (অজ্ঞাতবশতঃ কৰা) পাপৰ পৰা উদ্ধাৰ কৰাঁ। হে দেৱগণ, (এওঁ যদি মৃত্যু ঘটাব পৰা কিবা পাপ কৰিছে) তোমালোকে এওঁক পুনৰ্জীৱিত কৰাঁ।।১।। এই প্ৰাণ-অপানৰূপ দুই বায়ু শৰীৰত প্ৰবাহিত হৈ স্যন্দনশীল স্বেদস্থান পৰ্যন্ত আৰু তাতকৈও দূৰলৈ সঞ্চাৰিত হওক। (হে

উপনয়নৰ বালক,) প্ৰাণবায়ুৱে তোমাক সুদক্ষ কৰক আৰু অপান বায়ুৱে তোমাৰ পাপ দূৰ কৰক।।২।। হে বায়ু, তুমি (সকলো ৰোগৰ প্ৰতিষেধক) ঔষধি ইয়ালৈ লৈ আহাঁ আৰু (ৰোগজনক) পাপসমূহ আঁতৰাই নিয়াঁ। তুমি সমস্ত ব্যাধিৰ ঔষধ, তুমি দেৱতাসকলৰ দূত হৈ (সমস্ত জগতত) বিচৰণ কৰিছা (অথবা ইন্দ্ৰিয়সমূহৰ দূত হৈ সেইবিলাকৰ পোষণৰ অৰ্থে সমস্ত শৰীৰতে ব্যাপ্ত হৈ আছা) ।।৩।। দেৱতাসকলে এই বালকক ৰক্ষা কৰক, মৰুৎগণে এওঁক ৰক্ষা কৰক। সমস্ত প্ৰাণীয়ে এওঁক এনেদৰে ৰক্ষা কৰক যাতে এওঁ কোনো পাপ কৰিব নোৱাৰে।।৪।। (হে বালক,) মই তোমাৰ ওচৰলৈ কল্যাণকাৰক মন্ত্ৰ আৰু হিংসাৰহিত কৰ্মৰে সৈতে আহিছোঁ। মই তোমাক সুদক্ষ কৰি তুলিছোঁ, মই তোমাৰপৰা যক্ষ্মা (আদি ৰোগ) আঁতৰ কৰিছোঁ।।৫।। মোৰ এই হস্ত ভাগ্যশালী, মোৰ এই হস্ত পৰম ভাগ্যশালী, মোৰ এই হস্ত সমস্ত ব্যাধিৰ ঔষধ স্বৰূপ আৰু মোৰ এই হস্তৰ স্পৰ্শ সুখৰ হওক।।৬।। শাখাৰ নিচিনাকৈ দহোটা আঙুলি থকা প্ৰজাপতিৰ হাত দুখনে স্পৰ্শ কৰা জিভা বাক্যৰ অগ্ৰগামী হৈ চালিত হয়। (হে বালক, প্ৰজাপতিৰ) সেই আৰোগ্যকাৰক হাত দুখনেৰে আমি তোমাক স্পৰ্শ কৰিছোঁ।।৭।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—ভৃগু। দেৱতা—অগ্নি, আজ্য। ছন্দ—ত্ৰিষ্টুপ,অনুষ্টুপ, জগতী।)

ছাগলী অগ্নিৰ তাপৰপৰা উৎপন্ন হৈছে। সি জাত হৈয়ে প্ৰথমতে তাৰ জন্মদাতাক (অগ্নিক অথবা প্ৰজাপতিক) দেখিছিল। আদিতে দেৱগণে এই ছাগৰ দ্বাৰা দেৱত্ব লাভ কৰিছিল। এই ছাগেৰে (অজৌদন যজ্ঞ কৰি) ঋষিসকলেও উচ্চ লোকত আৰোহণ কৰিছিল।।১।। (হে মনুষ্যগণ,) অগ্নিৰদ্বাৰা (উৎপাদিত ছাগেৰে) যজ্ঞ কৰি তোমালোকে দুখৰহিত স্বৰ্গত আৰোহণ কৰাঁ। অনুষ্ঠিত যজ্ঞক অক্ষৰ দৰে হাতত লৈ স্বৰ্গত আৰোহণ কৰাঁ। অন্তৰিক্ষৰ পিঠিৰ নিচিনা স্বৰ্গলোকত দেৱতাৰ লগত বহি (সমানে ভোগ কৰাঁ) ।।২।। মই পৃথিবীৰ পিঠিৰ পৰা অন্তৰিক্ষত উঠিছোঁ, অন্তৰিক্ষৰ পৰা দ্যুলোকত আৰোহণ কৰিছোঁ, দুখৰহিত দ্যুলোকৰ পিঠিৰ পৰা মই দিব্য (সূৰ্য) জ্যোতিমণ্ডলত লীন যাম।।৩।। স্বৰ্গ লাভ কৰাসকলে (ঐহিক ফল) অপেক্ষা নকৰে; তেওঁলোকে অন্তৰিক্ষ আৰু দ্যাবাপৃথিৱী জয় কৰে। তেওঁলোকে অবিচ্ছিন্ন ফলপ্ৰাপ্তি সাধন যজ্ঞক ভালকৈ জানে আৰু তাৰ বিস্তাৰ ঘটায়।।৪।। হে অগ্নি, তুমি দেৱতাসকলৰ ভিতৰত প্ৰথম (আহুতিৰ যোগ্য) ; তুমি দেৱতাসকলৰ নেত্ৰস্বৰূপ আৰু মানুহৰ কাৰণেও (পুণ্যলোক দৰ্শন কৰোৱা নেত্ৰস্বৰূপ)। তুমি এই যজ্ঞলৈ আহাঁ।

ভৃগু আদিৰ সৈতে (যজ্ঞ কৰি ফল লাভ কৰাৰ পিছত) প্ৰীতিযুক্ত হৈ স্বৰ্গলৈ যজমানে গতি কৰক, তেওঁৰ কল্যাণ হওক।।৫।। (হৱিৰূপ) ছাগক পানীৰ নিচিনা ঘৃতেৰে লিপ্ত কৰিছোঁ। ই দিব্য, সুন্দৰ পাখি লগা পখীৰ নিচিনা যজমানক স্বৰ্গত উপনীত কৰায়। এই ছাগৰ দ্বাৰা আমি পুণ্যলোকলৈ গতি কৰিম আৰু তাৰ পিছত (স্বৰ্গত অথবা) দুখৰহিত সূৰ্যাত্মক পৰম জ্যোতিত বিলীন হ'ম।।৬।। (হে পাচক,) তুমি পাঁচ ভাগ কৰি থোৱা চাউল পাঁচটি আঙুলী ৰূপ হেতাৰে (থালীৰ পৰা) তুলি আনি (কুশৰ ওপৰত) পাঁচভাগ কৰি থোৱাঁ। তাৰ লগত (সিজোৱা) ছাগলীৰ মূৰৰ মাংস পূবফালে থোৱাঁ, দক্ষিণফালে তাৰ সোঁফালৰ মাংস থোৱাঁ।।৭।। পশ্চিম ফালৰ ভাগটোত ছাগলীৰ পাছ অংশৰ মাংস থোৱা, উত্তৰ ফালৰ ভাগটোত বাওঁফালৰ মাংস থোৱাঁ, ওপৰফালে ছাগলীৰ ৰাজহাড়ৰ অংশটো থোৱা, মাটিত তাৰ পেটৰ মাংসখিনি থোৱাঁ, মধ্যভাগত তাৰ মধ্য অংশৰ (আকাশ) অন্তৰিক্ষৰ লগত সংযুক্ত কৰাঁ।।৮।। ৰন্ধা ছাগলীটো ৰান্ধি থোৱা ছালখনেৰে ঢাকি দিয়াঁ। এই ছাগ সকলো অংগ-প্ৰত্যংগৰ সৈতে সংযুক্ত হ'ল আৰু বিশ্বৰ কল্যাণৰ কাৰণ হ'ল। (হে অজ,) সৰ্বাংগসহিত তুমি এইলোকৰ পৰা উত্তম লোকলৈ উঠাঁ। তোমাৰ চাৰিটি পাৰেৰে তুমি চাৰি দিশত প্ৰতিষ্ঠিত হোৱাঁ।।৯।।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—অথৰ্বা। দেৱতা—দিশসমূহ আদি। ছন্দ—জগতী, ত্ৰিষ্টুপ্, আদি।)

দিক্‌সমূহ মেঘৰ সৈতে প্ৰকাশিত হওক। পানীৰে ভৰি থকা মেঘহসমূহক বতাহে নি এঠাইত থূপ খুৱাওক। সেচনসমৰ্থ প্ৰকাণ্ড ষাঁড়-গৰুৰ দৰে উন্মত্ত গৰ্জন কৰি কৰি ঘূৰি ফুৰা মেঘসমূহৰ পানীয়ে ধৰণীক তৃপ্ত কৰক।।১।। সুন্দৰ দানশীল মহান্ মৰুৎগণে বৃষ্টিদান কৰি আমাক অনুগ্ৰহ কৰক। বৰষুণৰ পানীবোৰ (পথাৰত সিঁচা ধান আদি) শস্যৰ বীজৰ লগত মিলিত হওক। বৃষ্টিধাৰাই পৃথিৱীক মহিমামণ্ডিত কৰি তোলক। পৃথিৱীত অনেক প্ৰকাৰৰ ওষধি (আৰু শস্য) উৎপন্ন হওক।।২।। (হে মৰুৎগণ,) তোমালোকে স্তুতিকাৰক আমাক পানীৰে ভৰি থকা মেঘ দৰ্শন কৰোৱাঁ। পানীৰ প্ৰবল ধাৰাসমূহ পৃথকে পৃথকে বৈ আহি পৃথিৱীক অভিষিক্ত কৰক। পৃথিৱীত নানা প্ৰকাৰৰ গছ-লতা উৎপন্ন হওক।।৩।। হে পৰ্জন্যদেৱ, গৰ্জন কৰি কৰি মৰুৎগণে তোমাৰ স্তুতিগীত গাওক; বৰষুণৰ হৰ্ হৰ্ কৈ পৰা টোপালবোৰে পৃথিৱীক অভিষিক্ত কৰক।।৪।। হে মৰুৎগণ, তোমালোকে সমুদ্ৰৰপৰা পানী ওপৰলৈ তোলা আৰু পানীৰে ভৰি থকা মেঘৰ সৃষ্টি কৰাঁ। প্ৰকাণ্ড ষাঁড়-গৰু এটাৰ

দৰে উন্মত্ত গৰ্জন কৰি কৰি ঘূৰি ফুৰা মেঘসমূহে জল বৰ্ষণেৰে পৃথিৱীক তৃপ্ত কৰক।।৫।। হে পৰ্জন্যদেৱ, তুমি গৰ্জন কৰা, (মেঘৰ মাজত সোমাই লৈ) গুঞ্জৰি থাকা, (পানী গ্ৰহণ কৰি) সমুদ্ৰক পীড়ন কৰা, বৰষুণৰ পানীৰে পৃথিৱী সিক্ত কৰা। তুমি ধাৰেৰে বোৱাই দিয়া বৰষুণ বহুলভাৱে মাটিত পৰক। বৰষুণৰ কামনা কৰা সূৰ্যৰ ৰশ্মি ক্ৰমে ক্ষীণ হৈ শেষত অদৃশ্য হৈ পৰক।।৬।। (হে মনুষ্যগণ,) সুন্দৰ দানশীল মৰুৎগণে তোমালোকক প্ৰীতিদান কৰক ; অজগৰৰ নিচিনাকৈ পানীৰ ধাৰা বৈ আহক ; বায়ুৰদ্বাৰা প্ৰেৰিত মেঘসমূহে পৃথিৱীত ধাৰাসাৰে বৰষুণ দিয়ক।।৭।। দিশে দিশে বিজুলী উজ্বলি উঠক ; দিশে দিশে বতাহ বলক ; মৰুৎগণৰদ্বাৰা প্ৰেৰিত মেঘে পৃথিৱীত বৰ্ষণ কৰক।।৮।। হে সুদানশীল মৰুৎগণ, পানী, বিদ্যুৎ, মেঘ, বৰষুণ, অজগৰৰ দৰে বৈ অহা জলপ্ৰৱাহে তোমালোকক তৃপ্তি দান কৰক। মৰুৎগণৰদ্বাৰা প্ৰেৰিত মেঘে পৃথিৱীত বৰ্ষণ কৰক।।৯।। জলসমূহত প্ৰকাশ পোৱা বিদ্যুৎ ৰূপ অগ্নি, উৎপন্ন হ'বলগীয়া ওষধিৰ (তথা বনস্পতিসমূহৰ) স্বামী। সেই জাতবেদা অগ্নিয়ে আমাক প্ৰাণীসমূহৰ প্ৰাণদায়ক অমৃতপ্ৰদ বৰষুণ প্ৰদান কৰক।।১০।। প্ৰজাপালক সূৰ্যই সমুদ্ৰৰপৰা বৰষুণৰ পানী প্ৰেৰণ কৰি জলনিধিক পীড়িত কৰক। অশ্বৰ দৰে বেগী ব্যাপনশীল মেঘৰ বীৰ্য বৰ্ধিত হওক। তুমি সেই (প্ৰবৃদ্ধবীৰ্য) মেঘৰ সৈতে আমাৰফালে আহাঁ।।১১।। জল-সিঞ্চন কৰি আমাক পালন কৰা পিতা সূৰ্য (বেঁকাকৈ বৰষুণৰ পানী ছটিয়াই) অৱস্থান কৰি থাকক ; গৰ্‌গৰ্ শব্দ কৰি উচ্ছ্বসিত হৈ জল প্ৰবাহিত হৈ থাকক। হে বৰুণ, তুমি মেঘৰপৰা তললৈ পৰিবলগীয়া পানীবিলাক পঠাই দিয়াঁ। বন-বাত নোহোৱা মাটিত বগা-বগা বাহুৰে সৈতে ভেকোলাবিলাকে (বৰষুণৰ পানী পাই) আৰাব কৰক।।১২।। ব্ৰত পালন কৰা ব্ৰাহ্মণৰ দৰে বছৰটো পৰি থাকি ভেকুলী বোৰে বৰষুণৰ (পৰ্জন্যদত্ত) পানী পাই চেতনা লভি মধুৰ বাণী উচ্চাৰণ কৰক।।১৩।। হে মণ্ডূকী, তুমি (আনন্দত উত্ৰাৱল হৈ) শব্দ কৰা ; হে মণ্ডূক-কন্যা, তুমি মেঘক কথা কোৱা; তোমাৰ চাৰি ঠেং মেলি তুমি বৰষুণৰ পানীৰে ভৰি পৰা জলাশয়ত সাঁতুৰি-নাদুৰি আনন্দ কৰা।।১৪।। হে খন্‌ৱখা, সৈমখা আৰু তদুৰী নামৰ মণ্ডূকীগণ, তোমালোকে বিলৰ মাজত বৰষুণৰ নিচিনা (শব্দ) কৰি থাকা। হে পালনকাৰী মণ্ডূকগণ, তোমালোকে মৰুৎগণক বৃষ্টিৰ অভিমুখী কৰা। (টোৰ্-টোৰাই বশীভূত কৰা)।।১৫।। (হে পৰ্জন্য,) তুমি সমুদ্ৰৰ পৰা পানীৰে ভৰি থকা মেঘ তুলি আনা, বৰষুণ দিয়াঁ। বিজুলী মাৰক, বতাহ বলক ; বহু প্ৰকাৰে বিস্তাৰিত হৈ পৰা যজ্ঞৰ সমৃদ্ধি সাধন কৰক ; (ধান আদি শস্য, বনস্পতিসমূহ সহিত) ওষধিসমূহ হৰ্ষযুক্ত (বিকশিত) হৈ উঠক।।১৬।।

# চতুৰ্থ অনুবাক

## ষোড়শ সূক্ত (১৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—বৰুণ। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, জগতী।)

মহান্ বৰুণ আমাৰ দুৰাত্মা শত্ৰুবিলাকৰ নিয়ামক কাৰণে তেওঁ (সিবিলাকৰ সকলো কু-কৰ্ম) ওপৰৰপৰা দেখি থাকে। বৰুণে স্থাৱৰ আৰু নশ্বৰ সকলো বস্তুকে জানে। দেৱতাসকলে (দূৰ-ওচৰ, স্থিৰ-নশ্বৰ, স্থূল-সূক্ষ্ম) সকলো কথাকে জানে।।১।। যিজন বৈ থাকে, গুচি যায় বা যিজনে প্ৰবঞ্চনা কৰে, যি শত্ৰুৱে গা-ঢাকি সংগোপনে চলে, যি কষ্টসাধ্য জীৱন যাপন কৰে, বৰুণে এই সকলোকে জানে। দুজন গোপনে বহি যি মন্ত্ৰণা কৰে, তেওঁলোকৰে তৃতীয়জন হৈ বৰুণে সকলো জানিব পাৰে।।২।। এই পৃথিৱীখন ৰজা বৰুণৰ অধীন। সৌ দূৰণিত থকা বৃহৎ দ্যুলোকো বৰুণৰ অধীন। (পূৰ্বে পশ্চিমে থকা) দুই সমুদ্ৰ বৰুণৰ পেটৰ কুক্ষি দুটা। (এইদৰে সমস্ত জগৎ ব্যাপি থকা) বৰুণ অলপীয়া পানীৰ মাজতো লুকাই থাকে।।৩।। যি (শত্ৰুৱে) অন্তৰিক্ষ অতিক্ৰম কৰে (অথবা পুণ্যলব্ধ স্বৰ্গ অতিক্ৰম কৰি কুপথে যায়), তেওঁ ৰজা বৰুণৰ (পাশৰ) পৰা মুক্ত নহয়। দ্যুলোকৰপৰা তেওঁৰ দূত আহি ইহলোকত বিচৰণ কৰে ; তেওঁলোকে সহস্ৰ চকুৰে পৃথিৱীখন চাই থাকে।।৪।। দ্যুলোক-ভূলোকৰ মাজত যিবিলাক প্ৰাণী আছে, যিবিলাক প্ৰাণী সমুখত আছে, সেই সকলোকে বৰুণে বিশেষ ধৰণেৰে দেখি থাকে। প্ৰাণীৰ চকুৰ নিমেষ পেলোৱাৰ সংখ্যা পৰ্যন্ত গণনা কৰি থকা বৰুণে, জুৱাৰীয়ে নিজৰ জয়ৰ উদ্দেশ্যে পাশাৰ গুটি দলিওৱাৰ দৰে, কুকৰ্মকাৰীবিলাকক পাপ অনুসাৰে শাস্তি দিবলৈ দলিয়াই দিয়ে।।৫।। হে বৰুণ, তোমাৰ, (উত্তম, মধ্যম, অধম) যি পাশ সাতোটি সাতোটিকৈ (পাপীবিলাকক বান্ধিবলৈ) পাতি থোৱা আছে ; সেই পাশে মিছলীয়াবিলাকক ছিন্ন কৰক আৰু যিসকল সত্যবাদী, তেওঁলোকক মুক্ত কৰি দিয়ক।।৬।। হে বৰুণ, তোমাৰ শতসংখ্যক পাশেৰে এই অসত্যবাদীক বান্ধি থোৱাঁ। মানুহৰ সাধু-অসাধু চৰিত্ৰ দেখি থকা হে বৰুণদেৱে, মিছা কথা কোৱা কোনো লোক যেন তোমাৰ পৰা সাৰি যাব নোৱাৰে। তেনে লোকৰ পেট জলোদৰ ৰোগৰদ্বাৰা নষ্ট হৈ তৰোৱালৰ খাপৰ নিচিনাকৈ বন্ধনৰহিত হৈ সৰি পৰক।।৭।। বৰুণৰ সমান্য নামৰ (সমান ব্যাধিকাৰক) পাশ, ব্যাস্য নামৰ (অনেক ব্যাধিকাৰক) পাশ, সন্দেশ্য নামৰ (একে দেশত ব্যাধিকাৰক) পাশ, বিদেশ্য নামৰ (বিদেশত ব্যাধিকাৰক) পাশ, দেৱতাৰদ্বাৰা প্ৰয়োগ হোৱা পাশ আৰু মনুষ্যৰদ্বাৰা প্ৰয়োগ হোৱা পাশ—এই সকলোৰে অমুক গোত্ৰ, অমুক মাকৰ পুত্ৰ, তোমাক মই বন্ধন কৰিছোঁ ; (হে শত্ৰু,) তোমাৰ উদ্দেশ্যে সেই সকলো পাশ মই প্ৰয়োগ কৰিছোঁ।।৭-৮।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি—শুক্ৰ। দেৱতা—অপামাৰ্গ-বনস্পতি। ছন্দ—অনুষ্টুপ্।)

(হে সহদেৱী নামৰ) ওষধি, তুমি ৰোগনাশক ওষধিসমূহৰ ওপৰত ঈশ্বৰ স্বৰূপিণী। মই শত্ৰুকৃত অভিচাৰ দোষ দূৰ কৰিবৰ কাৰণে তোমাক স্পৰ্শ কৰিছোঁ। হে ওষধি, সকলো কুমন্ত্ৰজনিত দোষ দূৰ কৰিবৰ উদ্দেশ্যে মই তোমাক সহস্ৰ শক্তিসম্পন্ন কৰিছোঁ।।১।। কুমন্ত্ৰজনিত দোষনিবাৰণ (সত্যজিত), শত্ৰুকৃত আক্ৰোশনাশক (সপথযাৱনী), পৰাভৱকাৰী (সহমানা), আৰু বাৰম্বাৰ অনেক ৰোগনাশক (পুনঃসৰা) এই ওষধিসমূহৰ লগত অন্য ওষধিসমূহে "আমি ৰোগকাৰক দোষ দূৰ কৰিম" — এই অভিপ্ৰায়েৰে মিলিত হৈছে।।২।। খণ্ডেৰে যি পিশাচীয়ে শাও দিয়ে, ক্ষতিসাধন কৰিবৰ কাৰণে যি পাপ আশ্ৰয় কৰে, যি ৰক্ত শোষণ কৰিবৰ কাৰণে নৱজাতকক গ্ৰাস কৰে, তেনেবিলাকে সিহঁতৰ নিজৰ সন্তানকে খাওক।।৩।। (হে ওষধি,) যি কুমন্ত্ৰকাৰীয়ে এৰাঁ মাটিৰ পাত্ৰত, নীল আৰু লোহিত বৰণীয়া জুইত আৰু কেঁচা মাংসেৰে কৃত্যাকৰ্ম কৰিছে, তুমি সেইবিলাক মানুহক নাশ কৰাঁ।।৪।। দুঃস্বপ্নজনিত, দুষ্ট প্ৰাণীৰদ্বাৰা কৃত, ৰাক্ষসৰ দ্বাৰা কৃত, অন্য যি কুমন্ত্ৰজনিত ভয়ৰ কাৰণ আৰু অসমৃদ্ধিৰ কাৰণ আছে, কুৎসিত নামৰ পিশাচীবোৰ, বেয়া কথা উচ্চাৰণ কৰা পিশাচীবোৰ — এই সকলোবোৰকে মই নাশ কৰিম।।৫।। মানুহক ভোকত মৰা, পিয়াহত মৰা, গৰু-গাই নোহোৱা কৰা, সন্তানহীন কৰা যিবোৰ দুৰ্দশা আছে, হে অপামাৰ্গ নামৰ ওষধি, সেই সকলোবোৰ মই তোমাৰদ্বাৰা দূৰ কৰিম।।৬।। হে অপামাৰ্গ, পিয়াহত মৰা, ভোকত মৰা, পাশাত মৰা — এই সকলো দুখ-কষ্ট মই তোমাৰদ্বাৰা দূৰ কৰিম।।৭।। (হে কুমন্ত্ৰগ্ৰস্ত মানুহ,) অপামাৰ্গ সমস্ত ওষধিৰে একমাত্ৰ বশকাৰক। মই তোমাৰ সকলো (কৃত্যাৰ দ্বাৰা কৰা) দুখ ইয়াৰ দ্বাৰা দূৰ কৰিছোঁ। এতিয়া তুমি ব্যাধিৰহিত হৈ চিৰকাল অৱস্থান কৰা।।৮।।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি, দেৱতা, ছন্দ আগৰ সূক্তৰ দৰে।)

প্ৰভামণ্ডলৰ সৈতে যেনেকৈ সূৰ্য সমান, দিনৰ সৈতে ৰাতি সমান (আয়ামযুক্ত), সেইদৰে (এই কুমন্ত্ৰৰ প্ৰভাৱত পৰা মানুহজনৰ) ৰক্ষাৰ কাৰণে মই যথাৰ্থ সত্য কৰ্ম কৰিছোঁ যাতে কাটি নিয়া যেনেকৈ কষ্ট দিয়া কৃত্যাসমূহ নীৰস (অসমৰ্থ) হৈ পৰে।।১।। হে দেৱতাসকল, যিবিলাকে কৃত্যাকৰ্ম কৰি অন্যৰ ঘৰত (কৃত্যা খনন কৰিবলৈ) যায়, স্তন্যপান কৰিবৰ কাৰণে গৰু-পোৱালি মাকৰ ওচৰলৈ যোৱাৰ দৰে সেই

কৃত্যাকর্মসমূহো প্ৰয়োগকৰ্তাজনলৈকে ঘূৰি যাওক।।২।। যি শত্ৰুৱে মিত্ৰৰ দৰে লগতে থাকি (বিশ্বাসঘাতকতা কৰি) কৃত্যা আদি খনন ৰূপ পাপৰদ্বাৰা অন্যক হত্যা কৰিব খোজে, সেই শত্ৰুৰ কুমন্ত্ৰকৰ্মসমূহ প্ৰতিকাৰৰদ্বাৰা সামৰ্থ্যহীন হওক আৰু মন্ত্ৰৰ দ্বাৰা উৎপন্ন শিলগুটি বোৰে বহুসংখ্যক হৈ তেওঁকে নাশ কৰক।।৩।। হে সহস্ৰধামযুক্ত সহদেৱী নামৰ ওষধি, তুমি আমাৰ শত্ৰুবিলাকক চুলি নোহোৱা কৰি, ডিঙি মুচৰি পেলাই থোৱাঁ। শত্ৰুবিলাকৰ প্ৰিয় (হিতকাৰী) হৈ যি কৃত্যাসমূহ সম্পন্ন কৰিছে, তুমি সেইবিলাকৰ ওচৰলৈকে ঘূৰি যোৱাঁ।।৪।। মই এই ওষধিৰদ্বাৰা সকলো ধৰণৰ কৃত্যা সামৰ্থ্যহীন কৰিম। যি কৃত্যা গুটি সিঁচিব পৰা মাটিত সনা হৈছে, যি কৃত্যা গৰু-গাইত, যি কৃত্যা বায়ু চলাচল কৰা ঠাইত অথবা মানুহ অহা-যোৱা কৰা ঠাইত কৰা হৈছে, (সেই সকলোকে সামৰ্থ্যহীন কৰিম)।।৫।। (শত্ৰুৱে) যি কৃত্যা প্ৰয়োগ কৰিছে, তাৰদ্বাৰা আমাৰ এটি ভৰি বা আঙুলিৰো যাতে হানি কৰিব নোৱাৰে। (শত্ৰুৰ অভিচাৰ কৰ্ম নিষ্ফল কৰা মন্ত্ৰ আৰু ওষধিৰ প্ৰভাৱত) আমাৰ মঙ্গল হওক আৰু শত্ৰুৰ নিজৰ কষ্ট হওক।।৬।। অপামাৰ্গ নামৰ ওষধিয়ে আমাৰ বংশানুক্ৰমিক ৰোগসমূহ আৰু শাও-শপনিৰ প্ৰতিক্ৰিয়া নোহোৱা কৰক ; পিশাচী আৰু অলক্ষ্মীবোৰ দূৰ কৰক।।৭।। হে অপামাৰ্গ, তুমি যাতুধান আৰু অকল্যাণকৰ পাপদেৱতাবিলাকক আমাৰ পৰা দূৰ কৰাঁ। আমি তোমাৰ সহায়ত এই সকলোবিলাককে দূৰ কৰিম।।৮।।

## ঊনবিংশ সূক্ত (১৯)

(ঋষি, দেৱতা পূৰ্ববৎ। ছন্দ—অনুষ্টুপ্, পংক্তি।)

(হে সহদেৱী অথবা অপামাৰ্গ,) তুমি আমাৰ শত্ৰুবিলাকৰ ছেদনকাৰী হোৱাঁ আৰু সহজাত শত্ৰুবিলাকক দ্ৰুতভাৱে বিনাশ কৰাঁ। যিবিলাকে কৃত্যাৰ প্ৰয়োগ কৰিছে, সিবিলাকৰ সতি-সন্ততিবোৰক বাৰিষাৰ নলবন কটাদি কাটি পেলোৱাঁ।।১।। হে ওষধি, নৃষদ্‌পুত্ৰ কণ্ব নামৰ ব্ৰাহ্মণে তোমাৰ প্ৰয়োগ কৰিছিল। যজমানক ৰক্ষা কৰিবৰ কাৰণে তুমি দীপ্তিমান সেনা যোৱাৰ দৰে যোৱাঁ। তুমি যঁলৈ যোৱা, তাত অভিচাৰ আদিৰ ভয় নাই।।২।। তুমি সকলো ওষধিৰ ভিতৰত মুখ্যতম, যেনেকৈ জ্যোতিৰ দ্বাৰা প্ৰকাশ পাই থকা সূৰ্য জ্যোতিষ্কসমূহৰ ভিতৰত শ্ৰেষ্ঠ, তেনেকৈ। তুমি দুৰ্বলৰ ত্ৰাণকৰ্তা আৰু ৰাক্ষসনিহন্তা হোৱাঁ।।৩।। হে অপামাৰ্গ নামৰ ওষধি, পূৰ্বে দেৱতাসকলে তোমাৰদ্বাৰা অসুৰবিলাকক নিৰাকৰণ কৰিছিল ; তেতিয়াৰেপৰা তুমি ওষধিশ্ৰেষ্ঠ অপামাৰ্গ নামেৰে উৎপন্ন হৈছা।।৪।। অসংখ্য শাখাযুক্ত তোমাৰ (অন্য) নাম বিভিন্দতী ; বিভেদক তোমাৰ পিতাৰ নাম। গতিকে তুমি আমাৰ বিনাশ কৰিব খোজা শত্ৰুবিলাকক পিছফালে গৈ বিদাৰণ কৰাঁ।।৫।। হে ওষধি, তোমাৰ শক্তি

যি মাটিত ব্যাপ্ত হৈ পৰে, তাত কৃত্যাখনন নিষ্ফল হয়। সেই ঠাইত থকা কৃত্যাই বাহিৰ ওলাই কুমন্ত্ৰ কৰোঁতাজনকে নাশ কৰক।।৬।। তুমি আত্মাভিমুখী ফলসম্পন্ন, তুমি প্ৰতি নিবৃত্ত হৈহে উৎপন্ন হোৱা। তুমি মোৰপৰা শত্ৰুকৃত শাপ আদি আৰু মাৰাত্মক অস্ত্ৰ প্ৰভৃতি ঘূৰাই পঠোৱা।।৭।। তুমি মোক শত সংখ্যক উপায়েৰে ৰক্ষা কৰাঁ, সহস্ৰ সংখ্যক উপায়েৰে সুৰক্ষিত কৰাঁ, হে লতাৰূপী ওষধিৰ অধিপতি, উগ্ৰ ইন্দ্ৰদেৱে তোমাক ওজস্বিতা প্ৰদান কৰক।।৮।।

## বিংশ সূক্ত (২০)

(ঋষি—মাতৃনামা। দেৱতা—ওষধি। ছন্দ—অনুষ্টুপ্।)

(হে সদমপুষ্প নামৰ ওষধি, তোমাক ধাৰণ কৰা এই মানুহজনে) বৰ্তমান, ভৱিষ্যত আৰু দূৰত থকা ভয়ৰ কাৰণ দেখি থাকে। হে দেৱী, তেওঁ স্বৰ্গ, অন্তৰিক্ষ আৰু ভূমিত বাস কৰা সকলো প্ৰাণীকে (ত্ৰিসন্ধ্যামণি ধাৰণ কৰোঁতা) মানুহকে দেখিবলৈ পায়।।১।। হে ওষধি দেৱী, মই তোমাক ধাৰণ কৰি তিনিখন দ্যুলোক, তিনিখন ভূলোক আৰু পৃথক পৃথক্ ছটা দিশত থকা সকলো প্ৰাণীকে দেখিবলৈ পাম।।২।। হে ওষধি তুমি দিব্য সুপৰ্ণৰ (গৰুড়ৰ) চকুৰ মণি। পথশ্ৰান্ত বধূ (ৰথ আদিৰপৰা) নামি অহাৰ দৰে তুমি মাটিলৈ নামি আহিছা।।৩।। সহস্ৰাক্ষ ইন্দ্ৰই সেই (ওষধিনিৰ্মিত) মণি মোৰ সোঁ-হাতত বান্ধি দিছে। তোমাৰদ্বাৰা মই শূদ্ৰ আৰু আৰ্য সকলোকে দেখা পাম।।৪।। (তোমাৰ ৰাক্ষসাদি নিবাৰক) ৰূপসমূহ প্ৰদৰ্শন কৰাঁ, গোপন নকৰিবা। হে সহস্ৰচক্ষুযুক্ত ওষধি, তুমি (গোপনে বিচৰণ কৰি আমাৰ অনিষ্ট সাধন কৰা) কিমীদিনবিলাকক চকু দি থাকাঁ।।৫।। হে ওষধি, তুমি মোক যাতুধানবিলাকক দেখুৱাই দিবা, যাতুধানীবিলাকক দেখুৱাই দিবা, সকলো ধৰণৰ পিশাচবোৰক দেখুৱাই দিবা (যাতে আমাক আক্ৰমণ কৰিব নোৱাৰে)। তোমাক মই সেই উদ্দেশ্যেৰেই ধাৰণ কৰিছোঁ।।৬।। তুমি কশ্যপৰ চকু, (দেৱতাসকলৰ সৰমা নামৰ) কুকুৰজনীৰ চকু চাৰিটা। ইফালে সিফালে ঘূৰি ফুৰা পিশাচবোৰক তুমি অন্তৰিক্ষত বিচৰণ কৰি ফুৰা সূৰ্যৰ দৰে লুকুৱাই নথবা।।৭।। পৰিৰক্ষণৰ উপায়েৰে মই ইফালে-সিফালে ঘূৰি ফুৰা যাতুধান আৰু কিমীদিনবিলাকক বশ কৰিছোঁ। তাৰদ্বাৰা মই শূদ্ৰ (লোকত নিহিত হৈ থকা) আৰু আৰ্য (লোকসকলত নিহিত হৈ থকা পিশাচ আদিক) দেখি থাকিম।।৮।। যি পিশাচ অন্তৰিক্ষত বিচৰণ কৰে, যি দ্যুলোকৰ ওপৰলৈ উঠে, যি নিজকে পৃথিৱীৰ অধিপতি বুলি ভাবে, সেই পিশাচক তুমি মোক দেখুৱাই দিয়াঁ।।৮।।

# পঞ্চম অনুবাক

## একবিংশ সূক্ত (২১)

(ঋষি—ব্ৰহ্মা। দেৱতা—গোসমূহ। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

গাইবিলাক আমাৰফালে আহক আৰু আমাৰ কল্যাণ সাধন কৰক। সিহঁতে আমাৰ গোষ্ঠত অৱস্থান কৰি আমাক সন্তোষ দিয়ক। ইয়াত সিহঁত সন্তানেৰে সমৃদ্ধ হওক ; বহুৰূপ লাভ কৰক। সিহঁতে ইন্দ্ৰৰ উদ্দেশ্যে বহুতো উষাৰ সময়ত দুগ্ধ প্ৰদান কৰক।।১।। ইন্দ্ৰই যজ্ঞকৰ্তাজনক আৰু স্তোতাজনক (গাই লাভ কৰাৰ উপায়) শিকাই দিয়ে; তাৰপিছত নিজে গাই দি থৈ যায়, যজ্ঞকৰ্তাৰ আৰু স্তোতাৰ ধন তেওঁ কাঢ়ি নিনিয়ে ; বৰঞ্চ তেওঁৰ ধন ক্ৰমে ক্ৰমে বৃদ্ধিহে কৰে আৰু দেৱতাক কামনা কৰা (যজ্ঞকৰ্তাক, স্তোতাক) জনক দুখৰহিত স্থানত স্থাপন কৰে।।২।। (ইন্দ্ৰই প্ৰদান কৰা) সেই গাইবিলাক যেন বিনষ্ট নহয়, চোৰেও সিহঁতক যেন অনিষ্ট নকৰে, শত্ৰুৰ ব্যথাদায়ক অস্ত্ৰই যেন সিহঁতক পীড়া নিদিয়ে। যিবিলাকৰ (দধি-দুগ্ধাদিৰ) দ্বাৰা দেৱতাক যজন কৰা হয়, যাক যজ্ঞৰ দক্ষিণা ৰূপে প্ৰদান কৰা হয়, সেই গাইবিলাকৰ সৈতে সিহঁতৰ স্বামী চিৰকাল সমৃদ্ধ হৈ থাকক।।৩।। হিংস্ৰ বাঘ আদি জন্তু আৰু খোজত ধূলি উৰুউৱা মৃগ আদি যাতে এই গাইবিলাকৰ ওচৰ নাচাপে; মাংস ৰন্ধা মানুহৰ ওচৰলৈকো ইহঁত নাযায় যেন; এই গাইবিলাকে মনুষ্য যজমানৰ বিস্তীৰ্ণ আৰু ভয়ৰহিত স্থানত বিচৰণ কৰি থাকক।।৪।। গাইবিলাক মানুহৰ সৌভাগ্যস্বৰূপ। ইন্দ্ৰই আমাক গাই দান কৰিবলৈ ইচ্ছা কৰক। (অভিষুত) সোম প্ৰথমতে গৰুৰ গাখীৰ, দৈ আদিৰ লগত মিশ্ৰিত কৰা হয়। হে মনুষ্যগণ, এই গাইসমূহ সাক্ষাৎ ইন্দ্ৰস্বৰূপ। গতিকে (দুগ্ধাদিৰে) মই ইন্দ্ৰক উপাসনা কৰিবলৈ মন আৰু হৃদয়ৰ সৈতে কামনা কৰিছোঁ।।৫।। হে গাইসমূহ, তোমালোকে ক্ষীণ মানুহক শকত-আৱত কৰি তোলাঁ ; শ্ৰীহীন লোকক সুশ্ৰী কৰি তোলাঁ। হে মাংগলিক ৰাব কৰি থকা গাইসমূহ, তোমালোকে ঘৰখন মংগলময় কৰাঁ। তোমালোকৰ দুগ্ধ আদি জনসমাজত বহুলভাৱে প্ৰশংসা কৰা হয়।।৬।। হে গাইসমূহ, পো-পোৱালিৰে সৈতে সুন্দৰ ঘাঁহনিত ঘাঁহ খাই, সুগম জলাশয়ত পৰিষ্কাৰ পানী খাই চলা-ফিৰা কৰি থকা তোমালোকক যেন চোৰে নিব নোৱাৰে, বাঘ আদি হিংস্ৰ জন্তুৱে যেন তোমালোকক বধ কৰিব নোৱাৰে; ৰুদ্ৰৰ অস্ত্ৰই যেন তোমালোকক এৰি যায়।।৭।।

## দ্বাবিংশ সূক্ত (২২)

(ঋষি—বসিষ্ঠ, অথৰ্বা। দেৱতা—ইন্দ্ৰ, ক্ষত্ৰিয়ৰজা। ছন্দ-ত্ৰিষ্টুপ্।)

হে ইন্দ্ৰ, এই ৰজাক (ধন-জনেৰে) সমৃদ্ধ কৰাঁ ; তুমি এওঁক বীৰসকলৰ ভিতৰত শ্ৰেষ্ঠ বীৰ কৰাঁ। এওঁৰ শত্ৰুবিলাকৰ প্ৰভাৱ সংকুচিত কৰাঁ ; সেই সকলোকে এওঁৰ

অধীন কৰাঁ। মই মন্ত্ৰৰ সামৰ্থ্যেৰে এই ৰজাক শ্ৰেষ্ঠ দিক্‌পালসকলৰ ভিতৰত উৎকৃষ্টতম কৰিছোঁ।।১।। হে ইন্দ্ৰ, এই ৰজাক জনসমূহ আৰু গৰু-ঘোঁৰা আদিৰ লগত সংযুক্ত কৰাঁ; এওঁৰ শত্ৰুৰপৰা সেইবিলাক (সম্পদ) আঁতৰাই নিয়াঁ। অন্য ক্ষত্ৰিয়ৰ (ৰজাসকলৰ) চূড়ামণিৰূপে এই ৰাজেন্দ্ৰ অধিষ্ঠিত হওক। শত্ৰু, (অন্য ৰাষ্ট্ৰ) সকলোকে এওঁৰ বশীভূত কৰাঁ।।২।। এই ৰজা (সোণ-ৰূপ আদি) ধনৰ অধিপতি হওক, প্ৰজাগণৰ স্বামী হওক। হে ইন্দ্ৰ, এই ৰজাত মহান তেজস্বিতা স্থাপন কৰাঁ আৰু এওঁৰ শত্ৰুবিলাকক নিস্তেজ কৰাঁ।।৩।। হে দ্যাবাপৃথিবী, দুজনী গাখীৰতী গায়ে সোমযজ্ঞলৈ দুগ্ধাদি দিয়াৰ দৰে তোমালোক দুয়ো এই ৰজাৰ উদ্দেশ্যে বহু ধন-সম্পদ্ অবিচ্ছিন্নভাৱে প্ৰদান কৰাঁ। এই ৰজা (যাগাদি অনুষ্ঠানৰ দ্বাৰা) ইন্দ্ৰৰ প্ৰিয় হওক আৰু (যজ্ঞজনিত বৃষ্টিৰদ্বাৰা) গৰু-গাই, গছ-গছনি, শস্য আদিৰো প্ৰিয়পাত্ৰ হওক।।৪।। (হে ৰাজন,) মই তোমাক অতিশয় উৎকৰ্ষসম্পন্ন ইন্দ্ৰৰ লগত যুক্ত কৰিছোঁ ; তেওঁৰ প্ৰেৰণাৰে তোমাৰ যোদ্ধাসকলে জয়হে কৰিব, পৰাজয় বৰণ নকৰে। তেওঁ তোমাক (গৰুৰ পালৰ মাজত) সৰ্বশ্ৰেষ্ঠ বৃষৰ নিচিনাকৈ বীৰসকলৰ মাজত সৰ্বশ্ৰেষ্ঠ কৰিছে, অন্য মানৱ তথা ৰজাসকলৰ মাজতো সৰ্বশ্ৰেষ্ঠ কৰিছে।।৫।। হে ৰাজন্, তুমি উৎকৃষ্টতম হোৱাঁ, তোমাৰ শত্ৰুতা আচৰণ কৰোঁতাবিলাক নিকৃষ্ট হওক। তুমি একমাত্ৰ উৎকৃষ্ঠ বৃষৰ দৰে হৈ, ইন্দ্ৰৰ সখা হৈ শত্ৰুক জয় কৰাঁ। যি তোমাৰ শত্ৰুতা আচৰণ কৰিছে, সিবিলাকৰ ভোগ্যসাধন ধন-সম্পদ তুমি কাঢ়ি আনা।।৬।। সিংহৰ নিচিনা পৰাক্ৰমী হৈ তুমি আজ্ঞামাত্ৰে প্ৰজাক শাসন কৰাঁ, বাঘৰ দৰে শত্ৰুক ব্যাহত কৰাঁ ; তুমি একমাত্ৰ ইত্যাদি (বাক্য আগৰ মন্ত্ৰৰ দৰে)।।৭।।

## ত্ৰয়োবিংশ সূক্ত (২৩)

(ঋষি—মৃগাৰ। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

যি অগ্নি মুখ্য প্ৰকৃষ্ট জ্ঞানযুক্ত আৰু পাঞ্চজন্য* তেওঁৰ মহিমা মই জানো। এই অগ্নিক বহু প্ৰকাৰে প্ৰজ্বলিত কৰা হয়। তেওঁ (জঠৰাগ্নিৰূপে) সমস্ত প্ৰাণীতে প্ৰৱিষ্ট হৈ আছে। সেই অগ্নিক মই প্ৰাৰ্থনা কৰিছোঁ, তেওঁ আমাক সকলো পাপৰ পৰা মুক্ত কৰক।।১।। হে জাতবেদা অগ্নি, তুমি যিদৰে (দেৱতাসকললৈ) হৱনীয় দ্ৰব্য বহন কৰি নিয়া আৰু যজ্ঞৰ প্ৰকাৰসমূহ জানি সেইমতে যজ্ঞৰ ব্যৱস্থা কৰা,

* দেৱযাগ, পিতৃযাগ, ভূতযাগ, মনুষ্যযাগ আৰু ব্ৰহ্মযাগ—এই পঞ্চযাগৰদ্বাৰা আৰাধিত ; ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ আৰু নিষাদ—এই পঞ্চবৰ্ণৰ লোকৰদ্বাৰা সেৱিত ; গন্ধৰ্ব, অপ্সৰা, দেৱ, অসুৰ আৰু ৰাক্ষসৰদ্বাৰা যজ্ঞত সেৱিত—এইদৰে সায়ণাচাৰ্যই পাঞ্চযজ্ঞ আৰু পাঞ্চজন্য শব্দৰ (একে অৰ্থত ব্যৱহৃত) নানান অৰ্থ দেখুৱাইছে।

সেইদৰে তুমি দেৱতাসকলৰ প্ৰতি আমাৰ সুমতি জন্মোৱাঁ। সেই অগ্নিয়ে আমাক সকলো পাপৰ পৰা মুক্ত কৰক, (এই বাক্য শেষৰ মন্ত্ৰলৈকে যোগ কৰি যাব।।২।। প্ৰহৰে প্ৰহৰে ফল প্ৰদান কৰিবৰ অৰ্থে হোমৰ আধাৰ ৰূপে নিযুক্ত, হৱি, বহনকাৰী, সকলো কৰ্মতে সেৱাৰ যোগ্য অগ্নিক মই স্তুতি কৰিছোঁ। সেই অগ্নি-ৰাক্ষসনিহন্তা, যজ্ঞৰ বৃদ্ধিকাৰক আৰু ঘৃতৰ দ্বাৰা আহুত। সেই অগ্নিয়ে ইত্যাদি (পূৰ্ববৎ)।।৩।। সুন্দৰ জন্ম লাভ কৰা, জাত প্ৰাণীসমূহৰ জ্ঞাতা, সমস্ত নৰৰ হিতকাৰী, ব্যাপনশীল আৰু হৱনীয় দ্ৰব্য বহনকাৰী অগ্নিক আমি আহ্বান কৰিছোঁ। সেই অগ্নিয়ে ইত্যাদি (পূৰ্ববৎ)।।৪।। যি অগ্নিৰ লগত সম্পৰ্ক স্থাপন কৰি (অতীন্দ্ৰিয় বিষয়ৰ দ্ৰষ্টা) ঋষিসকলে নিজৰ বল উদ্দীপ্ত কৰিছিল, যি অগ্নিৰ সহায়ত দেৱতাসকলে অসুৰৰ মায়া ভেদ কৰিছিল, যি অগ্নিৰ দ্বাৰা ইন্দ্ৰই পণি নামৰ অসুৰক জয় কৰিছিল, সেই অগ্নিয়ে ইত্যাদি (পূৰ্ববৎ)।।৫।। যি অগ্নিৰ সহায়ত দেৱতাসকলে অমৃত লাভ কৰিছিল, যাৰ দ্বাৰা বৃক্ষ আদি ওষধিসমূহ মধুৰ ৰসযুক্ত হৈছিল, যি অগ্নিৰ সহায়ত দেৱতাসকলে স্বৰ্গ লাভ কৰিছিল, সেই অগ্নিয়ে ইত্যাদি (পূৰ্ববৎ)।।৬।। যি অগ্নিৰ শাসনত থাকি গ্ৰহ-নক্ষত্ৰসমূহে প্ৰকাশ পাই আছে, যিসকল জাত হৈছে আৰু ভৱিষ্যতে জাত হ'ব সেই সকলোৱেই যাৰ শাসনাধীন, সেই অগ্নিক মই স্তুতি কৰিছোঁ। সেই অগ্নিয়ে ইত্যাদি (পূৰ্ববৎ)।।৭।।

## চতুৰ্বিংশ সূক্ত (২৪)

(ঋষি-মৃগাৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—শক্বৰী, ত্ৰিষ্টুপ্।)

(পৰম ঐশ্বৰ্যশালী) ইন্দ্ৰৰ মহিমা আমি জানো। বাৰে বাৰে এই ইন্দ্ৰৰ মহিমা উপলব্ধি কৰিছোঁ। বৃত্ৰহন্তা ইন্দ্ৰক কৰিবলগীয়া স্তুতিসমূহে আমাক লাগ দিছে। ইন্দ্ৰই হৱিপ্ৰদানকাৰী সৎকৰ্মকাৰী যজমানৰ আহ্বান লাভ কৰিছে। তেওঁ আমাক পাপমুক্ত কৰক।।১।। উগ্ৰবাহু ইন্দ্ৰই শত্ৰুসেনাক ছেদেলি-ভেদেলি কৰি দিয়ে। এওঁ দানৱবিলাকৰ বল ব্যৰ্থ কৰি দিছিল। ইন্দ্ৰই স্যন্দনশীল জলসমূহ জয় কৰিছিল, (অপহৃত) গাইসমূহ জয় কৰি আনিছিল। সেই ইন্দ্ৰই আমাক পাপৰপৰা মুক্ত কৰক।।২।। যি ইন্দ্ৰ মানুহৰ অভিলাষ পূৰণকাৰী, কামবৰ্ষক আৰু স্বৰ্গপ্ৰাপ্তিকাৰক ; সোমৰস উলিওৱা শিলাখণ্ডই যাৰ পুৰুষত্ব ধ্বনিত কৰে, সাতজন হোতাৰদ্বাৰা যাৰ সোমযাগ হৰ্ষদায়ক হয়, সেই ইন্দ্ৰই আমাক পাপৰপৰা মুক্ত কৰক।।৩।। যি ইন্দ্ৰৰ (যাগৰ নিমিত্তে প্ৰদান কৰা হয়) বন্ধ্যা গাই, বলধ আৰু ষাঁড়-গৰু ; যিজন স্বৰ্গপ্ৰাপক ইন্দ্ৰৰ উদ্দেশ্যে যূপকাষ্ঠসমূহ স্থাপন কৰা হয়, যাৰ উদ্দেশ্যে মন্ত্ৰৰদ্বাৰা সংস্কাৰপ্ৰাপ্ত হৈ পৱিত্ৰ ধাৰাৰে সোমৰস বৈ আছে, সেই ইন্দ্ৰই আমাক পাপৰপৰামুক্ত কৰক।।৪।। সোমযাগকাৰীয়ে যাৰ

প্ৰীতিভাৱ কামনা কৰে, অপহৃত গাইবিলাক বিচাৰোঁতে যি অস্ত্ৰসমৃদ্ধ ইন্দ্ৰক আহ্বান কৰা হয়, যি ইন্দ্ৰত স্তুতি আদিয়ে আশ্ৰয় গ্ৰহণ কৰে, যি ইন্দ্ৰত ওজস্বিতা বিদ্যমান, সেই ইন্দ্ৰই আমাক পাপমুক্ত কৰক।।৫।। (জ্যোতিষ্টোম আদি) কৰ্ম অনুষ্ঠানৰ অৰ্থে যি ইন্দ্ৰ প্ৰথম জাত হৈছিল, যি অগ্ৰগণ্য ইন্দ্ৰৰ বীৰকাৰ্যসমূহ পৰম্পৰে অবিচ্ছিন্ন ৰূপত বিস্তৃত, যাৰ উদ্যত বজ্ৰই বৃত্ৰাসুৰক নিহত কৰিছিল, সেই ইন্দ্ৰই আমাক পাপমুক্ত কৰক।।৬।। যি ইন্দ্ৰই স্বতন্ত্ৰভাৱে যুদ্ধত সৈন্যদল দক্ষতাৰে সৈতে পৰিচালনা কৰে, যি ইন্দ্ৰই সমৃদ্ধ স্ত্ৰী-পুৰুষদ্বয়ক মিলিত কৰে, সেই ইন্দ্ৰক স্বামীৰূপে পাবলৈ মই স্তুতি কৰিছোঁ, আহ্বান কৰিছোঁ, সেই ইন্দ্ৰই আমাক পাপৰূপৰা মুক্ত কৰক।।৭।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—মৃগাৰ। দেৱতা—বায়ু-সৱিতা। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, বৃহতী।)

আমি বায়ুৰ আৰু সূৰ্যৰ কাৰ্যসমূহ জানো। (হে বায়ু, হে সূৰ্য,) তোমালোকে সকলো প্ৰাণীতে প্ৰৱেশ কৰি পালন কৰি আছা। তোমালোকে সমস্ত জগৎ পৰিগ্ৰহণ কৰি আছা। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।১।। যি দুজন দেৱতাৰ পাৰ্থিৱ মহত্ত্ব জনগণে গণনা কৰি থাকে, যি দুজনে অন্তৰিক্ষত জলকণা ধাৰণ কৰি থাকে, যি দুজনৰ শ্ৰেষ্ঠ গমন-পদ্ধতি অন্য কোনো দেৱতাই লাভ কৰিব নোৱাৰে, সেই দুজন দেৱতাই আমাক পাপমুক্ত কৰক।।২।। (হে সূৰ্য, তোমাৰ সেৱাৰ উদ্দেশ্যে) জনগণ সুমতিত নিবিষ্ট হৈ থাকে ; হে চিত্ৰভানু, তুমি উদিত হ'লে সকলো নিজ কাৰ্যত প্ৰবৃত্ত হয়। হে বায়ু, হে সূৰ্য, তোমালোক সকলোৰে ৰক্ষাকৰ্তা। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৩।। হে বায়ু, হে সৱিতা, তোমালোকে আমাৰ পাপ দূৰ কৰাঁ ; ৰাক্ষস আৰু সন্দীপ্ত কৃত্যা আঁতৰ কৰাঁ। তোমালোকে আমাক (অন্নৰসজনিত পুষ্টিৰ দ্বাৰা) সমৃদ্ধ কৰাঁ, বলৱান কৰাঁ। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৪।। সৱিতা আৰু বায়ুৱে মোৰ কাৰণে ধন-সমৃদ্ধি প্ৰেৰণ কৰক ; আমাৰ শৰীৰত সুখকৰ বল প্ৰদান কৰক ; (হে বায়ু-সৱিতা) এই যজমানত ৰোগৰহিত তেজ ধাৰণ কৰাঁ। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৫।। হে সৱিতা আৰু বায়ু, তোমালোকে ৰক্ষাৰ নিমিত্তে আমাক সুমতি দিয়াঁ ; তোমালোক দীপ্তিমান, মাদকতাপূৰ্ণ সোমপান কৰি আনন্দিত হোৱাঁ আৰু আমালৈ মনোৰম শ্ৰেষ্ঠ ধন প্ৰেৰণ কৰাঁ। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৬।। বায়ু আৰু সৱিতাৰ ওচৰত আমাৰ শ্ৰেষ্ঠ প্ৰাৰ্থনাসমূহ উপনীত হৈছেগৈ। বায়ু আৰু সৱিতাক স্তুতি কৰিছোঁ ; তেওঁলোকে আমাক পাপমুক্ত কৰক।।৭।।

# ষষ্ঠ অনুৰাক

## ষড়্ৰিংশ সূক্ত (২৬)

(ঋষি—মৃগাৰ। দেৱতা—দ্যাৱাপৃথিৱী। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে সুন্দৰ ভোগসম্পন্ন আৰু সমান চিত্তযুক্ত দ্যৌ-পৃথিৱী, মই তোমালোকৰ মহিমা জানো। তোমালোক অপৰিমিত যোজন বিস্তীৰ্ণ হৈ আছা। দেৱ-মনুষ্যৰ নিৱাসৰ কাৰণস্বৰূপ (অথবা প্ৰকৃষ্ট ধন-সম্পদৰ অধিষ্ঠানৰূপ) তোমালোকে আমাক পাপমুক্ত কৰাঁ।।১।। সমস্ত লোকৰ নিবাস স্বৰূপ, দ্যাৱাপৃথিৱী সূতাৰ দৰে সমস্ত জগতেতে অনুপ্ৰৱিষ্ট (প্ৰৱিদ্ধ) হৈ আছে ; দানাদি গুণযুক্ত, সুন্দৰ ধনসম্পন্ন, বহুব্যাপক হে দ্যাৱাপৃথিৱী, তোমালোক আমাৰ প্ৰতি সুখকৰ হোৱাঁ। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।২।। সন্তাপহৰণকাৰী শোভনপস্যাযুক্ত গম্ভীৰ, বিস্তীৰ্ণ, ক্ৰান্তদৰ্শী ঋষিসকলৰ নমস্য হে দ্যাৱাপৃথিৱী, তোমালোক আমাৰ কাৰণে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৩।। হে দ্যাৱাপৃথিৱী, তোমালোকে (সমস্ত প্ৰাণীতে) অমৃত ধাৰণ কৰিছা, হৱনীয় দ্ৰব্য তথা নদীসমূহ আৰু মনুষ্যগণকো ধাৰণ কৰি আছা ; তোমালোক ইত্যাদি (পূৰ্ৱৱৎ)।।৪।। হে দ্যাৱাপৃথিৱী, তোমালোকে গাইসমূহক, বনস্পতিসমূহক পোষণ কৰি আছা ; সমস্ত প্ৰাণীয়ে তোমালোকৰ মাজতে অৱস্থান কৰি আছে। তোমালোক ইত্যাদি (পূৰ্ৱৱৎ)।।৫।। হে দ্যাৱাপৃথিৱী, তোমালোকে অন্নৰদ্বাৰা সমস্ত জগৎ পোষণ কৰিছা আৰু প্ৰাণীসমূহক জলৰদ্বাৰা তৃপ্ত কৰিছা; অন্ন-জলৰ অবিহনে একো কৰিব নোৱাৰি। তোমালোকে ইত্যাদি (পূৰ্ৱৱৎ)।।৬।। যি (পাপে) আমাক সকলো ফালৰপৰা দগ্ধ কৰিছে, যিবিলাকৰদ্বাৰা অন্য পাপ সংঘটিত হৈছে, মনুষ্যকৃত পাপৰ দৰে দৈৱিক যি পাপে আমাক দগ্ধ কৰিছে, সেই সকলো পাপৰপৰা ৰক্ষা পাবৰ কাৰণে আমি দ্যাৱাপৃথিৱীক স্তুতি কৰিছোঁ, প্ৰভুৰূপে লাভ কৰিবলৈ প্ৰাৰ্থনা কৰিছোঁ। তেওঁলোকে আমাক পাপৰপৰা মুক্ত কৰক।।৭।।

## সপ্তৱিংশ সূক্ত (২৭)

(ঋষি—মৃগাৰ। দেৱতা—মৰুদ্গণ। ছন্দ—ত্ৰিষ্টুপ্।)

মই মৰুৎগণৰ মহিমা জানো। তেওঁলোকে মোক নিজৰ বুলি স্বীকাৰ কৰক। তেওঁলোকে অন্নলাভৰ কাৰণে এই অন্ন আমালৈ ৰক্ষা কৰক। (অথবা তেওঁলোকে যুদ্ধক্ষেত্ৰত আমাৰ বল ৰক্ষা কৰক)। সুশিক্ষিত অশ্বৰ নিচিনাকৈ (সেৱনীয়) মৰুৎগণক মই ৰক্ষাৰ উদ্দেশ্যে আহ্বান কৰিছোঁ। তেওঁলোকে আমাক পাপৰপৰা মুক্ত

কৰক।।১।। যি মৰুৎগণে সদায় ক্ষয়ৰহিত (পানীৰ) উৎস মেঘক অন্তৰিক্ষত বিস্তাৰিত কৰে, গছ-লতিকাত ৰস সিঞ্চিত কৰে, মধ্যমা বাক্ যাৰ মাতৃ, সেই মৰুৎগণক মই সমুখত ধাৰণ কৰিছোঁ। তেওঁলোকে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। হে মৰুৎগণ, তোমালোক ক্ৰান্তদৰ্শী (কৱি)। তোমালোকে গাইসমূহত দুগ্ধ, ওষধিসমূহত ৰস, আৰু অশ্বসমূহত বেগ ব্যাপ্ত কৰিছা। সমস্ত কাৰ্যত সমৰ্থ মৰুৎগণ আমাৰ কাৰণে সুখকৰ হওক। তেওঁলোকে ইত্যাদি (পূৰ্ববৎ)।।৩।। যি মৰুৎগণে (মেঘৰ যোগেদি) সমুদ্ৰৰ পৰা অন্তৰিক্ষলৈ পানী বহন কৰে, তাৰপিছত আকাশৰপৰা পৃথিৱীলৈ পেলাই দিয়ে। এইদৰে জলসমূহৰ নিয়ন্তা হৈ যি মৰুৎগণে বিচৰণ কৰে, তেওঁলোকে ইত্যাদি (পূৰ্ববৎ)।।৪।। যি মৰুৎগণে অন্ন আৰু জলৰদ্বাৰা (প্ৰাণীগণক) তৃপ্ত কৰে, যি মৰুৎগণে পক্ষীগণক (অথবা বয়স) মেদযুক্ত কৰে, জলৰ নিয়ন্তা হৈ যি মৰুৎগণে বৰ্ষণ তৰে, তেওঁলোকে ইত্যাদি (পূৰ্ববৎ)।।৫।। হে মৰুৎগণ, মৰুৎসম্পৰ্কীয় অপৰাধৰ কাৰণে যদি এই দুৰৱস্থা ঘটিছে, হে দেৱগণ, দৈৱ অপৰাধৰ ফলত যদি ই সংঘটিত হৈছে, সেই দুৰৱস্থা দূৰ কৰিবৰ কাৰণে, হে নিবাসহেতু মৰুৎগণ, তোমালোক তাৰ নিৰাকৰণৰ গৰাকী। তোমালোকে আমাক সকলো পাপৰপৰা মুক্ত কৰাঁ।।৬।। তীক্ষ্ণ সপ্তগণৰূপে প্ৰসিদ্ধ, পৰপৰাভৱকাৰী মৰুৎগণৰ বল যুদ্ধত দুঃসহ হৈ উঠে। সেই মৰুৎগণক প্ৰভুৰূপে পাবৰ কাৰণে আমি স্তুতি কৰিছোঁ, আহ্বান কৰিছোঁ, তেওঁলোকে আমাক পাপৰপৰা মুক্ত কৰক।।৭।।

## অষ্টাৱিংশ সূক্ত (২৮)

(ঋষি—ভৃগাৰ। দেৱতা-ভৱ আৰু শৰ্ব। ছন্দ-ত্ৰিষ্টুপ্।)

হে ভৱ (জগতৰ উৎপত্তিকাৰক) আৰু শৰ্ব (জগতৰ বিনাশক) দেৱতাদ্বয়, মই তোমালোকৰ মহিমা জানো। যি দুজনৰ প্ৰশাসনত এই সমস্ত জগত চালিত হৈছে, দ্বিপাদ মনুষ্য আদি আৰু চতুষ্পাদ গৰু-ঘোঁৰা আদিৰ স্বামী সেই ভৱ আৰু শৰ্বদেৱে আমাক পাপমুক্ত কৰক।।১।। যি ভৱ আৰু শৰ্বদেৱতাই ওচৰত আৰু দূৰত থকা সকলোকে শাসন কৰিছে, যি দুজন ধনুৰ্ধৰসকলৰ ভিতৰত শ্ৰেষ্ঠ বাণনিক্ষেপক ৰূপে বিদিত, দ্বিপাদ মনুষ্য ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। সহস্ৰাক্ষ, বৃত্ৰহন্তা, গৰু ঘোঁৰা বাটৰপৰা দূৰত থকা, প্ৰশস্ত ৰথযুক্ত উগ্ৰ ভৱ আৰু শৰ্বদেৱতাক মই স্তুতিৰদ্বাৰা আহ্বান কৰিছোঁ। দ্বিপদ মনুষ্য ইত্যাদি (বাক্য পূৰ্ববৎ)।।৩।। (হে ভৱ আৰু শৰ্বদেৱ) তোমালোকে সৃষ্টিৰ আদিতে বহু প্ৰাণীৰ সহ-ভাব উৎপন্ন কৰিছা ; তাৰ ভিতৰত

পাপ অনুযায়ী অতি দীপ্ত শত্ৰুবিলাকক সৃষ্টি কৰিছা। দ্বিপদ মনুষ্য ইত্যাদি (পূৰ্ববৎ)।।৪।। যাৰ মাৰাত্মক অস্ত্ৰসমূহৰ পৰা দেৱতা, মনুষ্য কোনো সাৰি যাব নোৱাৰে, সেই ভব আৰু শৰ্বদেৱ দ্বিপাদ ইত্যাদি (পূৰ্ববৎ)।।৫।। যি শত্ৰুৱে কৃত্যাৰ দ্বাৰা অনিষ্ট সাধন কৰে আৰু (অপত্যৰূপ বংশৰ) মূল ছেদন কৰে, এই দুয়োবিধ যাতনাদায়ক শত্ৰুলৈকে হে উগ্ৰ দেৱতাদ্বয়, তোমালোকে বজ্ৰ নিক্ষেপ কৰাঁ। দ্বিপদ মনুষ্য ইত্যাদি (পূৰ্ববৎ)।।৬।। হে উগ্ৰ দেৱতাদ্বয়, তোমালোকে (আমাৰ কল্যাণৰ বিষয়ত) অধিক কথা কোৱাঁ ; যুদ্ধত আমাৰ শত্ৰুৰ লগত বজ্ৰ সংযুক্ত কৰাঁ আৰু ৰন্ধ্ৰ বিচাৰি ফুৰা ৰাক্ষসবিলাকক বজ্ৰেৰে নিহত কৰাঁ। মই প্ৰভুৰূপে পাবৰ কাৰণে ভব আৰু শৰ্বদেৱক স্তুতি কৰিছোঁ, আহ্বান কৰিছোঁ। তেওঁলোক দুজনে আমাক পাপৰ পৰা মুক্ত কৰক।।৭।।

## ঊনত্ৰিংশ সূক্ত (২৯)

(ঋষি—মৃগাৰ। দেৱতা—মিত্ৰ-বৰুণ। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

হে মিত্ৰ আৰু বৰুণদেৱতা, তোমালোক যজ্ঞৰ (অথবা সত্যৰ, অথবা জলৰ) বৰ্ধনকাৰী, সমান চিত্তসম্পন্ন। মই তোমালোকৰ মহিমা জানো। তোমালোকে দ্ৰোহ আচৰণকাৰীবিলাকক স্থানচ্যুত কৰা সত্যব্ৰতসকলক সংগ্ৰামত ৰক্ষা কৰা। তোমালোকে দুজনে আমাক পাপমুক্ত কৰাঁ।।১।। হে সমান চিত্তৰ দেৱতাদ্বয়, তোমালোকে দ্ৰোহীসকলক স্থানচ্যুত কৰা আৰু সত্যব্ৰতসকলক যুদ্ধত ৰক্ষা কৰাঁ। মানুহৰ সমস্ত কৰ্মৰ দ্ৰষ্টা যি দুজন দেৱতাই পীত বৰণৰ ৰথত উঠি অভিষুত সোমৰফালে গমন কৰা, সেই তোমালোকে আমাক সকলো পাপৰপৰা মুক্ত কৰাঁ।।২।। হে মিত্ৰ—বৰুণ, তোমালোক দুজনে অঙ্গিৰা ঋষিক ৰক্ষা কৰিছিলা ; সেইদৰে অগস্ত্য, জমদগ্নি, অত্ৰি, কশ্যপ আৰু বশিষ্ঠ ঋষিকো ৰক্ষা কৰিছিলা। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৩।। হে মিত্ৰ-বৰুণ, তোমালোকে শ্যাবাশ্ব, বধ্ৰ্যশ্ব, পুৰমীঢ়, বিমদ আৰু সপ্তবধ্ৰি ঋষিক ৰক্ষা কৰিছিলা। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৪।। হে মিত্ৰ বৰুণ, তোমালোক দুজনে ভৰদ্বাজ, গবিষ্ঠিৰ, বিশ্বামিত্ৰ, কুৎস, কক্ষীৱান আৰু কণ্ব ঋষিক ৰক্ষা কৰিছিলা। তোমালোকে আমাক পাপমুক্ত, কৰাঁ।।৫।। হে মিত্ৰ-বৰুণ, তোমালোকে মেধাতিথি, ত্ৰিশোক, কবিপুত্ৰ উশনা, গোতম আৰু মুদ্‌গল ঋষিক ৰক্ষা কৰিছিলা। তোমালোকে আমাক পাপমুক্ত কৰাঁ।।৬।। যি মিত্ৰ-বৰুণৰ ৰথ সত্যৰ পথত চলে, যাৰ ৰশ্মিবিলাক সবল, সেই ৰথ মিছলীয়াবিলাকক বাধা দি আগ বাঢ়ি যায় ; সেই মিত্ৰ-বৰুণক প্ৰভুৰূপে পাবৰ কাৰণে মই স্তুতিৰদ্বাৰা আহ্বান কৰিছোঁ। তোমালোক দুজনে আমাক পাপৰপৰা মুক্ত কৰাঁ।।৭।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি—অথৰ্বা। দেৱতা—বাক্। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

[বাক্‌সূক্ত বা দেৱীসূক্ত নামেৰে প্ৰসিদ্ধ এই সূক্তটি ঋগ্বেদতো— ১০/১২৫ আছে। ব্ৰহ্মবাদিনী বাক্ অম্ভৃণ ঋষিৰ কন্যা ; তেওঁ পৰম ব্ৰহ্মৰ সৈতে একত্ব উপলব্ধি হোৱাত নিজৰ উদ্দেশ্যেই এই স্তুতি কৰিছে।]

মই ৰুদ্ৰগণ, বসুগণ, আদিত্যগণ আৰু বিশ্বদেৱগণৰ সৈতে একাত্মভাৱে বিচৰণ কৰোঁ। মই মিত্ৰ-বৰুণ উভয়কে ধাৰণ কৰোঁ। মই ইন্দ্ৰ আৰু অগ্নিক তথা অশ্বিনীকুমাৰ দুজনক ধাৰণ কৰোঁ।।১।। মই সমস্ত বিশ্বৰ অধীশ্বৰী, মই (উপাসকসকলৰ) ধনদাত্ৰী। মই পৰম ব্ৰহ্মাক সাক্ষাৎ কৰিছোঁ ; গতিকে মই যজ্ঞৰ যোগ্য দেৱতাসকলৰ ভিতৰত মুখ্যতম। এইদৰে বহুভাৱে প্ৰপঞ্চাত্মক ৰূপত স্থিত মোক দেৱগণে বহু স্থানত প্ৰতিষ্ঠিত কৰিছে।।২।। মই নিজেই এই দেৱতা আৰু মনুষ্যগণৰদ্বাৰা সেৱিত (অথবা দেৱ-মনুষ্যৰ প্ৰিয়) ব্ৰহ্মাত্মক জ্ঞান উপদেশ দিছোঁ। মই যাকে ইচ্ছা কৰোঁ তেওঁকেই উগ্ৰ (দুৰ্ধৰ্ষ) কৰোঁ, তেওঁকে সৃষ্টিকৰ্তা ব্ৰহ্মা কৰোঁ, তেওঁকে অতীন্দ্ৰিয় দ্ৰষ্টা ঋষি কৰোঁ, তেওঁকে সুমেধাসম্পন্ন কৰোঁ।।৩।। ভোজনকৰ্তাই মোৰ শক্তিৰেহে ভোজন কৰে। যিজনে বিবিধ জগৎ সাক্ষাৎ কৰে, যি উশাহ লয়, যিজনে কোৱা কথা শুনে, তেওঁলোক সকলোৱে সেই কাৰ্যসমূহ মোৰ দ্বাৰায়ে সম্পাদন কৰে। যিসকলে (এইদৰে অন্তৰ্যামী ৰূপে থকা) মোক নাজানে, তেওঁলোক ক্ষয়প্ৰাপ্ত হয়। হে জ্ঞানী মিত্ৰ, মোৰ কথা শুনা, মই শুনিব লগা কথা কৈছোঁ।।৪।। ব্ৰাহ্মণসকলক বিদ্বেষ কৰা অসুৰবিলাক বধ কৰিবলৈ মই ৰুদ্ৰৰ ধনুত গুণ টানিছিলোঁ। মই স্তোতাসকলৰ কাৰণে সংগ্ৰাম কৰোঁ। মই দ্যুলোক-ভূলোকত প্ৰবিষ্ট হৈ আছোঁ।।৫।। মই যজ্ঞত ৰস উলিয়াবলগীয়া সোমক (অথবা শত্ৰুনিহন্তা সোমদেৱতাক) ধাৰণ কৰোঁ। মই ত্বষ্টা, পূষা আৰু ভগ দেৱতাক ধাৰণ কৰোঁ। মই সুন্দৰ আহুতিৰদ্বাৰা দেৱগণক তৰ্পণ কৰা আৰু সোমৰ ৰস নিষ্কাসন কৰা যজমানক ধন দান কৰোঁ।।৬।। এই দৃশ্যমান প্ৰপঞ্চৰ উৰ্ধ্বভাগত মই তাৰ পিতৃক জন্ম দিলোঁ ; সমুদ্ৰত পানীৰ মাজত মোৰ জন্মৰ কাৰণ নিহিত হৈ আছে। তাৰপৰাই মই সমস্ত ভূত-জাতৰ মাজত ব্যাপ্ত হৈ পৰিছোঁ আৰু সৌ দ্যুলোক মোৰ দেহেৰে স্পৰ্শ কৰিছোঁ।।৭।। মই বায়ুৰ দৰে স্বতঃপ্ৰণোদিত হৈ প্ৰবাহিত হৈছোঁ। আকাশ, পৃথিৱী তথা সমস্ত বিকাৰ জাতৰ ওপৰত (চৈতন্যৰূপে) অধিষ্ঠিতা মই মহিমাৰে সৈতে সমস্ত জগদাত্মকৰূপে অৱস্থান কৰিছোঁ।।৮।।

# সপ্তম অনুবাক

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—ব্ৰহ্মাস্কন্দ। দেৱতা—মন্যু। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

হে (ক্ৰোধৰ দেৱতা) মন্যু, তোমাৰদ্বাৰা ৰথযুক্ত শত্ৰুক পীড়িত কৰি, আনন্দিত হৈ ক্ৰুদ্ধভাৱেৰে, অস্ত্ৰবোৰ তীক্ষ্ণ কৰি আমাৰ মানুহবিলাকে অগ্নিৰ দৰে দুৰ্ধৰ্ষ হৈ (শত্ৰুৰ) অভিমুখে গমন কৰক।।১।। হে মন্যু, তুমি অগ্নিৰ দৰে তেজস্বী হৈ আমাৰ শত্ৰুবিলাকক পৰাভূত কৰাঁ। হে সহনশীল, তুমি আহূত হৈ যুদ্ধত আমাৰ সেনানায়ক হোৱাঁ। তুমি আমাৰ শত্ৰুবোৰক বধ কৰি আমাক ধন ভাগ কৰি দিয়াঁ। পুনৰ বল লাভ কৰি যুদ্ধ কৰা শত্ৰুবিলাকক তুমি বিনষ্ট কৰাঁ।।২।। হে মন্যু, তুমি এওঁৰ (এই ৰজাৰ) শত্ৰুক বিনাশ কৰাঁ ; (শত্ৰুৰ হাতী-ঘোঁৰা আদি) বধ কৰি, নাশ কৰি, ছিন্ন-ভিন্ন কৰি তুমি আগ বাঢ়া। তোমাৰ তীক্ষ্ণ বল কোনেও ৰোধ কৰিব নোৱাৰে। হে অকলশৰে জন্মা (একজ) মন্যু, সকলোৰে বশকাৰী তুমি সমস্ত লোককে তোমাৰ অধীন কৰিছা।।৩।। হে মন্যু, আমাৰ দ্বাৰা স্তুত হৈ তুমি অকলেই বহু শত্ৰুক নিৰস্ত কৰিব পাৰা। আমাৰ প্ৰতিজন মানুহকে তুমি যুদ্ধৰ উদ্দেশ্যে তীক্ষ্ণ কৰাঁ। হে অবিচ্ছিন্ন দীপ্তিসম্পন্ন দেৱতা, তোমাৰ সহায়ত আমি দীপ্ত জয়ধ্বনি উচ্চাৰণ কৰিম।।৪।। হে মন্যু, তুমি জয়শীল ইন্দ্ৰৰ দৰে জয়লাভৰ প্ৰাচীন কৌশলসমূহৰ বক্তা হৈ ইয়াত (যুদ্ধত) আমাৰ অধিপতি হোৱাঁ। হে সহনশীল, আমি তোমাৰ প্ৰিয় নামটো কীৰ্তন কৰিছোঁ। তুমি য'ৰপৰা উৎপন্ন হৈছা, সেই উৎসৰ কথা আমি জানো।।৫।। হে মন্যু, পৰাভিভৱৰ সৈতে একেলগে তোমাৰ জন্ম, বজ্ৰৰ দৰে অমোঘ তুমি প্ৰচণ্ড বল ধাৰণ কৰিছা। আত্মাৰ সৈতে একেলগে উদ্ভূত,বহুজনৰদ্বাৰা আহূত হে মন্যুদেৱ, যাগাদি কৰ্মৰ সৈতে বহুধন প্ৰাপ্তি ঘটোৱা যুদ্ধৰ বিষয়ত তুমি আমাৰ প্ৰতি স্নেহপূৰ্ণ হোৱাঁ।।৬।। বৰুণ আৰু মন্যু, দুয়োজন দেৱতাই তেওঁলোকৰ ধন একেলগে গোটাই আমাক দিয়কহি। আমাৰ শত্ৰুবিলাকে মনত ভয় পাই পৰাজিত হৈ আঁতৰি লুকাই থাককগৈ।।৭।।

## দ্বাত্ৰিংশ সূক্ত (৩২)

(ঋষি, দেৱতা পূৰ্ব্বৱৎ। ছন্দ—জগতী, ত্ৰিষ্টুপ।)

হে মন্যু, যি মানুহে তোমাৰ পৰিচৰ্যা কৰে, তেওঁলোকে শত্ৰুবিনাশক বল পোষণ কৰে। হে বজ্ৰসদৃশ শক্তিমান, শত্ৰুপৰাভৱকাৰী মন্যু, তোমাৰ সহায়ত আমি আমাৰ ক্ষয়কাৰক শত্ৰুক পৰাভূত কৰিম (অথবা দাস আৰু আৰ্যক পৰাভূত কৰিম)। তুমি বলৰ উপাদানেৰে গঠিত, তুমি পৰাভৱকাৰী।।১।। মন্যুৱেই ইন্দ্ৰ, মন্যুৱেই সকলো দেৱতা,

মন্যুৱেই (দেৱগণৰ) হোতা, জাতৱেদা বৰুণো মন্যুৱেই। (এই দেৱতাসকলৰ ৰূপত) মন্যুকেই মানুহে স্তুতি কৰে। হে মন্যু, তুমি তাপযুক্ত হৈ আমাক ৰক্ষা কৰা।।২।। হে মন্যু, তুমি আগতে প্ৰবৃদ্ধ হোৱাতকৈও অধিক প্ৰবৃদ্ধ হৈ আমাৰ ফালে আহাঁ। তুমি তাপৰদ্বাৰা শত্ৰুবিলাকক বিনাশ কৰা। তুমি শত্ৰু নিহন্তা, তুমি আৱৰণকাৰী (বৃত্ৰ) নিহন্তা, ক্ষয়কাৰী শত্ৰু নিহন্তা, তুমি (শত্ৰুক বিনাশ কৰি) আমাক সমস্ত ধন প্ৰদান কৰা।।৩।। হে মন্যু, তুমি পৰাভৱকাৰী বলসম্পন্ন, স্বয়ম্ভু, ক্ৰুদ্ধ শত্ৰুক সহ্য কৰোঁতা, সকলোৰে দ্ৰষ্টা (অথবা সকলো মানুহ যাৰ বশীভূত), সহনশীল, অত্যন্ত সহনশীল, তুমি যুদ্ধত আমাৰ শৰীৰত বল স্থাপন কৰা।।৪।। হে মন্যু, তুমি শ্ৰেষ্ঠ জ্ঞানসম্পন্ন, মহান, তোমাৰ কৰ্মৰ লগত আমি এৰাব নোৱৰাকৈ যুক্ত হৈ আছোঁ। তোমাৰ সন্তোষপ্ৰদ কাম নকৰি আমি তোমাৰ ক্ৰোধ জন্মাইছোঁ। এতিয়া তুমি আমাৰ শৰীৰৰ বলদাতা হৈ আহাঁ।।৫।। হে মন্যু, মই তোমাৰ (ভৃত্য), তুমি আমাৰ ওচৰলৈ আহাঁ। আমাৰ লগত মিলিত হৈ তুমি শত্ৰুৰ পিনে গৈ, হে সহনশীল, সমস্ত ফলদাতা, বজ্ৰযুক্ত মন্যু, আমাৰ পিনে ঘূৰি আহাঁ।।৬।। তুমি আমাৰ সমুখলৈ আহাঁ, আমাৰ সোঁ-ফালে থাকা। আমি বহু শত্ৰুক বিনাশ কৰিম। হে মন্যু, তোমাৰ উদ্দেশ্যে ৰাখি থোৱা মধুৰ স্বাদযুক্ত সোমৰ সাৰভূত ৰস আহুতি দিছোঁ। আমি দুয়োজনে আনৰ অলক্ষিতে সোমপান কৰিম।।৭।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)

হে অগ্নি, তোমাৰ কৃপাত আমাৰ পাপ আঁতৰ হওক। তুমি আমাক ধনেৰে সমৃদ্ধ কৰা। তোমাৰ কৃপাত আমাৰ পাপ আঁতৰ হওক (এই বাক্য সকলো মন্ত্ৰৰ অন্তত যোগ হ'ব)।।১।। সুন্দৰ ক্ষেত্ৰ, সুন্দৰ পথ আৰু ধন লাভ কৰিবৰ কাৰণে হে অগ্নি, আমি তোমাক যাগৰদ্বাৰা উপাসনা কৰিছোঁ। তোমাৰ কৃপাত ইত্যাদি (পূৰ্ব্ববৎ)।।২।। হে অগ্নি, স্তোতাসকলৰ ভিতৰত মই শ্ৰেষ্ঠ স্তোতা। আমাৰ অভিজ্ঞ পুত্ৰাদিও তোমাৰ স্তোতা। গতিকে তোমাৰ কৃপাত ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। হে অগ্নি, যিহেতুকে তোমাৰ স্তোতাগণ তোমাৰ অনুগ্ৰহত উৎপন্ন হৈছে, গতিকে তোমাৰ মহিমা জনা আমি স্তুতিৰদ্বাৰা সন্তান-সন্ততিৰ সৈতে সমৃদ্ধ হ'ম। তোমাৰ কৃপাত ইত্যাদি।।৪।। বলবান অগ্নিৰ দীপ্তিসমূহ সকলো দিশলৈ ব্যাপ্ত হৈছে। হে অগ্নি, তোমাৰ কৃপাত ইত্যাদি।।৫।। হে সৰ্বতোমুখ অগ্নি, তুমি সকলোফালে ব্যাপ্ত হৈ আছা। তোমাৰ কৃপাত ইত্যাদি।।৬।। হে সৰ্বতোমুখী অগ্নি, আমি যেন নাৱেৰে (সমুদ্ৰ) পাৰ হোৱাৰ দৰে (শত্ৰুক) অতিক্ৰম কৰিব পাৰোঁ। তোমাৰ কৃপাত ইত্যাদি।।৭।। হে অগ্নি, এই নিচিনা গুণসম্পন্ন তুমি নাৱেৰে পাৰ হোৱাৰ দৰে আমাক কল্যাণ লাভৰ অৰ্থে (পাপসাগৰ) পাৰ কৰি নিয়া। তোমাৰ কৃপাত আমাৰ সকলো পাপ নাশ হওক।।৮।।

## চতুস্ত্রিংশ সূক্ত (৩৪)

(ঋষি—অৰ্থৰ্বা। দেৱতা—ব্ৰহ্মৌদন। ছন্দ—ত্ৰিষ্টুপ্, জগতী, শক্কৰী।)

ব্ৰহ্মা (শব্দবাচ্য ৰথন্তৰ সাম) এই ওদনৰ মস্তক, বৃহৎ সাম ইয়াৰ পৃষ্ঠ, বামদেৱৰ দ্বাৰা দৃষ্ট সাম ইয়াৰ উদৰ, (গায়ত্ৰী আদি) ছন্দ ইয়াৰ দুখন ডেউকা। সত্য নামৰ সাম ইয়াৰ মুখ, বিস্তৃত অৱয়ৱৰ সৈতে এই 'সৱযজ্ঞ' অন্য তপস্যাতকৈ অধিক ৰূপে উৎপন্ন হৈছে।।১।। অস্থি (প্ৰভৃতি ষট্‌কোষযুক্ত শৰীৰ) নোহোৱা, বায়ুৰদ্বাৰা পৱিত্ৰ কৃত, নিৰ্মল আৰু শুচি সৱযজ্ঞৰ কৰ্তাসকলে উজ্জ্বল লোকলৈ গতি কৰে। অগ্নিয়ে তেওঁলোকৰ শিশ্ন ইন্দ্ৰিয় দগ্ধ নকৰে। স্বৰ্গত তেওঁলোকৰ ভোগৰ অৰ্থে বহু স্ত্ৰী আছে।।২।। বিস্তৃত ওদন ৰান্ধি যিসকল যজমানে ব্ৰাহ্মণক দিয়ে, তেওঁলোকক কেতিয়াও দৰিদ্ৰতাই স্পৰ্শ নকৰে। (সৱযজ্ঞকৰ্তাই দেহাৱসানৰ পাছত সুখেৰে) যমলোকত বাস কৰে আৰু দেৱতাসকলৰ ওচৰলৈ যায় ; সোমপায়ী গন্ধৰ্বসকলৰ লগত সোমপান কৰি আনন্দ লাভ কৰে।।৩।। যিসকলে সৱযজ্ঞৰ অন্ন পাক কৰি ব্ৰাহ্মণক দিয়ে, যমে তেওঁলোকৰ বীৰ্য হৰণ নকৰে ; তেওঁলোক ৰথৰ অধিকাৰী হৈ ৰথত উঠি ফুৰে আৰু পাখিযুক্ত হৈ আকাশত বিচৰণ কৰি ফুৰে।।৪।। এই সৱযজ্ঞ সমস্ত যজ্ঞৰ ভিতৰতে বহুফলপ্ৰদ যজ্ঞ। এইদৰে বিস্তাৰিতভাৱে ওদন (চাউল) সিজাই যজমানজনে স্বৰ্গলাভ কৰে। (এই জগতত) অণ্ডাকৃতিৰ কন্দৰপৰা উৎপন্ন হোৱা ভেট, কৈৰৱ, পদ্মকন্দ, উৎপলকন্দ, জন্তুৰ খুৰাৰ আকৃতিৰ জলকন্দ, মৃণাল প্ৰভৃতি সৰোবৰত স্থাপন কৰে, (তাৰ ফল স্বৰূপে স্বৰ্গত এনেকুৱা পুষ্পশোভিত সৰোবৰ লাভ কৰে)। (দধি, মধু, ঘৃত আদিৰে পৰিপূৰ্ণ) ৰসৰ ধাৰাসমূহে তোমাক স্বৰ্গত সিঞ্চিত কৰক; (কমলাদিৰে অথবা ঘৃতাদিৰে) পৰিপূৰ্ণ বহু বিধ পুষ্কৰিণীয়ে তোমাৰ সেৱা কৰক।।৫।। ঘৃতযুক্ত সৰোবৰ থকা, দাঁতিলৈকে মধুৰে চপ্‌চপীয়া হৈ থকা, সুৰাযুক্ত পানী, দুগ্ধ, দধি আৰু জলেৰে পৰিপূৰ্ণ ধাৰাসমূহে তোমাক স্বৰ্গত সিঞ্চিত কৰক। বহুবিধ পুষ্কৰিণীয়ে তোমাৰ সেৱা কৰক।।৬।। ক্ষীৰ, জল আৰু দধিৰে পূৰ্ণ চাৰিটি কলস মই চাৰি প্ৰকাৰে স্থাপন কৰিছোঁ। (দধি আদিৰে) পৰিপূৰ্ণ ধাৰা সমূহ.... সেৱা কৰক (আগৰ মন্ত্ৰৰ দৰে)।।৭।। এই সিদ্ধ ওদন ব্ৰাহ্মণসকলক দিছোঁ ; এই ওদন বিস্তাৰযুক্ত, স্বৰ্গাদি লোকপ্ৰাপক ; এই স্বধাযুক্ত ওদন মোৰ কাৰণে ক্ষয়প্ৰাপ্ত নহওক; নানাবিধ বাঞ্ছিত ফল দান কৰা গাইৰ দৰে এই ওদনে মোৰ কামনা পূৰণ কৰক।।৮।।

## পঞ্চত্ৰিংশ সূক্ত (৩৫)

(ঋষি—প্ৰজাপতি। দেৱতা—অতিমৃত্যু। ছন্দ—ত্ৰিষ্টুপ্।)

ঋতৰ পৰা (পৰম ব্ৰহ্মৰপৰা) সৰ্বপ্ৰথম উদ্ভূত প্ৰজাপতিয়ে তপস্যাৰদ্বাৰা যি

ওদন ব্ৰহ্মাৰ নিমিত্তে পাক কৰিছিল, যি ওদন (পৃথিবী আদি) লোকসমূহৰ ধাৰক, নাভিৰদৰে সকলো লোকৰ বন্ধনস্বৰূপ, সেই ওদন দান কৰি মই মৃত্যু অতিক্ৰম কৰিম।।১।। প্ৰাণীসমূহৰ কৰ্তা দেৱগণে যাৰদ্বাৰা মৃত্যু অতিক্ৰম কৰিছিল; যি ওদন তেওঁলোকে তপস্যা আৰু শ্ৰমৰদ্বাৰা লাভ কৰিছিল, (যাক হিৰণ্যগৰ্ভ-নামক) ব্ৰহ্মাই পৰমব্ৰহ্মাৰ উদ্দেশ্যে পাক কৰিছিল, সেই ওদন দান কৰি মই মৃত্যু তৰণ কৰিম।।২।। যি ওদনে সকলো প্ৰাণীৰে ভোগ্য পৃথিবীক ধাৰণ কৰি আছে, যি অন্তৰিক্ষক নিজ ৰসৰদ্বাৰা পূৰ্ণ কৰিছে, যি দ্যুলোকক নিজ মহিমাৰে ওপৰত স্তম্ভিত কৰি ৰাখিছে, সেই ওদন দান কৰি মই মৃত্যু তৰিম।।৩।। যি ব্ৰহ্মাৰূপ ওদনৰপৰা বাৰ মাহ আৰু ৰথচক্ৰৰ দণ্ডৰ নিচিনা ত্ৰিশ দিন উৎপন্ন হৈছে, যাৰপৰা দ্বাদশ দণ্ড সদৃশ সংবৎসৰৰ উদ্ভৱ হৈছে, দিন আৰু ৰাতি পৰিবৰ্তিত হৈ যি ওদন লাভ কৰিব নোৱাৰে, সেই ওদন দান কৰি মই মৃত্যু তৰিম।।৪।। যি ওদন মুমূৰ্ষুগণৰ প্ৰাণদায়ক, যি ওদনৰ উদ্দেশ্যে লোকসমূহ ঘৃতধাৰা হৈ নিগৰি বয়, যাৰ তেজেৰে দিশসমূহ জ্যোতিৰ্ময় হয়, সেই ওদন দান কৰি মই মৃত্যু তৰিম।।৫।। যি সিদ্ধ ওদনৰ পৰা অমৃত উৎপন্ন হৈছে, যি ওদন গায়ত্ৰী ছন্দৰ অধিদেৱতা, য'ত শাখাভেদে বেদসমূহ নিহিত হৈ আছে, সেই ওডনৰদ্বাৰা মই মৃত্যু অতিক্ৰম কৰিম।।৬।। মই দ্বেষকাৰী শত্ৰুক, দেৱনিন্দুকবিলাকক বিনাশ কৰিছোঁ। মোৰ যিবিলাক শত্ৰু আছে, সিবিলাক নষ্ট যাওক। (সেই উদ্দেশ্যে) মই সকলোৰে জয়কাৰী ব্ৰহ্মৌদন (ব্ৰাহ্মণৰ উদ্দেশ্যে দান দিয়া চাউল) পাক কৰিছোঁ। শ্ৰদ্ধাবান মোৰ এই কথাখিনি দেৱতাসকলে শুনক।।৭।।

# অষ্টম অনুবাক

## ষট্‌ত্ৰিংশ সূক্ত (৩৬)

(ঋষি—চাতন। দেৱতা—সত্যৌজা অগ্নি। ছন্দ—অনুষ্টুপ্।)

যি শত্ৰুৱে আমাৰ প্ৰতি অসৎ আচৰণ কৰে, যি আমাক হিংসা কৰিবলৈ চায় আৰু যি আমাৰ প্ৰতি শত্ৰুভাৱ পোষণ কৰে সেই শত্ৰুবিলাকক সত্য যাৰ বল, যি বিশ্বজনৰ হিত সাধন কৰে, সেই সেচনসমৰ্থ বৃষসদৃশ অগ্নিয়ে প্ৰচণ্ডভাৱে দগ্ধ কৰক।।১।। হিংসা কৰিব নোখোজা আমাক যি শত্ৰুৱে হিংসা কৰে আৰু (অন্যক) হিংসা কৰিব খোজা আমাক যি হিংসা কৰে, সেই দুয়োবিধ শত্ৰুকে মই অগ্নিৰ দুই দাঁতৰ মাজলৈ দলিয়াই দিছোঁ।।২।। যুদ্ধত মাংসভক্ষক যিবিলাক পিশাচে আমাক হিংসা কৰিবলৈ বিচাৰি ফুৰিছে, শত্ৰুপ্ৰেৰিত যিবিলাক পিশাচে অমাৱস্যা ৰাতিৰ আধাভাগ যাওঁতে অন্যক হিংসা কৰিবলৈ চাইছে, সেই পিশাচবিলাকক মই মন্ত্ৰৰ বলত

বশীভূত কৰিম।।৩।। (মাংস ভক্ষক) পিশাচবিলাকক মই বলৰদ্বাৰা পৰাভূত কৰিছো ; মই সিহঁতৰ সম্পদ কাঢ়ি লৈছোঁ ; আমাক অসভ্য আচৰণ কৰা শত্ৰুবিলাকক নাশ কৰিছোঁ। আমাৰ সংকল্প সুখ-সমৃদ্ধিপূৰ্ণ হওক।।৪।। কৌতুক ক্ৰীড়াত ৰত যিবিলাক পিশাচে অন্যক হিংস্ৰায়, যিবিলাকে সূৰ্যৰদ্বাৰা বেগৰ জোখ লয় (সূৰ্যৰ দৰে বেগত ব্যাপ্ত হৈ পৰে), যিবিলাকে নদী আৰু পৰ্বতৰ নিৰ্জন স্থানত বিচৰণ কৰি ফুৰে, সেইবিলাকৰ পৰা বাধাহীন হৈ মই গৰু আদি পশু লাভ কৰিম।।৫।। গোবধ কৰা বাঘ যেনেকৈ গৰু থকা মানুহৰ কাৰণে সন্তাপৰ কাৰণ হয়, (মন্ত্ৰদ্বাৰা) মই তেনেকৈ পিশাচৰ সন্তাপৰ কাৰণ হৈছোঁ। সিংহ দেখি কুকুৰ পলোৱাৰ দৰে পিশাচবিলাকেও আমাক দেখি অধোগতি যাওক।।৬।। মই পিশাচৰ লগত, গাঁৱলৈ যোৱা অথবা হাবিলৈ যোৱা চোৰৰ লগত কেতিয়াও লগ নহওঁ। যি গাঁৱত মই বাস কৰি থাকিম, তাৰপৰা পিশাচবিলাক আঁতৰি যাওক।।৭।। মোৰ এই প্ৰচণ্ড মন্ত্ৰৰ প্ৰভাৱ যি গাঁৱত প্ৰৱিষ্ট হৈছে, তাৰপৰা পিশাচবিলাক আঁতৰি যায়। সেই গাঁৱৰ মানুহে (পিশাচৰ) উপদ্ৰৱৰ কথা চিনিকে নাপায়।।৮।। হাতীৰ গাত পৰি ম'হে খং তোলোৱাৰ দৰে আমাৰ গাত লম্ভি পিশাচবিলাকে খং তোলায়। মই সিহঁতক আওমৰণে মৰিবলৈ ওলোৱা বুলি ভাবোঁ। মানুহ অহা যোৱা কৰা বাটত পৰি থকা সঞ্চৰণৰ কাৰণে অক্ষম ক্ষুদ্ৰ কীট (অল্পশয়ু) গচকত মৰাৰ দৰে সেই পিশাচবিলাকো মৰিব।।৯।। ৰছিৰে ঘোঁৰা বান্ধি ৰখাৰ দৰে নিৰ্ঋতি দেৱতাই তেওঁৰ পাশেৰে সেই শত্ৰুক বান্ধি ৰাখক। মোৰ ওপৰত ক্ৰোধ কৰা শত্ৰুক যেন নিৰ্ঋতি দেৱতাই পাশৰপৰা মুক্ত কৰি নিদিয়ে।।১০।।

## সপ্তত্ৰিংশ সূক্ত (৩৭)

(ঋষি—বাদৰায়ণি। দেৱতা—ওষধি। ছন্দ—অনুষ্টুপ্, প্ৰভৃতি।)

হে ওষধি, পূৰ্বে তোমাৰদ্বাৰা অথৰ্বা ঋষিসকলে ৰাক্ষসবিলাকক বিনাশ কৰিছিল। তোমাৰদ্বাৰা কশ্যপে, তোমাৰদ্বাৰা কণ্ব আৰু অগস্ত্যই ৰাক্ষস বধ কৰিছিল।।১।। হে ওষধি, তোমাৰ দ্বাৰা আমি (উপদ্ৰৱকাৰী) গন্ধৰ্ব আৰু অপ্সৰাবিলাকক নাশ কৰিম। (ছাগলীশিঙীয়া ফল ধৰা) হে অজশৃংগী নামৰ ওষধি, ৰাক্ষসবিলাকক খেদি পঠোৱা। তোমাৰ উগ্ৰ গোন্ধেৰে সিহঁতক নাশ কৰা।।২।। অপ্সৰাবিলাক সিহঁতৰ বাসস্থান নদী আদিলৈ গুচি যাওক। নৈ পাৰ হ'বলৈ মানুহ নাৱৰীয়াৰ ওচৰলৈ যোৱাৰ দৰে গুগ্গুল, পীলা, নলদী, ঔক্ষগন্ধী, প্ৰমন্দনী— এই (পাঁচবিধ হোমদ্ৰব্যৰ প্ৰয়োগত) ভয় খাই অপ্সৰাবিলাক পলাই যাওক।।৩।। য'ত আহত, বড়গছ, ডিমৰুগছ আৰু ম'ৰাচৰাই আছে, হে অপ্সৰাগণ, তোমালোক (নিজৰ বাসস্থান) সেই ঠাইলৈ গুচি যোৱা; তাত

লৰ-চৰ কৰিব নোৱৰাকৈ পৰি থাকাঁগৈ।।৪।। হে অপ্সৰাগণ, য'ত তোমালোক খেলিবৰ কাৰণে সেউজীয়া আৰু বগা ৰঙৰ দোলা ওলমি আছে, য'ত তোমালোকৰ নৃত্যৰ লগত তাল ৰাখি কৰ্কৰী নামৰ বাদ্য বাজি থাকে, তোমালোক তালৈ গুচি যোৱাঁ আৰু অলৰ-অচৰ হৈ থাকাঁ।।৫।। এই অতিশয় শক্তিশালী, অজশৃংগী নামৰ ওষধি আমাৰ উপদ্ৰৱকাৰীবিলাকৰ উচ্চাটন কৰাত নিপুণ। ই ৰাক্ষসাদিক বিনাশ কৰক।।৬।। ম'ৰা চৰাইৰ দৰে নৃত্য কৰা, অপ্সৰাপতি গন্ধৰ্ববিলাকৰ অণ্ডকোষ আৰু শিশ্ন মই চূৰ্ণ কৰি দিছোঁ।।৭।। ইন্দ্ৰৰ ভয়ংকৰ, শতধাৰাযুক্ত, লৌহনিৰ্মিত বহুত অস্ত্ৰ-শস্ত্ৰ আছে ; সেইবিলাকেৰে ইন্দ্ৰই শেলুবৈ খোৱা গন্ধৰ্ববিলাকক বিনাশ কৰক।।৮।। ইন্দ্ৰৰ ভয়ংকৰ, শতধাৰাযুক্ত, স্বৰ্ণনিৰ্মিত বহুত অস্ত্ৰ আছে; সেইবিলাকেৰে ইত্যাদি (পূৰ্বমন্ত্ৰৰ দৰে)।।৯।। শেলুবৈ খোৱা, শোক দিয়া গন্ধৰ্ববিলাকক, হে ওষধি, তুমি পানীত প্ৰকাশ কৰি দেখুৱাঁ। তুমি সকলো উপদ্ৰৱকাৰী পিশাচক বিনষ্ট কৰাঁ, পৰাভূত কৰাঁ।।১০।। (মায়াৱী) গন্ধৰ্ববিলাকৰ কোনোটো কুকুৰৰ নিচিনা হৈ, কোনোটো বান্দৰৰ নিচিনা হৈ, কোনোটোৱা সকলোতে চুলি (নোম) থকা শিশু এটাৰ নিচিনা দেখিবলৈ মৰম লগা হৈ তিৰোতাবিলাকৰ ওচৰ চাপে। সিবিলাকক আমি শক্তিশালী মন্ত্ৰেৰে ইয়াৰ পৰা আঁতৰাই পঠাম, বিনষ্ট কৰিম।।১১।। হে গন্ধৰ্বগণ, অপ্সৰাগণ তোমালোকৰ ভোগ্যা পত্নী ; তোমালোক তেওঁলোকৰ পতি। হে মৰণৰহিত (দেৱজাতীয়) গন্ধৰ্বগণ, তোমালোক মৰণশীল মনুষ্যৰ লগত মিলিত নহ'বা।।১২।।

## অষ্টাত্ৰিংশ সূক্ত (৩৮)

(ঋষি—বাদৰায়ণি। দেৱতা—অপ্সৰা, ঋষভ। ছন্দ—অনুষ্টুপ্, আদি।)

পণৰদ্বাৰা ধন অনা, সুন্দৰ জয়শালিনী, (অক্ষশলাকা আদিৰে) দক্ষতাৰে দ্যূত মেলিব পৰা, দ্যূতক্ৰীড়াৰ অধিষ্ঠাত্ৰী অপ্সৰাক মই স্তুতি কৰিছোঁ, তেওঁ যাতে এই দ্যূতবিজয় কৰ্মলৈ আহে।।১।। পাশাৰ গুটিবোৰ প্ৰথমে গোটাই লৈ পিছত কোষ্ঠলৈ দলিয়াই দক্ষতাৰে দ্যূত খেলা অপ্সৰাক মই স্তুতি কৰিছোঁ, তেওঁ যাতে এই দ্যূতবিজয় কৰ্মলৈ আহে।।২।। গ্ৰহণ কৰা পণবন্ধৰূপৰা যি অপ্সৰাই কৃত নামৰ অয়লাভ কৰি আনন্দত নৃত্য কৰে, তেওঁ আমাৰ কৃত নামৰ চাৰি সংখ্যক 'অয়' *বচাই ৰাখি মাৰিব লগীয়া গুটিত নিজ মায়াৰে স্থিত হওক আৰু তেওঁ গৰু আদি ধন সমন্বিতে আমাৰ ওচৰলৈ আহক। (পণৰূপে ৰখা আমাৰ) ধন যেন অন্যে জয় কৰি নিব নোৱাৰে।।৩।। যি অপ্সৰা দ্যূতসাধন অক্ষসমূহত আনন্দিত হয়, (বাঞ্ছিত লাভ কৰিব নোৱাৰিলে)

* একৰপৰা পাঁচ সংখ্যালৈকে অক্ষবিশেষক 'অয়' বোলে। সিহঁতৰ চাৰিটাক 'কৃত' বোলে।

শোকগ্ৰস্ত হয় আৰু (জয়লাভ কৰিবৰ কাৰণে) ক্ৰোধান্বিত হয়, সেই আনন্দিতা, পৰক আনন্দ দান কৰা অপ্সৰাক মই স্তুতি কৰিছোঁ।।৪।। যিবিলাক অপ্সৰাই সূৰ্যৰশ্মিৰ লগত বিচৰণ কৰে আৰু সূৰ্যৰ পোহৰ লক্ষ্য কৰি যিবিলাকে গমন কৰে, যিবিলাকৰ সেচন-সমৰ্থ পতিয়ে দূৰণিত অন্তৰিক্ষত বিচৰণ কৰি সদায় উষাৰ লগত সম্পৰ্কযুক্ত হয়, যি সকলো লোকক পালন কৰিবৰ কাৰণে প্ৰতিদিনে প্ৰত্যাবৰ্তন কৰে, সেই সূৰ্য অন্তৰিক্ষত থকা সেই অপ্সৰাসকলৰ সৈতে আমি প্ৰদান কৰা আহুতি গ্ৰহণ আমাৰ ওচৰলৈ আহক।।৫।। হে সূৰ্য, তুমি অন্তৰিক্ষত থকা অপ্সৰাগণৰ সৈতে হবি ৰূপ অন্নযুক্ত হৈ এই ঠাইত বগা ৰঙৰ গৰু পোৱালিবিলাকক ৰক্ষা কৰাঁহি। তোমাৰ (দুগ্ধ ঘৃতাদিৰ) ধাৰা সমৃদ্ধ হৈ আহক। তোমাৰ বগা ৰঙৰ গাইবিলাক এই গোষ্ঠত থাকক। তুমি আমাৰ ওচৰলৈ আহাঁ, তোমালৈ নমস্কাৰ।।৬।। হে সূৰ্য, অন্তৰিক্ষত থকা.... ৰক্ষা কৰাঁহি (পূৰ্বমন্ত্ৰৰ দৰে)। এয়া আমি দিয়া ঘাঁহ, এয়া গোষ্ঠ ; এই গোষ্ঠত গৰুবিলাকক আমি বান্ধিম। নাম অনুসৰি আমি যাতে তোমালোকৰ (অৰ্থাৎ গাইবিলাকৰ) স্বামী হ'ব পাৰোঁ। এই আহুতি প্ৰদান কৰা হওক।।৭।।

## ঊনচত্বাৰিংশ সূক্ত (৩৯)

(ঋষি—অংগিৰা ব্ৰহ্মা। দেৱতা—পৃথিৱী-অগ্নি প্ৰভৃতি। ছন্দ—বৃহতী, পংক্তি, ত্ৰিষ্টুপ্।)

পৃথিৱীত (অধিদেৱতাৰূপে স্থিত) অগ্নিৰ উদ্দেশ্যে সকলো প্ৰাণী সম্যক্‌ভাৱে নত হয় ; সেই অগ্নি নত প্ৰাণীগণৰ সৈতে সমৃদ্ধ হয়। পৃথিৱীত অগ্নিৰ উদ্দেশ্যে প্ৰাণীগণ যেনেকৈ সম্যক্ নত হয়, সেইদৰে বাঞ্চিত ফলসমূহ মোৰ প্ৰতি সম্যক্ নত হওক।।১।। পৃথিৱী গাইস্বৰূপ, অগ্নি বৎসস্বৰূপ। সেই পৃথিৱীয়ে বৎসস্বৰূপ অগ্নিৰে সৈতে মোক বলকাৰক অন্ন আদি বাঞ্ছিত ফল দান কৰক। দীৰ্ঘায়ু, সন্তি-সন্ততি, পুষ্টি আৰু ধন দান কৰক। এই আহুতি প্ৰদান কৰা হওক।।২।। অন্তৰিক্ষত বায়ুৰ উদ্দেশ্যে সকলো প্ৰাণী সম্যক্ নত হয় ; সেই বায়ু নত প্ৰাণীগণৰ সৈতে সমৃদ্ধ হয়। অন্তৰিক্ষত বায়ুৰ উদ্দেশ্যে প্ৰণীগণ যেনেকৈ নত হয়, সেইদৰে বাঞ্ছিত ফলসমূহ মোৰ প্ৰতি সম্যক্ নত হওক।।৩।। অন্তৰিক্ষ ধেনুস্বৰূপ, বায়ু তাৰ বৎস। অন্তৰিক্ষই বৎস বায়ুৰে সৈতে মোক বলকাৰক অন্ন আদি কাম্য ফল দান কৰক। দীৰ্ঘায়ু, সন্তি-সন্ততি, পুষ্টি আৰু ধন দান কৰক। এই আহুতি প্ৰদান কৰা হওক।।৪।। দ্যুলোকত থকা আদিত্যৰ উদ্দেশ্যে প্ৰাণীগণ সম্যক্ নত হয়। সেই আদিত্য নত প্ৰাণীগণৰ সৈতে সমৃদ্ধ হয়। দ্যুলোকত আদিত্যৰ উদ্দেশ্যে প্ৰাণীগণ যেনেকৈ নত হয়, সেইদৰে ইষ্ট ফলসমূহ মোৰ প্ৰতি নত হওক।।৫।। দ্যুলোক ধেনু, আদিত্য বৎস। সেই দ্যুলোকে বৎস আদিত্যৰ সৈতে মোক বলকাৰক অন্ন আদি কাম্য ফল দান কৰক। দীৰ্ঘায়ু, সন্তি-সন্ততি, পুষ্টি আৰু ধন দান কৰক। এই আহুতি

দিয়া হওক।।৬।। দিশসমূহত অৱস্থিত চন্দ্ৰৰ উদ্দেশ্যে প্ৰাণীগণ সম্যক্ নত হয়। চন্দ্ৰ নত প্ৰাণীগণৰ সৈতে সমৃদ্ধ হয়। দিশসমূহত প্ৰাণীগণ চন্দ্ৰৰ প্ৰতি সম্যক্ নত হোৱাৰ দৰে ইষ্ট ফলসমূহ মোৰ প্ৰতি সম্যক্ নত হওক।।৭।। দিশসমূহ ধেনুৰূপা, চন্দ্ৰ বৎস স্থানীয়। দিশসমূহে বৎস চন্দ্ৰৰ সৈতে মোক বলকাৰক অন্ন আদি কাম্যফল দান কৰক। দীৰ্ঘায়ু, সন্তান, পুষ্টি আৰু ধন দান কৰক। এই আহুতি দিয়া হওক।।৮।। এই (লৌকিক) অগ্নিতে (দেৱতা) অগ্নি প্ৰবিষ্ট হৈ আছে। অগ্নি (চক্ষু, অথৰ্বা, অংগিৰা আদি) ঋষিৰ পুত্ৰ। অগ্নিয়ে মিছা অপবাদৰ পৰা ৰক্ষা কৰে। হে অগ্নি, তোমাক নমস্কাৰ সমন্বিতে হবি অৰ্পণ কৰিছোঁ ; দেৱতাসকলৰ হবিৰ ভাগ মিছাত নেপেলাওঁ যেন।।৯।। হৃদয় আৰু মনৰ সৈতে শুদ্ধ হবি তোমালৈ অৰ্পণ কৰিছোঁ। হে জাতৱেদা, তুমি সকলো জ্ঞাতব্য বিষয় জানা। তোমাৰ সাতখনি জিভাৰ উদ্দেশ্যে ঘৃতাহুতি দিছোঁ। তুমি আমি প্ৰদান কৰা হবি গ্ৰহণ কৰাঁ।।১০।।

## চত্বাৰিংশ সূক্ত (৪০)

(ঋষি—শুক্ৰ। দেৱতা—জাতৱেদা আদি। ছন্দ-ত্ৰিষ্টুপ্, জগতী।)

হে জাতৱেদা অগ্নি, যিবিলাকে পূবদিশৰপৰা হোম কৰি (অভিচাৰ কৰ্মৰ দ্বাৰা) আমাক হিংসা কৰে, সেই শত্ৰুবিলাক জুইত পৰি পৰামুংখ হৈ কষ্ট পাওক। সেই অভিচাৰ কৰ্ম কৰা শত্ৰুবিলাকক এই প্ৰতিসৰ কৰ্মৰ দ্বাৰা ওলোটাই বিনাশ কৰিছোঁ।।১।। হে অগ্নি, যিবিলাকে দক্ষিণ দিশৰ পৰা হোম কৰি আমাক হিংসা কৰে, সেই শত্ৰুবিলাকে যমৰ হাতত পৰি কষ্ট পাওক। সেই অভিচাৰ কৰ্ম ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। হে অগ্নি, যিবিলাকে পশ্চিম দিশৰপৰা হোম কৰি আমাক হিংসা কৰে, সেই শত্ৰুবিলাকে বৰুণৰ হাতত পৰি কষ্ট পাওক। সেই অভিচাৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। হে অগ্নি, যিবিলাকে উত্তৰ দিশত হোম কৰি আমাক হিংসা কৰে ; সেই শত্ৰুবিলাকে সোমৰ হাতত পৰি কষ্ট পাওক। সেই অভিচাৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। হে অগ্নি, যিবিলাকে তল ফালৰপৰা হোম কৰি আমাক হিংসা কৰে, সেই শত্ৰুবিলাকে ভূমি দেৱতাৰ হাতত পৰি কষ্ট পাওক। সেই অভিচাৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৫।। হে অগ্নি, যিবিলাকে অন্তৰিক্ষৰ পৰা হোম কৰি আমাক হিংসা কৰে, তেওঁলোক বায়ুৰ দ্বাৰা ব্যথিত হওক। সেই অভিচাৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৬।। হে অগ্নি, যিবিলাকে উৰ্দ্ধদিশত দ্যুলোকৰপৰা হোম কৰি আমাক হিংসা কৰে, তেওঁলোক সূৰ্যৰ দ্বাৰা ব্যথিত হওক। সেই অভিচাৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৭।। হে অগ্নি, যিবিলাক শত্ৰুৱে দিশসমূহৰ অভ্যন্তৰৰপৰা (আমাক হিংসা কৰিবৰ কাৰণে) হোম কৰে আৰু সকলো দিশৰপৰা আমাক হিংসা কৰে, তেওঁলোক ব্ৰহ্মৰদ্বাৰা ব্যথিত হওক। সেই শত্ৰুবিলাকক প্ৰতিসৰ কৰ্মৰদ্বাৰা ওলোটাই বিনষ্ট কৰিছোঁ।।৮।।

# পঞ্চম কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—বৃহদ্দিৱ অথৰ্বা। দেৱতা—বৰুণ। ছন্দ—ত্ৰিষ্টুপ্, অষ্টী।)

দিনৰ নিচিনা প্ৰকাশযুক্ত, তিনিলোকৰ পালক, ৰক্ষক আৰু ধাৰক, অহিংসিত, অমৰ, সুন্দৰ জন্ম লাভ কৰি বৃদ্ধিপ্ৰাপ্ত হোৱা এওঁ এক পৱিত্ৰ মন্ত্ৰৰদ্বাৰা যোনিত উদ্ভূত হ'ল।।১।। যি (ধৰ্মপালনৰ দ্বাৰা) তাপ সহ্য কৰি গলিত স্বৰ্ণৰ নিচিনা নিজৰ কান্তি বিস্তাৰ কৰিবৰ কাৰণে তোমাৰ শৰীৰলৈ আহিল, তেওঁক দ্যাবাপৃথিৱীয়ে অমৰ নাম দিলে, প্ৰজাগণে বস্ত্ৰ প্ৰদান কৰিলে।।৩।। যি প্ৰত্যেক ঠাইতে পৰমাত্মাৰ চিন্তন কৰি তেওঁক লাভ কৰিছে, সেইজনৰ নিচিনাকৈ পৰমাত্মাৰ চিন্তা কৰি (প্ৰজাৰূপ) ভগিনীৰ পালনৰ দায়িত্ব বহন কৰা এই ৰজাৰ ঈশ্বৰপ্ৰাপ্তি হওক।।৪।। পৃথিৱীক সুস্থিৰ কৰি ৰাখোঁতা দুজন ৰজা চক্ৰৰ নিচিনা গতিৰে বৃদ্ধিপ্ৰাপ্ত হৈছে। হে পৃথিৱী দেৱতা, মই অথৰ্ব পাৰংগত ব্যক্তিয়ে তোমাৰ উদ্দেশ্যে অন্ন আদিৰ আহুতি প্ৰদান কৰিছোঁ।।৫।। বিদ্বান ঋষিসকলে সাতোটি মৰ্যাদা (অৰ্থাৎ নকৰিবলগীয়া কৰ্ম) বিধান কৰিছে। তাৰ ভিতৰতে এটাও যি কৰিছে, তেওঁ পাপী। এই মৰ্যাদা ৰক্ষা কৰা লোক মৃত্যুৰ পিছত সূৰ্যমণ্ডলত স্থিত আদিত্যৰ স্থানত প্ৰলয় পৰ্যন্ত বাস কৰি থাকে।।৬।। অমৰাত্মা, ব্ৰতী, দেহৰ লগত সম্বন্ধিত, স্বয়ংপ্ৰকাশ মই বল সহিত আহিছোঁ ; যি বল সহিত হৱি প্ৰদান কৰে তেওঁক ইন্দ্ৰই ৰত্নাদি দান কৰে।।৭।। পুত্ৰই ক্ষত্ৰিয় পিতৃক অৰ্চনা কৰে ; শ্ৰেষ্ঠ কল্যাণৰ অৰ্থে ধৰ্ম সাধন কৰে। হে বৰুণ, তোমাৰ স্থানসমূহ দৰ্শন কৰাই তুমি সাংসাৰিক জীৱগণৰ দেহ ৰচনা কৰিছা।।৮।। অদিতিপুত্ৰ বৰুণক আমি সংবৰ্ধিত কৰিছোঁ। হে বৰুণদেৱ, তুমি এই সৈন্যদলক দুগ্ধাদিৰে বৰ্ধিত কৰি আধাখিনিৰে নিজে বৰ্ধিত হৈছো। হে আকাশ-পৃথিৱীৰ দেৱতাসকল, বিদ্বান ঋষিসকলৰদ্বাৰা প্ৰশংসিত দেহক আমি ইয়াৰ দ্বাৰা বৰ্ণনা কৰিছোঁ।।৯।।

### দ্বিতীয় সূক্ত (২)

(ঋষি, দেৱতা পূৰ্ববৎ। ছন্দ—ত্ৰিষ্টুপ্।)

যাৰপৰা উগ্ৰতেজা বলবান উদ্ভূত হৈছিল, তেৱেঁই প্ৰাণীসমূহৰ ভিতৰত জ্যেষ্ঠ। তেওঁ জন্মা মাত্ৰকে শত্ৰুবিলাকক বিনষ্ট কৰিছিল। সকলো দেৱতাই তেওঁক স্তুতি কৰে।।১।। শক্তিৰে ক্ৰমবৰ্ধমান, মহাবলশালী শত্ৰুনিহন্তা সেই দেৱতাই দাস জাতিৰ মাজত ভীতি সঞ্চাৰ কৰিছিল। উশাহ-নিশাহ লোৱা (জংগম) আৰু নোলোৱা (স্থাৱৰ), সকলোকে তুমি সুখী কৰাঁ, শোধন কৰাঁ। সেইসকলে একেলগে তোমাক স্তুতি

কৰিব।।২।। (দেৱতাসকলৰ তৃপ্তি দাতা যজমানসকল যেতিয়া) একৰপৰা দুই হয়, পিছত তিনি হয়, তেতিয়া তোমাৰ ওপৰতে যজ্ঞ সম্পাদন কৰে। যি সুস্বাদু বস্তু আছে, তাতকৈও সুস্বাদু বস্তু তাত মিলাই দিয়াঁ। সেই শ্ৰেষ্ঠ মধুৰ লগত আৰু মধু মিলাই দিয়াঁ।।৩।। প্ৰতিখন ৰণতে ধন জয় কৰা তোমাক স্তোতাসকলে যদি স্তুতি কৰে, তেনে হে বলশালী, তুমি তেওঁলোকৰ স্থিৰ বল বিস্তাৰিত কৰাঁ। দুঃসাহসী 'কশোক'বিলাকে তোমাক যেন ক্ষতিগ্ৰস্ত কৰিব নোৱাৰে।।৪।। তোমাৰ সহায়ত আমি যুদ্ধত যুদ্ধ কৰাৰ যোগ্য প্ৰভূত লোক দৰ্শন কৰি শক্তিশালী ৰূপত অৱস্থান কৰিম। মই স্তুতিবাক্যৰদ্বাৰা তোমাৰ অস্ত্ৰ শস্ত্ৰসমূহক উৎসাহিত কৰিছোঁ ; বেদমন্ত্ৰৰদ্বাৰা তোমাৰ তেজ তীক্ষ্ণ কৰিছোঁ।।৫।। যি গৃহত শ্ৰেষ্ঠ আৰু নিম্ন শ্ৰেণীৰ প্ৰাণীসমূহৰ পালন-পোষণ হৈছে, তাত অস্থিৰ হৈ পৰা মাতৃগৰাকীক (পৃথিৱীক) তুমি স্থিৰ কৰি স্থাপন কৰাঁ। তাৰ পিছত তুমি নানা কাৰ্য সম্পন্ন কৰাঁ।।৬।। হে দেহধাৰী মনুষ্য, বিচৰণশীল, তেজস্বী, স্বামী আৰু আত্মীয়জনৰো আত্মীয় স্বৰূপ এই ৰজাক স্তুতি কৰাঁ। এওঁ পৃথিৱীৰ প্ৰতিৰূপ, যুদ্ধত প্ৰবৃত্ত হৈছে।।৭।। স্বৰ্গপ্ৰাপ্তিৰ ইচ্ছা কৰা এই বৃহদ্দিৱ ঋষিয়ে মহান্ স্তোত্ৰৰদ্বাৰা ইন্দ্ৰক প্ৰসন্ন কৰিছে। স্বৰ্গৰ ৰজা ইন্দ্ৰই বৃষ্টিৰদ্বাৰা জগৎ জলপূৰ্ণ কৰিছে।।৮।। নিজৰ শৰীৰটোকে ইন্দ্ৰ জ্ঞান কৰি মহৰ্ষি বৃহদ্দিৱ অথৰ্বাই এই স্তৱ পাঠ কৰিলে। পাপৰহিত ভগিনীদ্বয়ে এওঁৰ বল বৃদ্ধি কৰি প্ৰসন্ন কৰিছে।।৯।।

## তৃতীয় সূক্ত (৩)

(ঋষি—পূৰ্ববৎ দেৱতা—অগ্নিপ্ৰভৃতি। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

হে অগ্নি, যুদ্ধত মোৰ তেজৰ উদয় হওক। তোমাক প্ৰজ্বলিত কৰি আমি নিজৰ শৰীৰ পুষ্ট কৰি ল'ম। মোৰ ওচৰত চাৰিও দিশ নত হওক। তোমাক অধ্যক্ষ স্বৰূপে লৈ আমি যেন শত্ৰুক জয় কৰিব পাৰোঁ।।১।। হে অগ্নি, তুমি ৰক্ষাকৰ্তা হৈ শত্ৰুবিলাকৰ ক্ৰোধ বিফল কৰি আমাক সকলো ফালৰেপৰা ৰক্ষা কৰাঁ। আমাক দুৰ্ব্যৱহাৰ কৰোঁতাবিলাক নত হৈ আঁতৰি যাওক। তেওঁলোকৰ চিত্ত প্ৰবুদ্ধ হ'লেও বুদ্ধিভ্ৰষ্ট হওক।।২।। ইন্দ্ৰ আদি দেৱতাসকল, মৰুৎগণ, বিষ্ণু আৰু অগ্নি যুদ্ধৰ সময়ত মোৰ পক্ষত থাকক। বিস্তীৰ্ণ অন্তৰিক্ষ লোক মোৰ পক্ষে হওক। মোৰ কামনা অনুযায়ী বতাহ মোৰ অনুকূল হৈ বলক।।৩।। মোৰ যি (যজ্ঞৰ) সামগ্ৰী, তাৰে যজ্ঞ কৰা হওক। মোৰ মনৰ সংকল্প সিদ্ধি হওক। মই যেন কোনো প্ৰকাৰৰ পাপত লিপ্ত নহওঁ। সমস্ত দেৱতাই মোক ইয়াত ৰক্ষা কৰক।।৪।। দেৱতাসকলে মোক সম্পদ দান কৰক। মই যেন আশীৰ্বাদ লাভ কৰোঁ। দেৱতাসকলৰ আহ্বানযুক্ত কৰ্ম অনুষ্ঠান

মোত স্থিত হওক। দেৱতাসকলৰ হোতাগণ আমাৰ ওচৰত থাকক। আমি যেন সুস্থ শৰীৰে থাকোঁ আৰু সন্তান লাভ কৰোঁ।।৫।। (পৃথিবী, আকাশ, জল, ওষধি, দিন আৰু ৰাতি —এই) দৈৱিক ছয় উৰুৱে আমাৰ বৃদ্ধি সাধন কৰক। হে বিশ্বদেৱগণ, তোমালোক প্ৰসন্ন হোৱাঁ। সমুখলৈ অহা শত্ৰুৰ তেজে যেন আমাক বিবশ কৰিব নোৱাৰে। আমি যেন অকীৰ্তি লাভ নকৰোঁ। বিদ্বেষৰ যোগ্য অপকৰ্মই যেন আমাক স্পৰ্শ কৰিব নোৱাৰে।।৬।। তিনিগৰাকী দেৱীয়ে আমাৰ কাৰণে মহৎ কল্যাণ আৰু আমাৰ সন্তান-সন্ততিৰ কাৰণে পুষ্টি প্ৰদান কৰক। আমি যেন সন্তানৰহিত আৰু শৰীৰৰদ্বাৰা পৰিত্যক্ত নহওঁ।।৭।। বহু বিস্তীৰ্ণ তেজৰ অধিকাৰী, মহান, এই যজ্ঞত বহু প্ৰকাৰে আহূত, অন্নৱান ইন্দ্ৰই আমাৰ কল্যাণ সাধন কৰক। হে হৰিৎ বৰণীয়া অশ্বৰ স্বামী ইন্দ্ৰ, তুমি আমাৰ সন্তানসকলৰ প্ৰতি প্ৰসন্ন হোৱাঁ। তুমি যেন আমাৰ অনিষ্ট সাধন নকৰা। তুমি যেন আমাৰ প্ৰতিকূল নোহোৱা।।৮।। ধাতা, বিধাতা, প্ৰাণীগণৰ স্বামী, সৱিতাদেৱ, কু-অভিসন্ধিকাৰীবোৰৰ বিনাশক আদিত্য, ৰুদ্ৰগণ, অশ্বিনীকুমাৰ দ্বয়, এই দেৱতাসকলে যজমানক পাপৰপৰা ৰক্ষা কৰক।।৯।। আমাৰ শত্ৰুবিলাক আঁতৰি যাওক। ইন্দ্ৰ আৰু অগ্নিৰ সহায়ত আমি সিবিলাকক পৰাভূত কৰিম। আদিত্যগণ আৰু ৰুদ্ৰগণে আমাক সকলোৰে ওপৰত বিদ্যমান দুধৰ্ষ, বুদ্ধিসম্পন্ন অধিৰাজ প্ৰদান কৰিছে।।১০।। গো-বিজেতা, ধন-বিজেতা, অশ্ব-বিজেতা, শত্ৰু-বিজেতা, ইন্দ্ৰক আমি আহ্বান কৰিছোঁ ; তেওঁ আমাৰ স্তুতি শুনক। হে হৰিদশ্বৰ স্বামী ইন্দ্ৰ, তুমি আমাৰ সহযোগী মিত্ৰ হোৱাঁ।।১১।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা—কুষ্ঠতক্মনাশন। ছন্দ—অনুষ্টুপ্, গায়ত্ৰী।)

হে সকলোতকৈ শক্তিশালী ওষধি কুষ্ঠ, তুমি পৰ্বতত উৎপন্ন হৈছা। তুমি তক্ম (জ্বৰ) বিনাশক। তুমি জ্বৰ নাশ কৰি ইয়ালৈ আহাঁ।।১।। গৰুড় (সুপৰ্ণ) প্ৰকট হোৱা স্থান হিমালয় পৰ্বতত উৎপন্ন হোৱা এই ওষধিৰ কথা শুনি ধন লৈ মানুহ তালৈ যায়। তেওঁলোকে ইয়াক জ্বৰনাশক বুলি জানে।।২।। ইয়াৰপৰা তৃতীয় লোকত দেৱগণৰ বাসস্থানত অশ্বত্থই অৱস্থান কৰিছে। সেই অশ্বত্থতে অমৃত ৰূপে প্ৰকাশ পাই থকা কুষ্ঠ নামৰ ওষধি দেৱতাসকলে লাভ কৰিছিল।।৩।। দ্যুলোকত স্বৰ্ণ-নিৰ্মিত (খুঁটি, শিকলি আদি) বন্ধন-সামগ্ৰীৰে সৈতে সদায় এখন সোণৰ নৌকা চলে। তাতে অমৃতময় পুষ্প কুষ্ঠ ওষধি দেৱতাসকলে লাভ কৰিছিল।।৪।। তেওঁলোকে যিহেৰে

কুষ্ঠ নামৰ ওষধি কঢ়িয়াই আনিছিল, সেই পথসমূহ স্বৰ্ণনিৰ্মিত, ব'ঠালিৰ্ক সোণৰ আৰু নাওবিলাকো সোণৰ আছিল।।৫।। হে কুষ্ঠ নামৰ ওষধি, তুমি মোৰ এই মানুহজনক লৈ আহাঁ, তেওঁক সুস্থ কৰা, তেওঁক ৰোগমুক্ত কৰাঁ।।৬।। তুমি দেৱতাসকলৰ (ৰক্ষণাবেক্ষণৰ) পৰা উদ্ভুত ; তুমি সোমৰ হিতকাৰী মিত্ৰ ; তুমি মোৰ এই মানুহজনৰ প্ৰাণ, ব্যান আৰু নয়নৰ সুখ প্ৰদানকাৰী হোৱাঁ।।৭।। তুমি হিমালয়ৰ উত্তৰত উদ্ভুত হৈছা; তোমাক পূব দিশৰ মানুহৰ ওচৰলৈ অনা হ'ল। তাত কুষ্ঠ ওষধিসমূহৰ ভিতৰত উত্তম নামসমূহৰ বিভাজন কৰা হ'ল।।৮।। হে কুষ্ঠ নামৰ ওষধি, তোমাৰ নাম উত্তম, তোমাৰ পিতৃৰ নামো উত্তম। তুমি যক্ষ্মা নাশ কৰাঁ আৰু জ্বৰ অসাৰ কৰি পেলোৱাঁ।।৯।। শিৰৰ ৰোগ, আক্ৰমণ, চকুৰ ৰোগ, শৰীৰৰ অনিষ্ট — এই সকলোবিলাক দৈৱবলসম্পন্ন কুষ্ঠই প্ৰশমন কৰক।।১০।।

## পঞ্চম সূক্ত (৫)

(ঋষি—অথৰ্বা। দেৱতা—লাক্ষা। ছন্দ—অনুষ্টুপ্।)

(হে লাক্ষা,) ৰাতি তোমাৰ মাতৃ আৰু আকাশ তোমাৰ পিতৃ, অৰ্যমা তোমাৰ পিতামহ। তোমাৰ নাম সিলাচী। তুমি দেৱতাসকলৰ ভগিনী।।১।। যি তোমাক পান কৰে, তেওঁ জীয়াই থাকে। তুমি মানুহক ৰক্ষা কৰা। তুমি সকলোৰে ভৰণকৰ্তা আৰু মানুহৰ 'লুকাই থকা ঠাই' (ন্যঞ্চনী)।।২।। কামমত্ত কন্যাৰ দৰে তুমি ইজোপা গছৰ পৰা সিজোপা গছত উঠা। জয় কৰি, অৱস্থান কৰি তুমি যথাৰ্থতে 'স্পৰণী' (অৰ্থাৎ জয়শীলা) নাম লাভ কৰিছা।।৩।। দণ্ডৰদ্বাৰা, বাণৰ দ্বাৰা অথবা জুইৰ শিখাৰদ্বাৰা যি ঘা উৎপন্ন হয়, তুমি তাৰ নিৰাময়কাৰী। তুমি এই মানুহজনৰ ঘা নিৰাময় কৰাঁ।।৪।। শ্ৰেষ্ঠ প্লক্ষ (ডিমৰু), অশ্বত্থ, খদিৰ, ধৱ, শ্ৰেষ্ঠ ন্যগ্ৰোধ বৃক্ষ আৰু পৰ্ণৰপৰা তুমি উৎপৰ্ণ হৈছা। হে অৰুন্ধতী, তুমি আমাৰ ওচৰলৈ আহাঁ।।৫।। সোণবৰণীয়া, সৌভাগ্যপ্ৰদ, সূৰ্যসদৃশ বৰণৰ, অতি আশ্চৰ্য ৰূপবিশিষ্ট হে নিষ্কৃতিকাৰিণী, তুমি ক্ষতস্থানত উপনীত হোৱাঁ ; গতিকে তোমাৰ নাম যথাৰ্থতে নিষ্কৃতি।।৬।। সোণবৰণীয়া, সৌভাগ্যপ্ৰদ, তেজস্বী, বুকুত নোম থকা হে লাক্ষা, তুমি জলসমূহৰ ভগিনী ; বায়ু তোমাৰ আত্মা।।৭।। হে অজ সদৃশ পিঙ্গলবৰ্ণা, তোমাৰ নাম সিলাচী ; কন্যাৰ পুত্ৰ তোমাৰ পিতৃ। যমৰ যি অশ্ব ডাঠ পিঙ্গল বৰণৰ, তুমি তাৰ ৰক্তেৰে ৰঞ্জিত।।৮।। হে অৰুন্ধতী (ক্ষতস্থান নিৰাময়কাৰিণী), তুমি অশ্বৰ মুখৰ পৰা সৰি পৰি গছবিলাকত প্ৰবিষ্ট হৈছা। তুমি পাখিলগা সৰিতৰ দৰে হৈ আমাৰ ওচৰলৈ আহাঁ।।৯।।

# দ্বিতীয় অনুৱাক

## ষষ্ঠ সূক্ত (৬)

(ঋষি—অথৰ্ৱা। দেৱতা—ব্ৰহ্ম, আদিত্য। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

সৃষ্টিৰ পুৰ্বে পৰম ব্ৰহ্ম প্ৰকট হৈছিল। দীপ্যমান বেনে দিগন্তৰপৰা প্ৰভামণ্ডলেৰে (জগৎ) আচ্ছাদিত কৰিছে। সেই দেৱতাই পৰিচ্ছিন্ন অন্তৰিক্ষ লোক আৰু সৎ-অসতৰ মূল কাৰণ (প্ৰকৃতিক) ব্যাপ্ত কৰিছে।।১।। যিসকল প্ৰতিকূল শত্ৰুৱে প্ৰথম যোগ আদি কৰ্ম কৰিছিল, সেই কৰ্মসমূহৰ দ্বাৰা যেন আমাৰ সন্তানসকলৰ অনিষ্ট সাধন নকৰে। মই এই কৰ্ম তোমালোকৰ সমুখতে সম্পন্ন কৰিছোঁ।।২।। সহস্ৰ ধাৰাযুক্ত দ্যুলোকত থকা স্বৰ্গত মধুময় জিভাৰে সৈতে অবাৰিত তেওঁলোকে সমস্বৰে কৈছিল — তেওঁৰ (যমৰ) উদ্যমী চৰসকলে চকুৰ নিমেষ নেপেলায় ; তেওঁলোকে পদে পদে বন্ধন কৰিবৰ কাৰণে পাশ লৈ ফুৰায়।।৩।। অন্নৰ উদ্দেশ্যে মেঘৰ ওচৰলৈ যোৱা তুমি সেইবিলাকক তাড়না দি সমুদ্ৰ-ৰূপ প্ৰাপ্ত কৰোৱা ; সেই কাৰণেই তোমাৰ নাম সনিস্ৰস; ত্ৰয়োদশ মাস ইন্দ্ৰৰ গৃহ।।৪।। সৌ তেওঁ এই (অভিচাৰ) কৰ্মৰদ্বাৰা সিদ্ধি লাভ কৰিছে। সুন্দৰ আহুতি প্ৰদান কৰা হওক। তীক্ষ্ণ আয়ুধযুক্ত, তীক্ষ্ণ অস্ত্ৰযুক্ত, হে সুপ্ৰসন্ন সোম আৰু ৰুদ্ৰদেৱতা, এই কৰ্ম-অনুষ্ঠানত তোমালোক দুজন আমাৰ প্ৰতি প্ৰসন্ন হোৱাঁ (এই বাক্য পিছৰ মন্ত্ৰ দুটাতো যোগ হ'ব)।।৫।। সৌ তেওঁ এই কৰ্মৰ দ্বাৰা শত্ৰু নাশ কৰি সিদ্ধি লাভ কৰিছে। এই সুন্দৰ আহুতি ইত্যাদি (পূৰ্ববৎ)।।৬।। সৌ তেওঁ এই কৰ্মৰদ্বাৰা প্ৰতিলোম ৰূপত শত্ৰু দমন কৰি সিদ্ধি লাভ কৰিছে। এই সুন্দৰ আহুতি ইত্যাদি (পূৰ্ববৎ)।।৭।। তোমালোক দুজনে আমাক অকথনীয় পাপৰ পৰা মুক্ত কৰাঁ ; তোমালোক দুজন যজ্ঞৰদ্বাৰা তৃপ্ত হোৱাঁ ; আমাত অমৃত স্থাপন কৰাঁ।।৮।। হে চক্ষুসম্বন্ধী, মনসম্বন্ধী, মন্ত্ৰসম্বন্ধী আৰু তপস্যাসম্বন্ধী সংহাৰ শক্তি, তুমি আয়ুধসমূহৰ ভিতৰত শ্ৰেষ্ঠ আয়ুধ। যিবিলাকে আমাক বিনষ্ট কৰিব খোজে, সিবিলাক যেন নিৰস্ত্ৰ হয়।।৯।। হে অগ্নি, যি অনিষ্টকাৰীয়ে আমাক (কু) দৃষ্টিৰে, মনেৰে, চিত্তেৰে আৰু সংকল্পেৰে আক্ৰমণ কৰিব খোজে, তুমি অস্ত্ৰৰদ্বাৰা সিবিলাকক নিৰস্ত্ৰ কৰাঁ। তোমাৰ উদ্দেশ্যে স্বাহা।।১০।। তুমি ইন্দ্ৰৰ গৃহস্বৰূপ। সমস্ত গো-সহিত, সমস্ত মনুষ্যসহিত, সৰ্বাত্মকভাৱে, সমস্ত শৰীৰেৰে, মোৰ যথাসৰ্বস্ব সহিত মই সেইহেন তোমাৰ শৰণাপন্ন হৈছোঁ (এই বাক্য শেষৰ মন্ত্ৰলৈকে যোগ হ'ব।।১১।। তুমি ইন্দ্ৰৰ কল্যাণৰূপ। মই ইত্যাদি (পূৰ্ববৎ)।।১২।। তুমি ইন্দ্ৰৰ বৰ্মস্বৰূপ। মই ইত্যাদি। (পূৰ্ববৎ)।।১৩।। তুমি ইন্দ্ৰৰ ৰক্ষক। মই ইত্যাদি (পূৰ্ববৎ)।।১৪।।

## সপ্তম সূক্ত (৭)

(ঋষি—অথর্বা। দেৱতা—অৰাতিসকল, সৰস্বতী। ছন্দ—পংক্তি, অনুষ্টুপ্, বৃহতী।)

হে অৰাতি (দান নকৰা লোক), তুমি আমাক ধনেৰে পূৰ্ণ কৰা। তুমি আমাৰ কেউফালে নাথাকিবা; আমি অনা দক্ষিণা বাধাগ্ৰস্ত নকৰিবা। নিষ্ফলকাৰী অৰাতিক নমস্কাৰ, অসমৃদ্ধিকাৰী অৰাতিক নমস্কাৰ।।১।। হে অৰাতি, তুমি ফুচুলনি কথা কোৱা যি মানুহক তোমাৰ সমুখত ৰাখিছা, তেওঁক নমস্কাৰ কৰিছোঁ। তুমি মোৰ জয়লাভ ব্যাহত নকৰিবা।।২।। দিনে-ৰাতিয়ে দেৱতাসকলে সংঘটিত কৰা আমাৰ বিজয় বৃদ্ধি পাওক। আমি অৰাতিক অনুসৰণ কৰিছোঁ। অৰাতিলৈ নমস্কাৰ।।৩।। আমি সৰস্বতী, অনুমতিদেৱী আৰু ভগদেৱৰ শৰণাপন্ন হৈছোঁ। দেৱতা আহ্বান কৰা যজ্ঞসমূহত মই সেই দেৱতাসকলৰ তৃপ্তিদায়ক মধুময় বাক্য (মন্ত্ৰ) উচ্চাৰণ কৰিছোঁ।।৪।। মই মনৰ লগত যুক্ত হৈ থকা সৰস্বতীৰদ্বাৰা, মন্ত্ৰৰদ্বাৰা যাকে প্ৰাৰ্থনা কৰিছোঁ, পিংগল বৰ্ণ সোমৰদ্বাৰা প্ৰদত্ত শ্ৰদ্ধা আজি তেওঁত উপনীত হওক।।৫।। (হে অৰাতি,) তুমি আমাৰ জয়লাভ অথবা বাক্য প্ৰতিহত নকৰিবা। ইন্দ্ৰ আৰু অগ্নি, দুয়োজনে আমালৈ সম্পদ লৈ আহক। আমাক আজি দান কৰিবলৈ ইচ্ছুক তোমালোক সকলো অৰাতিৰ প্ৰতি অনুকূল হোৱা।।৬।। হে অসমৃদ্ধিকাৰক অৰাতি, তুমি আঁতৰ হোৱা। তোমাৰ অস্ত্ৰবিলাক আমি আঁতৰাই দিছোঁ। আমি তোমাক আমাৰ দুৰ্বলকাৰক আৰু পীড়াদায়ক বুলি জানো।।৭।। হে অৰাতি, তুমি নিজকে অতিশয় নগ্ন কৰি, মানুহৰ চিত্ত আৰু সংকল্প বিমূঢ় কৰি মানুহক স্বপ্নাৱস্থাত জড়িত কৰি থোৱা।।৮।। যি মহান্, উচ্চতাবিশিষ্ট মহতী সমস্ত দিশতে আৱিষ্ট হৈ আছে, সেই হিৰণ্যকেশী নিৰ্ঋতিক মই নমস্কাৰ কৰিছোঁ।।৯।। হিৰণ্যবৰ্ণা, সুভগা, স্বৰ্ণশয্যাযুক্তা, সেই হিৰণ্যবৰ্ণৰ আৱৰণযুক্তা মহতী অৰাতিক মই নমস্কাৰ কৰিছোঁ।।১০।।

## অষ্টম সূক্ত (৮)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি প্ৰভৃতি। ছন্দ—অনুষ্টুপ্, জগতী, পংক্তি।)

হে অগ্নি, তুমি বিকঙ্কত গছৰ খৰিৰ দ্বাৰা দেৱতাসকললৈ ঘৃত বহন কৰি নিয়া। এই যজ্ঞানুষ্ঠানত তেওঁলোকক প্ৰীত কৰা। মোৰ আহ্বানক্ৰমে সকলো দেৱতা (যজ্ঞলৈ) আহক।।১।। হে ইন্দ্ৰ, তুমি মোৰ আহ্বানক্ৰমে যজ্ঞলৈ আহাঁ। মই এয়া স্তুতি কৰিম, তুমি তাক শুনা। ইন্দ্ৰৰ এই ঋত্বিকসকল মোৰ সংকল্পৰ অনুকূল হওক। হে জাতবেদা, আত্মবশ্য অগ্নি, এই ঋত্বিকসকলৰদ্বাৰা মই বীৰ্য লাভ কৰিব

পাৰিম।।২।। হে দেৱগণ, দেৱতাৰ প্ৰতি ভক্তিহীন সৌজনে যি কৰ্ম কৰিব খুজিছে, অগ্নিয়ে যেন তেওঁৰ আহুতি বহন নকৰে। দেৱতাসকল তেওঁৰ যজ্ঞলৈ নগৈ মোৰ যজ্ঞলৈ আহক।।৩।। অতিশয় দ্ৰুতগতিত যোৱাঁ ; দ্ৰুতগতিত অতিক্ৰম কৰাঁ ; ইন্দ্ৰৰ মন্ত্ৰেৰে (শত্ৰুক) বধ কৰাঁ ; কুকুৰনেচীয়াই ছাগলীক মথি পেলোৱাৰ দৰে মথি পেলোৱাঁ। তেওঁ তোমাৰপৰা জীৱন্তে সাৰি যাব নোৱাৰে যেন। তেওঁৰ প্ৰাণ নাশ কৰাঁ।।৪।। হে ইন্দ্ৰ, আমাৰ দুৰ্গতি কৰিবলৈ তেওঁলোকে যাক পুৰোহিত কৰি লৈছিল, সেইজন তোমাৰ ভৰিৰ তলত থাকক। মই তেওঁক মৃত্যুৰ মুখলৈ দলিয়াই দিছোঁ।।৫।। তেওঁলোক যদি দেৱতাৰ দুৰ্গম আশ্ৰয় স্থানলৈকো গৈছে আৰু মন্ত্ৰৰদ্বাৰা কবচ নিৰ্মাণ কৰি লৈছে, যদি অনুপান (শৰীৰ ৰক্ষণ) আৰু পৰিপান (সৰ্বতোভাৱে ৰক্ষণ) কৰ্ম অনুষ্ঠান কৰি নিজে উৎসাহিত হৈছে ; তেন্তে তুমি সেই সকলোবোৰ অসাৰ কৰি দিয়াঁ।।৬।। হে বৃত্ৰহন্তা ইন্দ্ৰ, সৌ তেওঁ যাক আগতে পঠাইছে আৰু যাক পঠাব, তুমি সিবিলাকক ঘূৰাই পঠোৱা যাতে সৌ মানুহজনক ছিন্ন-ভিন্ন কৰিব পাৰোঁ।।৭।। ইন্দ্ৰই যেনেকৈ শ্ৰেষ্ঠ বচনৰদ্বাৰা শত্ৰুক পদদলিত কৰিছিল, সেইদৰে মই সৌ শত্ৰুবোৰক চিৰদিনৰ কাৰণে অধোনমিত কৰি থ'ম।।৮।। হে বৃত্ৰহন্তা ইন্দ্ৰ, তুমি ইয়াত (এই যুদ্ধত) দুৰ্দ্ধৰ্ষ হৈ এই শত্ৰুবোৰৰ মৰ্ম ভেদ কৰাঁ। হে ইন্দ্ৰ, মই তোমাৰ স্নেহভাজন; তুমি ইয়াতে সিবিলাকৰ মুখামুখি হৈ অৱস্থান কৰাঁ। হে ইন্দ্ৰ, মই তোমাৰ অনুগত। হে ইন্দ্ৰ, মই যাতে তোমাৰ সুন্দৰ নীতি অনুসৰণ কৰি থাকোঁ।।৯।।

## নৱম সূক্ত (৯)

(ঋষি—ব্ৰহ্মা। দেৱতা—বাস্তোস্পতি। ছন্দ—বৃহতী, ত্ৰিষ্টুপ্, জগতী।)

দ্যুলোকৰ (অধিষ্ঠাতা দেৱতাসকলৰ) উদ্দেশ্যে স্বাহা।।১।। পৃথিৱীৰ (অধিষ্ঠাতা দেৱতাসকলৰ) উদ্দেশ্যে স্বাহা।।২।। অন্তৰিক্ষৰ উদ্দেশ্যে স্বাহা।।৩।। অন্তৰিক্ষৰ উদ্দেশ্যে স্বাহা।।৪।। অন্তৰিক্ষৰ উদ্দেশ্যে স্বাহা।।৫।। পৃথিৱীৰ উদ্দেশ্যে স্বাহা।।৬।। সূৰ্য মোৰ চকু, বায়ু মোৰ প্ৰাণ, অন্তৰিক্ষ মোৰ আত্মা, পৃথিৱী মোৰ শৰীৰ। মই অনাচ্ছাদিত নামৰ দ্যাৱাপৃথিৱীৰ পৰা ৰক্ষণ লাভ কৰিবৰ কাৰণে নিজকে অৰ্পণ কৰিছোঁ।।৭।। হে আয়ুকাৰক আৰু ৰক্ষক দ্যাৱাপৃথিৱী, তোমালোকে মোৰ আয়ুস, বল কৰ্ম, কৰণীয়, মনীষা আৰু ইন্দ্ৰিয়সমূহ উন্নত কৰাঁ। স্বধাযুক্ত ৰক্ষক তোমালোকে মোক ৰক্ষা কৰাঁ। তোমালোক মোৰ আত্মাত স্থিত হোৱাঁ। তোমালোকে মোৰ অনিষ্ট সাধন নকৰিবা।।৮।।

## দশম সূক্ত (১০)

(ঋষি—দেৱতা—পূৰ্ব্ববৎ। ছন্দ—গায়ত্ৰী, কুকপ্, জগতী।)

হে শিলৰ বৰ্ম (ঘৰ,) তুমি মোৰ। যি হত্যাকাৰী পাপিষ্ঠই মোক পূৱফালৰপৰা বিনষ্ট কৰিব খোজে, তেওঁ নষ্ট যাওক।।১।। (এই মন্ত্ৰৰ পৰা সপ্তম মন্ত্ৰলৈকে, কেৱল যথাক্ৰমে দক্ষিণ, পশ্চিম, উত্তৰ, স্থিৰ অৰ্থাৎ অধঃ উৰ্দ্ধ আৰু অন্তঃ দিশ শব্দ 'পূৱফালৰ' শব্দটোৰ ঠাইত বহুৱাই বাকী সমুদায় বাক্য একে থাকিব)।।২-৭।। মই বৃহৎ অৰ্থাৎ চন্দ্ৰৰ দ্বাৰা মনক আহ্বান কৰিছোঁ; বায়ুৰ দ্বাৰা প্ৰাণ-অপানক আহ্বান কৰিছোঁ; সূৰ্যৰ পৰা দৃষ্টিশক্তি, অন্তৰিক্ষৰপৰা শ্ৰৱণ শক্তি, পৃথিৱীৰপৰা শৰীৰ, সৰস্বতীৰপৰা মনৰ লগত সংযুক্ত হৈ থকা বাণী প্ৰাৰ্থনা কৰিছোঁ।।৮।।

# তৃতীয় অনুবাক

## একাদশ সূক্ত (১১)

(ঋষি—অথৰ্বা। দেৱতা—বৰুণ। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, অষ্টি।)

[হুইট্নীৰ মতে এই সূক্ত বৰুণ আৰু অথৰ্বাৰ কথোপকথন]

(অথৰ্বা—) মহান্ অসুৰ সূৰ্যক তুমি কি কথা ক'লা? হৰিৎ বৰণীয়া তেজস্বী পালকজনক কিদৰে কোৱা হ'ল? হে বৰুণ, তুমি এজনী ফুটুকী (গাই) দক্ষিণা ৰূপে দি ঘূৰাই পাবলৈ বাঞ্ছা কৰিলা।।১।।

(বৰুণ) মই নিজ ইচ্ছাৰে ঘূৰাই পাবলৈ বিচৰা নাই। ভালকৈ চাবৰ কাৰণেহে মই ফুটুকী (গাইজনী) ঘৰলৈ আনিছোঁ। হে অথৰ্বা, তুমি কি কাব্যিক গুণেৰে (অথৰ্বা) হৈছা; কি জাত প্ৰাণীৰ দ্বাৰা তুমি জাতবেদা হৈছা।।২।।

(অথৰ্বা) মই বাস্তৱিকতে কাব্যৰ দ্বাৰা গভীৰ হৈছোঁ। মই সঁচাকৈয়ে জাত প্ৰাণীৰ দ্বাৰা জাতবেদা হৈছোঁ। মই ধাৰণ কৰা ব্ৰত আৰ্য বা দাস কোনোৱে নিজৰ মহত্বৰ দ্বাৰা ক্ষতিগ্ৰস্ত কৰিব নোৱাৰে।।৩।। হে স্বধাযুক্ত বৰুণ, তোমাতকৈ কোনো শ্ৰেষ্ঠ কবি (ক্ৰান্তদৰ্শী) নাই; জ্ঞানত তোমাতকৈ কোনো শ্ৰেষ্ঠ ধীৰ নাই। তুমি এই সমস্ত ভূতজাতকে জানা। আনহে নালাগে সৌ মায়াযুক্ত মানুহজনেও তোমাক ভয় কৰে।।৪।। হে স্বধাযুক্ত বৰুণ, হে সুপ্ৰণয়নকাৰী, যিহেতুকে তুমি সমস্ত জাত প্ৰাণীকে জানা, (তেনে কোৱাঁচোন,) নভোমণ্ডলৰ বাহিৰত কিবা আছেনে? হে প্ৰমাদৰহিত বৰুণ, পৰতকৈ পৰ কিবা আছেনে।।৫।। এই নভোমণ্ডলতকৈ শ্ৰেষ্ঠ এক বস্তু আছে; ইয়াৰ পৰা বাহিৰত এক লাভ কৰিবলৈ টান বস্তু আছে। হে বৰুণ, তাকে জানি

মই তোমাৰ উদ্দেশ্যে জ্ঞাপন কৰিছোঁ— পণিবিলাকৰ কথা তলসুৰীয়া হওক; দাসবিলাক চুচৰি মাটিৰ তললৈ যাওক।।৬।। হে বৰুণ, তুমি পুনৰ ঘূৰাই লওঁতাসকলৰ মাজত অনেক তিৰস্কাৰপূৰ্ণ কথা কৈছা। মই প্ৰাৰ্থনা কৰিছোঁ, তুমি যাতে তেনেকুৱা পণিবিলাকৰ অভিমুখী নোহোৱা। মানুহে যাতে তোমাক অনুদাৰ বুলি নকয়।।৭।। (বৰুণ-) মানুহে মোক অনুদাৰ নোবোলক। মই তোমাক ফুটুকী গাইজনী ঘূৰাই দিছোঁ। হে উদ্‌গাতা, সমগ্ৰ মানুহৰ অধিষ্ঠানত, তুমি মোৰ সকলো স্তোত্ৰলৈকে, শক্তি সমূহৰ সৈতে আগত হোৱাঁ।।৮।।

(অথৰ্ৱা-) তোমাৰ উদাও স্তোত্ৰসমূহে সমগ্ৰ মানুহৰ অধিষ্ঠানলৈ আগমন কৰক। তুমি যি বস্তু মোক দিয়া নাই, সেই বস্তু মোক দান কৰাঁ। তুমি মোৰ যোগ্য সপ্তপদী মিত্ৰ হ'লা।।৯।। হে বৰুণ, আমাৰ দুয়োজনৰে বন্ধন একে; সন্তানো একে।

(বৰুণ-) তোমাৰ আৰু মোৰ কি সন্তান একে তাক মই জানো। তোমাক মই যি বস্তু দান কৰা নাই, সেই বস্তু দিছোঁ। মই তোমাৰ সপ্তপদী মিত্ৰ হ'লো যে সেয়া যুগুত কথা হৈছে।।১০।। স্তোতাজন হৈছে দেৱতাক দান কৰা এজন দেৱতা। স্তোতাজন বিপ্ৰৰ কাৰণে এজন সুমেধাসম্পন্ন বিপ্ৰ।

(অথৰ্ৱা-) হে স্বধাযুক্ত বৰুণদেৱ, দেৱতাৰ বন্ধুৰূপে তুমি পিতৃ অথৰ্ৱাক জন্ম দিছা; তুমি তেওঁক সুপ্ৰশংসিত ধন দান কৰাঁ। তুমি আমাৰ পৰম মিত্ৰ আৰু (স্নেহৰ দ্বাৰা বন্ধনকাৰী) বন্ধু।।১১।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—অঙ্গিৰা। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্‌, পংক্তি।)

হে জাতবেদা অগ্নি, তুমি আজি মনুষ্যৰ গৃহত প্ৰজ্বলিত হৈ স্বয়ং দেৱতা হৈও অন্য দেৱতাসকলক যজন কৰাঁ। তুমি মিত্ৰভাৱসম্পন্ন, গতিকে সেই কথা বুজি (তেওঁলোকক) লৈ আহাঁ। তুমি প্ৰকৃষ্ট বুদ্ধিসম্পন্ন, ক্ৰান্তদৰ্শী।।১।। হে তনূনপাৎ[33], তোমাৰ সত্যলোক প্ৰাপক পথসমূহ (অথবা যজ্ঞীয় দ্ৰব্যসমূহ) মধুময় কৰি, হে সুন্দৰ জিহ্বাযুক্ত, তুমি তাক আস্বাদন কৰাঁ। সুন্দৰ সুন্দৰ ভাবৰ দ্বাৰা স্তৱসমূহ আৰু যজ্ঞ সমৃদ্ধ কৰি আমাৰ যজ্ঞ দেৱতাসকলৰ ওচৰত উপস্থিত কৰোৱাঁ।।২।। হে অগ্নি, তুমি দেৱতাসকলৰ আহ্বানকাৰী,পূজনীয় আৰু বন্দনীয়, তুমি বসুগণৰ সৈতে মিলিত হৈ (এই যজ্ঞলৈ) আহাঁ। হে মহৎপুৰুষ, তুমি দেৱগণৰ হোতা। তুমি আমাৰ দ্বাৰা প্ৰণোদিত হৈ যজ্ঞ সম্পন্ন কৰাঁ। তোমাৰ সমান শ্ৰেষ্ঠ যজ্ঞকৰ্তা আৰু কোনো নাই।।৩।। দিনৰ প্ৰথমভাগত বেদিৰূপ ভূমিক আচ্ছাদন কৰিবৰ কাৰণে পূবমুৱাকৈ

বৰ্হি (কুশবন) বিস্তাৰিত কৰি দিয়া হৈছে। সেই শ্ৰেষ্ঠ কুশবন আৰু বেছি বিস্তাৰিত হৈছে। দেৱতাসকলৰ আৰু অদিতিৰ (উপৱেশনৰ) অৰ্থে সুখকৰ হৈছে।।৪।। ৰমণীগণে বেশভূষা কৰি পতিৰ ওচৰত ধৰা দিয়াৰ দৰে, সকলো ফালে মেল খোৱা এই সুবৃহৎ দিব্য দ্বাৰসমূহ বহলকৈ মেল খাওক। (হে দ্বাৰ দেৱীগণ,) তোমালোক দেৱতাসকলে অহা-যোৱা কৰাৰ কাৰণে সুচল হোৱাঁ।।৫।। যজ্ঞভাগৰ অধিকাৰিণী উষাদেৱী আৰু ৰাত্ৰিদেৱী পৰস্পৰ সন্নিহিত হৈ (প্ৰাণীগণৰ) উত্তম নিদ্ৰাৰ উদ্দেশ্যে এই যজ্ঞৰ থলিত উপবেশন কৰকহি. তেওঁলোক দিব্য, মহতী, উদ্ভাসিত স্ত্ৰী, পৰম শোভাযুক্তা, উজ্জ্বল শ্ৰীধাৰণকাৰী স্ত্ৰী।।৬।। দৈৱ হোতা দুজনে প্ৰথমতে উত্তম বাক্যেৰে স্তৱ কৰে, মনুষ্যৰ যজ্ঞৰ কাৰণে যজ্ঞীয় অনুষ্ঠান প্ৰস্তুত কৰে, পুৰোহিতগণক প্ৰণোদিত কৰে, ক্ৰিয়াকুশল তেওঁলোক দুজনে মন্ত্ৰেৰে সৈতে পূৰ্ব দিশত আলোক উৎপাদন কৰে।।৭।। ভাৰতীদেৱী অতি শীঘ্ৰে আমাৰ যজ্ঞলৈ আহক। এই যজ্ঞৰ কথা স্মৰণ কৰি মনুষ্যৰ দৰে ইড়া দেৱীও আহক। সৰস্বতীৰ সৈতে তিনিওগৰাকী কৰ্মকাৰিণী দেৱীয়ে সমুখত থকা কুশাসনত উপৱেশন কৰক।।৮।। (দেৱতাসকলৰ) জননীস্বৰূপা দ্যাবাপৃথিৱীক সৃষ্টি কৰি যিজনে সমস্ত জগততে নানা ৰূপবিশিষ্ট প্ৰাণীৰ সৃষ্টি কৰিছে, হে হোতা, সেই ত্বষ্টাদেৱক তুমি আজি অৰ্চনা কৰাঁ। তোমাৰ অন্ন আছে, তুমি বিজ্ঞ আৰু সৰ্বশ্ৰেষ্ঠ যজ্ঞকৰ্তা।।৯।। (হে যূপকাষ্ঠ) তুমি সকলো ঋতুতে দেৱতাসকলক অন্ন আৰু হোমদ্ৰব্য প্ৰদান কৰাঁ। বনস্পতি, শমিতা আৰু অগ্নিযে মধু আৰু ঘৃতৰ সৈতে হোমৰ দ্ৰব্য আস্বাদন কৰক।।১০।। অগ্নিয়ে জন্মা মাত্ৰকে যজ্ঞ নিৰ্ণয় কৰিলে, তেওঁ দেৱগণৰ অগ্ৰগামী দূত হ'ল। এই (অগ্নিৰূপ) হোতাৰ নিৰ্দেশত মন্ত্ৰ পাঠ হওক, যজ্ঞৰ বাক্য উচচাৰিত হওক, স্বাহা বুলি প্ৰদান কৰা হবি দেৱগণত উপনীত হওক।।১১।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—গৰুত্মান্। দেৱতা—সৰ্পবিষনাশন। ছন্দ—জগতী, পংক্তি, অনুষ্টুপ।)

স্বৰ্গৰ ক্ৰান্তদৰ্শী কৱি বৰুণে মোক উপদেশ দিছিল। সেই অমোঘ মন্ত্ৰেৰে মই তোমাৰ (সৰ্পদংশনৰ) বিষ দূৰ কৰিম। (গাৰ মঙহ) খানি নিয়াই হওক বা খানি নিনিয়াই হওক, অথবা লিপিত খাই থকাই হওক, মই তোমাৰ বিষ টানি উলিয়াইছোঁ। উষৰ ভূমিত পানী বিনষ্ট হোৱাৰ দৰে তোমাৰ বিষ নাশ পাইছে।।১।। ৰস শুহি নিয়া তোমাৰ যি বিষ, তাক মই এইবোৰতে (শৰীৰস্থ জলৰ মাজতে) ধৰি পেলাইছোঁ। মই তোমাৰ উত্তম, মধ্যম আৰু অধম বিষ ধৰি পেলাইছোঁ। সেই সকলোবোৰ ভয়তে

নাশ হ'ব।।২।। মোৰ মাতষাৰ যেন এটা ষাঁড়গৰু, মেঘৰ পৰা অহা গাজনিহে যেন। (হে সৰ্প,) মই তোৰ অমোঘ মন্ত্ৰেৰে তোক ব্যাহত কৰিছোঁ। মই তাৰ বিষ মনুষ্যৰ যোগেদি গ্ৰহণ কৰিছোঁ। অন্ধকাৰৰ মাজত জ্যোতি প্ৰকাশ হোৱাৰ দৰে সূৰ্য উদিত হওক।।৩।। হে সৰ্প, মই মোৰ চকুৰ শক্তিৰে তোৰ চকুৰ শক্তি নাশ কৰিছোঁ, মোৰ বিষেৰে তোৰ বিষ নাশ কৰিছোঁ; তই মৰ, জীয়াই নাথাকিবি। তোৰ বিষ তোলৈকে ঘূৰি যাওক।।৪।। হে ফুট্‌ফুটীয়া কৈৰাত সৰ্প, ধোঁৱা বৰণীয়া ক'লা, তৃণত বাস কৰা সৰ্পগণ, তহঁতে শুনহঁক। তহঁত মোৰ মিত্ৰৰ স্থানত নাথাকিবি। শব্দ শুনাই শুনাই তহঁত বিষতে সোমাই থাক।।৫।। তমাত নামৰ ক'লা, ধোঁৱাবৰণীয়া, পানী নোহোৱা ঠাইত থকা সাপ আৰু সাত্ৰাসাহ সাপৰ ক্ৰোধ মই ধনুৰপৰা গুণ এৰুৱাৰ দৰে এৰুৱাই দিছোঁ; ৰথৰ দৰে মুকলি কৰি দিছোঁ।।৬।। আলিগী আৰু বিলিগী, পিতৃ আৰু মাতৃ, আমি সকলো প্ৰকাৰে তহঁতৰ সম্পৰ্কৰ কথা জানো। শক্তিহীন তঁহতে কি কৰিবিনো।।৭।। বিশাল গুলা বৃক্ষত জন্মা (উৰুগুলাৰ কন্যা), ক'লা বৰণীয়া দাসীৰ সেৱিকা (দাসীৰপৰা জন্মা)— দাঁতেৰে ক্ৰোধ প্ৰকট কৰা এই সকলোবোৰ সৰ্পিণীৰ বিষ অসাৰ হওক।।৮।। পৰ্বতৰ নামনিত বিচৰণ কৰা, কেটেলা পহুৱে কৈছিল যে গাঁত খানি বাস কৰা সৰ্পিণীহঁতৰ বিষ অসাৰ হওক।।৯।। তাবুৱ, তই তাবুৱ নহয়; তই কেতিয়াও তাবুৱ নহয়; কাৰণ তাবুৱৰ প্ৰভাৱত বিষ অসাৰ হয়।।১০।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—শুক্ৰ। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্, বৃহতী, ত্ৰিষ্টুপ্।)

সুপৰ্ণই (গৰুড়ই) তোমাক বিচাৰি পাইছিল; বৰাহে তোমাক দাঁতেৰে খানি উলিয়াইছিল। হে ওষধি, যি আমাক (কৃত্যাকৰ্মৰ দ্বাৰা) বিনাশ কৰিব খোজে, তুমি তাক বিনষ্ট কৰাঁ, বধ কৰাঁ।।১।। যাতুধানবিলাকক বধ কৰাঁ, কৃত্যা (নামৰ কুমন্ত্ৰ) কৰোঁতাবিলাকক বধ কৰাঁ। যি আমাক বিনাশ কৰিব খোজে, হে ওষধি, তুমি তাক বধ কৰাঁ।।২।। হে দেৱগণ, তোমালোকে কৃত্যাকাৰীৰ ছালৰপৰা এছিটা (বৰতী) এৰুৱাই আনি কৃত্যাকাৰীক (বুকুৰ আভৰণ) নিষ্কৰ দৰে কৃত্যাৰে মেৰিয়াই পেলোৱাঁ।।৩।। তুমি কৃত্যাক হাতত ধৰি কৃত্যাকাৰীৰ ওচৰলৈকে পুনৰ লৈ যোৱাঁ; সি যাতে কৃত্যাকাৰীক বিনাশ কৰিব পাৰে, কৃত্যাক তেওঁৰ সমুখত ৰাখাঁ।।৪।। কৃত্যাকাৰীৰ উদ্দেশ্যেই কৃত্যা (অনিষ্টকাৰক) হওক; শাও দিওঁতাজনৰ গাতে শাও লাগক; অনায়াসে চলি যোৱা ৰথৰ দৰে কৃত্যায়ো কৃত্যাকাৰীৰ ওচৰলৈ গতি কৰক।।৫।। নাৰীয়েই হওক বা পুৰুষেই হওক, যদি তেওঁ পাপৰ অৰ্থে কৃত্যা কৰিছে,

তেনেহ'লে আমি তেওঁক সেই কৃত্যাৰেই বান্ধি পেলাইছোঁ। যোঁৱা বন্ধা জৰীৰে যোঁৱা বন্ধাৰ দৰে (কৃত্যাকাৰীক বান্ধিছোঁ।।৬।। (হে কৃত্যা,) তুমি দেৱনিৰ্ম্মিতেই হোৱা বা মনুষ্যকৃতেই হোৱা, ইন্দ্ৰৰ লগ লাগি আমি তাক তোমালৈকে ঘূৰাই পঠাম।।৭।। হে অগ্নি, তুমি প্ৰতিযোদ্ধা পৰাভৱকাৰী, প্ৰতিযোদ্ধাক পৰাভৱ কৰাঁ। আমি প্ৰতি-হৰণ কৰ্মৰ দ্বাৰা কৃত্যাকাৰীলৈকে কৃত্যা ঘূৰাই পঠাইছোঁ।।৮।। হে কৃতব্যধনি (এই নামৰ ঔষধি অথবা সংহাৰকাৰী), যি তোমাক প্ৰয়োগ কৰিছে, তুমি তাকে বিনষ্ট কৰাঁ। যি তোমাক প্ৰয়োগ কৰা নাই, আমি সেইজনক বিনষ্ট কৰিবলৈ যত্ন নকৰোঁ।।৯।। পিতাকৰ ওচৰলৈ পুত্ৰ যোৱাৰ দৰে হে কৃত্যা তুমি তোমাৰ প্ৰয়োগ, কৰ্তাৰ ওচৰলৈকে যোৱাঁ, গচক পৰিলে (সাপৰ দৰে) দংশন কৰাঁ; বান্ধোন ছিগিলে (বছীয়ে) নিজকে মেৰিয়াই ধৰাৰ দৰে তুমিও কৃত্যাকাৰীক মেৰিয়াই ধৰাঁগৈ।।১০।। এণী মৃগী, হস্তিনী আৰু মৃগী জঁপিয়াই পৰাৰ দৰে কৃত্যাও কৃত্যাকাৰীৰ গাত জঁপিয়াই পৰক।।১১।। হে দ্যাবাপৃথিৱী, শৰতকৈও পোনে পোনে গৈ ই কৃত্যাকাৰীৰ গাত পৰকগৈ। এই কৃত্যাই কৃত্যাকাৰীক পছ ধৰাদি ধৰকগৈ।।১২।। এই কৃত্যা জুইৰ ওচৰলৈ আৰু পানীৰ দৰে তললৈ যাওক। সহজে চলি যোৱা ৰথৰ দৰে ই কৃত্যাকাৰীৰ ওচৰলৈ ঘূৰি যাওক।।১৩।।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—মধুলা ওষধি। ছন্দ—অনুষ্টুপ্, বৃহতী।)

মোৰ অপবাদ ৰটনাকাৰী এজনেই হওক বা দহজনেই হওক, যজ্ঞৰ পৰা উদ্ভূত, যজ্ঞৰ দ্বাৰা সমৃদ্ধ হে মধুযুক্ত ওষধি, তুমি (মোৰ বচন) মধুৰ কৰাঁ।।১।। মোৰ অপবাদ ৰটনাকাৰী দুজনেই হওক বা বিছজনেই হওক, যজ্ঞৰ পৰা ইত্যাদি (পূৰ্ব্ববৎ)।।২।। মোৰ অপবাদ ৰটনাকাৰী তিনিজনেই হওক বা ত্ৰিছজনেই হওক, যজ্ঞৰ পৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। মোৰ অপবাদ ৰটনাকাৰী চাৰিজনেই হওক বা চল্লিছজনেই হওক, (ইয়াৰ পিছৰ অংশ ১১ মন্ত্ৰ পৰ্যন্ত প্ৰথম মন্ত্ৰৰ দৰেই হ'ব)।।৪।।
মোৰ অপবাদ ৰটনাকাৰী পাঁচজনেই হওক বা পঞ্চাছজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।৫।।
মোৰ অপবাদৰটনাকাৰী ছজনেই হওক বা ষাঠিজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।৬।।
মোৰ অপবাদ ৰটনাকাৰী সাতজনেই হওক বা সত্তৰজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।৭।।
মোৰ অপবাদ ৰটোঁতা আঠজনেই হওক বা আশীজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।৮।।
মোৰ অপবাদ ৰটোঁতা নজনেই হওক বা নবৈজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।৯।।
মোৰ অপবাদ ৰটোঁতা দহজনেই হওক বা এশজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।১০।।
মোৰ অপবাদ ৰটনাকাৰী এশজনেই হওক বা হেজাৰজনেই হওক ইত্যাদি (পূৰ্ব্ববৎ)।।১১।।

# চতুৰ্থ অনুবাক

## ষোড়শ সূক্ত (১৬)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—একবৃষ। ছন্দ—উষ্ণিক্, অনুষ্টুপ্, গায়ত্ৰী।)

যদি তুমি এক বৃষভ (সদৃশ শক্তিমান), তেনে তুমি সৃষ্টি কৰাঁ; নহ'লে তোমাক শক্তিহীন বুলি ধৰা হ'ব।।১।। (এই মন্ত্ৰৰপৰা ৯ মন্ত্ৰলৈকে যথাক্ৰমে দুই, তিনি, চাৰি, পাঁচ, ছয়, সাত, আঠ আৰু ন বৃষভ বুলি পদ সলাই দি বাকী বাক্য একেই থাকিব)।।২-৯।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি—ময়োভু। দেৱতা—ব্ৰহ্মজায়া। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

সূৰ্য, বৰুণ, বায়ু, প্ৰজ্বলিত অগ্নি, সুখকৰ সোম, জলদেৱী গণ আৰু ঋতৰ (ব্ৰহ্মাৰ) পৰা উদ্ভৱ হোৱা অন্য অগ্ৰজসকলে ব্ৰহ্মদোষ (অৰ্থাৎ ব্ৰাহ্মণৰ বিৰুদ্ধে আচৰণ কৰা পাপ) সম্পৰ্কত কৈছিল।।১।। ৰজা সোমে লজ্জিত নোহোৱাকৈ সৰ্বপ্ৰথম ব্ৰহ্মজায়াক (ব্ৰাহ্মণৰ পত্নীক) পুনৰ প্ৰদান কৰিছিল। বৰুণ আৰু মিত্ৰই তেওঁক অনুসৰণ কৰিলে; হোমকৰ্তা অগ্নিয়ে (পত্নীক) হাতত ধৰি আনি দিলে।।২।। "এওঁৰ দেহ হস্তৰ দ্বাৰা গ্ৰহণ কৰিবৰ যোগ্য; এওঁ ব্ৰাহ্মণৰ পত্নী" এই কথা তেওঁলোকে কৈছিল। দূতৰ কাৰণে উলিয়াই দিবলৈ এওঁ বৈ থকা নাই। সেইদৰে ক্ষত্ৰিয়ৰ ৰাষ্ট্ৰ ৰক্ষিত হয়।।৩।। এয়া আউল-বাউল চুলিৰে সৈতে এক উল্কা বুলি যাৰ কথা কোৱা হয়, তেওঁ জনসমূহৰ কাৰণে নামি অহা দুৰ্ভাগ্য। সেই 'ব্ৰহ্মজায়া'ই উল্কাযুক্ত 'শশ' পতিত হোৱা ৰাষ্ট্ৰ দগ্ধ কৰে।।৪।। ব্ৰহ্মচাৰীয়ে বহু সেৱা কৰি বিচৰণ কৰি ফুৰে, তেওঁ দেৱতাসলৰ এক অংগ। তেওঁৰ যোগেদি বৃহস্পতিয়ে পত্নীক লাভ কৰিছিল, যেনেকৈ সোমে নিয়া যজ্ঞৰ চামোচ দেৱতাসকলে লাভ কৰিছিল (তেনেকৈ)।।৫।। প্ৰাচীন দেৱতাসকলে এওঁৰ কথা কৈছিল; তপস্যা সহিত স্থিত সপ্ত ঋষিগণেও কৈছিল। অপহৃতা ব্ৰাহ্মণপত্নী ভয়ংকৰী হয়; তেওঁ আকাশত অশান্তিৰ সৃষ্টি কৰে।।৬।। যিবিলাক গৰ্ভপাত হয়, যি প্ৰাণী বিনাশ পায়, যিসকল জীৱে পৰস্পৰে কটা মৰা কৰে, ব্ৰহ্মজায়াই সেইসকলৰে অনিষ্ট কৰে।।৭।। অব্ৰাহ্মণ তিৰোতাৰ দহজন পতি থাকিব পাৰে; কিন্তু যদি ব্ৰাহ্মণে সেই তেওঁৰ পাণি গ্ৰহণ কৰে, সেইজনহে তেওঁৰ স্বামী হ'ব।।৮।। ব্ৰাহ্মণেই হে তেওঁৰ পতি, ৰাজন্যও নহয়, বৈশ্যও নহয়; সেই কথা সূৰ্যই পঞ্চজাতিৰ মানুহক কৈ গৈছে।।৯।। দেৱগণে পুনৰ প্ৰদান কৰিলে, মনুষ্যগণেও পুনৰ প্ৰদান কৰিলে; ৰজাসকলেও সত্য উপলব্ধি কৰি ব্ৰহ্মজায়াক পুনৰ প্ৰদান

কৰিলে।।১০।।ব্ৰহ্মজায়াক পুনৰ প্ৰদান কৰি দেৱতাসকলৰ ওচৰত কৰা অপৰাধৰপৰা মুক্ত হৈ পৃথিৱীৰ সৰ্বশ্ৰেষ্ঠ অন্ন ভাগ কৰি তেওঁলোকে সৰ্বসুখত অৱস্থান কৰিছে।।১১।। যাৰ ৰাষ্ট্ৰত অজ্ঞতাবশতঃ ব্ৰহ্মজায়াক অৱৰুদ্ধ কৰি ৰখা হয় (ইয়ালৈকে বাক্যাংশটো পিছৰ প্ৰতিটো মন্ত্ৰৰ আদিতে ১৭ মন্ত্ৰ পৰ্যন্ত যোগ কৰি পঢ়িব), তেওঁৰ কাৰণে (সম্পদ) বহনকাৰী কল্যাণী পত্নী শয্যাত শয়ন নকৰে।।১২।। যাৰ ৰাষ্ট্ৰত ................, তেওঁৰ বাসস্থানত বিশাল কৰ্ণ আৰু বিশাল শিৰ থকা ব্যক্তিয়ে জন্ম গ্ৰহণ নকৰে।।১৩।। যাৰ ৰাষ্ট্ৰত........, কণ্ঠত নিষ্ক ধাৰণ কৰি তেওঁৰ সাৰথি সুনা (সেনা?) সমূহৰ আগত যাব নোৱাৰে।।১৪।। যাৰ ৰাষ্ট্ৰত.........., তেওঁৰ কৃষ্ণকৰ্ণ শ্বেত অশ্ব ধুৰাত সংযুক্ত কৰিও প্ৰশংসিত হ'ব নোৱাৰে।।১৫।।যাৰ ৰাষ্ট্ৰত...., তেওঁৰ ভূমিত পদ্মসমৃদ্ধ জলাশয় নাথাকে আৰু পদ্ম তথা পদ্মকন্দও নজন্মে।।১৬।। যাৰ ৰাষ্ট্ৰত........., তেওঁৰ কাৰণে দোহনকাৰীসকলে ফুটুকী গাইৰ গাখীৰ নিখিৰায়।।১৭।। যাৰ ৰাজ্যত পত্নীহীন হৈ ব্ৰাহ্মণে দুখেৰে ৰাতি কটায়, তেওঁৰ কাৰণে গাই কল্যাণকাৰিণী নহয়, বলধেও ধুৰা বহন নকৰে।।১৮।।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি—ময়োভূ। দেৱতা—ব্ৰহ্মগবী। ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ্।)

হে নৃপতি, দেৱতাসকলে তাইক ভক্ষণ কৰিবৰ কাৰণে তোমাক দিয়া নাছিল। হে ৰাজন্য, এই অখাদ্য ব্ৰাহ্মণৰ গাইজনী তুমি বধ কৰিবলৈ নাচাবা।।১।। ইন্দ্ৰিয়দ্ৰোহী, আত্মপৰাজিত, পাপকৰ্মা ৰজাই "মোক আজি জীয়াই থাকিবলৈ দিয়া, কাইলৈ নহয়" এইবুলি ব্ৰাহ্মণৰ গাই ভক্ষণ কৰে।।২।। হে ৰাজন্, ছালখনৰ তলত ঢাক খাই থকা অত্যন্ত বিষাক্ত পৃদাকু সৰ্পৰ নিচিনা এই ব্ৰাহ্মণৰ গাইজনী কঠুৱা, খাবৰ যোগ্য নহয়।।৩।। ব্ৰাহ্মণক যি খাদ্য (লাভ কৰা স্থান) বুলি ভাবে, তেওঁ তৈমাত সৰ্পৰ বিষ পান কৰে। ক্ষত্ৰিয় তেজ হেৰুৱায়, ওজস্বিতা নাশ কৰে, জ্বলি উঠা জুইৰ দৰে নিজৰ সৰ্বস্ব দগ্ধ কৰে।।৪।। যি ধনকামী কিন্তু জ্ঞানহীন দেৱহিংসকে এওঁক (ব্ৰাহ্মণক) লঘু বুলি ভাবি বধ কৰে, ইন্দ্ৰই তেওঁৰ হৃদয়ত জুই জ্বলায়; তেওঁ ফুৰা চকা কৰোঁতে দ্যাৱা পৃথিৱীয়ে দ্বেষ কৰে।।৫।। যি নিজকে প্ৰিয়তম বুলি ভাবে, তেওঁৰ কাৰণে ব্ৰাহ্মণো হিংসাৰ যোগ্য নহয়; কাৰণ সোম তেওঁৰ আত্মীয় আৰু ইন্দ্ৰ তেওঁৰ অভিভৱৰপৰা ৰক্ষাকৰ্তা।।৬।। যি মূৰ্খই ব্ৰাহ্মণৰ অন্নৰ কথা এইবুলি ভাবে, "মই স্বাদু অন্ন ভোজন কৰিছোঁ, তেওঁ শতপাক মাৰি থকা (বিপজ্জনক) বস্তুহে গিলে, তাৰ মেৰপাক তেওঁ মুকলি কৰি ল'ব নোৱাৰে।।৭।। জিভাখন ধনুৰ গুণ হয়, বচন

(শৰপাটৰ) কণ্ঠভাগ, দাঁতসমূহ তপস্যাৰে লিপ্ত হৈ থকা বলম, এইবিলাকেৰে ব্ৰাহ্মণে দেৱহিংসকবিলাকক দেৱতাসকলে ক্ষিপ্ৰ কৰা হৃদয়ৰ বলৰূপ ধনুৰে থকা- সৰকা কৰে।।৮।। ব্ৰাহ্মণৰ তীক্ষ্ণ বাণ আছে, মাৰাত্মক অস্ত্ৰ আছে। তেওঁলোকে যি লক্ষ্যত যি আঘাত কৰে, সেয়া ব্যৰ্থ নহয়। তেওঁলোকে তপস্যা আৰু ক্ৰোধেৰে সৈতে যাৰ পিছ লয়, তেওঁক দূৰৰপৰাই বাণবিদ্ধ কৰে।।৯।। বীতহব্য বংশৰ যি সহস্ৰ সহস্ৰ ৰজাই শাসন কৰিছিল, ব্ৰাহ্মণৰ গৰু বধ কৰি তেওঁলোক বিনষ্ট হৈছিল।।১০।। যিসকলে 'কেসৰপ্ৰাবন্ধা'ৰ শেষৰ ছাগলীজনী ৰান্ধিছিল, সেই বীতব্যৱংশীয়সকলক নিহত গাইজনীয়েই তললৈ টানি নিছিল।।১১।। যি পৃথিবী কম্পিত কৰিছিল, সেই শ শ লোকো ব্ৰাহ্মণৰ সন্তান বিনষ্ট কৰাৰ ফলত সমূলে ধ্বংসপ্ৰাপ্ত হৈছিল।।১২।। যি লোকে দেৱতাৰ বন্ধু ব্ৰাহ্মণক বধ কৰে, তেওঁলোকে পিতৃগণে গতি কৰা লোক লাভ কৰিব নোৱাৰে। দেৱহিংসক লোক পৃথিবীত বিষপান কৰি অস্থিমাত্ৰ সাৰ হৈ বিচৰণ কৰে।।১৩।। অগ্নি আমাৰ পদলাভ কৰাওঁতা। সোম আমাৰ আত্মীয় বুলি কোৱা হয়। ইন্দ্ৰ আমাৰ নিহন্তাবিলাকৰ শাস্তিদাতা, জ্ঞানীসকলে এইবুলিয়ে জানে।।১৪।। হে নৃপতি, শৰৰ দৰে (বিহত) জুবুৰিয়াই থোৱা, বিষাক্ত সাপৰ দৰে (ভয়ংকৰ) ব্ৰাহ্মণৰ সেই শৰ, হে গোপতি, অতি দুৰ্ঘোৰ; তাৰে দ্ৰোহকাৰীক বিদ্ধ কৰে।।১৫।।

## উনবিংশ সূক্ত (১৯)

(ঋষি—ময়োভূ। দেৱতা—ব্ৰহ্মগৱী। ছন্দ—অনুষ্টুপ্, বৃহতী।)

সৃঞ্জয়সকলে বৃদ্ধি লাভ কৰিছিল; (কিন্তু) তেওঁলোকে স্বৰ্গ স্পৰ্শ কৰা নাছিল। ভৃগুক হিংসা কৰি সৃঞ্জয়সকল আৰু বীতহব্যসকল নাশ হ'ল।।১।। যিবিলাক মানুহে অঙ্গিৰাগোত্ৰীয় ব্ৰাহ্মণ বৃহৎ সামক বিপত্তিৰে ছাটি পেলাইছিল, ঘৃতই তেওঁলোকৰ নষ্টকাৰী পুত্ৰ দিছিল আৰু দেৱতাসকলে তেওঁলোকৰ সন্তানক দূৰলৈ আঁতৰাই পঠাইছিল।।২।। যিবিলাকে ব্ৰাহ্মণলৈ থুৱাইছিল আৰু যিবিলাকে ব্ৰাহ্মণৰ পৰা কৰ লৈছিল, সেইবিলাকে ৰক্তনদীৰ প্ৰবাহত চুলি ভোজন কৰি অৱস্থান কৰি আছে।।৩।। ৰান্ধি বাঢ়ি লোৱা ব্ৰাহ্মণৰ গাই যিমানেই অন্তৰ্ভাগলৈ সোমাই যায়, সিমানে ৰাষ্ট্ৰৰ তেজ বিনষ্ট কৰে; কোনো বিক্ৰমশালী বীৰ পুৰুষে জন্ম গ্ৰহণ নকৰে।।৪।। তাইক (গাইজনীক) কটাটো নিষ্ঠুৰ কাম; তাইৰ মাংস খাবলৈ লিকটা; তাইৰ গাখীৰ খালে পিতৃগণৰ প্ৰতি অপৰাধ কৰা হয়।।৫।। যি ৰজাই নিজকে পৰাভৱ ৰহিত বুলি ভাবি ব্ৰাহ্মণক বধ কৰিব খোজে, য'ত ব্ৰাহ্মণৰ অনিষ্টসাধন হয়, সেই (ৰজাৰ তেনেকুৱা) ৰাজ্য জহি-খহি যায়।।৬।। তাই (ব্ৰাহ্মণৰ গাই) অষ্টপদা, চাৰিচকুৱা, চাৰিখন কাণ থকা, দুখন মুখ আৰু দুখন জিভা লগা হৈ ব্ৰাহ্মণৰ অনিষ্টকাৰীৰ ৰাজ্য অস্থিৰ কৰি

তোলে।।৭।। য'ত ব্ৰাহ্মণৰ অনিষ্ট সাধন কৰা হয়, সেই ৰাষ্ট্ৰত ফুটা নাৱত পানী সোমোৱাৰ দৰে সোমাই দুৰ্ভাগ্যই তাক বুৰাই পেলায়।।৮।। হে নাৰদ, যি ব্ৰাহ্মণৰ সম্পত্তিৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰে, তাক গছে "আমাৰ ছাঁলে নাহিবি" বুলি খেদি পঠায়।।৯।। ৰজা বৰুণে কৈছে— "সেয়া দেৱনিৰ্মিত এবিধ বিষ। ব্ৰাহ্মণৰ গাই বধ কৰি কোনো লোক ৰাষ্ট্ৰত জীৱিত (বা জাগৰিত) হৈ থাকিব নোৱাৰে"।।১০।। সেই আঠশ দহ সংখ্যক যিসকলৰ দ্বাৰা পৃথিৱী কম্পিত হৈ আছিল, ব্ৰাহ্মণৰ সন্তান বধ কৰি তেওঁলোক পৰাভূত হ'ল।।১১।। মৃতব্যক্তিৰ গাত যিডাল ৰছী বাটটো মোহাৰি নিবৰ কাৰণে বান্ধি দিয়া হয়, হে ব্ৰাহ্মণবিদ্বেষী, দেৱতাসকলে সেই ৰছীকেই তোমাৰ শয্যা বুলি কৈছে।।১২।। হে ব্ৰাহ্মণবিদ্বেষী, যাতনা দিয়াৰ সময়ত ব্ৰাহ্মণজনৰ চকুৰপৰা যি চকুপানী ওলায়, দেৱতাসকলে তাকে তোমাৰ পানীয়ভাগ বুলি নিৰ্ধাৰিণ কৰিছে।।১৩।। যি পানীৰে মৃতকক স্নান কৰোৱা হয় আৰু মৃতকৰ দাড়ি তিওৱা হয়, হে ব্ৰাহ্মণবিদ্বেষী, দেৱতাসকলে তাকে তুমি খাবলগীয়া পানী বুলি নিৰ্ধাৰণ কৰিছে।।১৪।। ব্ৰাহ্মণবিদ্বেষীৰ ওপৰত মিত্ৰ-বৰুণৰ বৃষ্টিপাত নঘটে, সমিতিয়ে সেই (ৰজা)। জনক সমৰ্থন নকৰে, তেওঁ মিত্ৰকো বশ কৰিব নোৱাৰে।।১৫।।

## বিংশ সূক্ত (২০)

(ঋষি—ব্ৰহ্মা। দেৱতা—বনস্পতিনিৰ্মিত দুন্দুভি। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

উচ্চস্বৰবিশিষ্ট, বনস্পতিনিৰ্মিত, ৰাওলী (গাইৰ) সমন্বিতে অনা দুন্দুভিয়ে মাতটো তেজাল কৰি আমাৰ শত্ৰুবিলাকক পৰাভূত কৰি বীৰৰ নিচিনা আচৰণ কৰক। (হে দুন্দুভি,) তুমি জয়াৰ্থী সিংহৰ দৰে সিহঁতক উদ্দেশ্যে কৰি তীব্ৰ গৰ্জন কৰা।।১।। কামিনী গাইক উদ্দেশ্যে কৰি গোজৰা ষাঁড়গৰুৰ দৰে, সিংহ সদৃহ গৰ্জন কৰা হে বৃক্ষনিৰ্মিত দুন্দুভি, তোমাক বিশেষ ধৰণেৰে (বৰতীৰে) বন্ধা হৈছে। তুমি বৃষভতুল্য, তোমাৰ শত্ৰুক নিৰ্বীৰ্য কৰি দিয়া। ইন্দ্ৰ সদৃশ তোমাৰ বল-বিক্ৰমে আক্ৰমণকাৰীৰ চক্ৰান্ত পৰাভূত কৰে।।২।। জাকৰ মাজত সহজে চিনি উলিয়াব পৰা ষাঁড় গৰু এটাৰ দৰে গাই বিচাৰি, লুটি অনা ধন লাভ কৰা তুমি শব্দ কৰাঁ। তুমি আমাৰ শত্ৰুবিলাকৰ হৃদয় শোকত বিদীৰ্ণ কৰাঁ; সিহঁত গাঁও এৰি গুচি যাওক।।৩।। প্ৰতিযোদ্ধবিলাকক সম্পূৰ্ণ জয়কৰি উদাত্ত শব্দকাৰী তুমি ধৰিবলগীয়াবিলাকক বন্দী কৰি দূৰ দূৰণিলৈ বহু দিশত দৃষ্টিপাত কৰাঁ। হে দুন্দুভি, তুমি দৈৱিক শব্দ ধ্বনিত কৰাঁ। তুমি বিধাতাস্বৰূপ; তুমি শত্ৰুৰ সম্পদৰাশি চপাই আনা।।৪।। দুন্দুভিৰ মুখৰিত শব্দ শুনি যুদ্ধত হোৱা বধৰ কথা শুনিবলৈ পাই চকিত হোৱা শত্ৰুনাৰীয়ে নিজৰ পুত্ৰৰ ওচৰলৈ গৈ তাৰ হাতত ধৰি প্ৰাৰ্থনা কৰে।।৫।। হে দুন্দুভি, তুমি যেন প্ৰথমে

তোমাৰ কথা কোৱা; ভূমিপৃষ্ঠত নিজৰ উদ্দীপ্ত বাণী প্ৰসাৰিত কৰাঁ। হে দুন্দুভি, আমাৰ শত্ৰুসেনাৰ ওপৰত মুখ মেলি মেলি তোমাৰ সত্য বচন স্পষ্টভাৱে ঘোষণা কৰাঁ।।৬।। আকাশ-পৃথিবীৰ মাজ ভাগত প্ৰসাৰিত হওক; তোমাৰ শব্দই তীব্ৰ বেগেৰে বহু প্ৰকাৰে গতি কৰক। গৰ্জন কৰাঁ, বজ্ৰৰ দৰে কঠোৰ শব্দ কৰাঁ, আমাৰ পক্ষৰ মিত্ৰসকলৰ জয় ঘোষণাৰে নিনাদিত কৰাঁ।।৭।। কৌশলেৰে সৈতে বজোৱা দুন্দুভিয়ে সুন্দৰ বাণী উচ্চাৰিত কৰক। তুমি যোদ্ধাসকলৰ অস্ত্ৰ উত্তেজিত কৰাঁ, ইন্দ্ৰৰ প্ৰিয়পাত্ৰ তুমি যোদ্ধাসকলক আহ্বান কৰাঁ আৰু আমাৰ মিত্ৰসকলৰ দ্বাৰা শত্ৰুবিলাকক বিনষ্ট কৰাঁ।।৮।। তৰ্জন-গৰ্জন কৰা ৰাজ আজ্ঞাপ্ৰচাৰক এজনৰ নিচিনা, তুমি সাহসী সৈন্য সমন্বিতে বহু ঠাইত ঘোষণা কৰি কৰি গাঁওবিলাক নিনাদিত কৰি, সুযোগ চাই, পথৰ কথা জানি লৈ দুই ৰজাৰ মাজত হোৱা যুদ্ধত আমাৰ যশস্যা বিতৰণ কৰাঁ।।৯।। তুমি কল্যাণসূচক, ধনবিজেতা, শক্তিশালী, সংগ্ৰামজয়ী, মন্ত্ৰৰ দ্বাৰা তীক্ষ্ণীকৃত; শিলাখণ্ডই (সোম) অভিষৱ কৰাৰ সময়ত নৃত্য কৰাৰ দৰে তুমিও শত্ৰুক ধন হস্তগত কৰি লৈ নৃত্য কৰাঁ।।১০।। শত্ৰুক অভিভৱ কৰি, পৰাভূত কৰি আৰু অৱদমন কৰি, চক্ৰান্তকাৰীক পৰাভূত কৰি, গৰুৰ সন্ধান কৰি কৰি, উৰ্ধ্বগামী হৈ তুমি এজন বাগ্মীৰ মন্ত্ৰৰ দৰে নিজৰ শব্দ উচ্চস্বৰলৈ তোলাঁ; সংগ্ৰামত জয়ী হ'বলৈ ধ্বনি কৰাঁ।।১১।। লৰচৰ নকৰাক গতিশীল কৰি, সংঘৰ্ষৰ মুখামুখি হ'বলৈ গতি কৰাই, সন্মুখলৈ গৈ জয়লাভ কৰোৱাঁ। ইন্দ্ৰৰ দ্বাৰা ৰক্ষিত তুমি আমাৰ শত্ৰুৰ হৃদয় বিদীৰ্ণ কৰি শীঘ্ৰে গতি কৰাঁ।।১২।।

## একবিংশ সূক্ত (২১)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—বনস্পতিনিৰ্মিত দুন্দুভি। ছন্দ—পংক্তি, অনুষ্টুপ্, প্ৰভৃতি।)

হে দুন্দুভি, তুমি শত্ৰুবিলাকৰ মাজত হৃদয় বিভাজিত হোৱা আৰু মন বিভাজিত হোৱা কথা প্ৰচাৰ কৰাঁ। শত্ৰুবিলাকৰ মাজত আমি পাৰস্পৰিক বিদ্বেষ, মোহগ্ৰস্ততা আৰু ভয় সঞ্চাৰ কৰিছোঁ। তুমি আমাৰ শত্ৰুবিলাকক বিনষ্ট কৰাঁ।।১।। ঘৃতাহুতি দিয়াৰ লগে লগে মন, দৃষ্টি আৰু হৃদয় কম্পিত হৈ ক্ৰন্দমান আমাৰ শত্ৰুবিলাক ত্ৰাসত আঁতৰি যাওক।।২।। হে বৃক্ষনিৰ্মিত, ৰাঙলী গাইৰে সৈতে অনা, সমস্ত গোত্ৰৰ সম্পত্তিস্বৰূপ তুমি ঘৃতেৰে সম্পৃক্ত হৈ আমাৰ শত্ৰুবিলাকৰ ত্ৰাস জন্মোৱাঁ।।৩।। বন্য জন্তুৱে চিকাৰীৰপৰা ত্ৰাস পোৱাৰ দৰে, হে দুন্দুভি, তুমিও শত্ৰুবিলাকৰ ত্ৰাস জন্মোৱাঁ আৰু সিবিলাকক মোহগ্ৰস্ত কৰাঁ।।৪।। যেনেকৈ কুকুৰনেছীয়া দেখিলে ছাগলী, ভেড়া আদিয়ে ভয় খাই লৰ মাৰে, হে দুন্দুভি ইত্যাদি (আগৰ বাক্যৰ দৰে)।।৫।। প্ৰতিদিনে চৰাইবিলাকে শেনৰ পৰা ভয় পায়, সিংহৰ গৰ্জনৰ দৰে হে

দুন্দুভি ত্যাদি (পূৰ্ব্ববৎ)।।৬।। হৰিণাৰ ছাল আৰু দুন্দুভিৰ দ্বাৰা সমস্ত সংগ্ৰামৰ অধিষ্ঠাতা দেৱতাসকলে আমাৰ শত্ৰুক ভীতিগ্ৰস্ত কৰক।।৭।। ইন্দ্ৰই যি ভৰিৰ খোজেৰে ছাঁৰ লগত ক্ৰীড়া কৰে, সেইবিলাকৰ শব্দেৰেই সৌ সেনা বাহিনীত যোৱা আমাৰ শত্ৰুক সন্ত্ৰস্ত কৰক।।৮।। ধনুৰ গুণৰ শব্দৰ সৈতে মিলি দুন্দুভিবিলাকে পৰাজিত শত্ৰুসৈন্য পলাই যোৱা দিশ নিনাদিত কৰক।।৯।। হে আদিত্য, তুমি সিবিলাকৰ দৃষ্টি হৰণ কৰাঁ; হে ৰশ্মিগণ, তোমালোকে সিবিলাকক পিছে পিছে খেদি যোৱাঁ। শত্ৰুবিলাক বাহুবলশূন্য হৈ শিকলিত বান্ধ খাওক।।১০।। হে উগ্ৰ মৰুৎগণ, শবলা তোমালোকৰ মাতৃ; ইন্দ্ৰৰ সৈতে লগ হৈ তোমালোকে শত্ৰুক বিনষ্ট কৰাঁ।।১১।। সূৰ্য যাৰ ধ্বজা, সেই সমান চিত্তযুক্ত দেৱসেনাগণে আমাৰ শত্ৰুক জয় কৰক। এয়া সুন্দৰ আহুতি প্ৰদান কৰা হওক।।১২।।

## পঞ্চম অনুবাক

### দ্বাবিংশ সূক্ত (২২)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—তক্মনাশন। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, জগতী।)

অগ্নি, সোম, গ্ৰাৱা (পটাৰ শিল), পৱিত্ৰ দক্ষতাসম্পন্ন বৰুণ, বেদি, শিখা আৰু প্ৰজ্বলিত ইন্ধনে জ্বৰ নাশ কৰক; সৌ শত্ৰুবোৰক দূৰ কৰক।।১।। (হে জ্বৰ,) তুমি ইয়াত সকলোকে পীতবৰণৰ কৰা, জুইৰ দৰে তাপ দিয়া আৰু দহি নিয়া; তেনেহ'লে এতিয়া তুমি সাৰহীন হোৱাঁ; ভিতৰলৈ বা বাহিৰলৈ গুচি যোৱাঁ।।২।। কঠুৱা, খহটা, ছটিয়াই দিয়াৰ দৰে ৰঙা, সকলো প্ৰকাৰে বীৰ্যশালী হে ওষধি, তুমি জ্বৰক হেঁচা মাৰি আঁতৰাই পঠোৱাঁ।।৩।। জ্বৰলৈ নমস্কাৰ জনাই মই তলৰ ফালে খেদাই দিছোঁ; শকম্ভৰক ভুকু মাৰি বধ কৰোঁতা মহাবৃষলৈ ঘূৰি যাওক।।৪।। মুজৱন্ত তাৰ ঘৰ, মহাবৃষ তাৰ ঘৰ; হে জ্বৰ, তুমি জন্ম হোৱাৰে পৰা বাহ্লীকবিলাকৰ মাজত ঘৰত আছা।।৫।। হে জ্বৰ, হে প্ৰবঞ্চক, কথা কোৱাঁ। হে অঙ্গহীন, তুমি পলৰীয়া দাসজাতিৰ তিৰোতা বিচাৰি লোৱাঁ, তাইক বজ্ৰপাতৰ লগত মিলিত কৰাঁ।।৬।। হে জ্বৰ, তুমি মুঞ্জৱন্তলৈ গুচি যোৱাঁ, অথবা তাতোকৈও দূৰ বহ্লীকলৈ যোৱাঁ। ভ্ৰষ্টাচাৰী শূদ্ৰ তিৰোতা বিচাৰি লোৱাঁ, তুমি তাইক কম্পিত কৰি তোলাঁ।।৭।। মহাবৃষ আৰু মুঞ্জৱন্তলৈ গৈ তুমি তোমাৰ বন্ধুক ভক্ষণ কৰাঁ, আমি সেইবিলাক ক্ষেত্ৰ জ্বৰৰ কাৰণে ঘোষণা কৰিছোঁ; অন্যৰ ক্ষেত্ৰও সেইবিলাকেই।।৮।। তুমি অন্য ক্ষেত্ৰত নাথাকিবা। তুমি আত্মবশ্য হৈ আমাক সন্তোষ দিয়াঁ। জ্বৰ প্ৰস্তুত হৈ আছে, সি বহ্লীক দেশলৈ গুচি যাব।।৯।। হে জ্বৰ, তুমি জাৰ লগাই তাৰ পিছত উত্তপ্ত হোৱাঁ; তুমি কাহেৰে

সৈতে কঁপনি তোলা। তুমি নিজৰ ভয়ানক অস্ত্ৰসমূহৰ সৈতে আঁতৰি যোৱাঁ।।১০।। হে জ্বৰ, তুমি বলাস (বলক্ষীণ কৰা) ৰোগ আৰু কাহ-হিকতি আদিৰ লগত সখিত্ব নকৰিবা। তুমি তাৰ পৰা ইয়ালৈ ঘূৰি নাহিবা। মই তোমাক সেই প্ৰাৰ্থনা জনাইছোঁ।।১১।। হে জ্বৰ, তোমাৰ ভ্ৰাতৃ বলাস আৰু ভগ্নী কাহ, ভতিজা পাপৰ সৈতে তুমি অচিনাকি মানুহৰ ওচৰলৈ গুচি যোৱাঁ। তৃতীয় দিনত উঠা জ্বৰ, তিনিদিনৰ ভিতৰত দুদিন উঠা জ্বৰ, একেৰাহে উঠি থকা জ্বৰ, শৰৎ কালত উঠা শীত জ্বৰ, উত্তাপ থকা জ্বৰ, গ্ৰীষ্মকালীন জ্বৰ আৰু বৰ্ষাকালীন জ্বৰ নাশ কৰাঁ।।১২।। গান্ধাৰ দেশলৈ, মুঞ্জবন্তলৈ, অঙ্গদেশলৈ, মগধদেশলৈ, মানুহ একোজনলৈ ধন সম্পদ পঠোৱাৰ দৰে আমি জ্বৰক পঠাই দিছোঁ।।১৪।।

## ত্ৰয়োবিংশ সূক্ত (২৩)

(ঋষি—কাণ্ব। দেৱতা—ইন্দ্ৰ আদি। ছন্দ—অনুষ্টুপ্।)

দ্যাবাপৃথিৱী মোৰ লগত সম্বন্ধযুক্ত, দেৱী সৰস্বতীও সম্বন্ধযুক্ত হৈ আছে; ইন্দ্ৰ আৰু অগ্নিও কাৰ্যৰত হৈ আছে; তাৰ ফলত কৃমি নাশ হওক।।১।। হে ধনপতি ইন্দ্ৰ, এই বালকৰ কৃমি নাশ কৰাঁ। মোৰ অমোঘ মন্ত্ৰেৰে সমস্ত শত্ৰু বিনষ্ট হওক।।২।। যি চকুলৈ বগাই গৈছে, যি তেওঁৰ নাকত বগাইছে, যিবিলাক তেওঁৰ দাঁতত সোমাইছে, সেই সকলো কৃমিকে আমি পিহি চূৰ্ণ কৰিছোঁ।।৩।। একে চেহেৰাৰ দুটা, বেলেগ চেহেৰাৰ দুটা, ক'লা দুটা, ৰঙা দুটা, ধোঁৱাবৰণীয়া দুটা, ধোঁৱাবৰণীয়া কাণৰ দুটা, গৃধ্ৰ আৰু কোক নামেৰে দুটা— এইবিলাক কৃমি বধ কৰা হৈছে।।৪।। দুয়ো কাষে বগা যিবোৰ পোক, বগা বাহুৰে সৈতে ক'লা যিবোৰ পোক, সেইসকলোবোৰকে আমি পিহি পেলাইছোঁ।।৫।। নেদেখা কীটনাশক, সকলোৰে দৃশ্যমান সূৰ্য, দৃষ্ট-অদৃষ্ট সকলো কীটকে নাশ কৰি পুবফালে উদয় হয়।।৬।। যেৱাষা (দ্ৰুতগামী), কষ্কষা (সন্তাপদায়ক), এজৎ (কম্পিত কৰা), শিপৱি ভুক (তীক্ষ্ণ) কীট দৃশ্যই হওক বা অদৃশ্যই হওক, তুমি সেইবিলাকক নাশ কৰাঁ।।৭।। কীটবোৰৰ ভিতৰত যেৱাষাক বধ কৰা হ'ল। যাঁতত মাহ পিহাৰ দৰে নদনিবা আদি কীটবোৰ পিহি পেলালোঁ।।৮।। তিনিমূৰীয়া, তিনিটা কুঁজ লগা, ফুট্‌ফুটীয়া,বগা কীটবোৰ যে, মই সিহঁতৰ শিৰ আৰু কামিহাঁড়, ভাঙি গুড়ি কৰিলোঁ।।৯।। হে কীট, অত্ৰি, কণ্ব, জমদগ্নিৰ দৰে মই তহঁতক নাশ কৰিলোঁ; অগস্ত্যৰ মন্ত্ৰেৰে মই কীটবোৰক পিহি পেলালোঁ।।১০।। কীটবোৰৰ ৰজা মৰিল, মন্ত্ৰী মৰিল। মাতৃ নিহত হোৱা, ভ্ৰাতৃ নিহত হোৱা, ভগিনী নিহত হোৱা কীটবোৰ নিহত হ'ল।।১১।। তাৰ ওচৰত থকাবোৰ নিহত হ'ল; ক্ষুদ্ৰ কীটবোৰ যে, সেই সকলোবোৰ নিহত হ'ল।।১২।। এই সমস্ত পুংকীট আৰু স্ত্ৰীকীটৰ শিৰ শিলেৰে ভাঙি দিছোঁ, মুখবোৰ জুইৰে পুৰিছোঁ।।১৩।।

## চতুৰ্বিংশ সূক্ত

(ঋষি—অথৰ্বা। দেৱতা—সৱিতা প্ৰভৃতি। ছন্দ—শক্বৰী, গায়ত্ৰী।)

সৱিতা সকলো জাতপদাৰ্থৰ অধিপতি। তেওঁ মোক এই যজ্ঞকৰ্মত, এই অনুষ্ঠানত, এই উপস্থাপনত, এই প্ৰতিষ্ঠাপনত, এই চিত্তবৃত্তিত, এই সংকল্পত, এই আশীঃকৰ্মত, এই দেৱতাৰ আহ্বান কাৰ্যত ৰক্ষা কৰক। তেওঁৰ উদ্দেশ্যে আহুতি প্ৰদান কৰা হওক (এই মন্ত্ৰৰ প্ৰথম বাক্যটোৰ বাহিৰে পিছৰ ভাগটো শেষৰ মন্ত্ৰলৈকে যোগ কৰি ল'ব)।।১।। অগ্নি বনস্পতিসমূহৰ অধিপতি। তেওঁ মোক ইত্যাদি (পূৰ্ববৎ)।।২।। দ্যাবাপৃথিৱী দাতাসকলৰ অধিপতি। তেওঁ মোক ইত্যাদি।।৩।। বৰুণ জলসমূহৰ অধিপতি। তেওঁ মোক ইত্যাদি।।৪।। মিত্ৰ বৰুণ বৃষ্টিৰ অধিপতি। তেওঁলোকে মোক এই যজ্ঞকৰ্মত ইত্যাদি।।৫।। মৰুৎগণ পৰ্বতসমূহৰ অধিপতি। তেওঁলোকে মোক ইত্যাদি।।৬।। সোম লতাসমূহৰ অধিপতি। তেওঁলোকে মোক ইত্যাদি।।৭।। বায়ু অন্তৰিক্ষৰ অধিপতি। তেওঁ মোক ইত্যাদি।।৮।। সূৰ্য দৃষ্টিশক্তিৰ অধিপতি। তেওঁ মোক ইত্যাদি।।৯।। চন্দ্ৰ নক্ষত্ৰসমূহৰ অধিপতি। তেওঁ মোক ইত্যাদি।।১০।। ইন্দ্ৰ দ্যুলোকৰ অধিপতি। তেওঁ মোক ইত্যাদি।।১১।। মৰুৎগণৰ পিতৃ পশুগণৰ অধিপতি। তেওঁ মোক ইত্যাদি।।১২।। মৃত্যু প্ৰাণীগণৰ অধিপতি। তেওঁ মোক ইত্যাদি।।১৩।। যম পিতৃগণৰ অধিপতি। তেওঁ মোক ইত্যাদি।।১৪।। (সাত পুৰুষতকৈ) ওপৰৰ পিতৃগণ, তেওঁলোকে মোক এই যজ্ঞকৰ্মত ইত্যাদি।।১৫।। (সাতপুৰুষৰ তলৰ) পিতৃগণ, তেওঁলোকে মোক ইত্যাদি।।১৬।। তাৰ পিছত পিতামহসকল। তেওঁলোকে মোক ইত্যাদি।।১৭।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—ব্ৰহ্মা। দেৱতা—যোনি, গৰ্ভ, পৃথিৱী আদি। ছন্দ—অনুষ্টুপ্, বৃহতী।)

পৰ্বতৰ (ওষধি), স্বৰ্গৰ (পুণ্য) আৰু অঙ্গসমূহৰ শক্তিৰে পুষ্ট বীৰ্য ধাৰণ কৰা (এই পুৰুষৰ) জননেন্দ্ৰিয়ই পানীত পাত পেলোৱাৰ দৰে গৰ্ভাধান কৰিছে।।১।। এই বৃহৎ পৃথিৱীয়ে যেনেকৈ সমস্ত ভূতৰে গৰ্ভধাৰণ কৰে, সেইদৰে ময়ো তোমাৰ বীৰ্য ধাৰণ কৰি তাৰ ৰক্ষাৰ অৰ্থে তোমাক আহ্বান কৰিছোঁ।।২।। হে সিনীবালী[34], হে সৰস্বতী, গৰ্ভ আধান কৰাঁ। নীলপদ্মমালাধাৰী অশ্বিনীকুমাৰদ্বয়ে তোমাৰ গৰ্ভ আধান কৰক।।৩।। মিত্ৰ-বৰুণে, বৃহস্পতিদেৱে, ইন্দ্ৰ-অগ্নিয়ে আৰু ধাতাই তোমাৰ গৰ্ভ স্থাপিত কৰক।।৪।। বিষ্ণুৱে গৰ্ভ প্ৰস্তুত কৰক, ত্বষ্টাই ৰূপ নিৰ্মাণ কৰক, প্ৰজাপতিয়ে সিঞ্চন কৰক, ধাতাই তোমাৰ গৰ্ভ স্থাপিত কৰক।।৫।। ৰজা বৰুণে যি জানে, অথবা

দেৱী সৰস্বতীয়ে যি জানে, বৃত্ৰনিহন্তা ইন্দ্ৰই যি জানে, সেই গৰ্ভকৰণ দ্ৰব্য তুমি পান কৰাঁ।।৬।। হে অগ্নি, তুমি ওষধিসমূহৰ গৰ্ভ (ভ্ৰূণ), বনস্পতিসমূহৰ গৰ্ভ, সমস্ত ভূতৰে গৰ্ভ। গতিকে তুমি ইয়াত গৰ্ভ আধান কৰাঁ।।৭।। তুমি আৰোহণ কৰাঁ, বীৰৰ দৰে ক্ৰীড়া কৰাঁ, গৰ্ভত ভ্ৰূণ স্থাপিত কৰাঁ। তুমি সেচন সমৰ্থ বীৰ্যসেচক, আমি তোমাক সন্তানৰ উদ্দেশ্যে প্ৰণোদিত কৰিছোঁ।।৮।। হে বাৰ্হৎসামা, তুমি বিশিষ্ট গতিৰে গমন কৰাঁ। তোমাৰ গৰ্ভত ভ্ৰূণ স্থাপিত হওক, সোমপায়ী দেৱৱতাসকলে তোমাক উভয়ৰে সহায়ক পুত্ৰ প্ৰদান কৰিছে।।৯।। হে ধাতা, তুমি এই নাৰীৰ দুই গৰ্ভাশয়ত শ্ৰেষ্ঠ ৰূপত দশম মাহত জন্মিবলগীয়া পুত্ৰসন্তান এটি স্থাপন কৰাঁ।।১০।। হে ত্বষ্টা, এই নাৰীৰ ইত্যাদি (বাক্য আগৰ মন্ত্ৰৰ দৰে)।।১১।। হে সৱিতা এই নাৰীৰ ইত্যাদি।।১২।। হে প্ৰজাপতি, এই নাৰীৰ ইত্যাদি।।১৩।।

## ষড়্‌বিংশ সূক্ত (২৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি প্ৰভৃতি। ছন্দ—উষ্ণিক, বৃহতী আদি।)

হে যজুৰ্মন্ত্ৰসমূহ আৰু সমিধসমূহ , তোমালোকলৈ স্বাহা (অৰ্থাৎ সুন্দৰ আহুতি প্ৰদান কৰা হওক)। জ্ঞাতা অগ্নি এই যজ্ঞত তোমাৰ লগত মিলিত হওক।।১।। মহিষৰূপে জ্ঞাতা সৱিতাদেৱ এই যজ্ঞত মিলিত হওক। তেওঁলৈ স্বাহা।।২।। জ্ঞাতা, সুসংযুক্ত ইন্দ্ৰই এই যজ্ঞত উকথ্যগীত আৰু মদমত্ততা একত্ৰ কৰক। তেওঁলৈ স্বাহা।।৩।। হে শিষ্টগণ, তোমালোককে এই যজ্ঞলৈ যজ্ঞৰ নিৰ্দেশনাসমূহ পত্নীগণৰ সৈতে লগ লাগি বহন কৰি আনা। তোমালোকলৈ স্বাহা।।৪।। হে মৰুৎগণ, মাতৃয়ে পুত্ৰক পালন কৰাৰ দৰে এই যজ্ঞত সংযুক্ত হৈ তোমালোকে ছন্দসমূহ পালন কৰাঁ। তোমালোকলৈ স্বাহা।।৫।। কুশবন আৰু পানী ছটিয়াই যজ্ঞৰ বিস্তাৰ ঘটাই অদিতি ইয়ালৈ আহিছে। তেওঁলৈ স্বাহা।।৬।। এই যজ্ঞত বিষ্ণুৱে সুসংযুক্তসকলক তপস্যাসমূহৰ লগত বহুপ্ৰকাৰে যুক্ত কৰক। তেওঁলৈ স্বাহা।।৭।। সুসংযুক্ত ত্বষ্টাই বহুপ্ৰকাৰে এই যজ্ঞৰ ৰূপ সংযোজনা কৰক। তেওঁলৈ স্বাহা।।৮।। জ্ঞাতা ভগদেৱতাই এই যজ্ঞত সুসংযুক্তসকলক আশিসৰ লগত সংযুক্ত কৰক। তেওঁলৈ স্বাহা।।৯।। সোমে এই যজ্ঞত সুসংযুক্তসকলৰ লগত জলসমূহক বহু প্ৰকাৰে যুক্ত কৰক। তেওঁলৈ স্বাহা।।১০।। ইন্দ্ৰই এই যজ্ঞত সুসংযুক্তসকলৰ লগত বীৰ্যসমূহক বহু প্ৰকাৰে সংযুক্ত কৰক। তেওঁলৈ স্বাহা।।১১।। হে অশ্বীদ্বয়, বষট্‌কাৰৰ সৈতে যজ্ঞৰ বৃদ্ধি সাধন কৰি মন্ত্ৰসহিত তোমালোক এইফাললৈ আহাঁ। হে বৃহস্পতি, মন্ত্ৰসহিত এইফালে আহাঁ। এই যজ্ঞৰ যজমানৰ কাৰণে স্বৰ্গ। স্বাহা।।১২।।

# ষষ্ঠ অনুৱাক

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, বৃহতী-প্ৰভৃতি।)

অগ্নিৰ সমিধসমূহ উচ্চ, তেওঁৰ উজ্বল তেজস্বী শিখা সমূহ উচ্চ। তনূনপাৎ অগ্নি সুপ্ৰতীকযুক্ত, পুত্ৰসমন্বিত আৰু সূৰ্যসদৃশ বহুপাণিবিশিষ্ট।।১।। দেৱতাসকলৰ মাজত এজন (শ্ৰেষ্ঠ) দেৱতা; এই দেৱতাই মধু আৰু ঘৃতেৰে পথ শোধন কৰি থৈছে।।২।। সুকৰ্মকাৰক, মানুহৰ প্ৰশংসাৰ পাত্ৰ অগ্নি আৰু বিশ্বৰ বৰেণ্য সবিতাদেৱ যজ্ঞক মধুযুক্ত কৰি ব্যাপ্ত হয়।।৩।। ঘৃত আৰু হব্যান্নসহিত স্তুতিযুক্ত হৈ অগ্নি ইয়ালৈ আহিছে।।৪।। অগ্নি যজন কৰিব খোজা যজ্ঞত স্ৰুৱা; তেওঁ অগ্নিৰ মহিমা যজন কৰক।।৫।। যজন কৰিব খোজা সুখকৰ যজ্ঞত তাৰক অগ্নি আৰু ধনদাতা বসুগণ অৱস্থিত।।৬।। (অগ্নিশিখাৰূপ) দিব্য দ্বাৰসমূহে সৰ্বত্ৰ যজমানৰ ব্ৰত ৰক্ষা কৰে।।৭।। মহত্বপূৰ্ণ আৰু গতিযুক্ত তেজেৰে ঐশ্বৰ্যপূৰ্ণ উষা আৰু ৰাত্ৰিয়ে আমাৰ অধ্বৰ আৰু যজ্ঞ ৰক্ষা কৰক।।৮।। হে দেৱতা হোতাসকল, তোমালোকে অগ্নিৰ জিভাৰে আমাৰ সু-উচ্চ অধ্বৰৰ প্ৰশংসা কৰাঁ, সফল আহুতিৰ অৰ্থে স্তুতি কৰাঁ; ইড়া, সৰস্বতী আৰু ভাৰতী— এই তিনিগৰাকী দেৱী স্তুতি গাই গাই এই কুশাসনত বহকহি।।৯।। হে ত্বষ্টাদেৱ, আমাৰ অন্ন, জল আৰু সম্পদ পোষণকাৰী অদ্ভুত বীৰ্যৰূপ; তুমি ইয়াৰ নাভি মুক্ত কৰি দিয়াঁ।।১০।। হে বনস্পতি, তুমি সশব্দে নিজক এৰি দিয়াঁ। দেৱতাসকলৰ উদ্দেশ্যে এই হবি অগ্নিয়ে সুস্বাদু কৰক।।১১।। হে অগ্নি, তোমালৈ স্বাহা। হে জাতবেদা, তুমি ইন্দ্ৰৰ উদ্দেশ্যে যজ্ঞ সম্পন্ন কৰাঁ। এই আহুতিৰ দ্বাৰা সমস্ত দেৱতা প্ৰীত হওক।।১১।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি—অৰ্থৰ্বা। দেৱতা—ত্ৰিবৃৎ অগ্নি আদি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, উষ্ণিক।)

শত শৰৎ জোৰা দীৰ্ঘায়ুৰ অৰ্থে নৱ-প্ৰাণক এই নৱবিধৰ লগত যুক্ত কৰা হৈছে — (হালধীয়া) সুবৰ্ণত তিনিডাল, ৰূপত তিনিডাল আৰু লোহাত তিনিডাল তপত তাঁৰ লগোৱা আছে।।১।। অগ্নি, সূৰ্য, চন্দ্ৰ, পৃথিৱী, জল, দ্যুলোক, অন্তৰিক্ষ, দিশ-প্ৰদিশসমূহ আৰু ঋতুৰ অংশসমূহ ঋতুৰ লগত যুক্ত হৈ মোক এই 'ত্ৰিবৃত'ৰ দ্বাৰা ৰক্ষা কৰক।।২।। এই ত্ৰিবৃতত তিনি পুষ্টি স্থিত হওক; পূষাদেৱে ইয়াক ঘৃত-দুগ্ধেৰে শোধন কৰক ; অন্ন, পুৰুষ আৰু পশুধনৰ আধিক্যই এওঁত আশ্ৰয়

লওক।।৩।। হে আদিত্য, এওঁক (অৰ্থাৎ উপনয়নৰ বালকক) ধনসমৃদ্ধ কৰাঁ। হে ইন্দ্ৰ, তুমি এওঁক বীৰত্বৰ লগত যুক্ত কৰাঁ; পোষণকাৰী ত্ৰিবৃতে এওঁত আশ্ৰয় লওক।।৪।। বিশ্বম্ভৰা ভূমিয়ে তোমাক সুবৰ্ণৰ দ্বাৰা ৰক্ষা কৰক; লৌহৰ সৈতে মিলি অগ্নিয়ে তোমাক ৰক্ষা কৰক। গছ লতাৰ সৈতে মিলি ৰজতে তোমাক সুন্দৰ মন আৰু দক্ষতা প্ৰদান কৰক।।৫।। এই সুবৰ্ণ তিনি প্ৰকাৰে উৎপন্ন। এবিধ অগ্নিৰ প্ৰিয়তম; এবিধ পীড়িত কৰাৰ সময়ত সোমৰপৰা সৰি পৰা আৰু এবিধক বিদ্বানসকলে জলৰ বীৰ্য বুলি কয়। এই তিনিওবিধ সুবৰ্ণ তোমাৰ দীৰ্ঘায়ুলাভৰ অৰ্থে ত্ৰিবৃৎ ৰূপত একত্ৰ হওক।।৬।। জমদগ্নিৰ তিনিবিধ আয়ুস, কশ্যপৰ তিনিবিধ আয়ুস আৰু অমৃতৰ তিনিবিধ দৃষ্টি— এই তিনি প্ৰকাৰৰ আয়ুস মই তোমাক প্ৰদান কৰিছোঁ।।৭।। ত্ৰিবৃৎ ৰূপত তিনি সমৰ্থ সুপৰ্ণ একাক্ষৰলৈ অহাৰ সময়ত অমৃতৰ দ্বাৰা অদৃশ্য মৃত্যুজনক পাপসমূহ আঁতৰাই দিয়া হৈছিল।।৮।। সুবৰ্ণই তোমাক আকাশৰ পৰা ৰক্ষা কৰক। ৰূপে তোমাক মধ্য স্থানৰপৰা ৰক্ষা কৰক; লৌহনিৰ্মিত সূত্ৰই তোমাক পৃথিবীৰপৰা ৰক্ষা কৰক। এওঁ দেৱতাসকলৰ দুৰ্গমপুৰীলৈ আগবাঢ়িছে।।৯।। এই তিনিখন দেৱপুৰীয়ে তোমাক ৰক্ষা কৰক; এই পুৰীকেইখন ধাৰণ কৰি তেজঃসম্পন্ন হৈ, তোমাৰ বিদ্বেষকাৰীবিলাকক অৱদমন কৰাঁ।।১০।। দেৱতাসকলৰ যি অমৃতময় পুৰী আদিতে দেৱগণে সৰ্বপ্ৰথম বন্ধন কৰিছিল, তালৈ মই দহবাৰ প্ৰণাম কৰিছোঁ, মোক যেন ত্ৰিবৃৎ বন্ধনৰ অনুমতি দিয়ে।।১১।। অৰ্যমা, পূষা আৰু বৃহস্পতিয়ে তোমাক ভালকৈ বন্ধন কৰক। নিত্যজাতজনৰ নামেৰে মই তোমাক বন্ধন কৰিছোঁ।।১২।। শক্তি আৰু আয়ুস লাভ কৰিবৰ উদ্দেশ্যে মই তোমাক ঋতু আৰু ঋতুৰ অংশসমূহৰ লগত, সংবৎসৰৰ তেজৰূপ সূৰ্যৰ লগত সংযুক্ত কৰিছোঁ।।১৩।। ঘৃতৰপৰা তুলি অনা, মধু সনা, পৃথিবীসদৃশ দৃঢ় তুমি শত্ৰুক বিদাৰণ কৰি, অৱদমিত কৰি মহান্ সৌভাগ্যৰ অৰ্থে মোত আৰোহণ কৰাঁ।।১৪।।

## ঊনত্ৰিংশ সূক্ত (২৯)

(ঋষি—চাতন। দেৱতা—জাতবেদা, মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে জাতবেদা, প্ৰথমতে নিযুক্ত হোৱা তুমি বহন কৰাঁ। হে অগ্নি, তুমি এই কৰ্ম কৰা হ'ল বুলি জানা। তুমি বৈদ্য, তুমি ঔষধি প্ৰস্তুতকাৰী, তোমাৰ সহায়ত আমি গৰু, ঘোঁৰা আৰু মানুহ লাভ কৰিম।।১।। হে জাতবেদা অগ্নি, তুমি সমস্ত দেৱতাসকলৰ সৈতে এই কাম কৰাঁ যাতে যি আমাৰ বিপক্ষে খেলিছে, অথবা আমাক খাব খুজিছে, তেওঁৰ এই বেষ্টনী পৰি যায়।।২।। হে জাতবেদা অগ্নি, যাতে তেওঁৰ এই বেষ্টনী পৰি যায়, সমস্ত দেৱতাসকলৰ সৈতে মিলি তুমি তেনেকৈ কাম

কৰাঁ।।৩।। হে যবিষ্ঠ দেৱতা অগ্নি, যি পিশাচে এওঁক খাব খুজিছে, তুমি তাৰ চকু ফুটুৱাই দিয়াঁ, হৃদয় বিদীৰ্ণ কৰাঁ, জিভা কাটি পেলোৱাঁ, দাঁত ভাঙি দিয়াঁ আৰু তাক বিনষ্ট কৰাঁ।।৪।। হে অগ্নি, এওঁৰ শৰীৰৰ যি মাংস পিশাচবোৰে লৈ গৈছে, একেবাৰে পেলাইছে, কঢ়িয়াই নিছে, খাই পেলাইছে, তুমি সেই কথা জানি তাক পুনৰ পূৰ কৰি দিয়াঁ। আমি (মন্ত্ৰৰ দ্বাৰা) তেওঁৰ শৰীৰলৈ মাংস আৰু প্ৰাণ প্ৰেৰিত কৰিছোঁ।।৫।। কেঁচা, সুন্দৰকৈ ৰন্ধা, মিশ্ৰণ কৰা, আৰু বিশেষ ধৰণে পাক কৰা, যি ৰূপতে নহওক লাগে মই খোৱা-বোৱা কৰাৰ সময়ত যি পিশাচে মোক উৎপীড়ন কৰিছিল, সন্তান-সন্ততিৰ সৈতে সিহঁতে যাতনা ভোগ কৰক আৰু এওঁ ৰোগমুক্ত হওক।।৬।। যি মোক গাখীৰ, মণ্ড আৰু খেতি নকৰাকৈ পকাধান লাভ কৰা ধানৰ চাউল খোৱাৰ সময়ত মোক উৎপীড়ন কৰিছিল, সন্তান সন্ততিৰে সৈতে ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৭।। যি মাংসভক্ষীয়ে মই পানী খোৱাৰ সময়ত যাতুধানবিলাকৰ শয্যাত শুই থকা মোক উৎপীড়ন কৰিছে, সন্তান-সন্ততিৰে সৈতে ইত্যাদি (পূৰ্ববৎ)।।৮।। যি মাংসভক্ষীয়ে দিনে ৰাতিয়ে ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে।।৯।। হে জাতবেদা অগ্নি, তুমি মাংসভক্ষী, ৰক্তপায়ী, মন বিনষ্টকাৰী পিশাচক বধ কৰাঁ। শক্তিশালী ইন্দ্ৰই তাক বজ্ৰেৰে বধ কৰক, বলৱান সোমে তাৰ মূৰ কাটক।।১০।। হে অগ্নি, তুমি চিৰকাল যাতুধানবিলাকক বধ কৰি আহিছা। সিহঁতে তোমাক যুদ্ধত জয় কৰিব পৰা নাই। তুমি মাংসভক্ষী ৰাক্ষসবোৰক দগ্ধ কৰাঁ; সিহঁত যাতে তোমাৰ দিব্য অস্ত্ৰৰপৰা মুক্ত হ'ব নোৱাৰে।।১১।। হে জাতবেদা, যাক গ্ৰহণ কৰা হ'ল আৰু যাক লৈ অহা হৈছে, সেই সকলোকে একেলগে লৈ আহাঁ। তেওঁৰ গোত্ৰ বৃদ্ধি হওক; সোমৰ ঠাৰি থন্ ধৰি উঠাৰ দৰে এই মানুহজনক পুষ্টিলাভ কৰোৱাঁ।।১২।। হে জাতবেদা, সোমৰ ঠাৰিৰ দৰে এওঁক পুষ্ট কৰি তোলা; হে অগ্নি, এওঁক প্ৰাচুৰ্যযুক্ত, যজ্ঞৰ যোগ্য আৰু যক্ষ্মামুক্ত কৰাঁ; তেওঁ জীয়াই থাকক।।১৩।। হে অগ্নি, এইবিলাক তোমাৰ পিশাচনাশক সমিধ; তুমি তাক গ্ৰহণ কৰাঁ আৰু হৰ্ষযুক্ত হোৱাঁ, হে জাতবেদা।।১৪।। হে অগ্নি, তুমি তৃষ্ণা শান্ত কৰাঁ, এই সমিধ শিখাৰ দ্বাৰা গ্ৰহণ কৰাঁ। এই মানুহজনৰ মাংস খাব খোজা মাংসভক্ষীয়ে তাৰ ৰূপ ত্যাগ কৰক।।১৫।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি—উন্মোচন। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—অনুষ্টুপ্, জগতী।)

দূৰতকৈও দূৰৰপৰা, ওচৰতকৈও ওচৰৰপৰা তোমাৰ প্ৰাণ মই দৃঢ়ভাবে বন্ধন কৰিছোঁ, তুমি ইয়াতে থাকাঁ, এতিয়া গুচি নাযাবা; পূৰ্বপুৰুষসকলৰ লগত গুচি

নাযাবা।।১।। তোমাৰ আপোন মানুহেই হওক বা অচিনাকি মানুহেই হওক, যি তোমাক অভিচাৰ কৰিছে, মোৰ মন্ত্ৰৰ দ্বাৰা সেই উভয়বিধৰ পৰা নিস্তাৰ আৰু মুক্তি পোৱাৰ কথাকে মই তোমাক কৈছোঁ।।২।। তুমি যি নাৰী বা পুৰুষক দ্ৰোহ কৰিছা অথবা শাপ দিছা, মোৰ মন্ত্ৰৰ দ্বাৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। তুমি যদি মাতৃৰ অথবা পিতৃৰ পাপৰ ফলত (ৰোগশয্যাত) শুই আছা, তেনেহ'লে মোৰ মন্ত্ৰৰ দ্বাৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৪।। তোমাৰ পিতৃ, মাতৃ, ভগ্নী আৰু ভ্ৰাতৃয়ে যি ঔষধ বাকি দিছে, তুমি যাক ভালকৈ সেৱন কৰাঁ। মই তোমাক বৃদ্ধাৱস্থা (পৰ্যন্ত জীৱন) প্ৰাপ্তি কৰাইছোঁ।।৫।। হে (ৰুগ্ন) পুৰুষ, তুমি যমদূতৰ পিছে পিছে নাযাবা; ইয়াতে সকলোৰে সৈতে মন সমন্বিতে বাস কৰি থাকাঁ।।৬।। ওপৰলৈ উঠা পথৰ কথা জানি, প্ৰত্যাক জীৱিত প্ৰাণীৰ আৰোহণ, আক্ৰমণ আৰু অয়নৰ কথা জানি, পিছৰপৰা কৰা আহ্বানমতে তুমি পুনৰ উলটি আহাঁ।।৭।। ভয় নকৰিবা; তুমি নমৰা। তোমাক মই বৃদ্ধাৱস্থালৈকে জীয়াই ৰাখিম। মই তোমাৰ অংগ-প্ৰত্যংগৰপৰা যক্ষ্মা আৰু জ্বৰ দূৰ কৰিম।।৮।। তোমাৰ অংগভেদক ৰোগ, অংগজ্বৰ, হৃদ্‌ৰোগ আৰু যক্ষ্মা মোৰ বাক্যৰ দ্বাৰা বিতাড়িত হৈ শেন চৰাইৰ দৰে গৈ ক'ৰবাত পৰিছে।।৯।। বোধ-প্ৰতিবোধ, আৰু স্বপ্ন-জাগৃতি নামৰ তোমাৰ প্ৰাণৰক্ষক যি দুজন ঋষি আছে, তেওঁলোক দিনে নিশাই জাগৃত হৈ থাকক।।১০।। এই অগ্নি সমীপত থাকিবৰ কাৰণে যোগ্য। তোমাৰ কাৰণে ইহলোকত সূৰ্য উদয় হওক; মৃত্যুৰ গভীৰ অন্ধকাৰৰ পৰা তুমি উঠি আহাঁ।।১১।। যমলৈ নমস্কাৰ, মৃত্যুলৈ নমস্কাৰ, পিতৃগণলৈ নমস্কাৰ, নিওঁতাসকললৈ নমস্কাৰ। যি অগ্নিয়ে নিষ্কৃতিৰ কথা জানে, এওঁৰ কল্যাণৰ অৰ্থে সেই অগ্নিক সমুখত ৰাখিছোঁ।।১২।। প্ৰাণ আহক, মন আহক, দৃষ্টিশক্তি আহক, আৰু বল আহক। এওঁৰ শৰীৰৰ অংগ-প্ৰত্যংগসমূহ একত্ৰ হওক। এওঁ দুই ভৰিত থিয় হওক।।১৩।। হে অগ্নি, তুমি তেওঁৰ প্ৰাণ সঞ্চাৰিত কৰাঁ, তেওঁক দৃষ্টিযুক্ত কৰাঁ, তেওঁক শৰীৰ আৰু বলৰ দ্বাৰা প্ৰণোদিত কৰাঁ। তুমি অমৃতৰ কথা জানা। তেওঁ নাযায় যেন, মাটিৰ তলত তেওঁৰ বাস নহয় যেন।।১৪।। (হে ৰোগী,) তোমাৰ প্ৰাণ গুচি নাযায় যেন, তোমাৰ উশাহ-নিশাহ বন্ধ নহয় যেন। অধিপতি সূৰ্যই তেওঁৰ ৰশ্মিৰে তোমাক যেন মৃত্যু শয্যাৰপৰা তুলি আনে।।১৫।। এই জঠৰ হৈ থকা জিভাখনে ভিতৰত লৰ-চৰ কৰি কিবা ক'ব খুজিছে। তোমাৰপৰা যক্ষ্মা আৰু জ্বৰৰ শতেক দুখ কষ্ট আঁতৰি গৈছে।।১৬।। হে পুৰুষ, যি মৃত্যুলৈ নিৰ্দিষ্ট হৈ তুমি জন্ম লাভ কৰিছা, এয়া সেই দেৱতাসকলৰ প্ৰিয়তম, অপৰাজিত ইহলোক। সেই লোক আৰু আমি তোমাক আহবান কৰিছোঁ, বৃদ্ধাৱস্থা নোপোৱালৈকে তুমি নমৰিবা।।১৭।।

## একত্রিংশ সূক্ত (৩১)

(ঋষি—শুক্ৰ। দেৱতা—কৃত্যাপ্ৰতিহৰণ। ছন্দ—অনুষ্টুপ, বৃহতী।)

সিহঁতে তোমাক উদ্দেশ্য কৰি কেঁচা মাটিৰ পাত্ৰত যি কৃত্যা কৰিছে, মিশ্ৰিত ধান আদিৰে যি কৃত্যা কৰিছে, কেঁচা মঙহেৰে যি কৃত্যা কৰিছে, মই তাক (কৰোঁতাজনলৈকে) ঘূৰাই পঠাইছোঁ।।১।। তোমাক উদ্দেশ্য কৰি কুকুৰাৰে অথবা কুৰৰিণী ছাগলীৰে সিহঁতে যি কৃত্যা কৰিছে মই তাক ইত্যাদি (পূৰ্ব্ববৎ)।।২।। তোমাক উদ্দেশ্য কৰি এটা খুৰা লগা প্ৰাণীৰে, দুপাৰি দাঁত থকা জন্তুৰে আৰু গাধৰে যি কৃত্যা কৰিছে, মই তাক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। শিপা নথকা গছত অথবা নৰাচীত গোপন মন্ত্ৰেৰে আৰু খেতিপথাৰত যি কৃত্যা কৰিছে, মই তাক ইত্যাদি।।৪।। গাৰ্হপত্য অগ্নিত যি কৃত্যা কৰিছে আৰু পূৰ্বীয় অগ্নিত যি অনিষ্টসাধক কাম কৰিছে, ঘৰত যি কৃত্যা কৰিছে,মই তাক ইত্যাদি।।৫।। যি কৃত্যা সভাত কৰিছে, পাশাৰ ঢালখনত কৰিছে, পাশাৰ গুটিবিলাকত কৰিছে, মই তাক ইত্যাদি।।৬।। যি কৃত্যা সেনাত কৰিছে, শৰ আৰু অস্ত্ৰ-শস্ত্ৰত কৰিছে, দুন্দুভিত কৰিছে, মই তাক ইত্যাদি।।৭।। তোমাক উদ্দেশ্য কৰি সিহঁতে যি কৃত্যা কুঁৱাত পেলাই থৈছে , শ্মশানত মাটি খানি পুতি থৈছে, যি কৃত্যা ঘৰত কৰিছে,মই তাক ইত্যাদি।।৮।। মানুহৰ হাঁড়েৰে যি কৃত্যা কৰিছে, ঢিমিক ঢামাক কৰি থকা, নুমাই যোৱা, মাংসভক্ষী জুইত যি কৃত্যা কৰিছে, মই তাক ইত্যাদি।।৯।। তেওঁ অপথে এই কাম কৰিছে, আমি তাক পথেৰে ইয়াৰ পৰা ঘূৰাই পঠাইছোঁ। হে মানুহজন, সেই জ্ঞানশূন্য লোকে বিবেচনাহীনভাবে ধীৰসকলক লক্ষ্য কৰি এই কাম কৰিছে।।১০।। যি এই কাম কৰিছিল, তেওঁ তাত সফল হোৱা নাই, তেওঁ হাত-ভৰি নষ্ট কৰিছে, ভাগ্যহীন তেওঁ ভাগ্যবান আমাৰ কল্যাণ সাধন কৰিলে।।১১।। শাপৰ যোগ্য কৃত্যাকাৰী, গোপনে কুমন্ত্ৰ কৰোঁতা, মূল ধাৰণকাৰীক ইন্দ্ৰই অতি মাৰাত্মক অস্ত্ৰেৰে বধ কৰক আৰু অগ্নিয়ে সোঁ-সোঁৱাই যোৱা অস্ত্ৰেৰে বিন্ধি পেলাওক।।১২।।

।। পঞ্চম কাণ্ড সমাপ্ত ।।

# ষষ্ঠ কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—অথৰ্বা। দেৱতা—সবিতা। ছন্দ-জগতী, উষ্ণিক।)

হে অথৰ্বাপুত্ৰ, সন্ধ্যা বৃহৎসামগান কৰাঁ, সুন্দৰকৈ ধাৰণ কৰাঁ, সবিতাদেৱক স্তুতি কৰাঁ।।১।। সমুদ্ৰৰ অন্তৰ্বৰ্তী সত্যৰ পুত্ৰ, যুৱা, হিংসাৰহিত বচনযুক্ত, অতি সুখকৰ সেই দেৱতাক স্তুতি কৰাঁ।।১।। সেই সৱিতাদেৱে আমাৰ কাৰণে বহু অমৃত (অমৰত্বৰ সাধন) প্ৰেৰিত কৰক, যাতে (বৃহৎসাম আৰু ৰথন্তৰ সাম) উভয়বিধ সুস্তুতি গাব পাৰোঁ।।৩।।

### দ্বিতীয় সূক্ত (২)

(ঋষি—অথৰ্বা। দেৱতা—বনস্পতি সোম। ছন্দ—উষ্ণিক।)

হে ঋত্বিকগণ, ইন্দ্ৰৰ কাৰণে সোম অভিষুত কৰাঁ আৰু তাক শোধন কৰাঁ। সেই ইন্দ্ৰই স্তোতাৰ স্তুতিবাক্য আৰু মোৰ আহ্বান শুনিব।।১।। চৰাই গছত (থকা বাহত) সোমাই পৰাৰ দৰে সোমৰস ইন্দ্ৰৰ শৰীৰত প্ৰৱিষ্ট হৈছে। (হে ইন্দ্ৰ, সোম পান কৰি) তুমি হৰ্ষান্বিত হৈ যুধ্যমান শত্ৰুসেনা বিনষ্ট কৰাঁ।।২।। (হে অধ্বৰ্যুসকল,) বজ্ৰপাণি, সোমপায়ী, নিত্যযুৱা, বিজেতা, স্বামী আৰু বহুস্তুত ইন্দ্ৰৰ কাৰণে সোম অভিষুত কৰাঁ।।৩।।

### তৃতীয় সূক্ত (৩)

(ঋষি—স্বস্ত্যয়নকামী অথৰ্বা। দেৱতা—ইন্দ্ৰ, পূষা আদি। ছন্দ—বৃহতী, জগতী।)

হে ইন্দ্ৰ আৰু পূষা, তোমালোকে আমাক ৰক্ষা কৰাঁ। অদিতি, মৰুৎগণ, অপাংনপাত নামৰ অগ্নি, সপ্তসমুদ্ৰই আমাক ৰক্ষা কৰক। বিষ্ণুৱে আৰু দ্যুলোকে আমাক ৰক্ষা কৰক।।১।। দ্যাৱাপৃথিৱীয়ে আমাক বাঞ্ছিত ফললাভৰ অৰ্থে ৰক্ষা কৰক; গ্ৰাৱা (শিলৰ পটা) আৰু অভিষুত সোমে আমাক পাপৰপৰা ৰক্ষা কৰক। সুভগা দেৱী আৰু সৰস্বতীয়ে আমাক ৰক্ষা কৰক। যাৰ সুৰক্ষা মংগলপ্ৰদ, সেই অগ্নিয়ে আমাক ৰক্ষা কৰক।।২।। শোভাৰ অধিপতি অশ্বীদ্বয়ে আমাক ৰক্ষা কৰক। উষা আৰু ৰাত্ৰিয়ে আমাৰ কাৰণে বিস্তৃতি ঘটাওক। অপাংনপাতে সকলো হিংসাৰপৰা আমাক ৰক্ষা কৰক। হে ত্বষ্টাদেৱ, তুমি আমাক সকলো ফললাভৰ উদ্দেশ্যে বৰ্ধিত কৰাঁ।।৩।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—পূৰ্ব্ববৎ। দেৱতা—ত্বষ্টা আদি। ছন্দ—বৃহতী, গায়ত্ৰী।)

ত্বষ্টাই আমাৰ দেৱযোগ্য স্তুতি শুনক; পৰ্জ্জন্য আৰু বৃহস্পতিয়েও শুনক। নিজৰ পুত্ৰ-ভ্ৰাতৃসকলৰ সৈতে অদিতিয়ে আমাৰ অনতিক্ৰমণীয় আৰু ৰক্ষক বল ৰক্ষিত কৰক।।১।। অংশ, ভগ, বৰুণ, মিত্ৰ, অৰ্যমা, অদিতি আৰু মৰুৎগণে আমাক ৰক্ষা কৰক। সৌ অনিষ্টকাৰীৰ বিদ্বেষ দূৰ হওক। শত্ৰুক ওচৰৰপৰা খেদাই দিয়ক।।২।। হে অশ্বীদ্বয়, তোমালোকে আমাক সুবুদ্ধিৰ অৰ্থে ৰক্ষা কৰাঁ। হে বিস্তীৰ্ণগতিৰ বায়ু, তুমি অপ্ৰমত্ত হৈ আমাক ৰক্ষা কৰাঁ। হে দ্যৌপিতা, আমাৰ সকলো অনিষ্ট দূৰ কৰাঁ।।৩।।

## পঞ্চম সূক্ত (৫)

(ঋষি—অথৰ্ব্বা। দেৱতা—অগ্নি, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্।)

ঘৃতৰ দ্বাৰা আহুত হে অগ্নি, তুমি এই যজমানক উত্তম স্থানলৈ লৈ যোৱাঁ; এওঁক তেজস্বী কৰাঁ আৰু বহুসন্তানযুক্ত কৰাঁ।।১।। হে ইন্দ্ৰ, এওঁক বহু ওপৰলৈ নিয়াঁ। এওঁ যেন সজাতীয়সকলক বশ কৰিব পাৰে; প্ৰচুৰ ধনেৰে এওঁক সমৃদ্ধ কৰাঁ; এওঁক বৃদ্ধকাল পৰ্যন্ত জীয়াই ৰাখাঁ।।২।। হে অগ্নি, আমি যাৰ ঘৰত হবি প্ৰদান কৰিছোঁ, তুমি তেওঁৰ বৃদ্ধি সাধন কৰাঁ। সোমদেৱতাই যেন এওঁক অনুগ্ৰহ কৰে; ব্ৰহ্মণস্পতিয়েও যেন তেওঁক নিজৰ বুলি কয়।।৩।।

## ষষ্ঠ সূক্ত (৬)

(ঋষি, ছন্দ—পূৰ্ব্ববৎ। দেৱতা—ব্ৰহ্মণস্পতি।)

হে ব্ৰহ্মণস্পতি, যি দেৱবিদ্বেষীয়ে আমাক চক্ৰান্ত কৰে, সেই সকলোকে তুমি সোম অভিষুত কৰা যজমান মোৰ অধীন কৰাঁ।। হে সোমদেৱ, যি কুবিচাৰশীল মানুহে সুবিচাৰশীল আমাক তিৰস্কাৰ কৰে, তুমি তাৰ মুখত বজ্ৰেৰে প্ৰহাৰ কৰাঁ, যাতে তেওঁ বিধ্বস্ত হৈ আঁতৰি যায়।।২।। হে সোমদেৱ, সজাতীয়ই হওক বা অপৰিচিতেই হওক, যি আমাক বিনষ্ট কৰিব খোজে, তুমি তেওঁৰ বল কাঢ়ি নিয়াঁ; দ্যুলোকে বজ্ৰপাতৰ দ্বাৰা সংহাৰ কৰাৰ দৰে তাক নাশ কৰাঁ।।৩।।

## সপ্তম সূক্ত (৭)

(ঋষি—অথৰ্ব্বা। দেৱতা—সোম, বিশ্বদেৱগণ। ছন্দ—গায়ত্ৰী।)

হে সোম, যি পথেৰে অদিতি আৰু মিত্ৰ আদি অনুগ্ৰহশীল, আদিত্যগণে বিচৰণ

কৰে, তুমি সেই পথেৰে কল্যাণ সহিত আমাৰ ওচৰলৈ আহাঁ।।১।। হে সোম, তুমি বলৰ দ্বাৰা অসুৰবোৰক আমাৰ বশ কৰাঁ, তাৰে তুমি আমাৰ কথা অধিকভাবে কোৰাঁ।।২।। হে দেৱতাসকল, তোমালোকে যি বলৰ দ্বাৰা অসুৰবোৰৰ বল হৰণ কৰা, তাৰে আমাৰ কল্যাণ সাধন কৰাঁ।।৩।।

## অষ্টম (৮) আৰু নৱম সূক্ত (৯)

(ঋষি—জমদগ্নি। দেৱতা—কামাত্মা। ছন্দ—পংক্তি, অনুষ্টুপ্।)

(হে নাৰী,) লতাই যেনেকৈ গছৰ কেউফালে সাৱটি ধৰি থাকে, তুমিও সেইদৰে মোক সাৱটি ধৰি থাকাঁ। তুমি যাতে মোক কামনা কৰা আৰু মোক এৰি নোযোৱা।।১।। গৰুড়ই যেনেকৈ নিজ ঠাইৰপৰা উৰি গৈ পাখি দুখনেৰে মাটিত আঘাত কৰে, ময়ো সেইদৰে তোমাৰ মন তাড়িত কৰিছোঁ। তুমি যাতে ইত্যাদি (পূর্ব মন্ত্ৰৰ দৰে)।।২।। সূৰ্য যেনেকৈততালিকে দ্যুলোক আৰু ভূলোকত ব্যাপ্ত হৈ পৰে, সেইদৰে ময়ো তোমাৰ মনত ব্যাপ্ত হৈ পৰিছোঁ। তুমি যাতে ইত্যাদি (পূর্ববৎ)।।৩।। (হে স্ত্ৰী,) তুমি মোৰ শৰীৰ আৰু পদযুগল কামনা কৰাঁ, জংঘাদ্বয় কামনা কৰাঁ। মোক কামনা কৰা তোমাৰ চকু দুটিয়ে, কেশগুচ্ছই মোক শুকুৱাই নিয়ক।।১।। মই তোমাক বাহুৰে আলিংগন কৰিছোঁ, হৃদয়েৰে আলিংগন কৰিছোঁ, যাতে তুমি মোৰ বশ হোৱা আৰু মোৰ চিত্ত অনুসৰণ কৰাঁ।।২।। যিবিলাক নাৰীৰ নাভি আস্বাদনীয় আৰু হৃদয় মিলিত হোৱাৰ যোগ্য, তেওঁলোকৰ ঘৃতাদি উৎপাদনকাৰী গাইসমূহে মোৰ বশ কৰক।।৩।।

## দশম সূক্ত (১০)

(ঋষি—শন্তাতি। দেৱতা—অগ্নি, বায়ু, সূৰ্য। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী।)

পৃথিৱীৰ উদ্দেশ্যে, শ্ৰৱণশক্তিৰ উদ্দেশ্যে, বনস্পতিৰ উদ্দেশ্যে, অধিপতি অগ্নিৰ উদ্দেশ্যে স্বাহা।।১।। প্ৰাণৰ উদ্দেশ্যে, অন্তৰিক্ষৰ উদ্দেশ্যে, পক্ষীগণৰ উদ্দেশ্যে, অধিপতি বায়ুৰ উদ্দেশ্যে স্বাহা।।২।। দ্যুলোকৰ উদ্দেশ্যে, দৃষ্টিশক্তিৰ উদ্দেশ্যে, অধিপতি সূৰ্যৰ উদ্দেশ্যে স্বাহা।।৩।।

# দ্বিতীয় অনুবাক

## একাদশ সূক্ত (১১)

(ঋষি—প্ৰজাপতি। দেৱতা—ৰেতঃ, মন্ত্ৰত উল্লিখিতসকল। ছন্দ—অনুষ্টুপ্।)

অশ্বত্থই শমীগছত আৰোহণ কৰিছে; তাতে পুংসৱন সম্পন্ন কৰিলে। সেয়া পুত্ৰ লাভ হৈছে। সেই পুংসবন কৰ্ম আমি নাৰীত সম্পন্ন কৰিছোঁ।।১।। পুৰুষত ৰেতঃ উৎপন্ন হয়; তাক স্ত্ৰীত অভিষিঞ্চিত কৰা হয়। তাৰ দ্বাৰা পুত্ৰ প্ৰাপ্তি হয়; সেই কথা প্ৰজাপতিয়ে কৈছে।।২।। প্ৰজাপতি, অনুমতি আৰু সিনীবালীয়ে (গৰ্ভস্থ ৰেতৰ অৱয়ব আদি) কল্পনা কৰিছে। এওঁ স্ত্ৰীজন্মৰ (উপাদান) অন্যত্ৰ স্থাপন কৰক; ইয়াত পুৰুষ সন্তানহে স্থাপন কৰক।।৩।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—গৰুত্মান্। দেৱতা—বিষনিবাৰণ। ছন্দ—অনুষ্টুপ্।)

সূৰ্যই আকাশ পৰিভ্ৰমণ কৰাৰ দৰে, হংসভিন্ন সকলোতে ৰাতি ব্যাপ্ত হোৱাৰ দৰে ময়ো সৰ্পগণৰ জন্মৰ কথা জানিছোঁ আৰু তাৰে তোমাৰ বিষ নিবাৰণ কৰিছোঁ।।১।। ঔষধ পূৰ্বে (মন্ত্ৰ বা) ব্ৰাহ্মণসকলৰ দ্বাৰা আৰু ঋষিসকলৰ দ্বাৰা জ্ঞাত হৈছিল, যি মন্ত্ৰ ভূত আৰু ভৱিষ্যতত মুখেৰে উচ্চাৰিত হয়, তাৰে মই তোমাৰ বিষ নিবাৰণ কৰিছোঁ।।২।। নদী, পৰ্বত আৰু পৰ্বতৰ নামনিত থকা অঞ্চলসমূহে তোমাৰ শৰীৰত মধু সিঞ্চন কৰক; শেলুৰৈযুক্ত পৰুষ্ণী নদীয়ে মধুসিঞ্চন কৰক; এই মধু তোমাৰ মুখ আৰু হৃদয়ৰ কাৰণে কল্যাণকৰ হওক।।৩।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—স্বস্ত্যয়নকামী অথৰ্বা। দেৱতা—মৃত্যু। ছন্দ-অনুষ্টুপ্।)

দেৱতাসকলৰ মাৰণাস্ত্ৰসমূহলৈ নমস্কাৰ, ৰজাৰ মাৰণাস্ত্ৰসমূহলৈ নমস্কাৰ, বৈশ্যৰ মাৰণাস্ত্ৰসমূহলৈ নমস্কাৰ। হে মৃত্যুদেৱতা, তোমাৰ অস্ত্ৰসমূহলৈ নমস্কাৰ।।১।। হে মৃত্যু, তোমাৰ আশীৰ্বচনলৈ নমস্কাৰ, তোমাৰ অমংগল বচনলৈ নমস্কাৰ তোমাৰ অনুগ্ৰহলৈ নমস্কাৰ, তোমাৰ নিগ্ৰহলৈকো নমস্কাৰ।।২।। হে মৃত্যু, তোমাৰ যাতুধানগণলৈ নমস্কাৰ, তোমাৰ ঔষধসমূহলৈ নমস্কাৰ, তোমাৰ মূল বলৰ উদ্দেশ্যে নমস্কাৰ, ব্ৰাহ্মণসলকলৈ এই নমস্কাৰ।।৩।।

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—বভ্ৰুপিংগল। দেৱতা-বলাস। ছন্দ—অনুষ্টুপ্।)

শৰীৰৰ সৰ্বত্ৰ ব্যাপ্ত, অস্থি দুৰ্বল কৰা, জোৰা দুৰ্বল কৰা, হৃদৰোগ, আৰু বলক্ষয় কাৰক সকলো ৰোগ নাশ কৰাঁ।।১।। (সৰোবৰৰ পৰা) যেনেকৈ পদুমফুল উঘালি অনা হয়, মই সেইদৰে এওঁৰ বলক্ষয়কাৰক শ্লেষ্মাৰোগ সমূলে উৎখাট কৰিছোঁ। কৰ্কটী ফলৰ চুপহি নিজে ছিগি পৰাৰ দৰে মই এই ৰোগৰ মূল ছিন্ন কৰিছে।।২।। হে বলক্ষয়কাৰক ৰোগ, তই অশুংগ মৃগৰ দৰে শীঘ্ৰে ইয়াৰ পৰা আঁতৰি যা। পাৰ হৈ যোৱা বছৰটোৰ দৰে তই (পুনৰ ঘূৰি নহাকৈ) আমাৰ সন্তানবিলাকৰ অনিষ্ট নকৰি গুচি যা।।৩।।

## পঞ্চদশ সূক্ত (১৫)

(ঋষি—উদ্দালক। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্।)

(হে পলাশ,) তুমি বৃক্ষৰ ভিতৰত উত্তম; বৃক্ষসমূহ তোমাৰ তলতীয়া। যি আমাৰ অনিষ্ট সাধন কৰে, তেওঁ যেন আমাৰ বশ হয়।।১।। আত্মীয়ই হওক বা অনাত্মীয়ই হওক, যি আমাৰ অনিষ্ট সাধন কৰে, বৃক্ষৰ ভিতৰত পলাশৰ দৰে মই সেইবিলাকতকৈ উত্তম হ'ম।।২।। ওষধিসমূহৰ ভিতৰত আহুতি ৰূপে ব্যৱহৃত হোৱাৰ কাৰণে, সোমলতা যিদৰে শ্ৰেষ্ঠ, গছৰ ভিতৰত পলাশ শ্ৰেষ্ঠ, সেইদৰে মই সজাতিসকলৰ ভিতৰত শ্ৰেষ্ঠ হ'ম।।৩।।

## ষোড়শ সূক্ত (১৬)

(ঋষি—শৌনক। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্।)

হে (ৰোগনিবৃত্তিৰ অৰ্থে) খোৱা বা নোখোৱা (সৰিয়হ), তোমাৰ ৰস (তেল) অতি বলশালী; তোমাৰ তেলত ভজা (সৰিয়হ) শাক আমি খাইছোঁ।।১।। বিহল্হ তোমাৰ পিতৃ, মদাৱতী তোমাৰ মাতৃ। তুমি নিজকে (শাক, তেল আদিৰ ৰূপত) ভোজন কৰোৱা, তুমি সেই নিচিনা নোহোৱা।।২।। হে তৌবিলিকা (নামৰ পিশাচী), তুমি আমাৰ ৰোগ তললৈ আঁতৰাই নিয়াঁ। এই ঐলব (চকুৰ ৰোগবিশেষ) দূৰ হওক। বভ্ৰু, বভ্ৰুকৰ্ণ আৰু নিৰাল, তোমালোক দূৰ হোৱাঁ।।৩।। অলসাল নামৰ হে শস্যমঞ্জৰী, তুমি পূৰ্বা, সিলাঞ্জালা, তুমি উত্তৰা আৰু নীলাগলসালা।।৪।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি-অথৰ্বা। দেৱতা-গৰ্ভদৃংহণ। ছন্দ-অনুষ্টুপ্।)

এই বিশাল পৃথিৱীয়ে যিদৰে গৰ্ভত প্ৰাণীসমূহক ধাৰণ কৰি আছে, সেইদৰে তুমিও প্ৰসৱ পৰ্যন্ত তোমাৰ গৰ্ভ ধাৰণ কৰি থাকাঁ।।১।। এই বিশাল পৃথিৱীয়ে যিদৰে

বনস্পতিসমূহ ধাৰণ কৰি আছে, সেইদৰে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। এই বিশাল পৃথিৱীয়ে যিদৰে পৰ্বত-পাহাৰ সমূহ ধাৰণ কৰি আছে, সেইদৰে ইত্যাদি।।৩।। এই বিশাল পৃথিৱীয়ে যিদৰে চৰ-অচৰ সকলোকে ধাৰণ কৰি আছে, সেইদৰে ইত্যাদি।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি, ছন্দ পূৰ্ববৎ। দেৱতা—ঈৰ্ষ্যাবিনাশন।)

(এইক অন্যে নেদেখক, এই ধৰণে স্ত্ৰীৰ প্ৰতি পতিৰ যি ঈৰ্ষা, সেই) ঈৰ্ষাৰ প্ৰথম আৰু দ্বিতীয় আঘাত তথা তোমাৰ হৃদয়ৰ সন্তাপাগ্নি আমি উপশম কৰিছোঁ।।১।। পৃথিৱীৰ মন যেনেকৈ মৃত ব্যক্তিৰ মনতকৈও অনুভৱহীন, সেইদৰে স্ত্ৰীৰ প্ৰতি ঈৰ্ষাপৰায়ণ মানুহৰ মনো অনুভৱহীন হওক।।২।। হে ঈৰ্ষালু পুৰুষ, তোমাৰ হৃদিগত যি ইতস্ততঃ পতনশীল মন, মই তাৰপৰা ঈৰ্ষাক এনেদৰে বাহিৰ কৰি দিছোঁ, যিদৰে চৰ্ম নিৰ্মিত ভাতিৰ পৰা তপত বায়ু উলিয়াই দিয়া হয়।।৩।।

## উনবিংশ সূক্ত (১৯)

(ঋষি—শন্তাতি। দেৱতা মন্ত্ৰত কোৱাসকল। ছন্দ-অনুষ্টুপ, গায়ত্ৰী।)

দেৱসমুদায়ে মোক শোধন কৰক; মনুষ্যগণে মোক বুদ্ধিৰ দ্বাৰা শোধন কৰক; সমস্ত প্ৰাণীগণে মোক শোধন কৰক; বায়ুৱে (অথবা পৱমান সোমে) মোক শোধন কৰক।।১।। পৱমান সোমে মোক কৰ্মৰ অৰ্থে, দক্ষতাৰ অৰ্থে, জীৱন আৰু হিংসাশূন্য কাৰ্যৰ অৰ্থে শোধন কৰক।।২।। হে সৱিতাদেৱ, তোমাৰ (পবিত্ৰকাৰী সাধন) তেজ আৰু প্ৰেৰণা, দুয়োটাৰ দ্বাৰা আমাক পৰলোক আৰু ইহলোকৰ সুখলাভৰ অৰ্থে শোধন কৰাঁ।।৩।।

## বিংশ সূক্ত (২০)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা-যক্ষ্মানাশন। ছন্দ—জগতী, পংক্তি।)

দাৱাগ্নিৰ দৰে আমাৰ অঙ্গ সন্তপ্ত কৰা এই জ্বৰ শৰীৰৰ সৰ্বত্ৰ ব্যাপ্ত হৈছে; উন্মত্তৰ দৰে (ৰোগীয়ে) প্ৰলাপ বকি বকি সংসাৰৰপৰা যাবলৈ ওলাইছে। এই জ্বৰে আমাক এৰি থৈ অন্য কোনো দুৰাচাৰৰ কাষলৈ যাওক। তাপেই যাৰ অস্ত্ৰ, সেই জ্বৰলৈ নমস্কাৰ।।১।। ৰুদ্ৰলৈ নমস্কাৰ, জ্বৰলৈ নমস্কাৰ, দীপ্তিমান বৰুণ ৰজালৈ নমস্কাৰ, দ্যুলোক আৰু ভূলোকলৈ নমস্কাৰ ওষধিসমূহলৈ নমস্কাৰ।।২।। যি তুমি অতিশয় শোষণৰ দ্বাৰা সকলো ৰূপ হালধীয়া (ৰক্তহীন) কৰি পেলোৱা, সেই অৰুণবৰ্ণৰ আৰু ধোঁৱাবৰণীয়া বন্য জ্বৰৰ উদ্দেশ্যে নমস্কাৰ।।৩।।

# তৃতীয় অনুৱাক

## একবিংশ সূক্ত (২১)

(ঋষি—শন্তাতি। দেৱতা—চন্দ্রমা। ছন্দ—অনুষ্টুপ্।)

পৃথিৱী আদি তিনি লোকৰ ভিতৰত ভূমিয়েই শ্ৰেষ্ঠ। তাৰ চৰ্মৰূপ উপৰিভাগত উৎপন্ন ওষধিসমূহ মই সংগ্ৰহ কৰিছোঁ।।১।। (হে হৰিদ্ৰা,) তুমি ওষধিসমূহৰ ভিতৰত শ্ৰেষ্ঠ, গছ লতাৰ ভিতৰত শ্ৰেষ্ঠ; যেনেকৈ দিন আৰু ৰাতিৰ মাজত সূৰ্য আৰু চন্দ্ৰ শ্ৰেষ্ঠ, দেৱতাসকলৰ ভিতৰত বৰুণ শ্ৰেষ্ঠ, তেনেকৈ (তুমি শ্ৰেষ্ঠ)।।২।। হে ধনসমৃদ্ধ ওষধিসমূহ, কাৰোদ্বাৰা হিংসিত নোহোৱা আৰু আৰোগ্যকৰণৰ বাবে ইচ্ছুক তোমালোকে আমাক আৰোগ্য দান কৰাঁ। তোমালোকে চুলিবিলাক সুদৃঢ় কৰাঁ আৰু বৃদ্ধি কৰাঁ।।৩।।

## দ্বাবিংশ সূক্ত (২২)

(ঋষি—শন্তাতি। দেৱতা—আদিত্যৰশ্মি, মৰুৎগণ। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

(যথানিয়মে জ্যোতিশ্চক্ৰৰ) গমন স্থান কৃষ্ণবৰ্ণৰ অন্তৰিক্ষ লোক পাই, পৃথিৱীৰ ৰস আহৰণ কাৰী হালধীয়া ৰশ্মিসমূহে (সুপৰ্ণগণে) জলেৰে নিজক আবৃত কৰি সূৰ্যমণ্ডলত আৰোহণ কৰিছে; তেওঁলোকে ঋতৰ (ব্ৰহ্মাৰ) সদনৰপৰা প্ৰত্যাৱৰ্তন কৰিছে আৰু দ্যুলোক তথা পৃথিৱীক ঘৃতেৰে (জলেৰে) সিক্ত কৰিছে।।১।। বক্ষত স্বৰ্ণভূষণ ধাৰণ কৰা হে মৰুৎগণ, নিজৰ গমনকালত তোমালোকে জল আৰু ওষধিসমূহক পুষ্ট কৰি যোৱাঁ। হে নেতা মৰুৎগণ, তোমালোকে য'ত মধুৰ জল বৰ্ষণ কৰা, সেই ঠাইত বল আৰু সুমতি পোষণ কৰাঁ।।২।। হে মৰুৎগণ, যি ধান্য আদি শস্যৰ আৰু তললৈ বৈ যোৱাঁ নদীসমূহক তৃপ্ত কৰে, সেই মেঘসমূহক তুমি প্ৰেৰিত কৰাঁ। দাৰিদ্যপীড়িত কন্যাই (পিতৃ-মাতৃক) কম্পিত কৰাৰ দৰে ভীতিজনক শব্দকাৰী ৰূপ মধ্যমা বাকে বৃষ্টিৰ উদ্দেশ্যে মেঘক কম্পিত কৰক। পত্নীয়ে পতিৰ লগত কথা পতাৰ দৰে মধ্যমা বাকে মেঘক পাই ধ্বনি কৰিছে (অথবা পত্নীয়ে পতিক অন্ন আদি দিয়াৰ দৰে মেঘে জল প্ৰদান কৰিছে)।।৩।।

## ত্ৰয়োবিংশ সূক্ত (২৩)

(ঋষি—শন্তাতি। দেৱতা—জলসমূহ। ছন্দ-অনুষ্টুপ্, গায়ত্ৰী, উষ্ণিক্।)

যি জলৰাশি (সকলো প্ৰাণীৰ জীৱনৰূপ হৈ) প্ৰৱাহিত হৈ আছে, যি জলদেৱীসকল দিনে-ৰাতিয়ে প্ৰৱাহিত হৈ আছে, সেইসকলৰ প্ৰশংসনীয় কৰ্ম কৰোঁতা মই আহ্বান কৰিছোঁ।।১।। নিৰন্তৰ প্ৰবাহিত, কৰ্মৰ যোগ্য জলসমূহে আমাক এই

পাপসমূহৰপৰা, উৎকৃষ্ট ফললাভৰ অৰ্থে মুক্ত কৰক, তেনে ফল লাভৰ অৰ্থে আমাক যোগ্য কৰক।।২।। সূৰ্যদেৱৰ প্ৰেৰণাত মানুহে (লৌকিক, বৈদিক) সকলো কৰ্ম অনুষ্ঠান কৰক। জলসমূহ আমাৰ কাৰণে মংগলকৰ হওক, ওষধিসমূহ কল্যাণকৰ হওক।।৩।।

## চতুৰ্বিংশ সূক্ত (২৪)

(ঋষি, দেৱতা পূৰ্ববৎ।। ছন্দ—অনুষ্টুপ্।)

হিমালয়ৰপৰা জলসমূহ বৈ আহিছে, আৰু সমুদ্ৰত মিলিত হৈছেগৈ। এই জলদেৱীসমূহে মোক হৃদয়ৰ তাপ নিবাৰক ঔষধ প্ৰদান কৰক।।১।। যি ৰোগে মোৰ দুচকুত কষ্ট দিছে, যি ৰোগ মোৰ দুয়োটা ভৰিৰ আগত আৰু গোৰোহাত আছে, সেই সকলো ৰোগকে বৈদ্যগণতকৈও শ্ৰেষ্ঠ চিকিৎসক জলসমূহে নিৰাময় কৰক।।২।। সমুদ্ৰৰ পত্নী, সমুদ্ৰৰ ৰাণী, যিবিলাক নদী আছে, তোমালোকে আমাক ঔষধ প্ৰদান কৰাঁ, যাতে আমি (বলকাৰক অন্ন আদি) ভোগ কৰিব পাৰোঁ।।৩।।

## পঞ্চৰ্বিংশ সূক্ত (২৫)

(ঋষি—শুনঃশেপ। দেৱতা, মন্যবিনাশন। ছন্দ—অনুষ্টুপ্।)

গলত যি পাঁচপন্নসংখ্যক গণ্ডমালা আছে, পতিব্ৰতা স্ত্ৰীৰ সংসৰ্গত দোষ নষ্ট হোৱাৰ দৰে, সেই গণ্ডমালা ৰোগ নষ্ট হওক।।১।। গ্ৰীৱাস্থানত যি সাতসত্তৰসংখ্যক গণ্ডমালা আছে, পতিব্ৰতা স্ত্ৰীৰ ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে।।২।। কান্ধত যি নিৰান্নবৈসংখ্যক গণ্ডমালা আছে, পতিব্ৰতা স্ত্ৰীৰ ইত্যাদি (পূৰ্ববৎ)।।৩।।

## ষড়্বিংশ সূক্ত (২৬)

(ঋষি—ব্ৰহ্মা। দেৱতা, পাপ্মা। ছন্দ—অনুষ্টুপ্।)

হে পাপৰ অধিষ্ঠাতা দেৱতা, মোক মুক্তি দিয়াঁ। সকলোকে বশ কৰোঁতা তুমি আমাক সুখী কৰাঁ। হে পাপৰ দেৱতা, তুমি অপীড়িত মোক (পুণ্যৰ ফলস্বৰূপ স্বৰ্গাদি) শ্ৰেষ্ঠ লোকত স্থাপন কৰাঁ।।১।। হে পাপৰ দেৱতা, তুমি যদি আমাক ত্যাগ নকৰা, তেনে আমিয়েই তোমাক এই কৰ্মৰ দ্বাৰা চাৰিআলিত ত্যাগ কৰিম। তাৰ পিছত তুমি আমাৰ শত্ৰুত প্ৰবিষ্ট হ'বাগৈ।।২।। আমাক এৰি ইন্দ্ৰ সদৃশ বলশালী পাপ গুচি যাওক; আমি যাক দ্বেষ কৰিব পাৰোঁ, তাৰ ওচৰলৈ যাওক আৰু আমি যাক দ্বেষ কৰোঁ, তাক বিনষ্ট কৰক।।৩।।

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—ভৃগু। দেৱতা—যম, নিৰ্ঋতি। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে দেৱগণ, এই কপৌ চৰাইটো নিৰ্ঋতিৰ দ্বাৰা প্ৰেৰিত দূত; সি ক্লেশ দিয়াৰ অভিপ্ৰায়েৰে ইয়ালৈ আহিছে। তাক আমি অৰ্চনা কৰিছোঁ, এই অমংগল দূৰ কৰিছোঁ। আমাৰ দ্বিপদ (পুত্ৰাদি) আৰু চতুষ্পদ (গৰু-ছাগলী আদি) প্ৰাণীৰ যেন মংগল হয়।।১।। হে দেৱগণ, যিটো কপৌ আমাৰ ঘৰলৈ প্ৰেৰিত হৈছে, সেই পক্ষী আমাৰ কাৰণে মংগলকৰ হওক; অনিষ্টকৰ নহয় যেন। মেধাৱী অগ্নিয়ে আমাৰ হৱি গ্ৰহণ কৰক। এই পাখি লগা অস্ত্ৰই (পক্ষীয়ে) যেন আমাক সৰ্বপ্ৰকাৰে এৰি যায়।।২।। এই পাখিলগা অস্ত্ৰই যেন আমাৰ হিংসা নকৰে; যি বিস্তীৰ্ণ স্থানত অগ্নি স্থাপিত হৈছে, সি সেই ঠাইতে বহি থাকক। আমাৰ মানুহ আৰু গৰুবিলাকৰ মংগল হওক। হে দেৱগণ, কপৌটোৱে যেন আমাক ইয়াত হিংসা নকৰে।।৩।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি, দেৱতা পূৰ্ববৎ। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্ জগতী।)

হে দেৱগণ, মন্ত্ৰৰ দ্বাৰা কপৌটো খেদাই পঠোৱাঁ। আমি অন্নলাভ কৰি তৃপ্ত হৈ গৰুক সঞ্চৰণ কৰাই কপৌটোৰ খোজ পৰা ঠাইবোৰৰ শান্তি কৰিম। সি আমাৰ বলকাৰক অন্ন এৰি উৰি গুচি যাওক।।১।। (কপৌ সোমোৱাৰ কাৰণে হোৱা অমংগলৰ শান্তি কৰিবলৈ) এই ঋত্বিকসকলে অগ্নি সংগ্ৰহ কৰিছে, গাই আনিছে, দেৱতাসকলক হৱিৰূপ অন্ন প্ৰদান কৰিছে; (তাৰ পিছত) এই মানুহখিনিক কোনে অনিষ্ট কৰিব পাৰে?।।২।। যি প্ৰথমে উচ্চস্থান লাভ কৰিছিল আৰু বহুতৰ কাৰণে পথ মুকলি কৰিছিল, যিজন মনুষ্যাদি দ্বিপদ আৰু গো-মেষাদি চতুষ্পদ প্ৰাণীৰ নিয়ামক, সেইজন মৃত্যুৰ অধিপতিলৈ নমস্কাৰ।।৩।।

## উনত্ৰিংশ সূক্ত (২৯)

(ঋষি, দেৱতা পূৰ্ববৎ। ছন্দ—গায়ত্ৰী, অষ্টি।)

এই পাখি লগা অস্ত্ৰ আমাৰ সৌ শত্ৰু বিলাকলৈ যাওক। ফেঁচাই যি অমঙ্গলীয়া মাত মাতিছে, সি ব্যৰ্থ হওক। ৰন্ধা-বঢ়া কৰা জুইৰ কাষত কপৌৱে ভৰি দিছে যে সেয়াও ব্যৰ্থ হওক।।১।। হে নিৰ্ঋতি, তোমাৰ দ্বাৰা প্ৰেৰিত হৈ বা নোহোৱাকৈ যি দুই দূত আমাৰ ঘৰলৈ আহিছে, সেই ফেঁচা আৰু কপৌৰ কাৰণে আমাৰ ঘৰ আশ্ৰয়স্থান নহওক।।২।। (সিহঁতৰ দ্বাৰা ঘটোৱা) অমঙ্গলে আমাৰ পুত্ৰাদিৰ অনিষ্ট

সাধন নকৰক; এই অমঙ্গলসমূহ পুত্ৰাদিৰ প্ৰতি পৰাঙ্মুখ হৈ দূৰলৈ আঁতৰি যাওক। হে কপৌৰূপী যমদূত, তোমাৰ স্বামীৰ গৃহত তোমাক প্ৰাণীগণে শক্তিহীন ৰূপত দেখে যেন আৰু আমিও যেন তেনেকুৱাই দেখোঁ।।৩।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি—উপৰিৱভ্ৰৱ। দেৱতা—শমী। ছন্দ—জগতী, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

মধুযুক্ত যৱধান দেৱতাসকলে মনুষ্যৰ কাৰণে সৰস্বতী নদীৰ পাৰত উৎপন্ন কৰিছিল। শতক্ৰতু ইন্দ্ৰ হালৰ অধিপতি আছিল আৰু শোভন দানযুক্ত মৰুৎগণ কৃষক আছিল।।১।। হে শমী, তোমাৰ যি মত্ততাই চুলি সৰুবায় আৰু জুটুলা কৰে, তাৰ দ্বাৰা তুমি মানুহক হৰ্ষযুক্ত কৰা। মই তোমাক বাদ দি অন্য দূৰত থকা গছহে কাটিছোঁ। তুমি শত শাখাযুক্ত হৈ ডাঙৰ-দীঘল হোৱাঁ।।২।। বহুত পাত থকা, সৌভাগ্যকৰ, বৃষ্টিৰ ফলত ডাঙৰ হোৱা, সত্যযুক্ত শমী, মাকে পুতেকক ডাঙৰ-দীঘল কৰাৰ দৰে তুমিও চুলি বঢ়োৱাঁ।।৩।।

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—পূৰ্ববৎ। দেৱতা—গৌ। ছন্দ—গায়ত্ৰী।)

গমনশীল সূৰ্যই উদয়াচলত আৰোহণ কৰি সমুখত দেখা দিছে, মাতৃ পৃথিৱীক কিৰণেৰে ব্যাপ্ত কৰিছে। তাৰ পিছত পিতৃ স্বৰ্গ আৰু অন্তৰিক্ষলৈ গমন কৰিছে।।১।। প্ৰাণ-অপান কাৰ্যযুক্ত প্ৰাণীসমূহৰ মাজত সূৰ্যৰ কিৰণ প্ৰকাশ পায়।।২।। দিন-ৰাতিৰ অঙ্গস্বৰূপ ত্ৰিছসংখ্যক মুহূৰ্ত্ত এই সূৰ্যৰ ৰশ্মিৰে প্ৰভাযুক্ত হয়। পক্ষীৰ দৰে গমনশীল সূৰ্যক ত্ৰয়ীৰূপা বাকেও আশ্ৰয় কৰি আছে।।৩।।

# চতুৰ্থ অনুৱাক

## দ্বাত্ৰিংশ সূক্ত (৩২)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি, ৰুদ্ৰ, মিত্ৰাবৰুণ। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি।)

(হে ঋত্বিকগণ) যাতুধান—ক্ষয়কাৰক এই হৱনীয় ঘৃত অগ্নিত আহুতি দিয়াঁ। হে অগ্নি, এই ৰাক্ষসবোৰক দূৰৰপৰাই দগ্ধ কৰা, আমাৰ ঘৰসমূহৰ কাৰণে তুমি তাপকাৰক নহ'বা।।১।। হে পিশাচগণ, ৰুদ্ৰই তোমালোকৰ ডিঙি ছিঙি পেলাওক। হে যাতুধানগণ, ৰুদ্ৰদেৱে তোমালোকৰ গোৰোহাৰ হাঁড় ভাঙি দিয়ক। সৰ্বপ্ৰকাৰে শক্তিশালী ওষধিয়ে তোমালোকক যমৰ লগত যুক্ত কৰক।।২।। হে মিত্ৰ-বৰুণ,

আমাৰ এই স্থান ভয়ৰহিত হওক। তোমালোকে নিজ তেজেৰে মাংসভক্ষীবোৰক আঁতৰাই পঠোৱাঁ; সিহঁতে যাতে কোনো থকা ঠাই অথবা আশ্ৰয়দাতা লাভ নকৰে। সিহঁতে নিজৰ ভিতৰত কাজিয়া কৰি মৰক।।৩।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

(ঋষি—জটিকায়ন। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্।)

হে জনগণ, যি ইন্দ্ৰৰ জ্যোতি শত্ৰুবিলাকৰ হিংসাৰ নিমিত্তে যুক্ত হৈছে, তোমালোকে সেই বৃহৎৰমণীয় তেজ ভজনা কৰাঁ।।১।। ইন্দ্ৰ অন্যৰ দ্বাৰা পৰাভূত নহয়; তেওঁ ধৰ্ষিত হ'লে অন্যৰ বল পৰাভূত কৰে। পূৰ্বে (বৃত্ৰবধৰ সময়ত) তেওঁৰ যশস্যা অবিচলিত আছিল। ইন্দ্ৰৰ বল কাৰো দ্বাৰা পৰাভূত নহয়।।২।। সেই ইন্দ্ৰই আমাক প্ৰচুৰ পীতবৰ্ণৰ (সোণ) ধন দান কৰক। ইন্দ্ৰ লোকসকলৰ স্বামী আৰু সৰ্বশ্ৰেষ্ঠ।।৩।।

## চতুস্ত্ৰিংশ সূক্ত (৩৪)

(ঋষি—চাতন। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)

হে স্তোতাগণ, মনুষ্যগণৰ কামবৰ্ষক (অথবা অধিপতি) অগ্নিক তোমালোকে স্তুতি কৰাঁ। তেওঁ আমাক শত্ৰুৰ পৰা উদ্ধাৰ কৰক।।১।। যি অগ্নিয়ে তেওঁৰ তীক্ষ্ণ তেজেৰে ৰাক্ষসবিলাকক বিনাশ কৰে, তেওঁ আমাক ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২।। যি অগ্নি অতি দূৰৰ ঠাইৰপৰা মৰুভূমি ব্যাপি শোভা পাই থাকে, তেওঁ ইত্যাদি (পূৰ্বৱৎ)।।৩।। যি অগ্নিয়ে জগতখন পৃথক্ পৃথক্‌ভাবে পৰ্যবেক্ষণ কৰে আৰু একেলগেও পৰ্যবেক্ষণ কৰে, তেওঁ ইত্যাদি (পূৰ্বৱৎ)।।৪।। যি অগ্নি এই দ্যুলোকৰ সিপাৰে শুভ্ৰৰূপত উদ্ভৱ হৈছে, তেওঁ ইত্যাদি (পূৰ্বৱৎ)।।৫।।

## পঞ্চত্ৰিংশ সূক্ত (৩৫)

(ঋষি—কৌশিক। দেৱতা—বৈশ্বানৰ অগ্নি। ছন্দ—গায়ত্ৰী।)

আমাৰ ৰক্ষাৰ অৰ্থে বৈশ্বানৰ অগ্নি দূৰ স্থানৰপৰা আমাৰ ওচৰলৈ আহক। অগ্নিয়ে আমাৰ স্তুতি শ্ৰৱণ কৰক।।১।। বৈশ্বানৰ অগ্নি আমাৰ ওচৰলৈ আহক; আমাৰ উক্থ মন্ত্ৰৰ দ্বাৰা প্ৰীতিযুক্ত হৈ আমাৰ এই যজ্ঞ লাভ কৰক।।২।। বৈশ্বানৰ অগ্নিয়ে অংগিৰা ঋষিসকলৰ স্তোত্ৰ-শস্ত্ৰ সমৰ্থন কৰিছে আৰু তেওঁলোকক দ্যোতমান যশস্যা (অথবা স্বৰ্গ) প্ৰদান কৰিছে।।৩।।

## ষট্‌ত্ৰিংশ সূক্ত (৩৬)

(ঋষি—স্বস্ত্যয়নকামী অথৰ্ৱা। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)

সত্যৰূপ যজ্ঞাত্মক তেজৰ স্বামী, সদা প্ৰকাশমান বৈশ্বানৰ অগ্নিক আৰাধনা কৰিছোঁ।।১।। সকলোকে ফল দান কৰিবলৈ সমৰ্থ সেই বৈশ্বানৰ অগ্নি বশী, তেওঁ (সূৰ্যৰূপে) ঋতুসমূহ উৎপন্ন কৰিছে আৰু যজ্ঞৰ অন্ন উৰ্ধ্ব লোকত (দেৱতাৰ ওচৰত) উপস্থিত কৰাইছে।।২।। উৎকৃষ্ট ধামত একমাত্ৰ সম্ৰাট হৈ উৎপন্ন হোৱা আৰু হ'বলগীয়া প্ৰাণৰ কামদায়ক ৰূপে অগ্নি বিৰাজ কৰিছে।।৩।।

## সপ্তত্ৰিংশ সূক্ত (৩৭)

(ঋষি—পূৰ্ব্ববৎ। দেৱতা—চন্দ্ৰমা। ছন্দ—অনুষ্টুপ্।)

মেষপালকৰ ঘৰলৈ কুকুনেছীয়া অহাৰ দৰে সহস্ৰনয়ন ইন্দ্ৰ শাপদাতা হৈ ৰথত ঘোঁৰা যুৰি আমাৰ ওচৰলৈ আহক; আমাক শাও দিওঁতাবিলাকক নাশ কৰিবলৈ বিচাৰি আহক।।১।। হে শাপ, দহনকাৰী অগ্নিয়ে জলাশয় (দগ্ধ নকৰাকৈ) এৰি যোৱাৰ দৰে তুমিও আমাক এৰি যোৱাঁ। আকাশৰপৰা বজ্ৰই আহি বৃক্ষ দগ্ধ কৰাৰ দৰে তুমি আমাক শাপ দিওঁতাবিলাকক দগ্ধ কৰাহি।।২।। শাপ নিদিয়া আমাক যি শত্ৰুৱে শাপ দিয়ে আৰু শাপ দিয়া আমাক যি শাপ দিয়ে, কুকুৰক দগ্ধ (অভিমন্ত্ৰিত) পিঠা দিয়াৰ দৰে সিবিলাকক যমৰ আগলৈ দলিয়াই দিছোঁ।।৩।।

## অষ্টত্ৰিংশ সূক্ত (৩৮)

(ঋষি—বৰ্চস্কাম অথৰ্ৱা। দেৱতা—ত্বিষি, বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্।)

যি তেজ সিংহত, বাঘত অথবা ডাইল সাপত আছে, যি তেজ অগ্নিত, ব্ৰাহ্মণত আৰু সূৰ্যত আছে, যি (তেজোৰূপা) সৌভাগ্যপ্ৰদা দেৱীয়ে ইন্দ্ৰক জন্ম দিছিল, তেওঁ তেজ সহিত আমাৰ ওচৰলৈ আহক।।১।। যি তেজ হাতীত, নাহৰফুটুকীত আছে, যি তেজ সোণত, গোসমূহত বা পুৰুষত আছে, যি সৌভাগ্য প্ৰদা ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।২।। যি তেজ ৰথত, চকাসমূহত, ষাঁড়গৰুৰ শক্তিত, বায়ুত, পৰ্জ্জন্যত আৰু বৰুণৰ বলত বিদ্যমান, যি সৌভাগ্যপ্ৰদা ইত্যাদি (পূৰ্ব্ববৎ)।।৩।। যি তেজ ৰাজন্যবৰ্গ আৰু বজাই থকা দুন্দুভিত, অশ্বৰ তীব্ৰগতিত আৰু পুৰুষৰ উদাত্ত বাক্যত বিদ্যমান, যি সৌভাগ্যপ্ৰদা ইত্যাদি (পূৰ্ব্ববৎ)।।৪।।

## উনচত্বাৰিংশ সূক্ত (৩৯)

(ঋষি—পূৰ্ব্ববৎ। দেৱতা—বৃহস্পতি। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

ইন্দ্ৰক মই প্ৰদান কৰা অপৰিমিত শক্তিসম্পন্ন, সুন্দৰকৈ ধাৰণ কৰা, পৰৰ অভিভৱকাৰী বলপ্ৰদায়ক, প্ৰসৰণশীল, যশোৰূপা হবি সমৃদ্ধ হওক। (হে ইন্দ্ৰ,) তাৰ পিছত হবিযুক্ত মোক সুদীৰ্ঘ কাল দৰ্শন কৰাৰ যোগ্য কৰি সৰ্বশ্ৰেষ্ঠ হ'বৰ কাৰণে সমৃদ্ধ কৰাঁ।।১।। আমাৰ সমুখ স্থিত যশপ্ৰদাতা যশস্বী ইন্দ্ৰক যশস্যা সহিত নমস্কাৰ কৰিছোঁ। সেই ইন্দ্ৰ, তুমি আমাক তোমাৰ দ্বাৰা প্ৰেৰিত ৰাজ্য লাভ কৰোৱাঁ; তোমাৰ অনুগ্ৰহত আমি যশস্বী হ'ম।।২।। ইন্দ্ৰই যশ কামনা কৰে, অগ্নিয়েও যশ কামনা কৰে, সোমেও যশ কামনাৰে জন্ম গ্ৰহণ কৰিছে। সমস্ত যশকামীসকলৰ ভিতৰত মই যেন শ্ৰেষ্ঠ যশস্বী হওঁ।।৩।।

## চত্বাৰিংশ সূক্ত (৪০)

(ঋষি—অভয়কামী তথা স্বস্ত্যয়নকামী অথৰ্বা। দেৱতা—মন্ত্ৰত উল্লিখিতসকল, ইন্দ্ৰ। ছন্দ—জগতী, অনুষ্টুপ্।)

হে দ্যাবাপৃথিৱী, তোমালোকৰ কৃপাত এই স্থান ভয়ৰহিত হওক; চন্দ্ৰ আৰু সূৰ্যই আমাক নিৰ্ভয় কৰক; অন্তৰিক্ষই আমাক ভয়হীন কৰক। সপ্ত ঋষিসকলে কৰা হবিপ্ৰদানৰ ফলত আমি যেন ভয়শূন্য হওঁ।।১।। আমাৰ এই গাঁৱৰ চাৰিওফালে বলকাৰক অন্ন উৎপন্ন হওক। সবিতাদেৱে আমাৰ মঙ্গল কৰক। শত্ৰুৰহিত ইন্দ্ৰই আমাক নিৰ্ভয় কৰক। ৰজাৰ ক্ৰোধ আমাৰপৰা গৈ যেন অন্যত পৰে।।২।। হে ইন্দ্ৰ, তুমি আমাৰ দক্ষিণফালে শত্ৰুহীন কৰাঁ, উত্তৰ দিশে শত্ৰুহীন কৰাঁ আৰু পূৰ্বদিশে শত্ৰুহীন কৰাঁ।।৩।।

## একচত্বাৰিংশ সূক্ত (৪১)

(ঋষি—ব্ৰহ্মা। দেৱতা—অনু আদি দৈৱ ঋষিসকল। ছন্দম-অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

মন, চিন্তা, বুদ্ধি, সংকল্প, চিত্, মতি, জ্ঞান আৰু দৃষ্টিশক্তিৰ কাৰণে আমি হবিৰে উপাসনা কৰিছোঁ।।১।। অপান, ব্যান আৰু প্ৰাণৰ (বৃত্তিভেদে) ধাৰণকৰ্তা মুখ্য প্ৰাণ আৰু সৰস্বতীক আমি হবিৰে উপাসনা কৰিছোঁ।।২।। যিসকল দিব্য ঋষি আমাৰ প্ৰাণৰক্ষক, আমাৰ শৰীৰেন্দ্ৰিয় ৰূপে জাত সেই সপ্তৰ্ষিগণে যেন আমাৰ শৰীৰ এৰি নাযায়। হে মৰণহিত দেৱতাসকল, তোমালোক মৰণশীল আমাত ব্যাপ্ত হৈ থাকাঁ; আমাক দীৰ্ঘ আয়ুস ভোগ কৰি জীয়াই থাকিবলৈ দিয়াঁ।।৩।।

# পঞ্চম অনুবাক

## দ্বিচত্বাৰিংশ সূক্ত (৪২)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা-মন্যু। ছন্দ-অনুষ্টুপ্।)

হে পুৰুষ, ধনুৰপৰা গুণ সোলোকোৱাৰ দৰে মই তোমাৰ হৃদয়ৰপৰা মন্যু শিখিল কৰিছোঁ; আমি দুয়ো যাতে একমন হৈ পৰস্পৰে সখিৰ দৰে মিলি থাকিব পাৰোঁ।।১।। মই তোমাৰ ক্ৰোধ গধুৰ শিল এটাৰ তললৈ সুমুৱাই দিছোঁ, যাতে আমি সখিৰ দৰে মিলি থাকিব পাৰোঁ।।২।। তোমাৰ ক্ৰোধ মই ভৰিৰ আগ আৰু গোৰোহাৰে মোহাৰি পেলাইছোঁ, যাতে তুমি বিবশ হৈ কথা ক'ব নোৱৰা হোৱা আৰু তুমি মোৰ চিত্তৰ অনুকূল হোৱা।।৩।।

## ত্ৰিচত্বাৰিংশ সূক্ত (৪৩)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা—মন্যুশমন। ছন্দ—অনুষ্টুপ্।)

এই দৰ্ভ (কুশ অথবা দুৱৰি) নিজৰ মানুহ আৰু পৰৰ মানুহৰ ক্ৰোধ-নিৱৰ্তক; ইয়াক ক্ৰোধ অপসাৰণকাৰী আৰু ক্ৰোধ শমনকাৰী বুলি কোৱা হয়।।১।। এই বহু শিপাযুক্ত দৰ্ভ জলাশয়ত আছে। পৃথিৱীৰপৰা অন্তৰিক্ষলৈ উঠি যোৱা এই দৰ্ভক 'মন্যুশমন' বুলি কোৱা হয়।।২।। (হে ক্ৰুদ্ধ পুৰুষ,) মই তোমাৰ হনুত থকা ক্ৰোধপ্ৰকাশ কৰা ধমনী শান্ত কৰিছোঁ; মুখৰ ধমনীসমূহো শান্ত কৰিছোঁ, যাতে তুমি বিবশ হৈ তথা ক'ব নোৱৰা হোৱা আৰু তুমি মোৰ চিত্তৰ অনুকূল হোৱা।।৩।।

## চতুশ্চত্বাৰিংশ সূক্ত (৪৪)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—অনুষ্টুপ্, বৃহতী।)

যিদৰে দ্যুলোক নিজ স্থানত স্থিৰ হৈ আছে, পৃথিৱী স্থিৰ হৈ আছে, এই সমস্ত জগৎ স্থিৰ হৈ আছে, বৃক্ষসমূহ থিয় হৈয়ে নিদ্ৰিত হৈছে, সেইদৰে তোমাৰ এই ৰোগ (ৰক্তক্ষৰণ) স্থিৰ হৈ ৰৈ যাওক।।১।। তোমাৰ ৰোগ নিৰাময়ৰ কাৰণে শতসংখ্যক অথবা সহস্ৰসংখ্যক যিবিলাক ঔষধ পোৱা হৈছে, ৰক্তক্ষৰণৰ ঔষধৰূপে এই কৰ্ম সেই সকলোবোৰতকৈ শ্ৰেষ্ঠ।।২।। (হে গোশৃঙ্গোদক,) তুমি ৰুদ্ৰৰ প্ৰস্ৰাৱ, অমৃতৰ নাভি, তোমাৰ নাম 'বিষাণকা'; তুমি পিতৃসকলৰ মূল উপাদান কাৰণৰ পৰা উদ্ভূত আৰু ৰক্তক্ষৰণ নিৰোধক।।৩।।

## পঞ্চচত্বাৰিংশ সূক্ত (৪৫)

(ঋষি—অঙ্গিৰা প্ৰভৃতি। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—পংক্তি, অনুষ্টুপ্।)

হে মোৰ পাপাসক্ত মন, তই দূৰ হ; তই নক'বলগীয়া কথা কিয় কৈছ? মই তোক কামনা কৰা নাই, তই আঁতৰি যা; গছবনত থাকগৈ। মোৰ সু-মন মোৰ গৃহত আৰু গৰুগাইত অৱস্থিত হওক।।১।। কম আশা কৰাৰ সময়ত, আশাভংগ হোৱাৰ সময়ত আৰু আশা পৰাঙ্মুখ হোৱাৰ সময়ত, সাৰপাই থাকোঁতে অথবা নিদ্ৰিত অৱস্থাত মই যি অপৰাধ কৰিছোঁ, অগ্নিয়ে সেই সকলোবোৰ আঁতৰ কৰক।।২।। হে ইন্দ্ৰ, হে ব্ৰহ্মণস্পতি, আমি যদি (দুঃস্বপ্নৰ ফলত) অসত্যৰ জগতত বিচৰণ কৰিছোঁ, তেন্তে সেই দোষৰপৰা আমাক অঙ্গিৰাসন্তানসকলে ৰক্ষা কৰক।।৩।।

## ষট্‌চত্বাৰিংশ সূক্ত (৪৬)

(ঋষি, দেৱতা পূৰ্ব্বৱৎ। ছন্দ—জগতী।)

হে স্বপ্ন, তুমি জীৱিত নোহোৱা, মৃতও নোহোৱা। তুমি দেৱতাসকলৰ অমৃতময় গৰ্ভস্বৰূপ। বৰুণানী তোমাৰ মাতৃ, যম তোমাৰ পিতৃ। তোমাৰ নাম 'অৰৰু'।।১।। হে স্বপ্ন, আমি তোমাৰ জন্মস্থানৰ কথা জানো। তুমি দেৱতাৰ ভগিনীসকলৰ পুত্ৰ, যমৰ কৰণ। তুমি অন্তক, মৃত্যুসাধক। হে স্বপ্ন, তোমাক আমি সেইদৰে জানো। হে স্বপ্ন, তুমি আমাক দুঃস্বপ্ন ভয়ৰপৰা ৰক্ষা কৰাঁ।।২।। যিদৰে (যজ্ঞীয় পশুৰ) অংগ তথা খুৰা আদি ক্ৰমে বিলুপ্ত হৈ পৰে, যেনেকৈ ঋণ শোধ কৰি ক্ৰমে শেষ কৰা হয়, সেইদৰে সকলো দুঃস্বপ্নজনিত দোষ আমাৰ শত্ৰুৰ ওচৰলৈ ক্ৰমান্বয়ে পঠাই দিছোঁ।।৩।।

## সপ্তচত্বাৰিংশ সূক্ত (৪৭)

(ঋষি—অঙ্গিৰা প্ৰভৃতি। দেৱতা—অগ্নি, বিশ্বদেৱগণ, সুধন্বা। ছন্দ—ত্ৰিষ্টুপ্।)

অগ্নিয়ে আমাক প্ৰাতঃসৱণ কৰ্মত ৰক্ষা কৰক; বিশ্বকৰ্তা, বিশ্বৰ কল্যাণকাৰক, সকলোৰে সুখদায়ক সেই পাৱক অগ্নিয়ে আমাক ধন দান কৰক। তেওঁৰ কৃপাত আয়ুষ্মান হৈ আমি যেন পুত্ৰাদিৰে সৈতে ভোজন কৰি থাকিবলৈ পাওঁ।।১।। এই দ্বিতীয় (মাধ্যন্দিন) সৱনকৰ্মত বিশ্বদেৱগণ, মৰুৎগণ আৰু ইন্দ্ৰই যেন আমাক ত্যাগ নকৰে। আমি দীৰ্ঘায়ু হৈ, তেওঁলোকৰ প্ৰীতিকৰ স্তুতিবচন উচ্চাৰণ কৰি দেৱতাসকলৰ অনুগ্ৰহৰ পাত্ৰ হৈ থাকোঁ যেন।।২।। এই তৃতীয় (সায়ন্তন) সৱনকৰ্মত ক্ৰান্তদৰ্শী

ঋভুগণৰ যি শিল্পকৰ্মৰ দ্বাৰা (সোমপান কৰা পাত্ৰ) এই চমসক চাৰিভাগত ভাগ কৰা হৈছিল, সেই সুধন্বা অঙ্গিৰসৰ পুত্ৰসকলে সুফল লাভৰ অৰ্থে আমাৰ সু যাগ সম্পন্ন কৰাওক।।৩।।

## অষ্টচত্বাৰিংশ কৰ্ম (৪৮)

(ঋষি—পূৰ্ব্ববৎ। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—উষ্ণিক্।)

(হে প্ৰাতঃসৱন,) গায়ত্ৰী ছন্দ যুক্ত তুমি শেনপক্ষীৰ নিচিনা (শীঘ্ৰগামী)। মই তোমাক আধাৰ ৰূপে গ্ৰহণ কৰিছোঁ; তুমি মোক এই যজ্ঞৰ সমাপ্তিলৈকে সুমঙ্গলে নিয়াঁ। তোমালৈ স্বাহা।।১।। তুমি জগতী ছন্দযুক্ত, তৃতীয় সৱন, তুমি ঋভু। মই তোমাক ইত্যাদি (পূৰ্বমন্ত্ৰৰ দৰে)।।২।। সেচন সমৰ্থ ইন্দ্ৰৰূপ হে ত্ৰিষ্টুপ্, ছন্দযুক্ত দ্বিতীয় সৱন, মই তোমাক ইত্যাদি (পূৰ্ব্ববৎ)।।৩।।

## উনপঞ্চাত্তম সূক্ত (৪৯)

(ঋষি—গাৰ্গ্য। দেৱতা—অগ্নি। ছন্দ—অনুষ্টুপ্, জগতী।)

হে অগ্নি, মৰণশীল মানুহে তোমাৰ শৰীৰৰ তীক্ষ্ণতা (তাপ) লাভ কৰিব নোৱাৰে। নিজৰ দেহত থকা জল পান কৰা (অথবা বান্দৰৰ দৰে চঞ্চল) তোমাৰ শিখাসমূহে গাইগৰুৱে নিজৰ গৰ্ভবেষ্টনীখন খাই পেলোৱাৰ দৰে এই দেহাটো ভক্ষণ কৰে।।১।। ছাগলী যেনেকৈ ঘাঁহনিত গৈ প্ৰথমতে ভক্ষণযোগ্য তৃণাদিৰ লগত যুক্ত হৈ পিছত সকলো তৃণতে ব্যাপ্ত হৈ পৰে, হে অগ্নি, তুমিও তেনেকৈ দাহ্য পুৰুষৰ অৱয়ৱসমূহত যুক্ত হৈ পিছত সমস্ত শৰীৰতে ব্যাপ্ত হৈ পৰা। গছেৰে ভৰি থকা বনত বনজুয়ে প্ৰথমতে গছৰ আগবোৰ পোৰে, তাৰ পিছত সেউজীয়া সোমলতা আদি ভক্ষণ কৰে।।২।। হে অগ্নি, তোমাৰ শেন পক্ষীৰ নিচিনা শিখাসমূহে আকাশত দপ্ দপ্ কৈ শব্দ কৰিছে আৰু প্ৰচুৰ ধোৱাঁৰে মেঘৰ সৃষ্টি কৰিছে। হে অগ্নি, তোমাৰ দীপ্তিয়ে সূৰ্যমণ্ডলক আশ্ৰয় কৰি বৃষ্টিৰ জল ধাৰণ কৰে।।৩।।

## পঞ্চাশত্তম সূক্ত (৫০)

(ঋষি-অভয়কামী অথৰ্বা। দেৱতা-অশ্বীদ্বয়। ছন্দ-জগতী, পংক্তি।)

হে অশ্বিনীকুমাৰদ্বয়, তোমালোকে অনিষ্টকাৰী নিগনি বিলাকক ধ্বংস কৰাঁ; সিহঁতৰ মূৰ ছিঙি দিয়াঁ, হাঁড় গুৰি কৰাঁ। নহ'লে সিহঁতে আমাৰ যৱধানবোৰ খাই

পেলাব। সিহঁতৰ মুখবোৰ বন্ধ কৰি দিয়াঁ। আমাৰ ধান আদিক ভয়ৰহিত কৰাঁ।।১।। হে অনিষ্টকাৰী মূষিকগণ, হে পতংগ প্ৰভৃতি উপদ্ৰৱকাৰী কীটগণ, হৱিসমাপন নকৰা ব্ৰাহ্মণৰ দৰে এই যৱধান নোখোৱাকৈ কোনো অনিষ্ট নকৰাকৈ তোমালোক আঁতৰি যোৱাঁ।।২।। হে কুটি নষ্ট কৰা নিগনি আৰু পতংগ বিলাকৰ অধিপতি, চোকা দাঁত থকা তোমালোকে মোৰ কথালৈ কাণ দিয়াঁ। বনৰীয়া নষ্টকাৰীয়েই হোৱা বা ঘৰত থকাই হোৱা, তোমালোকৰ সকলো ভক্ষণকাৰীকে এই কৰ্মৰ দ্বাৰা মই বিনাশ কৰিছোঁ।।৩।।

## একপঞ্চাশত্তম সূক্ত (৫১)

(ঋষি—শন্তাতি। দেৱতা—সোম, জলসমূহ, বৰুণ। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ, জগতী।)

বায়ুৰ শোধনকাৰক গুণেৰে শোধিত হৈ এই সোমে অতি দ্ৰুতভাবে (মুখৰপৰা নাভিদেশ) অতিক্ৰম কৰিছে। তেওঁ ইন্দ্ৰৰ যোগ্য সখা।।১।। মাতৃৰূপা জলসমূহে আমাক শোধন কৰক। নিজৰ ক্ষৰণশীল ৰসেৰে জলসমূহে আমাক পৱিত্ৰ কৰক। এই দিব্য জলসমূহে (স্নান-আচমন আদিৰ দ্বাৰা) সকলো পাপ ধুই নিয়ে। এইহেন জালত মই নিৰ্মল আৰু পৱিত্ৰ হৈ উঠি আহিছোঁ।।২।। হে বৰুণদেৱ, মানুহে দেৱতাৰ প্ৰতি যি দ্ৰোহ আচৰণ কৰে আৰু অজ্ঞতাবশত, আমি তোমাৰ যি কৰ্মসমূহ বিপৰ্যস্ত কৰিছোঁ, হে দেৱ, সেই দোষৰ কাৰণে তুমি আমাৰ অনিষ্ঠ সাধন নকৰা যেন।।৩।।

# ষষ্ঠ অনুৱাক

## দ্বিপঞ্চাশত্তম সূক্ত (৫২)

(ঋষি—ভাগলি। দেৱতা—সূৰ্য, গোসমূহ, ভেষজ। ছন্দ—অনুষ্টুপ।)

ৰাক্ষসবিলাকক বিনাশ কৰিবৰ কাৰণে আকাশত পূবদিশত সূৰ্য উদিত হৈছে। অদৃশ্য ৰাক্ষস আদিৰ বিনাশক,সকলোৱে দেখিবলৈ পোৱা সূৰ্য পৰ্বতসমূহৰ পৰা ওপৰলৈ উঠিছে।।১।। গাইবোৰ (নিৰ্ভয়ে) গোষ্ঠত বহিছে, বনৰীয়া জন্তুবোৰ জিৰণি লবলৈ গুচি গৈছে, (ৰাতি অদৃশ্য হৈ থকা) নদীৰ তৰীসমূহ সাৱলীলভাবে প্ৰৱাহিত হৈছে। (ৰাতি হেৰোৱা) অদৃশ্য গৰু-গাইবোৰ মানুহে সূৰ্যৰ পোহৰত পাবলৈ আশা কৰিছে।।২।। শতায়ুপ্ৰদ, ৰোগ নিৰাময়ৰ উপায়ত প্ৰসিদ্ধ মহৰ্ষি কণ্বৰ ওষধি শমীবৃক্ষ মই ৰোগনিবাৰণৰ অৰ্থে লৈ আহিছোঁ, ই যেন এই মানুহজনৰ শৰীৰত থকা অদৃশ্য শত্ৰুবোৰক বিনষ্ট কৰে।।৩।।

## ত্ৰিপঞ্চাশত্তম সূক্ত (৫৩)

(ঋষি—বৃহচ্ছুক্ৰ। দেৱতা—পৃথিৱী আদি মন্ত্ৰত কোৱাসকল। ছন্দ—জগতী,ত্ৰিষ্টুপ।)

দ্যৌ আৰু এই পৃথিৱীৰূপ দেৱতাই অনুগ্ৰহৰ মতিৰে মোক যজ্ঞৰ বাঞ্চিত ফল দান কৰক। মহান দীপ্যমান সূৰ্যই দক্ষিণ দিশৰপৰা মোক পালন কৰক (অথবা বস্ত্ৰ, সুৱৰ্ণ আদিৰে আমাক পৰিপূৰ্ণ কৰক)। স্বধাই মোক অনুগ্ৰহ কৰক, সোম, অগ্নি, বায়ু, সৱিতা আৰু ভগই আমাক ৰক্ষা কৰক।।১।। প্ৰাণবায়ু পুনৰ ঘূৰি আহক। আত্মা, চক্ষু ইন্দ্ৰয়, প্ৰাণ পুনৰ আমাৰ ওচৰলৈ ঘূৰি আহক। অনিষ্ট নষ্টাকৈ থকা আমাৰ শৰীৰৰ ৰক্ষাকৰ্তা বৈশ্বানৰ অগ্নি আমাৰ আৰু সমস্ত পাপৰ মাজত (নিবাৰকৰূপে) অধিষ্ঠিত হৈ থাকক।।২।। আমি তেজ, ৰস, শৰীৰ, প্ৰসন্ন মন আৰু কল্যাণৰ লগত যুক্ত হ'ম। ত্বষ্টাদেৱে আমাক শকত-আৱত কৰক, তেওঁ আমাৰ ক্ষত হোৱা শৰীৰত মাৰ্জন কৰি পুষ্ট কৰি তোলক।।৩।।

## চতুঃপঞ্চাশত্তম সূক্ত (৫৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি-সোম। ছন্দ—অনুষ্টুপ।)

(অভিচাৰ-দোষ নিবাৰণৰ অৰ্থে) এই উৎকৃষ্ট কাৰ্য কৰিছোঁ। (বাঞ্ছিত ফল লাভৰ অৰ্থে স্তুতি আদিৰে) ইন্দ্ৰক লোভিত কৰিছোঁ। (হে ইন্দ্ৰ,) বৰষুণে শস্য, তৃণ আদি বৃদ্ধি কৰাৰ দৰে তুমি (অভিচাৰ--পীড়িত) এই মানুহজনৰ বল, মহতী শ্ৰীবৃদ্ধি কৰাঁ ।।১।। হে অগ্নি আৰু সোম দেৱতা, এওঁক বল প্ৰদান কৰাঁ, ধনা প্ৰদান কৰাঁ। এওঁক ৰাজ্যৰ সজাতীয়সকলৰ ভিতৰত শ্ৰেষ্ঠ কৰাঁ; মই তেওঁৰ কাৰণে উৎকৃষ্ট কাৰ্য সম্পাদন কৰিছোঁ।।২।। (হে ইন্দ্ৰ,) সগোত্ৰীয় বন্ধুৱেই হওক বা ভিন্নগোত্ৰীয় শত্ৰুৱেই হওক, যি আমাক হিংসা কৰে, তুমি সিবিলাকক সোম অভিষুত কৰা যজমান মোৰ বশ কৰাঁ।।৩।।

## পঞ্চপঞ্চাশত্তম সূক্ত (৫৫)

(ঋষি—ব্ৰহ্মাদেৱতা—বিশ্বদেৱগণ, ৰুদ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ।)

দ্যুলোক আৰু ভূলোকৰ মাজত দেৱতাৰ গমনযোগ্য যিবিলাক পথ আছে, তাৰ ভিতৰত যি পথে সমৃদ্ধি বহন কৰে, হে দেৱতাসকল, তোমালোক সকলোৱে মোক সেই পথৰ নিমিত্তে ৰক্ষা কৰাঁ।।১।। গ্ৰীষ্ম, হেমন্ত, শীত, বসন্ত, শৰৎ আৰু বৰ্ষা—এই ঋতুসমূহে (অৰ্থাৎ ঋতুসমূহৰ অধিষ্ঠাতা দেৱতাই ) আমাক সহজসাধ্য ধনত স্থিত কৰক। (হে ঋতুগণ) তোমালোকে আমাৰ গৰু-গাই আৰু পুত্ৰাদিৰ সেৱা কৰাঁ, আমি

যাতে বতাহ-ধুমুহাই নোপোৱা ঘৰৰ নিচিনা তোমালোকৰ আশ্রয় লাভ কৰোঁ।।২।। (হে মনুষ্যগণ,) ইদাবৎসৰ, পৰিবৎসৰ আৰু সংবৎসৰক নমস্কাৰৰ দ্বাৰা প্ৰসন্ন কৰাঁ; আমি যাতে যজ্ঞৰ যোগ্য সেইসকলৰ অনুগ্ৰহ বুদ্ধিত স্থিত হওঁ আৰু তেওঁলোকৰ শোভন বুদ্ধিজনিত কল্যাণ লাভ.কৰোঁ।।৩।।

## ষট্‌পঞ্চাশত্তমসূক্ত (৫৬)

**(ঋষি—শন্তাতি। দেৱতা—বিশ্বদেৱগণ। ছন্দ—পংক্তি, অনুষ্টুপ্।)**

হে (বিষপ্ৰশমনকাৰী) দেৱগণ, আমাক যেন সাপে পুত্ৰ ভৃত্যাদিৰ সৈতে হিংসা নকৰে। বন্ধ কৰা মুখ যেন মেল নাখায় আৰু খোলা মুখ যেন বন্ধ নহয়। দেৱগণৰ উদ্দেশ্যে নমস্কাৰ।।১।। অসিত নামৰ সৰ্পাধিপতিৰ উদ্দেশ্যে নমস্কাৰ; ধোঁৱা বৰণীয়া স্বজ সৰ্পৰ উদ্দেশ্যে নমস্কাৰ; (সৰ্পনিয়ামক) দেৱগণৰ উদ্দেশ্যে নমস্কাৰ।।২।। হে সৰ্প, তোমাৰ ওপৰ পাৰি দাঁতৰ লগত তলৰ পাৰি দাঁত লগ লগাই দিছোঁ; তোমাৰ এটা হনুৰ লগত ইটো হনু সংযুক্ত কৰিছোঁ; তোমাৰ এখন জিভাৰ লগত খিন জিভা লগ লগাই পেলাইছোঁ আৰু মুখৰ লগত মুখ সংযুক্ত কৰিছোঁ।।৩।।

## সপ্তপঞ্চাশত্তমসূক্ত (৫৭)

**(ঋষি—শন্তাতি। দেৱতা—ৰুদ্ৰ, ভেষজ। ছন্দ—অনুষ্টুপ, বৃহতী।)**

এয়া ঔষধ, এয়া ৰুদ্ৰৰ ঔষধ; ইয়াৰে (ৰুদ্ৰই ত্ৰিপুৰধ্বংসৰ সময়ত বাঁহই এপাবকে) শতসংখ্যক লৌহবাণত পৰিণত কৰে।।১।।(হে পৰিচাৰকগণ,) তোমালোকে (গো-মূত্ৰৰ) ফেনেৰে ঘাঁ ধুৱাই দিয়াঁ আৰু ফেন ছটিয়াই দিয়াঁ। ফেন শ্ৰেষ্ঠ ঔষধ। (হে ৰুদ্ৰ,) তাৰে তুমি আমাক জীয়াই থাকিবৰ কাৰণে অনুগ্ৰহ কৰাঁ।।২।।(হে দেৱ,) আমাৰ কল্যাণ হওক; আমাৰ সুখ হওক; আমাৰ মানুহ আৰু পশু যেন ৰোগগ্ৰস্ত নহয়। (ৰোগৰ কাৰণৰূপ) পাপ নাশ হওক; সম্পূৰ্ণ বিশ্ব আৰু আমাৰ সকলো কাৰ্য ঔষধৰূপ হওক।।৩।।

## অষ্টপঞ্চাশত্তম সূক্ত (৫৮)

**(ঋষি—যশস্কাম অথৰ্বা। দেৱতা—ইন্দ্ৰ আদি মন্ত্ৰত কোৱাসকল। ছন্দ—জগতী, পংক্তি, অনুষ্টুপ।)**

ধনৱান ইন্দ্ৰই মোক যশস্বী কৰক। এই দ্যুলোক আৰু পৃথিৱী, দুয়ো মোক কীৰ্তিমান কৰক। সৱিতাদেৱে মোক খ্যাতিমান কৰক। মই যেন এইদৰে দক্ষিণা ধাৰণ কৰোঁতাসকলৰ প্ৰিয় হওঁ।।১।। ইন্দ্ৰ যেনেকৈ দ্যুলোক আৰু ভূলোকত (বৃষ্টিদান আদিৰে)

কীৰ্তিমান, জল যেনেকৈ ঔষধিসমূহৰ মাজত যশস্বী, সেইদৰে আমি যেন সমস্ত দেৱতা আৰু সকলোৰে মাজত যশস্বী হওঁ।।২।। (এই মন্ত্ৰৰ অৰ্থ ৬।৩৯।৩ত চাওক)।।৩।।

## উনষষ্ঠিতম সূক্ত (৫৯)

(ঋষি—অথৰ্ব্বা। দেৱতা—অৰুন্ধতী আদি মন্ত্ৰত কোৱাসকল। ছন্দ—অনুষ্টুপ্।)

হে অৰুন্ধতী (সহদেৱী নামৰ ওষধি), তুমি প্ৰথমতে বলধ গৰুবিলাকৰ সুখ বিধান কৰাঁ; গাখীৰতী গাইৰ সুখ বিধান কৰাঁ, তাৰ পিছত ধেনুভিন্ন (পাঁচ বছৰৰ তলৰ বয়সৰ) চাৰিঠেঙীয়া জন্তুবিলাকৰ সুখ বিধান কৰা।।১।। সহদেৱী নামৰ এই আৰোহণশীল ওষধিয়ে আমাক সুখ দিয়ক; আমাৰ গোশালা প্ৰচুৰ দুগ্ধযুক্ত কৰক আৰু আমাৰ মানুহবিলাকক নীৰোগ কৰক।।২।। বিবিধৰূপা, (সৌভাগ্যশীলা, জীৱনদায়িনী ওষধি সহদেৱীক মই বাঞ্ছিত ফলৰ উদ্দেশ্যে প্ৰাৰ্থনা কৰিছোঁ; ৰুদ্ৰই আমালৈ মাৰি পঠোৱা অস্ত্ৰ, তেওঁ আমাৰ গাইবিলাকৰ পৰা দূৰত পেলাওক।।৩।।

## ষষ্ঠিতম সূক্ত (৬০)

(ঋষি, ছন্দ—পূৰ্ব্ববৎ। দেৱতা—অৰ্থমা।)

এয়া অযৰ্থমাদেৱ এই পতিকামা নাৰীক পতিদান কৰাৰ আৰু পত্নীকামা পুৰুষজনক পত্নী দিয়াৰ উদ্দেশ্যে বিশেষ ৰশ্মিযুক্ত হৈ পূৰ্ব দিশত উদয় হৈছে।।১।। হে অৰ্থমা, অন্য পতিব্ৰতা নাৰীয়ে পতিলাভৰ অৰ্থে যি শান্তি কৰ্ম অনুষ্ঠিত কৰিছিল, এই পতিকামা কন্যাই সেই কৰ্ম অনুষ্ঠিত কৰিছে। হে অৰ্যমা, অন্য নাৰীগণে এওঁৰ পিছত পতিলাভজনিত শান্তি লাভ কৰিব।।২।। ধাতাই পৃথিৱী ধাৰণ কৰিছে। ধাতাই এই পতিকামা নাৰীক তেওঁৰ ইচ্ছানুসাৰে এজন পতিবিধান কৰক।।৩।

## একষষ্ঠিতম সূক্ত (৬১)

(ঋষি—অথৰ্ব।। দেৱতা—ৰুদ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।।)

জলসমূহে মোলৈ মধু বহন কৰি আনক। সূৰ্যই মোৰ সুখৰ অৰ্থে জ্যোতি প্ৰকাশ কৰিছে। (ব্ৰহ্মাৰ) তপস্যাৰ পৰা উদ্ভুত সমস্ত দেৱতাই মোক বাঞ্ছিত ফল দান কৰক। সৱিতা দেৱে মোক (ইষ্টফলপ্ৰদ) ব্যাপ্তি প্ৰদান কৰক।।১।। মই দ্যুলোক আৰু ভূলোকক পৃথক কৰিছোঁ; মই (অধিমাসৰ সৈতে) সপ্তঋতু একত্ৰে জন্ম দিছোঁ; (জগতত) সি সত্য আৰু অসত্য বাক্য আছে, মই তাক উচ্চাৰণ কৰিছোঁ; সেইদৰে মই দৈৱী বাক্যও লাভ কৰিছোঁ।।২।। মই পৃথিৱীক জন্ম দিছোঁ, দ্যুলোককো জন্ম দিছোঁ। মই ঋতুসমূহ আৰু সপ্তসিন্ধু উৎপন্ন কৰিছোঁ; যি সত্য ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৩।।

# সপ্তম অনুবাক

## দ্বিষষ্টিতম সূক্ত (৬২)

**(ঋষি, ছন্দ—পূর্ববৎ। দেৱতা—বৈশ্বানৰ প্ৰভৃতি মন্ত্ৰত কোৱাসকল।)**

বৈশ্বানৰ অগ্নিয়ে (অথবা সূৰ্যই) নিজ ৰশ্মিৰে আমাক শোধন কৰক। প্ৰাণৰূপে দেহত বিচৰণশীল বায়ুৱে আমাক শোধন কৰক, অন্তৰিক্ষত বিচৰণশীল বায়ুৱে আমাক শোধন কৰক। সাৰৰূপ ৰসেৰে সমৃদ্ধ জলে আৰু সত্যযুক্ত, যজ্ঞসম্পন্ন দ্যাবাপৃথিৱীয়ে আমাক শোধন কৰক।।১।। (হে মনুষ্যগণ,) বৈশ্বানৰ অগ্নিৰ সত্যৰূপা স্তুতি আৰম্ভ কৰাঁ, বিস্তীৰ্ণ উৰ্ধ্ব দিক সহ সমস্ত দিশ যাৰ শৰীৰ স্বৰূপ, অগ্নিৰ সেই স্তুতিৰে তেওঁৰ গুণ কীৰ্তন কৰি আমি যুদ্ধত ধনৰ গৰাকী হ'ম।।২।। তেজোলাভৰ অৰ্থে তোমালোকে অগ্নিৰ স্তুতি কৰাঁ। তেওঁৰ কৃপাত শুদ্ধ, নিষ্কলুষ আৰু পৱিত্ৰকাৰী হৈ, অন্নৰ দ্বাৰা পুষ্টি লাভ কৰি, আমি যেন চিৰদিন সূৰ্য উদয় হোৱা দেখিবলৈ পাওঁ।।৩।।

## ত্ৰিষষ্ঠিতম সূক্ত (৬৩)

**(ঋষি-দ্ৰুহ্বণ। দেৱতা-নিৰ্ঋতি প্ৰভৃতি। ছন্দ-জগতী, ত্ৰিষ্টুপ।)**

(হে মনুষ্য,) নিৰ্ঋতি দেৱীয়ে তোমাৰ ডিঙিত যি মুকলি কৰিব নোৱাৰা পাশ বান্ধিছে, তোমাৰ দীৰ্ঘজীৱন, তেজ আৰু বল লাভৰ উদ্দেশ্যে মই তাক মুকলি কৰি দিছোঁ। তুমি মুকলি হৈ মোৰ অনুজ্ঞা লাভ কৰি সুদীৰ্ঘ কাল তৃপ্তিকৰ অন্ন ভোগ কৰি থাকা।।১।। হে তীক্ষ্ণতেজা নিৰ্ঋতি, তোমাক নমস্কাৰ। তুমি সন্তুষ্ট হৈ লৌহ পাশসমূহ মুকলি কৰি দিয়াঁ। (হে সাধক, নিৰ্ঋতিৰ পাশৰপৰা মুক্ত হোৱা) তোমাক যমে মোক দিছে, সেই মৃত্যুকাৰক যমলৈ নমস্কাৰ।।২।। লৌহপাশ আৰু (কাষ্ঠনিৰ্মিত) খুঁটাৰে তুমি যেতিয়া মানুহক বান্ধা, তেতিয়া মানুহ সহস্ৰ (ৰোগ আদি) মৃত্যুৰ পাশত বদ্ধ হয়। (হে নিৰ্ঋতি,) তুমি যম আৰু পিতৃগণৰ সৈতে লগ লাগি এওঁক দুখৰহিত উত্তম স্থানত আৰোহণ কৰোৱাঁ।।৩।। হে কামবৰ্ষণকাৰী অগ্নি, অধিপতি তুমি আমাক সকলো ফালৰ পৰা ধন দান কৰাঁ। তুমি যজ্ঞৰ বেদিত প্ৰজ্বলিত হৈছা, তুমি আমালৈ ধন লৈ আহাঁ।।৪।।

## চতুঃষষ্টিতম সূক্ত (৬৪)

**(ঋষি-অথৰ্বা। দেৱতা-সাংমনস্য।[35] ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ।)**

(হে জনগণ) তোমালোক সমান জ্ঞানযুক্ত হোৱাঁ, একে কামত প্ৰবৃত্ত হোৱাঁ, তোমালোকৰ মনবোৰ একে হওক। পূৰ্বে দেৱতাসকলে যি দৰে একমত হৈ যজ্ঞৰ

ভাগ গ্ৰহণ পৰিছিল, (তোমালোকে সেইদৰে একমত হৈ কাম কৰাঁ)।।১।। এওঁলোকৰ মন্ত্ৰণা একে হওক, সমিতি একে হওক আৰু কাম তথা সংকল্পও একে হওক। (হে লোকসকল,) তোমালোকৰ অৰ্থে মই একে হৱিৰে আহুতি দিছোঁ, তোমালোক একে চিন্তাত নিৰিষ্ট হোৱাঁ।।২।। তোমালোকৰ সংকল্প এক হওক, হৃদয় এক হওক, মন এক হওক, যাতে এই একমনৰ ভাৱ তোমালোক সকলোৰে কাৰণে কল্যাণকৰ হয়।।৩।।

## পঞ্চষষ্ঠিতম সূক্ত (৬৫)

**(ঋষি—অথৰ্বা। দেৱতা—পৰাশৰ ইন্দ্ৰ। ছন্দ—পংক্তি, অনুষ্টুপ।)**

(শত্ৰুৰ) ক্ৰোধ নাশ হওক, টানি লোৱা অস্ত্ৰ বিফল হওক,মনৰ লগত যুক্ত হৈ থকা বাহু দো খাওক। হে শত্ৰুনাশক ইন্দ্ৰ, তুমি সিবিলাকৰ শোষক বল আমাৰ প্ৰতি পৰাঙ্মুখ কৰি বিধবস্ত কৰাঁ আৰু সিবিলাকৰ ধন আমাক লাভ কৰোৱাঁ।।১।। হে দেৱগণ, শত্ৰুক হস্তৰহিত কৰিবৰ কাৰণে তোমালোকে 'নৈৰ্হস্ত্য' বাণ নিক্ষেপ কৰাঁ। মই এই হৱিপ্ৰদানৰ দ্বাৰা শত্ৰুৰ বাহু ছিন্ন কৰিছোঁ।।২।। ইন্দ্ৰই প্ৰথমতে শত্ৰুবিলাকক হস্তৰহিত কৰিছিল। মোৰ যোদ্ধাসকলে যুদ্ধত সুস্থিৰ ইন্দ্ৰৰ সহায়ত জয়লাভ কৰক।।৩।।

## ষট্‌ষষ্ঠিতম সূক্ত (৬৬) আৰু সপ্তষষ্ঠিতম সূক্ত (৬৭)

**(ঋষি—অথৰ্বা)**

আমাক পীড়া দিয়া শত্ৰু হস্তসামৰ্থ্যহীন হওক; যিবিলাক শত্ৰু আমাৰ সেনাৰ লগত যুদ্ধ কৰিবলৈ আহিছে, হে ইন্দ্ৰ, সিবিলাকক তুমি তোমাৰ মহান্ মাৰাত্মক অস্ত্ৰক সমৰ্পণ কৰাঁ। মৰণৰ দুখ পাবলগীয়াসকল থকা সৰকা হৈ মৃত্যুৰ মুখত পৰক।।১।। ধনুত গুণ লগাই, শৰ টানি নিক্ষেপ কৰি কৰি যিসকল আমাৰ ফালে আহি আছা, হে শত্ৰুগণ, ইন্দ্ৰই এতিয়া হাতৰ সামৰ্থ্য হেৰুউৱা তোমালোকক পৰাহত কৰিব।।২।। শত্ৰুবিলাক হস্তসামৰ্থ্যৰহিত হওক। সিবিলাকৰ অংগ-প্ৰত্যংগ আমি ম্লান কৰি দিম। হে ইন্দ্ৰ, তোমাৰ অনুগ্ৰহত আমি শত্ৰুৰ ধন-সম্পদ শতভাগ কৰি ভগাই ল'ম।।৩।।

\+ + + + + +

ইন্দ্ৰ আৰু পূষাই সকলো ফালে বাট বন্ধ কৰি দিয়ক। আজি সৌ শত্ৰুসৈন্যবিলাক অতিশয় কিংকৰ্ত্তব্যবিমূঢ় হৈ কৰক।।১।। হে শত্ৰুগণ, তোমালোক বিমূঢ় হৈ মূৰ ছিগা সাপৰ দৰে ঘূৰি ফুৰা। (আমাৰ আহুতিৰে তুষ্ট হোৱা) অগ্নিৰ দ্বাৰা বিমূঢ় হোৱা তোমালোকৰ শ্ৰেষ্ঠতম বীৰসকলক ইন্দ্ৰই বিনাশ কৰক।।২।। হে অভীষ্ট ফলবৰ্ষণকাৰী ইন্দ্ৰ, তুমি আমাৰ সৈন্যবিলাকক কৃষ্ণমৃগৰ ছাল বান্ধি দিয়াঁ, সিবিলাকে যাতে যুদ্ধত পৰাঙ্মুখ হৈ পলাই যাম। (শত্ৰুৰ) গৰু গাইবিলাক যেন শীঘ্ৰে আমালৈ আহে।।৩।।

## অষ্টষষ্ঠিতম সূক্ত (৬৮)

**(ঋষি, ছন্দ—পূৰ্ব্ববৎ। দেৱতা—সৱিতা আদি মন্ত্ৰত কোৱাসকল।)**

সৌৱা সৱিতাদেৱ ক্ষুৰ লৈ আহিছে। হে বায়ু, তুমি তপত পানী লৈ আহঁা। আদিত্য গণ, বসুগণ, আৰু ৰুদ্ৰগণে একমত হৈ এই বালকৰ মূৰটো তিয়াই দিয়ক। (হে পৰিচাৰকগণ,) বৰুণ আৰু ৰজা সোমৰ ক্ষুৰ লৈ এওঁৰ চুলি ক্ষুৰাই দিয়াঁ।।১।। অদিতিয়ে এওঁৰ দাঢ়ী খুৰাই দিয়ক; জল সমুহে এওঁ তেজস্বি তাৰে সিক্ত কৰক। প্ৰজাপতিয়ে এওঁক দীৰ্ঘায়ু আৰু চকুৰ শক্তি লাভৰ অৰ্থে চিকিৎসা কৰক।।২।। সোম আৰু ৰজাৰ বৰুণৰ যি ক্ষুৰেৰে সৱিতাই জানি-বুজি মুণ্ডন কৰিছিল, হে ব্ৰাহ্মণসকল, তোমালোকে তাৰেই এওঁক মুণ্ডিত কৰাঁ, যাতে (এই মুণ্ডন সংস্কাৰৰ ফলত) এওঁ গৰু, ঘোঁৰা আৰু পুত্ৰাদি লাভ কৰে।।৩।।

## ঊনসপ্ততিতম সূক্ত (৬৯)

**(ঋষি—অথৰ্ব্বা। দেৱতা—বৃহস্পতি, অশ্বীদ্বয়। ছন্দ—অনুষ্টুপ।)**

পৰ্বতত যি যশ আছে, ৰথত বহি শত্ৰুৰ অভিমুখে যোৱা ৰজাত যি যশ আছে, সুবৰ্ণ আৰু গৰুত যি যশ আছে, বাকি দিয়া সুৰা আৰু অন্নৰ মধুৰ ৰসত যি যশ আছে, সেইসমুহ মোৰ হওক।।১।। হে অশ্বীদ্বয়, তোমালোক শোভাৰ অধিপতি; তোমালোকে মোক মৌ-মাখিয়ে গোটোৱা মধুৰৰসৰ লগত যুক্ত কৰা, যাতে মই মানুহক উদ্দীপ্ত মধুৰ বাক্য ক'ব পাৰোঁ।।২।। (সাধক) মোত যি তেজ আছে, যি যশ আছে আৰু যজ্ঞৰ যি সাৰভূত ফল আছে, সেই সকলোবোৰ প্ৰজাপতিয়ে মোত দৃঢ়ভাবে স্থিত কৰাওক; যেনেকৈ তেওঁ অন্তৰিক্ষত জ্যোতিৰ্মণ্ডল স্থিৰ কৰি ৰাখিছে, তেনেকৈ।।৩।।

## সপ্ততিতম সূক্ত (৭০)

**(ঋষি—কাঙ্কায়ন। দেৱতা—অঘ্ন্যা। ছন্দ—জগতী।)**

(ভোক্তাজনৰ কাৰণে) যেনেকৈ মাংস আৰু মদ প্ৰিয় হয়, জুৱাখেলত জুৱাৰীৰ কাৰণে যেনেকৈ পাশাৰ গুটি প্ৰিয় হয়, সুৰতকামী পুৰুষৰ মন নাৰীত যেনেকৈ নিৱিষ্ট হয়, হে অবধ্যা ধেনু, তোমাৰ মন সেইদৰে পোৱালীত নিৱিষ্ট হওক।।২।। হাতীয়ে যেনেকৈ নিজৰ ঠেঙেৰে মাইকী হাতীৰ ঠেং দাঙি দিয়ে; সুৰতকামী পুৰুষৰ ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে)।।৩।। চকাৰ নেমি আৰু বলয় নাভিৰ লগত সংযুক্ত হৈ থাকে, সুৰতকামী পুৰুষৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৪।।

## একসপ্ততিতম সূক্ত (৭১)

**(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি, বিশ্বদেৱগণ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)**

মই যি অন্ন বহু প্ৰকাৰে ভক্ষণ কৰিলোঁ; সুবৰ্ণ, ঘোঁৰা, গৰু, ছাগলী, ভেড়া, মই যিবিলাক গ্ৰহণ কৰিলোঁ, হোতা অগ্নিয়ে তাক সুন্দৰকৈ হৱন কৰক।।১।। হুতই হওক বা অহুতই হওক, যিহকে মই প্ৰতিগ্ৰহ কৰিছোঁ, পিতৃগণে প্ৰদান কৰা আৰু মানুহে অনুমোদন কৰা যিবিলাক দ্ৰব্য পাই মই উৎফুল্ল হৈছোঁ, হোতা অগ্নিয়ে তাক সুন্দৰকৈ আহুতি দিয়ক।।২।। মই অসত্যৰ আশ্ৰয় লৈ ভোকত যি অন্ন ভক্ষণ কৰিলোঁ, হে দেৱতাসকল, দিম বুলি ভাবি আৰু নিদিওঁ বুলি ভাবি মই যি অন্নৰ প্ৰতিশ্ৰুতি দিলোঁ, সেই সকলোবোৰ যেন মহান্ বৈশ্বানৰ অগ্নিৰ মহিমাৰে মোৰ প্ৰতি মধুময়হে হয়।।৩।।

## দ্বিসপ্ততিতম সূক্ত (৭২)

**(ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—শেপ অৰ্ক। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)**

যেনেকৈ বদ্ধ পুৰুষে (অথবা ক'লা সাপে) আসুৰী মায়াৰ দ্বাৰা নিজৰ শৰীৰ বিস্তাৰ কৰি দেখুৱায়, সেইদৰে এই অৰ্ক মণিয়ে তোমাৰ জনানাংগকো ততালিকে বিস্তাৰিত কৰি অঙ্গৰ কাৰণে অঙ্গ উপযুক্ত কৰি তোলক।।১।। তয়োদৰ নামৰ প্ৰাণীৰ পুংব্যঞ্জক অঙ্গ যেনেকৈ বায়ুৰ দ্বাৰা স্থূলত্ব প্ৰাপ্ত হয়, পয়স্বৎ মৃগৰ জননাংগ যেনেকৈ বৃদ্ধি প্ৰাপ্ত হয় সেইদৰে তোমাৰো হওক।।২।। পৰস্বৎ মৃগৰ, হাতীৰ, গাধৰ জননাংগ যিমান বৃদ্ধিপ্ৰাপ্ত হয়, শক্তিশালী ঘোঁৰাৰ যিমান হয়, তোমাৰো সেইদৰে হওক।।৩।।

# অষ্টম অনুৱাক

## ত্ৰয়ঃসপ্ততিতম সূক্ত (৭৩)

**(ঋষি-অথৰ্বা। দেৱতা-বৰুণ প্ৰভৃতি মন্ত্ৰত কোৱাসকল। ছন্দ-ত্ৰিষ্টুপ্।)**

(মনৰ মিল ঘটাবৰ কাৰণে) বৰুণ, সোম আৰু অগ্নি ইয়ালৈ আহক; বসুগণৰ সৈতে বৃহস্পতিও ইয়ালৈ আহক। হে বন্ধুসকল, তোমালোক সকলোটি একমনৰ হৈ কাৰ্য-অকাৰ্যৰ পাৰ্থক্য জনা এই যজমানৰ সম্পদ গ্ৰহণ কৰাঁ।।১।। তোমালোকৰ হৃদয়ত উদগ্ৰ শক্তি আছে, তোমালোকৰ মনত যি সংকল্পই প্ৰৱেশ কৰিছে, মই যজ্ঞৰ ঘৃতেৰে সেই শক্তি আৰু সংকল্পক পৰস্পৰে যুক্ত কৰিছোঁ। হে বন্ধুসকল, মোৰ ওপৰত তোমালোকৰ প্ৰসন্ন ভাৱ স্থাপিত হওক।।২।। তোমালোক ইয়াতে থাকাঁ,

অন্যলৈ নাযাবা। পূষাদেৱে তোমালোক মোৰপৰা আঁতৰি যোৱা পথ ৰুদ্ধ কৰক। বাস্তোষ্পতি (গৃহপালক) দেৱতাই মোৰ কাৰণে তোমালোকক মাতি আনক। হে সজাতীয় বন্ধুসকল, মোৰ ওপৰত তোমালোকৰ প্ৰসন্নতা স্থাপিত হওক।।৩।।

## চতুঃসপ্ততিতম সূক্ত (৭৪)

**(ঋষি—অথৰ্বা। দেৱতা—ব্ৰহ্মণস্পতি আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ-ত্ৰিষ্টুপ্, অনুষ্টুপ্, ত্ৰিষ্টুপ্।)**

(হে লোকসকল,) তোমালোকৰ শৰীৰ, মন আৰু কৰ্মসমূহ পাৰস্পৰিক স্নেহত বান্ধ খাওক। ব্ৰহ্মণস্পতি আৰু ভগ দেৱতাই তোমালোকক একত্ৰিত কৰক।।১।। যাতে তোমালোকৰ মনৰ আৰু হৃদয়ৰ মিল হয়, সেই উদ্দেশ্যে মই কৰ্ম অনুষ্ঠান কৰিছোঁ। ভগদেৱৰ যি শ্ৰমসিদ্ধ তপস্যা আছে, মই তাৰে তোমালোকৰ মনৰ মিল ঘটাইছোঁ।।২।। অদিতিৰ পুত্ৰসকল যেনেকৈ বসুগণৰ লগত মিলিত হৈছিল, শত্ৰুতা পোষণ নকৰি মৰুৎগণ যেনেকৈ ৰুদ্ৰগণৰ লগত মিলিত হৈছিল, সেইদৰে হে ত্ৰিনামবিশিষ্ট অগ্নি, তুমিও শত্ৰুতাৰ ভাৱ নাৰাখি এই মানুহখিনিৰ মাজত মিলাপ্ৰীতিৰ ভাৱ স্থাপন কৰাঁ।।৩।।

## পঞ্চসপ্ততিতম সূক্ত (৭৫)

**(ঋষি—সপত্নক্ষয়কাম কবন্ধ। দেৱতা—ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, জগতী।)**

যি শত্ৰুৱে আমাৰ বিৰুদ্ধে সেনা গোট খুৱায়, (মন্ত্ৰৰ বলত) তেওঁক নিজ বাসস্থানৰ পৰা অপনোদন কৰিছোঁ। শত্ৰুক দমন কৰিবৰ উদ্দেশ্যে প্ৰয়োগ কৰা হৱিৰ দ্বাৰা তুষ্ট হৈ ইন্দ্ৰই তেওঁক বিনষ্ট কৰক।।১।। বৃত্ৰহন্তা ইন্দ্ৰই সেই শত্ৰুক অতি দূৰলৈ আঁতৰাই পঠাওক; তাৰ পৰা বহু বছৰলৈকে সেই শত্ৰু ঘূৰি নাহে।।২।। সেই শত্ৰু দূৰত থকা তিনি ভূমি আৰু নিষাদ সহিত পঞ্চবৰ্ণৰ লোক থকা দেশ পাৰ হৈ আঁতৰি যাওক; (চন্দ্ৰ, সূৰ্য, অগ্নি এই) তিনিবিধ জ্যোতিৰ প্ৰকাশৰ স্থান পাৰ হৈ যাওক। আকাশত যেতিয়ালৈকে সূৰ্য প্ৰকাশ পাই থাকিব, তেতিয়ালৈকে, বহু কাললৈকে তেওঁ ঘূৰি নাহে।।৩।।

## ষট্সপ্ততিতম সূক্ত (৭৬)

**(ঋষি—কবন্ধ। দেৱতা—সান্তপন অগ্নি। ছন্দ—অনুষ্টুপ্।)**

(পৰিচৰ্যাৰ নিমিত্তে) যিসকল অগ্নিৰ চাৰিওফালে বহিছে, দৰ্শন কৰিবৰ উদ্দেশ্যে যিসকলে সমিধ জাপি দিছে, সেইসকল হৃদয়ৰপৰা প্ৰজ্বালিত অগ্নি জিভা মেলি উঠি

আহক (অথবা এই স্বত্যয়নকামী মানুহজনক হিংসা কৰিবলৈ যিবিলাক ৰাক্ষস আদি লোক চাৰিওফালে বহিছেহি, সিহঁতৰ হৃদয়ৰপৰা জিভা মেলি জুই জ্বলি উঠক)।।১।। সেই অগ্নিৰ 'সন্তাপন' নামটো মই আয়ুস লাভৰ উদ্দেশ্যে উচ্চাৰণ কৰিছোঁ; নিজৰ মুখৰপৰা ওলোৱা সেই অগ্নিৰ ধোঁৱা অদ্ধাতি ঋষিয়ে দৰ্শন কৰিছিল।।২।। ক্ষত্ৰিয়ৰ দ্বাৰা সম্যক্‌ভাৱে সংগৃহীত যি এই অগ্নিৰ আহুতি, তাক যিজনে জানে, তেওঁ মৃত্যুকাৰক স্থানত ভৰি নিদিয়ে।।৩।। এনেকুৱা লোকক চাৰিওফালৰপৰা অহা শত্ৰুৱে বধ কৰিব নোৱাৰে; তেওঁ ওচৰতে থকা শত্ৰুকো নাজানে (অৰ্থাৎ গণিতা নকৰে)। যি ক্ষত্ৰিয়ই এইদৰে মাহাত্ম্য জানি অগ্নিৰ স্তুতিবাচক নাম দীৰ্ঘায়ু লাভ কৰিবৰ কাৰণে গ্ৰহণ কৰে, তেওঁক নিকটস্থ শত্ৰুৱে বধ কৰিব নোৱাৰে।।৪।।

## সপ্তসপ্ততিতম সূক্ত (৭৭)

(ঋষি—কবন্ধ। দেৱতা—জাতবেদা। ছন্দ—অনুষ্টুপ্।)

দ্যুলোক স্থিৰ হৈ আছে, পৃথিৱী স্থিৰ হৈ আছে আৰু এই সমস্ত বিশ্ব স্থিৰ হৈ আছে। পৰ্বতসমূহ নিজ স্থানত স্থিৰ হৈ আছে। ৰছীৰে ঘোঁৰাক বান্ধি থোৱাৰ দৰে (হে নাৰী, এই কৰ্মৰ দ্বাৰা) মই তোমাক এই গৃহত বান্ধি ৰাখিছোঁ।।১।। যি দেৱতাই পিছলৈ যোৱা আৰু আগলৈ যোৱা কাৰ্য ব্যাপ্ত কৰিছে, যি দেৱতা (পলায়নকাৰীৰ) আগমন আৰু গমন ৰোধ কৰাত সমৰ্থ, মই তেওঁক আহ্বান কৰিছোঁ।।২।। হে অগ্নি, (এই পলাব খোজা তিৰোতাজনীক) তুমি নিবৃত্ত কৰাঁ। তোমাৰ ঘূৰাই অনাৰ উপায় শতসংখ্যক হওক; ওচৰ চপোৱাৰ উপায় সহস্ৰসংখ্যক হওক। সেইবিলাকেৰে তুমি তেওঁক আমাৰ ওচৰলৈ হৈ আহাঁ।।৩।।

## অষ্টসপ্ততিতম সূক্ত (৭৮)

(ঋষি—অথৰ্বা। দেৱতা—চন্দ্ৰমা, ত্বষ্টা। ছন্দ—অনুষ্টুপ্।)

এই প্ৰসিদ্ধ হৱিৰ দ্বাৰা এই পতি পুনৰ আপ্যায়িত হওক। এওঁক দান কৰিবলৈ যি স্ত্ৰীক (পিতৃ-মাতৃয়ে) আনিছে, তেওঁক অগ্নিয়ে (দধি-দুগ্ধ, মধু আদি) ৰসেৰে বৃদ্ধি প্ৰাপ্ত কৰক।।১।। এই নৰ-নাৰী দধি আদিৰে সমৃদ্ধ হওক; তেওঁলোকৰ ৰাজ্য বৃদ্ধি হওক; অপৰিমিত তেজোমণ্ডিত ধনেৰে এওঁলোক ক্ষয়ৰহিত হৈ থাকক।।২।। ত্বষ্টাদেৱে এই পত্নীক জন্ম দিছে; ত্বষ্টাদেৱে তোমাক তেওঁৰ পতিৰূপে জন্ম দিছে। সেই ত্বষ্টাদেৱে তোমালোক দুজনক সহস্ৰ আয়ুসেৰে আয়ুষ্মান্ কৰক।।৩।।

## উনাশীতিতম সূক্ত (৭৯)

**(ঋষি—অথৰ্বা। দেৱতা—সংস্ফান। ছন্দ—গায়ত্ৰী।)**

এই অগ্নি দ্যুলোকৰ পালক; ধান আদিৰ ৰক্ষক ৰূপে এই অগ্নিয়ে আমাক ৰক্ষা কৰক। আমাৰ ঘৰত প্ৰচুৰ ধান আদি হওক।।১।। হে নভঃপতি বায়ু, তুমি আমাৰ ঘৰত বলকাৰক অন্ন স্থাপন কৰাঁ, যাতে আমাৰ সমৃদ্ধি হয়, ধন সম্পদ হয়।।২।। হে প্ৰবৃদ্ধ আদিত্যদেৱ, তুমি সহস্ৰ প্ৰকাৰ সম্পদৰ স্বামী; তুমি সেই ধন আমাক দিয়াঁ। তোমাৰ কৃপাত যেন আমি সেই ধনৰ ভাগ লাভ কৰিব পাৰোঁ।।৩।।

## অশীতিতম সূক্ত (৮০)

**(ঋষি—অথৰ্বা। দেৱতা—চন্দ্ৰমা। ছন্দ—অনুষ্টুপ্, পংক্তি।)**

সকলো প্ৰাণীলৈকে চাই চাই সি (কাউৰী, শেন বা কপৌ) অন্তৰিক্ষৰপৰা পৰিছেহি। (চৰাই গাত পৰা দোষ শান্তিৰ অৰ্থে হে অগ্নি,) দিব্য কুকুৰৰ যি মহত্ত্ব, সেই হৱিৰে আমি তোমাক আহুতি দিছোঁ।।১।। যি তিনিজন কালকঞ্জ অসুৰ (নিজৰ পুণ্যকৰ্মৰ ফলত) স্বৰ্গৰ দেৱতাৰদৰে স্থিত হৈ আছে, এই মানুহজনৰ ৰক্ষাৰ অৰ্থে সহায়ক হ'বলৈ মই তেওঁলোকক আহ্বান কৰিছোঁ।।২।। হে অগ্নি, তোমাৰ জন্ম আকাশত, তোমাৰ অৱস্থানো আকাশত; পৃথিৱীত সমুদ্ৰৰ মাজত তোমাৰ মহিমা প্ৰকাশ পাইছে। দিব্য কুকুৰৰ যি মহিমা, তাৰে তোমাক আহুতি দি মই অৰ্চনা কৰিছোঁ।।৩।।

## একাশীতিতম সূক্ত (৮১)

**(ঋষি—অথৰ্বা। দেৱতা—আদিত্য। ছন্দ—অনুষ্টুপ্।)**

(হে অগ্নি,) তুমি ৰাক্ষস আদিৰ নিয়ন্ত্ৰক। তুমি দুই হাত মেলি গৰ্ভঘাতী ৰাক্ষসবিলাকক নিয়ন্ত্ৰণ কৰাঁ; সিহঁতক বাধা দিয়া। অগ্নিয়ে হাত মেলি ধৰি আমাৰ পুত্ৰ নাতি আদিক আৰু তেওঁলোকৰ ভোগসমূহ ৰক্ষা কৰক।।১।। হে (মন্ত্ৰপূত) কংকণ, তুমি ভ্ৰূণ ধাৰণৰ অৰ্থে গৰ্ভাশয় আবৃত কৰাঁ। হে নাৰী, তুমি পতিৰ বাঞ্ছিত পুত্ৰ জন্ম দিয়াঁ। অদিতিয়ে পুত্ৰকামনাৰে যি কংকণ ধাৰণ কৰিছিল, সেই কংকণেৰে ত্বষ্টাই এই নাৰীক বন্ধন কৰক, এওঁ যাতে পুত্ৰ জন্ম দিব পাৰে।।৩।।

## দ্ব্যশীতিতম সূক্ত (৮২)

**(ঋষি—ভগ। দেৱতা—ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্।)**

(বিৱাহকামী মোৰ ওচৰলৈ) আহি থকা, ওচৰত উপনীত হোৱা ইন্দ্ৰৰ বৃত্ৰহন্তা, বাসৱ (অৰ্থাৎ বসুগণৰ উপাস্য), শতক্ৰতু আদি নামসমূহ মই উচ্চাৰণ কৰিছোঁ।।১।। যি পথেদি অশ্বিনীকুমাৰ দুজনে সৱিতাৰ কন্যা সূৰ্যাক বিয়া কৰাই আনিছিল, ভগদেৱতাই মোক সেই পথেদিয়ে "পত্নী আনা" বুলি কৈছে।।২।। হে শচীপতি, তোমাৰ যি সোণৰ অংকুশৰ নিচিনা ধনপ্ৰদান কৰা বৃহৎ হাত, তুমি সেই হাতেৰে পত্নীকামী মোক পত্নী দান কৰাঁ।।৩।।

# নৱম অনুৱাক

## ত্ৰ্যশীতিতম সূক্ত (৮৩)

**(ঋষি, ছন্দ—পূৰ্ব্ববৎ। দেৱতা—সূৰ্য্যোদয়।)**

হে গণ্ডমালা (খহুবিশেষ), বাহৰপৰা শেন উৰি যোৱাৰ দৰে তোমালোক আঁতৰি যোৱাঁ। সূৰ্যই তোমালোকৰ ঔষধ প্ৰস্তুত কৰক, চন্দ্ৰই তোমালোকক আঁতৰাই পঠাওক।।১।। গণ্ডমালাৰ কোনোটোৰ ৰং ৰঙা-বগা মিহলি, কোনোটো বগা, কোনোটো ক'লা, অন্য দুটা হয়তো ৰঙাবৰণীয়া। ইহঁতৰ নামবোৰ মই উচ্চাৰণ কৰিছোঁ। আমাৰ মানুহৰ অপকাৰ নকৰি তোমালোকৰ গুচি যোৱাঁ।।২।। অসূতিকা, ৰাময়ণী গণ্ডমালা (মন্ত্ৰৰ প্ৰভাৱত) দূৰ হ'ব, তেতিয়া তাৰ কষ্টও নাথাকিব।।৩।। মনেৰে সন্তুষ্ট হৈ নিজৰ আহুতি গ্ৰহণ কৰাঁ। (হে ৰোগকাৰক দেৱতা,) তোমালৈ স্বাহা, মই মনেৰে সৈতে আহুতি প্ৰদান কৰিছোঁ।।৪।।

## চতুৰশীতিতম সূক্ত (৮৪)

**(ঋষি—ভগ। দেৱতা—নিৰ্ঋতি। ছন্দ—জগতী, বৃহতী, ত্ৰিষ্টুপ্।)**

( হে ৰোগকাৰক দেৱতা নিৰ্ঋতি,) মই তোমাৰ ভয়ংকৰ মুখত আহুতি প্ৰদান কৰিছোঁ— ৰোগত ভুগি থকা সকলৰ ব্যাধিমোচনৰ অৰ্থে কৰিছোঁ। তোমাক মানুহে ভূমি বুলি জানে; মই কিন্তু সকলো প্ৰকাৰে তোমাক নিৰ্ঋতি বুলি জানো।।১।। হে ব্ৰণৰ অধিপতি দেৱতা, তুমি আমাৰ হবিৰ লগত যুক্ত হোৱাঁ। আমাৰ যি আছে,

সেয়া তোমাৰ ভাগ। (তাৰে তুষ্ট হৈ) তুমি এই গৰুবোৰক আৰু সৌ গৰুবোৰক ৰোগমুক্ত কৰাঁ।।২।। হে নিৰ্ঋতি, তুমি আমাৰ পৰা লোহাৰ পাশবন্ধনৰ নিচিনা ৰোগসমূহ আতৰ কৰাঁ। (হে ৰোগী,) যমে তোমাক মোক ঘূৰাই দিছে; সেই মৃত্যুকাৰক যমলৈ নমস্কাৰ।।৩।। (এই মন্ত্ৰৰ অৰ্থ ৬/৬৩/৩ মন্ত্ৰৰ সৈতে একে)।।৪।।

## পঞ্চাশীতিতম সূক্ত (৮৫)

**(ঋষি—যক্ষ্মানাশনকামী অথৰ্বা। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্।)**

এই বৰণ দৈৱী বনস্পতিয়ে (বৰণ কাঠেৰে নিৰ্মিত মণিয়ে ৰাজযক্ষ্মা আদি ৰোগ) নিবাৰণ কৰক। এই মানুহজনৰ গাত যি যক্ষ্মাৰোগে প্ৰৱেশ কৰিছে, দেৱতাসকলে তাক নিবাৰণ কৰক।।১।। ইন্দ্ৰৰ, মিত্ৰৰ, বৰুণৰ, সমস্ত দেৱতাৰ বাক্যেৰে আমি তোমাৰ যক্ষ্মা নিৰ্মূল কৰিম।।২।। নানা দিশত গতি কৰা জলসমূহক বৃত্ৰই যেনেকৈ অৱৰুদ্ধ কৰিছিল, সেইদৰে মই অগ্নিৰ সহায়ত তোমাৰ যক্ষ্মাৰোগ অৱৰুদ্ধ কৰিম।।৩।।

## ষডশীতিতম সূক্ত (৮৬)

**(ঋষি—বৃষকাম অথৰ্বা। দেৱতা—একবৃষ। ছন্দ—অনুষ্টুপ্।)**

এই শ্ৰেষ্ঠত্বকামী মানুহজন ইন্দ্ৰৰ অনুগ্ৰহত শ্ৰেষ্ঠ হওক। তুমি দ্যুলোকৰ শ্ৰেষ্ঠ পুৰুষ, ভূলোকৰ শ্ৰেষ্ঠ পুৰুষ, সমস্ত প্ৰাণীৰ মাজত (গৰুৰ পালৰ মাজত ষাঁড়গৰুটো শ্ৰেষ্ঠ হোৱাৰ দৰে) একমাত্ৰ শ্ৰেষ্ঠ পুৰুষ হোৱাঁ।।১।। সমুদ্ৰ যেনেকৈ বৈ থকা জলৰাশিৰ স্বামী, অগ্নি যেনেকৈ পৃথিৱীৰ বশকাৰী, চন্দ্ৰ যেনেকৈ নক্ষত্ৰ সমূহৰ স্বামী, তুমিও সেইদৰে একমাত্ৰ শ্ৰেষ্ঠ হোৱাঁ।।২।। (হে ইন্দ্ৰ,) তুমি অসুৰগণৰ ওপৰত সম্ৰাট, এই মানুহজন যেন মনুষ্যগণৰ মাজত ষাঁড়গৰুৰ কুকুদৰ দৰে উন্নত হয়। (হে ইন্দ্ৰ,) তুমি দেৱগণৰ অৰ্ধভাগ গ্ৰহণ কৰাঁ। (হে শ্ৰেষ্ঠত্বকামী পুৰুষ,) তুমিও একমাত্ৰ শ্ৰেষ্ঠ ব্যক্তি হোৱাঁ।।৩।।

## সপ্তাশীতিতম সূক্ত (৮৭) আৰু অষ্টাশীতিতম সূক্ত (৮৮)

**(ঋষি—অথৰ্বা। দেৱতা—ধ্ৰুৱ। ছন্দ—অনুষ্টুপ্।)**

(হে ৰাজন,) তোমাক ৰজা পাতিছোঁ, তুমি আমাৰ স্বামী হোৱাঁ; অবিচল হৈ এই ৰাজ্যত স্থিৰ ৰূপত স্থিত হোৱাঁ। সমস্ত প্ৰজাই তোমাক ৰজাৰূপে বাঞ্ছা কৰক। তোমাৰপৰা যাতে ৰাজ্য ভ্ৰষ্ট হৈ নাযায়।।১।। তুমি এই সিংহাসনতে থাকিবা,

কেতিয়াও ইয়াৰপৰা চ্যুত নহ'বা। পৰ্বতৰ দৰে অচল হৈ, ইন্দ্ৰৰ দৰে স্থিৰ হৈ এই ৰাজ্যত ৰজা হৈ থাকাঁ; ৰাজ্য ধাৰণ কৰি থাকাঁ।।২।। অক্ষয় হোম দ্ৰব্য লাভ কৰি ইন্দ্ৰই এওঁক স্থিৰ কৰি ধাৰণ কৰক; সোমে "এওঁ আমাৰ"— এই বুলি অধিকভাৱে কওক; ব্ৰহ্মণস্পতিয়েও সেইদৰে কওক।।৩।।

\+ \+ \+

(হে ৰাজন,) আকাশ স্থিৰ, পৃথিৱী স্থিৰ, এই সমস্ত জগত স্থিৰ, এই পৰ্বতসমূহো স্থিৰ; সেইদৰে এই প্ৰজাৰ অধিপতিজনো স্থিৰ হওক।।১।। ৰজা বৰুণে তোমাৰ ৰাজ্য অবিচলিত কৰক; বৃহস্পতিয়েও অবিচলিত কৰক; ইন্দ্ৰ আৰু অগ্নিয়ে তোমাৰ ৰাজ্য স্থিৰ ৰূপত ধাৰণ কৰি থাকক।।২।। এই ৰাজ্যত তুমি স্থিৰ আৰু চ্যুতিৰহিত হৈ তুমি শত্ৰুবিলাকক বিনাশ কৰাঁ। শত্ৰুতা আচৰণকাৰীসকলক অধঃপাতিত কৰাঁ, সমস্ত দিশ তোমাৰ অনুকূল হওক। অবিচলিত তোমাৰ অনুকূল কৰি সমিতিয়ে মত প্ৰকাশ কৰক (অথবা যুদ্ধত তোমাৰ সামৰ্থ্য প্ৰদৰ্শিত হওক)।।৩।।

## ঊননৱতিতম সূক্ত (৮৯)

(ঋষি,ছন্দ—পূৰ্ব্বৱৎ। দেৱতা—মন্ত্ৰত উল্লিখিতসকল।)

প্ৰেম লাভ কৰিব পৰা বীৰ্যপ্ৰদায়ক এই মস্তক সোমে প্ৰদান কৰা, তাৰপৰা উদ্ভূত স্নেহেৰে আমি তোমাৰ হৃদয় সন্তপ্ত কৰিছোঁ।।১।। তোমাৰ হৃদয় সন্তপ্ত কৰিছোঁ, তোমাৰ মন সন্তপ্ত কৰিছোঁ। ধোঁৱাই বতাহক অনুসৰণ কৰাৰ দৰে তোমাৰ মনে মোক অনুসৰণ কৰক।।২।। (হে নাৰী,) মিত্ৰ-বৰুণে তোমাক মোৰ লগত যুক্ত কৰক। সৰস্বতীয়ে তোমাক মোৰ লগত যুক্ত কৰক। পৃথিৱীৰ সকলো প্ৰাণীয়ে তোমাক মোৰ লগত যুক্ত কৰক। পৃথিৱীৰ ওপৰ আৰু অংশই তোমাক মোৰ লগত যুক্ত কৰক।।৩।।

## নৱতিতম সূক্ত (৯০)

(ঋষি—অথৰ্ব্বা। দেৱতা—ৰুদ্ৰ। ছন্দ—অনুষ্টুপ, উষ্ণিকে।)

ৰুদ্ৰই যিপাট (শূলৰোগৰ) বাণ তোমাৰ অঙ্গ-প্ৰত্যংগ আৰু হৃদয়লৈ মাৰি পঠাইছে, এয়া তাক আমি তোমাৰ শৰীৰৰপৰা উঘালি আনিছোঁ।।১।। তোমাৰ অঙ্গসমূহত যি শতসংখ্যক ধমনী আছে, সেইবিলাকৰ সকলোৰে পৰা বিষসমূহ আমি উলিয়াই আনিছোঁ।।২।। হে ৰুদ্ৰ, বাণ নিক্ষেপকাৰী তোমালৈ নমস্কাৰ, তোমাৰ লক্ষ্য স্থিৰ কৰা ধনুলৈ নমস্কাৰ, লক্ষ্যভেদ কৰা বাণলৈ নমস্কাৰ।।৩।।

## একনৱতিতম সূক্ত (৯১)

(ঋষি--ভৃগু--অঙ্গিৰা। দেৱতা--যক্ষ্মানাশক, জলসমূহ। ছন্দ--অনুষ্টুপ।)

(চিকিৎসাত প্ৰয়োগ কৰা) এই যৱধান আঠোটা বলধ যুৰি, ছটা বলধ যুৰি উৎপন্ন কৰা হৈছে। এই যৱৰ দ্বাৰা মই তোমাৰ শৰীৰৰ পৰা ৰোগৰ কাৰণ উন্মূলিত কৰিছোঁ।।১।। বায়ু নিম্নগামী হয়, সূৰ্যই তললৈ তাপ দিয়ে, 'অবধ্যা গাই'য়ে তললৈ গাখীৰ উলিয়াই দিয়ে। সেইদৰে তোমাৰ ৰোগৰ কাৰণো অধোগামী হওক।।২।। জলসমূহ ঔষধ, জলসমূহ ৰোগনিবাৰক, জল সকলো ৰোগৰে প্ৰশমনকাৰী, সেই জলসমূহে যেন তোমাৰ ঔষধৰ কাম কৰে।।৩।।

## দ্বিনৱতিতম সূক্ত (৯২)

(ঋষি--অথৰ্ৱা। দেৱতা--বাজী। ছন্দ--জগতী, ত্ৰিষ্টুপ্।)

হে অশ্ব, তুমি ৰথত যুক্ত হৈ বায়ুৰ দৰে বেগী হোৱাঁ, তুমি ইন্দ্ৰৰ প্ৰেৰণাৰে মনৰ দৰে বেগী হৈ গতি কৰাঁ, সৰ্বজ্ঞ মৰুৎগণে তোমাক ৰথত যুক্ত কৰক, ত্বষ্টাদেৱে তোমাৰ পাদত বেগ দিয়ক।।১।। হে বেগৱান অশ্ব, যি বেগ তোমাত গোপনে নিহিত হৈ আছে, শেনপক্ষী আৰু বায়ুত যি বেগ ন্যস্ত কৰি থোৱা আছে, হে অশ্ব, তুমি সেই বেগেৰে বলৱান হৈ যুদ্ধত পাৰগামিতা লাভ কৰি জয়লাভ হোৱাঁ।।২।। হে অশ্ব, তোমাৰ শৰীৰে আৰোহীজনৰ শৰীৰ বহন কৰি নি আমাক ৰমণীয় ধন প্ৰদান কৰক, অস্ত্ৰ আদিৰ দ্বাৰা ক্ষত নোহোৱাকৈ তোমাৰ মঙ্গল সাধিত হওক। মহান্ অন্তৰিক্ষৰ (গাওঁ, জনপদ আদি) ধাৰণৰ অৰ্থে সৰল গতিত অন্তৰিক্ষত প্ৰকাশ পোৱা সূৰ্যৰশ্মিৰ দৰে (আৰোহীজনে) নিজৰ স্থান লাভ কৰক।।৩।।

# দশম অনুৱাক

## ত্ৰিনৱতিতম সূক্ত (৯৩)

(ঋষি—শন্তাতি। দেৱতা—যম আদি মন্ত্ৰত কোৱাসকল। ছন্দ--ত্ৰিষ্টুপ।)

পাপীৰ নিগ্ৰহকাৰী, মৃত্যুকাৰক, পাপঘাতক, নিপীড়ক, ধোঁৱা বৰণীয়া, হিংসুক, ক্ষেপণকাৰী, নীলশিখাবিশিষ্ট যমসকল দেৱজাতিবিশেষ, তেওঁলোক সেনা সমন্বিতে

উত্থিত হৈছে; তেওঁলোকে যেন আমাৰ পুত্ৰাদিক এৰি যায়।।১।। মনেৰে, হোমেৰে, হৰণশীল তেজেৰে, ঘৃতেৰে আমি শৰ্ব্বদেৱ, ক্ষেপক অস্ত্ৰ আৰু সেইবিলাকৰ স্বামী ভবদেৱ তথা (যম, মৃত্যু, অঘমাৰ প্ৰভৃতি) নমস্যসকলৰ উদ্দেশ্যে নমস্কাৰ জনাইছোঁ। তেওঁলোকে যেন আমাৰ মৃত্যুকাৰক (কৃত্যাজনিত) বিষসমূহ আঁতৰাই নিয়ে।।২।। হে বিশ্বদেৱগণ, হে সৰ্বজ্ঞ মৰুৎগণ, তোমালোকে আমাক (কৃত্যাৰূপ) বিষজনিত মৃত্যুৰপৰা, মাৰাত্মক অস্ত্ৰৰ পৰা ৰক্ষা কৰাঁ। অগ্নি, সোম, বৰুণ আৰু শুদ্ধ বলযুক্ত মিত্ৰদেৱতাই আমাক ৰক্ষা কৰক। বায়ু আৰু পৰ্জন্যদেৱৰ অনুগ্ৰহ বুদ্ধিত আমি যেন স্থিত হওঁ।।৩।।

## চতুঃনৱতিতম সূক্ত (৯৪)

(ঋষি—অথৰ্ব্বাঙ্গিৰা। দেৱতা—সৰস্বতী। ছন্দ—অনুষ্টুপ্, জগতী।)

(প্ৰথম আৰু দ্বিতীয় মন্ত্ৰৰ অনুৱাদ ৩/৮/৫-৬ মন্ত্ৰৰ সৈতে একে; তৃতীয় মন্ত্ৰৰ অনুৱাদ ৫/২৩/১ মন্ত্ৰৰ সৈতে একে)।।১-৩।।

## পঞ্চনৱতিতম সূক্ত (৯৫)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—বনস্পতি কুষ্ঠ। ছন্দ—অনুষ্টুপ্।)

(প্ৰথম আৰু দ্বিতীয় মন্ত্ৰৰ অনুৱাদ ৫/৪/৩-৪ মন্ত্ৰৰ সৈতে একে)।।১-২।। হে অগ্নি, তুমি ওষধিসমূহৰ গৰ্ভস্বৰূপ; হিমালয় আদি পৰ্বতৰো (শীতল বনৌষধিৰ) গৰ্ভস্বৰূপ আৰু তুমি সকলো প্ৰাণীৰে গৰ্ভত অৱস্থিত। তুমি মোৰ এই মানুহজনক ৰোগমুক্ত কৰাঁ।।৩।।

## ষণ্ণৱতিতম সূক্ত (৯৬)

(ঋষি—পূৰ্ব্বৱৎ। দেৱতা—বনস্পতি, সোম। ছন্দ—অনুষ্টুপ্, গায়ত্ৰী।)

সোম যিবিলাক ওষধিৰ ওপৰত ৰজা, সেই বহু প্ৰকাৰৰ আৰু নান উপকাৰসাধক ঔষধিসমূহে বৃহস্পতিৰ দ্বাৰা প্ৰণোদিত হৈ আমাক নানাবিধ (ৰোগৰূপ) পাপৰপৰা মুক্ত কৰক।।১।। (ওষধিসমূহে অথবা জলসমূহে) আমাক শাপজনিত কষ্টৰপৰা আৰু বৰুণৰ পাশজনিত কষ্টৰ পৰা মুক্ত কৰক; যমৰ পাশৰ পৰা তথা অন্য সকলো দেৱতাৰ অপৰাধৰ পৰা ৰক্ষা কৰক।।২।। যদি চকুৰে, মনেৰে আৰু বাক্যেৰে আমি জাগ্ৰত অৱস্থাত পাপ কৰিছোঁ; আৰু যদি সুপ্ত অৱস্থাত কিবা পাপ কৰিছোঁ, তেন্তে সোমদেৱে (পিতৃগণৰ উদ্দেশ্যে প্ৰদত্ত হৱি) স্বধাৰ দ্বাৰা আমাক পৱিত্ৰ কৰক।।৩।।

## সপ্তনৱতিতম সূক্ত (৯৭)

(ঋষি—অথৰ্ব্বা। দেৱতা—মিত্ৰ-বৰুণ। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

(জয়কামনা কৰি অনুষ্ঠান কৰা এই) যজ্ঞ শত্ৰুৰ অভিভৱকাৰী হওক; অগ্নি শত্ৰুপৰা ভৱকাৰী হওক; ইন্দ্ৰ আৰু সোম শত্ৰুপৰাভূতকাৰী হওক। মই যেন শত্ৰুসেনাক পৰাভৱ কৰিব পাৰোঁ। আমি অগ্নিহোত্ৰসকলে যুদ্ধত জয়লাভ কৰিবৰ কাৰণে হবি প্ৰদান কৰিছোঁ।।১।। হে মেধাৱী মিত্ৰ-বৰুণ, তোমালোকৰ কাৰণে হবি তৃপ্তিকৰ হওক। তোমালোকে এই ৰজাৰ ক্ষত্ৰবল প্ৰজাসমন্বিতে মধুৰে সিক্ত কৰাঁ। নিৰ্ঋতিক তোমালোকে দূৰলৈ খেদি পঠোৱাঁ। শত্ৰুকৃত কষ্টজনক পাপৰপৰা আমাক আঁতৰত ৰখাঁ।।২।। হে সৈনিক সঙ্গীসকল, এই পৰাক্ৰমী ৰজাৰ লগত তোমালোক বীৰত্বেৰে উচ্ছ্বসিত হোৱাঁ। তোমালোকে শত্ৰুৰ গাঁওবিজেতা, গো-বিজেতা, বজ্ৰপাণি, জয়শীল, ক্ষেপণকাৰী, নিজ বলেৰে শত্ৰুৰ বলনাশক ইন্দ্ৰক অনুসৰণ কৰাঁ।।৩।।

## অষ্টনৱতি সূক্ত (৯৮)

(ঋষি—অথৰ্ব্বা। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি।)

ইন্দ্ৰই জয়লাভ কৰক, তেওঁ যেন পৰাজিত নহয়। সকলো ৰজাৰ অধিপতি ইন্দ্ৰই অন্য ৰজাসকলৰ বীৰত্ব প্ৰকাশ কৰক। (হে ইন্দ্ৰ,) তুমি ইয়াত যশস্যাৰ পাত্ৰ, প্ৰশংসাৰ পাত্ৰ, বন্দনীয়, সেৱাৰ যোগ্য, আৰু নমস্য হোৱাঁ।।১।। হে ইন্দ্ৰ, তুমি ৰাজাধিৰাজ আৰু যশস্বী; তুমি নিজ মহিমাৰে সকলোৰে পৰাভৱকাৰী; তুমি দেৱজনৰ নিয়ামক। তোমাৰ ক্ষত্ৰিয়বল চিৰস্থায়ী আৰু অজৰ-অমৰ হওক।।২।। হে ইন্দ্ৰ, তুমি পূবদিশৰ অধিপতি আৰু উত্তৰ আদি দিশৰো ৰজা। হে বৃত্ৰহন্তা, শত্ৰু বিনাশক, যলৈ জল প্ৰৱাহিত হৈছে, তাক তুমি জয় কৰিছা; অভীষ্টবৰ্ষণ, আহুতিৰ যোগ্য তুমি (যুদ্ধক্ষেত্ৰত) আমাৰ সোঁ-ফালে অৱস্থান কৰাঁ।।৩।।

## নৱনৱতিতম সূক্ত (৯৯)

(ঋষি—অথৰ্ব্বা। দেৱতা—ইন্দ্ৰ আদি। ছন্দ—অনুষ্টুপ্, বৃহতী।)

হে ইন্দ্ৰ, তোমাৰ শৰীৰ বিস্তৃত, সেইকাৰণে যুদ্ধত পৰাজয় হোৱাৰ আগতেই মই তোমাক আহ্বান কৰিছোঁ। উগ্ৰবলশালী, জয়ৰ উপায় জানোতা, বহু নামবিশিষ্ট, অনন্য বীৰ তোমাক আহ্বান কৰিছোঁ।।১।। আজি যি মাৰাত্মক অস্ত্ৰ আমাক বধ কৰিবলৈ আহিছে, তাৰ বিৰুদ্ধে আমি ইন্দ্ৰৰ বাহুযুগল চাৰিওফালে ধাৰণ কৰিছোঁ।।২।।

ৰক্ষাকৰ্তা ইন্দ্ৰৰ বাহুযুগল আমি চাৰিওফালে ধাৰণ কৰিছোঁ; তেওঁ আমাক ৰক্ষা কৰক। হে সূৰ্যদেৱ, হে সোমৰাজা, (যুদ্ধজয়ৰ দ্বাৰা) তোমালোকে মোক কল্যাণৰ অৰ্থে সু-মনযুক্ত কৰাঁ।।৩।।

## শততম সূক্ত (১০০)

(ঋষি—গৰুত্মান্। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ্।)

(স্থাবৰ-জঙ্গমোদ্ভূত) বিষ নিবাৰক ঔষধ একমন হৈ দেৱতাসকলে দিছে, সূৰ্যই দিছে, দ্যুলোকে দিছে; ভূমিয়ে দিছে, (ইড়া আৰু ভাৰতীৰে সৈতে) তিনিগৰাকী সৰস্বতীয়ে দিছে।।১।। হে দেৱগণ, (উঁইহাফলু প্ৰস্তুতকাৰী) উঁইপৰুৱাবোৰে পানী নথকা ঠাইত পানী সিঁচি দিয়ে। সেই দেৱপ্ৰদত্ত জলেৰে তোমালোকে এই বিষ দূৰ কৰাঁ।।২।। (হে উঁইহাফলুৰ মাটি,) তুমি অসুৰৰ কন্যা আৰু দেৱগণৰ ভগিনী। অন্তৰিক্ষ আৰু পৃথিৱীপৰা উৎপন্ন হোৱা সেই মৃত্তিকাই বিষ অসাৰ কৰক।।৩।।

## একাধিকশততম সূক্ত (১০১)

—অথৰ্বাঙ্গিৰা। দেৱতা—ব্ৰহ্মণস্পতি। ছন্দ—অনুষ্টুপ্।)

(হে পুৰুষ,) তুমি বৃষৰ নিচিনা আচৰণ কৰাঁ, তুমি দৃঢ় নিঃশ্বাসযুক্ত হোৱাঁ, বৰ্ধিত অঙ্গযুক্ত হোৱাঁ, বিস্তাৰিত হোৱাঁ। তোমাৰ জননাংগ বৰ্ধিত হওক, তাৰ দ্বাৰা তুমি স্ত্ৰীক আঘাত কৰাঁ।।১।। যাৰ দ্বাৰা কৃশ পুৰুষক শক্তিমান কৰা হয়, যাৰ দ্বাৰা ৰোগাৰ্ত মানুহৰ পুষ্টিসাধন কৰা হয়, হে ব্ৰহ্মণস্পতি, তুমি সেই ৰসৰ দ্বাৰা এই ব্যক্তিৰ জননাংগ উন্নত কৰাঁ।।২।। (এই মন্ত্ৰৰ অৰ্থ ৪/৪/৭ মন্ত্ৰৰ সৈতে একে)।।৩।।

## দ্ব্যধিকশততম সূক্ত (১০২)

(ঋষি—অভিসংমনস্কাম জমদগ্নি। দেৱতা-অশ্বীদ্বয়। ছন্দ-অনুষ্টুপ্।)

হে অশ্বিনীকুমাৰদ্বয়, সুশিক্ষিত অশ্বই বাহকৰ ইচ্ছা অনুসৰি গতি কৰে আৰু সি বাহকৰ অধীন হৈ থাকে, (হে কামিনী,) সেইদৰে তোমাৰ মনেও মোক অনুসৰণ কৰক আৰু ই মোৰ অধীন হৈ থাকক।।১।। (হে নাৰী,) উৎকৃষ্ট অশ্বই যেনেকৈ পিঠিত বন্ধা ৰছী টানি আনে, ময়ো সেইদৰে তোমাৰ মন আকৰ্ষণ কৰিছোঁ। বতাহে ছিঙা বনপাত যেনেকৈ বতাহতে ঘূৰি থাকে, সেইদৰে তোমাৰ মনো মোৰ অধীন হৈ ভ্ৰমি থাকক।।২।। (ত্ৰিককুৎ পৰ্বতত উদ্ভূত) নীলাঞ্জন, মধুক বৃক্ষ, কুষ্ঠবৃক্ষ আৰু উশীৰৰ লেপনেৰে মই শীঘ্ৰে ভগদেৱৰ হস্তেৰে তোমাক অনুলেপন কৰিছোঁ।।৩।।

# একাদশ অনুৱাক

## ত্ৰ্যধিকশততম সূক্ত (১০৩)

(ঋষি—উচ্ছোচন। দেৱতা—বনস্পতি আদি মন্ত্ৰত কোৱাসকল। ছন্দ—অনুষ্টুপ্।)

(হে শত্ৰুসেনা, এই পাশেৰে) বৃহস্পতিয়ে তোমালোকক বন্ধন কৰক, সৱিতাই বন্ধন কৰক, মিত্ৰ আৰু অৰ্যমাই বন্ধন কৰক, ভগ আৰু অশ্বীদ্বয়ে বন্ধন কৰক।।১।। (এই পাশেৰে) মই দূৰৰ শত্ৰুক বন্ধন কৰিছোঁ, ওচৰৰবিলাকক বন্ধন কৰিছোঁ, মাজত থকাবিলাককো বন্ধন কৰিছোঁ। ইন্দ্ৰই সেই শত্ৰুবিলাকক খেদাই দিয়ক; হে অগ্নি, তুমি সিবিলাকক বন্ধন কৰাঁ।।২।। সৌৱা পতাকা দাঙি দল বান্ধি যিবিলাক শত্ৰু যুদ্ধ কৰিবলৈ আহিছে, ইন্দ্ৰই ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৩।।

## চতুৰধিকশততম সূক্ত (১০৪)

(ঋষি—প্ৰশোচন। দেৱতা—ইন্দ্ৰাগ্নী, সোম, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্।)

আমি আদান আৰু সংদান নামৰ পাশেৰে শত্ৰুবিলাকক বান্ধিছোঁ। সিবিলাকৰ প্ৰাণ আৰু অপান বায়ুক জীৱনৰপৰা বিচ্ছিন্ন কৰিছোঁ।।১।। এই আদানৰূপ বন্ধন সামগ্ৰী মই অভিচাৰ বিধিৰে সিদ্ধ কৰিছোঁ, ইন্দ্ৰই ইয়াক তীক্ষ্ণ কৰি দিছে। হে অগ্নি, এই যুদ্ধত যিবিলাক শত্ৰু আছে, তুমি সিবিলাকক বন্ধন কৰাঁ।।২।। হে ইন্দ্ৰ-অগ্নি, তোমালোকে শত্ৰুবিলাকক বন্ধন কৰাঁ। ৰজা সোম আৰু মৰুৎগণৰ সৈতে লগ হৈ ইন্দ্ৰই আমাৰ শত্ৰুবিলাকক বন্ধন কৰক।।৩।।

## পঞ্চাধিকশততম সূক্ত (১০৫)

(ঋষি—উন্মোচন। দেৱতা—কাসা। ছন্দ—অনুষ্টুপ্।)

মনে যেনেকৈ বুদ্ধিৰ দ্বাৰা জানিব পৰা দূৰস্থ বিষয়লৈ দ্ৰুতভাৱে গমন কৰে, হে কাহ (শ্লেষ্মাৰোগ), তুমিও মনৰ দৰে বেগেৰে দূৰলৈ আঁতৰি যোৱাঁ।।১।। চোকা শৰে যেনেকৈ তীব্ৰ বেগেৰে গতি কৰে, হে কাহ, তুমিও তীব্ৰবেগে ভূমিত প্ৰৱেশ কৰাঁগৈ।।২।। সূৰ্যৰ কিৰণ তীব্ৰ বেগত পতিত হোৱাৰ দৰে হে কাহ, তুমিও সমুদ্ৰৰ বিবিধ প্ৰবাহ-যুক্ত স্থানলৈ তীব্ৰবেগেৰে গুচি যোৱাঁ।।৩।।

## ষড়ধিকশততম সূক্ত (১০৬)

(ঋষি—প্ৰমোচন। দেৱতা—দূৰ্বা, শালা। ছন্দ—অনুষ্টুপ্।)

(হে অগ্নি,) তুমি এইফাললৈ অহা আৰু সিফাললৈ যোৱা বাটত ফুল থকা দুৰ্বা গজি থাকক। তাত (গৃহাদিত) নিজৰাৰ উদ্ভৱ হওক, অথবা পদুমৰ পুখুৰী এটা হওক।।১।। আমাৰ এই ঘৰ পানীৰ থকা ঠাই হওক, সমুদ্ৰৰ গৃহ হওক; আমাৰ ঘৰটো সৰোবৰৰ মাজত (হোৱাৰ দৰে) হওক। হে অগ্নি, তুমি তোমাৰ মুখবিলাক এই ঘৰৰপৰা বিপৰীতমুখী কৰাঁ।।২।। হে গৃহ, আমি তোমাক হিমৰ জৰায়ুৰে কেউফালে মেৰিয়াই থৈছোঁ, তুমি যাতে আমাৰ বাবে শীতল হ্ৰদযুক্ত হোৱা। অগ্নি যেন আমাৰ বাবে ঘৰ পুৰিব নোৱৰা ঔষধ হয়।।৩।।

## সপ্তাধিকশততম সূক্ত (১০৭)

(ঋষি—শন্তাতি। দেৱতা—বিশ্বজিৎ। ছন্দ—অনুষ্টুপ্।)

হে বিশ্বজিৎ দেৱতা, তুমি মোক ৰক্ষাকাৰী দেৱতাক (ৰক্ষাৰ নিমিত্তে) সমৰ্পণ কৰাঁ। হে ৰক্ষক দেৱতা, তুমি আমাৰ সকলো দ্বিপাদ (মনুষ্য) আৰু চতুষ্পাদ (গো মেষ আদি পশু) সম্পদ ৰক্ষা কৰাঁ।।১।। হে ৰক্ষক দেৱতা, তুমি মোক বিশ্বজিৎ, দেৱতাক সমৰ্পণ কৰাঁ। হে বিশ্বজিৎ, তুমি আমাৰ সকলো ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।২।। হে বিশ্বজিৎ, তুমি মোক কল্যাণকৰ দেৱতাক সমৰ্পণ কৰাঁ। হে কল্যাণকৰ দেৱতা, তুমি আমাৰ ইত্যাদি (পূৰ্ববৎ)।।৩।। হে কল্যাণী দেৱী, তুমি মোক সৰ্বজ্ঞ দেৱতাক অৰ্পণ কৰাঁ। হে সৰ্বজ্ঞ দেৱতা, তুমি আমাৰ ইত্যাদি (পূৰ্ববৎ)।।৪।।

## অষ্টাধিকশততম সূক্ত (১০৮)

(ঋষি—শৌনক। দেৱতা—মেধা, অগ্নি। ছন্দ—অনুষ্টুপ্, বৃহতী।)

(শ্ৰুতিজ্ঞান ধাৰয়িত্ৰী) হে মেধাদেৱী, তুমি সৰ্বশ্ৰেষ্ঠা। অশ্ব আৰু গোসমূহৰ সৈতে তুমি আমাৰ ওচৰলৈ আহাঁ। সূৰ্যৰশ্মিয়ে সমস্ত জগৎ ব্যাপ্ত কৰাৰ দৰে তুমিও সৰ্বব্যাপক শক্তিৰে সৈতে আমাৰ ওচৰলৈ আহাঁ। তুমি আমাৰ যজ্ঞৰ যোগ্য দেৱতা।।১।। দেৱতাসকলৰ ৰক্ষণা-বেক্ষণ পাবৰ কাৰণে মই প্ৰথমতেই বেদযুক্ত, ব্ৰাহ্মণ-সেৱিত, ঋষিসকলৰ দ্বাৰা স্তুতিকৃত, আৰু ব্ৰহ্মচাৰীগণৰ দ্বাৰা সেৱিক মেধাদেৱীক আহ্বান কৰিছোঁ।।২।। যি মেধাক ঋভুগণে জানে, অসুৰগণে জানে, যি কল্যাণকাৰিণী মেধাৰ

কথা ঋষিসকলে জানে, সেই মেধাক মোত স্থাপন কৰিছোঁ।।৩।। মেধাৱী, মন্ত্ৰদ্ৰষ্টা, সৃষ্টিক্ষম ঋষিসকলে যাক জানে, হে অগ্নি, সেই মেধাৰে আজি মোক মেধাৱী কৰাঁ।।৪।। মেধাক সন্ধ্যা স্তুতি কৰাঁ, প্ৰাতকালত কৰাঁ, দুপৰীয়া স্তুতি কৰাঁ। প্ৰতিদিনেঃ স্তুতিৰ দ্বাৰা সূৰ্যৰশ্মি সহিত মেধাক আমাৰ মাজত স্থাপন কৰিছোঁ।।৫।।

## নৱাধিকশততম সূক্ত (১০৯)

(ঋষি—অথৰ্ৱা। দেৱতা—পিপ্পলী। ছন্দ—অনুষ্টুপ্।)

এই পিপলী ক্ষিপ্ত (নামৰ বাত) ৰোগৰ ওষধি; ই অন্য ওষধিসমূহক চেৰ পেলোৱা ঔষধ। ইয়াক দেৱতাসকলে সংকল্প কৰিছিল; ই জীৱন ৰক্ষাত সমৰ্থ।।১।। জন্ম হৈয়ে পিপলীয়ে কথা পাতিছিল, আমি যাক জীৱন্তে পাম, তেওঁ বিনষ্ট হ'ব নোৱাৰে।।২।। হে পিপলী, তোমাক প্ৰথমে অসুৰবিলাকে খানিছিল; তাৰ পিছত দেৱতাসকলে তোমাক পুনৰ উদ্ধাৰ কৰিছিল। বাতপীড়িত শৰীৰৰ কাৰণে তুমি ঔষধ আৰু ক্ষিপ্তবাত ৰোগ নিবাৰক।।৩।।

## দশাধিকশততম সূক্ত (১১০)

(ঋষি—অথৰ্ৱা। দেৱতা—অগ্নি। ছন্দ—পংক্তি, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে অগ্নি, তুমি পুৰাতন, যজ্ঞত পূজনীয়, সনাতন হোতা আৰু নবীন হোতা হৈও যজ্ঞত উপবেশন কৰাঁ। তুমি নিজ শৰীৰ (ঘৃতাদিৰে) পূৰ্ণ কৰাঁ আৰু আমাক সৌভাগ্য প্ৰদান কৰাঁ।।১।। (জ্যেষ্ঠা নক্ষত্ৰত জন্মা জাতক ভ্ৰাতৃ আদিৰ মৃত্যুৰ কাৰণ হয়; মূলা নক্ষত্ৰত জন্মা জাতক কুলনাশক হয়।) পাপনক্ষত্ৰত জন্মা এই বালকক যমকৃত মূলোচ্ছেদন কাৰ্যৰপৰা ৰক্ষা কৰাঁ। শত শৰৎযুক্ত দীৰ্ঘজীৱন লাভৰ অৰ্থে এওঁ যেন সকলো বিপৰ্যয় অতিক্ৰম কৰে।।২।। এই বালকৰ জন্ম বাঘৰ দৰে ক্ৰূৰ নক্ষত্ৰত হৈছে। কু-নক্ষত্ৰত জন্মা এই সন্তান উত্তম বীৰ্যসম্পন্ন হওক। ডাঙৰ হৈ এওঁ যেন পিতাকৰ অনিষ্ট সাধন নকৰে আৰু যেন জন্মদাত্ৰী মাতৃৰ অনিষ্ট সাধন নকৰে।।৩।।

## একাদশধিকশততম সূক্ত (১১১) আৰু দ্বাদশাধিকশততম সূক্ত (১১২)

(ঋষি-অথৰ্ৱা। দেৱতা-অগ্নি। ছন্দ-ত্ৰিষ্টুপ, অনুষ্টুপ্।)

হে অগ্নি, আমাৰ এই মানুহজনক তুমি ৰোগবন্ধনৰ পৰা মুক্ত কৰাঁ; ৰোগবন্ধনপ্ৰাপ্ত এওঁ নিশ্চেষ্ট হৈ প্ৰলাপ বকিছে। এওঁ তোমাক অধিক হবিৰ ভাগ প্ৰদান কৰিছে, যাতে তেওঁ উন্মাদৰোগৰপৰা উদ্ধাৰ পায়।।১।। (হে ৰোগী,) অগ্নিয়ে

তোমাৰ ৰোগ উপশম কৰক, তুমি যদি গ্ৰহবিকাৰৰ ফলত উদ্ভ্ৰান্ত হৈছা। সেই কথা জানি লৈ মই ঔষধ দিছোঁ, যাতে তুমি উন্মাদ ৰোগযুক্ত হোৱা।।২।। এই মানুহজন যদি দেৱ-নিগ্ৰহৰ ফলত অথবা ব্ৰহ্মৰাক্ষস আদিৰ গ্ৰাসত পৰি উন্মাদগ্ৰস্ত হৈছে, তেন্তে সেই কথা জানি ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৩।। (হে ৰোগী,) তোমাক দুষ্ট অপ্সৰাবোৰে, ইন্দ্ৰই আৰু ভগই (ৰোগমুক্ত কৰি) মোক পুনৰ ঘূৰাই দিছে যাতে তুমি উন্মাদ ৰোগৰপৰা উদ্ধাৰ পোৱা।।৪।।

\+ + + +

হে অগ্নি, এই বালকে যেন নিজৰ জ্যেষ্ঠজনৰ কাকো ঘাতন নকৰে। মূলোচ্ছেদন দোষৰপৰা তুমি এওঁক ৰক্ষা কৰাঁ। তুমি এই দোষমোচনৰ উপায় জানা; গতিকে এওঁক গ্ৰহণশীল পিশাচ আদিৰপৰা মুক্ত কৰাঁ। সমস্ত দেৱতাই তোমাক অনুমোদন কৰক।।১।। হে অগ্নি, তুমি (পিতৃ, মাতৃ, জ্যেষ্ঠ ভ্ৰাতৃ) এই তিনিজন যি পৰিবেদন-পাশত বদ্ধ হৈছে, তুমি সেই পাশ মুক্ত কৰাঁ। তুমি মোচনৰ উপায় জানা। তুমি পিশাচাদিৰ গ্ৰাসৰপৰা পিতৃ, মাতৃ, পুত্ৰ,–সকলোকে মুক্ত কৰাঁ।।২।। যি পাশৰ দ্বাৰা পৰিবিত্ত * মানুহজন অঙ্গে অঙ্গে বন্ধনযুক্ত হৈ আছে, সেই পাশবোৰ মুকলি কৰি দিয়া হওঁক, পাপবিমোচক দেৱতাসকল আছেই। হে পূষাদেৱতা, তুমি এই পাপসমূহ ভ্ৰূণহত্যাকাৰী লোকত নিৱিষ্ট কৰাঁ।।৩।।

## ত্ৰয়োদশাধিকশততম সূক্ত (১১৩)

(ঋষি—অথৰ্ৱা। দেৱতা—পূষা। ছন্দ—ত্ৰিষ্টুপ, পংক্তি।)

দেৱতাসকলে পূৰ্বে এই পৰিবেদন পাপ ত্ৰিতত থাপিছিল, ত্ৰিতই তাক মনুষ্যত থ'লে। (হে পৰিবিত্ত,) যদি তোমাক সেই পাপে স্পৰ্শ কৰিছে, তেন্তে দেৱতাসকলে মন্ত্ৰৰ দ্বাৰা তাক নাশ কৰক।।১।। হে পৰিবেদনৰ পাপ, তই (সূৰ্য আৰু অগ্নিৰ) প্ৰভাত প্ৰৱেশ কৰ, ধোঁৱাত, মেঘত নিয়ঁৰত অথবা নদীৰ ফেনত সোমাই নানা দিশে গুচি যা। হে পূষাদেৱ, তুমি পৰিবেদনজনিত পাপসমূহ ভ্ৰূণহত্যাকাৰীত নিৱিষ্ট কৰাঁ।।২।। ত্ৰিতৰ এই পাপ বাৰ ঠাইত স্থাপিত হ'ল। সেই পাপ এতিয়া মানুহত নিৱিষ্ট হৈছে। যদি তোমাক সেই পাপে ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে)।।৩।।

---

*যিজন লোকে বিয়া নকৰাওঁতেই তেওঁতকৈ কনিষ্ঠসকলে বিয়া কৰালে।

# দ্বাদশ অনুৱাক

## চতুৰ্দশাধিকশততম (১১৪) আৰু পঞ্চদশাধিকশততম সূক্ত (১১৫)

(ঋষি—ব্ৰহ্মা। দেৱতা—বিশ্বদেৱগণ। ছন্দ—অনুষ্টুপ্।)

হে দেৱগণ, যি পাপৰ কাৰণে দেৱতাসকলে কষ্ট হয়, (ইন্দ্ৰিয়পৰায়ণ হৈ) সেই কাম আমি কৰি পেলালোঁ। হে আদিত্যগণ, যজ্ঞাত্মক সত্যৰ দ্বাৰা আমাক সেই পাপৰ পৰা উদ্ধাৰ কৰাঁ।।১।। হে অদিতিৰ পুত্ৰসকল, তোমালোকে যজ্ঞাত্মক সত্যৰ দ্বাৰা আমাক কৰ্মবিঘাতক সেই পাপৰ পৰা উদ্ধাৰ কৰাঁ। হে যজ্ঞনিৰ্বৰ্তনকাৰী দেৱগণ, আমি যজ্ঞ কৰিবলৈ ইচ্ছা কৰিও (সেই কৰ্মবিঘাতক পাপৰ কাৰণে) কৰিব নোৱাৰিলোঁ।।২।। হে বিশ্বদেৱগণ, আমি হৃষ্টপুষ্ট পশুৰে, হেতাৰে ঘৃত প্ৰদান কৰা যজমানসকলে যজ্ঞ কৰিবলৈ ইচ্ছা কৰিও যজ্ঞ সম্পন্ন কৰিব নোৱাৰিলোঁ।।৩।।

\+ \+ \+ \+

জানি বা নাজানি আমি যি পাপ কৰিছোঁ, হে বিশ্বদেৱগণ, তোমালোকে তুষ্ট হৈ আমাক সেই পাপৰপৰা মুক্ত কৰাঁ।।১।। জাগ্ৰত অৱস্থাতেই হওক বা নিদ্ৰিত অৱস্থাতেই হওক, আমি যি পাপ কৰিছোঁ, সেই বিগত আৰু ভাৱী পাপৰপৰা তোমালোকে মোক, বান্ধি থোৱা খুঁটিৰপৰা মোকলোৱাৰ দৰে মুক্ত কৰাঁ।।২।। বন্ধনৰ খুঁটিৰ পৰা মুকলি হোৱাৰ পিছত অথবা ঘামি জামি থকাজনে গা ধুই নিৰ্মল হোৱাৰ দৰে, হোমৰ ঘিঁউ শোধকৰ দ্বাৰা শোধিত হোৱাৰ দৰে, সমস্ত দেৱতাই মোক পাপৰপৰা শুদ্ধ কৰক।।৩।।

## ষোড়শাধিকশততম সূক্ত (১১৬)

(ঋষি—জটিকায়ন। দেৱতা—বিৱস্বান্। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

পূৰ্বে অসুৰৰ কৃষকসকলে অন্নলাভৰ উদ্দেশ্যে অজ্ঞতাৰশতঃ মাটি খানি যি যমৰ কাম (প্ৰাণ অপহৰণ আদি কৰ্ম) কৰিলে, (তাৰ খণ্ডনাৰ্থে ঘৃত, মধু, তৈল আদিৰে) মই সূৰ্যৰ পুত্ৰ যমৰজাৰ উদ্দেশ্যে হৱি প্ৰদান কৰিছোঁ; আমাৰ অন্ন যেন যজ্ঞৰ যোগ্য আৰু মধুময় হয়।।১।। বৈৱস্বত যমে নিজৰ হৱিৰ ভাগ কৰি লওক। মধুময় ভাগ লাভ কৰা যমে আমাক মধুৰ লগত যুক্ত কৰক। মাতৃৰপৰা প্ৰেৰিত হৈ আমাক যি পাপে স্পৰ্শ কৰিছে অথবা আমাৰ অপৰাধৰ ফলত পিতৃ ক্ৰুদ্ধ হৈছে, তেন্তে সেই অপৰাধ ক্ষান্ত হওক।।২।। এই পাপ যদি মাতৃৰ পৰা অথবা পিতৃৰ পৰা,

অথবা পুত্ৰৰপৰা, ভ্ৰাতৃৰপৰা আহিছে আৰু তাৰ ফলত আমাৰ পিতৃগণ ক্ৰুদ্ধ হৈ একত্ৰ হৈছে, তেনেহ'লে সেই সকলোৰে ক্ৰোধ শান্ত হওক।।৩।।

## সপ্তদশাধিকশততম সূক্ত (১১৭) আৰু অষ্টাদশাধিকশততম (১১৭)

(ঋষি—অনৃণকাম কৌশিক। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্।)

ঋণ লৈ পৰিশোধ নকৰাৰ কাৰণে মই যমৰ অধীন হৈছোঁ। হে অগ্নি, মই যেন তোমাৰ অনুগ্ৰহত সেই ঋণৰ পৰা মুক্ত হওঁ; তুমি (ঋণৰপৰা উদ্ভূত) সকলো পাৰলৌকিক পাপৰ পৰা মুক্ত কৰিব পাৰা।।১।। এই পৃথিৱীত থাকোঁতেই মই ঋণ শোধ কৰিম; ধাৰদিওঁতা জীৱিত থাকোঁতেই মই ঋণ শোধ কৰিম। উত্তমৰ্ণৰপৰা ধাৰলৈ আনি মই যি অন্নাদি ভোজন কৰিছোঁ, হে অগ্নি, সেই দোষৰপৰা যেন মই মুক্ত হওঁ।।২।। (তোমাৰ কৃপাত যেন) ইহলোকত ঋণমুক্ত হওঁ, পৰলোকত ঋণমুক্ত হওঁ, তৃতীয় লোকতো ঋণমুক্ত হওঁ। দেৱযান, পিতৃযান আদি যিবিলাক লোক আছে, সেই সকলো পথতে আমি ঋণমুক্ত হৈ প্ৰৱিষ্ট হ'ম।।৩।।

\+ + + +

হাত-ভৰি আদিৰে যি পাপ কৰিছোঁ, ইন্দ্ৰিয়সমূহৰ লক্ষ্য শব্দ-স্পৰ্শ আদি বিষয় উপভোগৰ অৰ্থে আমি যি ঋণ কৰিছোঁ, হে উগ্ৰংপশ্যা আৰু উগ্ৰজিৎ নামৰ অপ্সৰাদ্বয়, তোমালোকে তাক পৰিশোধ কৰাঁ।।১।। হে উগ্ৰংপশ্যা আৰু ৰাষ্ট্ৰভৃৎ নামৰ অপ্সৰাদ্বয়, ইন্দ্ৰিয়সমূহ স্ববিষয়ত প্ৰবৃত্ত হোৱাৰ কাৰণে উদ্ভৱ হোৱা যি ঋণৰূপ পাপ, তোমালোকে তাক নিবৃত্ত কৰাঁ। যমলোকত হাতত পাশ লৈ যাতে উত্তমৰ্ণ ধৰুৱা বুলি মোৰ কাষ নাচাপে।।২।। যাৰপৰা মই ঋণ লৈছিলোঁ, সহায় বিচাৰি মই যাৰ পত্নীৰ কাষ চাপিছিলোঁ, যাৰ ওচৰলৈ মই ভিক্ষা বিচাৰি গৈছিলোঁ, হে দেৱতাসকল, তেওঁলোকে যেন মোক বঢ়া বচন নোবোলে। হে দেৱপত্নী অপ্সৰাগণ, তোমালোকে মোৰ কথালৈ মন দিয়াঁ।।৩।।

## ঊনৱিংশত্যধিকশততম সূক্ত (১১৯)

(ঋষি, ছন্দ—পূৰ্ব্ববৎ। দেৱতা-বৈশ্বানৰ অগ্নি।)

হে অগ্নি, ব্যৱসায় কৰিবলৈ (অথবা পাশা খেলিবলৈ) অসমৰ্থ হৈ মই দিম বুলি প্ৰতিশ্ৰুতি দি ঋণ পৰিশোধ নকৰিলোঁ; সকলোৰে হিতসাধক আৰু পালক অগ্নিয়ে (সেই দোষৰপৰা মুক্ত কৰি) পুণ্যলোকলৈ লৈ যায়।।১।। বৈশ্বানৰ অগ্নিক মই নিৱেদন কৰিছোঁ, মই দেৱতাসকলৰ ওচৰত যি বৈদিক তথা লৌকিক ঋণ পৰিশোধৰ প্ৰতিজ্ঞা কৰিছিলোঁ,

সেই সকলো ঋণ-পাশৰপৰা অগ্নিয়ে মোক মুকলি কৰিব জানে। গতিকে মই যাতে (সেই পাশ ছিন্ন হোৱাৰ পিছত) পৰিপক্ক পুণ্যফল লাভ কৰিব পাৰোঁ।।২।। পাৱক বৈশ্বানৰ অগ্নিয়ে মোক পৱিত্ৰ কৰক। মই দিম বুলি প্ৰতিশ্ৰুতি দিছোঁ (কিন্তু শোধ কৰা নাই), দেৱতাক আশাহে দিছোঁ (কিন্তু যাগ আদি কৰি ঋণ শোধ কৰা নাই); মাত্ৰ মনেৰে ঐহিক সুখহে প্ৰাৰ্থনা কৰিছোঁ। সেই সকলো পাপ মই আঁতৰাই পেলাইছোঁ।।৩।।

## বিংশত্যাধিকশততম সূক্ত (১২০)

(ঋষি—কৌশিক। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—জগতী, পংক্তি।)

অন্তৰিক্ষ, পৃথিৱী আৰু দ্যুলোকৰ (প্ৰাণীগণৰ), পিতৃ বা মাতৃৰ (প্ৰতিকূল আচৰণ কৰি) যি হিংসাৰূপ পাপ কৰিছোঁ, এই গাৰ্হপত্য অগ্নিয়ে তাৰপৰা মুক্ত কৰি আমাক পুণ্যলোকলৈ লৈ যাওক।।১।। পৃথিৱী আমাৰ মাতৃ, অদিতি আমাৰ জন্মদাত্ৰী, অন্তৰিক্ষ আমাৰ ভ্ৰাতৃস্বৰূপ। তেওঁলোকে আমাক মিথ্যা অপবাদৰূপ পাপৰ পৰা ৰক্ষা কৰক। দ্যুলোক আমাক পিতৃ; তেওঁ আমাৰ পিতৃ ঋণৰপৰা মুক্ত কৰি কল্যাণ দান কৰক। মৃত্যুৰ পিছত আত্মীয়সকলৰ লগলৈ গৈ যাতে স্বৰ্গৰপৰা চ্যুত নহওঁ।।২।। য'ত সুহৃদয়সকল, যজ্ঞাদি সৎকৰ্মকৰ্তাসকল নিজ শৰীৰৰ ৰোগ আদি ত্যাগ কৰি আনন্দিত হয়, সেই স্বৰ্গত আমিও তেনেকৈ অঙ্গাদিৰে পৰিপূৰ্ণ আৰু অক্ষত ৰূপত পিতৃ-মাতৃ আৰু পুত্ৰাদিক সাক্ষাৎ কৰি থাকিম।।৩।।

## একবিংশত্যাধিকশততম সূক্ত (১২১)

(ঋষি—কৌশিক। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, অনুত্ৰষ্টুপ্।)

(হে নিৰ্ঋতি দেৱী), তুমি আমাৰ উত্তম আৰু অধম বৰুণ পাশসমূহ মুকলি কৰি দিয়াঁ; আমাৰ দুঃস্বপ্নজনিত দোষ দূৰ কৰাঁ। তেতিয়া আমি পুণ্যলোক লাভ কৰিম।।১।। হে পুৰুষ, তোমাক কাঠৰ খুঁটাত বন্ধা হৈছে; ৰছীৰে বন্ধা হৈছে; মাটিত বন্ধা হৈছে সাৰু ৰাজ আজ্ঞাৰে বন্ধা হৈছে; সেইসকলো বন্ধন মুক্ত কৰি আমাৰ এই গাৰ্হপত্য অগ্নিয়ে তোমাক পুণ্যলোকলৈ লৈ যাওক।।২।। মূলা নামৰ সৌভাগ্যপ্ৰদ নক্ষত্ৰদ্বয় উদিত হৈছে; তেওঁলোকে এই মানুহজনক অমৰত্ব প্ৰদান কৰক; বন্ধনমোচনৰ কাম সম্পন্ন হওক।।৩।। (হে বন্ধনৰ অধিষ্ঠাতা দেৱতা,) তুমি আঁতৰি যোৱাঁ, এওঁলৈ ঠাই উলিয়াই দিয়াঁ। বন্ধনত থকা মানুহজনক মুক্ত

কৰাঁ। (হে মানুহজন,) তুমি গৰ্ভাশয়ৰপৰা বাহিৰ হোৱা। শিশুৰদৰে বন্ধনমুক্ত হৈ সকলো পথতে বিচৰণ কৰাঁ।।৪।।

## দ্বাবিংশত্যধিকশততম সূক্ত (১২২)

(ঋষি—ভৃগু। দেৱতা—বিশ্বকৰ্মা। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

হে বিশ্বকৰ্মা, তুমি সত্যৰূপ ব্ৰহ্মাৰপৰা (হিৰণ্যগৰ্ভ ৰূপে) প্ৰথম উৎপন্ন বুলি জানি তোমালৈ এই হৱিৰ ভাগ অৰ্পণ কৰিছোঁ। আমি প্ৰদান কৰা এই হৱিৰ ফলত আমি বৃদ্ধকাল পৰ্যন্ত আয়ুস লাভ কৰি (পুত্ৰ নাতি আদিৰ ৰূপত) অবিচ্ছিন্ন ৰূপত বিস্তৃত হ'ম।।১।। কোনো কোনোৱে (মৃত্যুৰ পিছত পুত্ৰাদিত) বিস্তৃত হৈ (ঋণ পৰিশোধ কৰি) তৰণ কৰে; যিসকলৰ পিতৃগত ঋণ (পুত্ৰনাতি আদিয়ে) পৰিশোধ কৰে, তেওঁলোকেও তৰণ কৰে। যিসকলৰ আত্মীয়-স্বজন নাই, তেওঁলোকে নিজে ঋণ শোধ কৰি অথবা শোধ কৰিম বুলি ভাবি (ঋণমুক্ত হৈ) স্বৰ্গলাভ কৰে।।২।। হে দম্পতী, পৰলোকৰ হিত চিন্তি সৎকৰ্ম কৰাঁ আৰু তাতে যুক্ত হৈ থাকাঁ। (স্বৰ্গ আদিত) আস্থা থকা লোকে কৰ্ম অনুষ্ঠান কৰে। (ব্ৰাহ্মণৰ অৰ্থে) যি পক্বান্ন, (দেৱতাৰ উদ্দেশ্যে) অগ্নিত নিক্ষেপ কৰা হৱিৰূপ যি অন্ন, তাৰ ৰক্ষণৰ অৰ্থে তোমালোক যত্নপৰ হোৱাঁ।।৩।। দেৱতাৰ ফালে গতিশীল মহান্ যজ্ঞত মই মনেৰে প্ৰবিষ্ট হৈ তাতে স্থিত হ'ম। হে অগ্নি, তোমাৰ কৃপাত বৃদ্ধাৱস্থালৈকে ইহলোকত থাকি, (দেহত্যাগ কৰাৰ) পিছত দুখৰহিত স্বৰ্গত হৰ্ষান্বিত হৈ থাকিম।।৪।। এই শোধিত, পৱিত্ৰ যজ্ঞীয় জল মই ঋত্বিকসকলৰ হাতত প্ৰক্ষালনৰ অৰ্থে ৰাখিছোঁ। মই যি কামনাৰে এই কৰ্ম কৰিছোঁ, মৰুৎগণৰ সৈতে যুক্ত হৈ ইন্দ্ৰই মোক সেই ফলদান কৰক।।৫।।

## ত্ৰয়োবিংশত্যধিকশততম সূক্ত (১২৩)

(ঋষি—ভৃগু। দেৱতা—বিশ্বদেৱগণ। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

(স্বৰ্গত যজমানৰ সৈতে) একত্ৰ স্থিত হে দেৱগণ, মই তোমালোকৰ উদ্দেশ্যে এই হৱি অৰ্পণ কৰিছোঁ; জাতবেদা অগ্নিয়ে ইয়াক পৰম নিধিৰূপে বহন কৰি নিবা যজমানে মঙ্গল সহিত সেই নিধি অনুগমন কৰিব। তোমালোকে তেওঁক পৰম আকাশত (স্বৰ্গত) চিনি পাবা।।১।। হে একত্ৰ স্থিত দেৱগণ, সেই স্বৰ্গত এই যজমানক চিনি ৰাখিবা। এওঁৰ স্থান ক'ত, তোমালোকে সেই কথা জানা। যজমানৰ কল্যাণ হ'ব। তেওঁক

তোমালোকে ইষ্ট আৰু পূৰ্ত কৰ্মৰ ফল দান কৰিবা।।২।। দেৱতাসকল আমাৰ পিতৃ আৰু আমাৰ পিতৃসকল দেৱতা। মই যি, মই সিয়েই।।৩।। সেই মই পাক কৰিছোঁ; দান কৰিছোঁ; যাগ কৰিছোঁ। সেই মই (পুত্ৰাদি কৃত শ্ৰাদ্ধ, যাগ আদি) কৃতকৰ্মৰ ফলৰপৰা বঞ্চিত নহওঁ যেন।।৪।। হে সোমৰাজা, তুমি (আমাৰ ভুল পাহৰি) স্বৰ্গত অৱস্থান কৰাঁ। তাত আমাৰ ইষ্টা-পূৰ্ত কৰ্মৰ ফল প্ৰতিষ্ঠিত হওক। হে ৰাজন্, আমি সম্পন্ন কৰা পূৰ্তকৰ্মৰ ফল তুমি জানি লোৱাঁ। হে দেৱ, তুমি প্ৰসন্নচিত্ত হোৱাঁ।।৫।।

## চতুৰ্ব্বিংশত্যধিকশততম সূক্ত (১২৪)

(ঋষি—অথৰ্ব্বা। দেৱতা—দিব্য জলসমূহ। ছন্দ—ত্ৰিষ্টুপ্।)

দ্যুলোকৰপৰা অথবা অন্তৰিক্ষৰপৰা ৰসসহিত মোৰ ওপৰত এটোপাল পানী পৰিল। হে অগ্নি, (অসময়ত বৰষুণ গাতপৰা দোষ) মই এই প্ৰক্ষালনৰ দ্বাৰা মাৰ্জন কৰি ইন্দ্ৰৰ তেজোৰূপ অমৃতৰ লগত যুক্ত হৈছোঁ। সেইদৰে (গায়ত্ৰী আদি) ছন্দত ৰচিত মন্ত্ৰেৰে যুক্ত অনুষ্ঠানৰ সৈতে মই পুণ্যকৰ্মৰ লগত সম্পৰ্কিত হৈছোঁ।।১।। যদি ই মোৰ গাত গছৰপৰা পৰিছে, তেনে সি ফলতুল্য; যদি ই অন্তৰিক্ষৰ পৰা পৰিছে, তেনে ই বায়ুতুল্য। মোৰ যি অঙ্গতে বা যি বস্ত্ৰতে এই পানীটোপালৰ স্পৰ্শ লাগক, সেই পাপদেৱতা নিৰ্ঋতিক প্ৰক্ষালনৰ কামত লগোৱা এই পানীয়ে মাৰ্জন কৰি নিয়ক।।২।। এই বৰষুণৰ টোপাল মোৰ কাৰণে অঞ্জনস্বৰূপ, সুগন্ধি দ্ৰব্য, সমৃদ্ধিস্বৰূপ, স্বৰ্ণ অলংকাৰ স্বৰূপ, বলৱান অন্ন আৰু পৱিত্ৰকাৰক দ্ৰব্যস্বৰূপ। এই সমস্ত পৱিত্ৰকাৰক দ্ৰব্য মোৰ ওপৰত বিস্তাৰিত হোৱাৰ কাৰণে নিৰ্ঋতি আৰু শত্ৰুৱে আমাক অতিক্ৰম কৰিব নোৱৰা হওক।।৩।।

# ত্ৰয়োদশ অনুৱাক

## পঞ্চবিংশত্যধিকশততম সূক্ত (১২৫)

(ঋষি—অথৰ্ব্বা। দেৱতা—বনস্পতি। ছন্দ—ত্ৰিষ্টুপ, জগতী।)

হে বনস্পতি-(নিৰ্মিত ৰথ), তুমি দৃঢ় অংগযুক্ত হোৱাঁ। যোদ্ধাসমন্বিত তুমি আমাক শত্ৰুতৰণ কৰোৱা মিত্ৰস্বৰূপ। গৰুছালৰ ৰছীৰে তোমাক সুন্দৰকৈ বন্ধা আছে

তুমি সুদৃঢ় হোৱাঁ। তোমাত আৰোহণ কৰাজনে জয়ৰ যোগ্য সৈন্যাদি জয় কৰক।।১।। আকাশ আৰু পৃথিৱীৰপৰা বল লাভ কৰিছে; ই সাৰযুক্ত গছৰপৰা আহৰণ কৰা শত্রু পৰাভৱকাৰী বলস্বৰূপ; ই জলৰ (দ্বাৰা ডাঙৰ-দীঘল হোৱা গছৰ) বলস্বৰূপ আৰু গৰুৰ (ছালৰ) দ্বাৰা আবৃত ইন্দ্ৰৰ বজ্ৰৰ দৰে অপ্ৰতিহত গতিৰ। এই হেন ৰথৰ উদ্দেশ্যে হৱিৰে যাগ কৰাঁ।।২।। ইন্দ্ৰৰ বলস্বৰূপ হে দিব্য ৰথ, তুমি আমাৰ হৱি গ্ৰহণ কৰাঁ আৰু হৱিগ্ৰহণ কৰি প্ৰসন্ন হোৱাঁ।।৩।।

## ষড়্‌বিংশত্যধিকশততম সূক্ত(১২৬)

(ঋষি—অথৰ্ব্বা। দেৱতা—দুন্দুভি। ছন্দ—ত্ৰিষ্টুপ্।)

হে দুন্দুভি, তুমি তোমাৰ শব্দেৰে ভূলোক-দ্যুলোক পৰিপূৰ্ণ কৰাঁ; স্থাৱৰ-জঙ্গম সকলোৱে শুনিবলৈ পাওক। তুমি ইন্দ্ৰ আৰু অন্য দেৱতাসকলৰ সৈতে মিলি আমাৰ শত্ৰুবিলাকক দূৰলৈ খেদি পঠোৱাঁ।।১।। হে দুন্দুভি, তুমি শত্ৰুক ৰোদন কৰোৱাঁ; আমাক বল আৰু ওজস্বিতা প্ৰদান কৰাঁ; আমাৰ (পৰাজয়-জনিত) দুখ নিবাৰণ কৰি তুমি দুৰ্জয় শব্দ কৰাঁ। আমাৰ দুখকাৰক শত্ৰুবোৰক তুমি ইয়াৰপৰা আঁতৰাই নিয়াঁ। তুমি ইন্দ্ৰৰ মুষ্টিস্বৰূপ; গতিকে সুদৃঢ় হোৱাঁ।।২।। হে ইন্দ্ৰ, তুমি সৌ শত্ৰুবোৰক পৰাস্ত কৰাঁ। আগলৈ থকা আমাৰ সৈন্যই শত্ৰুক পৰাস্ত কৰক। দুন্দুভিয়ে স্পষ্ট আৰু উচ্চ ধ্বনি কৰক। আমাৰ সেনানায়কসকল ঘোঁৰাৰে উৰি যোৱাদি যাওক; ৰথীসকলে জয়লাভ কৰক।।৩।।

## সপ্তবিংশত্যধিকশততম সূক্ত (১২৭)

(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা—বনস্পতি, যক্ষ্মনাশন। ছন্দ—অনুষ্টুপ, জগতী।)

হে পলাশবৃক্ষ, তুমি বিদ্ৰথ (ব্ৰণবিশেষ), কাহ-শ্বাস আদি, ৰক্তক্ষৰণ, বিসৰ্পক আদি ৰোগৰ ওষধি; তুমি এই ৰোগসমূহৰ দ্বাৰা দূষিত মাংস শোধন কৰাঁ।।১।। হে বলাস ৰোগ, বাহুমূল আৰু অণ্ডত আশ্ৰয় কৰি তোমাৰ যি দুটা বিকাৰ আছে, মই তাৰ ঔষধ জানো। চীপুদ্ৰু নামৰ গছ তাৰ নিবাৰক ঔষধ।।২।। যি বিসৰ্পক ৰোগ অংগসমূহত, কাণত আৰু চকুত উদ্ভূত হৈছে, সেই সকলোবোৰ মই উন্মূলিত কৰিছোঁ। আমি বিসৰ্পক আৰু অন্য হৃদ্‌ৰোগ নিবাৰণ কৰিছোঁ; অন্য যক্ষ্মা আদি ৰোগ খেদাই দিছোঁ।

## অষ্টত্ৰিংশত্যধিক-শততম সূক্ত (১২৮)

**(ঋষি—অঙ্গিৰা। দেৱতা—শকধূম, সোম। ছন্দ—অনুষ্টুপ্।)**

পূৰ্বে শকধূম নামৰ অগ্নিক নক্ষত্ৰগণে নিজৰ ৰজা পাতিলে, তেওঁক কল্যাণকৰ দিন অৰ্পণ কৰিলে; "এয়াই তেওঁৰ আধিপত্য লাভ"—এই বুলি ক'লে।।১।। আমাৰ কাৰণে মধ্যাহ্নত শুভদিন হওক, সন্ধ্যা শুভদিন হওক, ৰাতিপুৱা শুভদিন হওক আৰু ৰাতি শুভদিন হওক।।২।। হে ৰজা শকধূম, অহোৰাত্ৰিৰপৰা, নক্ষত্ৰসমূহৰ পৰা, সূৰ্যচন্দ্ৰৰপৰা তুমি আমালৈ শুভদিন বিধান কৰাঁ।।৪।। হে নক্ষত্ৰৰাজ শকধূম, তুমি আমাৰ কাৰণে সন্ধ্যা, নিশা আৰু দিনত শুভদিন বিধান কৰিছা। তোমালৈ সদায় নমস্কাৰ।।৪।।

## একোনত্ৰিংশদধিকশততম সূক্ত (১২৯)

**(ঋষি—অথৰ্বা। দেৱতা—ভগ। ছন্দ—অনুষ্টুপ।)**

মই শাংশপ ভগদেৱতাৰ আৰু (আমাৰ স্তুতিৰে সন্তুষ্ট) ইন্দ্ৰদেৱতাৰ দ্বাৰা নিজক সৌভাগ্যৱান কৰিছোঁ। আমাৰ শত্ৰুবিলাকে কু-গতি লাভ কৰক।।১।। হে ওষধি, তুমি যি ভগদেৱতা আৰু তেওঁৰ শক্তিৰে ওচৰত থকা গছবোৰক চেৰ পেলাইছা, তাৰে তুমি মোক ভাগ্যৱান কৰাঁ। আমাৰ শত্ৰুবিলাকে কু-গতি পাওক।।২।। যি ভগদেৱতা অন্ধ আৰু (আগবাঢ়ি যাব নোৱাৰি) একে ঠাইতে ঘূৰি-পকি থাকে, তেওঁ গছবোৰত সোমাই আছে। তুমি তাৰে মোক ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৩।।

## ত্ৰিংশদধিকশততম সূক্ত (১৩০)
## একত্ৰিংশদধিকশততম সূক্ত (১৩১)
## আৰু দ্বাত্ৰিংশদধিকশততম সূক্ত (১৩২)

**(ঋষি—অথৰ্বা। দেৱতা—স্মৰ। ছন্দ-বৃহতী, অনুষ্টুপ।)**

ৰথেৰে যি জয় লাভ কৰে আৰু ৰথৰ দ্বাৰা যাক জয় কৰিব পাৰি, সেই অপ্সৰাগণৰহে এই কামভাব। হে দেৱতাসকল, কামক আঁতৰাই পঠোৱাঁ; সেই মানুহজন মোৰ কাৰণে অনুতপ্ত হওক।।১।। সেই মানুহজনে মোক (কাম্যভাবেৰে) স্মৰণ কৰক; মোৰ প্ৰিয়জন হৈ তেওঁ মোক স্মৰণ কৰক। হে দেৱতাসকল, ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে)।।২।। সেই মানুহজনে মোক স্মৰণ কৰিব পাৰে, মই কিন্তু তেওঁলৈ কেতিয়াও মনত নেপেলাওঁ। হে দেৱতাসকল ইত্যাদি (পূৰ্ববৎ)।।৩।। হে মৰুৎগণ, তেওঁক

উন্মাদ কৰি তোলাঁ; হে অন্তৰিক্ষ, তেওঁক উন্মাদ কৰি তোলাঁ; হে অগ্নি, তুমি তেওঁক উন্মাদ কৰি তোলাঁ। তেওঁ মোৰ বাবে অনুতপ্ত হওক।।৪।।

\+ + + +

মই তোমাৰ মূৰৰপৰা, ভৰিৰ পৰা (কামজনিত) ব্যথা দূৰ কৰিছোঁ। হে দেৱতাসকল, তোমালোকে কামভাৱ আঁতৰাই পঠোৱাঁ; সেই মানুহজন মোৰ বাবে অনুতপ্ত হওক।।১।। হে অনুমতিদেৱী, তুমি মোৰ কামভাৱ অনুমোদন কৰাঁ। হে (সংকল্পৰ অধিষ্ঠাত্ৰী) দেৱী আকূতি, তুমিও মোৰ অভিলাষ অনুমোদন কৰাঁ। হে দেৱগণ ইত্যাদি (পূৰ্ব্বৱৎ)।।২।। (হে পুৰুষ) তুমি তিনি যোজন, পাঁচ যোজন অথবা ৰথত উঠা মানুহে গৈ পোৱাৰ সমান দূৰত্বলৈ গ'লেও তাৰপৰা ঘূৰি আহাঁ আৰু মোৰ পুত্ৰসকলৰ পিতা হোৱাঁহি।।৩।।

\+ + + +

সকলো দেৱতাই (নিজ ভাৰ্যা) আধিৰে (কামপীড়াৰে) সৈতে বিৰহসন্তপ্ত যি কামক পানীৰ মাজত অভিষিঞ্চিত কৰিছে, মই বৰুণৰ ধৰ্মেৰে সেই কামক সন্তপ্ত কৰিছোঁ।।১।। বিশ্বদেৱগণে আধিৰে সৈতে ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে)।।২।। ইন্দ্ৰাণীয়ে আধিৰে সৈতে ইত্যাদি (পূৰ্ব্বৱৎ)।।৩।। ইন্দ্ৰ আৰু অগ্নিয়ে আধিৰে সৈতে ইত্যাদি (পূৰ্ব্বৱৎ)।।৪।। মিত্ৰ আৰু বৰুণে আধিৰে সৈতে ইত্যাদি (পূৰ্ব্বৱৎ)।।৫।।

## ত্ৰয়স্ত্ৰিংশদধিকশততম সূক্ত (১৩৩)

**(ঋষি—অগস্ত্য। দেৱতা—মেখলা। ছন্দ—ত্ৰিষ্টুপ, অনুষ্টুপ, জগতী।)**

যি দেৱতাই (শত্ৰুবধৰ উদ্দেশ্যে) এই মেখলা বন্ধন কৰিছিল, যি দেৱতাই নিজে বন্ধন কৰাৰ পিছত অন্যকো মেখলা বন্ধন কৰে, যি দেৱতাই (অভিচাৰ কৰ্মত) আমাক মেখলাৰ লগত যুক্ত কৰিছে, যি দেৱতাৰ শাসনত আমি চলোঁ, তেওঁ আমাৰ কৰ্মৰ সমাপ্তি ঘটাটো বাঞ্ছা কৰক আৰু আমাক মুক্ত কৰক।।১।। হে মেখলা, তুমি আহুতিৰ দ্বাৰা সংস্কাৰ-কৃত; ঋষিসকলৰ অস্ত্ৰস্বৰূপ; তুমি আমাৰ কৰ্মৰ অগ্ৰগামী হৈ শত্ৰুনাশিনী হোৱাঁ।।২।। মই মৃত্যুৰ ভৃত্য, ব্ৰহ্মচাৰী; গতিকে মই যমৰ উদ্দেশ্যে প্ৰাণীসমূহৰ মাজৰপৰা এজন মানুহ (শত্ৰু) বিচাৰিছোঁ। সেই মানুহজনক মই মন্ত্ৰৰ দ্বাৰা, তপস্যাৰ দ্বাৰা, শ্ৰমৰ দ্বাৰা এই মেখলাৰে বন্ধন কৰিম।।৩।। মেখলা শ্ৰদ্ধাৰ দুহিতা, তপস্যাত উৎপন্ন হোৱা, প্ৰাণীসমূহৰ স্ৰষ্টা ঋষিসকলৰ ভাগিনী। হে মেখলা, তুমি আমাক মতি দান কৰাঁ, জ্ঞান দিয়াঁ; আমাক ইন্দ্ৰিয়বল আৰু উদ্যমত স্থাপন কৰাঁ।।৪।। যাক পূৰ্বে প্ৰাণী-সৃষ্টিকাৰী ঋষিসকলে বন্ধন কৰিছিল, হে মেখলা, সেই হেন তুমি মোক দীৰ্ঘায়ু লাভৰ অৰ্থে আবৰি ধৰাঁ।।৫।।

## চতুস্ত্রিংশদধিকশততম (১৩৪) আৰু পঞ্চত্রিংশদধিকশততম সূক্ত (১৩৫)

**(ঋষি—শুক্র। দেৱতা—বজ্র। ছন্দ—ত্রিষ্টুপ্, গায়ত্রী, অনুষ্টুপ।)**

এই দণ্ড বজ্রৰ দৰে সত্যৰ (বা যজ্ঞৰ) সামৰ্থ্যেৰে তৃপ্ত হওক; তেওঁৰ (অৰ্থাৎ শত্ৰুৰজাৰ) ৰাজ্য আৰু প্ৰাণ নাশ কৰক; শচীপতি ইন্দ্ৰই বৃত্ৰাসুৰৰ ডিঙি ছিঙি পেলোৱাৰ দৰে এই দণ্ডই শত্ৰুৰ ডিঙি ছিঙি পেলাওক।।১।। সেই শত্ৰুৰ মাটিৰ মাজত, তলতকৈও তলত, তাতকৈও তলত সোমাই পৰক; দুনাই যেন উঠি আহিব নোৱাৰে। বজ্ৰৰ দ্বাৰা আহত হৈ শুই থাকক।।২।। হে বজ্র, তুমি আমাৰ অনিষ্টকাৰী শত্ৰুক বিচাৰি উলিওৱাঁ; যি ক্ষতি কৰিছে তাক বধ কৰাঁ। হানিকাৰক শত্ৰুৰ মূৰটো সেওঁতাতে ফালি পেলাই দিয়া।।৩।।

\+ + + +

মই খাইছোঁ যেতিয়া বল লাভ কৰিম আৰু তেতিয়া মই বজ্র ধাৰণ কৰিব পাৰিম। শচীপতি ইন্দ্ৰই বৃত্ৰৰ স্কন্ধ ছেদ কৰাৰ দৰে মই শত্ৰুৰ স্কন্ধ ছেদ কৰিম।।১।। মই যি জল পান কৰিছোঁ, তাৰ দ্বাৰা শত্ৰুৰ ৰস পান কৰিছোঁ। সমুদ্ৰই (নদীৰ পানী) পান কৰাৰ দৰে মই সৌ শত্ৰুৰ প্ৰাণ পান কৰি, তাক একেবাৰে শুহি পেলাম।।২।। মই যি বস্তু গিলিছোঁ, তাৰ দ্বাৰা শত্ৰুক গিলিছোঁ। সমুদ্ৰই (নদীৰ পানী) ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৩।।

## ষট্‌ত্রিংশদধিকশততম সূক্ত (১৩৬)
## আৰু সপ্তত্রিংশদধিকশততম সূক্ত (১৩৭)

**(ঋষি—কেশবৰ্ধনকামী বীতহব্য। দেৱতা-নিতত্নী বনস্পতি। ছন্দ—অনুষ্টুপ, বৃহতী)**

(হে কাচামাচী নামৰ ওষধি,) তুমি দেৱী, পৃথিৱীদেৱীত জন্মিছা। হে তললৈ বাঢ়ি যোৱা ওষধি, মই চুলি দৃঢ় কৰি ৰাখিবৰ কাৰণে তোমাক মানিছোঁ।।১।। হে ঔষধি, তুমি পুৰণি চুলিবোৰ দৃঢ় কৰাঁ আৰু নতুন চুলি গজাই তোলাঁ আৰু তাক বৃদ্ধি কৰা।।২।। (হে চুলি দৃঢ় কৰিব খোজা মানুহজন) তোমাৰ যি চুলি ছিগিছে অথবা সমূলে সৰি গৈছে, তোমাৰ চুলিবিলাক মই এই সৰ্বপ্ৰকাৰে চুলি সৰা নিৰাময় কৰা ওষধিলতাৰে তিয়াই দিছোঁ।।৩।।

\+ + + +

জমদগ্নিয়ে তেওঁৰ চুলি বঢ়াব খোজা কন্যাৰ অৰ্থে যি ওষধি খানিছিল, সেই ওষধি কৃষ্ণবেশ ঋষিৰ ঘৰৰ পৰা বীতহব্য ঋষিয়ে লাভ কৰিছিল।।১।। হে কেশবৰ্ধন অভিলাষী, তোমাৰ চুলি প্ৰথমতে আঙুলিৰে জুখিব লাগিব; তাৰ পিছত হাতৰ

জোখেৰে জুখিব লাগিব। তোমাৰ মূৰত ক'লা চুলি নল, খাগৰিৰ দৰে গজি উঠক।।২।। হে ওষধি, তুমি গুৰিবোৰ সুদৃঢ় কৰাঁ, আগবোৰ দীঘল কৰাঁ, মাজটো শকত কৰাঁ। তোমাৰ মূৰত ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৩।।

## অষ্টত্ৰিংশদধিকশততম সূক্ত (১৩৮)

**(ঋষি—অথৰ্ব্বা। দেৱতা—বনস্পতি। ছন্দ—অনুষ্টুপ, পংক্তি।)**

হে ওষধি, তুমি অন্য লতাবিলাকতকৈ শ্ৰেষ্ঠ, (অমোঘ শক্তিশালীৰূপে) প্ৰসিদ্ধ। তুমি আজি এই মানুহজনক নিৰ্বীৰ্য কৰাঁ, (মাইকী মানুহৰ দৰে) ওপশধাৰী কৰা।।১।। তুমি তেওঁক নিৰ্বীৰ্য কৰাঁ, ওপশধাৰী আৰু কুৰীৰধাৰী কৰা। ইন্দ্ৰই দুটা শিলেৰে তেওঁৰ দুই অণ্ডচূৰ্ণ কৰক।।২।। হে বীৰ্যৰহিত, মই তোমাক বীৰ্যশূন্য কৰিলোঁ; হে নপুংসক, মই তোমাক পুংস্ত্বহীন কৰিলোঁ; হে আসাৰ, মই তোমাক সাৰ শূন্য কৰিলোঁ। আমি এওঁৰ মূৰত কৃম্ব (নাৰীৰ অলংকাৰ) আৰু কুৰীৰ (কেশজাল) পিন্ধাই দিলোঁ।।৩।। দেৱতাৰ দ্বাৰা সৃষ্ট যি দুই বীৰ্যবাহী নলী তোমাৰ আছে, সেই অণ্ডদ্বয় শিলেৰে পিহি পেলাইছোঁ।।৪।। তিৰোতা মানুহে (কঠ আদি সাজিবলৈ যেনেকৈ শিলেৰে নল-খাগৰি চেপেটা কৰি লয়, সেইদৰে মই তোমাৰ জননাংগ চেপেটা কৰিছোঁ।।৫।।

## একোনচত্বাৰিংশদধিকশততম সূক্ত (১৩৯)

**(ঋষি—অথৰ্ব্বা। দেৱতা—বনস্পতি। ছন্দ—জগতী, অনুষ্টুপ্।)**

হে শংখপুষ্পিকা, তুমি মোৰ সৌভাগ্যকৰী হৈ জন্মিছা। তোমাৰ শতটা ঠানি ওপৰলৈ গৈছে আৰু তেত্ৰিছটা তললৈ ওলমিছে। এই সহস্ৰপৰ্ণী ঔষধিৰে মই তোমাৰ হৃদয় শুকুৱাই পেলাইছোঁ।।১।। মোক উদ্দেশ্য কৰি তোমাৰ হৃদয় শুকাই যাওক, মুখো শুকাওক। মোক কামনা কৰি তুমি সন্তপ্ত হোৱাঁ আৰু শুকান মুখেৰে মোৰ ওচৰলৈ আহাঁ।।২।। হে পীতবৰ্ণা কল্যাণকাৰী ওষধি, তুমি বশীকৰণযুক্ত আৰু বপনকাৰী হৈ সেই নাৰীক মোৰ ওচৰলৈ পঠাই দিয়াঁ। আমি দুয়োজনক এক কৰাঁ, আমাৰ হৃদয় এক কৰাঁ।।৩।। পানী নোখোৱা মানুহৰ মুখ শুকাই যোৱাৰ দৰে, হে কামিনী, মোৰ কামনাৰে তোমাৰো মুখ শুকাই যাওক। তাৰ পিছত শুকান মুখেৰে তুমি (মোৰ ওচৰলৈ) আহাঁ।।৪।। নেউলে সাপ টুকুৰা-টুকুৰ কৰি পুনৰ যোৱা লগোৱাৰ দৰে, হে বীৰ্যশালী ওষধি, কামভাৱত বিচ্ছিন্ন হোৱা মোক তুমি পুনৰ (কামিনীৰ লগত) যুক্ত কৰাঁ।।৪।।

## চত্বাৰিংশদধিকশততম সূক্ত (১৪০)

**(ঋষি—অথৰ্বা। দেৱতা—ব্ৰহ্মণস্পতি। ছন্দ—বৃহতী, ত্ৰিষ্টুপ্‌পংক্তি।)**

দুটা বাঘ যেন হৈ ওপৰ পাৰিৰপৰা তললৈ ওলাই অহা দাঁত দুটাই পিতৃ-মাতৃক ভক্ষণ কৰিব খোজে। হে মন্ত্ৰৰ অধিপতি জাতবেদা অগ্নি, তুমি সেই দাঁত দুটা মংগলকাৰ কৰা।।১।। হে দন্তদ্বয়, তোমালোকে চাউল, যৱ, মাহ আৰু তিল ভক্ষণ কৰা; তোমালোকৰ ভাগৰূপে এই বস্তুখিনি আগবঢ়াইছোঁ, তোমালোকে যেন (এই শিশুৰ) পিতৃ-মাতৃক বিনাশ নকৰা।।২।। দেৱতাৰ দ্বাৰা অনুজ্ঞাত হৈ দাঁত দুটা সুখকৰ আৰু কল্যাণপ্ৰদ হওক। হে দন্তদ্বয়, তোমালোকৰ নিষ্ঠুৰ কৰ্ম এই শিশুৰ শৰীৰৰপৰা অন্য ঠাইলৈ যাওক। তোমালোকে এওঁৰ পিতৃ-মাতৃৰ অনিষ্ট সাধন নকৰিবা।।৩।।

## একচত্বাৰিংশদধিকশততম সূক্ত (১৪১)

## আৰু

## দ্বিচত্বাৰিংশদধিক-শততম সূক্ত (১৪২)

**(ঋষি—বিশ্বামিত্ৰ। দেৱতা—অশ্বীদ্বৰ, বায়ু। ছন্দ—অনুষ্টুপ।)**

বায়ু দেৱতাই আমাৰ গৰুবিলাকক গোট খুৱাওক, ত্বষ্টাদেৱে সিহঁতৰ পুষ্টিবিধান কৰক; ইন্দ্ৰই সিহঁতৰ কথা বেছিকৈ কওক (আশীৰ্বাদ দিয়ক), সিহঁত যাতে বহুসংখ্যক হয়, ৰুদ্ৰদেৱে তাৰ বিধান কৰক।।১।। (হে গো-পালকগণ,) লোহিত বৰ্ণৰ তামৰ অস্ত্ৰেৰে গাই আৰু পোৱালীবোৰৰ কাণত নৰ-নাৰীযুগলৰ চিত্ৰ প্ৰস্তুত কৰা। অশ্বিনীকুমাৰদ্বয়ে এনেকুৱা দম্পতীৰ চিত্ৰ প্ৰস্তুত কৰক, যাৰ ফলত গৰুবোৰৰ অনেক পো-পোৱালী হয়।।২।। দেৱতা আৰু অসুৰগণে এইদৰে যি চিত্ৰ প্ৰস্তুত কৰিছিল, মানুহেও তাকে কৰিছে। হে অশ্বিনীকুমাৰদ্বৰ, গাইবোৰৰ যাতে সহস্ৰসংখ্যা বৃদ্ধি হয়, সেই উদ্দেশ্যে তেনে চিত্ৰ প্ৰস্তুত কৰা।।৬।।

\+ + + +

হে যৱ, তুমি গজালি মেলিয়েই ওখ হৈ আহাঁ আৰু বহুবিধৰ হোৱাঁ, সমস্ত পাত্ৰ পূৰ্ণ কৰি তোলাঁ। দিব্য বজ্ৰপাতে তোমাক যেন বিনাশ নকৰে।।১।। আমাৰ কথা শুনি বৈ থকা যৱৰূপী দেৱতাক যি ভূমিত আমি প্ৰাৰ্থনা কৰিছোঁ, সেই ভূমিতে হে যৱ, তুমি দ্যুলোকৰ দৰে ওপৰলৈ উৰি যোৱাঁ আৰু সমুদ্ৰৰ দৰে ক্ষয়ৰহিত হোৱাঁ।।২।। হে যৱ, তোমাৰ উৎপাদনকাৰী অক্ষয় হওক, তোমাৰ দ'মবোৰ অক্ষয় হওক। তোমাক নি ঘৰ-ভৰাওঁতাসকল ক্ষয়ৰহিত হওক, তোমাক ভোজন কৰোঁতাসকল অক্ষয় হওক।।৩।।

**।। ষষ্ঠকাণ্ড সমাপ্ত ।।**

# সপ্তম কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—ব্ৰহ্মাবৰ্চসকাম অথৰ্বা। দেৱতা—আত্মা। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

যিসকলে (প্ৰজাপতিৰ অথবা ইন্দ্ৰ আৰু অগ্নিৰ বাচক শব্দ উচ্চাৰণ কৰিব খুজি) ধ্যানৰূপ প্ৰথম শব্দব্ৰহ্মৰ দ্বাৰা প্ৰজাপতিৰূপ অৰ্থ লাভ কৰিছে, যিসকলে (ক'বলৈ ইচ্ছা কৰি) মনেৰে দ্বিতীয় শব্দব্ৰহ্মৰ দ্বাৰা সত্যৰূপ দেৱবাচক বাক্য কৈছে, সেইসকলে (উচ্চাৰণ কৰিবলৈ ইচ্ছা কৰি তৃতীয় ব্ৰহ্মাৰ দ্বাৰা অৰ্থবিশেষক (মধ্যমা নামৰ বাক্যেৰে) বৰ্ধন কৰিছে আৰু চতুৰ্থ (বৈখৰী নামৰ) শব্দব্ৰহ্মেৰে ধেনুৰ (দৰে বাঞ্ছিত ফল দান কৰা) প্ৰজাপতিৰ নাম উচ্চাৰণ কৰিছে।।১।। (পৰমাত্মাৰ প্ৰথম সৃষ্ট) সেই প্ৰজাপতিয়ে পুত্ৰৰূপে নিজৰ পিতৃ-মাতৃক (দ্যুলোক আৰু পৃথিৱীক) জানে। তেওঁ সমস্ত জগতকে কৰ্ম কৰিবলৈ প্ৰেৰণাযুক্ত কৰে। তেওঁ দ্যুলোক, অন্তৰিক্ষ আৰু স্বৰ্গলোক ব্যাপ্ত কৰিছে। তেৱেঁই এই সকলো; তেওঁ আমাক সকলো বাঞ্ছিত ফল দান কৰক।।২।।

### দ্বিতীয়সূক্ত (২)

আৰু

### তৃতীয় সূক্ত (৩)

(ঋষি—দেৱতা-ছন্দ—পূৰ্ববৎ।)

প্ৰজাগণৰ স্ৰষ্টা, দেৱগণৰ বন্ধুস্বৰূপ, (জগদাত্ম ৰূপে) মাতৃগৰ্ভসদৃশ, ৰেতঃস্বৰূপ, নিত্য তৰুণ, প্ৰজাপতিক প্ৰাৰ্থনা কৰিছোঁ। যিজনে মনেৰে সৈতে যজ্ঞ অনুসন্ধান কৰে, সেই ঋত্বিকৰূপ ব্ৰহ্মাৰ কথা আমাক ইয়াত বুজাই কওক।।১।।

এই প্ৰজাপতিয়ে সকলো যজ্ঞাদি কৰ্ম উৎপন্ন কৰি অৱস্থান কৰি আছে। সেই দীপ্যমান প্ৰজাপতি কৰ্মফল লাভৰ মহৎ উপায়স্বৰূপ। ধাৰক প্ৰজাপতিয়ে মধু সদৃশ আস্বাদযুক্ত ফলৰ সাৰভাগ ভোক্তাসকললৈ প্ৰেৰণ কৰিছে। তেওঁ বিশ্বাত্মাৰূপে সৰ্বত্ৰ ব্যাপ্ত হৈ প্ৰাণীক কৰ্মৰ প্ৰেৰণা দিছে।।১।।

## চতুর্থ সূক্ত (৪)

**(ঋষি-ছন্দ—পূর্ববৎ। দেৱতা—বায়ু।)**

সুন্দৰ ৰীতিৰে আহ্বান কৰিৱৰ যোগ্য হে বায়ুদেৱতা, (ফলদান কৰিবলৈ শীঘ্ৰে .আহিবৰ উদ্দেশ্যে) তুমি কেতিয়াবা এঘাৰটা, কেতিয়াবা বাইছটা আৰু কেতিয়াবা তেত্ৰিছটা ঘোঁৰা (ৰথত) যুৰি তুমি (আমাৰ ঘৰলৈ) আহা। তুমি ইয়াত সেই ঘোঁৰাবিলাক মুকলি কৰি দিয়াঁ।।১।।

## পঞ্চম সূক্ত (৫)

**(ঋষি—পূর্ববৎ। দেৱতা—আত্মা। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, অনুষ্টুপ্।)**

দেৱতাসকলে (অর্থাৎ কর্মৰ দ্বাৰা দেৱত্ব লাভ কৰা যজমানসকলে) পূর্বে যজ্ঞৰ দ্বাৰা যজ্ঞক যাজন কৰিছিল। সেই যজ্ঞসমূহ উৎকৃষ্ট ধর্ম আছিল। য'ত সাধ্য নামৰ দেৱগণে পূর্বৰপৰা অৱস্থান কৰি আছিল, সেই দুখৰহিত স্বৰ্গলৈ এই দেৱতাৰ ৰূপ লাভ কৰা যজমানসকল মহিমান্বিত হৈ গমন কৰিছিল।।১।। যজ্ঞৰ উদ্ভৱ হ'ল; সি বিস্তাৰ লাভ কৰিলে; (বিশেষ জ্ঞানৰ সাধনৰূপে) বৰ্ধিত হ'ল আৰু (জগৎ ৰূপত) পুনৰ বৰ্ধিত হ'ল। সেই যজ্ঞৰূপ প্ৰজাপতি দেৱগণৰ অধিপতি হ'ল। সেই যজ্ঞই আমাক সম্পদ দান কৰক।।২।। কর্মৰ দ্বাৰা দেৱত্ব লাভ কৰা যজমানসকলে অবিনাশী মন ৰূপ হৱিৰে (ইন্দ্ৰ আদি) দেৱতাসকলক যজন কৰিলে, (তেওঁলোকে লাভ কৰা) সেই পৰম দিব্যলোকত আমি আনন্দ ভোগ কৰিম; সূর্য উদয় হোৱা দেখিবলৈ পাম।।৩।। দেৱতাসকলে প্ৰথমতে পুৰুষক হৱনীয় ৰূপে লৈ যজ্ঞ বিস্তাৰ কৰিলে। এই যজ্ঞতকৈও শ্ৰেষ্ঠ বলসম্পন্ন যজ্ঞ হৈছে জ্ঞানযজ্ঞ (হৱনীয় দ্ৰব্য নোহোৱাকৈ মনেৰে কৰা যজ্ঞ)।।৪।। কার্যাকার্য বিৱেচনাশূন্য যজমানে কুকুৰেৰেও যজ্ঞ কৰে, গৰুৰ অঙ্গ-প্ৰত্যঙ্গেৰেও কৰে। যি নিজৰ মনেৰে যজ্ঞ সম্পাদন কৰে, আপোনালোকে সেইজনৰ কথা ইয়াত ক'ব পাৰে, সেইজনৰ কথা ঘোষণা কৰিব পাৰে।।৫।।

## ষষ্ঠ সূক্ত (৬)

(ঋষি—অথর্ব্বা। দেৱতা—অদিতি। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

অদিতিয়েই দ্যুলোক, অদিতিয়েই অন্তৰিক্ষ; আদিতিয়েই মাতৃ। তেৱেঁই জগতৰ পিতৃ আৰু তেৱেঁই পুত্ৰ। অদিতিয়েই সমস্ত দেৱগণ, নিষাদকে ধৰি পঞ্চ জাতি; অদিতিয়েই জাত আৰু জন্ম হ'বলগীয়া সকলোটি।।১।। সুকর্ম কৰা পুৰুষৰ মাতৃ,

সত্যৰ (অথবা যজ্ঞৰ) ৰক্ষয়িত্ৰী, বহু প্ৰকাৰৰ গতিসম্পন্ন, অবিনশ্বৰী, বিশালা, সুখদায়িনী, সুন্দৰ সুখযুক্ত, সুখেৰে কৰ্ম সম্পন্ন কৰাওঁতা অদিতিক আমি ৰক্ষা পাবৰ উদ্দেশ্যে আহ্বান কৰিছোঁ।।২।। সুন্দৰকৈ ত্ৰাণ কৰিব পৰা, বিস্তীৰ্ণ, দ্যোতমানা, নিষ্পাপ, সুন্দৰ সুখসম্পন্ন, সুখেৰে কৰ্মপ্ৰাপ্তি ঘটোৱা দেৱী অদিতিৰ নাওখনৰ নিচিনা এই নাৱত নিষ্পাপ আমি মঙ্গল লাভৰ উদ্দেশ্যে আৰোহণ কৰিছোঁ।।৩।। অন্ন উৎপত্তিৰ উদ্দেশ্যে আমি মহতী মাতৃ অদিতিক স্তুতি কৰিছোঁ। যি অদিতিৰ কোলাত বিস্তীৰ্ণ অন্তৰিক্ষ অৱস্থিত, তেওঁ আমাক তিনিটা কোঠা থকা কোঠা (ৰক্ষণসম্পন্ন স্থান) প্ৰদান কৰক।।৪।।

## সপ্তম সূক্ত (৭)

### (ঋষি—দেৱতা—পূৰ্ব্ববৎ। ছন্দ—জগতী।)

গুণেৰে মহৎ, শত্ৰুৰ দ্বাৰা অপৰাভূত, অদিতিৰ পুত্ৰ দেৱতাসকলৰ কাৰণে দিতিপুত্ৰ দৈত্যগণৰ গম্ভীৰ, দুৰ্জয় সমুদ্ৰত থকা স্থান কাঢ়ি আনিম; তেওঁলোকতকৈ (দেৱগণতকৈ) অন্য কোনো নমস্কাৰৰ যোগ্য নাই।।১।।

## অষ্টম সূক্ত (৮)

### (ঋষি—উপৰি বভ্ৰুগণ। দেৱতা—বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্।)

(হে লাভাৰ্থী পুৰুষ,) তুমি শ্ৰেষ্ঠতকৈও শ্ৰেষ্ঠতৰ সম্পদ (অথবা স্থান) লাভ কৰাঁ। বৃহস্পতি তোমাৰ আগে আগে যাওক। (হে বৃহস্পতি,) তুমি এই মানুহজনক এই বিশাল পৃথিৱীত, তেওঁ শত্ৰুবিলাকৰ পৰা পুত্ৰাদি সমন্বিতে দূৰত ৰাখাঁ।।১।।

## নৱম সূক্ত (৯)

### (ঋষি—পূৰ্ব্ববৎ। দেৱতা—পূষা। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী, অনুষ্টুপ্।)

পূষাদেৱ সকলো পথৰ ভিতৰত শ্ৰেষ্ঠ পথত প্ৰকট হয়। তেওঁ দ্যুলোকৰ শ্ৰেষ্ঠ পথত, পৃথিৱীৰ শ্ৰেষ্ঠ পথত উপস্থিত হয়। তেওঁ যজমানৰ কামৰ কথা জানি ইয়াত আৰু সৌ দূৰত থকা, দুয়োখন প্ৰিয় স্থানলৈকে (স্বৰ্গ আৰু পৃথিৱী) অহা-যোৱা কৰি থাকে।।১।। পূষাদেৱে এই সকলো দিশ ঠিকমতে জানে। তেওঁ আমাক ভয়ৰহিত স্থানলৈ লৈ যাওক। আমাৰ কথা জানি কল্যাণকাৰী, তেজোমণ্ডিত, বলৱান, সমস্ত বীৰপুৰুষ সমন্বিত পূষাদেৱ প্ৰমাদহীন হৈ ইয়ালৈ আহক।।২।। হে পূষা, তোমাৰ

যাগৰূপ কৰ্মত প্ৰবৃত্ত থকা আমি যেন কেতিয়াও অনিষ্ট প্ৰাপ্ত নহওঁ; আমি ইয়াত তোমাৰ স্তুতি কৰিম।।৩।। (আমাক ধন দান কৰিবলৈ) পূষাই যেন তেওঁৰ সৌ-হাতখন মেলি থাকে। আমি যেন হেৰোৱা (গৰু-গাই আদি) সম্পদ ঘূৰাই পাওঁ আৰু হেৰোৱা সম্পদ যেন ভোগ কৰিবলৈ পাওঁ।।৪।।

## দশম সূক্ত (১০)
## আৰু
## একাদশ সূক্ত (১১)

(ঋষি—শৌনক। দেৱতা—সৰস্বতী। ছন্দ—ত্ৰিষ্টুপ্।)

হে সৰস্বতী, তোমাৰ যি স্তন শিশুৰ পোষক, সুখদায়ক, সকলোৰে কাম্য আৰু কল্যাণপ্ৰদ, সকলো বৰণীয় ধনৰ পোষক, সেই স্তন এই (জন্মগৃহীত) বালকক পান কৰিবলৈ দিয়াঁ।।১।।

\+ + + +

হে (পৰ্জন্য) দেৱ, বিস্তৃত গৰ্জনকাৰী, বিশ্বব্যাপী, পতাকাৰ দৰে চালিত আৰু জগৎ বিভূষিত কৰা বিজুলী, তাৰে যেন আমাৰ শস্য নাশ নকৰা আৰু সূৰ্যৰ কিৰণেৰে আমাৰ শস্যবিলাক যেন শুকুৱাই নিদিয়া।।১।।

## দ্বাদশ সূক্ত (১২)

(ঋষি—শৌনক। দেৱতা—সভা, সমিতি আদি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

প্ৰজাপতিৰ কন্যা সদৃশ সভা আৰু সমিতিয়ে একমত হৈ মোক ৰক্ষা কৰক। যাৰ সৈতে মই একেলগ হ'ম, তেওঁ যেন মোক উচিত পৰামৰ্শ দিয়ে। হে পিতৃতুল্য সভাসদসকল। মই যাতে সভাত সদুত্তৰ দিব পাৰোঁ, আপোনালোকে মোক সেই ধৰণে অনুগ্ৰহ কৰক।।১।। হে সভা, মই তোমাৰ নাম জানো। তোমাৰ প্ৰসিদ্ধ নাম হৈছে 'নৰিষ্টা' (সভাত বহুলোকে দাঙি ধৰা অভিমত একোটা কোনেও লংঘন কৰিব নোৱাৰে।) সভাসদসকলে মোৰ অনুকূল বাক্য কওক।।২।। সভাত স্থিত প্ৰতিবাদীসকলৰ তেজ আৰু বিজ্ঞান মই হৰণ কৰিছোঁ। হে (বাক্যৰ অনুশাসক) ইন্দ্ৰ, এই সভাত তুমি মোক জয়ী কৰাঁ।।৩।। (হে সভাসদবৰ্গ,) আপোনালোকৰ যি মন এই বিষয়ৰপৰা আঁতৰি গৈছে, অথবা ইয়াতে আৱদ্ধ আছে, সেই মন মোৰ অভিমুখী কৰিছোঁ। আপোনালোকৰ মন মোৰ অনুকূল হওক।।৪।।

## ত্ৰয়োদশ সূক্ত (১৩)

(ঋষি—শক্র তেজ হৰণকামী অথৰ্ব্বা। দেৱতা—সূৰ্য। ছন্দ—অনুষ্টুপ্।)

উদীয়মান সূৰ্যই যেনেকৈ নক্ষত্ৰসমূহৰ তেজ হৰণ কৰে, সেইদৰে মই বিদ্বেষাপন্ন স্ত্ৰী-পুৰুষৰ তেজ হৰণ কৰিছোঁ।।১।। উদীয়মান সূৰ্যই শুই থকা মানুহৰ তেজ হৰণ কৰাৰ দৰে ময়ো যি শত্ৰুৱে যুদ্ধলৈ যোৱাৰ সময়ত মোলৈ বিদ্বেষভাৱেৰে চাইছে, তেওঁলোকৰ তেজ হৰণ কৰিছোঁ।।২।।

# দ্বিতীয় অনুৱাক

## চতুৰ্দশ সূক্ত (১৪)

(ঋষি—অথৰ্ব্বা। দেৱতা—সবিতা। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, জগতী।)

দ্যাৱাপৃথিবীৰ প্ৰেৰক, মেধাৱীসকলৰ নিচিনা কৰ্মযুক্ত, সত্যনিষ্ঠ, ৰমণীয় ধন ধাৰণকাৰী, সকলোৰে প্ৰিয় আৰু ধ্যানৰ যোগ্য সবিতাদেৱক মই স্তুতি কৰিছোঁ।।১।। যি সবিতাৰ ব্যাপনশীল শ্ৰেষ্ঠ দীপ্তিয়ে বিশ্ব উদ্ভাসিত কৰিছে, যাৰ অনুমতি পাই সুকৰ্মকাৰী ব্ৰহ্মাই হিৰণ্যপাণিৰূপে স্বৰ্গপ্ৰদ সোম গ্ৰহণ কৰিছে (আমি তেওঁক স্তৱ কৰিছোঁ)।।২।। হে সবিতাদেৱ, তুমি এই মুখ্য পালনকৰ্তা যজমানৰ শাৰীৰিক পুষ্টি আৰু পুত্ৰাদিৰ সমৃদ্ধি বিধান কৰাঁ। হে দেৱ, তুমি আমাৰ উদ্দেশ্যে বৰণীয় ফল আৰু প্ৰতিদিনে প্ৰচুৰ পশুধন প্ৰেৰণ কৰাঁ।।৩।। উদাৰ, বৰণীয় সবিতাদেৱে আমাক ৰমণীয় ধন, বল আৰু পিতৃসকলৰ পৰা আয়ুস প্ৰদান কৰি এই অভিষুত সোম পান কৰক; সোম পান কৰি তেওঁ যজ্ঞত হৰ্ষান্বিত হওক; ব্যাপনশীল সেই সোম তেওঁৰ উদৰত স্থিত হওক।।৪।।

## পঞ্চদশ সূক্ত (১৫) আৰু ষোড়শ সূক্ত (১৬)

(ঋষি—ভৃগু। দেৱতা—সবিতা। ছন্দ—ত্ৰিষ্টুপ্।)

হে সবিতা, মই তোমাৰ সত্য প্ৰেৰণা, সুচিত্ৰ আৰু সকলোৰে বৰণীয় অনুগ্ৰহ বুদ্ধি প্ৰাৰ্থনা কৰিছোঁ। মহান্ কণ্ব ঋষিয়ে সৌভাগ্যৰ অৰ্থে সবিতাৰ সহস্ৰধাৰাযুক্ত, প্ৰবৃদ্ধ অনুগ্ৰহ-বুদ্ধি দোহন কৰিছিল।।১।।

হে বৃহস্পতি আৰু সৱিতা, (সূৰ্যোদয় পৰ্যন্ত শুই থকা ব্ৰহ্মচাৰীৰ অথবা যজমানৰ দোষ মাৰ্জনা কৰি) এওঁৰ বৃদ্ধি সাধন কৰাঁ; মহৎ সৌভাগ্যৰ অৰ্থে এওঁক উদ্বুদ্ধ কৰাঁ; তীক্ষ্ণৰপৰা তীক্ষ্ণতৰ কৰাঁ। সমস্ত দেৱগণে এওঁক অনুমোদন কৰক।।১।।

## সপ্তদশ সূক্ত (১৭)

(ঋষি—ভৃগু। দেৱতা—ধাতা-আদি মন্ত্ৰত উল্লিখিতসকল।
ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

(বিশ্বৰ ধাৰক) ধাতাই আমাক ধন দান কৰক। সকলো উদ্দেশ্যে সাধন কৰাত সমৰ্থ, জগতৰ পালক সেই ধাতাই আমাক পৰিপূৰ্ণ ধনৰ লগত যুক্ত কৰক।।১।। ধাতাই হৱি প্ৰদানকাৰী মোক অক্ষয় জীৱন-শক্তি প্ৰদান কৰক। আমি সমগ্ৰ ধনৰ স্বামী ধাতাৰ উত্তম অনুগ্ৰহ বুদ্ধি ধ্যান কৰিছোঁ।।২।। ধাতাই পুত্ৰকামী হৱি প্ৰদানকাৰী যজমানক সকলো বাঞ্ছিত ফল দান কৰক। সমস্ত দেৱতা আৰু অদিতি পৰস্পৰে প্ৰীতিযুক্ত হৈ এওঁক অমৃতদান কৰক।।৩।। সকলোৰে স্ৰষ্টা, মংগলকাৰী, সকলোৰে প্ৰেৰক সৱিতাই আমাৰ এই হৱি গ্ৰহণ কৰক। প্ৰজাপতি, আমাৰ ধনৰত্নৰ অধিপতি অগ্নি, ত্বষ্টা, আৰু বিষ্ণুৱে আমাৰ হৱি গ্ৰহণ কৰক আৰু পুত্ৰাদি সমন্বিতে যজমানক বাঞ্ছিত ধন দান কৰক।।৪।।

## অষ্টাদশ সূক্ত (১৮)

(ঋষি—অথৰ্বা। দেৱতা—পৃথিৱী, পৰ্জন্য। ছন্দ-উষ্ণিক, ত্ৰিষ্টুপ্।)

হে পৃথিৱী, পৰ্জন্যই তোমাৰ ওপৰত প্ৰচুৰ বৃষ্টিপাত কৰিব। তেতিয়া তুমি দৃঢ় হৈ থাকিবা। হে পৰ্জন্য, তুমি এই দিব্য মেঘ বিদীৰ্ণ কৰাঁ, আকাশৰ পৰা আমালৈ, বৃষ্টি প্ৰদানত সমৰ্থ তুমি মেঘৰূপ পানীৰ মোণাৰ মুখ মুকলি কৰি দিয়াঁ।।১।। (এই যজমানক) গ্ৰীষ্মই তাপিত নকৰে,হিমে কষ্ট নিদিয়ে, পৃথিৱীয়ে জীৱনদায়িনী হৈ বৰ্ষণৰ দ্বাৰা এওঁক তৃপ্ত কৰে। য'ত সোমদেৱ (পূজিত হয় ), তাত সদায় কল্যাণ হয়।।২।।

## উনবিংশ সূক্ত (১৯)

(ঋষি—ব্ৰহ্মা। দেৱতা-প্ৰজাপতি, ধাতা। ছন্দ—জগতী।)

প্ৰজাপতিয়ে প্ৰজা সৃষ্টি কৰক, ধাতাই সুন্দৰ মনেৰে সেই প্ৰজাক পোষণ কৰক। প্ৰজাগণ পৰস্পৰে একমত আৰু একে কাৰণবিশিষ্ট হওক। পুষ্টিৰ দেৱতাই মোক পুষ্টিবিধান কৰক।।১।।

## বিংশ সূক্ত (২০)

(ঋষি—অথৰ্বা। দেৱতা—অনুমতি। ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ, জগতী।)

(সকলো কৰ্মৰে অনুমতিদাত্ৰী, পূৰ্ণিমাৰ অধিষ্ঠাত্ৰী দেৱী) অনুমতিয়ে আজি আমাৰ যজ্ঞ দেৱতাসকললৈ অনুমোদিত কৰক। অগ্নিয়ে মোৰ হৱি (দেৱতাসকললৈ) বহন কৰি নিয়ক।।১।। হে অনুমতি, তুমি অনুমোদন কৰাঁ; আমাৰ কল্যাণ সাধন কৰাঁ; আহুতি দিয়া হৱি গ্ৰহণ কৰা; হে দেৱী, আমাক সন্তান দান কৰাঁ।।২।। অনুমতি দিয়া দেৱতাই আমাক পুত্ৰাদি সম্পন্ন অক্ষয় ধন-সম্পদ অনুমোদন কৰক। আমি যেন তেওঁৰ ক্ৰোধৰ বিষয় নহওঁ; আমি যেন তেওঁৰ অনুগ্ৰহ বুদ্ধিত থাকোঁ।।৩।। হে অনুমতি, তুমি যজমানক ধন আদি লাভ কৰোৱা। সকলোৰে বাঞ্ছিত, শোভন ফলদায়ক তোমাৰ যি 'অনুমতি' নাম প্ৰসিদ্ধ, তাৰ দ্বাৰা তুমি আমাৰ যজ্ঞ পূৰ্ণ কৰাঁ। সকলোৰে বৰণীয়, সৌভাগ্যশালিনী হে অনুমতিদেৱী, তুমি আমাক ধন আৰু সু-সন্তান দান কৰাঁ।।৪।। হে অনুমতি দেৱী, আমাৰ এই সু-সম্পন্ন যজ্ঞলৈ সু-ক্ষেত্ৰ আৰু সু-পুত্ৰাদি দান কৰিবৰ উদ্দেশ্যে তুমি আগমণ কৰাঁ। অনুমতিৰ অনুগ্ৰহ বুদ্ধি কল্যাণপ্ৰদা। দেৱগণৰ ৰক্ষয়িত্ৰী তেওঁ আমাৰ যজ্ঞ ৰক্ষা কৰক।।৫।। অনুমতিদেৱী চৰ-অচৰ সমস্ত জগততে বিদ্যমান। হে অনুমতি দেৱী, আমি যেন তোমাৰ সদিচ্ছাত বৰ্তি থাকোঁ; তুমি আমাক অনুমোদন কৰাঁ।।৬।।

## একবিংশ সূক্ত (২১)

(ঋষি—ব্ৰহ্মা। দেৱতা—আত্মা। ছন্দ—জগতী।)

হে বন্ধুসকল, তোমালোকে একেলগে দ্যুলোকৰ পতি সূৰ্যক মন্ত্ৰেৰে স্তুতি কৰাঁ। তেওঁ প্ৰাণীগণৰ মুখ্য স্বামী আৰু অতিথিৰ দৰে পূজনীয়। সেই প্ৰাচীন সূৰ্যই পিতৃৰূপে এই নতুন পুৰুষক অনুগ্ৰহ কৰক। এক সূৰ্যকে বহু ৰূপত সৎকৰ্মৰ পন্থাসমূহে অনুবৰ্তন কৰিছে।।১।।

## দ্বাবিংশ সূক্ত (২২)

(ঋষি—ব্ৰহ্মা। দেৱতা—লিঙ্গোক্তসকল (ব্ৰধ্ন)। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্।)

আমি সহস্ৰ বছৰ ধৰি এই সূৰ্যক যেন দেখিবলৈ পাওঁ। ক্ৰান্তদৰ্শীসকলৰ মাননীয়, প্ৰকাশৰূপ, সৎকৰ্ম আৰু কৰ্মফলৰ সংযোজক এই সূৰ্যই দিনসমূহ প্ৰেৰণ কৰি থাকক। পাপহাৰক, সমান জ্ঞানযুক্ত, অতিশয় দীপ্তিমান দিনসমূহ আমালৈ প্ৰেৰণ কৰক।।১-২।।

# তৃতীয় অনুৱাক

## ত্ৰয়োবিংশ সূক্ত (২৩)

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—অনুষ্টুপ্।)

(এই মন্ত্ৰৰ অনুবাদ ৪/১৭/৫ৰ সৈতে একে।।১।।

## চতুৰ্ব্বিংশ সূক্ত (২৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—সবিতা। ছন্দ—ত্ৰিষ্টুপ্।)

ইন্দ্ৰ, অগ্নি, বিশ্বদেৱগণ আৰু তেজস্বী মৰুৎগণে যি ফল আমাক প্ৰদান কৰে, সবিতা, সত্যধৰ্মা প্ৰজাপতি আৰু অনুমতি দেৱীয়ে আমাক সেই ফল দান কৰক।।১।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—মেধাতিথি। দেৱতা—বিষ্ণু। ছন্দ—ত্ৰিষ্টুপ্, গায়ত্ৰী, শক্বৰী।)

যি দুজনৰ বলত পৃথিৱী আদি স্থানসমূহ দৃঢ়ভাবে ৰৈ আছে, যি দুজন পৰাক্ৰমৰ দ্বাৰা অতিশয় বীৰ আৰু বলশালী, যি দুজনে অপ্ৰতিহত গতিৰে প্ৰভুত্ব লাভ কৰিছে, সেই বিষ্ণু আৰু বৰুণদেৱতাৰ উদ্দেশ্যে প্ৰথম আহুতি যাওক।।১।। যি দুজনৰ আদেশত এই জগৎ বিশেষভাবে প্ৰকাশ পাইছে, প্ৰাণ ধাৰণ কৰি আছে, নিজ নিজ কৰ্তব্য দেখি আছে; যাৰ বল আৰু কৰ্মৰ দ্বাৰা এই জগৎ প্ৰকাশিত হৈছিল আৰু ভৱিষ্যতেও হ'ব, সেই বিষ্ণু আৰু বৰুণৰ উদ্দেশ্যে প্ৰথম হবি প্ৰদত্ত হওক।।২।।

## ষড়্‌বিংশ সূক্ত (২৬)

(ঋষি, দেৱতা, ছন্দ—পূৰ্ববৎ।)

মই বিষ্ণুৰ বীৰকৰ্মৰ কথা সঠিককৈ বৰ্ণনা কৰোঁ — যিজনে পৃথিৱী আদি লোকসমূহ (অথবা পাৰ্থিৱ অগ্নি, বিদ্যুত আৰু সূৰ্যৰূপ তিনিবিধ অগ্নি) নিৰ্মাণ কৰিছে, যি (পৃথিৱী, অন্তৰিক্ষ আৰু দ্যুলোকত) তিনিপাদ বিক্ষেপ কৰি স্বৰ্গলোকক ধাৰণ কৰিছে, (সেই বিষ্ণুৰ কথা কৈছোঁ)।।১।। যি মহান্ বিষ্ণুৰ পৰাক্ৰম প্ৰশংসা কৰা হৈছে, যিজন সিংহৰ দৰে ভয়ংকৰ, ভূমিত আৰু পৰ্বতত বিচৰণকাৰী, সেই বিষ্ণু দূৰ ঠাইৰপৰা ইয়ালৈ আহক। যাৰ বিস্তৃত পদক্ষেপত সমস্ত প্ৰাণী অৱস্থিত, সেইহেন হে বিষ্ণু, তুমি আমাৰ বাসৰ অৰ্থে ব্যাপকভাৱে পাদ বিক্ষেপ কৰাঁ, (প্ৰভূত ধন-সম্পদ) বিস্তাৰ কৰাঁ। হে ঘৃতযোনি (অগ্নিৰূপ) বিষ্ণু, তুমি আমি প্ৰদান কৰা ঘৃত

পান কৰাঁ আৰু যজমানৰ বৃদ্ধি সাধন কৰাঁ।।২-৩।। বিষ্ণুৱে এই জগৎ পৰিক্ৰম কৰিছিল, তিনি খোজ দিছিল, তেওঁৰ ধূলিযুক্ত পাদত তিনিলোক স্থিত।।৪।। ৰক্ষক, অপৰাভূত বিষ্ণুৱে এই ভূলোকৰপৰা আৰম্ভ কৰি ধৰ্মসমূহ ধাৰণ কৰি তিনি খোজ দিছিল।।৫।। (হে উপাসকগণ,) সেই বিষ্ণুৰ কৰ্মসমূহ চোৱাঁ, তাত তোমালোকৰ কৰ্মসমূহ যুক্ত হৈ আছে। তেওঁ ইন্দ্ৰৰ যোগ্য সখা।।৬।। জ্ঞানীসকলে দ্যুলোকত চকুৰ (সূৰ্যমণ্ডলৰ) দৰে ব্যাপ্ত বিস্তৃত হৈ থকা বিষ্ণুৰ পৰম পদ সদায় প্ৰত্যক্ষ কৰে।।৭।। হে বিষ্ণু, দ্যুলোক, পৃথিৱীলোক আৰু বিস্তৃত অন্তৰিক্ষৰপৰা সংগৃহীত বহুবিধ সম্পদেৰে তোমাৰ দুয়োখনি হাত পূৰ্ণ কৰাঁ আৰু সোঁ-বাওঁ দুয়োখনি হাতেৰে সেই ধন আমাক প্ৰদান কৰাঁ।।৮।।

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—মেধাতিথি। দেৱতা—ইড়া। ছন্দ—ত্ৰিষ্টুপ্।)

যি ইড়াৰ পদত দেৱতাক কামনা কৰা যজমানসকলে নিজকে পবিত্ৰ কৰে, যি ইড়াই আমাৰ যজ্ঞকৰ্ম ফলপ্ৰদ কৰে, সেই ধেনুৰূপা, ঘৃতদা, ফলদান-সমৰ্থা, সোম পৃষ্ঠা, বিশ্বদেৱাত্মিকা, ইড়াই আমাৰ যজ্ঞ বিস্তাৰিত কৰক।।১।।

## অষ্টাবিংশ সূক্ত (২৮)

(ঋষি–ছন্দ—পূৰ্ববৎ। দেৱতা—বেদা)

দৰ্ভৰ মুঠি আমাৰ কাৰণে কল্যাণকৰ হওক; মুদ্গৰ কল্যাণকৰ হওক; কুঠাৰ, বেদি, দাত্ৰ (দা) আদি কল্যাণকৰ হওক। হবি সম্পাদনকাৰী মোৰ যাগৰ কামত অহা, যজ্ঞ কামনা কৰা দেৱতাত্মক (দা-কুঠাৰ আদি) সামগ্ৰীসমূহে যজ্ঞৰ সেৱা কৰক।।১।।

## ঊনত্ৰিংশ সূক্ত (২৯)

(ঋষি—ছন্দ—পূৰ্ববৎ। দেৱতা—অগ্নি, বিষ্ণু।)

হে অগ্নি আৰু বিষ্ণু, তোমালোকৰ মহান্ মহত্ত্ব এয়ে যে তোমালোকে (জুহু নামৰ পাত্ৰৰূপ গুহাত থকা) গোপনীয় ঘৃত পান কৰা। তোমালোকে যজমানৰ ঘৰত (গৰু, ঘোৰাঁ আদি সাতবিধ পশুৰূপ) সপ্তৰত্ন ধাৰণ কৰা। তোমালোকৰ জিভাই ঘৃত গ্ৰহণ কৰক।।১।। হে অগ্নি-বিষ্ণু, তোমালোকৰ মহৎ ধাম (অথবা তেজঃ) সকলোৰে প্ৰিয়। তোমালোকে ঘৃতৰ গুহ্য স্বৰূপ ভক্ষণ কৰা। তোমালোকে যজমানৰ ঘৰে ঘৰে সু-স্তুতিৰ দ্বাৰা বৃদ্ধিলাভ কৰা। তোমালোকৰ জিভাই ঘৃত উপভোগ কৰক।।২।।

## ত্ৰিংশ সূক্ত (৩০)

(ঋষি-ভৃগু-অঙ্গিৰা। দেৱতা—দ্যাৱাপৃথিৱী, মিত্ৰ, ব্ৰহ্মণস্পতি। ছন্দ—বৃহতী।)

দ্যাৱাপৃথিৱীয়ে মোৰ দুচকুত অঞ্জন সানক; সূৰ্যই অঞ্জন সানক; ব্ৰহ্মণস্পতিয়ে অঞ্জন সানক; সৱিতাই অঞ্জন সানক।।১।।

## একত্ৰিংশ সূক্ত (৩১)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—ইন্দ্ৰ। ছন্দ-ত্ৰিষ্টুপ্।)

হে ইন্দ্ৰ, বহু প্ৰকাৰৰ ৰক্ষাৰ দ্বাৰা আজি তুমি আমাক সুৰক্ষিত কৰাঁ। হে মঘৱান, বীৰশ্ৰেষ্ঠ ইন্দ্ৰ, শ্ৰেষ্ঠ ব্ৰক্ষাৰ দ্বাৰা তুমি আমাক আনন্দিত কৰাঁ। যিবিলাকে আমাক দ্বেষ কৰে, সিবিলাক অধোমুখে পতিত হওক; আমি যাক দ্বেষ কৰোঁ, সিবিলাকে প্ৰাণত্যাগ কৰক।।১।।

## দ্বাত্ৰিংশ সূক্ত (৩২)

(ঋষি—ব্ৰহ্মা। দেৱতা—আয়ু। ছন্দ—অনুষ্টুপ্।)

সকলোৰে প্ৰিয়, স্তুতিৰ যোগ্য, যুৱক, আহুতিৰ দ্বাৰা বৃদ্ধি লাভ কৰা অগ্নিক হৱিৰূপ অন্নৰ দ্বাৰা (অথবা নমস্কাৰৰ দ্বাৰা) আমি অৰ্চনা কৰিম। সেই অগ্নিয়ে মোক (উপনয়নৰ বালকক) দীৰ্ঘায়ু কৰক।।১।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

(ঋষি—ব্ৰহ্মা। দেৱতা—মৰুৎসকল, পূষা, বৃহস্পতি। ছন্দ—পংক্তি।)

মৰুৎগণ, পূষা, বৃহস্পতি আৰু অগ্নিয়ে অমোক পুত্ৰাদি আৰু ধনেৰে সমৃদ্ধ কৰক; মোক দীৰ্ঘায়ু প্ৰদান কৰক।।১।।

## চতুস্ত্ৰিংশ সূক্ত (৩৪) পঞ্চত্ৰিংশ সূক্ত (৩৫)

(ঋষি—অথৰ্ৱা। দেৱতা—জাতৱেদা। ছন্দ—জগতী, ত্ৰিষ্টুপ, অনুষ্টুপ্।)

হে অগ্নি, তুমি মোৰ জাত শত্ৰুবিলাকক দূৰলৈ খেদি দিয়াঁ। হে জাতৱেদা, তুমি মোৰ অজাত শত্ৰুবিলাকক বিনাশ কৰাঁ। মোৰ লগত যিবিলাকে যুদ্ধ কৰিব খোজে, সিবিলাকক ভৰিৰ তললৈ পেলাই দিয়াঁ। তোমাৰ কাৰণে আমি অদিতিৰ কৃপাত পাপৰহিত হ'ম।।১।। + + +

হে জাতবেদা অগ্নি, আমাৰ বিৰোধ কৰা শত্ৰুবিলাকক তুমি শীঘ্ৰে পৰাভূত কৰাঁ; অজাত শত্ৰুবিলাকক বিনষ্ট কৰাঁ। আমাৰ এই ৰাষ্ট্ৰ সৌভাগ্যেৰে পৰিপূৰ্ণ কৰাঁ। সকলো দেৱতাই এই (শত্ৰুহনন) কাৰ্য অনুমোদন কৰক।।১।। (হে নাৰী,) তোমাৰ যি শতসংখ্যক নাড়ী আৰু সহস্ৰ সংখ্যক ধমনি আছে, (গৰ্ভধাৰণ কৰিব নোৱৰাকৈ) সিহঁতৰ মুখবোৰ শিলেৰে বন্ধ কৰি দিছোঁ।।২।। (হে বিদ্বেষকাৰী স্ত্ৰী,) তোমাৰ গৰ্ভাশয়ৰ স্থান যোনিদেশৰ তল কৰি দিছোঁ, যাতে তোমাৰ সন্তান নহয় আৰু নোপজে। মই তোমাক নিঃসন্তান অশ্বতৰীৰ নিচিনা কৰি দিছোঁ আৰু তোমাৰ গৰ্ভধাৰণৰ স্থান মই শিলেৰে ঢাকি দিছোঁ।।৩।।

## ষট্‌ত্ৰিংশ সূক্ত (৩৬)

(ঋষি—অথৰ্বা। দেৱতা—অক্ষি, মন। ছন্দ—অনুষ্টুপ্।)

হে পত্নী, তোমাৰ আৰু মোৰ চকুকেইটি মধু সদৃশ হওক; আমাৰ দুয়োৰে চকুৰ আগভাগ অঞ্জনলিপ্ত হওক। মোক তোমাৰ হৃদয়ত ধাৰণ কৰাঁ; আমাৰ দুয়োৰে মন একে হওক।।১।।

## সপ্তত্ৰিংশ সূক্ত (৩৭)

(ঋষি, ছন্দ—পূৰ্ববৎ। দেৱতা—বস্ত্ৰ।)

হে পতি, তোমাক মোৰ মন্ত্ৰপূত বস্ত্ৰেৰে বান্ধি পেলাইছোঁ, যাতে তুমি কেৱল মোৰহে হোৱাঁ; অন্য নাৰীৰ নাম যেন মুখলৈকে নানা।।১।।

## অষ্টাত্ৰিংশ সূক্ত (৩৮)

(ঋষি—অথৰ্বা। দেৱতা—আসুৰী বনস্পতি। ছন্দ-অনুষ্টুপ্, উষ্ণিক।)

মই এই (সৌৱৰ্চল নামৰ) ওষধি খানিছোঁ, যি ওষধি পতিৰ বশীকাৰক, অন্য নাৰীৰ সংসৰ্গ-বাধক, পৰাঙ্মুখ হোৱা পতিৰ নিবৃত্তকাৰক আৰু মোৰ ওচৰলৈ ঘূৰি অহা পতিৰ আনন্দবৰ্ধক।।১।। আসুৰী মায়াই (অথবা শচীয়ে) যি ওষধিৰ দ্বাৰা অন্য দেৱতাক বাদ দি ইন্দ্ৰক বশীভূত কৰিছিল, হে পতি, সেই ওষধিৰে ময়ো তোমাক বশ কৰিছোঁ, যাতে মই তোমাৰ অতি প্ৰিয় হওঁ।।২।। হে (শঙ্খপুষ্প নামৰ ওষধি, সোমক বশ কৰিবলৈ সমুখলৈ যোৱা, সূৰ্যক বশ কৰিবলৈ সমুখলৈ যোৱা, সমস্ত দেৱতাকে বশ কৰিবলৈ সমুখলৈ যোৱা। এই হেন তোমাক মই (পতিক বশ কৰিবৰ

উদ্দেশ্যে) প্ৰাৰ্থনা কৰিছোঁ।।৩।। হে পতি, (যেতিয়া তুমি মোৰ কাষলৈ আহিবা, তেতিয়া) মই হে কেৱল কথা ক'ম, তুমি নহয়। তুমি বিদ্বানৰ সভাত ইচ্ছামতে কথা ক'বাগৈ। হে পতি, তুমি কেবল মোৰহে; তুমি অন্য কাৰো নামকে নল'বা।।৪।। যদি তুমি মোৰ চকুৰ আঁতৰত থাকা অথবা নদীয়ে তোমাক মোৰপৰা পৃথক কৰি থয়, তেতিয়া যেন এই ওষধিয়ে তোমাক বান্ধি লৈ মোৰ ওচৰলৈ লৈ আহে।।৫।।

# চতুৰ্থ অনুৱাক

## উনচত্বাৰিংশ সূক্ত (৩৯)

(ঋষি—প্ৰস্কণ্ব। দেৱতা—মন্ত্ৰত উল্লিখিতসকল। ছন্দ-ত্ৰিষ্টুপ্।)

দিব্য, সুপৰ্ণ, জলযুক্ত, জলৰ বৃদ্ধিকাৰক, ওষধিৰ গৰ্ভৰূপ, বৃষ্টিকামী, প্ৰাণীসমূহক বৃষ্টিৰ দ্বাৰা তৃপ্তিপ্ৰদানকাৰী, ধনযুক্তস্থানত অৱস্থিত সৰস্বান[36] দেৱতাক (ইন্দ্ৰই) আমাৰ গোষ্ঠত স্থাপন কৰক।।১।।

## চত্বাৰিংশ সূক্ত (৪০)

(ঋষি, ছন্দ—পূৰ্ব্বৱৎ। দেৱতা—সৰস্বান্।)

যাৰ কৰ্ম্ম সমস্ত পশুগণে অনুগমন কৰে, যাৰ কৰ্মত জলসমূহ পৰস্পৰ মিলিত হয়, যাৰ কৰ্মত পুষ্টিপতি নিৱিষ্ট হৈছে, সেই সৰস্বান, দেৱতাক ৰক্ষাৰ অৰ্থে স্তুতি কৰিছোঁ।।১।। (হৱিপ্ৰদানকাৰীৰ) সমুখলৈ অহা, যজমানৰ ইষ্টফলদাতা, পুষ্টিপতি, ধনৰ স্থানত অৱস্থান কৰা, ধনৰ পোষক, অন্নদান কৰিবলৈ ইচ্ছুক, ধনৰ নিবাস স্থান সৰস্বান্ দেৱতাক আহ্বান কৰিছোঁ।।২।।

## একচত্বাৰিংশ সূক্ত (৪১)

(ঋষি—প্ৰস্কণ্ব। দেৱতা-শ্যেন। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

মানুহৰ সকলো কৰ্মৰ সাক্ষী, দ্যুলোকত দ্ৰষ্টব্য, প্ৰশংসনীয় গতিৰ সূৰ্যই মৰুদেশ অতিক্ৰম কৰি জল বৰ্ষণ কৰক। (দ্যুলোকৰ) নিম্নলোক অতিক্ৰম কৰি সখিয়েক ইন্দ্ৰৰ সৈতে কল্যাণকৰ হে সূৰ্য (নতুনকৈ ঘৰ সজা) এই ঠাইলৈ আহক।।১।। মানুহৰ সকলো কামৰ দ্ৰষ্টা, সুপৰ্ণ, সহস্ৰ কিৰণযুক্ত, অপৰিমিত কাৰ্যৰ কাৰণৰূপ, অন্নদাতা সূৰ্যই আমাক সংস্থাপিত কৰক। আমাৰ হৃত ধন পিতৃ পুৰুষসকলৰ উদ্দেশ্যে স্বধাৰূপে অৰ্পিত হওক।।২।।

## দ্বিচত্বাৰিংশ সূক্ত (৪২)

(ঋষি—প্রস্কণ্ব। দেৱতা—সোম-ৰুদ্র। ছন্দ—ত্রিষ্টুপ্।)

হে সোম আৰু ৰুদ্র, আমাৰ শৰীৰত যি ৰোগ বিয়পি পৰিছে, তোমালোকে তাক নাশ কৰাঁ। (ৰোগৰ কাৰণৰূপ) নিৰ্ঋতিক আঁতৰাই পঠোৱাঁ। আমাক পাপৰপৰা মুক্ত কৰাঁ।।১।। হে সোম আৰু ৰুদ্র, তোমালোকে আমাৰ শৰীৰত সকলো ৰোগনিবাৰক ঔষধ স্থাপন কৰাঁ; আমাৰ শৰীৰত যি পাপ লিপ্ত হৈ আছে, সেইবিলাক আমাৰ পৰা আঁতৰ কৰি বিনষ্ট কৰাঁ।।২।।

## ত্রিচত্বাৰিংশ সূক্ত (৪৩)

(ঋষি, ছন্দ—পূৰ্ব্বৱৎ। দেৱতা—বাক্।)

(হে অকাৰণতে নিন্দিত মানুহজন,) তোমাৰ কাৰণে প্রশংসাৰূপ এটি বাক্য আৰু নিন্দাৰূপ এটি বাক্য আছে। তুমি প্রসন্ন মনেৰে দুয়োটাকে গ্রহণ কৰাঁ। (এই দুয়োবিধ বাক্যৰে পৰা, পশ্যন্তী, মধ্যমা, এই) তিনিটা ৰূপ বক্তাজনৰ ভিতৰত থাকে। গতিকে তাৰ এটা ভাগহে (বৈখৰী ৰূপত) শব্দৰূপে (নিন্দিতজনত) পতিত হয় (বাকী তিনিওটা ভাগ নিন্দুকজনৰ ভাগতে থাকে)।।১।।

## চতুশ্চত্বাৰিংশ সূক্ত (৪৪)

(ঋষি, ছন্দ পূৰ্ব্বৱৎ। দেৱতা-ইন্দ্র, বিষ্ণু।)

হে ইন্দ্র আৰু বিষ্ণু, তোমালোক দুজনে সদায় জয় লাভ কৰা, কেতিয়াও পৰাজিত নোহোৱা। তোমালোকে (অসুৰবিলাকৰ লগত) যি বস্তুৰ কাৰণে (লোক, বেদ আৰু বাণী) যুদ্ধ কৰা, সি তিনিটা ৰূপত থাকিলেও অপৰিমিত ৰূপত পৰিণত হয়।।১।।

## পঞ্চচত্বাৰিংশ সূক্ত (৪৫)

(ঋষি—প্রস্কণ্ব। দেৱতা—ঈৰ্য্যাপনয়ন। ছন্দ-অনুষ্টুপ্।)

(হে সক্তু মন্থন নামৰ ওষধি,) বিশ্বজনৰ হিতকৰ জনপদৰপৰা, সমুদ্রৰপৰা আৰু দূৰ দেশৰপৰা আহৰণ কৰা তোমাক ঈৰ্ষানিবাৰক ওষধি বুলি জানো।।১।। (হে ঈৰ্ষানিবাৰক ওষধ,) এই ঈৰ্ষাপৰায়ণ জ্বলি থকা জুইৰ দৰে, বনজুইৰ দৰে এই ঈৰ্ষাপৰায়ণ মানুহজনৰ ঈৰ্ষা তুমি পানীয়ে জুই শান্ত কৰাৰ নিচিনাকৈ শান্ত কৰাঁ।।২।।

## ষট্‌চত্বাৰিংশ সূক্ত (৪৬)

(ঋষি—অথৰ্বা। দেৱতা—সিনীবালী। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

বহুজনে স্তুতি কৰা হে সিনীবালী (অমাবস্যাৰ অধিষ্ঠাত্ৰী), তুমি দেৱতাসকলৰ ভগিনী। তুমি আমাৰ হৱি গ্ৰহণ কৰাঁ আৰু আমাক সন্তান-সন্ততি দান কৰাঁ।।১।। সুন্দৰ বাহুযুক্ত, সুন্দৰ আঙুলী থকা, সুপ্ৰসৱিনী, বহু প্ৰজাৰ জন্মদাত্ৰী, প্ৰজাপালনকাৰিণী সিনীবালীৰ উদ্দেশ্যে হৱি প্ৰদান কৰাঁ।।২।। প্ৰজাপালকাৰিণী, ইন্দ্ৰৰ প্ৰতি গমনকাৰিণী, বহুজনে স্তুতি কৰা, (ফলদান কৰিবলৈ) সমুখলৈ অহা দেৱী, ব্যাপনশীল ইন্দ্ৰৰ পত্নী, হে সিনীবালী, আমি তোমালৈ হৱি প্ৰদান কৰিছোঁ। হে দেৱী, তুমি (তুষ্ট হৈ) তোমাৰ পতি ইন্দ্ৰক আমাক ধন দিবৰ উদ্দেশ্যে প্ৰেৰিত কৰাঁ।।৩।।

## সপ্তচত্বাৰিংশ সূক্ত (৪৭)

(ঋষি—অথৰ্বা। দেৱতা—কুহূ। ছন্দ-জগতী। ত্ৰিষ্টুপ্।)

সুকৰ্ম সাধন কৰা, কৰ্মজ্ঞ, সুন্দৰভাৱে আহ্বায়িত, কুহূ (অমাবস্যা) দেৱীক এই যজ্ঞত মই সুন্দৰকৈ আহ্বান কৰিছোঁ। তেওঁ মোক বৰণীয় ধন আৰু পৰাক্ৰমী তথা প্ৰশংসনীয় পুত্ৰ প্ৰদান কৰক।।১।। কুহূদেৱী সমস্ত প্ৰাণীৰ (দেৱতাসকলৰ?) আৰু অমৃতৰ পালনকাৰিণী। আহ্বানযোগ্যা সেই দেৱীয়ে আমাৰ হৱি গ্ৰহণ কৰক। তেওঁ আমাৰ যজ্ঞ কামনা কৰি আজি আমাৰ আহ্বান শুনক আৰু আমাৰ ধন পোষণ কৰক।।২।।

## অষ্টচত্বাৰিংশ সূক্ত (৪৮)

(ঋষি—অথৰ্বা। দেৱতা—ৰাকা। ছন্দ—জগতী।)

সু-আহ্বানৰ যোগ্য ৰাকাদেৱীক (পূৰ্ণিমা) সু-স্তুতিৰ দ্বাৰা আহ্বান কৰিছোঁ। সেই সুভগা দেৱীয়ে আমাৰ আহ্বান শুনক। আমাৰ অভিপ্ৰায় জানি তেওঁ নিছিগা বেজীৰ (নিচিনা নাড়ীৰ) দ্বাৰা প্ৰজননৰূপ কৰ্মৰ বিস্তাৰ কৰক আৰু আমাক শতপ্ৰকাৰৰ যোগ্যতা থকা প্ৰশংসাৰ যোগ্য দান কৰক।।১।। হে ৰাকাদেৱী, তোমাৰ যি সুমতি আৰু সুৰূপ আছে, যাৰ যোগেদি তুমি হৱি প্ৰদানকাৰীক ধন দান কৰা, সেই সু-মনৰ সৈতে তুমি আজি আমাক বহু ধন দিবলৈ ইয়ালৈ আহাঁ।।২।।

## ঊনপঞ্চাশ সূক্ত (৪৯)

(ঋষি—অথৰ্বা। দেৱতা—দেৱপত্নীগণ। ছন্দ—জগতী, পংক্তি।)

দেৱপত্নীগণে নিজ ইচ্ছাৰে আমাক ৰক্ষা কৰক; আমাক সন্তান আৰু ধন দান

কৰিবলৈ তেওঁলোক আমাৰ ওচৰলৈ আহক। যিসকল দেৱপত্নী পৃথিৱী আৰু অন্তৰিক্ষ লোকত থাকে, সু-আহ্বানযুক্তা সেইসকলে আমাক সুখ দান কৰক।।১।। দেৱপত্নীগণে আমাৰ হৱি গ্ৰহণ কৰক। ইন্দ্ৰাণী, অগ্নায়ী, অশ্বীদ্বয়ৰ পত্নী, ৰুদ্ৰাণী, বৰুণানী— এইসকলে আমাৰ আহ্বান শুনক আৰু পত্নীসকলৰ যি ঋতু, সেই সময়ত তেওঁলোকে আমাৰ হৱি গ্ৰহণ কৰক।।২।।

## পঞ্চাশ সূক্ত (৫০)

(ঋষি—কিতববধকামী অঙ্গিৰা। দেৱতা—ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, জগতী।)

বজ্ৰপাতে যেনেকৈ প্ৰতিদিনে তুলনাহীন ভাৱে গছ ভস্ম কৰে, সেইদৰে মই আজি প্ৰতিপক্ষহীন হৈ অক্ষৰ দ্বাৰা জুৱাৰীবিলাকক পৰাস্ত কৰিম।।১।। ত্বৰমান (লৰালৰিকৈ পাশাৰ গুটি পেলোৱা), অত্বৰমাণ (ভাবি চিন্তি লাহে ধীৰে গুটি পেলোৱা), অবৰ্জনীয় (হাৰিলেও জিকিলেও খেল এৰি নোযোৱা),— এই আটাইবিলাক ধৰণৰ জুৱাৰীৰ (জয়লাভৰ) ভাগ্য মোলৈ আহক। 'কৃত' * নামৰ 'অয়' মোৰ হাতত থাকক।।২।। স্তোতাসকলক ধন দান কৰা অগ্নিক মই নমস্কাৰপূৰ্বক স্তুতি কৰিছোঁ। তেওঁ মোক কৃত (নামৰ অয়) প্ৰদান কৰক। ৰথৰ দ্বাৰা অন্ন অনাৰ দৰে অক্ষৰ দ্বাৰা মই প্ৰতিপক্ষৰ ধন আনিম। মৰুৎগণৰ স্তোত্ৰ আৰু প্ৰদক্ষিণ মই সমৃদ্ধ কৰিম।।৩।। হে ইন্দ্ৰ, তোমাৰ সহায়ত আমি প্ৰতিপক্ষক জয় কৰিম। প্ৰত্যেকখন (জুৱাখেলৰূপী) যুদ্ধত তুমি আমাক জয়ী কৰা। তুমি আমাৰ কাৰণে (জয়লাভৰ) আহল-বহল সুগম পথ নিৰ্মাণ কৰা। হে মঘৱন, তুমি আমাৰ শত্ৰুবিলাকৰ বীৰ্য ব্যাহত কৰা।।৪।। (হে প্ৰতিপক্ষৰ খেলুৱৈ,) চিহ্নিত কৰিলেও তোমাক মই জয় কৰিম, নকৰিলেও তোমাক মই জয় কৰিম। কুকুৰনেছীয়াই যেনেকৈ ভেৰা মথি ছিন্ন-ভিন্ন কৰে, ময়ো তেনেকৈ তোমাৰ 'কৃত' নাশ কৰিম।।৫।। অতিশয় জুৱাখেলা মানুহে অক্ষৰ দ্বাৰা প্ৰতিপক্ষক জয় কৰে। পৰস্বহৰণকাৰী জুৱাৰীয়ে খেলাৰ সময়ত লাভৰ উদ্দেশ্যে 'কৃত' নামৰ অয় হাত কৰিবলৈ বিচাৰি ফুৰে। দেৱতাৰ ভক্ত যিসকলে (জুৱাৰ ধন দেৱতাৰ উদ্দেশ্যে ব্যয় কৰে, কিন্তু) অপচয় নকৰে, ইন্দ্ৰই তেওঁক ধন-বলেৰে সমৃদ্ধ কৰে।।৬।। (হে ইন্দ্ৰ,) আমি যৱ আদিৰে ভোক গুচাম, দৰিদ্ৰতা জনিত দুৰ্বুদ্ধিৰপৰা পশুৰ দ্বাৰা ৰক্ষা পাম। হে বহুজনৰ দ্বাৰা স্তুতিকৃত ইন্দ্ৰ, খেলুৱৈসকলৰ মাজত থকা প্ৰধান ধনসমূহ আমি অক্ষশলাৰ দ্বাৰা জয় কৰিম।।৭।। মোৰ সোঁ-হাতত 'কৃত' নামৰ অয় আৰু বাওঁহাতত 'জয়'

* পাশা খেলত এক দুইকৈ পাঁচোটা সংখ্যাক 'অয়" বুলি কয়; তাৰ ভিতৰত চতুৰ্থ সংখ্যাটোৰ নাম 'কৃত'; 'কৃত' লাভ কৰিব পাৰিলে জয় নিশ্চিত হয়।

সোমাই পাছে। তাৰ দ্বাৰা মই গৰু, ঘোঁৰা, ধন, ৰত্ন জয় কৰি আনিম।।৮।। হে অক্ষসমূহ, গাখীৰবতী গাইৰ দৰে মোৰ দ্যূতক্রীড়া সফল কৰাঁ, 'কৃত'ৰ ধাৰাৰ দ্বাৰা মোক এনে ধৰণে যুক্ত কৰাঁ, যেনেকৈ ধনুত স্নায়ুনির্মিত গুণ লগোৱা হয়।।৯।।

## একপঞ্চাশ সূক্ত (৫১)

(ঋষি—অঙ্গিৰা। দেৱতা—ইন্দ্র, বৃহস্পতি। ছন্দ-ত্রিষ্টুপ্।)

বৃহস্পতিয়ে আমাক তল, ওপৰ, পিছফালৰপৰা সকলো প্রকাৰে ৰক্ষা কৰক। ইন্দ্রই পূবদিশ আৰু মধ্যস্থানৰ পৰা ৰক্ষা কৰক। আমাৰ সখা ইন্দ্রই তেওঁৰ সখা স্তোতাসকলক প্রভূত ধন দিয়ক।।১।।

# পঞ্চম অনুবাক

## দ্বিপঞ্চাশ সূক্ত (৫২)

(ঋষি—অথৰ্ব্বা। দেৱতা—সাংমনস্য, অশ্বীদ্বয়। ছন্দ—জগতী।)

নিজৰ মানুহৰ সৈতে আমি একমত হওঁ; সেইদৰে প্রতিকূল মানুহৰ লগতো একে মনৰ হওঁ। হে অশ্বিনীকুমাৰদ্বয়, তোমালোক দুজনে আমাৰ মাজত এই বিষয়ত ঐক্য স্থাপন কৰাঁ।।১।। আমি (নিজৰ লোকৰ সকলো মানুহৰ লগতে) মনেৰে, জ্ঞানেৰে মিলিজুলি থাকিম আৰু দেৱতাসকলৰ লগত প্রতিকূল ভাব মনত নাৰাখোঁ। আমাৰ মাজত যেন কুটিলতাজনিত মন বেয়া কৰা শব্দ উচ্চাৰিত নহয়। দিন আহি আছে, ইন্দ্রৰ বজ্র সদৃশ কঠোৰ শব্দ (বাণৰ নিচিনাকৈ) আমাৰ কাণত নপৰে যেন।।২।।

## ত্রিপঞ্চাশ সূক্ত (৫৩)

(ঋষি—ব্রহ্মা। দেৱতা—আয়ু, বৃহস্পতি, অশ্বীদ্বয়। ছন্দ-ত্রিষ্টুপ্, পংক্তি, অনুষ্টুপ্।)

হে বৃহস্পতি, তুমি পৰলোকত যমৰ অভিশাপৰপৰা (এই বালকক) মুক্ত কৰিছা। হে অগ্নি, তোমাৰ কৃপাত দেৱতাসকলৰ বৈদ্য অশ্বিনীকুমাৰ দুজনে আমাৰ মৃত্যুৰ কাৰণ প্রতিহত কৰক।।১।। হে প্রাণ-অপান বায়ু, তোমালোক (এই আয়ুস কামনা কৰা ব্যক্তিৰ শৰীৰত) সঞ্চাৰিত হোৱাঁ, তেওঁৰ শৰীৰ এৰি নাযাবা। তোমালোক তাত একত্রে নিবাস কৰি থাকাঁ। (হে আয়ুষ্কাম পুৰুষ,) তুমি শতবছৰ জীয়াই থাকাঁ। (হবি প্রভৃতিৰ দ্বাৰা) বর্ধিত অগ্নি তোমাৰ ৰক্ষক, পালক আৰু ধনদাতা হৈ থাকক।।২।। তোমাৰ যি আয়ুস

মৃত্যুৱে নি অন্য ঠাইত ৰাখিছে, প্ৰাণ-অপান বায়ুৱে তাক পুনৰ ঘূৰাই আনক। অগ্নিয়ে নিৰ্ঋতিৰ কবলৰপৰা নি আয়ুস ঘূৰাই আনিছে, মই (মন্ত্ৰৰ দ্বাৰা) তাক পুনৰ তোমাৰ শৰীৰত স্থাপন কৰিছোঁ।।৩।। এই আয়ুষ্কাম ব্যক্তিক যেন প্ৰাণে ত্যাগ নকৰে, এওঁক ত্যাগ কৰি যেন অপান অন্য ঠাইলৈ নাযায়। ৰক্ষাৰ উদ্দেশ্যে এওঁক মই সপ্ত ঋষিক দান কৰিছোঁ; তেওঁলোকে এওঁক বৃদ্ধকাল পৰ্যন্ত সুখেৰে ৰাখক।।৪।। গাড়ী টনা দুটা বলধ যেনেকৈ গোহালিত সোমায়হি, হে প্ৰাণ-অপান, সেইদৰে তোমালোক এওঁৰ শৰীৰত সোমোৱাঁ। এওঁ ইহলোকত মৃত্যুৰ বাধা নোহোৱাকৈ সমৃদ্ধ হৈ জৰাকাল পৰ্যন্ত বাস কৰি থাকক।।৫।। (হে আয়ুষ্কাম,) তোমাক আমি প্ৰাণযুক্ত কৰিছোঁ, তোমাৰ যক্ষ্মা দূৰ কৰিছোঁ। বৰেণ্য অগ্নিদেৱতাই তোমাক সকলো ফালৰপৰাই আয়ুস দান কৰক।।৬।। দুখৰহিত শ্ৰেষ্ঠ স্বৰ্গলোকলৈ গৈ অন্ধকাৰ অতিক্ৰম কৰিম। দেৱতাসকলৰ ভিতৰত উত্তম জ্যোতিৰূপ সূৰ্যৰ ওচৰত উপস্থিত হ'ম।।৭।।

## চতুঃপঞ্চাশ সূক্ত (৫৪)

(ঋষি—ব্ৰহ্মা, ভৃগু। দেৱতা—ঋক্-সাম; ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্।)

যাৰ দ্বাৰা যজ্ঞকৰ্ম কৰে, সেই ঋক্ আৰু সামবেদক আমি অৰ্চনা কৰোঁ। এই ঋক্ আৰু সাম সদস্ নামৰ মণ্ডপত বিৰাজিত হৈ থাকে। এওঁলোকে যজ্ঞ দেৱতাসকল সমীপত উপনীত কৰে।।২।। মই ঋক্‌বেদক হৱি, সামবেদ ওজঃ আৰু যজুৰ্বেদক বল সম্পৰ্কত প্ৰশ্ন কৰিছোঁ। হে শচীপতি ইন্দ্ৰ, মই এইদৰে বেদ অধ্যয়ন কৰিছোঁ; গতিকে মোক হিংসা নকৰিবা (অৰ্থাৎ অধ্যাপনাজনিত দোষৰ ভাগী নকৰিবা)।।২।।

## পঞ্চপঞ্চাশ সূক্ত (৫৫)

(ঋষি—ভৃগু। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক্।)

(হে ইন্দ্ৰ,) স্বৰ্গলোকৰ তলত তোমাৰ যি পথ আছে, সেইবিলাকৰ দ্বাৰা তুমি প্ৰাণীসমূহক কামত লগোৱাঁ। হে বসু, সেই পথসমূহেৰে তুমি আমাক সুখ দান কৰাঁ।।১।।

## ষট্‌পঞ্চাশ সূক্ত (৫৬)

(ঋষি—অথৰ্বা। দেৱতা—বৃশ্চিক আদি কীটসমূহ; বনস্পতিগণ, ব্ৰহ্মণস্পতি।
ছন্দ—অনুষ্টুপ্, পংক্তি।)

বেঁকা আঁচ থকা আৰু ক'লা বৰণীয়া সাপৰ, পৃদাকু নামৰ সাপৰ আৰু কংকপৰ্বা নামৰ দংশনকাৰীৰ বিষ এই (মধুক নামৰ) ওষধিয়ে নাশ কৰক।।১।। এই ওষধি

মধুৰপৰা উৎপন্ন, ধাৰেৰে মধু বোৱাই থকা আৰু মধুময়ী। এই ওষধিয়ে কুটিল বিষৰ প্ৰতিকাৰ সাধে আৰু মহ মাৰে।।২।। যি ঠাইত সাপ আদিয়ে দংশন কৰিছে অথবা (ৰক্ত) পান কৰিছে, হে দংশনকৃত মানুহজন, তোমাৰ সেই অংগৰপৰা আমি বিষ বাহিৰ কৰিছোঁ। মুখ, ফান আৰু ঠেঙেৰে দংশন কৰা অলপীয়া সামৰ্থ্যৰ মহবোৰৰ বিষ আমি অসাব কৰিছোঁ।।৩।। সৰ্প আদিয়ে দংশন কৰা এই মানুহজনে বিবশ হৈ বেঁকা অংগ-প্ৰত্যঙ্গেৰে ঢিলা-সোলোকা গাৰ জোৰাবোৰেৰে সৈতে মুখ বিকটাই কষ্ট প্ৰকাশ কৰিছে। হে ব্ৰহ্মণস্পতি, গুণ নলগোৱা ধনুৰ দৰে এই মানুহজনক তুমি পোন কৰাঁ।।৪।। শক্তিহীন, তলমুৱা, ওচৰলৈ অহা এই শৰ্কোট নামৰ সাপৰ বিষ মই খণ্ডন কৰিছোঁ। এই সাপ আৰু তাৰ বিষ মই বিনষ্ট কৰিছোঁ।।৫।। (হে বৃশ্চিক,) তোমাৰ বাহুত (লোকক কষ্ট দিব পৰা) বল নাই, মূৰতো নাই, মাজভাগতো নাই। তথাপি পাপ বুদ্ধিৰ কাৰণে তুমি নেগুৰত অলপ বিষ বহন কৰিছানো কিয়।।৬।। হে সৰ্প, তোমাক পৰুৱাই খায়, ম'ৰা চৰায়ে খণ্ড বিখণ্ড কৰে। (হে সৰ্পবিষ হৰণ কৰোঁতাসকল,) তোমালোকে ভালকৈ কোৱাঁ যে— শৰ্কোটসাপৰ বিষ প্ৰভাৱহীন হৈছে।।৭।। হে বৃশ্চিক, তুমি মুখ আৰু নেগুৰ, দুয়োটাৰে প্ৰহাৰ কৰাঁ; কিন্তু তোমাৰ মুখত বিষ নাই, নেগুৰতহে অকণমান আছে।।৮।।

## সপ্তপঞ্চাশ সূক্ত (৫৭)

(ঋষি—বামদেৱ। দেৱতা—সৰস্বতী।[37] ছন্দ—জগতী।)

দাতাৰ ওচৰলৈ বস্তু বিচাৰি গৈ (নোপোৱাৰ বাবে অথবা দাতাৰ তিৰস্কাৰ লাভ কৰি) মোৰ যি অংগ ব্যাকুল হৈ পৰিছে, প্ৰত্যেক মানুহৰ ওচৰলৈ যোৱাৰ কাৰণে (বাঞ্ছিত লাভ কৰিব নোৱাৰি) মোৰ যি অঙ্গ বিকল হৈছে, সৰস্বতী দেৱীয়ে সেই অঙ্গ সুস্থ কৰক আৰু ঘৃতেৰে পূৰ্ণ কৰক।।১।। মৰুৎযুক্ত জলৰ পুত্ৰৰূপ বৰুণৰ উদ্দেশ্যে সপ্তনদী প্ৰৱাহিত হৈছে। দেৱতাৰূপ পিতৃৰ উদ্দেশ্যে মনুষ্যৰূপ পুত্ৰগণে হবিঃপ্ৰদানাদি কৰ্ম কৰিছে। উভয় লোকতে (দেৱতা আৰু মনুষ্যগণ) বিৰাজ কৰি আছে, উভয়লোকে পৰস্পৰে উভয়ৰ কাৰণে যত্ন কৰিছে, উভয়লোকে উভয়ক পোষণ কৰিছে।।২।।

## অষ্টপঞ্চাশওম সূক্ত (৫৮)

(ঋষি—কৌৰুপথি। দেৱতা—ইন্দ্ৰ-বৰুণ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে অভিষুত সোমপায়ী, কৰ্ম ধাৰণকাৰী ইন্দ্ৰ আৰু বৰুণ, এই অভিষুত

প্ৰীতিদায়ক সোম পান কৰাঁ। তোমালোকৰ (শত্ৰুৰ) হিংসাৰহিত ৰথে সোমপান কৰিবৰ উদ্দেশ্যে দেৱতাকামী যজমানৰ ঘৰলৈ তোমালোকক লৈ আহুক।।১।। হে বাঞ্ছিত ফল বৰ্ষণকাৰী ইন্দ্ৰ আৰু বৰুণ, তোমালোকে বাঞ্ছিত মধুৰতম সোম পান কৰাঁ। তোমালোকৰ কাৰণে অন্নৰূপ এই সোমপান পৰিৱেশন কৰা হৈছে। এই কুশাসনত বহি তোমালোকে সোমপান কৰি তৃপ্তি লাভ কৰাঁ।।২।।

## উনষষ্ঠিতম সূক্ত (৫৯)

(ঋষি—বাদৰায়ণি। দেৱতা—অবিনাশন। ছন্দ—অনুষ্টুপ্।)

যি শাও নিদিয়াকৈ আমাক শাও দিয়ে, যি শাও দিয়া আমাক শাও দিয়ে, সেইসকল বজ্ৰাহত বৃক্ষৰ দৰে সমূলে বিনষ্ট হওক।।১।।

# ষষ্ঠ অনুৱাক

## ষষ্ঠিতম সূক্ত (৬০)

(ঋষি—ব্ৰহ্মা। দেৱতা-গৃহসমূহ, বাস্তোস্পতি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

অন্ন আৰু ধন লৈ সু-মেধাসম্পন্ন হৈ স্নিগ্ধ মৈত্ৰী ভাৱাপন্ন চকুৰে চাই চাই সুন্দৰ মনেৰে স্তৱ কৰি কৰি মই ঘৰলৈ আহিছোঁ। হে গৃহসমূহ, তোমালোক আনন্দিত হোৱাঁ; মোলৈ ভয় নকৰিবা।।১।। সুখকৰ, অন্ন-ৰসযুক্ত, ক্ষীৰ আদিৰে সমৃদ্ধ, ৰমণীয় ধনেৰে পূৰ্ণ এই ঘৰবিলাকে (প্ৰবাসৰ পৰা) ঘূৰি আহা আমাক চিনি পাওক।।২।। প্ৰবাসত থাকোঁতে যিখন ঘৰৰ কথা মনত পৰে, যিখন ঘৰত মন জুৰ পৰা অনেক বস্তু থাকে, সেইখন ঘৰ আহি পাবলৈ আমি প্ৰাৰ্থনা কৰোঁ। সেই ঘৰখনে আমাক চিনি পাওক।।৩।। হে গৃহসমূহ, আমাৰ দ্বাৰা প্ৰাৰ্থিত হৈ তোমালোক বহু ধনযুক্ত হোৱাঁ; আমাৰ মিত্ৰ হৈ তোমালোক মধুৰ বস্তুৰে ভৰি থাকাঁ। তোমালোকৰ ভিতৰত থকা কোনোৱেই যেন ভোকাতুৰ, তৃষ্ণাতুৰ হ'বলগীয়া নহয়। আমালৈ ভয় নকৰিবা।।৪।। এই গৃহত গাইসমূহ, ভেড়া আৰু ছাগলীসমূহ প্ৰাৰ্থিত হওক; অন্নৰ সাৰভাগ প্ৰাৰ্থিত হওক।।৫।। হে গৃহসমূহ, তোমালোক প্ৰিয় আৰু সত্য বাক্যযুক্ত হোৱাঁ; সৌভাগ্যপ্ৰদ, অন্নসমৃদ্ধ আৰু হাঁহি ধেমালিৰে সন্তোষপূৰ্ণ হোৱাঁ। তোমালোকৰ ভিতৰত থকা ইত্যাদি (৪ মন্ত্ৰৰ দৰে)।।৬।। এই ঠাইত তোমালোক সুখেৰে থাকাঁ আমাৰ লগতে নাহিবা, আমাৰ পুত্ৰ আদিক পোষণ কৰাঁ। মঙ্গলময় ধন লৈ মই আকৌ আহিম। মোৰ দ্বাৰা তোমালোক বহুলভাবে সমৃদ্ধ হ'বা।।৭।।

## একষষ্ঠিতম সূক্ত (৬১)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি। ছন্দ—অনুষ্টুপ্।)

হে অগ্নি, (সমিধ আদি আহৰণৰূপ) কৰ্ম আমি তোমাৰ ওচৰত সম্পন্ন কৰিম। এইদৰে তোমাৰ ওচৰত তপস্যা আচৰণ কৰি আমি বেদ আদি শাস্ত্ৰৰ প্ৰিয় হ'ম আৰু সুমেধাসম্পন্ন তথা দীৰ্ঘায়ু হ'ম।।১।। হে অগ্নি, আমি শৰীৰ শোষণৰ ব্ৰত পালন কৰি তোমাৰ ওচৰত এইদৰে তপস্যা আচৰণ কৰিম। সেই তপস্যাৰ দ্বাৰা অধ্যয়ন কৰা বেদ আদি শ্ৰৱণ কৰিম। তাৰ দ্বাৰা আমি সুমেধাসম্পন্ন আৰু আয়ুষ্মান হ'ম।।২।।

## দ্বিষষ্ঠিতম সূক্ত (৬২) আৰু ত্ৰিষষ্ঠিতম সূক্ত (৬৩)

(ঋষি-মৰীচিকাশ্যপ। দেৱতা—অগ্নি, জাতৱেদা। ছন্দ -জগতী)

সৎসকলৰ পালক, প্ৰবৃদ্ধ বলসম্পন্ন, (ঋত্বিকগণৰ দ্বাৰা) সমুখত স্থাপিত এই (গাৰ্হপত্য) অগ্নিয়ে ৰথীয়ে পদাতিক জয় কৰাৰ দৰে প্ৰজাগণক জয় কৰে। পৃথিৱীৰ নাভিস্বৰূপ বেদিত স্থাপিত এই অগ্নিয়ে অতিশয় দীপ্তিমান হৈ, আমাৰ লগত যুদ্ধ কৰিবলৈ অহা শত্ৰুবিলাকক আমাৰ পদতলত স্থাপন কৰক।।১।।

যুদ্ধজয়ী, পৰাভিভৱকাৰী, উৎকৃষ্ট দ্যুলোকত বাস কৰা অগ্নিক আমি উকৃথ্যৰ (এই নামৰ স্তুতিবিশেষৰ) দ্বাৰা আহ্বান কৰিছোঁ। সেই অগ্নিয়ে আমাক বিপত্তিতাৰণ কৰাওক আৰু আমাৰ সমস্ত পাপ দগ্ধ কৰক।।১।।

## চতুঃষষ্ঠিতম সূক্ত (৬৪)

(ঋষি—যম। দেৱতা—জলসমূহ, অগ্নি। ছন্দ—অনুষ্টুপ্, বৃহতী।)

ক'লা চৰাইটোৱে (কাউৰী) আকাশৰ পৰা পৰি মোৰ অঙ্গত আঘাত কৰিছে। সেই সমস্ত পাপৰপৰা মোক এই অভিমন্ত্ৰিত জলে ৰক্ষা কৰক।।১।। হে নিৰ্ঋতিদেৱতা, এই কাউৰীটোৱে মোক তোমাৰ মুখেৰে আঘাত কৰিছে। গাৰ্হপত্য অগ্নিয়ে মোক সেই (আঘাতজনিত) পাপৰ পৰা ৰক্ষা কৰক।।২।।

## পঞ্চষষ্ঠিতম সূক্ত (৬৫)

(ঋষি—শুক্ৰ। দেৱতা-অপামাৰ্গ। ছন্দ-অনুষ্টুপ্।)

হে অপামাৰ্গ (নামৰ ওষধি), তুমি প্ৰত্যঙ্‌মুখফল হৈ উৎপন্ন হৈছা। গতিকে তুমি মোক শাপজনিত দোষৰপৰা মুক্ত কৰাঁ।।১।। যি বেয়া কাম, যি মলিন অথবা যি কাম পাপ প্ৰবৃত্তিৰ কাৰণে সম্পন্ন কৰিছোঁ, হে সকলো ফালে ঠাল-ঠেঙুলি মেলি

থকা অপামাৰ্গ, তুমি মোৰ সেই সকলো পাপ দূৰ কৰাঁ।।২।। ক'লা দতুৰা, কুৎসিত নখৰ মানুহৰ লগত অথবা ব্যাধিগ্ৰস্ত লোকৰ লগত আমি যি (ভোজন আদি) কৰ্ম কৰিলোঁ, হে অপামাৰ্গ, তোমাৰ দ্বাৰা আমি সেই সমস্ত পাপ দূৰ কৰিম।।৩।।

## ষট্‌ষষ্ঠিতম সূক্ত (৬৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—ব্ৰাহ্মণ। ছন্দ—ত্ৰিষ্টুপ্।)

যদি আকাশ মেঘাচ্ছন্ন হৈ থাকোঁতে, যদি ধুমুহা বলি থাকোঁতে, যদি গছৰ তলত অথবা শস্যৰ ওচৰত নাইবা পশুৱে শুনি থকা ঠাইত বেদৰ মন্ত্ৰ উচ্চাৰণ কৰা হৈছে (সেই দোষ মাৰ্জনা কৰি) বেদমন্ত্ৰ পুনৰ আমাৰ ওচৰলৈ আহক।।১।।

## সপ্তষষ্ঠিতম সূক্ত (৬৭)

(ঋষি—ব্ৰহ্মা। দেৱতা—আত্মা। ছন্দ—বৃহতী।)

মোক ইন্দ্ৰিয়সমূহে পুনৰ লাগ দিয়ক, আত্মা, ধন, মন্ত্ৰ-ব্ৰাহ্মণাত্মক বেদ মোৰ ওচৰলৈ পুনৰ ঘূৰি আহক। হৱন-বেদিসমূহত যথাস্থানত পুনৰ অগ্নি প্ৰজলিত হওক।।১।।

## অষ্টষষ্ঠিতম সূক্ত (৬৮)

(ঋষি—শন্তাতি। দেৱতা—সৰস্বতী। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ, গায়ত্ৰী।)

হে সৰস্বতী দেৱী, তুমি তোমাৰ (যাগাদি) কৰ্মসমূহত, দিব্য ধামসমূহত আহুত হৱি উপভোগ কৰাঁ। হে দেৱী, তুমি আমাক সন্তান-সন্ততি প্ৰদান কৰাঁ।।১।। হে সৰস্বতী, এয়া তোমাৰ উদ্দেশ্যে আহুত ঘৃতযুক্ত হৱি; এয়া পিতৃগণৰ উদ্দেশ্যে আহুত হৱি, এয়া তোমাৰ উদ্দেশ্যে প্ৰদান কৰা মঙ্গলময় হৱি —এই সমস্ত হৱিৰ দ্বাৰা আমি যেন মধুময় অন্নেৰে সমৃদ্ধ হওঁ।।২।। হে সৰস্বতী, সৰ্বসুখৰূপা তুমি আমাৰ (ৰোগ) শমনকাৰী আৰু সুখপ্ৰদা হোৱাঁ। আমি যেন তোমাৰ যথাৰ্থ ৰূপ দৰ্শনৰ পৰা বঞ্চিত নহওঁ।।৩।।

## ঊনসপ্ততিতম সূক্ত (৬৯)

(ঋষি—শন্তাতি। দেৱতা—সুখ। ছন্দ—পংক্তি।)

বায়ু আমাৰ কাৰণে সুখকৰ হৈ প্ৰবাহিত হওক; সূৰ্যই আমাৰ সুখকৰ হৈ তাপ দিয়ক; দিনসমূহ আমাৰ কাৰণে সুখকৰ হওক; ৰাতিসমূহ সুখকৰ হৈ প্ৰতিষ্ঠিত হওক; আমাৰ কাৰণে সুখকৰ হৈ উষাই কিৰণ বিস্তাৰ কৰক।।১।।

## সপ্ততিতম সূক্ত (৭০)

(ঋষি—অথৰ্বা। দেৱতা—শ্যেন আদি মন্ত্ৰত উল্লিখিত সকল। ছন্দ—ত্ৰিষ্টুপ্, জগতী, অনুষ্টুপ্।)

সৌ শত্ৰুৱে মনেৰে (আমাক হনন কৰিবলৈ) যি কামৰ কথা ভাবি আছে, যি কৰ্মৰ কথা বাক্যেৰে প্ৰকাশ কৰিছে, অভিচাৰ যাগৰ দ্বাৰা অথবা মন্ত্ৰ তথা হৱিৰ দ্বাৰা যি হোম কৰিছে, আমাৰ উদ্দেশ্যে কৰা সেই সমস্ত কৰ্ম সত্যত পৰিণত হোৱাৰ আগতেই মৃত্যুৰ সৈতে একমত হৈ নিৰ্ঋতিয়ে সেইবিলাক নাশ কৰি দিয়ক।।১।। যাতুধানবিলাকে, (পাপদেৱতা) নিৰ্ঋতিয়ে আৰু ৰাক্ষসবিলাকে (আমাৰ উদ্দেশ্যে কৰা) শত্ৰুৰ অভিচাৰ কৰ্ম সত্যত পৰিণত নোহোৱাকৈ অসত্য কৰি পেলাওক। ইন্দ্ৰৰ দ্বাৰা প্ৰেৰিত হৈ দেৱতাসকলে সেই শত্ৰুৰ ঘৃতেৰে সম্পন্ন হোমকৰ্ম নাশ কৰক। শত্ৰুৱে কৰা অভিচাৰ কৰ্ম বিফল হওক।।২।। অজিৰ আৰু অধিৰাজ নামৰ মৃত্যুদূত দুজনে, (বধ কৰিব খোজা চৰাইৰ) ওপৰত পৰা শেন দুটাৰ নিচিনাকৈ, আমাক হিংসা কৰিব খোজা শত্ৰুৰ হোমৰ দ্ৰব্য নাশ কৰক।।৩।। (হে অভিচাৰ কৰ্মত ৰত শত্ৰু,) মই তোমাৰ হোমকৰ্মত লাগি থকা হাত দুখন পিঠিফালে বান্ধি থ'ম। (মন্ত্ৰ মাতি থকা) তোমাৰ মুখখন বন্ধ কৰি দিম। তাৰ পিছত অগ্নিদেৱতাৰ ক্ৰোধৰ সহায়ত তোমাৰ হোমৰ দ্ৰব্য নাশ কৰিম।।৪।। মই তোমাৰ হাত দুখন বান্ধি থ'ম; মই তোমাৰ মুখখন বন্ধ কৰি দিম। ভয়ংকৰ অগ্নিয়ে ক্ৰোধেৰে মই তোমাৰ হোমদ্ৰব্য নাশ কৰিম।।৫।।

## একসপ্ততিতম সূক্ত (৭১)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি। ছন্দ—অনুষ্টুপ্।)

হে মন্থনোৎপন্ন অগ্নি, মেধাৱী, তোমাক আমি (ৰাক্ষসবিনাশৰ নিমিত্তে) ধাৰণ কৰিছোঁ। সাহসী তুমি প্ৰতিদিনে ভঙা-ছিঙা কাম কৰা ৰাক্ষসবিলাকক বিনাশ কৰা।।১।।

## দ্বিসপ্ততিতম সূক্ত (৭২)

(ঋষি—অথৰ্বা। দেৱতা—ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

(হে ঋত্বিকগণ,) আসনৰপৰা উঠি তোমালোকে (বসন্ত আদি) ঋতুত উৎপন্ন ইন্দ্ৰৰ যজ্ঞৰ ভাগ চোৱাঁ।। যদি সি পক্ব হৈছে, তেনে আহুতি দিয়াঁ; যদি পক্ব হোৱা নাই, তেনে তাক পাক কৰাঁ (অথবা পাক হোৱা পৰ্যন্ত ইন্দ্ৰক স্তুতি কৰি প্ৰতীক্ষা কৰি থাকাঁ)।।১।। হে ইন্দ্ৰ, (দধিঘৰ্ম নামৰ) তোমাৰ হৱি পাক কৰা হ'ল; তুমি শীঘ্ৰে আহাঁ। সূৰ্য গমনপথৰ মধ্যভাগত উপনীত হৈছে (অৰ্থাৎ তোমাৰ যাগৰ সময়

দুপৰ হ'ল)। পুত্ৰই গৃহপতিক পৰিচৰ্যা কৰাৰ দৰে ঋত্বিক গণে তোমাক (অভিষুত সোমৰূপ) নিধিৰে অৰ্চনা কৰিছে।।২।। এই হৱি (দুগ্ধ ৰূপে) গাইৰ ওহাৰত পক্ক হৈ আহিছে বুলি ভাবিছোঁ; এতিয়া সেই দুগ্ধ অগ্নিত সুপক্ক হৈছে বুলি মনে ধৰিছে। সেই হৱি সত্য ৰূপে নতুন হৈছে। হে বজ্ৰধাৰী ইন্দ্ৰ, তুমি আনন্দিত হৈ মাধ্যন্দিন সৱনৰ দধিৰ হৱি পান কৰাঁ।।৩।।

## ত্ৰিসপ্ততিতম সূক্ত (৭৩)

(ঋষি—অথৰ্ব্ব। দেৱতা—ধৰ্ম, অশ্বীদ্বয়, প্ৰস্তৃচ্য, মন্ত্ৰত কোৱাসকল।
ছন্দ—জগতী, বৃহতী, ত্ৰিষ্টুপ্।)

হে বাঞ্চিত ফলদাতা অশ্বিনীকুমাৰদ্বয়, দ্যুলোকত থকা দেৱতাসকলৰ নেতা (ৰথী) অগ্নি সম্যকভাৱে প্ৰজ্বলিত হৈছে। (মহাবীৰ নামৰ যজ্ঞৰ পাত্ৰত) সেই অগ্নিৰ আজ্য পক্ক হৈছে। তোমালোকলৈ মধুৰ দুগ্ধ দোহন কৰা হৈছে। তোমালোকক আমি বহু গৃহত স্তুতি কৰোঁ। তোমালোকক যজ্ঞলৈ আহ্বান কৰিছোঁ।।১।। হে অশ্বীদ্বয়, অগ্নি প্ৰজ্বলিত হৈছে; আজ্য পক্ক হৈছে; তোমালোক আহাঁ। হে বাঞ্ছিত ফলবৰ্ষক অশ্বীদ্বয়, তোমালোকৰ কাৰণে গৰু খীৰোৱা হৈছে। তোমালোকৰ স্তুতি কৰি হোতাসকলে আনন্দ লাভ কৰিছে।।২।। (প্ৰবৰ্গ্য নামৰ) যজ্ঞ অশ্বিনীকুমাৰ দুজন আৰু দেৱতাসকলৰ উদ্দেশ্যে কৰা হৈছে। অশ্বিনীকুমাৰদ্বয়ে পান কৰিবৰ কাৰণে চমস নামৰ পাত্ৰ আছে। সি সমস্ত অমৰ দেৱগণৰ কাৰণে প্ৰীতিদায়ক আৰু তেওঁলোকৰ সূৰ্যৰ মুখেদি হৱি ভোজন কৰে।।৩।। হে অশ্বিনীকুমাৰদ্বয়, গাখীৰতী গাইত থকা যি দুগ্ধ ঘৃত উৎপাদন যোগ্য, তাক আহুতি দিয়া হৈছে; সেয়া তোমালোকৰ ভাগ। তোমালোক দুজন আহাঁ। হে মধুবিদ্যাবিদ, যজ্ঞৰ ধাৰক, দেৱতাসকলৰ ৰক্ষক অশ্বীবদ্বয়, তোমালোক দুজনে দ্যুলোকৰ প্ৰকাশক অগ্নিত তপত ঘিঁউ পান কৰাঁ।।৪।। হে অশ্বীদ্বয়, তোমালোকৰ উদ্দেশ্যে হোতাই অৰ্পণ কৰা তপত ঘিঁউ ব্যাপ্ত হৈ পৰক। অধ্বৰ্যুৱে প্ৰীতিদায়ক দুগ্ধ লৈ যাগ কৰক। দধি, দুগ্ধ ঘৃতৰূপ হৱিঃ প্ৰদানৰ দ্বাৰা যজ্ঞৰ বিস্তাৰ ঘটোৱা গাখীৰতী গাইৰ মধুৰ দুগ্ধ তোমালোকে পান কৰাঁ।।৫।। হে গোদোহনকাৰী (অধ্বৰ্যু), তপত দুগ্ধ লৈ তুমি ওচৰলৈ আহাঁ। তপত ঘিঁউত সেই দুগ্ধ ঢালি দিয়াঁ। বৰণীয় সূৰ্যই দুখৰহিত স্বৰ্গ পোহৰাই তুলিছে আৰু উষাৰ গমন লক্ষ্য কৰি সূৰ্য দীপ্তিমান হৈ প্ৰকাশ পাইছে।।৬।। সমুখত থকা সহজে খীৰাব পৰা গাইজনীক মই মাতিছোঁ। সুন্দৰ (মঙ্গলময়) হাতেৰে গাই খীৰোৱা অধ্বৰ্যুৱে এই

গাইজনী খীৰাওক। সবিতাদেৱে আমালৈ উৎকৃষ্ট গাখীৰ পঠাই দিয়ক। পাত্ৰ তপত হৈছে। তাতে গাখীৰ দিবলৈ হোতাই কৈছে।।৭।। হিঁ হিঁ শব্দেৰে মনে মনে পোৱালী কামনা কৰি ধনৰ পালিকা গাইজনী ইয়ালৈ আহক। এই অবধ্যা গাইজনীয়ে অশ্বিনীকুমাৰ দুজনলৈ গাখীৰ দিয়ক আৰু তাই আমাৰ মহান্ সৌভাগ্যৰ অৰ্থে বৰ্ধিত হওক।।৮।। হে অগ্নি, তুমি সকলোৰে দ্বাৰা সেৱিত, দান কৰিবলৈ ইচ্ছুক আৰু ঘৰলৈ অহা অতিথিৰ দৰে পূজনীয় হৈ আমাৰ কথা জানি আমাৰ এই যজ্ঞলৈ আহাঁ। হে অগ্নি, তুমি সমস্ত শত্ৰুক বিনষ্ট কৰি শত্ৰুতা আচৰণকাৰীবিলাকৰ ধন (আমালৈ) লৈ আহাঁ।।৯।। হে অগ্নি, আমাৰ মহৎ সৌভাগ্যলাভৰ অৰ্থে (অৰ্থাৎ আমাক ধন দিবলৈ) তোমাৰ হৃদয় আৰ্দ্ৰ কৰাঁ। তোমাৰ জ্যোতি উজ্জ্বলতৰ হওক।। তুমি দম্পতীৰ সম্বন্ধ সুশৃংখলাবদ্ধ কৰাঁ। তুমি শত্ৰুতা আচৰণকাৰীবিলাকৰ তেজ পৰাভূত কৰাঁ।।১০।। হে বধৰ অযোগ্যা (অঘ্ন্যা) ধেনু, তুমি ভাগ্যৱতী হোৱাঁ; সুন্দৰ ঘাঁহ-বন খোৱাঁ। আমিও (তাৰ ফলত) প্ৰভূত ধনবান হ'ম। হে অবধ্যা গাই, তুমি সদাই বন-বাত খাই সকলো ফালে বিচৰণ কৰি নিৰ্মল পানী খাবা।।১১।।

## সপ্তম অনুৱাক

### চতুঃসপ্ততিতম সূক্ত (৭৪)

(ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—মন্ত্ৰত উল্লিখিতসকল, জাতৱেদা।
ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

ৰঙা ৰঙৰ গণ্ডমালা ৰোগৰ উৎপন্নকাৰী ক'লা ৰঙৰ (পিশাচী এজনী) বুলি শুনিবলৈ পাইছোঁ। সেই গণ্ডমালাক মই (অথৰ্বা) মুনিৰ শৰেৰে বিন্ধি পেলাইছোঁ।।১।। মই প্ৰথম বিধ গণ্ডমালাক বিন্ধিছোঁ; মধ্যম শ্ৰেণীৰ গণ্ডমালাকো বিন্ধিছোঁ আৰু সহজতে ভাল কৰিব পৰা তৃতীয়বিধ গণ্ডমালাক মই মকৰাজাল ছিঙাদি ছিঙি পেলাইছোঁ।।২।। (হে ঈৰ্ষাকাৰী,) মই তোমাৰ স্ত্ৰীসম্পৰ্কীয় ঈৰ্ষা ত্বষ্টাৰ মন্ত্ৰেৰে দূৰ কৰিছোঁ। হে পতি, মই ত্বষ্টাৰ মন্ত্ৰেৰে তোমাৰ, মোৰ প্ৰতি থকা ক্ৰোধো শান্ত কৰিছোঁ।।৩।। হে ব্ৰতপালক অগ্নি, তুমি এই অনুষ্ঠানত কৰিবলৈ লোৱা যাগকৰ্মৰ দ্বাৰা তুষ্ট হৈ সদাই সুন্দৰ মন এটাৰে সৈতে আমাৰ ঘৰত প্ৰজ্বলিত হৈ থাকাঁ। হে জাতৱেদা, সেইদৰে প্ৰজ্বলিত হৈ থকা তোমাক আমি সকলোৱে পুত্ৰ-নাতি সমন্বিতে পৰিচৰ্যা কৰিম।।৪।।

## পঞ্চসপ্ততিতম সূক্ত (৭৫)

(ঋষি—উপৰিবভ্ৰুগণ। দেৱতা—অঘ্ন্যা। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি।)

(এই মন্ত্ৰৰ অনুবাদ ৪/২১/৭ মন্ত্ৰৰ অনুবাদৰ সৈতে একে)।।১।। হে গাইসমূহ, তোমালোকে ঘৰলৈ অহা বাট চিনি পোৱা। তোমালোক পোৱালীৰ (অথবা অন্য গৰুৰ) লগত মিলি-জুলি আহাঁ। তোমালোকৰ নাম নানাপ্ৰকাৰৰ। তোমালোক সকলোটি নিজৰ পোৱালীৰে সৈতে (শাব্দিক অনুবাদ— হে দেৱীসকল, দেৱতাসকলৰ সৈতে) আমাৰ ঘৰ আৰু গোষ্ঠলৈ আহাঁ আৰু আমাক ঘৃত আদিৰে সমৃদ্ধ কৰাঁ।।২।।

## ষট্সপ্ততিতম সূক্ত (৭৬)

(ঋষি—অথৰ্ব্বা। দেৱতা—অপচিদ্ ভৈষজ্য প্ৰভৃতি।
ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, উষ্ণিত।)

অপচিত নামৰ গণ্ডমালাৰ অৰ্থাৎ গলত হোৱা ব্ৰণ বিশেষ পুঁজ আদি ৰসবিশিষ্ট হোৱা অৱস্থাৰ পৰা ৰস বৈ থকা অৱস্থা পাওক। অস্তিত্ব নোহোৱা হৈ আহি একেবাৰে অস্তিত্বহীন হৈ পৰক। তূলা আদি শুকান বস্তুতকৈও ৰসহীন হৈ পৰক। লোণৰ পৰা ৰস নিগৰি যোৱাৰ দৰে তাৰ ৰস নিগৰি যাওক (সুস্থ হওক।।১।। গলত হোৱা গণ্ডমালা, কাষলতিত হোৱা গণ্ডমালা, আৰু কৰঙণৰ চুকত হোৱা গণ্ডমালা— সেই সকলোবোৰ (মন্ত্ৰ আৰু ঔষধ প্ৰয়োগৰ দ্বাৰা) নিজে নিজে পুঁজ ওলোৱা হওক।।২।। সি ৰাজযক্ষ্মা অস্থিলৈকে বিয়পি পৰিছে, যি ৰোগে হাঁড়ত লাগি থকা মাংস শুহি নিছে, যি ৰাজ যক্ষ্মাই ডিঙিৰ ওপৰত থকা ঘটিকা শুকুৱাই নিছে, যি ৰোগে সৰ্বশৰীৰৰ ধাতু ক্ষয় কৰিছে; নিৰন্তৰ স্ত্ৰীসম্ভোগজনিত যি ৰাজযক্ষ্মা (জায়ান্য)— সেই সকলো ৰোগকে (মন্ত্ৰ, ঔষধ, অগ্নি আদিয়ে নিৰ্মূল কৰক)।।৩।। জায়ান্য নামৰ ৰাজযক্ষ্মা চৰাইৰ দৰে উৰি আহি পৰেহি; ই পুৰুষশৰীৰত সৰ্বত্ৰ ব্যাপ্ত হৈ পৰে। শৰীৰৰ ক্ষতি সাধন কৰা আৰু ক্ষয় সাধন নকৰা সেই উভয়বিধ ৰাজযক্ষ্মাৰে নিৰাময়কাৰী হৈছে এই (অভিমন্ত্ৰিত বীণাতন্ত্ৰী)।।৪।। হে জায়ান্য ৰোগ, তোমাৰ উৎপত্তিৰ কাৰণ মই জানো, তুমি য'ৰপৰা (পত্নীৰ সম্পৰ্কবশতঃ) জন্মিছা, তাকো জানো। আমি যাৰ ঘৰত হবিঃপ্ৰদানাদি কাৰ্য কৰিছোঁ, তুমি তাত কেনেকৈ প্ৰভাৱ বিস্তাৰ কৰিবা?।।৫।। হে ইন্দ্ৰ, তুমি এই দ্ৰোণকলসত থকা সোমৰস পান কৰাঁ। হে সুৰ, বৃত্ৰহন্তা, তুমি আমাক ধন দান কৰিবৰ কাৰণে তোমাৰ উদৰত সোম বৰিষণ কৰি লোৱাঁ। ধনৰ নিবাস তুমি আমাক ঐশ্বৰ্য প্ৰদান কৰাঁ।

## সপ্তসপ্ততি সূক্ত (৭৭)

(ঋষি—অঙ্গিৰা। দেৱতা—মৰুৎগণ। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, জগতী।)

(দুপৰীয়া সূৰ্যৰ সম্পৰ্কবশঃ) সন্তাপ দিয়া হে মৰুৎগণ, এই হৱি তোমালোকৰ উদ্দেশ্যে প্ৰস্তুত কৰা হৈছে, তোমালোকে তাক সেৱন কৰাঁ। হে শত্ৰুনাশক মৰুৎগণ, আমাৰ ৰক্ষাৰ নিমিত্তে (হৱি সেৱন কৰাঁ)।।১।। হে বসু মৰুৎগণ, যি মানুহে ক্ৰুদ্ধ হৈ চকুৰ আঁৰৰপৰা আমাৰ চিত্ত ক্ষুব্ধ কৰিছে, সেই শত্ৰু (বৰুণৰ) পাশত বন্দী হওক। তেওঁক তোমালোকে সন্তাপকাৰী বাণেৰে বিনষ্ট কৰাঁ।।২।। বছৰি বছৰি প্ৰাদুৰ্ভূত হোৱা, মন্ত্ৰৰ দ্বাৰা স্তুতিকৃত, অন্তৰিক্ষচাৰী, মানুহৰ হিতকাৰী, (শত্ৰুৰ) সন্তাপকাৰী, সকলোৰে সন্তোষ বিধানকাৰী মৰুৎগণে নিজৰ গণ সমন্বিতে আমাক পাপৰ বন্ধনৰ পৰা মুক্ত কৰক ।।৩।।

## অষ্ঠসপ্ততিতম সূক্ত (৭৮)

(ঋষি—অথৰ্বা। দেৱতা—অগ্নি। ছন্দ—উষ্ণিক্, ত্ৰিষ্টুপ্।)

হে অগ্নি, (ৰুগ্ন ব্যক্তিৰ ডিঙিত বান্ধি থোৱা তোমাৰ) ৰছীগছ মই মুকলি কৰিছোঁ, (শৰীৰৰ মাজ ভাগত বান্ধি থোৱা) পাশ মই মুক্ত কৰিছোঁ আৰু (সমস্ত অৱয়ব বান্ধি থোৱা) পাশো মুকলি কৰিছোঁ। হে অগ্নি, তুমি এই মানুহজনক নাবান্ধিবা।।১।। হে অগ্নি, এই যজমানৰ শক্তিদাতা তোমাক দৈৱিক মন্ত্ৰেৰে মই হৱি বহনৰ লগত যুক্ত কৰিছোঁ। তুমি আমাক ধন আৰু (পুত্ৰাদিৰূপত) সুখ দান কৰাঁ। তুমি হৱিঃপ্ৰদাতা মোৰ কথা দেৱতাসকলক কোৱাঁগৈ।।২।।

## ঊনাশীতিতম সূক্ত (৭৯)

(ঋষি—অথৰ্বা। দেৱতা—অমাৱস্যা। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে অমাৱস্যা, তোমাৰ মহিমাৰ কাৰণে দেৱগণে তোমাক যি হৱিৰ ভাগ দিছে, তাক গ্ৰহণ কৰি তুমি যজ্ঞ সম্পূৰ্ণ কৰাঁ। সকলোৰে বৰণীয়, সুভগা হে অমাৱস্যা, তুমি আমাক সুপুত্ৰাদি সমন্বিতে ধন দান কৰাঁ।।১।। ময়েই যথাৰ্থৰূপত অমাৱস্যা হৈছোঁ। সুকৰ্ম কৰা দেৱগণে মোতে নিবাস কৰে। সাধ্য দেৱতাসকল আৰু ইন্দ্ৰকে মুখ্য কৰি সিদ্ধ দেৱতাসকল মোতে একত্ৰ হয়।।২।। আমাক ধন দিবৰ কাৰণে অমাৱস্যা তিথি আহক, অন্নৰস, পুষ্টি আৰু ধন প্ৰদান কৰিবৰ কাৰণে দুগ্ধৰ ধাৰা বোৱাই আমাৰ ওচৰলৈ আহক। আমি অমাৱস্যাক হৱিৰ দ্বাৰা অৰ্চনা কৰিছোঁ।।৩।। হে অমাৱস্যা, তোমাৰ বাহিৰে অন্য কোনো দেৱতাই পাৰিব্যাপকৰূপত সমস্ত প্ৰাণীৰ

সৃষ্টিসমৰ্থ নহয়। আমি যি কামনাৰে তোমাক অৰ্চনা কৰিছোঁ, আমাৰ সেই কামনা পূৰণ হওক। আমি যেন ধনৰ অধিপাত হওঁ।।৪।।

## অশীতিতম সূক্ত (৮০)

(ঋষি—অথৰ্ব্বা। দেৱতা—পৌৰ্ণমাসী, প্ৰজাপতি। ছন্দ—ত্ৰিষ্টুপ, অনুষ্টুপ।)

পিছফালে পূৰ্ণ, সমুখত পূৰ্ণ আৰু মধ্যস্থানত উত্থিত হৈ পূৰ্ণিমা প্ৰকাশ পাইছে। এই পূৰ্ণিমা তিথিত (অগ্নি, সোম আদি) দেৱতাৰ লগত (অগ্নিষোম আদি যাগৰ দ্বাৰা) মহিমাৰ দ্বাৰা মিলিত হৈ বাস কৰি থাকি আমি দুখৰহিত স্বৰ্গৰ উপৰিভাগত অন্নৰ দ্বাৰা তৃপ্ত হ'ম।।১।। বাঞ্ছিত ফলবৰ্ষক, অন্নযুক্ত পূৰ্ণিমাক আমি অৰ্চনা কৰিছোঁ। সেই পূৰ্ণিমাই আমাক অবাধ আৰু অক্ষয় ধন দান কৰক।।২।। হে প্ৰজাপতি, তোমাৰ বাহিৰে অন্য কোনেও এই সমস্ত ৰূপৰ প্ৰাণীসমূহ সৃষ্টি কৰিব নোৱাৰে। যি কামনাৰে সৈতে আমি তোমাৰ যাগ কৰিছোঁ, সি সফল হওক আৰু আমি ধনৰ অধিপতি হওঁ।।৩।। ৰাতি অতিক্ৰম কৰি চলি থকা সোম আদি হবিৰ ভিতৰত (অথবা তৃতীয় সৱন পৰ্যন্ত ব্যাপ্ত হৈ থকা হবিসমূহৰভিতৰত) পূৰ্ণিমাই যাগৰ যোগ্য। হে প্ৰথম যাগৰ যোগ্য পূৰ্ণিমা, যিসকলে তোমাক (দৰ্শ-পূৰ্ণমাস আদি) যাগৰ দ্বাৰা প্ৰসন্ন কৰে, সেই সুকৰ্মকাৰী-(ঋত্বিক-যজমান) সকলে দুখৰহিত তোমাৰ স্বৰ্গলোকত প্ৰৱেশ কৰে।।৪।।

## একাশীতম সূক্ত (৮১)

(ঋষি—অথৰ্ব্বা। দেৱতা—সাবিত্ৰী, সূৰ্য, চন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ, পংক্তি।)

এই দুটি শিশুৱে (চন্দ আৰু সূৰ্যই) মায়াৰ দ্বাৰা ইজনৰ পিছত সিজনকৈ (অথবা পুবৰ পৰা পশ্চিমলৈ) বিচৰণ কৰিছে। এওঁলোকে ক্ৰীড়া কৰি কৰি অন্তৰিক্ষ পৰিক্ৰমা কৰিছে। তাৰে এটিয়ে (সূৰ্যই) সমস্ত প্ৰাণী দেখি আছে; অন্যটিয়ে (চন্দ্ৰই) ঋতুৰ (অৱয়ব পক্ষসমূহ) সৃষ্টি কৰি নিজে নতুন নতুন ৰূপত উদ্ভৱ হৈছা।।১।। হে চন্দ্ৰ, তুমি (শুক্লা, প্ৰতিপদ আদি তিথিত উৎপন্ন হৈ প্ৰতিদিনে) নতুন নতুন ৰূপত প্ৰকাশ পোৱা। তুমি (শুক্লপক্ষত পশ্চিম দিশত) দিনৰ অন্তত আৰু (কৃষ্ণপক্ষত পূব দিশত) উষাৰ আগত তিথিজ্ঞাপক হৈ দৃশ্যমান হোৱা। তুমি এইদৰে (কালবিভাজনৰ দ্বাৰা) দেৱতাক হবিৰ ভাগ দিয়া আৰু দীৰ্ঘায়ু দান কৰাঁ।।২।। হে সোমপুত্ৰ বুধ, যুদ্ধৰ অধিপতি, তোমাৰ নাম 'অনূন' (সম্পূৰ্ণ)। হে দৰ্শনৰ যোগ্য বুধ, তুমি মোক সন্তান আৰু ধনেৰে সমৃদ্ধ কৰাঁ।।২।। (হে চন্দ্ৰ,) তুমি (অমাৱস্যাত সূৰ্যৰ সৈতে একেলগে) দৰ্শন যোগ্য, হোৱা; (তৃতীয়াদি তিথিত দৰ্শনযোগ্য হৈ পূৰ্ণিমাত) সমগ্ৰ ৰূপত দৰ্শনীয় হোৱা; অন্তত সম্পূৰ্ণ হোৱাগৈ। ময়ো যেন সেইদৰে (কলা-কলাকৈ বৃদ্ধি পাই) গৰু,

ঘোঁৰা, সন্তান-সন্ততি পশুধন, ঘৰ-দুৱাৰ আৰু সম্পত্তিৰে শেষত সম্পূৰ্ণ হওঁগৈ।।৪।। যি আমাক দ্বেষ কৰে, যাক আমি দ্বেষ কৰোঁ; তুমি তেনে লোকৰ প্ৰাণেৰে বৃদ্ধি লাভ কৰাঁ। আমি যেন গৰু, ঘোঁৰা, সতি-সন্তান, পশুধন, গৃহ আৰু সম্পদেৰে সমৃদ্ধ হওঁ।।৫।। যি চন্দ্ৰক দেৱতাসকলে একলা একলাকৈ বৰ্ধন কৰে, সেই ক্ষয়ৰহিত চন্দ্ৰক (সোমক) পিতৃগণে পান কৰে। সেই চন্দ্ৰৰ সৈতে ইন্দ্ৰ, বৰুণ, বৃহস্পতি আৰু ভুৱনপালক দেৱতাসকলে আমাৰ বৃদ্ধি সাধন কৰক।।৬।।

# অষ্টম অনুৱাক

## দ্ব্যশীতিতম সূক্ত (৮২)

(ঋষি—সম্পদকামী শৌনক। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, বৃহতী, জগতী।)

গোসম্পদ লাভৰ কাৰণে (অথবা জয় কৰিবলগীয়া দেশলৈ যাবৰ কাৰণে) সুস্তুত অগ্নিৰ স্তুতি কৰাঁ। মংগলময় দ্ৰব্যসমূহ আমাৰ উদ্দেশ্যে স্থাপন কৰাঁ। আমাৰ এই যজ্ঞ দেৱতাসকলৰ ওচৰলৈ লৈ যোৱা। দেৱতাসকলে ঘৃতৰ মধুৰ ধাৰা লাভ কৰক।।২।। ক্ষত্ৰিয় তেজ-বল লাভ কৰিবৰ কাৰণে মই অগ্নিক ধাৰণ কৰিছোঁ। তাৰ দ্বাৰা মই পুত্ৰ আদি লাভ কৰিম আৰু দীৰ্ঘায়ু হ'ম। (বৈশ্বানৰ) অগ্নিক মই জঠৰত ধাৰণ কৰিছোঁ। অগ্নিত আহুতি দিয়া হওক।।২।। হে অগ্নি, তোমাৰ পৰিচাৰক আমাত ঐশ্বৰ্য স্থাপন কৰাঁ। যি লোক আমাৰ অপকাৰী, যি আমাতকৈ আগতে তোমাক অৰ্চনা কৰিব খুজিছে, তেওঁলোকে যেন যাগৰ দ্বাৰা তোমাক অধীন কৰিব নোৱাৰে। হে অগ্নি, বল সমন্বিতে তোমাৰ স্বৰূপ সুস্থিৰ হওক। তোমাৰ পৰিচাৰক (এই যজমান) যেন অন্যৰ দ্বাৰা অৱনমিত নোহোৱাকৈ বৃদ্ধিৰ প্ৰাপ্ত হয়।।৩।। উষাৰ আগতেই অগ্নি প্ৰজ্জ্বলিত হয়। দিনৰ ভাগত জাতবেদা প্ৰকাশ পাই থাকে। সূৰ্যৰূপ অগ্নি উষাৰ পিছতে প্ৰকাশ পায়। তাৰ পিছত ৰশ্মিসমূহত ব্যাপ্ত হৈ দ্যাবাপৃথিবীৰ সৰ্বত্ৰ প্ৰকাশিত হয়।।৪।। প্ৰতিদিনে অগ্নি উষাৰ আগতে প্ৰকাশ পায়। প্ৰতিদিনে জাতবেদা অগ্নি প্ৰকাশিত হয়। প্ৰতিদিনে সূৰ্যৰূপে ৰশ্মিসমূহত ব্যাপ্ত হৈ দ্যাবাপৃথিবীৰ সৰ্বত্ৰ নিজৰ জ্যোতি বিস্তাৰ কৰে।।৫।। হে অগ্নি, দিব্যধামত তোমাৰ কাৰণে ঘৃত আছে; মন নামৰ মহৰ্ষিয়ে আজিও তোমাক ঘৃতেৰে প্ৰজ্জ্বলিত কৰে। তোমাৰ পৌত্ৰৰূপ দিব্য জলসমূহে তোমালৈ ঘৃত বহন কৰি আনক। হে অগ্নি, গাইসমূহে তোমালৈ ঘৃত দোহন কৰক।।৬।।

## ত্ৰ্যশীতিতম সূক্ত (৮৩)

(ঋষি—শুনঃশেপ। দেৱতা—বৰুণ। ছন্দ—অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্।)

হে বৰুণদেৱতা, পানীৰ মাজত তোমাৰ অনন্যসাধাৰণ (অথবা অন্য কোনো যাব নোৱৰা) স্বৰ্ণময় গৃহ আছে। গতিকে সত্যকৰ্মা ৰজা বৰুণে আমাৰ (শৰীৰৰ জলোদৰ আদি ৰোগৰ) স্থান সমূহ পৰিত্যাগ কৰক।।১।। হে বৰুণ ৰজা, আমাৰ শৰীৰত থকা সকলো (উদৰ আদি) ৰোগৰ স্থান তুমি মুক্ত কৰাঁ।। "হে জলসমূহ, হে বধৰ অযোগ্য গাইসমূহ, হে বৰুণ" ইত্যাদি বুলি (শপথ বাক্য উচ্চাৰণৰ দ্বাৰা) আমি যি পাপ কৰিছোঁ, হে বৰুণ, তুমি তাৰপৰা আমাক মুক্ত কৰাঁ।।২।। হে বৰুণ, তুমি (আমাৰ শৰীৰৰ) ওপৰ ভাগত থকা, নিম্ন আৰু মধ্যভাগত থকা তোমাৰ পাশ মুকলি কৰি দিয়াঁ। হে অদিতিপুত্ৰ বৰুণ, তোমাৰ কৰ্মৰ অনৱচ্ছিন্নতাৰ অৰ্থে আমি পাপমুক্ত, হওঁ।।৩।। হে বৰুণ, তোমাৰ সকলো পাশৰপৰা আমাক মুক্ত কৰাঁ। তোমাৰ উত্তম, অধমৰূপে যি পাশ আছে আৰু দুঃস্বপ্নজনিত যি পাপ, সেইবিলাকৰপৰা আমাক নিলগ কৰাঁ। তেতিয়া আমি পুণ্যলোককৈ গতি কৰিম।।৪।।

## চতুৰশীতিতম সূক্ত (৮৪)

(ঋষি—ভৃগু। দেৱতা—অগ্নি, ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে অগ্নি, তুমি অপৰাভূত, জাত প্ৰাণীসমূহৰ জ্ঞাতা, অমৰ, বিবিধৰূপত প্ৰকাশিত, বলৰ ধাৰক। তুমি এই কৰ্মত প্ৰজ্বলিত হোৱাঁ। তুমি সকলো ৰোগ দূৰ কৰি মানুহৰ হিতকৰ কাৰ্যৰ দ্বাৰা আজি আমাৰ ঘৰ সকলো ফালে ৰক্ষা কৰাঁ।।১।। হে ইন্দ্ৰ, তুমি ক্ষতৰপৰা ত্ৰাণ কৰা ৰমণীয় বল লৈ জন্মিছা। হে কামবৰ্ষক, তুমি শত্ৰুৰ নিচিনা আচৰণ কৰা মানুহবিলাকক আঁতৰাই নিছা আৰু দেৱতাসকলৰ কাৰণে বিস্তীৰ্ণ ভুৱন (স্বৰ্গলোক) সৃষ্টি কৰিছা।।২।। পৰ্বতবাসী কুৎসিত চাল-চলনৰ ভয়ানক পশুৰ দৰে অতি দূৰৰ ঠাইৰপৰা ইন্দ্ৰ ইয়ালৈ আহক। হে ইন্দ্ৰ, তোমাৰ তীব্ৰ গতিশীল তীক্ষ্ণ বজ্ৰক আৰু শাণিত কৰি তাৰে (আমাৰ) শত্ৰুবিলাকক তাড়না কৰাঁ আৰু যুদ্ধলৈ উদ্যত হোৱা শত্ৰুক আঁতৰাই নিয়া।।৩।।

## পঞ্চাশীতিতম সূক্ত (৮৫) আৰু ষড়শীতিতম সূক্ত (৮৬)

(ঋষি—স্বস্ত্যয়নকাম অথৰ্বা। দেৱতা—যথাক্ৰমে তাৰ্ক্ষ্য, ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

আমি মঙ্গলৰ উদ্দেশ্যে এই কৰ্মত সেই তৃক্ষপুত্ৰ সুপৰ্ণক আহ্বান কৰিছোঁ, যি সুপৰ্ণ অন্নযুক্ত, দেৱগণৰ দ্বাৰা সোম আনিবৰ কাৰণে প্ৰেৰিত, বলবান, শত্ৰু-

পৰাভৱকাৰী, শীঘ্ৰগামী, (সোম আহৰণৰ সময়ত লোকৰূপ) ৰথসমূহক শীঘ্ৰে তৰণ কৰোঁতা, কদাপি পৰাভূত নোহোৱা আয়ুধযুক্ত আৰু শত্ৰুসেনা-জয়কাৰী।।১।।

ত্ৰাণকৰ্তা ইন্দ্ৰক, ৰক্ষাকৰ্তা ইন্দ্ৰক প্ৰতি আহ্বানতে সহজতে আহ্বানৰ যোগ্য বীৰ শক্তিশালী আৰু বহুলভাৱে আহূত ইন্দ্ৰক মই আহ্বান কৰিছোঁ। সেই ধনৱান ইন্দ্ৰই আমাক কল্যাণ প্ৰদান কৰক।।১।।

## সপ্তাশীতিতম সূক্ত (৮৭)

(ঋষি—অথৰ্বা। দেৱতা—ৰুদ্ৰ। ছন্দ—জগতী।)

যি ৰুদ্ৰ অগ্নিত আছে, জলত আছে, ওষধি আৰু গছ-লতিকাত (সোমৰূপে) প্ৰৱিষ্ট হৈ আছে, যি এই সমস্ত ভুৱন সৃষ্টি কৰিছে, সেই ৰুদ্ৰক, সেই অগ্নিক নমস্কাৰ কৰোঁ।।১।।

## অষ্টাশীতিতম সূক্ত (৮৮)

(ঋষি—গৰুত্মান্। দেৱতা—সৰ্পবিষ অপাকৰণ। ছন্দ—বৃহতী।)

(হে বিষ,) তুমি (দংশিত মানুহজনৰপৰা) আঁতৰি যোৱাঁ। তুমি শত্ৰু; তুমি শত্ৰুৱেই। তুমি বিষত (অৰ্থাৎ বিষাক্ত সাপত) বিষ সংযোগ কৰাঁ; তুমি বিষতহে বিষ সংযোগ কৰাঁ। তুমি (যিটো সাপৰ বিষ) পোনে পোনে সেই সাপৰ ওচৰলৈ যোৱাঁ; তাক বিনষ্ট কৰাঁ।।১।।

## ঊননৱতিতম সূক্ত (৮৯)

(ঋষি—সিন্ধুদ্বীপ। দেৱতা—অগ্নি। ছন্দ—অনুষ্টুপ্, উষ্ণিক্।)

(স্নানৰ উদ্দেশ্যে) আমি দিব্য জলসমূহক স্তুতি কৰিছোঁ; আমি ৰসেৰে সিক্ত হৈছোঁ। হে অগ্নি, মই দুগ্ধ লৈ আহিছোঁ; তুমি মোক তেজঃসম্পন্ন কৰাঁ।।১।। হে অগ্নি, তুমি মোক বলৰ লগত, সন্তান-সন্ততিৰ লগত আৰু আয়ুসৰ লগত যুক্ত কৰাঁ। দেৱতাসকলে মোক (পৱিত্ৰ,) এই বুলি জানক; ঋষিসকলৰ সৈতে ইন্দ্ৰয়ো জানক।।২।। হে জলসমূহ, যি নিন্দনীয়, মলিন, অসত্য, (পিতৃ আদিৰ প্ৰতি কৰা) দ্ৰোহ, (ঋণ পৰিশোধ নকৰি) মিছাকৈ শপত খোৱা— এই সকলো পাপ তুমি দূৰ কৰাঁ।।৩।। হে অগ্নি, তুমি হৱিৰ দ্বাৰা প্ৰজ্বলিত হৈছা, গতিকে মই সমৃদ্ধি লাভ কৰিম। তুমি খৰিৰে প্ৰজ্বলিত হৈছা; গতিকে মই সম্পূৰ্ণৰূপে সমৃদ্ধ হ'ম। হে অগ্নি, তুমি তেজোৰূপ; গতিকে তুমি মোত তেজস্বিতা স্থাপন কৰাঁ।।৪।।

## নৱতিতম সূক্ত (৯০)

(ঋষি—অঙ্গিৰা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—গায়ত্ৰী, বৃহতী, জগতী।)

হে অগ্নি, পুৰণি শত্ৰুৰ দৰে (এই পৰপুৰুষক) লতাৰ ঠানিৰ নিচিনাকৈ ছিঙি পেলোৱাঁ। শত্ৰুৰ বল নাশ কৰাঁ।।১।। সেই শত্ৰুৰ সংগৃহীত ধন আমি ইন্দ্ৰৰ সহায়ত ভাগ কৰি ল'ম। বৰুণৰ কৰ্মৰ দ্বাৰা মই (হে উপপতি,) তোমাৰ শ্বেতবৰ্ণৰ বীৰ্য ক্ষীণ কৰিম।।২।। নীচ গালি পৰাৰ নিচিনাকৈ ব্যৱহাৰ কৰা আৰু পীড়া দিয়া মানুহৰ দুষ্কৃতি নাশ পাওক। তেওঁৰ উদ্ধত আচৰণ ম্লান পৰক। এই দুষ্ট পৰপুৰুষে যাতে পৰস্ত্ৰী সম্ভোগ কৰিব নোৱাৰে তেনেকুৱা কৰক।।৩।।

# নৱম অনুৱাক

## একনৱতিতম সূক্ত (৯১) আৰু দ্বিনৱতিতম সূক্ত (৯২)

(ঋষি—অথৰ্বা। দেৱতা—চন্দ্ৰমা, ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

সুৰক্ষক, হিতকাৰী, সকলোৰে জ্ঞাতা ইন্দ্ৰই ৰক্ষণৰ দ্বাৰা আমাক সুখ দান কৰক; দ্বেষকাৰীবিলাকক তেওঁ বাধাগ্ৰস্ত কৰক; আমাক অভয় দান কৰক। আমি সুন্দৰ বীৰত্বমণ্ডিত ধনৰ অধিকাৰী হ'ম।।১।।

সুৰক্ষক, হিতকৰ (অথবা সম্পত্তিযুক্ত) ইন্দ্ৰই বিদ্বেষকাৰী শত্ৰুবিলাকক আমাৰ পৰা দূৰলৈ আঁতৰাই নিয়ক। সেই যজ্ঞৰ যোগ্য ইন্দ্ৰৰ অনুগ্ৰহবুদ্ধি লাভ কৰি আমি তেওঁৰ সুমতিৰ পাত্ৰ হওঁ যেন।।১।।

## ত্ৰিনৱতিতম সূক্ত (৯৩)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

আমি ইন্দ্ৰৰ সহায়ত ক্ৰোধৰ দ্বাৰা যুদ্ধ কামী শত্ৰু গণক পৰাভূত কৰিম আৰু আৱৰক শত্ৰুবিলাকক বিনাশ কৰিম।।১।।

## চতুৰ্ণৱতিতম সূক্ত (৯৪)

(ঋষি—অথৰ্বা। দেৱতা—সোম। চন্দ—অনুষ্টুপ্।)

সুপ্ৰতিষ্ঠিত হৱিৰ দ্বাৰা আমি ধ্ৰুব সোমক অৱনমিত কৰিছোঁ। যাতে ইন্দ্ৰই আমাৰ প্ৰজাবিলাকক অসাধাৰণ আৰু সমান মনৰ কৰক।।১।।

## পঞ্চনৱতিতম সূক্ত (৯৫)

(ঋষি—কপিঞ্জল। দেৱতা—গৃধ্ৰদ্বয়। ছন্দ—অনুষ্টুপ্।)

আকাশলৈ উৰি যোৱা শগুন দুটাৰ নিচিনা শত্ৰুৰ সততে লৰি-চৰি থকা ধোৱাঁবৰণীয়া ওঁঠ দুটা এৰাই যাওক। উচ্ছোষণ আৰু প্ৰশোচনে (এই নামৰ মৃত্যুৰ দূত দুজনে) শত্ৰুৰ হৃদয়ত শোক দিয়ক।।১।। যিদৰে গোহালিত শুই পৰা গাই দুজনীক (এচাৰিৰে তুলি দিয়া হয়), ভুকি থকা দুটা কুকুৰক (ফৰ্মুটিয়াই আঁতৰাই পঠোৱা হয় আৰু গৰুৰ জাকৰপৰা পোৱালী ধৰি নিয়া) কুকুৰনেছীয়া দুটাক বলেৰে খেদি পঠোৱা হয়, মই সেইদৰে এই শত্ৰুৰ ওঁঠ দুটা বলেৰে টানি এৰুৱাই পেলাম।।২।। সমস্ত অৱয়বতে কষ্ট দিয়া, নিকৃষ্ট ব্যথাদায়ক আৰু সামগ্ৰিকভাৱে ব্যথাদায়ক ওঁঠ দুটা (মই উচ্ছেদ কৰিম)। যি স্ত্ৰী বা পুৰুষ শত্ৰুৱে এই ঠাইৰ পৰা (আমাৰ ধন) অপহৰণ কৰিছে; মই তাৰ কৰ্মস্থান বান্ধি পেলাম।।৩।।

## ষণ্ণৱতিতম সূক্ত (৯৬)

(ঋষি, ছন্দ পূৰ্ব্ববৎ। দেৱতা—পক্ষী।)

গাইবিলাক গোহালিত থাকে; চৰাই বাহত থাকে; পৰ্বত নিজ স্থানত বৈ থাকে। মই সেইদৰে (শত্ৰুৰ বাসস্থান) কুকুৰনেছীয়া দুটা থকা ঠাইত পৰিণত কৰিম (অৰ্থান্তৰ-মই বৃক্ক দুটা নিজৰ স্থানত স্থিৰকৈ ৰাখিম)।।১।।

## সপ্তনৱতিতম সূক্ত (৯৭)

(ঋষি— অথৰ্বা। দেৱতা—ইন্দ্ৰাগ্নি। ছন্দ—ত্ৰিষ্টুপ্ আদি)

(দেৱগণৰ) হোতা হে জ্ঞানবান অগ্নি, আজি এই যজ্ঞত তোমাক আমি (হোতাৰূপে) বৰণ কৰিছোঁ; গতিকে তুমি দেৱগণৰ উদ্দেশ্যে হৱনীয় দ্ৰব্য প্ৰদান কৰাঁ আৰু স্তৱ কৰাঁ। সোমৰ বিষয়ে ভালকৈ জানি লৈ তুমি সোমা-যজ্ঞলৈ আহাঁ।।১।। হে ইন্দ্ৰ, তুমি আমাৰ মন (স্তুতিৰূপ) বাণীৰ লগত সংযুক্ত কৰাঁ; হে হৰিনামৰ অশ্বদ্বয়ৰ লগত যুক্ত ইন্দ্ৰ, তুমি আমাক বিদ্বানৰ লগত আৰু কল্যাণৰ লগত সংযুক্ত কৰাঁ; বেদাৰ্থজ্ঞানৰ লগত আৰু তাৰ অনুষ্ঠানসমূহৰ লগত তথা দেৱতাৰ হিতকাৰক (অগ্নিহোত্ৰ আদি) কৰ্মৰ লগত আমাক যুক্ত কৰাঁ। সেইদৰে যজ্ঞৰ যোগ্য দেৱতাসকলৰ সু-অনুগ্ৰহ বুদ্ধিৰ লগত আমাক যুক্ত কৰাঁ।।২।। হে দীপ্যমান অগ্নি,

হৱি কামনা কৰা যিসকল দেৱতাক তুমি আহ্বান কৰিছিলা, সেইসকলক স্বস্থানলৈ পঠাই দিয়াঁ। হে বসুগণ, (পুৰোডাশ আদি) ভোজন কৰি, (ঘৃতাদি) মধুৰ দ্ৰব্য পান কৰি যজমানক ধন প্ৰদান কৰাঁ।।৩।।হে দেৱগণ, তোমালোক যিসকল (হৱি সেৱন কৰি) প্ৰীত হৈ নিজৰ ধনৰাশি বহন কৰি, আমাৰ উদ্দেশ্যে হাতত ধন লৈ এই যজ্ঞলৈ আহিছিলা, সেই সকলৰ স্থানসমূহ আমি সুগম কৰি তুলিছোঁ। এতিয়া তোমালোকে (নিজৰ বাসযোগ্য) আদিত্যলোকত আৰোহণ কৰাঁ, তাৰ পিছত দ্যুলোকলৈ যোৱাঁ।।৪।। হে যজ্ঞ, যাগৰযোগ্য বিষ্ণুৰ ওচৰলৈ যোৱাঁ; তাৰ পিছত (যজ্ঞৰ ফল সহ) যজ্ঞকৰ্তাৰ ওচৰলৈ যোৱাঁ; তাৰ পিছত তোমাৰ নিজৰ (আৰু সমস্ত জগতৰ) কাৰণভূত পৰমাত্মাৰ ওচৰলৈ যোৱাঁ। তোমাৰ উদ্দেশ্যে এই আহুতি প্ৰদান কৰা হৈছে।।৫।। হে যজমান, তোমাৰ এই যজ্ঞ সুন্দৰ স্তোত্ৰযুক্ত আৰু সুপুত্ৰাদি যুক্ত হওক। এই আহুতি অগ্নিৰ উদ্দেশ্যে প্ৰদান কৰা হৈছে।।৬।। যিসকল দেৱতাক আহুতি প্ৰদান কৰা হৈছে আৰু যিসকলক প্ৰদান কৰা হোৱা নাই, সেই সকলৰ উদ্দেশ্যে এই বষট্‌কাৰ। হে পথৰ অভিজ্ঞ দেৱগণ, (যজ্ঞৰ সমাপ্তি ঘটাত) তোমালোক যি পথেৰে আহিছিলা, সেই পথেদিয়ে ঘূৰি যোৱাঁ।।৭।। হে মনৰ অধিপতি, আমাৰ এই যজ্ঞ দ্যুলোকত দেৱতাসকলৰ অৰ্থে স্থাপন কৰাঁ; তাৰ পিছত অন্তৰিক্ষত, পৃথিৱীত আৰু আকাশত স্থাপন কৰাঁ, বায়ুত স্থাপন কৰাঁ। এই আহুতি প্ৰদান কৰা হওক।।৮।।

## অষ্টনৱতিতম সূক্ত (৯৮)

(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—বিৰাট্‌।)

(স্ৰুৱা আদি থোৱা ঠাই) বৰ্হি হৱনীয়দ্ৰব্য আৰু ঘৃতেৰে লিপ্ত হৈছে; বসুগণৰ লগত, ইন্দ্ৰৰ লগত, মৰুৎগণৰ লগত আৰু বিশ্বদেৱগণৰ লগত এই বৰ্হি (কুশবন) যুক্ত হৈছে। এই (হৱিঃসাধন) বৰ্হিয়ে ইন্দ্ৰক লাভ কৰক। এই বৰ্হি আহুত হওক।।১।।

## নৱনৱতিতম সূক্ত (৯৯)

(ঋষি—অথৰ্বা। দেৱতা—বেদি। ছন্দ—ত্ৰিষ্টুপ্‌।)

(হে দৰ্ভৰ মুঠা,) তুমি চাৰিওফালে মেল খাই ঠাইখন ঢাকি পেলোৱাঁ; সৌ শুই থকা ভগিনীক (উত্তৰবেদীক অথবা যজমানক) তুমি হিংসা নকৰিবা। হোতাৰ আসন, হৰিতবৰ্ণীয়া, হিত-ৰমণীয় এই দৰ্ভসমূহ যজমানৰ পুণ্যলোকত সুবৰ্ণময় অলংকাৰ হৈ পৰক।।১।।

## শততম সূক্ত (১০০) আৰু একাধিকশততম সূক্ত (১০১)

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—ত্রিষ্টুপ্।)

মই দুঃস্বপ্নজনিত পাপৰ পৰা নিবৃত্ত হ'লো। কুস্বপ্নজনিত পাপে যাতে মোক স্পর্শ কৰিব নোৱাৰে সেই উদ্দেশ্যে মই মন্ত্রসমূহক কবচ কৰি ল'লো। তাৰ দ্বাৰা দুঃস্বপ্নজনিত শোক আঁতৰি যাব।।১।।

স্বপ্নত যি অন্ন খাওঁ, ৰাতিপুৱা তাক আৰু পোৱা নাযায়। সেইবিলাক যিহেতুকে দিনত দেখা পোৱা নহয়, (সেই অখাদ্য ভক্ষণ আদি) মোৰ কাৰণে মঙ্গলকৰ হওক।।১।।

## দ্ব্যধিকশততম সূক্ত (১০২)

(ঋষি—প্রজাপতি। দেৱতা—দ্যাৱাপৃথিৱী আদি মন্ত্রোক্তসকল। ছন্দ—বৃহতী।)

দ্যাৱাপৃথিৱী, অন্তৰিক্ষ আৰু মৃত্যুক নমস্কাৰ কৰি মই উৰ্ধ্বলোকলৈ (পৰলোকলৈ) নাযাওঁ, ইহলোকতে থাকিম। (আকাশ, পৃথিৱী আৰু অন্তৰিক্ষৰ) অধিপতিসকলে (অর্থাৎ, অগ্নি, বায়ু আৰু সূর্যই) যেন মোক হিংসা নকৰে।।১।।

# দশম অনুৱাক

## ত্র্যাধিকশততম সূক্ত (১০৩) আৰু চতুৰধিকশততম সূক্ত (১০৪)

(ঋষি—ব্রহ্মা। দেৱতা—আত্মা। ছন্দ—ত্রিষ্টুপ্।)

কোন ক্ষত্রিয় ৰজাই আমাক প্রশংসনীয় ফল দান কৰাৰ ইচ্ছাৰে এই নিন্দনীয় অহিতকাৰী দুৰ্গতিৰপৰা আমাক উদ্ধাৰ কৰিব? আমি অনুষ্ঠিত কৰি থকা যজ্ঞ কোনে কামনা কৰিব? কোনো আমাৰ ধন আদি পৰিপূর্ণ হোৱাটো বাঞ্ছা কৰিব? দেৱতাসকলৰ ভিতৰত কোনো আমাক দীর্ঘায়ু প্রদান কৰিব? (প্রশ্নসমূহৰ উত্তৰ প্রজাপতিয়ে)।।১।। নানা বৰণীয়া, সদাই পোৱালী থকা, সুন্দৰকৈ খীৰাব পৰা, বৰুণে অথৰ্বাক দান কৰা গাইজনীক আৰু বৃহস্পতিৰ সখিত্ব লাভ কৰি কোনে ইচ্ছামতে শৰীৰ বিস্তাৰ কৰিব পাৰে? (উত্তৰ প্রজাপতিয়ে)।।১।।

## পঞ্চাধিকশততম সূক্ত (১০৫)

(ঋষি—অথৰ্বা। দেৱতা—মন্ত্রত কোৱাসকল। ছন্দ—অনুষ্টুপ্।)

(হে বালক,) তুমি মানুহৰ (লৌকিক) কর্মৰপৰা বিৰত হৈ বেদৰূপ দৈৱবাক্যৰ সেৱা কৰি, সহচৰ ব্রহ্মচাৰীসকলৰ সৈতে ব্রহ্মচর্যৰ নিয়ম পালন কৰা।।১।।

## ষড়ধিকশততম সূক্ত (১০৬)

(ঋষি—অথৰ্বা। দেৱতা—জাতবেদা, বৰুণ। ছন্দ-ত্ৰিষ্টুপ্।)

হে অগ্নি, বিস্মৃত হৈ আমি যি কৰ্ম কৰিছোঁ, হে জাতবেদা, যি কৰ্মানুষ্ঠানত আমি বিমূঢ় হৈছোঁ, হে প্ৰকৃষ্ট জ্ঞানী, সেই দোষৰপৰা তুমি আমাক ৰক্ষা কৰা। তোমাৰ প্ৰীতিভাজন আমাৰ কৰ্মসমূহ যেন সসাঙ্গে সুসম্পন্ন হয় আৰু অমৰ হয়।।১।।

## সপ্তাধিকশততম সূক্ত (১০৭)

(ঋষি—ভৃগু। দেৱতা—সূৰ্য, জলসমূহ। ছন্দ—অনুষ্টুপ্।)

(কশ্যপ নামৰ) সূৰ্যৰ সপ্তৰশ্মিয়ে অন্তৰিক্ষত উৎপন্ন জলসমূহ বৰ্ষণ কৰিছে। (হে ৰোগগ্ৰস্ত,) সেই জলৰাশিয়ে তোমাৰ শেলৰ নিচিনাকৈ পীড়াদায়ক কাহ-শ্লেষ্মা আদি ৰোগ নাশ কৰক।।১।।

## অষ্টাধিকশততম সূক্ত (১০৮)

(ঋষি—ভৃগু। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্।)

হে অগ্নি, যি গোপনে বা প্ৰকাশ্যে আমাৰ অনিষ্ট সাধন কৰিব খোজে, (পৰক আক্ৰমণ কৰাৰ উপায়) জানি যি নিজৰ মানুহ বা শত্ৰুৱে আমাক হিংসা কৰিব খোজে, সেই শত্ৰুবিলাকৰ ওচৰলৈ দাঁতিনী, কষ্টদায়ক ৰাক্ষসী যাওক। হে অগ্নি, সেই শত্ৰুবিলাকৰ থাকিবলৈ ঘৰ নাথাকক; সন্তান-সন্ততি নাথাকক।।১।। হে অগ্নি, যি শত্ৰুৱে আমাক সাৰ পাই থাকোঁতে অথবা টোপনি গৈ থাকোঁতে হিংসা কৰিব খোজে, হে জাতবেদা, যি আমাক বৈ থাকোঁতে অথবা কাম কৰি থাকোঁতে হিংসা কৰিব খোজে, তুমি বৈশ্বানৰ (নামৰ জঠৰ) অগ্নিৰ সৈতে একত্ৰ হৈ সেই শত্ৰুবিলাকক দগ্ধ কৰা।।২।।

## নৱাধিকশততম সূক্ত (১০৯)

(ঋষি—বাদৰায়ণি। দেৱতা—অগ্নি আদি মন্ত্ৰোক্তসকল। ছন্দ—ত্ৰিষ্টুপ্ অনুষ্টুপ্।)

প্ৰভূত বলসম্পন্ন (দ্যুতজয়কাৰী দেৱতা) বভ্ৰুৰ উদ্দেশ্যে নমস্কাৰ। বভ্ৰুদেৱতা অক্ষক্ৰীড়াৰ বিষয়ত স্ব-প্ৰণোদিত। (অভিমন্ত্ৰিত) ঘৃতেৰে মই কলিক (পৰাজয়কাৰক পঞ্চসংখ্যাযুক্ত অয়ক) তাড়না কৰিম। বভ্ৰুদেৱতাই এই (জয়-পৰাজয়াত্মক) দ্যুতক্ৰীড়াত আমাক সুখী কৰক।।১।। হে অগ্নি, (আমাৰ জয়লাভৰ অৰ্থে অন্তৰিক্ষচাৰিণী) অপ্সৰাগণলৈ ঘৃত বহন কৰি নিয়াঁ; প্ৰতিদ্বন্দ্বীবিলাকলৈ ধূলি-বালি আৰু পানী পঠিয়াই দিয়াঁ; নিজৰ ভাগ অনুসৰি হৱি ভক্ষণ কৰা দেৱতাসকলে (শ্ৰৌত-স্মাৰ্তভেদে) উভয়বিধ হৱনীয় দ্ৰব্য আস্বাদন কৰি তৃপ্ত হওক আৰু (দ্যুত ক্ৰীড়াত আমাক জয়ী কৰক)।।২।।

(দ্যূত ক্ৰীড়াৰ দেৱতা) অপ্সৰাসকল ভূলোক আৰু সূৰ্যৰ (দ্বাৰা অধিষ্ঠিত দ্যুলোকৰ) মাজত মিলিত হৈ হৰ্ষান্বিত হয়। তেওঁলোকে মোৰ হাত দুখন ঘৃতৰ নিচিনা সাৰভূত আৰু জয়যুক্ত কৰক; সেইদৰে প্ৰতিপক্ষৰ খেলুৱৈক বশীভূত কৰক।।৩।। (হে বভ্ৰু-দেৱতা,) মই প্ৰতিপক্ষৰ খেলুৱৈৰ লগত পাশা গুটিৰে খেলিছোঁ। তুমি আমাৰ কাৰণে ঘৃতৰ নিচিনা সাৰভূত জয় বৰ্ষণ কৰা। আমাৰ বিৰুদ্ধে যি খেলিছে, তুমি সিবিলাকক বজ্ৰদগ্ধ গছৰ দৰে বিনষ্ট কৰা।।৪।। যি দেৱতাই প্ৰতিপক্ষৰ ধন লাভ কৰায়, যি দেৱতাই শত্ৰুৰ অক্ষ গ্ৰহণ কৰায় আৰু নিজৰ অক্ষ জয়কাৰক স্থানলৈ অনায়, সেই (দ্যূতজয়কাৰক) দেৱতাই আমাৰ এই হবি ভক্ষণ কৰক। আমি গন্ধৰ্বসকলৰ সৈতে একেলগে আনন্দ উপভোগ কৰোঁ।।৫।। (হে গন্ধৰ্বগণ, যিহেতুকে তোমালোকে ধন লাভ কৰোৱা, সেই কাৰণে) তোমালোকৰ নাম 'সংৱসব'। সংৱসৱৰ কাৰণে আৰু উগ্ৰংপশ্যা তথ্য ৰাষ্ট্ৰভৃৎ নামৰ অপ্সৰাগণৰ উদ্দেশ্যে আমি সোমযুক্ত হবি প্ৰদান কৰিম আৰু আমি (পাশাত জিকি) ধনৰ অধিপতি হ'ম।।৬।। মই জয়লাভৰ অৰ্থে দেৱতাসকললৈ আহুতি প্ৰদান কৰিছোঁ; ব্ৰহ্মচৰ্য পালন কৰিছোঁ; (অক্ষৰ অধিষ্ঠাতা দেৱতা) বভ্ৰুৰ অক্ষ স্পৰ্শ কৰিছোঁ; গতিকে দেৱতাসকলে মোক এই ক্ষেত্ৰত (জয়লাভ কৰাই) সুখী কৰক।।৭।।

## দশাধিকশততম সূক্ত (১১০)

(ঋষি—ভৃগু। দেৱতা—ইন্দ্ৰ, অগ্নি। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে অগ্নি আৰু ইন্দ্ৰ, তোমালোক দুজনে হবিৰ্দাতা যজমানৰ আৱৰণকাৰী পাপসমূহ নিঃশেষ কৰা; তোমালোক উভয়ে বৃত্ৰহন্তা (আৱৰক পাপনাশক)।।১।। যি দুজনৰ সহায়ত পূৰ্বে দেৱগণে স্বৰ্গ জয় কৰিছিল; যি দুজন দেৱতা স্বমহিমাৰে সমস্ত প্ৰাণীতে ব্যাপ্ত হৈ আছে, যি দুজন দেৱতা (উপাসকগণৰ কৰ্মফলৰ) দ্ৰষ্টা, অভিমত ফলবৰ্ষণকাৰী, বজ্ৰবাহু আৰু বৃত্ৰহন্তা, মই সেই অগ্নি আৰু ইন্দ্ৰক আহ্বান কৰিছোঁ।।২।। হে ইন্দ্ৰ, তোমাক দেৱতা বৃহস্পতিয়ে সোমপাত্ৰেৰে তেওঁৰ অধীন কৰিছে, যাতে তুমি অন্য ঠাইলৈ যাব নোৱাৰা। গতিকে হে ইন্দ্ৰ, তুমি সোম অভিষুত কৰা যজমানৰ পোষণৰ অৰ্থে আমাৰ স্তুতিবাক্যৰ দ্বাৰা স্তুত হৈ আমাত নিৱিষ্ট হোৱা।।৩।।

## একাদশাধিকশততম সূক্ত (১১১)

(ঋষি—ব্ৰহ্মা। দেৱতা—বৃষভ। ছন্দ—ত্ৰিষ্টুপ্।)

হে (বৃষোৎসৰ্গৰ) বৃষভ, তুমি সোম ধাৰণকাৰী, ইন্দ্ৰৰ জঠৰস্বৰূপ; তুমি দেৱতা আৰু মনুষ্যৰ শৰীৰ স্বৰূপ। তুমি এই লোকত সন্তান উৎপন্ন কৰা। ইয়াত আৰু অন্য ঠাইত থকা যজমানগণে সুখেৰে চলা-ফুৰা কৰক।।১।।

## দ্বাদশাধিকশততম সূক্ত (১১২)

(ঋষি—ব্ৰহ্মা। দেৱতা—জলসমূহ। ছন্দ—অনুষ্টুপ্।)

দ্যাবাপৃথিৱী অতিশয় শোভাময়ী; (এই দ্যুলোক আৰু ভূলোকৰ) মাজতে সমস্ত পদাৰ্থ স্থিত হৈ আছে। যাৰ কৰ্মসমূহ মহৎ, য'ত সপ্তসংখ্যক দৈৱী জলসমূহ প্ৰৱাহিত হৈ আছে, সেইসকলে আমাক পাপৰপৰা মুক্ত কৰক।।১।। (এই মন্ত্ৰৰ অনুবাদ ৬/৯৬/২ৰ অনুবাদৰ সৈতে একে)।।২।।

## ত্ৰয়োদশাধিকশততম সূক্ত (১১৩)

(ঋষি—ভাৰ্গৱ। দেৱতা—তৃষ্টিকা। ছন্দ—অনুষ্টুপ্, উষ্ণিক্।)

হে দাহকাৰী বাণাপৰ্ণ নামৰ ওষধি, তুমি বন্দনা নামৰ ওষধিৰ লগ লাগি সৌ তিৰোতাজনীক (পুৰুষৰপৰা) বিচ্ছিন্ন কৰাঁ, যাতে তাই প্ৰজননসমৰ্থ পুৰুষজনৰ দ্বেষকাৰিণী হয়।।১।। হে ওষধি, তুমি দাহকাৰী, বিষৰূপ আৰু বিষ সংযোগকাৰী আৰু সকলোৰে দ্বাৰা পৰিত্যক্ত। বন্ধ্যা গাই ষাঁড়গৰুৰ দ্বাৰা পৰিত্যক্ত হোৱাৰ দৰে (সৌ নাৰীও সেই পুৰুষৰ ভোগৰ অযোগ্য হওক)।।২।।

## চতুৰ্দশাধিকশততম সূক্ত (১১৪)

(ঋষি—ভাৰ্গৱা। দেৱতা—অগ্নি-সোম। ছন্দ—অনুষ্টুপ্।)

(হে দ্বেষকাৰিণী নাৰী,) মই তোমাৰ উৰু, হৃদয়, মুখ আৰু সকলো অঙ্গৰপৰা (সৌভাগ্যৰূপ) তেজ হৰণ কৰিছোঁ।।১।। তোমাৰ সকলো পীড়া দূৰ হওক; (ৰাক্ষস আদিৰ) স্মৃতি দূৰ হওক; পৰনিন্দা নিৰস্ত হওক। অগ্নিয়ে ৰাক্ষসীবিলাকক সংহাৰ কৰক। সোম দেৱতাই লোকৰ অনিষ্টকাৰী অভিলাষবিলাক বিনাশ কৰক।।২।।

## পঞ্চদশাধিকশততম সূক্ত (১১৫)

(ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—সৱিতা, জাতৱেদা। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

হে পাপী কু-লক্ষ্মী, তুমি ইয়াৰপৰা আঁতৰি যোৱাঁ। ইয়াৰপৰা অদৃশ্য হোৱাঁ, দূৰৰ ঠাইৰপৰাও আঁতৰি যোৱাঁ। আমি তোমাক লোহাৰ গজালেৰে দ্বেষকাৰী শত্ৰুৰ লগত যুক্ত কৰিম।।১।। বন্দনা লতাই যেনেকৈ গছ মেৰিয়াই থাকে, সেইদৰে এই কুলক্ষ্মীয়েও মোক মেৰিয়াই থৈছে। হে সৱিতা, তুমি এই কুলক্ষ্মীক আমাৰ ওচৰৰ পৰা অন্য ঠাইলৈ লৈ যোৱাঁ আৰু হিৰণ্যপাণি হৈ আমাক ধন দান কৰাঁ।।২।। মানুহৰ উৎপত্তিৰ লগে লগে এশ একসংখ্যক কুলক্ষ্মীও শৰীৰৰ লগতে প্ৰকট হৈছে। তাৰ

ভিতৰত অত্যন্ত পাপিষ্ঠাগৰাকীক আমি ইয়াৰপৰা খেদি পঠাইছোঁ। হে জাতবেদা, সেই অলক্ষ্মীসকলৰ ভিতৰত যিসকল কল্যাণকাৰী, তেওঁলোকক তুমি আমাক প্ৰদান কৰা।।৩।। গৰুৰ গিৰিহঁতে যেনেকৈ গোষ্ঠত থকা গৰুবিলাক ভাগ কৰে, সেইদৰে মই এই অলক্ষ্মীসকলক দুভাগত ভগাইছোঁ। কল্যাণকাৰী লক্ষ্মীসকল আমাত স্থিত হওক পাপকাৰী লক্ষ্মীসকল বিনষ্ট হওক।।৪।।

## ষোড়শাধিকশততম সূক্ত (১১৬)

(ঋষি—পূৰ্ববৎ। দেৱতা—চন্দ্ৰ, জ্বৰ। ছন্দ-উষ্ণিক্, অনুষ্টুপ্।)

উছাট-বিছাট লগোৱা, বিক্ষিপ্ত কৰি তোলা বলৱান, উষ্ণ জ্বৰৰ অধিষ্ঠাতা ৰুৰ জ্বৰলৈ নমস্কাৰ। সেইদৰে পূৰ্ব অভিলাষ ছেদ কৰা, শীতজ্বৰৰ অধিষ্ঠাতা দেৱতালৈও নমস্কাৰ।।১।। এদিন এৰ এদিন উঠা জ্বৰ আৰু দুদিন এৰি এদিন উঠা জ্বৰ ভেকুলীৰ ওচৰলৈ যাওক।।২।।

## সপ্তদশাধিকশততম সূক্ত (১১৭)

(ঋষি—পূৰ্ববৎ। দেৱতা—ইন্দ্ৰ। ছন্দ—বৃহতী।)

হে ইন্দ্ৰ, মদযুক্ত ময়ূৰৰ পাখিৰ নিচিনা নোমেৰে ঘোঁৰাকেইটাৰ সৈতে তুমি ইয়ালৈ আহাঁ। ব্যাধে চৰাইক আবদ্ধ কৰাৰ দৰে যাতে তোমাক কোনো স্তোতাই আবদ্ধ কৰি নাৰাখে। (তৃষ্ণাতুৰ মানুহে লৰালৰিকৈ) মৰুভূমি পাৰ হোৱাৰ দৰে তুমি (অন্য স্তোতাসকল পাৰ হৈ মোৰ ওচৰলৈ) ইয়ালৈ আহাঁ।।১।।

## অষ্টাদশাধিকশততম সূক্ত (১১৮)

(ঋষি—পূৰ্ববৎ। দেৱতা—সোম, বৰুণ, অন্য দেৱতাসকল। ছন্দ—ত্ৰিষ্টুপ্।)

(হে ৰাজন্,) তোমাৰ মৰ্মস্থানসমূহ মই কবচেৰে আবৃত কৰিছোঁ। ৰজা সোমে তোমাক অমৃতেৰে (অথবা অবিনাশী তেজেৰে) আচ্ছাদিত কৰক। বৰুণে তোমাক অধিকতকৈও অধিক সুখদান কৰক। দেৱতাসকলে তোমাক জয়লাভৰ ক্ষেত্ৰত প্ৰোৎসাহিত কৰক।।১।।

।। সপ্তম কাণ্ড সমাপ্ত ।।

# অষ্টম কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—ব্ৰহ্মা। দেৱতা—আয়ুস। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্ প্ৰভৃতি।)

অন্তকাৰী দেৱতা মৃত্যুলৈ নমস্কাৰ। প্ৰাণ আৰু অপান বায়ুৱে (উপনয়নৰ বালক) তোমাৰ শৰীৰত বিহাৰ কৰক।।১।। এই ব্যক্তিয়ে প্ৰাণ সমন্বিতে সূৰ্যৰ ভাগৰূপ ভূলোকত অৱস্থান কৰি থাকক।।১।। এই ব্যক্তিক ভগদেৱে উদ্ধাৰ কৰিছে, ৰশ্মিবিশিষ্ট সোমদেৱে এওঁক উদ্ধাৰ কৰিছে; মৰুৎ দেৱতাসকলে আৰু ইন্দ্ৰ তথা অগ্নিয়ে মঙ্গলৰ উদ্দেশ্যে এওঁক উদ্ধাৰ কৰিছে।।২।। (হে আয়ুষ্কাম পুৰুষ) তোমাৰ প্ৰাণ এই শৰীৰত স্থিত হৈ ৰওক; সেইদৰে তোমাৰ প্ৰাণবায়ু, আয়ুস আৰু মন ইয়াত স্থিত হৈ ৰওক; আমি তোমাক দৈৱিক মন্ত্ৰৰ দ্বাৰা নিৰ্ঋতিৰ পাশৰপৰা মুক্ত কৰিছোঁ।।৩।। হে পুৰুষ, তুমি এই মৃত্যুপাশৰপৰা ওপৰলৈ উঠাঁ, তললৈ নপৰিবা। মৃত্যুৰ পাশ ছিন্ন কৰি কৰি তুমি অগ্নি আৰু সূৰ্যৰ দৰ্শন লাভ কৰি থাকি এই পৃথিৱী এৰি নোযোৱাকৈ থাকাঁ।।৪।। মাতৰিশ্বা বায়ু তোমাৰ সুখৰ অৰ্থে প্ৰবাহিত হওক; তোমাৰ কাৰণে জলসমূহে অমৃত বৰ্ষণ কৰক; সূৰ্যই তোমাৰ সুখপ্ৰদ হোৱাকৈ তাপ দান কৰক; মৃত্যু দেৱতাই তোমাক কৃপা কৰক; তুমি বিনষ্ট নহ'বা।।৫।। হে পুৰুষ, তুমি (মৃত্যুপাশৰপৰা) ওপৰলৈ উঠা, তললৈ নাযাবা। মই তোমাৰ কাৰণে জীৱনপ্ৰদ ঔষধ প্ৰস্তুত কৰিছোঁ। তুমি এই (শৰীৰৰূপ) অমৰণ, সুখগামী ৰথত আৰোহণ কৰাঁ আৰু জীৰ্ণ নোহোৱাকৈ "মই সংজ্ঞা যুক্ত অৱস্থাত আছোঁ" বুলি কোৱাঁ।।৬।। তোমাৰ মন সিফাললৈ নাযাওক; সি তিৰোভূত নহওক; জীৱিত আত্মীয়সকলৰ প্ৰতি অৱজ্ঞা নকৰিবা; পিতৃগণক অনুসৰণ কৰি তুমি গুচি নাযাবা। সমস্ত দেৱতাই তোমাক এই শৰীৰতে ৰক্ষা কৰক।।৭।। যিসকলে বহু দূৰলৈ তোমাক লৈ যাব সেই পিতৃপুৰুষসকলৰ কথা চিন্তা নকৰিবা। অন্ধকাৰৰপৰা উঠি আহাঁ; পোহৰলৈ আহাঁ। আমি তোমাৰ হাতত ধৰি আছোঁ।।৮।। শ্যাম আৰু শবল নামৰ যমৰ যি দুটা বাট-ৰখীয়া কুকুৰ আছে, সিহঁতে তোমাক যেন বাধা নিদিয়ে। তুমি এই ফাললৈ আহাঁ। এই ভূলোকৰ প্ৰতি কেতিয়াও পৰাঙ্মুখ নোহোৱা যেন।।৯।। হে পুৰুষ, (মৰণলোকৰ) পথ অনুসৰণ নকৰিবা। এই পথ ভয়ংকৰ; সেইপথে তুমি পূৰ্বে কেতিয়াও যোৱা নাই, মই তাৰ কথাকে কৈছোঁ। সেই অন্ধকাৰৰ মাজলৈ তুমি নাযাবা। সেই দূৰলৈ থকা (যমৰ) পথত ভয় আছে; আমাৰ ইয়াত তুমি নিৰ্ভয় হৈ থাকা।।১০।। জলৰ মাজত থকা অগ্নিসমূহে তোমাক ৰক্ষা কৰক; মানুহে যাক প্ৰজ্বলিত কৰে সেই (আহৱনীয়) অগ্নিয়ে তোমাক ৰক্ষা কৰক; বৈশ্বানৰ আৰু জাতৱেদা অগ্নিয়ে তোমাক ৰক্ষা কৰক; তোমাক যেন দিব্য অগ্নিয়ে বিদ্যুতৰ সৈতে লগ লাগি দগ্ধ নকৰে।।১১।। মাংসভক্ষী

অগ্নিয়ে যেন তোমাক আহাৰ ৰূপে গণ্য নকৰে। তুমি শৰভক্ষক অগ্নিৰপৰা দূৰত ফুৰিবা। তোমাক দ্যুলোকে ৰক্ষা কৰক; পৃথিৱী, সূৰ্য আৰু চন্দ্ৰয়ো তোমাক ৰক্ষা কৰক। দেৱতাসকলে নিক্ষেপ কৰা অস্ত্ৰৰপৰা তোমাক অন্তৰিক্ষই ৰক্ষা কৰক।।১২।। বোধ, প্ৰতিবোধ, স্বপ্নৰহিত, নিদ্ৰাৰহিত, দেহৰক্ষক, জাগৰণশীল— এই সমস্ত দেৱগণে (ঋষি গণে) তোমাক ৰক্ষা কৰক।।১৩।। সেই (বোধ আদি ঋষি বা দেৱতা সকলে) তোমাক ৰক্ষা কৰক; তোমাক পালন কৰক। তেওঁলোকলৈ নমস্কাৰ; তেওঁলোকলৈ স্বাহা।।১৪।। বায়ু, ইন্দ্ৰ, ৰক্ষয়িতা সৱিতাদেৱে তোমাক (মৃত্যুৰ মুখৰপৰা আনি) জীৱিতসকলৰ প্ৰদান কৰক। প্ৰাণ আৰু বলে যেন তোমাক ত্যাগ নকৰে। আমি তোমাৰ অৰ্থে প্ৰাণবায়ুক আহ্বান কৰিছোঁ।।১৫।। সংহতহনু[৩৪] অঙ্কুলদন্ত ৰাক্ষসে যেন তোমাক (খাবলৈ) নাপায়; তোমাক যেন অন্ধকাৰে স্পৰ্শ নকৰে। বৰ্হিৰ দৰে বিস্তৃত ৰাক্ষসৰ জিভাই যেন তোমাক নাপায়। তুমি কেনেকৈ বিনষ্ট হ'বানো? তোমাক আদিত্যগণ, বসুগণ আৰু ইন্দ্ৰ তথা অগ্নিয়ে কল্যাণৰ অৰ্থে ওপৰলৈ তোলক।।১৬।। পৃথিৱী, দ্যুলোক আৰু প্ৰজাপতিয়ে তোমাক কল্যাণৰ অৰ্থে ওপৰত ধৰি ৰাখক; সোমৰজাৰ পত্নী ওষধিসমূহে তোমাক মৃত্যুৰ পৰা উদ্ধাৰ কৰি পালন কৰক।।১৭।। হে দেৱতাসকল, এই মানুহজন ইয়াতে থাকক; তেওঁক ইয়াৰ পৰা পৰলোকলৈ নিনিবা। আমি এওঁক সহস্ৰবীৰ্য ৰক্ষা বিধানৰ দ্বাৰা মৃত্যুৰপৰা উদ্ধাৰ কৰিম।।১৮।। (হে আয়ুসকামী পুৰুষ,) মই তোমাক মৃত্যুৰ গ্ৰাসৰপৰা উদ্ধাৰ কৰিলোঁ; আয়ুস ধাৰণ কৰা দেৱতাসকলে তোমাৰ সন্ধান কৰক। তোমাৰ আত্মীয় স্ত্ৰীগণে যেন তোমাৰ কাৰণে চুলি মেলি কান্দিব লগা নহয়; আত্মীয়সকলে যেন তোমাৰ কাৰণে কান্দিব লগা নহয়।।১৯।। মই তোমাক মৃত্যুৰ পৰা ধৰি আনিছোঁ; মই তোমাক পুনৰ নতুনকৈ ঘূৰাই পাইছোঁ। হে সৰ্বাংগযুক্ত ৰোগমুক্ত পুৰুষ, সকলো বস্তু তোমাৰ চকুৰ বিষয় হওক; তুমি সমস্ত আয়ুস লাভ কৰা যেন।।২০।। (হে ৰোগত মূৰ্চ্ছিত হৈ থকা মানুহজন,) তুমি পোহৰ হেৰুৱাই পেলাইছিলা; এতিয়া তোমাৰ অন্ধকাৰ দূৰ হৈছে। তোমাৰ পৰা আমি মৃত্যুদেৱ তাক আৰু নিৰ্ঋতিক অপসাৰিত কৰিলোঁ আৰু (বাহিৰৰ ভিতৰৰ) সকলো ৰোগ দূৰ কৰিলোঁ।।২১।।

## দ্বিতীয় সূক্ত (২)

(ঋষি, দেৱতা পূৰ্ব সূক্তৰদৰে। ছন্দ-ভুৰিক্, ত্ৰিষ্টুপ্, অনুষ্টুপ্, পংক্তি, জগতী, বৃহতী।)

(হে আয়ুসকামী পুৰুষ,) তুমি এই অমৃতৰ ধাৰা অনুভৱ কৰাঁ। জৰাকাললৈকে অবিচ্ছিন্ন ভাৱে ই তোমাৰ কাৰণে প্ৰবাহিত হৈ থাকক। মই তোমাৰ জীৱন আৰু আয়ুস ঘূৰাই আনিছোঁ। তুমি ৰজোগুণ আৰু তমোগুণলৈ গতি নকৰা; তুমি অহিংসিত হৈ থাকাঁ।।১।। তুমি আমাৰ অভিমুখী হৈ জীৱিত মানুহৰ জ্যোতি লাভ কৰাঁ। মই

তোমাক শত শৰৎ জোৰা আয়ুস লাভ কৰাবৰ উদ্দেশ্যে মৃত্যুৰ পাশ ছিণ্ডি উদ্ধাৰি আনিছোঁ; তোমাত মই দীৰ্ঘায়ু স্থাপন কৰিছোঁ।।২।। মই বায়ুৰপৰা তোমাৰ প্ৰাণবায়ু আনিছোঁ; সূৰ্যৰ পৰা দৃষ্টিশক্তি আনিছোঁ। তোমাৰ যি মন, তাক তোমাত ধাৰণ কৰিছোঁ। সেই তুমি সৰ্বাঙ্গযুক্ত হৈ জিভাৰে আলাপ কৰাঁ।।৩।। (মন্থন উদ্ভূত স্বল্পকায়) অগ্নিক বতাহৰ দ্বাৰা শক্তিশালী কৰাৰ দৰে মই তোমাক দ্বিপদ আৰু চতুষ্পদ প্ৰাণীৰ প্ৰাণবায়ুৰে সবল কৰিছোঁ। হে মৃত্যু দেৱতা, তোমালৈ নমস্কাৰ, তোমাৰ চকুলৈ নমস্কাৰ, তোমাৰ প্ৰাণবলৰ উদ্দেশ্যে নমস্কাৰ কৰিছোঁ।।৪।। এই মানুহজন জীৱিত হওক; এওঁ যেন নমৰে; আমি এওঁক সচেষ্ট কৰিছোঁ। আমি এওঁক চিকিৎসা কৰিছোঁ। হে মৃত্যু, তুমি এওঁক বিনষ্ট নকৰিবা।।৫।। জীৱনপ্ৰদ, কোনো প্ৰকাৰৰ অনিষ্ট নকৰা, সঞ্জীৱ, ৰক্ষাকাৰক, বলকাৰক—এই পাঠা নামৰ ওষধি মই এই মানুহজনৰ অনিষ্টনাশৰ উদ্দেশ্যে এই শান্তিকৰ্মলৈ আহ্বান কৰিছোঁ।।৬।। (হে মৃত্যুদেৱতা,) তুমি এওঁক নিজৰ লোক বুলি বেছিকৈ কোৰাঁ; এওঁক নামাৰিবা, এৰি দিয়াঁ। এওঁ তোমাৰ হৈ ইয়াতে সৰ্বত্ৰগতি অৱস্থান কৰি থাকক। হে ভৱ আৰু শৰ্ব দেৱতা, তুষ্ট হোৱাঁ; পালন কৰাঁ, পাপ দূৰ কৰি এওঁক আয়ুস দান কৰাঁ।।৭।। হে মৃত্যু, এওঁক তুমি নিজৰ বুলি গ্ৰহণ কৰাঁ; এওঁক দয়া কৰাঁ; এওঁ মৃত্যুৰ কবলৰ পৰা উঠি আহক। অহিংসিত, সৰ্বাঙ্গযুক্ত, শ্ৰৱণশক্তিসম্পন্ন হৈ এওঁ বাৰ্ধক্য পৰ্যন্ত শত বছৰ জীৱিত থাকি অন্যক অপেক্ষা নকৰাকৈ নিজেই ভোগ লাভ কৰক।।৮।। হে মানুহজন, (ৰুদ্ৰ আদি) দেৱতা অস্ত্ৰই তোমাক ত্যাগ কৰি যাওক; মই তোমাক মূৰ্চ্ছাৰূপ অন্ধকাৰৰ পৰা উদ্ধাৰ কৰিছোঁ; মই তোমাক মৃত্যুৰপৰা উদ্ধাৰ কৰিছোঁ। মাংসভক্ষী অগ্নিৰপৰা আঁতৰ কৰি মই তোমাৰ কাৰণে জীৱনৰক্ষক প্ৰাচীৰ প্ৰস্তুত কৰিছোঁ।।৯।। হে মৃত্যু, তোমাৰ দুৰ্ধৰ্ষ ৰজোময় পথৰপৰা এই মুমূৰ্ষু লোকজনক ৰক্ষা কৰিবৰ কাৰণে মই মন্ত্ৰেৰে বৰ্ম পিন্ধাই দিছোঁ।।১০।। (হে আয়ুষ্কাম পুৰুষ) মই তোমাৰ শৰীৰত প্ৰাণ-অপান বায়ু স্থিত কৰিছোঁ; বৃদ্ধকালত মৃত্যুৰ ব্যৱস্থা কৰিছোঁ। তুমি দীৰ্ঘায়ু হোৱাঁ, তোমাৰ কল্যাণ হওক। যমে প্ৰেৰণ কৰা বিচৰণশীল যমদূতবিলাকক সকলোকে মই অপসাৰিত কৰিছোঁ।।১১।। শত্ৰুৰূপ, সমুখৰপৰা গ্ৰাস কৰা নিৰ্ঋতি আৰু মাংসভক্ষী পিশাচবোৰক, দুষ্টভাৱাপন্ন যিবিলাক ৰাক্ষস আছে, সেইবিলাককো অন্ধকাৰৰ দৰে আঁতৰাই দিছোঁ।।১২।। হে পুৰুষ, অমৰ, চিৰজীৱী, জাতবেদা অগ্নিৰ পৰা তোমাৰ প্ৰাণ ভিক্ষা কৰিছোঁ; তুমি যাতে হিংসিত নোহোৱা, অমৰ হোৱা, সেই উদ্দেশ্যে এই শান্তিকৰ্ম কৰিছোঁ। এই কৰ্ম তোমাৰ কাৰণে সমৃদ্ধিকৰ হওক।।১৩।। (হে কুমাৰ,) তোমাৰ কাৰণে দ্যাৱাপৃথিৱী মঙ্গলময়, সন্তাপবিহীন আৰু সৌভাগ্যপ্ৰদ হওক। তোমাৰ কাৰণে সূৰ্যই সুখকৰ তাপ দিয়ক, তোমাৰ হৃদয়ৰ সুখকৰ হৈ বায়ু প্ৰবাহিত হওক,

দিব্য স্বাদু জলসমূহ তোমাৰ কাৰণে মঙ্গলপ্ৰদ হৈ বৰ্ষিত হওক।।১৪।। ওষধিসমূহ তোমাৰ কাৰণে কল্যাণপ্ৰদ হওক; মই তোমাক পৃথিৱীৰ তলৰপৰা ওপৰলৈ তুলিছোঁ। তাত অদিতিপুত্ৰ সূৰ্য-চন্দ্ৰ উভয়ে তোমাক ৰক্ষা কৰক।।১৫।। তোমাৰ যি উত্তৰীয় বস্ত্ৰ আছে আৰু তুমি যি বস্ত্ৰ কঁকালত পিন্ধি আছা, সেই বস্ত্ৰক মই তোমাৰ কাৰণে মঙ্গলপ্ৰদ কৰিছোঁ, তাৰ স্পৰ্শ যাতে তুমি মৃদু অনুভৱ কৰা।।১৬।। হে সৱিতা দেৱ, কেশ মুণ্ডনকাৰী তুমি চোকা ক্ষুৰেৰে দাড়ি চুলি খুৰাই এওঁৰ মুখ উদ্ভাসিত কৰাঁ। আমাৰ পুত্ৰৰ আয়ুস হৰণ নকৰিবা।।১৭।। (হে বালক,) চাউল, যৱ তোমাৰ কাৰণে সুখকৰ, বলকাৰক আৰু ভোজনত মধুৰ হওক। এই চাউল আৰু য-ধানে শৰীৰৰ ৰোগ নাশ কৰে আৰু পাপৰ পৰা মুক্ত কৰে।।১৮।। তুমি যি অন্ন খাইছা, যি দুগ্ধৰ সাৰ পান কৰিছা, খাদ্য-অখাদ্য সকলো অন্নকে মই বিষশূন্য কৰিছোঁ।।১৯।। (হে বালক,) মই তোমাক ৰাত্ৰিৰ অধিষ্ঠাতা দেৱতালৈ আৰু দিনৰ অধিষ্ঠাতা দেৱতালৈ ৰক্ষাৰ নিমিত্তে আগ কৰিছোঁ। হে বিশ্বদেৱগণ, ধন অপহৰণকাৰী আৰু ভক্ষক ৰাক্ষস পিশাচ আদিৰপৰা মোৰ এই বালকক ৰক্ষা কৰাঁ।।২০।। (হে বালক,) আমি তোমাৰ শতবছৰ আয়ুসক অযুত বছৰীয়া কৰিছোঁ; তোমাক (পতি-পত্নী ৰূপে) এক যুগল, (পুত্ৰ-কন্যাৰূপে) দুই যুগল আৰু (পৌত্ৰাদিৰূপে) বহুযুগল কৰিছোঁ। ইন্দ্ৰ-অগ্নি আৰু সমস্ত দেৱতাসকলে ক্ষুব্ধ নহৈ আমাৰ এই প্ৰাৰ্থনা তোমাৰ ক্ষেত্ৰত অনুমোদন কৰক।।২১।। আমি তোমাক ৰক্ষাৰ নিমিত্তে শৰৎ, হেমন্ত, বসন্ত, গ্ৰীষ্ম ঋতুক অৰ্পণ কৰিছোঁ। ভোগসাধন ওষধিসমূহ যিবিলাক বছৰত বৃদ্ধি প্ৰাপ্ত হয়, সেই বৰ্ষসমূহ তোমাৰ কাৰণে সুখকৰ হওক।।২২।। মৃত্যু দ্বিপাদ প্ৰাণীসমূহৰ অধিপতি, মৃত্যু চতুষ্পাদ প্ৰাণী সমূহৰ অধিপতি; গতিকে সেই গোপতি মৃত্যুৰ হাতৰপৰা তোমাক মই উদ্ধাৰ কৰিছোঁ। তুমি ভয় নকৰিবা।।২৩।। (মৃত্যুৰ দ্বাৰা) অহিংসিত হে মানুহজন, তুমি নমৰা, কদাপি নমৰা, ভয় নকৰিবা। মানুহ এই শান্তিকৰ্মত নমৰে; অধম অন্ধকাৰলৈকো গতি নকৰে।।২৪।। জীৱন লাভৰ সুৰক্ষাসীমা স্বৰূপ এই শান্তি মন্ত্ৰ য'ত সম্পন্ন কৰা হৈছে, তাত গৰু, ঘোঁৰা, মানুহ, অন্য প্ৰাণী, সকলোটিয়েই জীয়াই থাকে।।২৫।। (হে শান্তিকামী পুৰুষ,) এই শান্তিকৰ্মই তোমাক নিজৰ মানুহৰ পৰা আৰু অভিচাৰকৃত হিংসাৰপৰা ৰক্ষা কৰিব। তুমি মৃত্যুৰহিত অমৰ আৰু দীৰ্ঘজীৱী হোৱাঁ; তোমাৰ শৰীৰ যেন প্ৰাণে এৰি নাযায়।।২৬।। এশ এবিধ যি মৃত্যুৰ কাৰণ ৰোগসমূহ আছে আৰু নাশকাৰী শক্তি, অতিক্ৰম কৰিবলগীয়া আছে, সেইসমূহৰপৰা দেৱতাসকলে তোমাক মুক্ত কৰক; বৈশ্বানৰ অগ্নিৰপৰাও ৰক্ষা কৰক।।২৭।। হে পূতদ্ৰু (নামৰ বৃক্ষ), তুমি অগ্নিৰ পাৰপ্ৰাপক শৰীৰ, তুমি ৰাক্ষসহন্তা, শত্ৰুনাশক আৰু ৰোগনিবাৰক ঔষধ।।২৮।।

# দ্বিতীয় অনুবাক

## তৃতীয় সূক্ত (৩)

(ঋষি—চাতন। দেৱতা—অগ্নি। ছন্দ—ত্রিষ্টুপ, অনুষ্টুপ, জগতী, গায়ত্রী।)

ৰাক্ষসহন্তা বলবান অগ্নিক ঘৃতাহুতি প্ৰদান কৰিছোঁ আৰু মিত্ৰতুল্য বিশাল অগ্নিক গ্ৰহণ কৰিছোঁ (অথবা সুখলাভৰ কাৰণে তেওঁৰ ওচৰ চাপিছোঁ)। অগ্নিয়ে যজ্ঞসমূহৰ দ্বাৰা তীক্ষ্ণ আৰু প্ৰজ্বলিত হৈ আমাক ৰাতিয়ে দিনে শত্ৰুৰপৰা ৰক্ষা কৰক।।১।। হে জাতৱেদা, লৌহদন্ত তুমি প্ৰজ্বলিত হৈ তোমাৰ শিখাৰে যাতুধানবোৰক স্পৰ্শ কৰা; তোমাৰ জিভাৰে অপদেৱতাবিলাকক আক্ৰমণ কৰা; মাংসভক্ষীবিলাকক ছেদন কৰি মুখৰ ভিতৰত চোবাই পেলোৱা।।২।। হে দুই দন্তধাৰী অগ্নি, তুমি তীক্ষ্ণ আৰু হিংস্ৰ হৈ দুয়োফালে, তলে-ওপৰে দাঁত বহুৱাই দিয়া। হে অগ্নি, তুমি অন্তৰিক্ষলৈ উঠা আৰু যাতুধানবিলাকক তোমাৰ দাঁতেৰে পিহি পেলোৱা।।৩।। হে অগ্নি, তুমি যাতুধানৰ ছাল ফালি পেলোৱা। তোমাৰ হিংস্ৰ বজ্ৰই তাপেৰে তাক নিধন কৰক। হে জাতৱেদা, তাৰ জোৰাবোৰ বিচ্ছিন্ন কৰি দিয়া; মাংসভক্ষী, মাংসলোভী প্ৰাণীয়ে তাক ছিন্ন-ভিন্ন কৰি পেলাওক।।৪।। হে জাতৱেদা অগ্নি, তুমি য'তে যাতুধান দেখিবলৈ পোৱা, সি থিয় হৈয়ে থাকক বা বিচৰণ কৰিয়েই থাকক, অথবা আকাশতে ঘূৰি ফুৰক, তাক তোমাৰ তীক্ষ্ণ বাণেৰে বিন্ধি পেলোৱা।।৫।। হে অগ্নি, আমাৰ যজ্ঞসমূহৰ দ্বাৰা তোমাৰ বাণ পোন কৰি, মন্ত্ৰসমূহৰ দ্বাৰা বাণৰ আগভাগ বজ্ৰেৰে তীক্ষ্ণ কৰি লৈ সেইবিলাকেৰে যাতুধানবোৰৰ হিয়া ভেদ কৰা আৰু তাৰ পিছত সিবিলাকৰ বাহু মোটোকাই ভাঙি দিয়া।।৬।। হে জাতৱেদা অগ্নি, তোমাৰ স্তুতি আৰম্ভ কৰা আমাক ৰক্ষা কৰা আৰু কোলাহল কৰা যাতুধানবোৰক অস্ত্ৰেৰে বিনষ্ট কৰা। (অথবা ৰাক্ষসৰ হাতৰপৰা সি আক্ৰমণ কৰা ব্যক্তিক উদ্ধাৰ কৰা আৰু নিগৃহীত ৰাক্ষসক নিজৰ অধীন কৰা)। তুমি উজ্জ্বল মূৰ্তি ধাৰণ কৰি সৰ্বপ্ৰথমে মাংসভক্ষীবিলাকক বধ কৰা; এই মাংসখাদক ক্ষিঙ্কা নামৰ বগা চৰাইবোৰে সিহঁতক খাই পেলাওক।।৭।। হে অগ্নি, তুমি কৈ দিয়া, কোন যাতুধানে এই কাম কৰিছে। হে অতি যুৱা অগ্নি, তুমি কাঠেৰে প্ৰজ্বলিত হৈ সেই যাতুধানক আক্ৰমণ কৰা। মানুহৰ প্ৰতি কৃপাদৃষ্টি থকা তুমি তাক দৃষ্টিপাত (কৰি দগ্ধ) কৰা।।৮।। হে অগ্নি, তোমাৰ তীক্ষ্ণ দৃষ্টিৰে আমাৰ যজ্ঞ ৰক্ষা কৰা। হে প্ৰচেতা, আমাৰ এই যজ্ঞ বসুগণলৈ বহন কৰা। ৰাক্ষসৰ অনিষ্টকাৰী প্ৰজ্বলিত তোমাক যেন, হে মনুষ্যৰ ৰক্ষয়িতা, যাতুধানবোৰে পৰাভূত কৰিব নোৱাৰে।।৯।। হে মনুষ্যৰ তত্ত্বাৱধায়ক, তুমি ৰাক্ষসৰ ফালে দৃষ্টি ৰাখা, প্ৰজাসমূহলৈ চকু দিয়া। তাৰ ওপৰৰ তিনিটা ভাগ ছিন্ন কৰি দিয়া, দুই কাষৰ অস্থিসমূহ উত্তাপেৰে ছিঙি পেলোৱা। সেই যাতুধানৰ ভৰিৰ তিনিটা পাব ছেদন কৰা।।১০।।

হে অগ্নি, যি যাতুধানে অসত্যৰ দ্বাৰা সত্যৰূপ (যজ্ঞ) বিনষ্ট কৰে, সেই যাতুধান তিনিবাৰ তোমাৰ বন্ধনসীমাৰ মাজলৈ আহক (আৰু দগ্ধ হওক)। হে জাতবেদা, শিখাৰে তাক স্পর্শ কৰি তুমি স্তোতাগণৰ সমুখতে তাক বিনষ্ট কৰাঁ।।১১।। হে অগ্নি, স্ত্ৰী-পুৰুষে পৰস্পৰে আজি যি কটু কথা কৈছে আৰু গালি-শপনি পাৰিছে, (সেয়া ৰাক্ষসৰ প্ৰৰোচনাতহে হৈছে); মনৰ ক্ৰোধত উৎপন্ন হোৱা বাণেৰে তুমি যাতুধানবোৰৰ হৃদয় বিন্ধি পেলোৱাঁ।।১২।। হে অগ্নি, উত্তাপৰ দ্বাৰা যাতুধানবোৰক বধ কৰাঁ; ৰাক্ষসবোৰক শিখাৰে দগ্ধ কৰাঁ; অপদেৱতাবিলাকক তেজেৰে বিনষ্ট কৰাঁ; উদ্দীপ্ত প্ৰাণ-অপহৰণকাৰীবিলাকক বিনাশ কৰাঁ।।১৩।। আজি দেৱতাসকলে দুষ্ট ৰাক্ষসক বিনষ্ট কৰক; সি প্ৰয়োগ কৰা শাও-শপনিবোৰ তাঁলৈকে ঘূৰি যাওক। অভিচাৰ মন্ত্ৰৰ সহায়ত যি হৰণ কৰে, বাণসমূহে তাৰ মৰ্ম ভেদ কৰক। সি বিশ্বব্যাপী অগ্নিৰ বন্ধনত পৰক।।১৪।। হে অগ্নি, যি ৰাক্ষসে নৰমাংসেৰে নিজক লিপ্ত কৰে আৰু ছাগলী-ঘোঁৰা আদিৰ মাংসেৰে নিজৰ পুষ্টি সাধন কৰে, যি অবধ্যা গাইৰ দুগ্ধ হৰণ কৰে, সেই সকলোৰে শিৰবিলাক তুমি নিজ বলেৰে ছেদ কৰাঁ।।১৫।। যাতুধানবোৰে গাইৰ দুগ্ধ ইচ্ছা কৰি বিষপানহে কৰক। দূষিত গমনযুক্তবিলাক পৃথিৱীৰ ভোগৰপৰা বিচ্যুত হওক। সৱিতাদেৱে সিবিলাকক ঘাতকৰ হাতত দিয়ক আৰু ধান আদি ঔষধিৰ ভাগৰপৰা বঞ্চিত কৰক।।১৬।। হে মনুষ্যদৰ্শনকাৰী অগ্নি, এবছৰ জোৰা গৰুৰ যি গাখীৰ, যাতুধানবোৰে তাক খাবলৈ নাপায় যেন। সেইদৰে গাইৰ ঘৃত ৰূপ অমৃতেৰে যি তৃপ্ত হ'ব খোজে, তুমি শিখাৰে তাৰ মৰ্ম ভেদ কৰাঁ।।১৭।। (এই মন্ত্ৰৰ অৰ্থ ৫/২৯/১১ মন্ত্ৰৰ সৈতে একে)।।১৮।। হে অগ্নি, তুমি আমাক তল ফালৰপৰা, ওপৰফালৰপৰা, সমুখৰপৰা আৰু পিছফালৰপৰা ৰক্ষা কৰাঁ। তোমাৰ অতি উজ্জ্বল, অতি উত্তপ্ত, অবিনাশী শিখাৰে হিংসুকবিলাকক বিনাশ কৰাঁ।।১৯।। হে ক্ৰান্তদৰ্শী অগ্নি, তুমি পিছফালৰপৰা, আগফালৰপৰা, তলৰপৰা আৰু ওপৰৰ পৰা আমাক তোমাৰ ক্ৰিয়া-কৌশলেৰে ৰক্ষা কৰি থাকাঁ। হে অগ্নি, তুমি আমাৰ সখা, তুমি জৰাৰহিত, তুমি অমৰ; তুমি মিত্ৰ, জৰামৰণশীল আমাক ৰক্ষা কৰাঁ।।২০।। খুৰাসদৃশ নখেৰে আঘাত হনা যাতুধানলৈ তুমি যি দৃষ্টি দি থাকা, তুমি এতিয়া শব্দকাৰী ৰাক্ষসৰ প্ৰতি সেই দৃষ্টি দিয়াঁ। অথৰ্বা ঋষিৰ দৰে তুমি সত্যনাশক নিৰ্বোধবিলাকক দিব্য তেজেৰে বিনষ্ট কৰাঁ।।২১।। (এই মন্ত্ৰৰ অৰ্থ ৭/৭১/১ মন্ত্ৰৰ সৈতে একে)।।২২।। হে অগ্নি, তুমি বিষৰ দৰে বিনাশকাৰী তীক্ষ্ণ তেজেৰে ধ্বংসকাৰী স্বভাৱৰ বলশালী ৰাক্ষসক বিনাশ কৰাঁ আৰু উত্তপ্ত জ্বালাৰে সিহঁতক দগ্ধ কৰাঁ।।২৩।। মহান্ জ্যোতিৰে অগ্নি প্ৰকাশিত হৈ আছে; তেওঁ নিজ মহিমাৰে সমস্ত বস্তু দৃশ্যমান কৰিছে; তেওঁ দুৰ্গম আসুৰী মায়া তিৰোহিত কৰিছে আৰু ৰাক্ষস-বিনাশৰ অৰ্থে নিজৰ শিং দুটা

তীক্ষ্ণ কৰি লৈছে।।২৪।। হে অগ্নি, তোমাৰ যি দুটি অজৰ, অতৃপ্ত, তীক্ষ্ণ অস্ত্ৰস্বৰূপ, মন্ত্ৰৰ দ্বাৰা চোকা কৰা শিং আছে, তাৰে তুমি দুষ্ট হৃদয়ৰ, আক্ৰমণকাৰী কিমীদিনক, হে জাতবেদা, তোমাৰ জ্বালাৰে বিনাশ কৰাঁ।।২৫।। অগ্নিয়ে সকলো প্ৰকাৰৰ ৰাক্ষসক আঁতৰাই পঠায়; তেওঁ দীপ্ত জ্যোতিৰে প্ৰকাশিত, অমৰণশীল, শুচি পবিত্ৰকাৰক আৰু সকলোৰে পূজ্য।।২৬।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—চাতন। দেৱতা—ইন্দ্ৰ-সোম আদি মন্ত্ৰত কোৱাসকল।
ছন্দ—জগতী, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

হে ইন্দ্ৰ-সোম-দেৱতা, তোমালোকে ৰাক্ষসক সন্তাপ দিয়াঁ, বিনষ্ট কৰাঁ। হে কামবৰ্ষকদ্বয়, তোমালোকে অন্ধকাৰত বৰ্ধিত ৰাক্ষসবিলাকক তল পেলাই দিয়াঁ। অজ্ঞান ৰাক্ষসবিলাকক পৰাঙ্মুখ কৰা, হিংসা কৰাঁ, দগ্ধ কৰা, মাৰি পেলোৱাঁ, দূৰলৈ খেদি দিয়াঁ।।১।। হে ইন্দ্ৰ-সোম, পাপ কথা কোৱা পাপী ৰাক্ষসবিলাকক সম্পূৰ্ণভাৱে অভিভূত কৰা; জুইত পেলাই দিয়া চৰুৰ দৰে সি জুইৰ উত্তাপ লাভ কৰক। ব্ৰাহ্মণদ্বেষী, মাংসভক্ষী, ঘোৰদৰ্শন কিমীদিনৰ প্ৰতি তোমালোকে নিৰন্তৰ বিদ্বেষ পোষণ কৰাঁ।।২।। হে ইন্দ্ৰ-সোম, দুষ্কৃতিকাৰীক আলম্বনৰহিত আবৰক অন্ধকাৰৰ মাজত পেলাই তাড়না কৰাঁ, যাতে সিহঁতৰ কোনোৱেই উঠি আহিব নোৱাৰে। তোমালোকৰ বল সিহঁতক পৰাভূত কৰিবৰ কাৰণে ক্ৰুদ্ধ হওক।।৩।। হে ইন্দ্ৰ-সোম, তোমালোকে দ্যুলোক আৰু ভূ-লোকৰ পৰা ৰাক্ষসবধৰ অৰ্থে মাৰাত্মক অস্ত্ৰসমূহ একত্ৰ কৰাঁ। মেঘৰপৰা (পৰ্বতৰপৰা) সন্তাপকাৰক বজ্ৰ উৎপন্ন কৰাঁ আৰু তাৰে বৃদ্ধি পাই যোৱা ৰাক্ষসবিলাকক বিনাশ কৰাঁ।।৪।। হে ইন্দ্ৰ-সোম, তোমালোকে আকাশৰ চাৰিওফালে অস্ত্ৰসমূহ প্ৰেৰণ কৰাঁ। অগ্নিৰ দ্বাৰা উত্তপ্ত তাপকাৰক, প্ৰহাৰশীল, অজৰ শিলানিৰ্মিত অস্ত্ৰেৰে ৰাক্ষসবিলাকক পাৰ্শ্বভাগত আঘাত কৰাঁ, যাতে সিহঁত নিঃশব্দ হৈ পৰি যায়।।৫।। হে ইন্দ্ৰ-সোম, বলবান দুই অশ্বক যেনেকৈ কক্ষাবন্ধন ৰজ্জুৰে বন্ধন কৰা হয়, তেনেকৈ আমাৰ এই স্তুতিয়ে তোমালোকক কেউফালে বেৰি ৰাখক। আহ্বানযোগ্য মতিৰে তোমালোকলৈ মই স্তুতি প্ৰেৰণ কৰিছোঁ। (স্তুতিপাঠকৰ দ্বাৰা প্ৰীত হোৱা) ৰজাৰ দৰে তোমালোক এই মন্ত্ৰৰ দ্বাৰা প্ৰীত হোৱাঁ।।৬।। হে ইন্দ্ৰ-সোম, বলবান গমনশীল ঘোঁৰাকেইটাক তোমালোকে স্মৰণ কৰাঁ, (সিহঁতৰ সহায়ত ইয়ালৈ আহি) দ্ৰোহী, ধ্বংসকাৰী ৰাক্ষসবিলাকক বিনাশ কৰাঁ। দুষ্কৃতিকাৰীবোৰৰ যেন সুখলাভ নহয়, দ্ৰোহীহঁতে যেন আমাক কেতিয়াও পৰাভূত কৰিব নোৱাৰে।।৭।। হে ইন্দ্ৰ, যি পৰিপক্ক মনেৰে (সজ কামত) প্ৰবৃত্ত হোৱা মোক অসত্য কথাৰে অভিশাপ

দিয়ে, মুঠিত লোৱা পানী সৰকি গৈ নোহোৱা হোৱাৰ দৰে সেই অসত্যভাষীও অস্তিত্ববিহীন হৈ পৰক।।৮।। যি সত্যবাদী মোক নিন্দাৰ দ্বাৰা পীড়িত কৰে, যি আমাৰ সৎকৰ্ম অন্নৰ দ্বাৰা দূষিত কৰে, সোমে সিবিলাকক সাপৰ মুখত দিয়ক অথবা নিৰ্ঋতিৰ কোলাত পেলাওক।।৯।। হে অগ্নি, যি ৰাক্ষসে আমাৰ শৰীৰৰ ৰস, অথবা ঘোঁৰাবোৰৰ, গৰুবোৰৰ আৰু আত্মীয় পুত্ৰাদিৰ শৰীৰৰ ৰস পান কৰিব খোজে, সেই শত্ৰু, চোৰ, হৰণকাৰী নিজ আত্মাৰপৰা, সতি-সন্ততিৰপৰা বিচ্ছিন্ন হওক।।১০।। হে দেৱগণ, সেইজন নিজ শৰীৰৰপৰা আৰু সন্তানৰপৰা বিচ্ছিন্ন হৈ এই বিশাল তিনি পৃথিৱীৰ অধোলোকলৈ গতি কৰক; যি মোক দিনে-ৰাতিয়ে হিংসা কৰিবলৈ বিচাৰে, সেইজনৰ কীৰ্তি নাশ হওক।।১১।। বিদ্বানসকলৰ কাৰণে এই কথা জনাটো সহজ যে সত্য আৰু অসত্য বচনে পৰস্পৰে স্পৰ্ধা কৰে; তাৰ ভিতৰত যি অতি সত্য আৰু সৰল, সোমদেৱে তাকে পালন কৰক আৰু যি অসত্য, তাক বিনষ্ট কৰক।।১২।। সোমদেৱে দুষ্টক প্ৰণোদিত নকৰে আৰু মিথ্যাবাদী ক্ষত্ৰিয়কো প্ৰৱৰ্তিত নকৰে; তেওঁ ৰাক্ষস নিধন কৰে, অসত্যবাদীক বিনষ্ট কৰে; এই দুয়োবিধ লোক ইন্দ্ৰৰ বন্ধনৰ ভিতৰত থাকে।।১৩।। হে অগ্নি, যদি মই অসত্য দেৱগণৰ হওঁ অথবা ব্যৰ্থভাৱে দেৱতাক বহন কৰিছোঁ, তেনে হ'লে তুমি মোৰ প্ৰতি ক্ৰুদ্ধ হোৱাঁ, (সেয়া নোহোৱাকৈ তুমি কিয় ক্ৰুদ্ধ হ'বা?)। ঘৃণনীয় কথা কোৱাসকলেহে তোমাৰ পৰা কষ্ট লাভ কৰিব লাগে।।১৪।। মই যদি (যাতনাদায়ক) যাতুধান হওঁ, আৰু মই যদি কোনো লোকৰ আয়ুসত তাপ দিছোঁ, তেনেহ'লে মই যেন আজিয়েই মৰোঁ। যি মিছাকৈয়ে মোক যাতুধান বুলি কৈছে, তেওঁ দহজন পুত্ৰৰ বিয়োগ লাভ কৰক।।১৫।। যি মোক মিছাকৈয়ে যাতুধান বুলি কৈছে, যি ৰাক্ষস হৈও নিজকে 'মই শুদ্ধ' বুলি কৈছে, ইন্দ্ৰই সিজনক মাৰাত্মক অস্ত্ৰেৰে বিনাশ কৰক; সেইলোক সকলো প্ৰাণীতকৈ নিকৃষ্ট হৈ অধঃপতিত হওক।।১৬।। যি ৰাক্ষসীয়ে মাইকী ফেঁচাৰ দৰে লুকাই লুকাই মোৰ বিনাশ সাধিবলৈ আহে, সেই দ্ৰোহাচাৰিণী অতল গাঁতত পতিত হওক। সোম অভিষুত কৰা প্ৰস্তৰ খণ্ডসমূহে শব্দ কৰি কৰি তাইৰ বিনাশ সাধন কৰক।।১৭।। হে মৰুৎগণ, তোমালোক প্ৰজাসমূহৰ মাজত ব্যাপ্ত হৈ অৱস্থান কৰাঁ; যিবিলাক ৰাক্ষসে পখীৰ ৰূপ ধৰি ৰাতি বিচৰণ কৰে আৰু দেৱতাৰ যজ্ঞত হিংসাকাৰ্য কৰে, সেইবিলাকক তোমালোকে ধৰিবলৈ ইচ্ছা কৰাঁ, পিহি পেলোৱাঁ।।১৮।। হে ইন্দ্ৰ, পৰ্বতৰ পৰা (অথবা অন্তৰিক্ষৰ পৰা) বজ্ৰ প্ৰৱৰ্তিত কৰাঁ; হে মঘৱন, সোমৰ দ্বাৰা তীক্ষ্ণীকৃত বজ্ৰক অধিক তীক্ষ্ণ কৰাঁ। পৰ্বযুক্ত বজ্ৰৰ দ্বাৰা পূৱফালৰপৰা, পশ্চিম ফালৰপৰা, দক্ষিণ আৰু উত্তৰ ফালৰপৰা (অথবা আগফাল, পিছফাল ওপৰ আৰু তলফালৰপৰা) তুমি ৰাক্ষস বিনাশ কৰাঁ।।১৯।। কুকুৰৰ ৰূপ ধৰি (অথবা লগত কুকুৰ লৈ) ইহঁত

আহে ; যিবিলাকে হিংসা কৰিবনলগীয়া ইন্দ্ৰক হিংসা কৰিব খোজে, ইন্দ্ৰই সেই ক্ৰূৰবিলাকক নিধন কৰিবৰ কাৰণে বজ্ৰ তীক্ষ্ণ কৰিছে; তেওঁ যাতনাকাৰীইঁতৰ উদ্দেশ্যে বজ্ৰ নিক্ষেপ কৰক।।২০।। ইন্দ্ৰ হিংসাকাৰীবোৰৰ বিনাশক; কুঠাৰে বন ছেদ কৰাৰ দৰে, (মুদ্‌গৰে) পাত্ৰ ভাঙি পেলোৱাৰ দৰে ইন্দ্ৰই হৱনীয় দ্ৰব্য নষ্ট কৰিবলৈ অভিমুখে আহি থকা ৰাক্ষসবোৰক বিনাশ কৰক।।২১।। হে ইন্দ্ৰ, ফেঁচাৰ নিচিনা হৈ অহা, ফেঁচাপোৱালীৰ নিচিনা হৈ অহা ৰাক্ষসক বিনাশ কৰা। সেইদৰে কুকুৰ, চক্ৰবাক, শেন, শগুনৰ ৰূপত অহা যাতুধানবিলাকক বজ্ৰেৰে বিনষ্ট কৰা।।২২।। যাতনাকাৰী ৰাক্ষসে যেন আমাক নাপায়; 'এইটো কি, এইটো কি' বুলি ঘূৰি ফুৰা কিমীদিন ৰাক্ষসৰ দম্পতীসমূহ আঁতৰ হৈ যাওক। পৃথিবীয়ে আমাক পাৰ্থিৱ আপদৰপৰা ৰক্ষা কৰক; অন্তৰিক্ষই আমাক স্বৰ্গৰপৰা হোৱা কষ্টৰপৰা ৰক্ষা কৰক।।২৩।। হে ইন্দ্ৰ, তুমি পুৰুষ ৰাক্ষসক বিনাশ কৰা, আৰু মায়া কৰি হিংসা কৰা ৰাক্ষসীক বিনাশ কৰা; অভিচাৰকাৰী অপদেৱতাক গ্ৰীৱা ছেদ কৰি নিধন কৰা; সিহঁতে যেন আৰু সূৰ্যোদয় হোৱা দেখিবলৈ নাপায়।।২৪।। হে সোম, হে ইন্দ্ৰ, তোমালোকে প্ৰত্যেক অনিষ্টকাৰীকে চাই থাকাঁ; তোমালোক সদা জাগৰূক হৈ থাকাঁ; যাতনাকাৰী ৰাক্ষসবোৰলৈ মাৰাত্মক বজ্ৰ নিক্ষেপ কৰা।।২৫।।

# তৃতীয় অনুৱাক

## পঞ্চম সূক্ত (৫)

(ঋষি—শুক্ৰ। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—বৃহতী, গায়ত্ৰী, জগতী, অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্, শক্কৰী।)

এই (তিলকবৃক্ষনিৰ্মিত) মণি শত্ৰু অপসাৰণকাৰী, বীৰ আৰু অন্য বীৰ প্ৰতিহতকাৰী, বীৰ্যৱান, শত্ৰুঘাতক, শূৰবীৰ, যজমানৰ পৰিপালক আৰু মংগলকাৰক।।১।। এই মণি শত্ৰুঘাতক, সুন্দৰ পুত্ৰাদিদাতা, বলৱান, শক্তিশালী, পৰা— ভৱকাৰী। ই পৰৰ কৃত্যা নাশ কৰি আমাৰ ওচৰলৈ আহিছে।।২।। এই মণিৰেই ইন্দ্ৰই বৃত্ৰক বধ কৰিছিল, ইয়াৰেই মনীষী ইন্দ্ৰই অসুৰগণক পৰাভূত কৰিছিল, ইয়াৰেই তেওঁ দ্যুলোক-ভূলোক উভয়কে জয় কৰিছে, ইয়াৰেই তেওঁ চাৰিদিশ জয় কৰিছে।।৩।। এই মণি প্ৰতিকূল নিবৃত্তিকাৰী, ৰোগাদি প্ৰতিকাৰক, ওজস্বী, শত্ৰুবিমৰ্দনকাৰী। সকলোকে বশ কৰোঁতা এই মণিয়ে আমাক সকলো ফালৰ পৰা ৰক্ষা কৰক।।৪।। (এই তিলকমণিবন্ধনৰ দ্বাৰা সৰ্বসম্পদ লাভ হয়) এই কথা অগ্নিয়ে কৈছে, সোমে কৈছে, বৃহস্পতি, সবিতা আৰু ইন্দ্ৰই কৈছে। সেই দেৱতাসকলে মোৰ সমুখত উপস্থিত হৈ এই নিৱৰ্তকমণিৰ দ্বাৰা অন্যে কৰা কৃত্যা দূৰ কৰক।।৫।। মই কৃত্যা আৰু মোৰ

মাজত দ্যাবাপৃথিৱীক আৰু দিন তথা সূৰ্যক ব্যৱধান ৰূপে স্থাপন কৰিছোঁ। এই দেৱতাসকলে মোৰ সমুখত থাকি এই নিৱৰ্তক মণিৰে কৃত্যা দূৰ কৰক।।৬।। যিসকল লোকে এই তিলকমণি বৰ্মৰূপে ধাৰণ কৰে, সূৰ্যই আকাশত আৰোহণ কৰি (অন্ধকাৰ) দূৰ কৰাৰ দৰে এই বশকাৰক মণিয়ে কৃত্যা দূৰ কৰে।।৭।। মই এই তিলকমণিৰ দ্বাৰা মনীষী, অতীন্দ্ৰিয় দ্ৰষ্টা অথৰ্বামুনিৰ দৰে সমস্ত শত্ৰুসেনা জয় কৰিম আৰু নিন্দুক ৰাক্ষসবোৰক বিনাশ কৰিম।।৮।। যি কৃত্যা অঙ্গিৰা মুনিৰ দ্বাৰা কৰা হৈছে; যি কৃত্যা অসুৰে কৰিছে, যি কৃত্যা নিজে কৰা হৈছে আৰু যি কৃত্যা অন্য মানুহে কৰিছে, এই দুয়ো প্ৰকাৰৰ কৃত্যা নবৈৰেথন নাও বাবপৰা নদীয়েদি দূৰলৈ আঁতৰি যাওক।।৯।। এই মানুহজনৰ গাত কবচৰূপে ইন্দ্ৰ, বিষ্ণু, সৱিতা, ৰুদ্ৰ, অগ্নি, প্ৰজাপতি, পৰমেষ্ঠী, বিৰাট, বৈশ্বানৰ আদি দেৱতাসকলে আৰু সমস্ত ঋষিগণে বন্ধন কৰক।।১০।। হে মণি, তুমি ঔষধিসমূহৰ ভিতৰত শ্ৰেষ্ঠ; গতিশীল প্ৰাণীৰ ভিতৰত গৰুৰ-ৰূপে, শ্বাপদ জন্তুৰ ভিতৰত বাঘৰ দৰে শ্ৰেষ্ঠ তোমাক আমি বাঞ্ছা কৰামতে লাভ কৰিম, প্ৰতিকূল-নিৱৰ্তক তোমাক ওচৰতে পাম।।১১।। যি লোকে এই মণি ধাৰণ কৰে, তেওঁ বাঘৰ নিচিনা, সিংহৰ নিচিনা, বৃষভৰ নিচিনা আৰু শত্ৰুপৰাভৱকাৰী হয়।।১২।। যি লোকে এই মণি ধাৰণ কৰে, তেওঁক অপ্সৰা, গন্ধৰ্ব আৰু মনুষ্যই নিধন কৰিব নোৱাৰে; তেওঁ সমস্ত দিশতে বিৰাজ কৰি থাকে।।১৩।। হে মণি, তোমাক কশ্যপে সৃষ্টি কৰিছে, কশ্যপে তোমাক প্ৰেৰণ কৰিছে, ইন্দ্ৰই নিজ কাৰ্যসিদ্ধিৰ অৰ্থে তোমাক পোষণ কৰিছে। যি মানুহে তোমাক ধাৰণ কৰে, তেওঁ যুদ্ধত জয়লাভ কৰে। সহস্ৰ ক্ষমতাসম্পন্ন তোমাক দেৱতাসকলে কৰ্মৰূপে ধাৰণ কৰিছিল।।১৪।। (হে শান্তি কামনা কৰা লোক,) যি তোমাক কৃত্যাৰ দ্বাৰা, দীক্ষাৰ দ্বাৰা আৰু শ্যেনযাগ আদিৰ দ্বাৰা নিধন কৰিব খোজে, হে ইন্দ্ৰ, তুমি সেইলোকক শতপৰ্বযুক্ত বজ্ৰেৰে বিনাশ কৰাঁ।।১৫।। এই কৃত্যাদি নিৱৰ্তক, অতিশয় তেজোমণ্ডিত আৰু সম্যক্ জয়শীল মণিয়ে আমাৰ সন্তান-সন্ততি তথা ধন-সম্পদ ৰক্ষা কৰক। ই পৰিপালক আৰু কল্যাণপ্ৰদ।।১৬।। হে ইন্দ্ৰ, তুমি বীৰ। তুমি আমাৰ দক্ষিণ, উত্তৰ আৰু পশ্চিম ফালৰ (অথবা তলফালৰ ওপৰফালৰ, পিছফালৰ) পৰা শত্ৰু বিনাশ কৰাঁ আৰু পূবফালে জ্যোতি প্ৰকাশ কৰাঁ।।১৭।। দ্যাবাপৃথিৱীয়ে মোক বৰ্ম প্ৰদান কৰক; দিন, সূৰ্য তথা ইন্দ্ৰ আৰু অগ্নিয়ে মোক বৰ্ম প্ৰদান কৰক; ধাতাই মোৰ কাৰণে বৰ্মৰ ব্যৱস্থা কৰক।।১৮।। ইন্দ্ৰ অগ্নিৰ যি উগ্ৰ, প্ৰভূত বলসম্পন্ন কবচ, তাক সমস্ত বিশ্বদেৱগণেও অতিক্ৰম নকৰে। সেই বৃহৎ কবচে মোৰ শৰীৰ সকলো প্ৰকাৰে ৰক্ষা কৰক, যাতে মই জৰা অৱস্থালৈকে আয়ুষ্মান হৈ থাকিব পাৰোঁ।।১৯।। এই দেৱমণি অনিষ্টনাশনৰ উদ্দেশ্যে মোৰ শৰীৰত উঠিছে, (হে দেৱগণ,) এই শৰীৰ ৰক্ষক, তিনিবিধ

আৱৰণযুক্ত মণিত বলবৰ্ধনৰ অৰ্থে প্ৰবিষ্ট হোৱাঁ (অথবা হে মনুষ্যগণ, এই মণিত.........আশ্ৰয় গ্ৰহণ কৰাঁ)।।২০।। ইন্দ্ৰই এই মণিত পুৰুষত্ব (অথবা আমাৰ বাঞ্ছিত সুখ) স্থাপন কৰক; হে দেৱগণ, শত শৰৎ পৰ্যন্ত দীৰ্ঘায়ুলাভৰ উদ্দেশ্যে তোমালোকে এই মণিত অৱস্থান কৰাঁ, মই যাতে জৰা পৰ্যন্ত আয়ুষ্মান হৈ থাকোঁ।।২১।। কল্যাণপ্ৰদ, প্ৰজাপালক, বৃত্ৰহন্তা, বিবিধ শত্ৰুবিনাশক, বশকাৰী, জয়শীল, অপৰাজিত, সোমপায়ী, অভয় সম্পাদনকাৰী, কাম বৰ্ষক ইন্দ্ৰই তোমাৰ মণি বন্ধন কৰক; তেওঁ তোমাক দিনে-ৰাতিয়ে সকলো ফালৰপৰা ৰক্ষা কৰি থাকক।।২২।।

## ষষ্ঠ সূক্ত (৬)

(ঋষি—মাতৃনামা। দেৱতা—মন্ত্ৰত কোৱাসকল, মাতৃনামা, ব্ৰহ্মণস্পতি। ছন্দ—অনুষ্টুপ্, বৃহতী, জগতী, পংক্তি, শক্বৰী।)

(হে গৰ্ভিণী নাৰী,) তোমাৰ জন্মৰ সময়ত পতিলাভ কৰোৱা যি উন্মাৰ্জন কৰ্ম মাৰাই কৰিছিল, তাত দুৰ্ণাম নামৰ দোষ, অলীশ (ভোমোৰাৰ আকাৰত অহা ৰোগকাৰক দেৱতা) আৰু বৎসপা দেৱতাই যেন তোমাক আকাংক্ষা নকৰে।।১।। পলাল, অনুপলাল, শৰ্কু (শৰ্‌শৰ্‌শব্দকাৰী), চক্ৰবাকৰ আকৃতিৰ, মুলিম্লুচ (অতিশয় মলিন), পলীজক (পলিতকাৰী), আশ্ৰেষ (আলিংগণ কৰি যি পীড়া দিয়ে), বব্ৰিবাস (মেৰোৱা কাপোৰ লোৱা), ঋক্ষগ্ৰীৱ আৰু প্ৰমীলিন (চকু সৰু কৰা) যিবিলাক গৰ্ভিণী নাৰীৰ পীড়াকৰক ৰোগ আছে, সিহঁত সকলোকে বিনাশ কৰিছোঁ।।২।। (হে দুৰ্ণাম নামৰ ৰোগদেৱতা,) তুমি এই গৰ্ভিণীৰ উৰুৰ মধ্যভাগ সংকুচিত নকৰিবা, তাৰ মাজত প্ৰৱেশ নকৰিবা। মই এওঁৰ কাৰণে দুৰ্ণাম-নাশক ঔষধ বগা সৰিয়হ প্ৰয়োগ কৰিছোঁ।।৩।। দুৰ্ণাম আৰু সুনাম, দুয়োবিধেই একেলগে থাকিব খোজে। মই অমঙ্গলকাৰক দুৰ্ণাম আদিক নাশ কৰিছোঁ আৰু সুনামে স্ত্ৰীগণৰ অঙ্গ কামনা কৰক।।৪।। ক'লাবৰণৰ কেশী নামৰ অসুৰ, স্তম্বত (থোপাত) জন্মা অসুৰ, আৰু তুণ্ডিক— এই দুৰ্ভগা অসুৰবোৰক এই গৰ্ভিণীৰ মুষ্কদেশ আৰু কটিৰপৰা অপসাৰিত কৰিছোঁ।।৫।। অনুজিঘ্ৰ (যি গোন্ধ লৈ হিংসা কৰে), প্ৰমৃশন্ (যি বলপূৰ্বক হত্যা কৰে), মাংসভক্ষী, ৰেৰিহ (যি চেলেকি হত্যা কৰে), আৰু অমঙলীয়া কিচ্ কিচ্ শব্দ কৰা অসুৰবিলাকক বগা সৰিয়হেৰে নাশ কৰিছোঁ।।৬।। (হে গৰ্ভিণী,) যি স্বপ্নত ভ্ৰাতৃ বা পিতৃৰ ৰূপ ধৰি আহি তোমাৰ গৰ্ভ নষ্ট কৰিবলৈ আহে, সেই ৰাক্ষস আদিক বগা সৰিয়হে বিনষ্ট কৰক; সেইদৰে নপুংসকৰ ৰূপ ধৰি আৰু অলক্ষিত ৰূপত অহাবোৰকো বিনষ্ট কৰক।।৭।। যি স্বপ্নাৱস্থাত আহি বিচৰণ কৰে, যি জাগ্ৰত অৱস্থাত তোমাক লঙ্ঘিব খোজে, সেই সকলোকে বগা সৰিয়হে সূৰ্যই আকাশত পৰিক্ৰমা

কৰি অন্ধকাৰ নাশ কৰাৰ দৰে নাশ কৰক।।৮।। যি এই গৰ্ভিণীৰ সন্তানক মাৰে অথবা এওঁৰ গৰ্ভনষ্ট কৰে, হে ওষধি, তুমি তাক নাশ কৰাঁ আৰু এওঁৰ গৰ্ভদ্বাৰ অভিব্যক্ত কৰাঁ।।৯।। যি পিশাচে সন্ধ্যা সময়ত গাধৰ দৰে শব্দ কৰি ঘৰৰ চাৰিওফালে নৃত্য কৰে, যিবিলাক কুসূল আকৃতিৰ, বৃহৎ কুক্ষিযুক্ত, পোহৰাই থকা (ককুভ), কৰুম আৰু.ম্ৰিমে আহি ঘৰৰ চাৰিওফালে নৃত্য কৰে, হে ওষধি, তুমি সেইবিলাকক তোমাৰ গোন্ধেৰে দূৰলৈ খেদি বিনষ্ট কৰাঁ।।১০।। কুকুন্ধ, কুকুৰভ, ছাল পৰিধান কৰা, নপুংসকৰ দৰে নৃত্য কৰা, বনত শব্দ কৰা— এই নিচিনা যিবিলাক পিশাচ আছে সেই সকলোকে ইয়াৰপৰা বিনষ্ট কৰিছোঁ।।১১।। যিবিলাকে সৌ আকাশত জ্বলি থকা সূৰ্যক সহ্য কৰিব নোৱাৰে, সেই ছাগলীৰ ছাল পিন্ধা, দুৰ্গন্ধযুক্ত, ৰঙামুৰা আৰু মককবোৰক বিনাশ কৰি আঁতৰাই দিছোঁ।।১২।। যিবিলাক পিশাচে গৰ্ভৰ কাৰণে স্থূল হৈ পৰা গৰ্ভৱতী নাৰীক কান্ধত তুলি লৈ নাচে, সেই তিৰোতাবোৰৰ কটি ব্যথিত কৰা তেনেকুৱা পিশাচবিলাকক, হে ইন্দ্ৰ, তুমি বিনষ্ট কৰাঁ।।১৩।। যিবিলাক পিশাচে স্ত্ৰীৰ আগে আগে হাতত শিঙা লৈ গৈ ৰন্ধনশালাত থাকে, অট্টহাস্য কৰি কৰি ঘৰৰ খুঁটাত পোহৰ উলিয়ায় সিবিলাকক ইয়াৰ পৰা নাশ কৰি পঠাইছোঁ।।১৪।। যিবিলাকৰ ভৰিৰ আগটো থাকে পিছফাললৈ, গোৰোহাটো থাকে আগলৈ আৰু মুখখনো থাকে, ধানৰ মৰণা মৰা ঠাইত যাৰ জন্ম, গোবৰৰ ধোঁৱাত যাৰ জন্ম, মস্তকবিহীন (উৰুণ্ড) আৰু মট্‌মট্‌ শব্দ কৰা, কুম্ভৰ নিচিনা যাৰ মুষ্ক আৰু যিবিলাক বায়ুৰ দৰে শীঘ্ৰগামী, সেই সকলো ৰাক্ষসক, হে ব্ৰহ্মণস্পতি, তুমি প্ৰতিকাৰৰ দ্বাৰা দূৰ কৰাঁ।।১৫।। চকু পকাই থকা, সমুখলৈ নোচোৱা, নপুংসকবোৰ স্ত্ৰীবিহীন হওক। যিবিলাকে পতি নোহোৱা অৱস্থাত শুই থকা গৰ্ভিণীক বশীভূত কৰিব খোজে, হে ওষধি, তুমি সেইবিলাকক অধোমুখে বিনষ্ট কৰাঁ।।১৬।। ঠৰঙা নোমযুক্ত, মুনিৰ নিচিনা জটা বন্ধা চুলিৰে, হিংস্ৰ, বলপ্ৰয়োগকাৰী, গৰ্ভৱতী নাৰী বিচাৰি ফুৰা উদুম্বল, তুণ্ডেল, শালত নামৰ অসুৰবোৰক, দুষ্ট গাই গৰুৱে গাখীৰৰ পাত্ৰ লাঠি মাৰি পেলাই দিয়াৰ দৰে, হে ওষধি, তুমি পেলাই দিয়াঁ।।১৭।। হে গৰ্ভিণী, যি ৰাক্ষসে তোমাৰ গৰ্ভক পীড়া দিয়ে আৰু তোমাৰ ওপজা সন্তানক মাৰি পেলায়, তাক এই বগা সৰিয়হে উগ্ৰধনুযুক্ত হৈ হৃদয় বিন্ধি পেলাওক।।১৮।। যিবিলাকে অৰ্ধ উৎপন্ন গৰ্ভ বিনাশ কৰে আৰু নৱপ্ৰসূতাৰ লগত শয়ন কৰে, সেই নাৰীত লম্ভা গন্ধৰ্ববিলাকক বগা (পীত) সৰিয়হে বতাহে মেঘ নিয়াৰ দৰে উৰুৱাই লৈ যাওক।।১৯।। (হোম আদিত ব্যৱহাৰ কৰাৰ পিছত) বাকী থকা এই বগা-ক'লা সৰিয়হ দুবিধ গৰ্ভিণীয়ে ধাৰণ কৰক। ধাৰণ কৰা এই হিতকৰ বস্তু সৰি নপৰে যেন। নিম্নবস্ত্ৰত বান্ধি লোৱা এই

দুবিধ উগ্ৰবলসম্পন্ন ওষধিয়ে (হে গৰ্ভিণী) তোমাৰ গৰ্ভ ৰক্ষা কৰক।।২০।। হে গৰ্ভিণী, বজ্ৰসদৃশ নাকেৰে, তঙ্গল, সায়ক আৰু নগ্নক নামৰ অসুৰৰপৰা, তোমাক বগা সৰিয়হে পুত্ৰলাভৰ কাৰণে আৰু পতিৰ প্ৰীতিৰ অৰ্থে কিমীদিনৰ পৰা ৰক্ষা কৰক।।২১।। দুমুখীয়া, চাৰিচকুৱা, পাঁচঠেঙীয়া, আঙুলী নোহোৱা, লতাপুঞ্জত বগাই ফুৰা আৰু মানুহৰ গাত বগোৱা অসুৰবিলাকৰপৰা তুমি এই গৰ্ভিণীক ৰক্ষা কৰাঁ।।২২।। যিবিলাকে কেঁচা মাংস আৰু মানুহৰ মাংস খায়, চুলি লগা যিবিলাকে গৰ্ভ ভক্ষণ কৰে, সেই সকলো অপশক্তিকে ইয়াৰপৰা খেদিছোঁ।।২৩।। শহুৰেকৰ কথামতে (পতিৰ ওচৰলৈ) যোৱা বোৱাৰীৰ দৰে, সূৰ্যৰ আদেশমতে অহা পীড়নকাৰীবিলাকক এই বগা আৰু ক'লা সৰিয়হে তাড়িত কৰক।।২৪।। হে পীত সৰিয়হ, জন্মিব খোজা সন্তানটিক তুমি ৰক্ষা কৰাঁ, যাতে পুত্ৰসন্তানক কন্যাত পৰিণত কৰিব নোৱাৰে। কণী খোৱা কিমীদিনবোৰে যেন গৰ্ভ বিনাশ কৰিব নোৱাৰে, সিহঁতক ইয়াৰ পৰা খেদি দিয়াঁ।।২৫।। হে পীত সৰিয়হ, তুমি (এই গৰ্ভিণীৰ) সন্তানহীনতা, সন্তান মৃত হোৱা, কান্দিব লগীয়া হোৱা আৰু পাপৰ ফলস্বৰূপে হোৱা দুখসমূহ গছৰ পৰা সংগ্ৰহ কৰা ফুলৰ মালাৰ দৰে কৰি অপ্ৰিয় শত্ৰুৰ লগত সংযুক্ত কৰাঁ।।২৬।।

## চতুৰ্থ অনুবাক

### সপ্তম সূক্ত (৭)

(ঋষি—অথৰ্বা। দেৱতা—ভৈষজ্য, আয়ুষ্য, ওষধিসমূহ। ছন্দ—অনুষ্টুপ্, বৃহতী, উষ্ণিক্, জগতী, পংক্তি, শক্বৰী।)

ধোঁৱাবৰণীয়া, বগা, ৰঙা, ফুট্‌ফুটীয়া, ক'লাচানেকীয়া আৰু ক'লাবৰণীয়া, এই সকলো ধৰণৰ ওষধিকে আমি আহ্বান কৰিছোঁ।।১।। দ্যৌ যাৰ পিতা, পৃথিৱী যাৰ মাতা, সমুদ্ৰই যাৰ মূল, সেই ওষধিসমূহে এই মানুহজনক দেৱ-প্ৰেৰিত যক্ষ্মাৰপৰা ৰক্ষা কৰক।।২।। জলসমূহেই হৈছে প্ৰথমতে দিব্য ঔষধ। সেই জলেই তোমাৰ প্ৰতি অঙ্গৰপৰা পাপজনিত যক্ষ্মা নাশ কৰক।।৩।। বিস্তাৰিত হোৱা, জোপোহা, এডলীয়া, বাঢ়ি যোৱা ওষধিসমূহক আহ্বান কৰিছোঁ; জক্‌মকাই থকা, পাব থকা বিস্তৃত ডাল-পাত থকা, সমস্ত দেৱগণৰ যি শক্তিশালী ওষধিসমূহ আছে, মানুহৰ আৰোগ্যৰ অৰ্থে মই সেই সকলোকে আহ্বান কৰিছোঁ।।৪।। হে শক্তিশালী ওষধিসমূহ, তোমালোকৰ যি শক্তি, বীৰ্য আৰু বল, তাৰে তোমালোকে এই মানুহজনক এই যক্ষ্মাৰোগৰপৰা মুক্ত কৰাঁ; মই এতিয়া ঔষধৰ কাম কৰিছোঁ।।৫।। জীৱনদায়িনী, কোনো প্ৰকাৰে অনিষ্ট সাধন নকৰা, সজীৱ, বাধাগ্ৰস্ত নকৰা, ওপৰলৈ নিয়া, ফুল

থকা, মধুমতী ওষধিক এই মানুহজনৰ আৰোগ্যৰ অৰ্থে মই ইয়ালৈ আহ্বান কৰিছোঁ।।৬।। প্ৰকৃষ্ট বোধসম্পন্ন, মোৰ মন্ত্ৰৰ মিত্ৰ সঙ্গী, ওষধিসমূহ ইয়ালৈ আহক, যাতে এই মানুহজনক আমি কষ্টৰ পৰা উদ্ধাৰ কৰিব পাৰোঁ।।৭।। অগ্নিৰ ভোজন, জলৰ গৰ্ভস্বৰূপ যিবিলাক ওষধি পুনৰ নতুনকৈ গজে, সহস্ৰনামৰ সেই সুস্থিৰ ওষধিসমূহ চিকিৎসাৰ অৰ্থে অনা হওক।।৮।। শেলুৱে যাৰ গৰ্ভাবৰণ, জল যাৰ আত্মা, তীক্ষ্ণ শিং লগা ওষধিসমূহে পাপ দূৰ কৰক।।৯।। ৰোগমুক্তকাৰী, বৰুণৰ পৰা মুক্ত, বিষনাশক, উগ্ৰশক্তিৰ, সেইদৰে বলাসৰোগ নাশ কৰা, কৃত্যা বিনষ্ট কৰা, ওষধিসমূহ ইয়ালৈ আহক।।১০।। কিনি অনা অতি শক্তিশালী আৰু মন্ত্ৰপূত ওষধিসমূহে এই গাঁৱৰ গৰু, ঘোঁৰা, মানুহ আৰু পশুবিলাকক ৰক্ষা কৰক।।১১।। যিবিলাক গছৰ শিপা মধুযুক্ত, আগবোৰো মধুময়, মাজভাগো মধুময়, আৰু পাত-ফুলো মধুময়, মধু ভক্ষণ আৰু অমৃতৰ স্ৰৱণস্বৰূপ সেই গছবিলাকে গাখীৰকে মুখ্য কৰি ঘৃত অন্ন দোহন কৰক।।১২।। পৃথিৱীত যিমান বেছি হৈ উৎপন্ন নহওক লাগে, সহস্ৰপৰ্ণা এই গছবোৰে মোক মৃত্যুৰ যাতনাৰ পৰা ৰক্ষা কৰক।।১৩।। এই ব্যাঘ্ৰমণি বৃক্ষই (ৰোগৰ পৰা) ৰক্ষা কৰি, (আৰোগ্য ৰূপত) পালন কৰি আমাৰপৰা ৰোগ তথা ৰাক্ষসাদিক দূৰত ৰাখক।।১৪।। সিংহৰ গৰ্জনত কঁপাৰ দৰে আৰু অগ্নিৰ প্ৰচণ্ড ৰূপত ভয়ভীত হোৱাৰ দৰে এই ওষধিসমূহৰ দ্বাৰা ভীত হৈ পশু আৰু মানুহৰ ৰোগসমূহ খেদা খাই নাও বাব পৰা নদীয়েদি আঁতৰি গুচি যাওকগৈ।।১৫।। যিবিলাক ঔষধিয়ে পৃথিৱী ঢাকি থয়, যাৰ স্বামী বনস্পতিসমূহ। বৈশ্বানৰ অগ্নিতকৈও শ্ৰেষ্ঠ সেই ওষধিসমূহে ৰোগ নাশ কৰে।।১৬।। অঙ্গিৰাই বিধান কৰা যিবিলাক ওষধি পৰ্বতত আৰু সমতলত উৎপন্ন হয়, সেই কল্যাণসাধক ওষধিসমূহ গাখীৰৰ নিচিনা হৈ হৃদয়ৰ কাৰণে সুখকৰ হওক।।১৭।। যিবিলাক গছৰ কথা মই জানো, যিবিলাক মই চকুৰে দেখি থাকোঁ, যিবিলাক অজ্ঞাত আৰু যিবিলাকক মই চিনি পাওঁ, যিবিলাকত যি উপাদান সত্তাৰ আছে জানো, সেই সকলো ওষধিয়ে মোৰ মন্ত্ৰৰ অভিপ্ৰায় জানি লওক, যাতে আমি এই মানুহজনক ৰোগপীড়াৰ পৰা মুক্ত কৰিব পাৰোঁ।।১৮-১৯।। অশ্বত্থ, দৰ্ভ, ওষধিৰ ৰজা সোম, অমৃতময় হবি; ধান আৰু যৱ ওষধ, এই দুবিধ দ্যুলোকৰ অমৰ পুত্ৰ।।২০।। উঠা, হে ওষধি সমূহ, বজ্ৰপাত পেলাইছে, মেঘে গৰ্জন কৰিছে; মৰুৎগণে আৰু পৰ্জন্যই তোমালোকক ফলসম্পন্ন কৰিছে।।২১।। ওষধিসমূহৰ অমৃতৰূপ বল আমি এই মানুহজনক পান কৰাইছোঁ; এওঁ যাতে শতায়ু হয়, সেই উদ্দেশ্যে মই এতিয়া ঔষধ প্ৰস্তুত কৰিছোঁ।।২২।। বৰাহে গছজোপাৰ কথা জানে; নেউলেও ঔষধিৰ কথা জানে; যাক সৰ্প-গন্ধৰ্বয়ো জানে, তাক এওঁৰ ৰক্ষাৰ উদ্দেশ্যে আহ্বান কৰিছোঁ।।২৩।। যি সুন্দৰ

পাত থকা ওষধিৰ কথা অঙ্গিৰাই জানে, যি দিব্য ওষধিৰ কথা ৰঘটে জানে, যাৰ কথা হংস আৰু অন্য পক্ষীগণে জানে, বন্যজন্তুসমূহে যি ওষধিৰ কথা জানে, সেই সকলো ওষধিকে মই এব্ৰ ৰক্ষাৰ উদ্দেশ্যে আহ্বান কৰিছোঁ।।২৪।। যিমানবিলাক ওষধি অবধ্যা গায়ে খায়, যিমানবিলাক ভেৰা-ছাগলী আদিয়ে খায়, সেই সকলোবোৰ সংগ্ৰহ কৰি তোমাৰ কল্যাণৰ অৰ্থে ব্যৱহাৰ কৰা হৈছে।।২৫।। যিমানবিলাক ওষধি মনুষ্য চিকিৎসকে ওষধ বুলি জানে, সেই সকলো ওষধিকে মই তোমাৰ উদ্দেশ্যে আনিছোঁ।।২৬।। ফুল থকা, কলি লগা, ফল ফলা-নফলা, সকলো ওষধিয়ে এগৰাকী মাতৃৰ দৰে এই মানুহজনৰ ৰোগমুক্তিৰ অৰ্থে ৰস দোহন কৰক।।২৭।। হে ৰোগী, মই তোমাক পঞ্চশলাযুক্ত, দশশলাযুক্ত পাদবন্ধনৰপৰা আৰু যমৰ পাশৰপৰা আৰু দেৱসম্বন্ধী পাপৰপৰা ৰক্ষা কৰিবলৈ উদ্ধাৰ কৰি আনিছোঁ।।২৮।।

## অষ্টম সূক্ত (৮)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—ইন্দ্ৰ, বনস্পতি তথা শত্ৰুহনন।
ছন্দ—অনুষ্টুপ্, বৃহতী, পংক্তি, জগতী, ত্ৰিষ্টুপ্।)

শত্ৰু-মন্থনকাৰী, শক্তিশালী বীৰ, পুৰন্দৰ ইন্দ্ৰই মন্থন কৰক, যাতে আমি হেজাৰ-হেজাৰ শত্ৰুসেনা বধ কৰিব পাৰোঁ।।১।। জুইত জ্বলি জীৰ্ণ হোৱা ৰছীডালে সৌ শত্ৰুসেনাক জীণ নিয়াওক; জুই আৰু ধোৱাঁ দেখি শত্ৰুৰ হৃদয়ত ভয় সঞ্চাৰিত হওক।।২।। হে অশ্বত্থ, সৌ শত্ৰুবোৰক বিনষ্ট কৰাঁ; হে খদিৰ, সৌ গৈ থকা শত্ৰুবোৰক খাই পেলোৱাঁ; এড়াগছ ভগাৰ দৰে সিবিলাক ভগ্ন হওক। বধকাৰীয়ে সিবিলাকক মাৰাত্মক অস্ত্ৰেৰে বধ কৰক।।৩।। কৰ্কশ বুলি কোৱা (বধক) কাঠই সেইমানুহবিলাকক কঠোৰ কৰক; বধকাৰীয়ে মাৰাত্মক অস্ত্ৰেৰে সিবিলাকক বধ কৰক। বৃহৎ জালেৰে বান্ধি পেলালে শৰবন ভাগি যোৱাৰ দৰে শীঘ্ৰে শত্ৰুবিলাক ভগ্ন হওক।।৪।। অন্তৰিক্ষ জাল আছিল; মহান্ দিশসমূহ জালৰ খুটা আছিল। তাৰে বেৰি-কুৰি ধৰি ইন্দ্ৰই দস্যুসেনাবিলাকক নষ্ট কৰিলে।।৫।। মহান্ শক্তিশালী ইন্দ্ৰৰ জালখন বিশাল; (হে ইন্দ্ৰ,) তাৰে তুমি আমাৰ সকলো শত্ৰুক আগুৰি ধৰা, যাতে কোনো সাৰি যাব নোৱাৰে।।৬।। হে ইন্দ্ৰ, মহান্ শূৰ সহস্ৰাৰ্ঘ আৰু শতবীৰ্য তোমাৰ জালখনো সুবৃহৎ। তাৰে তুমি শত-সহস্ৰ, অযুত-নিৰ্বুদ সংখ্যক শত্ৰুক জপটিয়াই ধৰি সেই দস্যুসেনাবোৰ বধ কৰা।।৭।। মহান্ ইন্দ্ৰৰ এই বিশাল ভুবনখনেই জাল; মই সেই ইন্দ্ৰজালেৰে সৌ সকলো মানুহকে অন্ধকাৰাচ্ছন্ন কৰি পেলাম।।৮।। অলসতা, উগ্ৰ বিফল সমৃদ্ধি, মন্ত্ৰেৰে ভাল কৰিব নোৱৰা বিকৃত আকৃতি, শ্ৰান্তি, তন্দ্ৰা, মোহ—

এইবিলাকেৰে মই সৌ গোটেই মানুহবোৰকে আচ্ছন্ন কৰি পেলাম।।৯।। সৌ তেওঁক মই মৃত্যুক দিছোঁ; তেওঁলোক মৃত্যুৰ পাশত বান্ধ খাই আছে। মৃত্যুৰ যিসকল দূত, মই সৌ মানুহবোৰক তেওঁলোকৰ ওচৰলৈ বান্ধি লৈ গৈছোঁ।।১০।। হে মৃত্যুদূতসকল, হে যমদূত সকল, তেওঁলোকক লৈ যোৱাঁ, দমন কৰাঁ; তেওঁলোক হেজাৰতকৈ বেছি মৃত্যুৰ মুখত পৰক; ভৱৰ অস্ত্ৰই তেওঁলোকক ঠান্‌বান্‌ কৰি পেলাওক।।১১।। সাধ্যদেৱতাসকলে জাল-দণ্ড লৈ জোৰেৰে গৈছে; ৰুদ্ৰসকলে এক জালদণ্ড, বসুগণে এক জালদণ্ড লৈ আৰু আদিত্যগণে এক জালদণ্ড লৈ গৈছে।।১২।। বিশ্বদেৱগণে ওপৰৰপৰা বলেৰে মাৰি দিয়ক আৰু আঙ্গিৰস সকলে মাজৰপৰা সেই মহান সৈন্যদল বিধ্বস্ত কৰক।।১৩।। বনস্পতিসমূহ, বনস্পতিৰপৰা পোৱা ঔষধসমূহ, লতা সমূহ তথা দ্বিপদ, চতুষ্পদ, প্ৰাণীসমূহক মই প্ৰেৰণ কৰিছোঁ, যাতে সৌ সৈন্যবাহিনী ধ্বংস কৰেগৈ।।১৪।। গন্ধৰ্ব, অপ্সৰা, সৰ্প, দেৱতা, পুণ্যজন, পিতৃগণ, দৃশ্য-অদৃশ্য এই সৰ্বলোকে মই প্ৰেৰণ কৰিছোঁ, যাতে সৌ সৈন্যবাহিনী ধ্বংস কৰেগৈ।।১৫।। (হে শত্ৰু,) এয়া মৃত্যুপাশ সমূহ মেলি দিয়া হৈছে; সেইবিলাক অতিক্ৰম কৰি তুমি মুকলি হৈ যাব নোৱাৰা। এই কূটে সৌ সৈন্যবিলাকক হেজাৰে-হেজাৰে নিহত কৰক।।১৬।। এই সহস্ৰহস্তা হোম, হৱনীয় দ্ৰব্য অগ্নিৰ দ্বাৰা তপত কৰা হৈছে। ভৱ আৰু পৃশ্নিবাহু তথা শৰ্বদেৱতাই সৌ সৈন্যবিলাকক নিধন কৰক।।১৭।। সিবিলাক মৃত্যুৰ ৰোষত পৰক; ভোক, অলসতা, মাৰাত্মক অস্ত্ৰ আৰু ভয়ত পৰক। হে শৰ্ব, তুমি আৰু ইন্দ্ৰই ফান্দ পাতি আৰু জালেৰে সৌ সৈন্যবিলাকক নিধন কৰাঁ।।১৮।। হে শত্ৰুগণ, তোমালোক পৰাজিত হৈ পলোৱাঁ; মন্ত্ৰৰ প্ৰভাৱত আতুৰ হৈ লৰ মাৰাঁ। বৃহস্পতিয়ে ব্যাকুল কৰা শত্ৰুবিলাকৰ কোনো যেন সাৰি নাযায়।।১৯।। শত্ৰুবিলাকৰ অস্ত্ৰ সৰি পৰক, সিবিলাক বাণ আৰোপ কৰাত বিফল হওক। বহুত সন্ত্ৰস্ত হোৱা তেওঁলোকৰ মৰ্ম বাণে বিন্ধি পেলাওক।।২০।। দ্যাবাপৃথিবী উভয়ে সিবিলাকক অভিশপ্ত কৰক; দেৱতাসকলৰ সৈতে অন্তৰিক্ষয়ো কৰক। সিবিলাকে যেন জানোতা আৰু আশ্ৰয়দাতা ৰূপে কাকো নাপায়। পৰস্পৰে কাজিয়া কৰি তেওঁলোক মৃত্যুৰ মুখত পৰক।।২১।। চাৰি দিশেই হৈছে দেৱতাৰ ৰথ টনা ঘুঁৰী, পুৰোডাশেই হৈছে খুৰা, অন্তৰিক্ষই হৈছে থকা ঠাই; আকাশ আৰু পৃথিৱী হৈছে সেই ৰথৰ দুটা ফাল আৰু ঋতুসমূহ হৈছে (লেকামৰ) ৰছী। বাণী তাৰ পৰিৰথ্য আৰু ভিতৰৰ স্থানসমূহ কিংকৰসকল। সংবৎসৰ ৰথ, পৰিবৎসৰ ৰথখনৰ গাদী, বিৰাজ তাৰ দণ্ড, অগ্নি সেই ৰথৰ মুখ আৰু ইন্দ্ৰ বাওঁফালে স্থিত তথা চন্দ্ৰ ইয়াৰ সাৰথি।।২২-২৩।। (হে মহাৰাজ,) এই ফালৰপৰা জয় কৰাঁ; এই ফালৰপৰা বিজয় লাভ কৰাঁ, সম্পূৰ্ণভাৱে জয় কৰাঁ; এয়া সুন্দৰ

আহুতি প্ৰদান কৰা হৈছে। এওঁলোকে জয় কৰক; সৌ তেওঁলোকক দূৰত জয় কৰক; এওঁলোকলৈ স্বাহা আৰু সৌ শত্ৰুবিলাকলৈ বেদনা প্ৰকাশ কৰিছোঁ। নীলা আৰু ৰঙা জৰীৰে মই শত্ৰুবিলাকক জপটিয়াই পেলাইছো।।২৪।।

# পঞ্চম অনুবাক

## নৱম সূক্ত (৯)

(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, অনুষ্টুপ্, জগতী।)

এই দুই বৎস ক'ৰপৰা উৎপন্ন হ'ল? সেইটো কোন ফাল? কোন লোকৰ পৰা? কোন পৃথিৱীৰপৰা? বিৰাটৰ দুই বৎস জলৰপৰা উঠি আহিছে। তেওঁলোক দুজনৰ কথাকে তোমাক সুধিছোঁ, কাৰে দোহন কৰা হ'ল?।।১।। যি সমুদ্ৰক মহত্ত্বৰ দ্বাৰা ক্ৰন্দন কৰালে, (জলত) ত্ৰিভুজ ৰূপত শয়ন কৰিলে, সেই বাঞ্ছিত দোহনকাৰী বিৰাটৰ বৎসই শৰীৰটো দুৰণিত গুহা কৰি সৃষ্টি কৰিলে।।২।। যি তিনিজন বৃহৎ, যিসকলৰ ভিতৰত চতুৰ্থজনে বাণীক বিচ্ছিন্ন কৰিছে, ব্ৰাহ্মণে তাক তপস্যাৰ দ্বাৰা জানিব পাৰে; জ্ঞানীজনে (জানিব পাৰে) য'ত 'এক' যুক্ত হৈছে, য'ত এক (যুক্ত হৈছে)।।৩।। বৃহতৰ পৰা ষষ্ঠৰূপে পাঁচবিধ সাম নিৰ্মিত হৈছে। বৃহৎ বৃহতীৰপৰা নিৰ্মিত হৈছে। বৃহতী ক'ৰপৰা উৎপন্ন হৈছে?।।৪।। বৃহতী মাত্ৰা মাতৃৰূপ মাত্ৰাৰ পৰা উৎপন্ন হৈছে। মায়া মায়াৰ পৰা উদ্ভূত হৈছে; মাতলি মায়াৰপৰা উদ্ভূত হৈছে।।৫।। অগ্নিয়ে যি আকাশ পৃথিৱী পৰ্যন্ত বাধা দিয়ে, সেই পৰ্যন্ত বৈশ্বানৰ প্ৰতিমা দ্যুলোকৰ ওপৰত প্ৰতিষ্ঠিত। তাৰ ষষ্ঠভাগত স্তোমৰ উদ্ভৱ হৈছে। ইয়াৰপৰা সেইবিলাক দিনৰ ষষ্ঠ ভাগলৈ গৈছে।।৬।। হে কশ্যপ, আমি এই ছয় ঋষিয়ে সুধিছোঁ; তুমি যুক্ত আৰু যোগ্যৰ লগত সংযুক্ত হৈছা। বিৰাটক ব্ৰহ্মাৰ পিতা বুলি কোৱা হৈছে। তোমাৰ সখিয়েৰা যত ধৰণেৰে হয় সেই কথা আমাক বুজাই কোৱাঁ।।৭।। বিৰাট চ্যুতমান হোৱাৰ পিছত যজ্ঞসমূহো চ্যুত হয় আৰু বিৰাট স্থিত হৈ থাকিলে, যজ্ঞসমূহো স্থিত হয়। যাৰ কৰ্মানুষ্ঠান প্ৰকট হ'লে যক্ষক প্ৰবৃত্ত কৰোৱা হয়, হে ঋষিসকল, পৰম আকাশত সেয়ে বিৰাটৰূপে স্থিত হৈ আছে।।৮।। অপ্ৰাণ বিৰাটে প্ৰাণবায়ু লোৱাবিলাকৰ প্ৰাণত প্ৰৱেশ কৰে; তাৰ পিছত স্বৰাট পায়গৈ। যি বিৰাটে সকলোকে স্পৰ্শ কৰিছে, সকলোতে সম্যক্‌ভাৱে যুক্ত হৈছে, সেই বিৰাটক কোনোৱে দেখিছে, কোনোৱেবো নাই দেখা।।৯।। বিৰাজৰ মিথুনত্বৰ কথা কোনে জানে? কোনে ঋতুসমূহক আৰু কোনে তেওঁৰ কল্পৰ কথা জানে? কোনে তেওঁৰ পদক্ষেপৰ কথা

জানে? কিমানবাৰ দোহনৰ কৰা হৈছে? তেওঁৰ ধামৰ কথা কোনে জানে? কিমানবাৰ ব্যুষ্টি হ'ল?।।১০।। এই বিৰাটেই উষা ৰূপে প্ৰথম উৎপন্ন হ'ল। এই অন্য উষাসমূহতে সেই উষাই প্ৰবিষ্ট হৈ বিচৰণ কৰিছে। তেওঁত মহান্ মহিমা নিহিত হৈ আছে। এই উষা সূৰ্যৰ বধূৰূপা, প্ৰতিদিনে নতুনকৈ উৎপন্ন প্ৰাণীসমূহত ব্যাপ্ত হয়, এওঁ সকলোৰে জন্মদাত্ৰী।।১১।। ছন্দৰ দুখন পাখি নগা উষাল ৰূপী বিৰাট প্ৰকট হ'লে, সমান কাৰণৰ ফালে সঞ্চৰণ কৰে। সূৰ্যৰ পত্নী, অজৰ, প্ৰভূতবীৰ্যসম্পন্ন সেই উষাই সূৰ্যৰ মহত্ত্ব জানি বিচৰণ কৰে।।১২।। (সূৰ্য, চন্দ্ৰ, অগ্নি এই) তিনিজন সত্যৰ পথেদি যায়; তিনিজন তাপে বীৰ্যক অনুগমন কৰে। এজনে প্ৰজাসমূহক সঞ্জীৱিত কৰে, এজনে বল পুষ্ট কৰে আৰু এজনে দেৱতাৰ ৰাজ্য ৰক্ষা কৰে।।১৩।। (ওপৰত কোৱা শক্তি সমূহৰ ভিতৰত) চতুৰ্থ শক্তিক অগ্নি-সোমে ধাৰণ কৰে, যজ্ঞৰ দুই পাখিস্বৰূপ ঋষিসকলে গায়ত্ৰী, ত্ৰিষ্টুপ্, জগতী, অনুষ্টুপ্, বৃহদৰ্কী আৰু স্বৰ্গক যজমানৰ কাৰণে ভৰণ কৰি আনে।।১৪।। পাঁচটা উষাৰ পিছত পাঁচবাৰ দোহন; পাঁচটা নামযুক্ত গো-ৰ পিছত পাঁচ ঋতু, পঞ্চদশৰ দ্বাৰা পঞ্চদিশ কল্পিত হৈছে; সেই এক মস্তকবিশিষ্টসকল এক লোক অভিমুখী।।১৫।। ঋতৰ পৰা প্ৰথম জাতৰপৰা ছয়ৰ জন্ম হৈছে; ছয় সামে ছয় দিন (যজ্ঞ) বহন কৰে। ছয় যুক্ত সীৰ অনুযায়ী বিবিধ সাম; ছয়ক দ্যাৱাপৃথিৱী বুলি কোৱা হয়; আৰু ছয় বিধ উৰ্বী আছে।।১৬।। ছয় (মাহ) শীত আৰু ছয় মাহ উষ্ণ। কোৱাঁচোন, কোন ঋতু অতিৰিক্ত? বিজ্ঞজনে সপ্ত সুপৰ্ণা (গৰুড় অথবা সুন্দৰ পাতৰ গছ), সপ্ত ছন্দ আৰু সপ্ত দীক্ষাৰ কথা জানে।।১৭।। সপ্ত হোম, সাতবিধ সমিধ, সাতবিধ মধু, সাতটি ঋতু; মানুহে সাতবিধ ঘৃত লাভ কৰে; আমি গৃধ্ৰও সাতবিধ বুলি শুনিছোঁ।।১৮।। পিছত চাৰি বৃদ্ধি পোৱা ছন্দ সাতটি; এটাৰ ওপৰত অন্য এটা সমৰ্পিত। স্তোম সেইবিলাকত কেনেকৈ স্থিত হৈ আছে? সেইবিলাক স্তোমত কেনেকৈ স্থিত হৈ আছে?।।১৯।। ত্ৰিবৃতস্তোমৰ দ্বাৰা কেনেকৈ গায়ত্ৰী ব্যাপ্ত হৈ থাকে? ত্ৰিষ্টুপ্, কেনেকৈ পঞ্চদশৰ দ্বাৰা কল্পিত? জগতী কেনেকৈ তেত্ৰিছেৰে আৰু অনুষ্টুপ্, কেনেকৈ একৈশৰ?।।২০।। ঋতৰ পৰা প্ৰথমতে অষ্ট ভূত উৎপন্ন হ'ল। হে ইন্দ্ৰ, দেৱতাসকলৰ ঋত্বিক্ আঠজন। অদিতিৰ অষ্ট সংখ্যক গৰ্ভাশয়, অষ্ট পুত্ৰ। অষ্টমী ৰাতিৰ উদ্দেশ্যে হব্য প্ৰেৰণ কৰা হয়।।২১।। এইদৰে যিটো শ্ৰেয়ঃ তাক চিন্তা কৰি মই ইয়ালৈ আহিছোঁ। তোমালোকৰ সখিত্বত মই সুখী হৈছোঁ। সমানজন্মা তোমাৰ কৰ্ম মঙ্গলময়। ই সকলোকে জানি বিচৰণ কৰে।।২২।। ইন্দ্ৰৰ আঠ, যমৰ ছয় সপ্ত ঋষিসকলৰ সাত প্ৰকাৰৰ; পঞ্চপ্ৰকাৰৰ জলে

মনুষ্যগণ আৰু ওষধিসমূহক সিঞ্চন কৰে।।২৩।। প্ৰথম প্ৰসূতা গাইয়ে কেৱল ইন্দ্ৰৰ কাৰণে অমৃত দোহন কৰিলে; তাৰ পিছত দেৱতা, মনুষ্য, অসুৰ আৰু ঋষিসকলক চাৰিপ্ৰকাৰে তৃপ্ত কৰিলে।।২৪।। এই ধেনু কোন? একমাত্ৰ ঋষি কোন? ধাম কি? আশীৰ্বাদ এক, পৃথিৱীত পূজনীয় বৃৎএকহে ; এক ঋতু অধিক নহয়।।২৬।।

## [১] দশম সূক্ত (১০)

(ঋষি—অথৰ্বাচাৰ্য। দেৱতা—বিৰাট্ [18]। ছন্দ-পংক্তি, জগতী, অনুষ্টুপ্, গায়ত্ৰী, বৃহতী।)

এই বিশ্বজগতেই প্ৰথমতে বিৰাট্ আছিল। ই উৎপন্ন হোৱা লগে লগে সকলোৱে এই ভাবি ভয় খাইছিল— ইয়েই এই একমাত্ৰ বিশ্ব হ'ব।।১।। এই বিৰাটে উৎক্ৰমণ কৰিলে; ই গাৰ্হপত্য অগ্নিত নিৱিষ্ট হ'ল।।২।। যি এই কথা জানে সেই গৃহমেধীজন গৃহস্বামী হয়।।৩।। বিৰাটে উৎক্ৰমণ কৰিলে, ই আহৱনীয় অগ্নিত নিৱিষ্ট হ'ল।।৪।। যি এইদৰে জানে, তেওঁ দেৱতাসকলৰ প্ৰিয় হয় আৰু তেওঁৰ আহ্বানত দেৱতাসকল আহে।।৫।। এই বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে, ই দক্ষিণাগ্নিত নিৱিষ্ট হ'ল।।৬।। যি এই কথা জানে, তেওঁ যজ্ঞ ঋত, দক্ষিণীয়ত বাস কৰে।।৭।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে, ই সভাত প্ৰৱিষ্ট হ'ল।।৮।। যি এই কথা জানে, তেওঁ সভালৈ যায় আৰু সভ্য হয়।।৯।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে, ই সমিতিত প্ৰৱিষ্ট হ'ল।।১০।। যি এই কথা জানে, তেওঁ সমিতিলৈ যায় আৰু সমিতিৰ যোগ্য হয়।।১১।। তাৰ পিছত বিৰাটে উৎক্ৰমণ কৰিলে, ই আমক্ৰণত প্ৰৱিষ্ট হ'ল।।১২।। যি এইদৰে জানে, তেওঁ আমক্ৰণত যায় আৰু আমন্ত্ৰণৰ যোগ্য হয়।।১৩।।

## [২] দশম সূক্ত (১০)

(ঋষি--দেৱতা-পূৰ্ববৎ। ছন্দ—অনুষ্টুপ্, বৃহতী, গায়ত্ৰী, পংক্তি,।)

বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে, ই চাৰি ৰূপত খোজ দি অন্তৰিক্ষত স্থিত হ'ল।।১।। সেই বিৰাটৰ বিষয়ে দেৱমনুষ্যই এইবুলি ক'লে— আমি উভয়ে য'ত তিষ্ঠি আছোঁ, সেই কথা এৱেঁই জানে; আমি এওঁক আহ্বান কৰোঁ।।২।। বিৰাটক আহ্বান কৰা হ'ল।।৩।। হে উৰ্জা, আহাঁ; হে স্বধা, আহাঁ; হে সুনৃতা, হে ইৰাৱতী, আহাঁ এইবুলি আহ্বান কৰিলে।।৪।। ইন্দ্ৰ তেওঁৰ বৎস আছিল, গায়ত্ৰী ধৰি ৰখা (ৰজ্জু) আৰু মেঘ ওহাৰ আছিল।।৫।। বৃহৎ আৰু ৰথন্তৰ সাম দুই স্তন আছিল। যজ্ঞাযজ্ঞিয় আৰু বামদেৱ্য সামো ই দুটি স্তন।।৬।। দেৱতাসকলে কলে ৰথন্তৰৰ দ্বাৰা ওষধিসমূহৰ আৰু বৃহৎসামৰ দ্বাৰা ব্যচৰ দোহন কৰিলে।।৭।। যজ্ঞাযজ্ঞিয় সামৰ

দ্বাৰা যজ্ঞক আৰু বামদেৱ্য সামৰ দ্বাৰা জলক দোহন কৰিলে।।৮।। এইদৰে জানোতাজনলৈ ৰথন্তৰে ওষধিসমূহ আৰু বৃহৎসামে ব্যচক দোহন কৰিলে।।৯।। যজ্ঞাযজ্ঞিয়ই যজ্ঞক আৰু বামদেৱে জলক দোহন, এই কথা যিজনে জানে তেওঁলৈ কৰিলে।।১০।।

## [৩] দশম সূক্ত (১০)

(ঋষি—দেৱতা—পূৰ্ব্ববৎ। ছন্দ-অনুষ্টুপ্, ত্রিষ্টুপ্, পংক্তি, জগতী।)

বিৰাটে পুনৰ উৎক্রমণ কৰিলে; এওঁ বনস্পতিৰ ওচৰলৈ গ'ল। তেওঁক বনস্পতিয়ে হনন কৰিলে; তেওঁ সংবৎসৰত বৰ্তি থাকিল।।১।। সেইকাৰণে বনস্পতি কটা হ'লেও সংবৎসৰত পুনৰ গজালি মেলে। যি এই কথা জানে, তেওঁৰ অপ্রিয় শত্রু নাশ পায়।।২।। বিৰাটে পুনৰ উৎক্রমণ কৰিলে; এওঁ পিতৃগণৰ ওচৰলৈ গ'ল। তেওঁক পিতৃগণে হনন কৰিলে; তেওঁ মাসত সমৱিষ্ট হ'ল।।৩।। পিতৃগণকা সেইকাৰণে প্রতি মাহে ভোজন দান কৰা হয়। এই কথা যি জানে, তেওঁ পিতৃগণৰ পথৰ কথা জানে।।৪।। বিৰাটে উৎক্রমণ কৰিলে; এওঁ দেৱগণৰ ওচৰলৈ গ'ল। দেৱগণে তেওঁক হনন কৰিলে। তেওঁ অৰ্ধমাসত বৰ্তি থাকিল।।৫।। সেইকাৰণে অৰ্ধমাসত দেৱতাসকলৰ উদ্দেশ্যে বষট্কাৰ কৰা হয়। যি এই কথা জানে, তেওঁ দেৱযানৰ কথা জানে।।৬।। বিৰাটে পুনৰ উৎক্রমণ কৰিলে; এওঁ মনুষ্যৰ ওচৰলৈ গ'ল। মনুষ্যগণে তেওঁক হনন কৰিলে। তেওঁ ততালিকে আৱিৰ্ভূত হ'ল।।৭।। সেইকাৰণে দুদিনত মানুহলৈ দুয়ো দিনা উপহাৰ দিয়া হয়। যি এই কথা জানে, তেওঁৰ ঘৰতে উপহাৰ দিয়ে।।৮।।

## [৪] দশম সূক্ত (১০)

(ঋষি—দেৱতা-পূৰ্ব্ববৎ। ছন্দ—জগতী, বৃহতী, উষ্ণিক্, অনুষ্টুপ্, গায়ত্রী, ত্রিষ্টুপ্।)

বিৰাটে পুনৰ উৎক্রমণ কৰিলে। ই অসুৰৰ ওচৰলৈ গ'ল। অসুৰগণে তেওঁক এইবুলি আহ্বান কৰিলে— "হে মায়া, আহাঁ"।।১।। প্রাহ্লাদি (প্রহ্লাদপুত্র) বিৰোচন তেওঁৰ পুত্র হ'ল; লোহাৰ পাত্র তেওঁৰ পাত্র হ'ল।।২।। দুই মূৰীয়া অৰ্ত্ব্যেই এওঁক আৰু মায়াক দোহন কৰিলে।।৩।। সেই মায়াক অসুৰগণে প্রৱৰ্তন কৰালে। যি এইদৰে জানে, তেওঁ পালন-পোষণৰ যোগ্য।।৪।। বিৰাটে পুনৰ উৎক্রমণ কৰিলে; ই পিতৃগণৰ ওচৰ চাপিল। পিতৃগণে এইবুলি আহ্বান কৰিলে— "হে স্বধা আহাঁ।।৫।। যমৰজা তেওঁৰ বৎস আছিল আৰু সোণৰ পাত্র পাত্র আছিল।।৬।। মৃত্যুৰ দেৱতা

অন্তকে তেওঁক দোহন কৰিলে; তেওঁৰপৰা স্বধা দোহন কৰি উলিয়ালে।।৭।। পিতৃগণে সেই স্বধাক পালন-পোষণ কৰিলে। যি এই কথা জানে, তেওঁ পালনৰযোগ্য।।৮।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে; ই মনুষ্যৰ ওচৰলৈ গ'ল। তেওঁ মনুষ্যগণে আহ্বান কৰিলে— "হে ইৰাৱতী, আহাঁ"।।৯।। তেওঁৰ বৎস আছিল মনু আৰু মাটিৰ পাত্ৰ পাত্ৰ আছিল।।১০।। বেনপুত্ৰই তেওঁৰ পৃথ্বীকদোহন কৰিলে; তেওঁৰ পৰা কৃষি আৰু শস্য দোহন কৰিলে।।১১।। সেই কৃষি আৰু শস্যক মনুষ্যগণে পালন-পোষণ কৰিলে। যি এই কথা জানে, তেওঁ কৃষ্ট দ্ৰব্যৰ দ্বাৰা পোষণৰ যোগ্য হয়।।১২।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে, ই সপ্ত ঋষিগণৰ ওচৰ চাপিল। তেওঁক সপ্তঋষিগণে এইবুলি আহ্বান কৰিলে— "হে ব্ৰহ্মণ্বতী, আহাঁ।।১৩।। সোমৰজা তেওঁৰ বৎস হ'ল আৰু ছন্দ পাত্ৰ হ'ল।।১৪।। তেওঁক অঙ্গিৰাপুত্ৰ বৃহস্পতিয়ে দোহন কৰিলে। তেওঁৰপৰা ব্ৰহ্ম আৰু তপস্যা দোহন কৰিলে।।১৫।। সেই ব্ৰহ্ম আৰু তপস্যাক সপ্তঋষিগণে প্ৰৱৰ্তন কৰালে। যি এই কথা জানে, তেওঁ ব্ৰহ্মতেজত পালিত হোৱাৰ যোগ্য।।১৬।।

## [৫] দশম সূক্ত (১০)

(ঋষি—দেৱতা-পূৰ্ব্বৱৎ। ছন্দ—জগতী, উষ্ণিক্, অনুষ্টুপ্, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে। এওঁ দেৱগণৰ ওচৰলৈ গ'ল। দেৱগণে এইবুলি আহ্বান কৰিলে— "হে উৰ্জা আহাঁ"।।১।। ইন্দ্ৰ তেওঁৰ বৎস হ'ল, চমস পাত্ৰ হ'ল।।২।। তেওঁক সৱিতাদেৱে দোহন কৰিলে; তেওঁৰপৰা উৰ্জাক দোহন কৰিলে।।৩।। দেৱতাসকলে সেই উৰ্জাতে তিষ্ঠি আছে। যি এই কথা জানে, তেওঁ পালনৰ যোগ্য হয়।।৪।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে; এওঁ গন্ধৰ্ব-অপ্সৰা গণৰ ওচৰলৈ গ'ল। তেওঁক গন্ধৰ্ব-অপ্সৰাগণে এইবুলি আহ্বান কৰিলে— "হে পুণ্যগন্ধা, আহাঁ"।।৫।। সূৰ্যৱচাৰ পুত্ৰ চিত্ৰৰথ তেওঁৰ বৎস আছিল আৰু নীলপদ্মৰ পত্ৰ পাত্ৰ আছিল।।৬।। তেওঁ সূৰ্যবচাৰ পুত্ৰ বসুৰুচিয়ে দহন কৰিলে। তেওঁৰ পৰা সুগন্ধ দহন কৰিলে।।।৭।। সেই পৱিত্ৰ গন্ধক গন্ধৰ্ব-অপ্সৰাগণে পোষণ কৰে। যি এই কথা জানে, তেওঁ পৱিত্ৰ গন্ধেৰে পালিত হোৱাৰ যোগ্য।।৮।।বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে। এওঁ সামান্য লোকৰ ওচৰলৈ গ'ল। সেই সাধাৰণ লোকে তেওঁক এইবুলি আহ্বান কৰিলে — "হে তিৰোধা, আহাঁ।।৯।। বিশ্ৰৱাৰ পুত্ৰ কুবেৰ তেওঁৰ বৎস হ'ল; কেঁচা পাত্ৰ তেওঁৰ পাত্ৰ হ'ল।।১০।। ৰজত-নাভি কাৱেৰকে এওঁক আৰু তিৰোধাক দোহন কৰিলে।।১১।।

সেই তিৰোধাতে সাধাৰণ লোকে প্ৰৱৰ্তন কৰে। তেওঁ সকলো পাপ তিৰোহিত কৰিলে। যি এই কথা জানে তেওঁ পালনৰ যোগ্য হয়।।১২।। বিৰাটে পুনৰ উৎক্ৰমণ কৰিলে। তেওঁ সৰ্পগণৰ ওচৰলৈ গ'ল। সৰ্পগণে তেওঁক এইবুলি আহ্বান কৰিলে—"হে বিষৱতী, আহাঁ"।।১৩।। বিশালাৰ পুত্ৰ তক্ষক তেওঁৰ বৎস হ'ল; জাতিলাওৰ পান তেওঁৰ পাত্ৰ হ'ল।।১৪।। ঐৰাৱত ধৃতৰাষ্ট্ৰই তেওঁক দোহন কৰিলে; তেওঁৰ পৰা বিষ দহন কৰিলে।।১৫।। সেই বিষতে সৰ্পসমূহ প্ৰৱৰ্তি আছে। যি এই কথা জানে তেওঁ প্ৰৱৰ্তি থকাৰ যোগ্য।।১৬।।

## [৬] দশম সূক্ত (১০)

(ঋষি—দেৱতা-পূৰ্বৱৎ। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, অনুষ্টুপ্।)

এই কথা জানোতাজনক জাতিলাওৰ পাত্ৰেৰে সিঞ্চন কৰিব লাগে। তেতিয়া তেওঁ প্ৰতি-আঘাত কৰে।।১।। তেওঁ যাক আঘাত কৰে, সেয়া বিষক কৰে।।২।। বিযেই তেওঁৰ অপ্ৰিয় শত্ৰু। যি এই কথা জানে, তেওঁকে সিঞ্চন কৰে।।৩।।

## ।। অষ্টম কাণ্ড সমাপ্ত ।।

# নৱম কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি-অথৰ্ৱা। দেৱতা-মধু, অশ্বীদ্বয়। ছন্দ-ত্ৰিষ্টুপ্, পংক্তি অনুষ্টুপ্, বৃহতী, উষ্ণিক, অষ্টি।)

মধুকশাৰূপী গাই দ্যুলোক, পৃথিৱী, অন্তৰিক্ষ, সমুদ্ৰ, অগ্নি আৰু বায়ুৰপৰা উৎপন্ন হৈছিল। এই গাইক অমৃত ধাৰণ কৰি থকা বুলি জানি সকলো প্ৰজাই পূজন কৰি হৃদয়েৰে সৈতে আনন্দিত হয়।।১।। এই গাইৰ মহৎ দুগ্ধই বিশ্বৰূপী সমুদ্ৰৰ জল বুলি কোৱা হয়। এই গাই স্তুতিৰ দ্বাৰা প্ৰেৰিত হৈ যিফালৰ পৰা আহে, সেইফালেই প্ৰাণ সঞ্চাৰিত হয় আৰু অমৃতত নিৱিষ্ট হয়।।২।। মনুষ্য গণে বহুপ্ৰকাৰে মীমাংসা কৰি এই মধুকশাৰ পৃথিৱীত বিচৰণৰ প্ৰকাৰ অনেক বুলি ব্যাখ্যা কৰে। মধুকশা অগ্নি, বায়ুৰ পৰা উদ্ভূত, মৰুৎগণৰ উগ্ৰ কন্যা।।৩।। আদিত্যগণৰ মাতৃ, বসুগণৰ কন্যা, প্ৰজাগণৰ প্ৰাণ আৰু অমৃতৰ নাভি এই হিৰণ্যবৰ্ণা মধুকশা ঘৃতসিক্ত হৈ মহৎ তেজঃ ৰূপে মনুষ্যলোকত বিচৰণ কৰি থাকে।।৪।। দেৱতাসকলে এই মধুময় কশা উৎপন্ন কৰিলে; ইয়াৰ বিশ্বৰূপ গৰ্ভ হ'ল। তৰুণ ৰূপত উৎপন্ন ইয়াক মাকে পোষণ কৰিলে। ই উৎপন্ন হৈয়ে সমস্ত ভুৱন মোহিত কৰিলে।।৫।। ইয়াৰ স্বৰূপ কোনে জানে? ইয়াৰ হৃদয় সোম থ'বৰ কাৰণে কলহস্বৰূপ; ই অক্ষয়। সুমেধাসম্পন্ন ব্ৰহ্মাই ইয়াত আনন্দ লাভ কৰো।।৬।। ইয়াৰ অক্ষয়, সহস্ৰ ধাৰাৰে বৈ থকা স্তনদ্বয়ৰ কথা তেওঁ জানে, তেওঁ বুজে। তাৰপৰা অফুৰন্ত শক্তি দোহন কৰা হয়।।৭।। হবি ধাৰণকাৰী এই শব্দযুক্ত গাইজনীয়ে উচ্চস্বৰে শব্দ কৰি কৰি কৰ্মক্ষেত্ৰলৈ আহে। (অগ্নি, সূৰ্য, চন্দ্ৰ, এই) তিনি তেজ আয়ত্ত কৰি তাই হেম্বেলিয়ায়, তাই দুগ্ধেৰে পৰ্যাপ্ত।।৮।। শকত-আৱত অৱস্থাত যাক জলসমূহে পুষ্ট কৰে, স্বয়ং বিৰাজ কৰা শক্তিশালী অভীষ্টবৰ্ষণকাৰীয়ে সেই কথা জানোতাজনক অভীষ্ট আৰু বল তথা জল বৰ্ষণ কৰে আৰু বৰ্ষণ কৰায়।।৯।। হে প্ৰজাপতি, তোমাৰ বাণী বজ্ৰ সদৃশ সৰ্জনশীল, তুমি কামবৰ্ষক, তুমি পৃথিৱীত বল সিঞ্চন কৰা। এই মধুকশা অগ্নি আৰু বায়ুৰপৰা উদ্ভূত, মৰুৎগণৰ কন্যা।।১০।। যেনেকৈ প্ৰাতঃসৱনত সোম অশ্বিনীকুমাৰদ্বয়ৰ প্ৰিয় হয়, তেনেকৈ অশ্বিনীকুমাৰ দুজনে মোৰ আত্মাত তেজ স্থাপিত কৰক।।১১।। দ্বিতীয় (মাধ্যন্দিন) সৱনত সোম যেনেকৈ ইন্দ্ৰ-অগ্নিৰ প্ৰিয় হয়, তেনেকৈ ইন্দ্ৰ-অগ্নিয়ে মোৰ আত্মাত তেওঁ স্থাপিত কৰক।।১২।। তৃতীয় সৱনত সোম যেনেকৈ ঋভুগণৰ প্ৰিয় হয়, তেনেকৈ ঋভুগণে মোৰ আত্মাত তেজ স্থাপিত

কৰক।।১৩।। মই যাতে মধু উৎপন্ন কৰোঁ, মধু লাভ কৰোঁ। হে অগ্নি, মই দুগ্ধাদি যুক্ত হৈ আহিছোঁ; তুমি মোক ইয়াত তেজঃসম্পন্ন কৰাঁ।।১৪।। হে অগ্নি তুমি মোক তেজঃসম্পন্ন কৰাঁ, সন্তান আৰু আয়ুসৰ লগত যুক্ত কৰাঁ। দেৱতাসকলে মোক এইবুলি জানক; ঋষিসকলৰ সৈতে ইন্দ্ৰয়ো জানক।।১৫।। মৌমাখিয়ে যেনেকৈ মধুৰ ওপৰতে মধু সঞ্চয় কৰে, সেইদৰে অশ্বিনীকুমাৰ দুজনে মোৰ আত্মাত বৰ্চ স্থাপন কৰক।।১৬।। মৌমাখিয়ে যেনেকৈ মৌৰ ওপৰতে মৌৰে ৰং সানে, সেইদৰে অশ্বিনীকুমাৰ দুজনে মোত বৰ্চ, তেজ, বল আৰু ওজঃ স্থাপিত কৰক।।১৭।। যি মধু গিৰিত আছে, পৰ্বতত আছে, যি মধু গোসমূহত আছে, অশ্বসমূহত আছে, ঢালি দিয়া সুৰাত আছে, সেই মধু মোত স্থিত হওক।।১৮।। হে শোভাৰ অধিপতি অশ্বীদ্বয়, তোমালোকে মোক মৌমাখিৰ মধুৰসেৰে সিক্ত কৰাঁ, যাতে মই মানুহৰ মাজত ওজস্বী কথা ক'ব পাৰোঁ।।১৯।। হে প্ৰজাপতি ইত্যাদি ( বাক্যাৰ্দ্ধ ১০ মন্ত্ৰৰ দৰে); পশুসমূহে সেই বৃষ্টিৰেই জীৱন ধাৰণ কৰে; সকলোৱে তাৰ দ্বাৰা অন্ন আৰু বল লাভ কৰে।।২০।। অন্তৰিক্ষ গৰ্ভ, পৃথিৱী দণ্ড, দ্যুলোক কশা (বেত আদিৰ এচাৰি), বিদ্যুত প্ৰকাশৰূপ আৰু বিন্দু হিৰণ্যময়।।২১।। যি মধুকশাৰ সাত বিধ মধুৰ কথা জানে, তেওঁ মধুমান হয়; ব্ৰাহ্মণ, ৰজা, ধেনু, বলধ, ধান, যৱ আৰু মধু এই সাতবিধ।।২২।। যি এই কথা জানে, তেওঁ মধুমান হয়, তেওঁৰ আহাৰ মধুযুক্ত হয়, তেওঁ মধুযুক্ত লোকসমূহ জয় কৰে।।২৩।। প্ৰকাশমান আকাশত যি গৰ্জন হয়, সেয়া প্ৰজাগণৰ অৰ্থে আৱিৰ্ভূত প্ৰজাপতি। গতিকে সোঁ কান্ধত উপৱীত ধাৰণ কৰি মই কৈছোঁ— "হে প্ৰজাপতি, তুমি মোক বুজাঁ"। যি এইকথা জানে, তেওঁক প্ৰজাগণে বুজি পায়, প্ৰজাপতিয়ে বুজি পায়।।২৪।।

## দ্বিতীয় সূক্ত (২)

(ঋষি—অথৰ্ৱা। দেৱতা—কাম। ছন্দ—ত্ৰিষ্টুপ্, জগতী, পংক্তি, অনুষ্টুপ্।)

শত্ৰুনাশক, অভীষ্টবৰ্ষণকাৰী কামক মই হোম আৰু ঘৃতেৰে আহ্বান কৰি কৈছোঁ—মহৎ বীৰ্যেৰে স্তুতি লাভ কৰা তুমি মোৰ শত্ৰুবোৰক অধঃপতিত কৰাঁ।।১।। যি দুঃস্বপ্ন মোৰ মন আৰু চকুৰ কাৰণে প্ৰিয় নহয়, যি মোক আনন্দ দান নকৰে, যি মোক শুহি-গিলিহে নিয়ে, তাক মই কামদেৱক স্তুতি কৰি শত্ৰুলৈ দলিয়াই দিছোঁ, তাক যাতে মই ছিন্ন কৰিব পাৰোঁ।।২।। হে কাম, দুঃস্বপ্ন আৰু দুৰৱস্থা, হে কাম, সন্তানহীনতা, নিৰ্ধনতা আৰু গৃহহীনতাক উগ্ৰ, প্ৰভুত্বশালী তুমি সেইসকলত স্থাপন

কৰাঁ, যিসকলে আমাক বিপত্তিত পেলাব খোজে।।৩।। হে কাম, তুমি ঠেলি লৈ যোৱাঁ, ঠেলি লৈ যোৱাঁ; হে কাম, মোৰ যিবিলাক শত্ৰু সিহঁত ধ্বংস হওক। হে অগ্নি, তুমি সিহঁতক অধম অন্ধকাৰলৈ ঠেলি দিয়াঁ, সিহঁতৰ ঘৰ-দুৱাৰ পুৰি পেলোৱাঁ।।৪।। হে কাম, যাক কবিসকলে বিৰাজ্ বাণী বুলি কয়, সেই বাণী তোমাৰ দুহিতা ধেনু বুলি কোৱা হয়। তাৰ দ্বাৰা তুমি মোৰ শত্ৰু নাশ কৰাঁ। প্ৰাণ, পশুধন আৰু জীৱনে শত্ৰুবোৰক এৰা দিয়ক।।৫।। সুদক্ষ নাৱৰীয়াই পানীত বঠাৰে নাও চলাই যোৱাৰ দৰে মই কামদেৱৰ, ইন্দ্ৰৰ, ৰজা বৰুণৰ, বিষ্ণুৰ বলেৰে, সবিতাৰ শক্তিৰে, অগ্নিৰ হোমেৰে শত্ৰুবোৰক আঁতৰাই পঠাইছোঁ।।৬।। মোৰ পৰাক্ৰমী অধ্যক্ষ উগ্ৰ কামদেৱে মোক শত্ৰুমুক্ত কৰক। সমস্ত দেৱতা মোৰ স্বামী হওক, সমস্ত দেৱতা মোৰ আহ্বানক্ৰমে ইয়ালৈ আহক।।৭।। এই ঘৃতযুক্ত হৱনীয় দ্ৰব্যেৰে প্ৰীত হৈ, হে কামদেৱকে মুখ্য কৰি দেৱতাসকল, তোমালোকে মোক শত্ৰুমুক্ত কৰি ইয়াত আনন্দ কৰি থাকাঁ।।৮।। হে কাম, হে ইন্দ্ৰ-অগ্নি, তোমালোকে ৰথত আৰোহণ কৰি মোৰ শত্ৰুবোৰক অধঃপতিত কৰাঁ। হে অগ্নি, সিহঁতক অধম অন্ধকাৰত নিমগ্ন কৰাঁ, সিহঁতৰ ঘৰ-দুৱাৰ পুৰি পেলোৱাঁ।।৯।। হে কাম, তুমি মোৰ শত্ৰুবোৰক বধ কৰাঁ; সিহঁতক ঘোৰ অন্ধকাৰত পেলোৱাঁ; সিহঁত ইন্দ্ৰিয়জ্ঞানশূন্য হৈ সাৰহীন হওক; সিহঁত যেন এটা দিনো জীয়াই নাথাকে।।১০।। কামে মোৰ শত্ৰুবোৰক নিধন কৰিলে; মোৰ কাৰণে বিস্তীৰ্ণ লোক আৰু সমৃদ্ধিৰ ব্যৱস্থা কৰিলে। চাৰিওদিশে মোক নমস্কাৰ কৰক, ছয় উৰ্বীয়ে মোলৈ ঘৃত বহন কৰি আনক।।১১।। বান্ধ ছিগা নাৱৰ দৰে সিহঁত তললৈ বুৰ যাওক; বাণেৰে আঁতৰাই পঠোৱা সিহঁত পুনৰ ঘুৰি আহিব নোৱাৰে।।১২।। অগ্নি, ইন্দ্ৰ, সোম, শত্ৰুদূৰকাৰক। দূৰকাৰক দেৱগণে শত্ৰুক আঁতৰাই পঠাওক।।১৩।। (এই মন্ত্ৰৰ বলত) বীৰশূন্য হৈ গুচি যাওক, আঁতৰি যাওক, মিত্ৰসকলৰ বিদ্বেষৰ পাত্ৰ হওক, আত্মীয়জনে ত্যাগ কৰক, পৃথিৱীত (শত্ৰুবোৰক বিনষ্ট কৰিবলৈ) বিদ্যুত থাকক; (হে যজমান,) উগ্ৰ দেৱতাজনে তোমাৰ শত্ৰুবোৰক নিধন কৰক।।১৪।। সমস্ত মেঘগৰ্জনক ভৰণ-পোষণ কৰা যি বিদ্যুত এই পৃথিৱীত পৰিছে অথবা নাই পৰা, সেইসমূহে আৰু উদিত সূৰ্যই নিজৰ তেজোময় শক্তিৰে শত্ৰুবোৰক তললৈ নিয়ক।।১৫।। হে কাম, তোমাৰ যি (মন্ত্ৰ-) ব্ৰহ্মময় বিশাল বৰ্ম তিনিপ্ৰকাৰৰ অবাধ নিবাৰক ৰূপে আছে, তাৰ দ্বাৰা তুমি ইত্যাদি (বাক্যাংশ ৫ মন্ত্ৰৰ দৰে)।।১৬।। হে কাম, যাৰ দ্বাৰা দেৱতাসকলে অসুৰবিলাকক খেদি পঠাইছিল, যাৰ দ্বাৰা ইন্দ্ৰই দস্যুবিলাকক অধম অন্ধকাৰলৈ লৈ গৈছিল তাৰে তুমি মোৰ শত্ৰুবোৰক

এই লোকৰপৰা আঁতৰ কৰি নিয়াঁ।।১৭।। দেৱগণে যেনেকৈ অসুৰবিলাকক খেদি পঠিয়ালে, ইন্দ্ৰই দস্যুবিলাকক যেনেকৈ অধম অন্ধকাৰলৈ পঠালে, হে কাম, তুমি মোৰ শত্ৰুবোৰক এই লোকৰপৰা খেদাই দিয়াঁ।।১৮।। প্ৰথমতে কাম উৎপন্ন হ'ল। দেৱতা, পিতৃগণ আৰু মনুষ্যগণে তেওঁৰ জোৰ নাপালে। হে কাম, তুমি সেই সকলোতকৈ শ্ৰেষ্ঠ, সদাই মহান্, সেইহেন তোমালৈ নমস্কাৰ।।১৯।। দ্যাৱাপৃথিৱী যিমান বিস্তীৰ্ণ, যিমানলৈকে জলসমূহ প্ৰৱাহিত হৈছে, যলৈকে অগ্নি, বিস্তৃত হৈ আছে, হে কাম, তুমি ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।২০।। দিশ-বিদিশসমূহ যিমান বিস্তীৰ্ণ, স্বৰ্গৰ দিশসমূহ যিমান বিস্তাৰী, হে কাম, তুমি ইত্যাদি (পূৰ্ববৎ)।।২১।। কিমানবোৰ ভোমোৰা, কিমানবোৰ বাদুলী, কিমানবোৰ কৰুৰু নামৰ প্ৰাণী, কিমানবোৰ বঘা আৰু গছত বগোৱা লতা আছে, হে কাম, তুমি ইত্যাদি (পূৰ্ববৎ)।।২২।। তুমি নিমেষ পেলোৱা বিলাকতকৈ, স্থিত সকলোতকৈ শ্ৰেষ্ঠ। হে কাম, তুমি মন্যুতকৈ শ্ৰেষ্ঠ, সমুদ্ৰতকৈও শ্ৰেষ্ঠ। হে কাম, তুমি ইত্যাদি (পূৰ্ববৎ)।।২৩।। বায়ুৱে কামৰ সমতা লাভ কৰিব নোৱাৰে, অগ্নি, সূৰ্য অথবা চন্দ্ৰয়ো নোৱাৰে। হে কাম, তুমি ইত্যাদি (পূৰ্ববৎ)।।২৪।। তোমাৰ যি কল্যাণসাধক মঙ্গলময় শৰীৰ আছে, তাৰে তুমি যাক বৰুণ কৰা সেয়ে সত্য হয়। তাৰে তুমি সম্পূৰ্ণ ভাৱে আমাৰ শৰীৰত প্ৰৱিষ্ট হোৱাঁ। তোমাৰ পাপবুদ্ধিসমূহ অন্য ক'ৰবাত প্ৰৱিষ্ট হওকগৈ।।২৫।।

# দ্বিতীয় অনুৱাক

## তৃতীয় সূক্ত (৩)

(ঋষি—ভৃগু-অঙ্গিৰা। দেৱতা—শালা (গৃহ)। ছন্দ—অনুষ্টুপ্, পংক্তি, বৃহতী, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

সকলো বৰণীয়া বস্তু থকা উপমিত, প্ৰতিমিত আৰু পৰিমিত শালাৰ বন্ধনসমূহ মুকলি কৰি দিছোঁ।।১।। হে সমস্ত বৰণীয় বস্তু থকা গৃহ, তোমাত যি বান্ধি থোৱা আছে, ৰছী আৰু গাঁঠি যিবোৰ আছে, বৃহস্পতিয়ে বলক মুকলি কৰাৰ দৰে মই মন্ত্ৰৰ দ্বাৰা সেই সকলোবোৰ মুকলি কৰি দিছোঁ।।২।। নিৰ্মাতাজনে তোমাক আহল-বহল কৰিলে, টানকৈ গাঁঠি দিলে, যোৰা লগালে; মই ইন্দ্ৰৰ সহায়ত সকলো যোৰা মুকলি কৰি দিম।।৩।। হে সমস্ত বৰণীয় বস্তু থকা গৃহ, তোমাৰ বাঁহবিলাকৰ, গাঁঠিবিলাকৰ, খেৰৰ আৰু দুয়োখন চালৰ বান্ধবিলাক আমি মুকলি কৰি দিছোঁ।।৪।। আমি শালাৰ পত্নীৰ সন্দংশসমূহৰ, পলদসমূহৰ আৰু পৰিষ্বঞ্জল্যৰ বন্ধন মুকলি

কৰি দিছোঁ।।৫।। হে শালাপত্নী, তুমি কল্যাণকাৰিণী, তোমাৰ গাত আনন্দ-লাভৰ কাৰণে যিবোৰ পাত্ৰ আঁৰি দিয়া হৈছিল, সেইবোৰ আমি সোলোকাই দিছোঁ। তুমি আমাৰ শৰীৰৰ কাৰণে হিতকাৰী হোৱাঁ।।৬।। হে শালা অধিষ্ঠাত্ৰী দেৱী, তুমি হৱিৰ আধান অগ্নিকুণ্ড, পত্নীসকলৰ সদন, আসন; দেৱতাসকলৰ অধিষ্ঠান।।৭।। হে বিষূৱতী, শয়নকক্ষৰ সহস্ৰ জালি কটা বিস্তৃত জালখন আমি মন্ত্ৰৰ দ্বাৰা মুকলি কৰি দিছোঁ।।৮।। হে শালা, যি তোমাক গ্ৰহণ কৰিছে আৰু যি তোমাক নিৰ্মাণ কৰিছে, হে গৃহৰ পত্নী, সেই দুয়োজন বাৰ্ধক্য পৰ্যন্ত জীয়াই থাকক।।৯।। আমি যাৰ জোৰাবিলাকত আৰু অংগসমূহত গাঁঠি নোহোৱা কৰিলোঁ, সেই তুমি, হে শালা, যাৰ দ্বাৰা দৃঢ়, সুসংবদ্ধ আৰু অলংকৃত হৈছিলা, সেইজনক সৌ স্বৰ্গলৈ লৈ যাব।।১০।। হে শালা, তোমাক যি নিৰ্মাণ কৰিলে আৰু (নিৰ্মাণৰ অৰ্থে) বনস্পতিসমূহ সংগ্ৰহ কৰিলে, হে শালা, সেই পৰমেষ্ঠী প্ৰজাপতিয়ে প্ৰজাৰ নিমিত্তে তোমাক নিৰ্মাণ কৰিলে।।১১।। শালাৰ স্বামীলৈ নমস্কাৰ, দাতালৈ নমস্কাৰ কৰিছোঁ। অগ্নিলৈ নমস্কাৰ; সমুখত বিচৰণ কৰা পুৰুষলৈ নমস্কাৰ।।১২।। শালাত উৎপন্ন হোৱা গো-অশ্বসমূহলৈ নমস্কাৰ; হে বিজাৱতী আৰু প্ৰজাৱতী, আমি তোমালোকৰ বান্ধবোৰ মুকলি কৰি দিছোঁ।।১৩।। তুমি ভিতৰভাগত অগ্নিক আৰু পশুগণৰ সৈতে মানুহক আৱৰি ৰাখিছা। হে বিজাৱতী আৰু প্ৰজাৱতী ইত্যাদি ( পূৰ্ববৎ)।।১৪।। দ্যুলোক আৰু ভূলোকৰ মাজত যি বিস্তীৰ্ণ আকাশ আছে, তাৰে মই এই শালা গ্ৰহণ কৰিছোঁ। অন্তৰিক্ষ আৰু পৃথিৱীৰ মাজত যি আকাশ আছে, তাক মই নিধিৰ বাবে কোষ কৰিছোঁ; তাৰে মই এই মানুহজনৰ কাৰণে শালা গ্ৰহণ কৰিছোঁ।।১৫।। হে শালা, বলপ্ৰদ, পয়স্বিনী, পৃথিৱীত নতুনকৈ নিৰ্মিত, সমস্ত অন্নধাৰিণী, হে শালা, তুমি গ্ৰহণকৰ্তাজনৰ অনিষ্ট সাধন নকৰিবা।।১৬।। খেৰেৰে ঢকা, পলদযুক্ত, ৰাতিৰ দৰে প্ৰাণীসমূহৰ আশ্ৰয়দাত্ৰী হে শালা, তুমি পৃথিৱীত নিৰ্মিত হৈ উত্তম পদযুদ্ধ হস্তিনীৰ দৰে ঠিয় হৈ আছা।।১৭।। পাৰ হৈ যোৱা সংবৎসৰৰ দৰে মই তোমাৰ বান্ধবোৰ মুকলি কৰি দিছোঁ; বৰুণৰ দ্বাৰা মুক্ত হোৱা তোমাক পুৱাৰ সূৰ্যই উদঘাটিত কৰক।।১৮।। বিদ্বানসকলৰ দ্বাৰা মন্ত্ৰেৰে নিৰ্মাণ কৰা সোম পানৰ স্থান এই শালাক অমৰ ইন্দ্ৰঅগ্নিয়ে ৰক্ষা কৰক।।১৯।। গৃহৰূপ নীড়ত দেহৰূপ নীড়, এটা পাত্ৰৰ ভিতৰত অন্য এটা পাত্ৰ ৰখা হৈছে। যাৰপৰা সমস্ত বিশ্ব উদ্ভূত হৈছে, সেই তাতে মনুষ্যৰো জন্ম হৈছে।।২০।। দুটা পক্ষ থকা, চাৰিটা পক্ষ থকা, ছটা পক্ষ থকা যি ঘৰ সজা হৈছে; আঠোটা পক্ষ থকা, দহোটা পক্ষ থকা শালাত গৃহৰ পত্নীত, জঠৰত অগ্নি থকাৰ দৰে মই শয়ন কৰোঁ।।২১।। হে শালা, মই হিংসাৰহিত তোমাৰ সমুখৰপৰা প্ৰৱেশ কৰিছোঁ;

ব্ৰহ্মাৰপৰা প্ৰথম উদ্ভূত অগ্নি আৰু জলো মোৰ সৈতে তোমাত প্ৰৱিষ্ট হৈছে।।২২।। মই এই যক্ষ্মানাশিনী যক্ষ্মামুক্ত জল ভৰাই আনিছোঁ আৰু অমৃতময় অগ্নিৰে সৈতে ঘৰৰ ওচৰত উপবেশন কৰিছোঁ।।২৩।। হে শালা, তুমি আমাক পাশত আবদ্ধ নকৰিবা, গুৰুভাৰ তুমি লঘু হোৱাঁ, বধূৰ দৰে তোমাক আমি ভৰণ-পোষণ কৰিছোঁ।।২৪।। পূব দিশৰপৰা শালাৰ মহিমালৈ নমস্কাৰ, শোভন আহুতিৰ যোগ্য দেৱতাসকললৈ এই সুন্দৰ আহুতি প্ৰদান কৰা হওক।।২৫।। দক্ষিণ দিশৰ পৰা শালাৰ ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।২৬।। পশ্চিম দিশৰপৰা ইত্যাদি (পূৰ্ববৎ)।।২৭।। উত্তৰ দিশৰপৰা পৰা-শালাৰ ইত্যাদি (পূৰ্ববৎ)।।২৮।। ঊৰ্ধ্বদিশৰ পৰা শালাৰ ইত্যাদি (পূৰ্ববৎ)।।২৯।। অধোদিশৰপৰা শালাৰ ইত্যাদি (পূৰ্ববৎ)।।৩০।। সকলো দিশৰপৰা শালাৰ ইত্যাদি (পূৰ্ববৎ)।।৩১।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—ঋষভ। ছন্দ—ত্ৰিষ্টুপ্, জগতী, অনুষ্টুপ্, বৃহতী, পংক্তি।)

সহস্ৰ সিঞ্চনৰ সমৰ্থ এই কান্তিমান ঋষভ দুগ্ধ সমৃদ্ধ; ই উদৰত সমস্ত ৰূপ ধাৰণ কৰে; যজমান দাতাৰ কল্যাণৰ অৰ্থে বৃহস্পতিৰ (মন্ত্ৰৰ লগত সংযুক্ত) এই বৃষভে সন্তান বৃদ্ধি কৰে।।১।। যি পূৰ্বে জলৰ প্ৰতিমা হৈছিল, যি পৃথিবীদেৱীৰ দৰে সকলোৰে কাৰণে প্ৰভুত্বশালী, পোৱালীবিলাকৰ পিতৃ, অবধ্যা গাইবিলাকৰ পতি, সেই বৃষভে আমাক সহস্ৰ প্ৰকাৰে সম্পন্ন কৰক।।২।। পুৰুষ অথচ অন্তঃসত্ত্বযুক্ত, স্থবিৰ আৰু পয়ঃসম্পন্ন এই ঋষভে বসুৰ কবন্ধ ধাৰণ কৰে; ইন্দ্ৰক আহুতি দিয়া ইয়াৰ অগ্নিয়ে দেৱযান মাৰ্গৰ দ্বাৰা বহন কৰি নিয়ক।।৩।। পোৱালীবিলাকৰ পিতৃ আৰু অবধ্যা গাইবিলাকৰ পতি আৰু সেইদৰে প্ৰকাণ্ড অতল গাঁতসমূহৰো পালয়িতা; বৎস, জৰায়ু, নতুন দুগ্ধ, অমৃত, দৈ, ঘৃত হৈছে তাৰ ৰেতঃ।।৪।। জলৰ সাৰভাগ, ওষধিসমূহৰ আৰু ঘৃতৰ এই উপনাহ (টোপোলা) দেৱতাসকলৰ ভাগ। সোমভক্ষণৰ অৰ্থে ইন্দ্ৰই বৃহৎ পৰ্বত সদৃশ কলেৱৰ বাছি লৈছিল।।৫।। হে স্বধিতা, তুমি ৰূপসমূহৰ নিৰ্মাতা, পশুগণৰ জনক, তুমি সোম ৰসেৰে পূৰ্ণ কলহ ধাৰণ কৰিছা। ইয়াত থকা সন্তানসমূহ তোমাৰ কাৰণে মঙ্গলপ্ৰদ হওক; সৌবিলাকক আমাক প্ৰদান কৰাঁ।।৬।। এই বৃষভে যজ্ঞতে যজ্ঞৰ ঘৃত ধাৰণ কৰে; ঘৃত তাৰ বীৰ্য; সহস্ৰ প্ৰকাৰৰ সমৃদ্ধি, তাকে যজ্ঞ বুলি কয়। ইন্দ্ৰৰ ৰূপ ধাৰণ কৰা এই বৃষভ, হে দেৱতাসকল, আমাৰ কাৰণে যেন মংগলময় হৈ আহে।।৭।। ইন্দ্ৰৰ ওজঃ বৰুণৰ বাহুযুগল, অশ্বিনীকুমাৰ দুজনৰ বাউসী আৰু মৰুৎগণৰ ককুদেৰে সৈতে এই বৃষভক ধীৰ, মনীষী কৱিসকলে

একত্রে আনীত বৃহস্পতি বুলি কয়।।৮।। (হে বৃষভ,) দুগ্ধসমৃদ্ধ তুমি দিব্য প্রজাসমূহলৈ ব্যাপ্ত হৈ পৰা; তেওঁলোকে তোমাক ইন্দ্ৰ বুলি কয়, সৰস্বান্ বুলি কয়। মন্ত্রযুক্ত যজ্ঞত যি বৃষভ আহুতি দিয়ে, তেওঁ একমুখযুক্ত সহস্ৰ গাই দান কৰা হয়।।৯।। বৃহস্পতি আৰু সবিতাই তোমাৰ শক্তি (বয়ঃ) ধাৰণ কৰিছে; ত্বষ্টা আৰু বায়ুৰপৰা তোমাৰ আত্মা আহৰণ কৰা হৈছে। মই মনেৰে তোমাক অন্তৰিক্ষত আহুতি প্ৰদান কৰিছোঁ; দ্যুলোক ভূলোক উভয়ে তোমাৰ বৰ্হি (কুশ) হওক।।১০।। দেৱতাৰ মাজত ইন্দ্ৰৰ দৰে গোসমূহৰ মাজত যি শব্দ কৰি আহিছে, সেই বৃষভৰ অংগসমূহ ব্ৰহ্মাই মাংগলিক বাক্যেৰে স্তুতি কৰক।।১১।। তাৰ দুয়োটা ফাল অনুমতিৰ, (কামিহাঁড়ৰ পৰা ঠেঙলৈকে) অনুবৃজ দুটা ভগদেৱতাৰ; মিত্ৰদেৱতাই কয়, 'তাৰ আঠু দুটা কেৱল মোৰ'।।১২।। তাৰ কমৰটো আদিত্যগণৰ, কৰঙন দুটা বৃহস্পতিৰ, নেজডাল বায়ুদেৱতাৰ, তাৰে সি ওষধিসমূহ কঁপাই যায়।।১৩।। নাড়ী-ভুৰুবিলাক সিনীবালীৰ; তাৰ ছালখন সূৰ্যৰ বুলি কয়; পদসমূহ উৎথাতাৰ বুলি বৃষভ পৰিকল্পনা কৰোঁতাসকলে কয়।।১৪।। তাৰ বুকু জামিশংসৰ, সি সোমৰ কলহ ধাৰণ কৰিছে, দেৱতাসকলে গোট খাই এইদৰে বৃষভৰ পৰিকল্পনা কৰিছিল।।১৫।। কুষ্ঠিকাসমূহ (মণ্ডহাল হাতোৰা) সৰমাৰ কাৰণে আৰু খুৰাসমূহ কূৰ্মৰ কাৰণে তেওঁলোকে বিধান কৰিলে। অন্ত্ৰত থকা বস্তুবোৰ কীটসমূহৰ বাবে নিৰ্ধাৰণ কৰিলে।।১৬।। গৰুৰ অধিপতি অবধ্য বৃষভে তাৰ এই শিং দুটাৰে ৰাক্ষস খেদায়, চকুৰে দৰিদ্ৰতা নাশ কৰে, কাণ দুখনেৰে কল্যাণকৰ কথা শুনে।।১৭।। যি ব্ৰাহ্মণে বৃষভ আহুতি দিয়ে, তেওঁ শতযজ্ঞ সম্পন্ন কৰে, তেওঁক অগ্নিয়ে দাহ নকৰে আৰু সমস্ত দেৱতাই তেওঁক প্ৰীতিদান কৰে।।১৮।। ব্ৰাহ্মণক বৃষভ দান কৰিলে মন বহল হয়; সেই দাতাজনে নিজৰ গোশালাত অবধ্যা গাইৰ সমৃদ্ধি দেখিবলৈ পায়।।১৯।। গৰু-গাই হওক, সতি-সন্ততি হওক, শৰীৰত বল হওক; দেৱতা সকলে বৃষভ দান কৰাজনক এই সকলোবোৰ প্ৰদান কৰক।।২০।। হৰিৰ্যুক্ত ইন্দ্ৰই প্ৰকাশ্যে ধন দান কৰক, এই যজমানক সহজে খীৰাব পৰা, সদাই পোৱালী থকা, খীৰাওঁতে বশ হৈ থকা গাই দান কৰক; স্বৰ্গত বিশিষ্ট জ্ঞান প্ৰদান কৰক।।২১।। পিঙ্গলবৰণীয়া, আকাশৰ অন্নধাৰণকাৰী ইন্দ্ৰৰ বহুৰূপী বল আমাৰ ওচৰলৈ আহক; আমাক আয়ুস আৰু সন্তান দান কৰি সকলো প্ৰকাৰৰ পুষ্টি বিধান কৰক।।২২।। হে উপপৰ্চন, ইয়ালৈ আহাঁ; এই গোষ্ঠত আমাক সম্পৃক্ত কৰাঁ; এই বৃষভৰ যি বীৰ্য, হে ইন্দ্ৰ, সেয়া তোমাৰেই।।২৩।। হে গাইসমূহ, এই যুৱক বৃষভ তোমালোকৰ কাৰণেই ৰাখিছোঁ; ইচ্ছামতে তোমালোকে তাৰ লগত ক্ৰীড়া কৰাঁ; হে সুভগাগণ, আমাক প্ৰজননৰ দ্বাৰা ৰহিত নকৰিবা, ধন-পুষ্টিৰ দ্বাৰা তোমালোকে আমাক লাগ দিয়াঁ।।২৪।।

# তৃতীয় অনুবাক

## পঞ্চম সূক্ত (৫)

(ঋষি—ভৃগু। দেৱতা—অজ পঞ্চৌদন। ছন্দ-ত্রিষ্টুপ্, জগতী অনুষ্টুপ্, গায়ত্রী, উষ্ণিক্, অষ্টি, প্রকৃতি।)

তাক লৈ আহাঁ; যজ্ঞ আৰম্ভ কৰাঁ; সি জানি লৈ পুণ্যাত্মাসকলৰ লোকলৈ গতি কৰক, ছাগলীটোৱে বহুধৰণৰ আৰু অন্ধকাৰ পাৰ হৈ তৃতীয় স্বৰ্গত আৰোহণ কৰক।।১।। হে অজ, মই তোমাক ইন্দ্ৰৰ ভাগ আৰু যজমানৰ পৃষ্ঠপোষকৰূপে এই যজ্ঞলৈ লৈ আহিছোঁ; যিবিলাকে আমাক দ্বেষ কৰে, সিবিলাকক ধৰাঁ; যজমানৰ পুত্ৰসকল নিষ্পাপ।।২।। ই যি পাপপূৰ্ণ বিচৰণ কৰিছিল, তাৰ কাৰণে তাৰ ঠেং কেইটা ধুৱাই দিয়াঁ; ই জানি লৈ শুদ্ধ খুৰাকেইটাৰে স্বৰ্গত আৰোহণ কৰক; বহু প্ৰকাৰে সমুখলৈ চাই অন্ধকাৱ অতিক্ৰম কৰি এই ছাগলীটোৱে তৃতীয় স্বৰ্গত আৰোহণ কৰক।।৩।। হে ঘাতক, শ্যামবৰণীযা অস্ত্ৰেৰে ছালখনেদি কাটাঁ; জোৰাই জোৰাই অসিৰে কাটা; তাৰ বিপক্ষে অভিসন্ধি নকৰিবা; তাৰ প্ৰতি দ্ৰোহ নকৰিবা; জোৰাই জোৰাই তাক ভাগ কৰাঁ। তাক তৃতীয় স্বৰ্গত স্থাপন কৰাঁ।।৪।। মই এটা মন্ত্ৰেৰে পাত্ৰটো জুইত দিছোঁ; তাত পানী ঢালি দিয়াঁ; তাক তাত ৰাখা, হে শমনকাৰীসকল, তাক জুইৰ লগত ৰাখাঁ। যেতিয়া ৰন্ধা হৈ যাব, তেতিয়া সি পুণ্যাত্মাসকলৰ লোকলৈ গতি কৰিব।।৫।। যদি সম্পূৰ্ণকৈ তাপ দিয়া হ'ল, তেনে ইয়াৰপৰা ওপৰলৈ উঠাঁ; তপত চৰুৰপৰা তৃতীয় স্বৰ্গত আৰোহণ কৰাঁ। অগ্নিৰপৰা অগ্নিৰূপ উদ্ভূত বৈছা, সৌ জ্যোতিৰ্ময় লোক জয় কৰাঁ।।৬।। অজ অগ্নি, অজকে জ্যোতি বুলি কয়, অজ জীৱিত লোকে ব্ৰাহ্মণক দান কৰিব লাগে বুলি কোৱা হৈছে। শ্ৰদ্ধাৰে দান কৰা অজই অন্ধকাৰ সমূহ দূৰ কৰে।।৭।। (সূৰ্য, চন্দ্ৰ আৰু অগ্নিৰূপ) তিনিবিধ জ্যোতিত আৰোহণ কৰিবলৈ পঞ্চৌদন সহিত সি পাঁচ প্ৰকাৰে খোজ দিয়ক। (হে অজ,) যজ্ঞকৰ্তা পুণ্যৱানসকলৰ মাজলৈ যোৱাঁ, তৃতীয় স্বৰ্গত ব্যাপ্ত হৈ পৰা।।৮।। হে অজ, পুণ্যৱানসকলৰ লোকত আৰোহণ কৰাঁ, শৰভেও খোজ দিব নোৱৰা সেই দুৰ্গম স্থানত বিচৰণ কৰাঁ। পঞ্চৌদন সহিত ব্ৰাহ্মণক প্ৰদান কৰা এই অজই দাতাজনক তৃপ্তি প্ৰদান কৰে।।৯।। এই অজই দাতাজনক তৃতীয় স্বৰ্গ, ত্ৰিদিৱ, স্বৰ্গলোকৰ তৃতীয় পৃষ্ঠত স্থাপন কৰে। পঞ্চৌদনৰ সৈতে ব্ৰাহ্মণক প্ৰদান কৰা তুমি বিশ্বৰূপা, অভীষ্ট দোহন কৰা একমাত্ৰ ধেনুস্বৰূপা।।১০।। হে পিতৃগণ, পঞ্চৌদনৰ সৈতে ব্ৰাহ্মণক প্ৰদান কৰা অজ তোমালোকৰ তৃতীয় জ্যোতি; শ্ৰদ্ধাৰে সৈতে ইহলোকত প্ৰদান কৰা অজই পৰলোকত পাপৰূপ অন্ধকাৰ আঁতৰ কৰে।।১১।। যজ্ঞ কৰা পুণ্যাত্মাসকলৰ লোক

লাভ কৰিবৰ কাৰণে পঞ্চৌদনৰ সৈতে অজ ব্ৰাহ্মণক প্ৰদান কৰে। (হে অজ) তুমি সেই লোকত সম্পূৰ্ণভাৱে জয়লাভ কৰাঁ। সেই অজ গৃহীত হোৱাৰ পিছত আমাৰ কাৰণে মঙ্গলপ্ৰদ হওক।।১২।। অজ অগ্নিৰ তাপৰপৰা উদ্ভূত হৈছে; ই জ্ঞানীতকৈও জ্ঞানী, শক্তিযুক্ত, জ্ঞানী, ইষ্টাপূৰ্ত, অভিপূৰ্ত আৰু বষট্‌কৰ্ম দেৱগণে ঋতু অনুসৰি সম্পন্ন কৰক।।১৩।। ঘৰত বোৱা কাপোৰ দিব পাৰে, দক্ষিণাৰূপে সুবৰ্ণ দিব পাৰে। তেওঁ সেইদৰে দিব্য আৰু পাৰ্থিৱ লোকসমূহ লাভ কৰে।।১৪।। হে অজ, ঘৃত-মিশ্ৰিত, সধুযুক্ত এই উদ্ভাসিত সোমৰ তোমাৰ ওচৰলৈ যাওক। সপ্তৰশ্মিযুক্ত সূৰ্যৰ ওপৰত বিৰাজমান স্বৰ্গৰ পিঠিক পৃথিৱী আৰু দ্যুলোকক স্থাপিত কৰাঁ।।১৫।। হে অজ, তুমি এটা ছাগলী; তুমি স্বৰ্গগামী তোমাৰ দ্বাৰা অঙ্গিৰাবংশী ঋষিসকলে স্বৰ্গলোকৰ কথা জানিছিল। সেই পুণ্যলোকৰ কথা মই জানো।।১৬।। হে অগ্নি, যি শক্তিৰ দ্বাৰা তুমি দেৱতাসকললৈ সমস্ত সম্পদ বহন কৰি নিয়া, সহস্ৰ দ্ৰব্য বহন কৰি নিয়া, তাৰে তুমি স্বৰ্গত দেৱতাসকলৰ ওচৰলৈ যাবলগীয়া আমাৰ এই যজ্ঞ বহন কৰি নিয়াঁ।।১৭।। পঞ্চৌদনৰ সৈতে ৰন্ধা ছাগলীয়ে পাপদেৱতা নিৰ্ঋতিক আঁতৰাই স্বৰ্গলোকত (দাতাজনক) স্থাপন কৰে। তাৰ দ্বাৰা সূৰ্যযুক্ত লোক সমূহ জয় কৰিম।।১৮।। যাক ব্ৰাহ্মণত আৰু অন্য প্ৰজাসমূহত স্থাপন কৰা হ'ল; অন্ন আৰু অজৰ যি বিন্দু ছটিয়াই দিয়া হ'ল, হে অগ্নি, আমাৰ সেই সকলোৱে পুণ্যাত্মাৰ লোকত পথসমূহৰ মিলন স্থলত আমাক জানক।।১৯।। অজই প্ৰথমতে ইয়াত খোজ দিলে। এই পৃথিৱীখন তাৰ বুকু, দ্যুলোক পৃষ্ঠ, অন্তৰিক্ষ মধ্যভাগ, দিশসমূহ ইয়াৰ দুয়োটা কাষ আৰু সমুদ্ৰ ইয়াৰ কুক্ষি দুটা।।২০।। সত্য আৰু ঋত ইয়াৰ দুটা চকু, সকলো সত্য আৰু শ্ৰদ্ধা ইয়াৰ প্ৰাণ, বিৰাট, ইয়াৰ শিৰ, পঞ্চৌদনেৰে সৈতে অজ হৈছে অসীম যজ্ঞ।।২১।। যি অজ আৰু পঞ্চৌদন দক্ষিণাজ্যোতিৰে সৈতে প্ৰদান কৰে, তেওঁ অপৰিমিত যজ্ঞ আৰু অপৰিমিত লোক লাভ কৰে।।২২।। ইয়াৰ হাড়বোৰ ভাঙিব নালাগে, মজ্জাও চুহিব নালাগে; সকলোখিনি একে লগে লৈ 'এইটো, এইটো' বুলি সুমুৱাই দিব লাগে।।২৩।। এইটোৱেই ইয়াৰ ৰূপ, তাৰে ইয়াক পোৱা হয়; যি অজ আৰু পঞ্চৌদন দক্ষিণাজ্যোতিৰে সৈতে প্ৰদান কৰে, ই তেওঁৰ কাৰণে অন্ন, মহত্ত্ব, আৰু শক্তি দহন কৰে।।২৪।। যি দক্ষিণাজ্যোতিৰে সৈতে অজ আৰু পঞ্চৌদন দান কৰে, তেওঁৰ কাৰণে পাঁচোটা ৰুক্ম, পাঁচখন নৱবস্ত্ৰ আৰু পাঁচজনী গাইয়ে অভীষ্ট দোহন কৰে; তেওঁৰ কাৰণে পাঁচোটা ৰুক্ম জ্যোতিস্বৰূপ হয়, বস্ত্ৰ সমূহ শৰীৰৰ বৰ্মস্বৰূপ হয়, তেওঁ স্বৰ্গলোক লাভ কৰে।।২৫-২৬।। যি (বাক্‌দানৰ দ্বাৰা) প্ৰথমতে পতি লাভ কৰি পিছত অন্য এজন পতি লাভ কৰে, পঞ্চৌদন সহ অজ দান কৰিলে তেওঁলোকৰ বিচ্ছেদ নঘটে।।২৭।। যি দক্ষিণাজ্যোতিৰে সৈতে পঞ্চৌদন আৰু অজ

দান কৰে, তেনেকুৱা পুনর্ব্বিবাহ কৰা পতিয়ে পত্নীৰ সৈতে একে লোকত বাস কৰিবলৈ পায়।।২৮।। ইটোৰ পিচত সিটোকৈ পোৱালী থকা গাখীৰতী গাই, বলধ গৰু, বস্ত্ৰ, সুবর্ণ দান কৰি উত্তম স্বৰ্গলোকলৈ যায়।।২৯।। আত্মা, পিতৃ, পুত্ৰ, নাতি, পিতামহ, পত্নী, জননী তথা অন্য মোৰ যিসকল প্ৰিয় আছে, তেওঁলোকক আহ্বান কৰিছোঁ।।৩০।। যি নিদাঘ নামৰ ঋতু জানে, প্ৰকৃতপক্ষে পঞ্চৌদন সহিত অজই হৈছে সেই নিদাঘ ঋতু। যি দক্ষিণাজ্যোতিৰে সৈতে পঞ্চৌদন অজ দান কৰে, তেওঁ অপ্ৰিয় শত্ৰুৰ ঐশ্বৰ্য দগ্ধ কৰে আৰু নিজে উন্নতি লাভ কৰে।।৩১।। যি কুৰ্ব্বন্ নামৰ ঋতুৰ কথা জানে, তেওঁ অপ্ৰিয় শত্ৰুৰ প্ৰত্যেক ঐশ্বৰ্য নিজলৈ আনে। এই কুৰ্ব্বন্ নামৰ ঋতুৱেই পঞ্চৌদন অজ। য়ি দক্ষিণা জ্যোতিৰে সৈতে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৩২।। যি সংযন্ নামৰ ঋতুক জানে, তেওঁ শত্ৰুৰ প্ৰত্যেক সংগৃহীত ঐশ্বৰ্য নিজলৈ আনে। এই সংযন্ নামৰ ঋতুৱেই পঞ্চৌদন অজ। যি দক্ষিণাজ্যোতিৰে ইত্যাদি (পূৰ্ব্ববৎ)।।৩৩। যি পিন্বন্ নামৰ ঋতুক জানে, তেওঁ শত্ৰুৰ প্ৰত্যেক বৃদ্ধি পোৱা ঐশ্বৰ্য নিজলৈ আনে। এই পিন্বন্ নামৰ ঋতুৱেই পঞ্চৌদন অজ। যি দক্ষিণাজ্যোতিৰে ইত্যাদি (পূৰ্ব্ববৎ)।।৩৪।। যি উদ্যন্ নামৰ ঋতুক জানে, তেওঁ শত্ৰুৰ প্ৰত্যেক উৰ্ধ্বগামী ঐশ্বৰ্য নিজলৈ আনে। এই উদ্যন্ নামৰ ঋতুৱেই পঞ্চৌদন অজ। যি দক্ষিণাজ্যোতিৰে ইত্যাদি (ফুৰ্ব্ববৎ)।।৩৫।। যি অভিভূ নামৰ ঋতুক জানে, তেওঁ শত্ৰুৰ প্ৰত্যেক অভিভৱকাৰী ঐশ্বৰ্য নিজলৈ আনে। এই অভিভূ নামৰ ঋতুৱেই পঞ্চৌদন অজ। যি দক্ষিণাজ্যোতিৰে ইত্যাদি (পূৰ্ব্ববৎ)।।৩৬।। ছাগলীটো ৰান্ধাঁ আৰু পাঁচভাগ ভাতো ৰান্ধাঁ। সমস্ত দিশসমূহে অন্তৰ্দিশসমূহৰ সৈতে একে মনৰ হৈ, একত্ৰে এওঁক গ্ৰহণ কৰক।।৩৭।। তোমাৰ কাৰণে তেওঁলোকে তোমাৰ যজ্ঞ ৰক্ষা কৰক; তেওঁলোকৰ উদ্দেশ্যে মই এই হোমৰ ঘৃত আহুতি দিছোঁ।।৩৮।।

## [১] ষষ্ঠ সূক্ত (৬)

(ঋষি—ব্ৰহ্মা। দেৱতা—অতিথি, বিদ্যা। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, অনুষ্টুপ্, জগতী, বৃহতী, পংক্তি।)

যি প্ৰত্যক্ষ ব্ৰহ্মক জানে, যাৰ জোৰাবিলাকেই সম্ভাৰ, ৰাজহাঁড়েই ঋক্সমূহ,।।১।। সামসমূহ যাৰ নোম, যজুষসমূহ যাৰ হৃদয় বুলি কোৱা হয়, যাৰ পৰিস্তৰণ (শুবলৈ দিয়া তৃণৰ) হৈছে হৱি।।২।। যি অতিথিপতিয়ে অতিথিক দেখা পায়, তেওঁ দেৱযজ্ঞকে দেখে।।৩।। তেওঁ যেতিয়া অভিবাদন কৰে, তেতিয়া দীক্ষালাভ কৰে; যেতিয়া পানী যাচে, তেতিয়া তেওঁ যজ্ঞৰ পানী আনে।।৪।। যজ্ঞলৈ যি জল আনে, সেয়ে যজ্ঞৰ পানী।।৫।। যি তৃৰ্পণ আহৰণ কৰে, সেয়ে অগ্নি-সোমৰ উদ্দেশ্যে বন্ধন কৰা পশু।।৬।। ৰ'বৰ কাৰণে যি ঠাইৰ পৰিকল্পনা কৰা হয়, সেয়া সদঃ আৰু হৱিৰ্ধানকে

পৰিকল্পনা কৰে।।৭।। যি ছটিয়াই দিয়ে, সেয়ে বৰ্হি।।৮।। উপৰিশয়ন আহৰণ কৰে যে, তাৰে স্বৰ্গলোক উদ্‌ঘাটন কৰে।।৯।। যি গাৰু আৰু তুলি আহৰণ কৰে, সেয়াই পৰিধি।।১০।। যি অঞ্জন আৰু লেপন সংগ্ৰহ কৰে, সেয়া যজ্ঞৰ ঘৃত।।১১।। চাকি চাবলৈ যি খাদ্য আনে, সেয়া দুটি পুৰোডাশ (নামৰ পিঠা)।।১২।। ভোজনৰ অৰ্থে যি আমন্ত্ৰণ কৰা হয়, সেয়ে হবি গ্ৰহণ কৰিবলৈ কৰা আহ্বান।।১৩।। যি চাউল আৰু যব সিঁচি দিছে, সেয়াই সোমলতাৰ কুঁহিপাত।।১৪।। উকখল আৰু মুষলদণ্ডই (সোমৰস উলিওৱা) পটা।।১৫।। কুলাখনেই সোমৰসৰ চাকনি, তুঁহবোৰেই ঋজীষা (ৰস উলিয়াই পেলোৱা সোমপাতৰ শিতা) আৰু অভিষৱণীয়েই পানী।।১৬।। দৰ্বীয়েই স্ৰুৱা (চামোচ), লৰণি মাৰিডালেই আয়কন, কুম্ভবিলাকেই (কাঠৰ) দ্ৰোণ কলস, কৃষ্ণমৃগৰ ছালেই বায়ব্য পাত্ৰ।।১৭।।

## [২] ষষ্ঠ সূক্ত (৬)

(ঋষি--দেৱতা-পূৰ্ববৎ। ছন্দ—বৃহতী, ত্ৰিষ্টুপ্, উষ্ণিক, অনুষ্টুপ্, পংক্তি।)

অতিথিপতিয়ে তেওঁৰ কাৰণে এজন যজমানৰ ব্ৰাহ্মণ কৰি ল'লে, তাত আহাৰ্যসমূহ দেখিবলৈ পালে আৰু ক'লে — "এইটো ডাঙৰ নে এইটো?"।।১।। "ডাঙৰটো লোৱাঁ" এইবুলি নিজৰ প্ৰাণবায়ু দীঘল কৰে।।২।। ওচৰলৈ নিয়ে হবি ওচৰ চপায়।।৩।। ওচৰ চপা সেই হবিৰে অতিথিয়ে নিজকে হৱন কৰে।।৪।। হাতৰূপী চামোচেৰে, প্ৰাণৰূপী যুপত, স্ৰুক্‌কাৰ ৰূপ বষট্‌কাৰৰ দ্বাৰা।।৫।। প্ৰিয়ই হওক বা অপ্ৰিয়ই হওক, সেই অতিথিৰূপী ঋত্বিকসকলক স্বৰ্গলৈ প্ৰেৰণ কৰে।।৬।। যি এই কথা জানে, তেওঁ নিজৰ বৈৰীৰ অন্ন নাখায়, দ্বেষকাৰীৰ অন্ন নাখায়, সন্দিগ্ধ লোকৰ আৰু সন্দেহ কৰি থকা লোকৰ অন্ন নাখায়।।৭।। যাৰ অন্ন যি খায়, তেওঁ সেইজনৰ পাপো ভক্ষণ কৰে।।৮।। যাৰ অন্ন যি নাখায়, তেওঁ সেইজনৰ পাপো ভক্ষণ নকৰে।।৯।। যি অতিথিক অন্ন উপহাৰ দিয়ে, তেওঁ গ্ৰাৱাসমূহৰ সৈতে, আৰ্দ্ৰ পৱিত্ৰ যজ্ঞ সম্পন্ন কৰে।।১০।। যি উপহাৰ দিয়ে, তেওঁৰ প্ৰাজাপত্য যজ্ঞ সম্পন্ন হয়।।১১।। যি উপহাৰ দিয়ে তেওঁ প্ৰজাপতিৰ খোজে খোজে যায়।।১২।। অতিথিৰ আৱাহনেই আহ্বনীয় অগ্নি, গৃহত থকা অগ্নিয়েই গাৰ্হপত্য অগ্নি, য'ত ৰন্ধা-বঢ়া কৰা হয়, সেয়াই দক্ষিণাগ্নি।।১৩।।

## [৩] ষষ্ঠ সূক্ত (৬)

(ঋষি—দেৱতা-পূৰ্ববৎ। ছন্দ—গায়ত্ৰী, বৃহতী, উষ্ণিক্।)

যি অতিথিতকৈ আগতে ভোজন কৰে, তেওঁ ঘৰখনৰ ইষ্ট আৰু পূৰ্ত কৰ্মৰ ফল ভক্ষণ কৰে।।১।। ......তেওঁ ঘৰখনৰ দুগ্ধ আৰু অন্য ৰস খাই শেষ কৰে।।২।।

.... তেওঁ ঘৰখনৰ বল আৰু পুষ্টি ভক্ষণ কৰে।।৩।। ....তেওঁ ঘৰখনৰ সন্তান-সন্ততি আৰু পশুবিলাক ভক্ষণ কৰে।।৪।।.....তেওঁ ঘৰখনৰ কীৰ্তি যশস্যা খাই পেলায়।।৫।। ..... তেওঁ ঘৰখনৰ শ্ৰী আৰু মিলাপ্ৰীতি খাই পেলায়।।৬।। শ্ৰোত্ৰিয়জনেই অতিথি; তেওঁতকৈ আগতে খাব নাপায়।।৭।। অতিথিয়ে ভোজন কৰাৰ পিছত ভোজন কৰিব লাগে; যজ্ঞৰ আত্মালাভৰ উদ্দেশ্যে আৰু অবিচ্ছিন্ন যজ্ঞৰ উদ্দেশ্যে এয়ে ব্ৰত।।৮।। গৰুৰপৰা যি পোৱা হয়, গাখীৰেই বা মাংসই, বৰ স্বাদিষ্ঠ। তাকো খাব নালাগে।।৯।।

## [৪] ষষ্ঠ সূক্ত (৬)

(ঋষি—দেৱতা-পূৰ্ববৎ। ছন্দ—অনুষ্টুপ্, গায়ত্ৰী, পংক্তি।)

যি এইদৰে জানে তেওঁ গাখীৰ ঢালি তাক অতিথিক প্ৰদান কৰে।।১।। সুসমৃদ্ধ অগ্নিষ্টোম যজ্ঞ যজি যি লাভ কৰা হয়, এই কাৰ্যৰ দ্বাৰা সিমান লাভ কৰা হয়।।২।। যি এইদৰে জানে, তেওঁ ঘিঁউ ঢালি অতিথিক উপহাৰ দিয়ে।।৩।। সুসমৃদ্ধ অতিৰাত্ৰ যজ্ঞ কৰি যিমান লাভ কৰা হয়, ইয়াৰ দ্বাৰা সিমান লাভ হয়।।৪।। যি এইদৰে জানি মধু ছটিয়াই অতিথিক উপহাৰ দিয়ে।।৫।। সুসমৃদ্ধ সত্ৰসদ্য যজন কৰি যি লাভ হয়, ইয়াৰ দ্বাৰা তাক লাভ কৰিব পাৰি।।৬।। যি এই কথা জানি মাংস বাকি দি অতিথিক উপহাৰ দিয়ে।।৭।। সুসমৃদ্ধ দ্বাদশাহ যাগ কৰি যি লাভ কৰা হয়, ইয়াৰ দ্বাৰা তাক লাভ কৰিব পাৰি।।৮।। যি এই কথা জানি পানী ঢালি অতিথিক প্ৰদান কৰে।।৯।। প্ৰজা জন্মৰ উদ্দেশ্যে দৃঢ় প্ৰতিষ্ঠা লাভ কৰে, সন্তানসকলৰ প্ৰিয় সাধন হয়, যি পানী ঢালি অতিথিক উপহাৰ দিয়ে (সেইজনে)।।১০।।

## [৫] ষষ্ঠ সূক্ত (৬)

(ঋষি—দেৱতা-পূৰ্ববৎ। ছন্দ—উষ্ণিক্, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী।)

তেওঁৰ কাৰণে উষাই হিং উচ্চাৰণ কৰে, সৱিতাই তেওঁক প্ৰশংসা কৰে।।১।। বৃহস্পতিয়ে ঊৰ্জা সহিত উদ্গীথ গায়, ত্বষ্টাই পুষ্টিৰে প্ৰতিদান দিয়ে, বিশ্বদেৱগণে সিদ্ধান্ত (নিধন) দিয়ে।।২।। যি এই কথা জানে, তেওঁ সমৃদ্ধি, প্ৰজা আৰু পশুগণৰ পালক হয়।।৩।। তেওঁৰ কাৰণে উদিত সূৰ্যই হিং শব্দ কৰে; কিৰণযুক্ত সূৰ্যই তেওঁৰ প্ৰশংসা কৰে।।৪।। মধ্যদিনে উদ্গীথ গায়; অপৰাহুই প্ৰতিদান দিয়ে; অস্তগামী সূৰ্য পালক হয়। যি এই কথা জানে ইত্যাদি (৩ মন্ত্ৰৰ দৰে)।।৫।। তেওঁৰ কাৰণে মেঘ উৎপন্ন হৈ হিং শব্দ কৰে, গৰ্জন কৰি স্তুতি কৰে।।৩।। বিদ্যুতে প্ৰতিদান দিয়ে, বৃষ্টিয়ে উদ্গীথ গায়, সিদ্ধান্ত দাঙি ধৰে। যি এইদৰে জানে ইত্যাদি (পূৰ্ববৎ)।।৭।। অতিথিসকলক দেখি হিং শব্দ কৰে, অভিবাদন কৰে, প্ৰশংসা কৰে, পানী যাচে,

উদ্‌গীথ গায়।।৮।। উপহাৰ দিয়ে, মনোযোগ দিয়ে, (ভোজনৰ) অৱশিষ্টই সিদ্ধান্ত হয়।।৯।। যি এই কথা জানে ইত্যাদি (পূৰ্ব্ববৎ)।।১০।।

## [৬] ষষ্ঠ সূক্ত (৬)

(ঋষি—দেৱতা-পূৰ্ব্ববৎ। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, পংক্তি, বৃহতী, জগতী, ত্ৰিষ্টুপ্।)

যেতিয়া ক্ষত্তাক আহ্বান কৰে, তেওঁ (আহিবলৈ আদেশ) শুনায়।।১।। যেতিয়া (ক্ষত্তাই) সম্মতি দিয়ে, তেতিয়া আহ্বানৰ প্ৰত্যুত্তৰ দিয়ে।।২।। যেতিয়া পৰিবেশনকাৰীসকলে হাতত পাত্ৰ লৈ আগলৈ পিছলৈ যায়, তেওঁলোকেই চমসধাৰী অধ্বৰ্যু হয়।।৩।। তেওঁলোকৰ ভিতৰত আহুতি নিদিয়া কোনো নাথাকে।।৪।। অতিথিসকলক পৰিবেশন কৰি ঘৰলৈ অহা অতিথিপতি অৱভৃথ স্নান কৰি অহাৰ নিচিনা।।৫।। তেওঁ যেতিয়া তেওঁলোকক সমানে ভাগ কৰি দিয়ে, তেতিয়া যজ্ঞৰ দক্ষিণা দিয়া হয়। যেতিয়া তেওঁলোকক অনুগমন কৰে, তেতিয়া উদৰসান কৰা হয়।।৬।। তেওঁ (অতিথি) আমন্ত্ৰিত হৈ পৃথিৱীত ভোজন কৰে, আমন্ত্ৰিত হৈ পৃথিৱীত সকলো প্ৰকাৰৰ ভোজন কৰে।।৭।। তেওঁ আমন্ত্ৰিত হৈ অন্তৰিক্ষত ভোজন কৰে, আমন্ত্ৰিত হৈ অন্তৰিক্ষত সকলো প্ৰকাৰৰ ভোজন কৰে।।৮।। (৯,১০,১১ মন্ত্ৰৰ অনুবাদ, অন্তৰিক্ষ শব্দৰ ঠাই যথাক্ৰমে দ্যুলোক, দেৱতাগণ, আৰু লোকসমূহ শব্দ দি বাকীখিনি ৮ মন্ত্ৰৰ দৰে)।।৯-১১।। তেওঁক আহ্বান কৰা হৈছে, আহ্বান কৰা হৈছে।।১২।। তেওঁ ইহলোক লাভ কৰিছে, পৰলোক লাভ কৰিছে।।১৩।। যি এইকথা জানে, তেওঁ জ্যোতিৰ্ময় লোক লাভ কৰে।।১৪।।

# চতুৰ্থ অনুবাক

## সপ্তম সূক্ত (৭)

(ঋষি—ব্ৰহ্মা। দেৱতা-গো। ছন্দ—বৃহতী, উষ্ণিত, অনুষ্টুপ্, গায়ত্ৰী, জগতী, পংক্তি, ত্ৰিষ্টুপ্।)

পৰমেষ্ঠী প্ৰজাপতি দুটা শিং, ইন্দ্ৰ মূৰ, অগ্নি কপাল আৰু যম ডিঙিৰ জোৰা (কৃকাট)।।১।। সোম ৰজা মস্তিষ্ক, দ্যুলোক ওপৰৰ হনু, পৃথিৱী তলৰ হনু।।২।। বিদ্যুত জিভা, মৰুৎগণ দাঁত, ৰেৱতী গ্ৰীৱা, কৃত্তিকা স্কন্ধ, ঘৰ্ম তাৰ বহ।।৩।। বায়ু বিশ্ব, স্বৰ্গ লোক, কৃষ্ণদ্ৰ বিধৰণী নিৰেষ্য।।৪।। শেন তাৰ বুকু, অন্তৰিক্ষ পাজস্য (উদৰ?), বৃহস্পতি কন্ধুদ, বৃহতী হাঁড়সমূহ।।৫।। দেৱপত্নীসকল কাষৰ হাঁড়সমূহ, পৰিচাৰক সকল

কামিহাঁড়।।৬।। মিত্র আৰু বৰুণ দুই বাউসী, ত্বষ্টা আৰু অৰ্যমা (আঠুৰপৰা তললৈ) ভৰিৰ ঠাৰি দুটা, মহাদেৱে (বাউসীৰপৰা হাতলৈ) দুই বাহু।।৭।। ইন্দ্ৰাণী কমৰ, বায়ু নেজ, আৰু পৱমান কেশসমূহ।।৮।। ব্ৰাহ্মণ আৰু ক্ষত্ৰিয় দুই শ্ৰোণি (তপিনা), বল দুই উৰু।।৯।। ধাতা আৰু সৱিতা আঠুৰ জোৰা দুটা, গন্ধৰ্বসকল জংঘা, অপ্সৰাগণ মঙহাল হাতোৰা, অদিতি খুৰাবিলাক।।১০।। চেত হৃদয়, মেধা যকৃৎ, ব্ৰত পুৰীতৎ নাড়ী।।১১।। ক্ষুধা কুক্ষি, ইৰা বৃহদন্ত্ৰ, পৰ্বতসমূহ প্লাশি।।১২।। ক্ৰোধ দুই বৃক্ক, মন্যু দুই অণ্ড, প্ৰজাসমূহ জননেন্দ্ৰিয়।।১৩।। নদীসমূহ সূত্ৰী, বৰ্ষপতি স্তন আৰু মেঘৰ গাজনি ওহাৰ।।১৪।। বিশ্বব্যচা চৰ্ম, ওষধিসমূহ নোম, নক্ষত্ৰসমূহ ৰূপ।।১৫।। দেৱজনসকল নাড়ী-ভুৰু, মনুষ্যগণ অন্ত্ৰ, অত্ৰা উদৰ।।১৬।। ৰাক্ষসগণ ৰক্ত; ইতৰ লোক ওহাৰত থকা দ্ৰব্য।।১৭।। মেঘ মেদ, নিধন মজ্জা,।।১৮।। অগ্নি বহা সময়ত আৰু উঠাৰ সময়ত অশ্বিনীকুমাৰদ্বয়।।১৯।। পূবত থাকোঁতে ইন্দ্ৰ, দক্ষিণত যম, পশ্চিমত ধাতা উত্তৰত থাকোঁতে সৱিতা।।২০-২১।। তৃণসমূহ প্ৰাপ্ত হোৱাৰ সময়ত ৰজা সোম।।২২।। দেখাৰ সময়ত মিত্ৰ; ঘূৰাৰ সময়ত আনন্দ।।২৩।। যুটিবলৈ লওঁতে বিশ্বদেৱ, যুটি হোৱাৰ পিছত প্ৰজাপতি, মুকলি হৈ থাকোঁতে সৰ্বৰূপ।।২৪।। এয়ে বিশ্বৰূপ, সৰ্বৰূপ, গোৰূপ।।২৫।। যি এই কথা জানে, তেওঁক বিশ্বৰূপ, সৰ্বৰূপ পশুগণে লাগ দিয়ে।।২৬।।

## অষ্টম সূক্ত (৮)

(ঋষি—ভৃগুঅঙ্গিৰা। দেৱতা—সৰ্বশীৰ্ষাময়-অপাকৰণ। ছন্দ-অনুষ্টুপ্, উষ্ণিক্, বৃহতী, পংক্তি।)

মূৰকামোৰণি, মূৰৰ বিষ, কৰ্ণশূল আৰু ৰক্তহীনতা, আমি তোমাৰ সকলো মূৰৰ অসুখ মন্ত্ৰৰ দ্বাৰা দূৰ কৰিম।।১।। তোমাৰ কাণ দুখনৰ পৰা কংকূষৰপৰা কৰ্ণশূল আৰু বিসল্পক আমি তোমাৰ সকলো মূৰৰ অসুখ ইত্যাদি (পূৰ্বৱৎ)।।২।। যি কাৰণত যক্ষ্মা কাণৰপৰা, মুখৰপৰা বিয়পি পৰে, আমি তোমাৰ ইত্যাদি (পূৰ্বৱৎ)।।৩।। যি মানুহক অন্ধ কৰে, কলা কৰে, আমি তোমাৰ ইত্যাদি (পূৰ্বৱৎ)।।৪।। অংগভেদ, অংগজ্বৰ, বিশ্বাংগ্য, বিসল্পক, আমি তোমাৰ ইত্যাদি (পূৰ্বৱৎ)।।৫।। যাৰ ভীষণ পক্ষই মানুহক কঁপাই দিয়ে, সেই শৰৎকালীন জ্বৰক আমি মন্ত্ৰৰ দ্বাৰা বাহিৰ কৰি দিম।।৬।। উৰুৰেদি বিয়পি পৰা আৰু গবীনিকাত হোৱা যক্ষ্মাৰোগ তোমাৰ অঙ্গসমূহৰ ভিতৰৰপৰা আমি মন্ত্ৰৰ দ্বাৰা বাহিৰ কৰিছোঁ।।৭।। কামবশতঃ অথবা অকামবশতঃ হৃদয়ত উদ্ভৱ হোৱা বলাসৰোগ আমি মন্ত্ৰৰ দ্বাৰা হৃদয়ৰপৰা বাহিৰ কৰিছোঁ।।৮।। তোমাৰ অংগসমূহৰ পৰা পাণ্ডুৰোগ আৰু পেটৰপৰা

অপ্ৰাৰোগ, তোমাৰ অন্তৰভাগৰপৰা যক্ষোধা নামৰ ৰোগ মন্ত্ৰৰ দ্বাৰা বাহিৰ কৰিছোঁ।।৯।। বলাসৰোগ ক্ষয় হওক; মূত্ৰৰোগ নাশ হওক; সকলো প্ৰকাৰৰ যক্ষ্মাৰ বিষ মই তোমাৰপৰা পৃথক কৰিছোঁ।।১০।। তোমাৰ পেটৰ পৰা কাহাবাহ ৰোগ বাহিৰ হৈ যাওক; সকলো প্ৰকাৰৰ ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।১১।। তোমাৰ উদৰ, হাওফাও, নাভি আৰু হৃদয়ৰ পৰা সকলো প্ৰকাৰৰ ইত্যাদি (পূৰ্ব্ববৎ)।।১২।। যি সীমাত পীড়িত কৰে; মূৰটো ব্যাপ্ত হৈ পৰে, অনিষ্ট সাধন নকৰাকৈ, ৰোগমুক্ত কৰি সেই সকলো ব্যাধি ৰন্ধ্ৰইদি বাহিৰ হৈ যাওক।।১৩।। হৃদয়লৈকে যি বিপয়ি পৰে, কীকসলৈকে ব্যাপ্ত হয়, অনিষ্ট সাধন নকৰাকৈ ইত্যাদি (পূৰ্ব্ববৎ)।।১৪।। দুয়ো পাশে ব্যাপ্ত হৈ পৰা, কামিহাঁড়ৰ মাজত বিয়পি পৰা সকলো ৰোগ অনিষ্ট সাধন ইত্যাদি (পূৰ্ব্ববৎ)।।১৫।। যি ৰোগ কোণীয়াকোণীকৈ বিয়পি পৰে, পেটৰ ভিতৰত হয়, অনিষ্ট সাধন নকৰাকৈ ইত্যাদি (পূৰ্ব্ববৎ)।।১৬।। নাড়ী ভুৰুৰ মাজত ব্যাপ্ত হোৱা আৰু অন্ত্ৰসমূহ বিকল কৰা অনিষ্ট সাধন নকৰাকৈ ইত্যাদি (পূৰ্ব্ববৎ)।।১৭।। যিবিলাক ৰোগে মজ্জা শুহি পেলায়, জোৰাবোৰ সোলোকাই দিয়ে, অনিষ্ট সাধন নকৰাকৈ ইত্যাদি (পূৰ্ব্ববৎ)।।১৮।। যিবিলাকে অঙ্গসমূহ উত্তেজিত কৰে, তোমাক আঁকুহি থকা যক্ষ্মাসমূহ, সকলো প্ৰকাৰৰ যক্ষ্মাৰে বিষ মই তোমাৰপৰা বিচ্ছিন্ন কৰিছোঁ।।১৯।। বিসল্প, বিদ্ৰধ, বাতীকাৰ আলজি, সকলো প্ৰকাৰৰ ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২০।। তোমাৰ ভৰি দুটাৰপৰা, আঁঠু দুটাৰপৰা, শ্ৰোণীৰপৰা, অনূক, উষ্ণিহা নাড়ীৰপৰা মই তোমাৰ শিৰঃৰোগ সম্পূৰ্ণৰূপে ধ্বংস কৰিছোঁ।।২১।। তোমাৰ শিৰত উদয় হোৱা সূৰ্যই ৰশ্মিসমূহৰ দ্বাৰা ৰোগ নাশ কৰিলে, চন্দ্ৰই তোমাৰ শিৰ আৰু হৃদয়ৰ অঙ্গভঙ্গ শান্ত কৰিলে।।২২।।

# পঞ্চম অনুৱাক

## নৱম সূক্ত (৯)

(ঋষি—ব্ৰহ্মা। দেৱতা—আদিত্য, অধ্যাত্ম। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

সকলোৰে সেৱাৰ যোগ্য পালক হোতাৰ মধ্যম ভ্ৰাতৃ সৰ্বত্ৰ ব্যাপ্ত হৈ আছে। এওঁৰ তৃতীয় ভ্ৰাতৃয়ে পৃষ্ঠত ঘৃতধাৰণ কৰে। তাৰ ভিতৰত সাতজন পুত্ৰ থকা বিশ্‌পতিক দেখিবলৈ পালোঁ।।১।। এটা চকা থকা ৰথত ঘোঁৰা যুৰি দিয়া হৈছে; সাতোটা নামেৰে এটা ঘোঁৰাই ৰথ বহন কৰিছে। তিনি নাভিযুক্ত চকা কেতিয়াও জীৰ্ণ নহয়, শিথিল নহয়; তাতে এই সমস্ত ভুৱন অধিষ্ঠিত হৈ আছে।।২।। যি সপ্ত এই ৰথত স্থিত হৈ আছে, সপ্ত অশ্বই ইয়াক বহন কৰে; ইয়াৰ সাতোটা চকা। সাতগৰাকী ভনী এই ৰথৰ অভিমুখে

যায়; ইয়াত গো-ৰ (কিৰণৰ) সাতটা নাম নিহিত হৈ আছে।।৩।। অস্থিৰহিতে অস্থিযুক্তক ধাৰণ কৰিছিল যে সেই প্ৰথম জাতজনক কোনো দেখিছিল? ভূমিৰপৰা প্ৰাণ আৰু ৰক্ত, কিন্তু আত্মা ক'ৰপৰা? বিদ্বানৰ ওচৰত এই কথা কোনো সুধিবলৈ যাব?।।৪।। যি জানে তেওঁ এই সূৰ্যৰ নিগূঢ় স্বৰূপৰ কথা কওক; গাইসমূহে এওঁৰ শিৰৰপৰা দোহন কৰে, আবৰণেৰে আচ্ছাদিত হৈ চৰণেৰে জল পান কৰে।।৫।। মনেৰে একো বিচাৰ কৰিব নোৱাৰি মূঢ় মই প্ৰশ্ন কৰিছোঁ এই সন্দেহৰ বিষয় দেৱতাসকলৰো নিগূঢ়। এবছৰীয়া পোৱালী বান্ধিবৰ কাৰণে সাতডাল সূতা মেধাৱীসকলে মেলি দিছে যে সেইটো কি কথা?।।৬।। অজ্ঞান মই একো নাজানি জ্ঞানী মেধাৱীসকলক জানিবৰ উদ্দেশ্যে প্ৰশ্ন কৰিছোঁ— যি এই ছয়লোক স্থিৰ কৰি ৰাখিছে, যি জন্মৰহিত ৰূপে বৰ্তমান, তেওঁ কি সেই এক?।।৭।। মাতৃ পৃথিৱীয়ে পিতা দ্যুলোকক কৰ্মানুষ্ঠানত (বৃষ্টিৰ কাৰণে) ভজনা কৰিলে। ধ্যান আৰু মনেৰে আগতেই সংগত হৈছিল। মাতৃ ভেদ কৰিবৰ ইচ্ছাৰে গৰ্ভৰসত নিবিদ্ধ হ'ল। নমস্কাৰযুক্ত হৈ (হবিৰন্নযুক্ত প্ৰাণীসমূহ) উপৱাকৰ ওচৰত উপস্থিত হ'ল।।৮।। দক্ষিণাৰ ধুৰাত মাতৃ সংযুক্ত হ'ল; গৰ্ভ মেঘপংক্তিত স্থিত হ'ল; বৎসই শব্দ কৰিলে, তিনি যোজনত বিশ্বৰূপা গাইক দেখিবলৈ পালে।।৯।। একমাত্ৰ সূৰ্যই তিনিগৰাকী মাতৃ আৰু তিনিজন পিতৃক ধাৰণ কৰি ওপৰত আছে। তেওঁলোকে সূৰ্যক ক্লান্ত কৰা নাই। সোঁ দ্যুলোকৰ পৃষ্ঠত সৰ্বজ্ঞসকলে অন্যে নজনা কথা পাতি আছে।।১০।। সমস্ত ভুৱন য'ত স্থিত, সেই পঞ্চদণ্ডবিশিষ্ট ঘূৰি থকা চকাটোৰ বহুভাৰবিশিষ্ট অক্ষদণ্ড স্বয়ং উত্তপ্ত নহয়, নাভিৰে সৈতে ই পুৰণি যদিও নাভাগে।।১১।। পঞ্চপাদযুক্ত আৰু দ্বাদশ আকৃতিবিশিষ্ট সূৰ্য যেতিয়া দ্যুলোকৰ উৎকৃষ্ট অৰ্ধভাগত থাকে, কোনোৱে তেওঁক পুৰীষী (জলযুক্ত) বোলে; অন্যসকলে ছয় অৰবিশিষ্ট সপ্তচক্ৰযুক্ত ৰথত বিৰাজমান সূৰ্যক অৰ্পিত বুলি কয়। তেতিয়া তেওঁ দ্যুলোকৰ অন্য অৰ্ধভাগত স্থিত হৈ থাকে।।১২।। সত্যাত্মক সূৰ্যৰ দ্বাদশ অৰযুক্ত চন্দ্ৰই স্বৰ্গৰ কেউফালে পৰিভ্ৰমণ কৰিছে; ই কেতিয়াও জহি-খহি নাযায়। হে অগ্নি, এই চক্ৰত সাত শ বিশজন পুত্ৰই (দিন আৰু ৰাতি ৰূপ) যোৰ পাতি বাস কৰে।।১৩।। সমান নেমিবিশিষ্ট জৰাৰহিত কালচক্ৰ নিৰন্তৰ ঘূৰিছে; একেলগ হৈ দহজনে ঊৰ্ধ্ব দিশত (পৃথিৱীক) ধাৰণ কৰিছে। য'ত সমস্ত ভুৱন স্থিত হৈ আছে, সেই সূৰ্যৰ চক্ষু -বৃষ্টিজলৰ দ্বাৰা আবৃত হৈছে।।১৪।। ৰশ্মিসমূহক স্ত্ৰী হ'লেও পুৰুষ বুলি কোৱা হয়। যিসকলৰ চকু আছে তেওঁলোকেহে দেখে, অন্ধসকলে নেদেখে। যি পুত্ৰ মেধাৱী, তেওঁহে এই কথা বুজে; যি এইবিলাক কথা বুজে, তেওঁ পিতৃৰো পিতৃ।।১৫।। (সূৰ্যৰ) লগতে জন্মা ঋতু) বিলাকৰ ভিতৰত সপ্তমটোক অকলে জন্মা বুলি কয়। অন্য ছয়

ঋতু যুগ্ম হৈ থাকে। দেৱতাৰপৰা ছয় ঋষি উৎপন্ন হৈছে। ঋতুসমূহ সকলোৰে ইষ্ট, স্থানভেদে পৃথক্ পৃথক্‌ভাৱে স্থিত আৰু ৰূপভেদে বিবিধ আকৃতিৰ হৈ প্ৰকাশ পায়।।১৬।। গাই পোৱালীৰ পিছ ভাগ সমুখৰ ঠেংৰে আৰু সমুখভাগ পিছ ঠেংৰে ধাৰণ কৰি যাব লাগিছে। ই ক'লৈ গৈছে; কি কাৰণে আধা বাটৰপৰা ঘূৰি আহিছে? ক'ত প্ৰসৱ কৰিলে? জাকৰ মাজত নহয়।।১৭।। যি অধঃস্থিত লোকপালক (অগ্নিক) উৰ্দ্ধস্থিত (সূৰ্যৰ) লগত আৰু উৰ্ধ্বস্থিতক অধঃস্থিতৰ লগত উপাসনা কৰে, তেনে লোকে মেধাৱীৰ দৰে আচৰণ কৰে, এইবিলাক কথা কোনে কৈছে? এই দৈৱিক মন ক'ৰপৰা উদ্ভূত হৈছে?।।১৮।। যি অধোমুখ, তাক উৰ্ধ্বমুখ বুলি কয়, যি উৰ্ধ্বমুখ, তাক অধোমুখ বুলি কয়। হে সোম, তুমি আৰু ইন্দ্ৰই যি বস্তু কৰিলা, সি যুৱি থোৱা ঘোঁৰাৰ দৰে বিশ্বৰ ভাৰ বহন কৰিছে।।১৯।। দুটি পক্ষী মিত্ৰভাৱে একেজোপা গছত বাস কৰে; তাৰে এটিয়ে সোৱাদ গুটি খায়, ইটোৱে নাখায়, মাত্ৰ চাইহে থাকে।।২০।। যি বৃক্ষত মধুভক্ষী পক্ষীসমূহ নিৱিষ্ট হয়, প্ৰসৱ কৰে, তাৰ আগত যি মিঠা পিপ্পল আছে বুলি কয়, যি পিতৃক নাজানে সি সেই পিপ্পল লাভ কৰিব নোৱাৰে।।২১।। য'ত চৰাই দুটাই অমৃতবিন্দুৰ কাৰণে অনবৰতে চিঞৰি থাকে, সি সমস্ত ভুৱনৰ ৰক্ষক, সেই ধীৰে মূঢ় হ'লেও মোত প্ৰৱেশ কৰে।।২২।।

## দশম সূক্ত (১০)

(ঋষি—ব্ৰহ্মা। দেৱতা—গো, বিৰাট, অধ্যাত্ম, মিত্ৰ-বৰুণ।
ছন্দ—জগতী, ত্ৰিষ্টুপ্, শক্বৰী।)

গায়ত্ৰী-মন্ত্ৰ গায়ত্ৰী মন্ত্ৰত (পদ্যত) স্থাপিত, ত্ৰিষ্টুভ ছন্দত ৰচিত পদ্য ত্ৰিষ্টুভ পদ্যত সজ্জিত, জগতী পদ জগতী ছন্দত সজ্জিত — এই কথা যি জানে তেওঁ অমৰত্ব লাভ কৰে।।১।। গায়ত্ৰী ছন্দত অৰ্ক (অৰ্চনা মন্ত্ৰ) ৰচনা কৰিলো, অৰ্কৰ দ্বাৰা সাম, ত্ৰিষ্টুভৰ দ্বাৰা বাক দ্বিপদা আৰু চতুষ্পদা বাকেৰে বাণী, অক্ষৰৰ দ্বাৰা সপ্তছন্দ ৰচনা কৰিলে।।২।। জগতীছন্দৰ দ্বাৰা দ্যুলোকত সিন্ধুক (বৃষ্টিক) স্থিৰ কৰি ৰাখিছে; ৰথন্তৰ মন্ত্ৰত সূৰ্যক দৰ্শন কৰিছে; গায়ত্ৰীৰ তিনি সমিধ বুলি কোৱা হয়। সেই কাৰণে গায়ত্ৰীয়ে মহত্ত্ব আৰু ওজস্বিতাৰে অন্যক চেৰ পেলাইছে।।৩।। মই এই দুগ্ধৱতী গাইক আহ্বান কৰিছোঁ; দক্ষ দোহনকাৰীয়ে ইয়াক দোহন কৰে। সৱিতাই আমাৰ শ্ৰেষ্ঠ সোমৰ অংশ গ্ৰহণ কৰক; কাৰণ ইয়াৰ দ্বাৰা তেওঁৰ তেজ বৃদ্ধি পাব। সেই কাৰণেই তেওঁক আহ্বান কৰিছোঁ।।৪।। ধনৱতী ধেনু বৎসৰ কাৰণে ব্যগ্ৰ হৈ হেম্বেলিয়াই আহি আছে; তাই অশ্বিনীকুমাৰ দুজনৰ কাৰণে গাখীৰ দিয়ে। আৰু মহা সৌভাগ্য লাভৰ অৰ্থে প্ৰবৃদ্ধ হয়।।৫।। চকু মুদি থকা পোৱালীৰ কাৰণে গাইজনীয়ে

হেম্বেলিয়াইছে, মুৰত চেলেকিবলৈ 'হিং' শব্দ কৰিছে, ফেন লাগি থকা কোৱাৰি দেখি হেম্বেলিয়াইছে আৰু তাক গাখীৰ দি পুষ্ট কৰিছে।।৬।। ই গাইজনী বেৰি লৈ শব্দ কৰিছে, তাই গৰু চৰা ঠাইত বৈ হেম্বেলিয়াইছে। তাই জ্ঞানৰ দ্বাৰা মনুষ্যক লজ্জিত কৰি বিদ্যুত হৈ আৱৰণ গুচাই দিছে।।৭।। চঞ্চল, শ্বাস-প্ৰশ্বাসযুক্ত, নিজ কাৰ্যসাধনত ব্যগ্ৰ জীৱ শুই থকাৰপৰা গৃহৰ ভিতৰত অবিচলিতভাৱে স্থিত হ'ল। মৰ্ত্যৰ লগত উৎপন্ন অমৰ জীৱই স্বধা ভক্ষণ কৰি চিৰকাল বিচৰণ কৰে।।৮।। যুৱা সমুদ্ৰৰ পৃষ্ঠত ধাৱিত হোৱা বিধক পলিতজনে গিলি পেলালে, মহিমাযুক্ত দেৱতাৰ কৱিত্ব দৰ্শন কৰাঁ; আজি তেওঁৰ মৃত্যু হৈছে, কালিলৈ তেওঁ নিশ্বাস লাভ কৰিব।।৯।। যি উৎপাদন কৰিছে, তেওঁ তাক নাজানে; যি তাক দেখিছে, তেওঁৰপৰাও অন্তৰ্হিত হৈছে। মাতৃযোনিৰ দ্বাৰা পৰিৱেষ্টিত হৈ সি বহু সন্ততিৱান হয আৰু নিৰ্ঋতিত প্ৰৱেশ কৰে।।১০।। মই এই ৰক্ষয়িতা আদিত্যক অন্তৰিক্ষৰ পথত অহা যোৱা কৰা দেখো। তেওঁ সহগামী আৰু সৰ্বগামী কিৰণসমূহেৰে আচ্ছাদিত হৈ বাৰে বাৰে ভুৱনসমূহত আৱৰ্তন কৰে।।১১।। স্বৰ্গ আমাৰ পিতা, জন্মদাতা, যজ্ঞস্থান আমাৰ বন্ধু, বিস্তীৰ্ণ পৃথিৱী আমাৰ মাতা। দাঙি ধৰা পাত্ৰ দুটাৰ মাজত যোনি আছে; তাতে পিতাই দুহিতাৰ গৰ্ভ সঞ্চাৰ কৰে।।১২।। তোমাক সুধিছোঁ— পৃথিৱীৰ অন্ত ক'ত? মই সুধিছোঁ— সেচনশীল অশ্বৰ ৰেতঃ কি? বিশ্বজগতৰ নাভি ক'ত সুধিছোঁ। বাক্যৰ পৰম স্থান কি, মই সুধিছোঁ।।১৩।। এই বেদিয়েই পৃথিৱীৰ অন্ত, এই যজ্ঞই জগতৰ নাভি, এই সোমেই সেচনশীল অশ্বৰ ৰেতঃ, এই ব্ৰহ্মাই বাক্যৰ পৰমস্থান।।১৪।। 'মই এইটো' বুলি মই নাজানো; কাৰণ মই মূঢ়চিত্ত হৈ বিচৰণ কৰোঁ। সত্যৰ প্ৰথম উন্মেষ হোৱাৰ সময়ত মই বাক্যৰ কিছু অৰ্থ বুজোঁ।।১৫।। নিত্য অনিত্যৰ সৈতে একে ঠাইত স্থিত হয়, অন্নময় শৰীৰ লাভ কৰি কেতিয়াবা উৰ্ধ্বস্থানলৈ কেতিয়াবা অধোদেশলৈ যায়। ইহঁতে সদায় একে ঠাইত থাকে, ইহলোকত সকলোলৈকে একেলগে যায়, পৰলোকতো সকলোলৈকে একেলগে যায়। মানুহে ইহঁতৰ এটাক চিনিব পাৰে, আনটোক নোৱাৰে।।১৬।। সপ্ত ৰশ্মিয়ে অৰ্ধবছৰ পৰ্যন্ত গৰ্ভ ধাৰণ কৰে। জগত ৰেতঃস্বৰূপ হৈ বিষ্ণুৰ কাৰ্যত নিযুক্ত হৈছে। ই বিপশ্চিত আৰু সৰ্বতোব্যাপী। এইসমূহে প্ৰজ্ঞাৰ দ্বাৰা মনে মনে সমস্ত জগত ব্যাপ্ত কৰিছে।।১৭।। সমস্ত দেৱতাইপৰম ব্যোমসদৃশ ঋকৰ অক্ষৰত উপবেশন কৰিছে। যি এই কথা নাজানে, তেওঁ ঋকেৰে কি কৰিব? যি জানে, তেওঁলোক একেলগে বহি থাকিব।।১৮।। মাত্ৰাৰে ঋকৰ পদ কল্পনা কৰি অৰ্ধ-ঋকেৰে সমস্ত গতিশীলৰ পৰিকল্পনা কৰিলে। ত্ৰিপাদ ব্ৰহ্মা বহুৰূপত বিস্তাৰিত হ'ল; তাৰে চাৰি দিশ জীয়াই থাকে।।১৯।। হে অবধ্যা গাই, তুমি সুন্দৰ শস্য আদি ভক্ষণ কৰাঁ আৰু অতিশয়

দুগ্ধযুক্তা হোৱাঁ। তেতিয়া আমিও প্ৰচুৰ ধনৱান হ'ম। চিৰকালে তুমি তৃণ ভক্ষণ কৰাঁ আৰু সকলো ঠাইলৈকে গৈ নিৰ্মল জল পান কৰাঁ।।২০।। বাক্‌ৰূপ ধেনুৱে জল সৃষ্টি কৰি শব্দ কৰিছে; ই একপদী, দ্বিপদী, চতুষ্পদী, অষ্টাপদী, নৱপদী হৈ প্ৰকাশ পায়; কেতিয়াবা সহস্ৰ অক্ষৰযুক্ত পংক্তি হয়। তাৰপৰাই সমুদ্ৰ বৈ আহিছে।।২১।। (এই মন্ত্ৰৰ অনুৱাক ৬/২২/১ৰ সৈতে একে)।।২২।। হে মিত্ৰ বৰুণ, তোমালোকৰ স্বৰূপ কোনে জানে? পাদৰহিত কিৰণসমূহ পাদযুক্তসকলৰ আগত যায়। পৃথিৱীয়ে তাৰ গৰ্ভভাৰ বহন কৰে। ই সত্যক পালন কৰে, অসত্যক নাশ কৰে।।২৩।। বিৰাটেই বাণী, বিৰাটেই পৃথিৱী, বিৰাটেই অন্তৰিক্ষ, বিৰাটেই প্ৰজাপতি, বিৰাটেই মৃত্যু আৰু সাধ্যগণৰ স্বামী; ভূত, ভৱিষ্য বিৰাটৰে অধীন তেওঁ মোৰ অতীত আৰু ভৱিষ্যত বশ কৰক।।২৪।। অলপ দূৰত মই গোবৰৰ ধোঁৱা দেখিলোঁ। চাৰিওফালে বিয়পি থকা নিকৃষ্ট ধোঁৱাৰ পিছত জুই দেখিবলৈ পালোঁ। বীৰসকলে ফুট্‌ফুটীয়া বৃষ এটা পাক কৰিছে; এই অনুষ্ঠান তেওঁলোকৰ প্ৰথম।।২৫।। তিনিজন কেশযুক্তই সংবৎসৰৰ মাজত যথাসময়ত ভূমি পৰিদৰ্শন কৰে। তেওঁলোকৰ ভিতৰৰ এজনে সংবৎসৰত পৃথিৱীক দগ্ধ কৰে, অন্য এজনে কৰ্মৰ দ্বাৰা বিশ্ব দৰ্শন কৰে; এজনৰ ৰূপ দেখিবলৈ পোৱা নহয়; গতিহে দেখা যায়।।২৬।। বাণী চাৰি প্ৰকাৰৰ। মেধাৱী ঋত্বিকগণে তাক জানে। ইয়াৰ ভিতৰত তিনিবিধ বাণী গুহাত নিহিত হৈ থাকে, প্ৰকাশ নাপায়। মনুষ্যগণে চতুৰ্থবিধ বাণীহে কথাত ব্যৱহাৰ কৰে।।২৭।। এই আদিত্যক মেধাৱীসকলে ইন্দ্ৰ, মিত্ৰ, বৰুণ আৰু অগ্নি বুলি কয়। তেওঁ স্বৰ্গীয়, সুন্দৰ পাখি লগা গৰুত্মান্। তেওঁ এক যদিও বিপ্ৰগণে বহু বুলি কয়। তেওঁকে অগ্নি, যম আৰু মাতৰিশ্বা বায়ু বুলি কয়।।২৮।।

**।। নৱম কাণ্ড সমাপ্ত ।।**

# দশম কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১১)

**(ঋষি—প্ৰত্যঙ্গিৰস। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—বৃহতী, গায়ত্ৰী, অনুষ্টুপ্, পংক্তি, জগতী, ত্ৰিষ্টুপ্, উষ্ণিক্।)**

যাক নিৰ্মাতাসকলে বিভিন্ন ৰূপত হাতেৰে বিবাহৰ কন্যাৰ দৰে সজায়, সেই কৃত্যা দূৰলৈ আঁতৰি যাওক, আমি খেদি পঠাইছোঁ।।১।। শিৰ, নাক, কাণ লগা নানা ৰূপসম্পন্না, কৃত্যাকাৰীৰ দ্বাৰা নিৰ্মিত কৃত্যা দূৰলৈ গুচি যাওক; আমি খেদি পঠাইছোঁ।।২।। শূদ্ৰৰ দ্বাৰা নিৰ্মিত, ৰাজা আৰু স্ত্ৰীৰ দ্বাৰা নিৰ্মিত, ব্ৰাহ্মণৰ (অথবা মন্ত্ৰৰ) দ্বাৰা নিৰ্মিত কৃত্যা, পতিয়ে নিজৰ ভাই-ককাইৰ ওচৰলৈ পঠাই দিয়া স্ত্ৰীৰ দৰে কৃত্যাকাৰীৰ ওচৰলৈকে গুচি যাওক।।৩।। (এই মন্ত্ৰৰ অনুবাদ ৪।১৮।৫ মন্ত্ৰৰ সৈতে একে)।।৪।। শাপ দিওঁতাৰ গাতে শাও লাগক।।৬।। অধম কাম কৰোঁতাৰ অধম ফলপ্ৰাপ্তি হওক; আমি কৃত্যাক ঘূৰাই পঠাইছোঁ, যাতে কৃত্যাকাৰীকে নিধন কৰিব পাৰে।।৫।। আমাৰ অধ্যক্ষ পুৰোহিত আংগিৰস বিৰোধকাৰী; হে পুৰোহিত, তুমি কৃত্যাক বিপৰীত ফালে ঘূৰাই পঠোৱাঁ আৰু সৌ কৃত্যাকাৰীগণক বধ কৰাঁ।।৬।। হে কৃত্যা, যি তোমাক "সৌফালে যোৱাঁ" বুলি (আমাৰ পিনে) পঠাই দিছিল, সেইসকলৰ ওচৰলৈকে তুমি উলটি যোৱাঁ; নিৰপৰাধ মোক তুমি কামনা নকৰিবা।।৭।। ঋভুৱে ৰথখন জোৰা লগাই থোৱাৰ দৰে যি তোমাৰ হাঁড়বোৰ জোৰা লগাইছিল, কৌশলেৰে সৈতে তুমি তাৰ ওচৰলৈকে যোৱাঁ। তুমি তালৈহে যাব লাগিব। এই মই তোমাৰ লক্ষ্য নহয়।।৮।। অভিচাৰকাৰী যিসকলে তোমাক লাভ কৰিছিল, এই মংগলকৰ কৃত্যানাশকে সিসকলৰ বিপৰীত কাৰ্য কৰক, কৃত্যা দূৰ কৰক; সেই কৃত্যানাশকেৰে আমি তোমাক স্নান কৰাইছোঁ।।৯।। যি কৃত্যা প্ৰাপ্ত হোৱাৰ কাৰণে আমি পোৱালী মৰা গাই সদৃশ দুৰ্ভাগ্য লাভ কৰিলোঁ, মোৰ সেই সমস্ত পাপ দূৰ হওক আৰু ধন-সম্পদে মোক লাগ দিয়ক।।১০।। পিতৃগণক দিবৰ সময়ত অথবা যজ্ঞত তোমাৰ নাম যে তেওঁলোকে লৈছিল, সেই সংকল্পিত পাপৰপৰা তোমাক এই ওষধিয়ে মুক্ত কৰক।।১১।। দেৱতা, পিতৃগণৰ ওচৰত হোৱা অপৰাধৰপৰা, অথবা সংকল্পসহ নাম লোৱা দোষৰপৰা, অন্য মানুহলৈ কৰা পাপৰপৰা এই ওষধিলতাই তোমাক মন্ত্ৰৰ বলেৰে, ঋকৰ দ্বাৰা, ঋষিসকলৰ তপোবলেৰে মুক্ত কৰক।।১২।। বায়ুৱে যেনেকৈ ভূমিৰপৰা ধূলিসমূহ আৰু অন্তৰিক্ষৰপৰা মেঘ উৰুৱাই নিয়ে, সেইদৰে মোৰ সকলো দুষ্কৃতি মন্ত্ৰই উৰুৱাই নিয়ক।।১৩।। মুকলি কৰি দিয়া

মাইকী গাধৰ দৰে চিএৰ-বাখৰ কৰি, মন্ত্ৰৰ দ্বাৰা বলৱতী হৈ, হে কৃত্যা, তুমি প্ৰয়োগকৰ্তাৰ ওচৰলৈকে ঘূৰি যোৱাঁ।।১৪।। "হে কৃত্যা, এইটোৱেই তোমাৰ পথ" —এইবুলি কৈ তোমাক আমি পঠাই দিওঁ; আমাৰ বিৰুদ্ধে পঠোৱা তোমাক আমি আকৌ ঘূৰাই পঠাওঁ। "সেই বাটেৰেই ঘূৰি যোৱাঁ" এই বুলি কৈ গাড়ীযুক্ত, বীৰসমৃদ্ধ শব্দকাৰী সেনাবাহিনীৰ দৰে তোমাক শত্ৰুৰ অভিমুখে পঠাই দিওঁ।।১৫।। তোমাৰ দীপ্তি (শত্ৰুৰফালে) ঘূৰি যাওক; এইফালে তোমাৰ কাৰণে পথ নাই; আমাৰ ফালে নহয়, তুমি অন্যফালে যোৱাঁ। তুমি নাৱেৰে পাৰ হ'ব পৰা নৱৈখন নদীয়েদি পাৰ হৈ গুচি যোৱাঁ; আমাৰ অনিষ্ট নকৰিবা, গুচি যোৱাঁগৈ।।১৬।। বতাহে গছ ভঙাৰ দৰে তুমি শত্ৰুক বিনষ্ট কৰাঁ, পেলাই দিয়াঁ। শত্ৰুবিলাকৰ গৰু, ঘোঁৰা আৰু মানুহ বাকী নাৰাখিবা। হে কৃত্যা, কৃত্যাকাৰীবিলাকক সন্তানহীন হোৱাৰ সূচনা দি তুমি আঁতৰি যোৱাঁ।।১৭।। যি তোমাক অগ্নিত, শ্মশানত, পথাৰত গুপ্ত ৰীতিৰে পুতি থৈ অভিচাৰ কৰিছিল, গাৰ্হপত্য অগ্নিত কৰিছিল, নিৰপৰাধ মই তেওঁলোকক দুৰ্বল কৰিছোঁ।।১৮।। কপটপূৰ্বক আচৰণ কৰা যি শত্ৰুতা আমি কৰোঁতাজনলৈকে ঘূৰাই দিছোঁ; সি য'ৰপৰা আহিছিল তালৈকে ঘোঁৰা যোৱাদি ঘূৰি যাওক আৰু কৃত্যাকাৰীহঁতৰ সন্তান বিনষ্ট কৰক।।১৯।। হে কৃত্যা, আমাৰ ঘৰত ভাল লোহাৰ তৰোৱাল আছে; আমি তোমাৰ কিমান হাঁড়ৰ জোৰা আছে, জানো। উঠা, ইয়াৰপৰা যোৱাঁ; তুমি আমাৰ অপৰিচিত; ইয়াত কি বিচাৰিছা?।।২০।। হে কৃত্যা, মই তোমাৰ গ্ৰীৱা আৰু ভৰি কাটি পেলাম। তুমি লৰ মাৰাঁ। প্ৰজাপতিদ্বয় ইন্দ্ৰ আৰু অগ্নিয়ে আমাক ৰক্ষা কৰক।।২১।। ৰাজাধিপতি সোমে আমাক সুখদান কৰক; প্ৰাণীগণৰ অধিপতিসকলে আমাক সুখদান কৰক।।২২।। পাপকৰ্মা, দুষ্কৃতিকাৰী কৃত্যাকাৰীৰ ভৱ আৰু শৰ্ব দেৱতাই দেৱগণৰ অস্ত্ৰৰূপ বিদ্যুতেৰে তাড়ন কৰক।।২৩।। হে কৃত্যা, তোমাক যদি কৃত্যাকাৰীহঁতে দুঠেঙীয়া, চাৰিঠেঙীয়া কৰি নানা ৰূপত পঠিয়াইছে, তেনে তুমি আঠঠেঙীয়া হৈ ঘূৰি যোৱাঁ।।২৪।। হে কৃত্যা, ঘৃতেৰে লিপ্ত হৈ, ৰঞ্জিত হৈ, অলংকৃত হৈ, সমস্ত দোষ বহন কৰি তুমি আঁতৰি যোৱাঁ। পিতৃক কন্যাই চিনি পোৱাৰ দৰে তুমি তোমাৰ প্ৰয়োগকৰ্তাক চিনি পোৱাঁ।।২৫।। হে কৃত্যা, আঁতৰ হোৱাঁ; নাথাকিবা, বিদ্ধ হোৱা প্ৰয়োগকৰ্তাৰ বাটেদি যোৱাঁ। তেওঁ মৃগ, তুমি মৃগহন্তা সিংহ; তোমাক তেওঁ পাতিত কৰিব নোৱাৰে।।২৬।। আগতে বহি থকাজনক অন্যজনে বাণেৰে বিনষ্ট কৰে, পূৰ্বে আঘাত কৰাজনক অন্যজনে নিহত কৰে।।২৭।। তুমি মোৰ এইকথাখিনি শুনা। তাৰ পিছত যি তোমাক প্ৰয়োগ কৰিছে, তেওঁৰ ওচৰলৈ, য'ৰপৰা তুমি আহিছিলা, তালৈ গুচি যোৱাঁ ।।২৮।। হে কৃত্যা নিৰপৰাধজনক বধ কৰাটো ভয়ানক কথা। তুমি

আমাৰ গৰু ঘোঁৰা আৰু মানুহ নামাৰিবা। তোমাক য'ত য'ত স্থাপন কৰি থৈছে, তাৰপৰা আমি তোমাক তুলি আনিম। তুমি গছৰ পাততকৈও পাতল হোৱাঁ।।২৯।। যদি তোমালোক জালেৰে অথবা অন্ধকাৰেৰে আবৃত হৈ আছা, তেনেহ'লে সেই সকলো কৃত্যাকে আমি উন্মুক্ত কৰি ইয়াৰপৰা প্ৰয়োগকাৰীৰ ওচৰলৈ ঘূৰাই পঠাম।।৩০।। হে কৃত্যা, তুমি গোপন মন্ত্ৰ প্ৰয়োগকাৰী, অভিসন্ধিকাৰী কৃত্যা কৰোঁতাবিলাকৰ সন্তানবোৰক নিধন কৰাঁ; সিহঁতক নেৰিবা; সৌ কৃত্যাকাৰীহঁতক বধ কৰাঁ।।৩১।। সূৰ্য যেনেকৈ অন্ধকাৰৰপৰা মুক্ত হয়, ৰাতি আৰু ঊষাৰ ধ্বজা সূৰ্যই ত্যাগ কৰে, মই সেইদৰে সকলো ধৰণৰ কৃত্যাকাৰীৰ অভিচাৰ কৰ্ম বৰ্জন কৰিছোঁ, যেন এটা হাতীয়েহে ধূলি জোকাৰি পেলাইছে।।৩২।।

## দ্বিতীয় সূক্ত (২)

**(ঋষি—নাৰায়ণ। দেৱতা—পুৰুষ, ব্ৰহ্মপ্ৰকাশন।**
**ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, জগতী, বৃহতী।)**

মানুহৰ পাৰ্ষ্ণীদ্বয় (গোৰোহা দুটা) কোনে আনিলে? কোনে তেওঁৰ মাংস সংগ্ৰহ কৰিলে, কোনে ভৰিৰ জোৰা দুটা? কোনে তেওঁৰ কুশল আঙুলিকেইটা? কোনে তেওঁৰ ৰন্ধ্ৰসমূহ? কোনে মাজতে তেওঁৰ উচ্ছলখযুগল আৰু কোনে তেওঁৰ খোজ-কাটল (সৃষ্টি কৰিলে?।।১।। দেৱতাসকলে) কিহৰপৰা মানুহৰ ভৰিৰ জোৰা দুটা তলত নিৰ্মাণ কৰিলে? তেওঁৰ আঁঠুৰ জোৰা দুটা ওপৰত কৰিলে? তেওঁৰ জংঘা দুটা পৃথক্ কৰি ক'ত সংযোগ কৰিলে। আঠু দুটাৰ জোৰা ক'ত— কোনে জানে?।।২।। জংঘাৰ ওপৰ অংশ লেতু-সেতু ভাগ (শিথিৰ), কবন্ধ অংশ, সংহিতান্ত ভাগৰ সৈতে এই চাবিৰ সমষ্টি, শ্ৰোণি আৰু উৰুযুগল যাৰ দ্বাৰা শৰীৰটো সুদৃঢ় হয— এইবিলাক কোনে সৃষ্টি কৰিলে?।।৩।। যিসকলে পুৰুষৰ বুকু আৰু গ্ৰীৱাৰ কথা জানে তেনেকুৱা দেৱতা কেইজন আৰু তেওঁলোক কোন কোন? স্তনযুগল, ডিঙিৰ হাঁড় দুডাল, বাউসিৰ হাঁড়সমূহ আৰু কামিহাঁড়বিলাক কোনে স্ৰজিলে?।।৪।। তেওঁৰ বাহুযুগল কোনে গোটালে? কোনে এইবুলি ক'লে—"এওঁ বীৰত্বৰ কৰ্ম কৰিব লাগিব? কোন দেৱতাই তেওঁৰ শৰীৰত বাউসি দুটা লগাই দিলে?।।৫।। চকু দুটা, নাকৰ ফুটা দুটা, কাণ দুখন আৰু মুখখন, এই সাতোটা ৰন্ধ্ৰ কোনে তেওঁৰ শিৰত খানিলে? দ্বিপাদ আৰু চতুষ্পাদ প্ৰাণীসমূহে সেই দেৱতাসকলে জয় কৰা মহিমাৰে বহু স্থানত নিজ পথেৰে গতি কৰে।।৬।। সু[illegible]নপৰ্যাপ্ত জিভাখন কোনে তেওঁৰ মুখত স্থাপন কৰিলে? তাত কোনে বাণী স্থাপন কৰিলে? জলৰ অন্তৰ্বৰ্তী সেই দেৱতাই

সমস্ত ভুৱনতে বিচৰণ কৰে; তেওঁক কোনে জানে?।।৭।। সেইজন কোন দেৱতা যি তেওঁৰ মস্তিষ্ক, ললাট, মূৰৰ পিছফাল আৰু সৰ্বপ্ৰথম লাওখোলাটো নিৰ্মাণ কৰিলে? কোনে পুৰুষৰ দুই হনুৰ ভিতৰত চয়ন নকৰি দ্যুলোকত আৰোহণ কৰিলে?।।৮।। এই উগ্ৰ পুৰুষে প্ৰিয়-অপ্ৰিয়, স্বপ্ন, সংবাদ, তন্দ্ৰা, আনন্দ, আমোদ— এইবিলাক ক'ৰপৰা আনিলে?।।৯।। এই পুৰুষত আৰ্তি, বিধ্বংস, নিৰ্ঋতি, সন্তাপ আদি ক'ৰপৰা প্ৰাপ্তি ঘটিল? ঋদ্ধি, সমৃদ্ধি, বৃদ্ধি আৰু অভ্যুদয় ক'ৰপৰা হ'ল?।।১০।। কোনে এই পুৰুষত বহু প্ৰকাৰে গতি কৰা, ভিন্ ভিন্‌কৈ গতি কৰা, সমুদ্ৰলৈ প্ৰৱাহিত হোৱা, তীব্ৰ, অৰুণবৰণৰ, লোহিতবৰণীয়া, তামবৰণীয়া, ধোঁৱাবৰণীয়া, ঊৰ্ধ্বমুখী, নিম্নমুখী, বেঁকাগতিৰ জলৰাশি বিধান কৰিলে?।।১১।। কোনে এই পুৰুষত ৰূপ, মহিমা, নাম, গতি, কেতু আৰু চৰিত্ৰ বিধান কৰিলে?।।১২।। প্ৰাণ, অপান, ব্যান আৰু সমান বায়ু কোন দেৱতাই এই পুৰুষত সঞ্চাৰ কৰিলে।।১৩।। এই পুৰুষত কোন প্ৰধান দেৱতাই যজ্ঞ স্থাপিত কৰিলে? কোনে এওঁত সত্য, কোনে অসত্য স্থাপিত কৰিলে? মৃত্যু ক'ৰপৰা আহিল? অমৰত্ব ক'ৰপৰা হ'ল?।।১৪।। কোনে এওঁক চৰ্মৰূপ আৱৰণেৰে ঢাকিলে? এওঁৰ আয়ুস কোনে কল্পনা কৰিলে? এওঁক কোনে বল প্ৰদান কৰিলে? কোনে এওঁৰ ক্ষিপ্ৰতা প্ৰস্তুত কৰিলে?।।১৫।। কোনে জলসমূহ বিস্তাৰিত কৰিলে? কোনে দিনক জ্যোতিৰ্ময় কৰিলে? কাৰ দ্বাৰা ঊষা সমুজ্জ্বল হ'ল? সন্ধ্যাকাল কোনে উদ্ভূত কৰিলে?।।১৬।। "এওঁৰ সন্তান বৃদ্ধি হওক"— এইবুলি কোনে এওঁত বীৰ্য স্থাপন কৰিলে? এওঁত কোনে মেধাৰ সঞ্চাৰ কৰিলে? কোনে বাণ স্থাপন কৰিলে? কোনে চাল-চলনৰ ব্যৱস্থা কৰিলে?।।১৭।। এওঁ কিহেৰে ভূমি আবৃত কৰিলে? কিহৰ সহায়ত স্বৰ্গ বেষ্টিত কৰিলে? কিহৰ প্ৰভাৱত পুৰুষ মহিমাৰ ক্ষেত্ৰত পৰ্বতৰ সমকক্ষ হয়? কিহেৰে কৰ্মসমূহ সম্পাদন কৰে?।।১৮।। কিহৰ দ্বাৰা পৰ্জন্যক অনুগমন কৰে? বিচক্ষণক সোমক কিহৰ দ্বাৰা লাভ কৰে? যজ্ঞ কিহেৰে, শ্ৰদ্ধা কিহেৰে লাভ কৰে? এওঁত কোনে মনক স্থাপিত কৰিলে?।।১৯।। এওঁ কিহৰ দ্বাৰা শ্ৰোত্ৰিয়ক, পৰমেষ্ঠীক আৰু কিহৰ দ্বাৰা অগ্নিক লাভ কৰে? এই পুৰুষে কিহেৰে সংবৎসৰ গণনা কৰে?।।২০।। ব্ৰহ্মাই শ্ৰোত্ৰিয়ক, পৰমেষ্ঠীক আৰু এই অগ্নিক লাভ কৰে। পুৰুষৰূপে ব্ৰহ্মায়ে সংবৎসৰ গণনা কৰে।।২১।। কিহৰ দ্বাৰা মনুষ্য দেৱতাৰ অনুকূল হয়? কিহৰ দ্বাৰা দেৱজন আৰু প্ৰজাগণৰ অনুকূল হয়। কিহৰ দ্বাৰা অক্ষত্ৰিয় হয় আৰু কিহৰ দ্বাৰা সৎ ক্ষত্ৰিয় হয়?।।২২।। ব্ৰহ্মাই দেৱতাৰ, দেৱজনৰ আৰু প্ৰজাগণৰ অনুকূল হয়; ব্ৰহ্মাই অক্ষত্ৰিয় আৰু সৎ ক্ষত্ৰিয় হয়।।২৩।। এই ভূমি কোনে বিধান কৰিলে? ওপৰত কোনে দ্যুলোক স্থাপন কৰিলে? এই অন্তৰিক্ষক ওপৰত আৰু তিৰ্য্যগ্ ৰূপত কোনে বিস্তাৰিত

কৰিলে?।।২৪।। ব্ৰহ্মাই এই ভূমি বিধান কৰিলে, ওপৰত দ্যুলোক স্থাপন কৰিলে আৰু অন্তৰিক্ষক ওপৰলৈ তথা বেঁকাকৈ বিস্তাৰিত কৰিলে।।২৫।। অথৰ্বাই এওঁৰ শীৰ্ষ লগাই দি, হৃদয় সংযুক্ত কৰিলে। মস্তিষ্কৰ পৰা ওপৰলৈ পৱমান সোমে শিৰৰপৰা প্ৰেৰিত কৰিলে।।২৬।। অথৰ্বাৰ সেই শীৰ্ষই দেৱগণৰ কোষ; সেই শিৰক প্ৰাণ অন্ন আৰু মনে ৰক্ষা কৰে।।২৭।। ওপৰফালে সৃষ্টি কৰা হ'লনে? তেৰেচিয়াভাৱে সৃষ্টি কৰা হ'লনে? সমস্ত দিশতে পুৰুষ ব্যক্ত হ'লনে? যাক ব্ৰহ্মৰ বুলি কোৱা হয়, সেই পুৰুষে তেওঁৰ পুৰীৰ কথা জানে।।২৮।। ব্ৰহ্মৰ যি পুৰীত শয়ন কৰাৰ কাৰণে পুৰুষ তাৰে বুলি জনা যায়, সেই অমৃতেৰে আবৃত পুৰীক যি জানে, ব্ৰহ্ম আৰু ব্ৰহ্মাই তেওক চকু, প্ৰাণ আৰু প্ৰজা প্ৰদান কৰে।।২৯।। পুৰুষক যি ব্ৰহ্মৰ পুৰীৰ বুলি কোৱা হয়, সেই পুৰীক যি জানে, তেওঁক চক্ষু আৰু প্ৰাণে বৃদ্ধাৱস্থাৰ আগতে ত্যাগ নকৰে।।৩০।। অষ্ট চক্ৰ, নৱ-দ্বাৰযুক্ত দেবতাসকলৰ পুৰী দুৰ্জেয (অযোধ্যা)। তাত স্বৰ্গপ্ৰদ, জ্যোতিৰে আবৃত। হিৰণ্যময় কোষ বিদ্যমান।।৩১।। সেই হিৰণ্যময় ত্ৰিচক্ৰ ত্ৰি-প্ৰতিষ্ঠাযুক্ত কোষত যি যজ্ঞৰ যোগ্য আত্মা বিদ্যমান, ব্ৰহ্মবিদ্‌সকলে তাক ভালকৈ জানে।।৩২।। প্ৰকাশমান, হৰিৎবৰ্ণৰ, হিৰণ্যময়, যশস্যাৰে পৰিবেষ্টিত, অপৰাজেয় সেই পুৰীত ব্ৰহ্ম প্ৰৱিষ্ট হ'ল।।৩৩।

# দ্বিতীয় অনুৱাক

## তৃতীয় সূক্ত (৩)

**(ঋষি—অথৰ্বা। দেৱতা—বৰণমণি, বনস্পতি।**
**ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, পংক্তি, জগতী।)**

এই বৰণবৃক্ষৰ কাঠেৰে নিৰ্মিত মণি মোৰ শত্ৰুনাশক আৰু অভীষ্টবৰ্ষক; ইয়াৰে তুমি শত্ৰুক ধৰি ৰাখাঁ আৰু অনিষ্টকাৰীবোৰক নিধন কৰাঁ।।১।। এই মণি তোমাৰ অভিযানত আগে আগে যাব। শত্ৰুবোৰক মৰ্দন কৰাঁ, বধ কৰাঁ, বশীভূত কৰাঁ। দেৱতাসকলে বৰণ মণিৰদ্বাৰা অসুৰৰ অভিচাৰ-কৃত্যাসমূহ দ্বিতীয়দিনবিলাকত নিবৃত্ত কৰে।।২।। এই বৰণমণি সমস্ত ৰোগাদিৰ ঔষধ, ই সহস্ৰ নয়নযুক্ত, হালধীয়া, সোণবৰণীয়া। ই তোমাৰ শত্ৰুবোৰক অধঃপতিত কৰিব। যিবিলাকে তোমাক বিদ্বেষ কৰে, সৌ সমুখত সিবিলাকক সংহাৰ কৰাঁ।।৩।। তোমাৰ কাৰণে মেলি দিয়া কৃত্যা এই বৰণমণিয়ে নিবাৰণ কৰিব। মানুহৰপৰা পোৱা ভয় ই দূৰ কৰিব। ই তোমাক সমস্ত

পাপৰ পৰা নিবৃত্ত কৰি ৰাখিব।।৪।। (এই মন্ত্ৰৰ অনুবাদ ৬।৮৫।১ মন্ত্ৰৰ সৈতে একে)।।৫।। যদি শুই থাকোঁতে কুস্বপ্ন দেখে, যদি জন্তুৱে অশুভ গমন কৰে, হাঁচি পৰে, পখীয়ে অমঙলীয়া মাত মাতে, (সেই কুলক্ষণসমূহৰপৰা) এই বৰণমণিয়ে তোমাক ৰক্ষা কৰিব।।৬।। এই মণিয়ে তোমাক শত্ৰুৰপৰা পাপদেৱতা নিৰ্ঋতিৰপৰা, অভিচাৰৰপৰা, ভয়ৰপৰা, বলৱান মাৰাত্মক অস্ত্ৰ-শস্ত্ৰৰপৰা, ৰক্ষা কৰিব।।৭।। এই দিব্য বনস্পতিয়ে মোৰ পিতৃ, মাতৃ, ভ্ৰাতৃগণে অথবা মই নিজে কৰা সকলো পাপৰ পৰা আমাক ৰক্ষা কৰিব।।৮।। বৰণমণিয়ে মোৰ স্বগোত্ৰীয় শত্ৰুবিলাকক ব্যথিত কৰিব। সেই শত্ৰুবিলাক জ্যোতিহীন লোকলৈ যাব। সিবিলাক অধম অন্ধকাৰত প্ৰবিষ্ট হওক।।৯।। মই অহিংসিত, মোৰ গৰুবিলাক অহিংসিত, মই সমস্ত পুত্ৰনাতিৰে সৈতে আয়ুষ্মান্ হৈছোঁ। এই বৰণমণিয়ে মোক দিশে দিশে সকলোতে ৰক্ষা কৰক।।১০।। এই দিব্য বনস্পতি বৰণমণি মোৰ বুকুত বিৰাজিত হৈ আছে। ইন্দ্ৰই অসুৰ আৰু দস্যুবোৰক খেদি পঠোৱাৰ দৰে ই মোৰ শত্ৰুবোৰক খেদি পঠাওক ।।১১।। মই শত শৰতৰ আয়ুসেৰে যুক্ত হ'বলৈ এই মণি ধাৰণ কৰিছোঁ। ই মোক ৰাষ্ট্ৰ, ক্ষত্ৰিয়বল, পশুধন আৰু ওজঃ প্ৰদান কৰক।।১২।। বতাহে যেনেকৈ বৃক্ষ, বনস্পতিসমূহ বলপূৰ্বক ভাঙি পেলায়, সেইদৰে (হে মণি,) তুমি মোৰ আগত জন্মা আৰু পিছত জন্মিবলগীয়া শত্ৰুবোৰক ভাঙি-মুচৰি পেলোৱাঁ। বৰণমণিয়ে তোমাক ৰক্ষা কৰক।।১৩।। বায়ু আৰু অগ্নিয়ে বৃক্ষ আৰু বনস্পতিসমূহক বিনষ্ট কৰে, সেইদৰে তুমি মোৰ পূৰ্বে জাত আৰু ভৱিষ্যতে জন্মিবলগীয়া শত্ৰুবোৰক বিনষ্ট কৰাঁ। বৰণমণিয়ে তোমাক ৰক্ষা কৰক।।১৪।। বতাহে ভাঙি পেলোৱা গছ দীঘলে-দীঘলে পৰি যোৱাৰ দৰে তুমি মোৰ (পূৰ্বোক্ত) শত্ৰুবোৰক বিধ্বস্ত কৰি পেলাই দিয়াঁ। বৰণে তোমাক ৰক্ষা কৰক।।১৫।। হে বৰণমণি, যি এই যজমানৰ পশুসমূহৰ আৰু ৰাষ্ট্ৰৰ অনিষ্ট সাধন কৰিব খোজে, তুমি তেওঁৰ আয়ুস নিৰ্দিষ্ট সময়ৰ আগতে শেষ কৰি দিয়াঁ।।১৬।। সূৰ্য যেনেকৈ অতিশয় প্ৰকাশ পায়, যেনেকৈ সূৰ্য অতি তেজস্বী, সেইদৰে এইমণিয়ে মোক কীৰ্তি প্ৰদান কৰক আৰু প্ৰভামণ্ডিত কৰক।।১৭।। চন্দ্ৰত আৰু সকলোৰে চক্ষুৰূপ সূৰ্যত যেনেকৈ যসশ্যা আছে, সেইদৰে এই মণিয়ে ইত্যাদি। (পূৰ্ববৎ)।।১৮।। পৃথিৱীত আৰু জাতবেদা অগ্নিত যেনেকৈ যশ আছে, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।১৯।। কন্যাত যেনেকৈ যশ আছে আৰু এই নিৰ্মিত ৰথত যশ আছে, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।২০।। সোমপীথত আৰু মধুপৰ্কত যিদৰে যশ আছে, সেইদৰে ইত্যাদি (পূৰ্ববৎ)।।২১।। অগ্নিহোত্ৰ আৰু বষট্কাৰত যদিৰে যশ আছে, সেইদৰে ইত্যাদি।।২২।। যজমান আৰু যজ্ঞত যিদৰে যশ নিহিত হৈ আছে, সেইদৰে ইত্যাদি।।২৩।। প্ৰজাপতি আৰু পৰমেষ্ঠীত যেনেকৈ যশ আছে, সেইদৰে ইত্যাদি।।২৪।। সত্য আৰু অমৰত্ব যেনেকৈ দেৱগণত নিহিত আছে, সেইদৰে ইত্যাদি।।২৫।।

## চতুর্থ সূক্ত (৪)

**(ঋষি—গরুত্মান্। দেৱতা—সর্পবিষাপাকৰণ। ছন্দ—পংক্তি, গায়ত্রী, বৃহতী, অনুষ্টুপ্, ত্রিষ্টুপ্।)**

ইন্দ্রৰ প্ৰথমখন ৰথ, পিছৰখন দেৱতাসকলৰ ৰথ, তৃতীয়খন বৰুণৰ ৰথ। অপমা নামৰ ৰথখন সৰ্পগণৰ, ই খুটাতো উঠিব পাৰে, তাৰ পিছত ই গুচি যায়।।১।। দৰ্ভ সৰ্পৰ শোকদায়ক, তৰুণকে অশ্বনামৰ সৰ্পৰ বিষ ৰোধ কৰে, পৰুষ নামৰ বিষ নিৰাময় কৰে, ই ৰথৰ বন্ধুৰ (অসমান গতি)।।২।। হে শ্বেত, (বগা সৰিয়হ?) তুমি তোমাৰ আগভৰি আৰু পিছভৰিৰে সৰ্পগণক বিনষ্ট কৰাঁ। পানীত ওপঙা কাঠৰ দৰে সাপৰ বিষ অসাৰ কৰাঁ, এই উগ্ৰ বিষ শান্ত কৰাঁ।।৩।। অৰঙ্ঘুষে বুৰ মাৰি পুন ওপৰলৈ ওলাই ক'লে—পানীত ওপঙা ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৪।। পৈদ্বই (অৰ্থাৎ সৰ্পবিনাশক বগা ঘোঁৰাই) কসৰ্ণীল সৰ্প বধ কৰে, পৈদ্বই বগা আৰু ক'লা সাপ মাৰে, পৈদ্বই ৰথৰ্ব্যা আৰু পৃদাকু সৰ্পৰ মূৰ ভাঙি দিয়ে।।৫।। হে পৈদ্ব, তুমি প্ৰথমে যোৱাঁ, আমি তোমাৰ পিছত গৈছোঁ। আমি যি বাটেৰে আহোঁ, তুমি তাৰপৰা সাপবিলাকক দলিয়াই দিয়াঁ।।৬।। এয়া পৈদ্ব জন্মিছিল; এয়া তাৰ দূৰলৈ গমন। এইটো সৰ্পঘাতী তেজাল ঘোঁৰাবিলাকৰ গতিপথ।।৭।। (সাপৰ) বন্ধ মুখ মুকলি নহওক আৰু খোলা মুখ বন্ধ নহওক। এই পথাৰত মতা-মাইকী এহাল সাপ আছে; সিহঁত দুয়োটা নিৰ্বীৰ্য হওক।।৮।। দূৰত থকা আৰু ওচৰত থকা সাপবোৰ বিষ নোহোৱা অসাৰ হওক। মই লাঠিৰে মৰিয়াই বিছা মাৰিম আৰু ওচৰলৈ অহা সাপ দণ্ডেৰে মাৰিম।।৯।। অঘাশ্ব আৰু স্বজ নামৰ সাপ দুবিধৰো ই ঔষধ। মাৰাত্মক সাপৰ কাৰণে ইন্দ্ৰই পৈদ্বক মোৰ বশ কৰি দিছে।।১০।। স্থিৰ আৰু সুস্থিৰ ধামবিশিষ্ট পৈদ্বক আমি সন্মান কৰোঁ; সেইকাৰণে এয়া পৃদাকু সৰ্পগণ পিছফালে পৰিকল্পনা কৰি বহি আছে।।১১।। বজ্ৰপাণি ইন্দ্ৰই প্ৰাণ আৰু বিষ নাশ কৰি বধ কৰিছিল। ইন্দ্ৰই বধ কৰা এই সৰ্পগণক আমিও বধ কৰিছোঁ।।১২।। বেঁকা আঁক-বাঁক থকা সাপবিলাক মৰা হ'ল; পৃদাকু সাপবিলাকক পিহি পেলোৱা হ'ল (এই বাক্যটো ২০ মন্ত্ৰৰ দ্বিতীয় বাক্য হ'ব)। ডাঙৰকৈ ফেঁট তোলা বগা সাপ আৰু ক'লা সাপবিলাকক দৰ্ভৰ মাজত মাৰি পেলোৱাঁ।।১৩।। কিৰাতদেশীয় কুমাৰী সকাই হিৰন্ময় খন্তিৰে পৰ্বতৰ ওখ ভাগত ঔষধ খানিছে।।১৪।। এয়া অপৰাজিত যুৱক বৈদ্য পৃষ্ণিসৰ্পনিহন্তা আহিব লাগিছে। তেওঁ স্বজ সৰ্প আৰু বিছা, উভয়ৰে নাশক।।১৫।। ইন্দ্ৰ, বৰুণ আৰু মিত্ৰ তথা বায়ু আৰু পৰ্জন্যই সৰ্পক মোৰ বশ কৰিছে।।১৬।। ইন্দ্ৰই পৃদাকু আৰু মাইকী পৃদাকু সাপ, স্বজ আৰু বেঁকা আঁক থকা সাপবোৰ আৰু সেইদৰে কসৰ্ণীল তথা দশোনসি সাপক মোৰ বশ কৰিছে।।১৭।। হে সৰ্প, ইন্দ্ৰই প্ৰথমতেই তোৰ জন্মদাতাক

বধ কৰিলে; সেই সৰ্পগণ বিনষ্ট হোৱাত সিহঁতৰ সামৰ্থ্য থাকিল ক'ত?।।১৮।। মাছুমৰীয়াই কৰ্বৰ ধৰাৰ দৰে মই সিহঁতৰ মূৰবোৰত ধৰিলোঁ। নদীৰ মাজলৈ গৈ মই সাপৰ বিষ ধুই পেলালোঁ।।১৯।। নদীয়ে সকলো সাপৰ বিষ উটুৱাই নিয়ক। (দ্বিতীয় বাক্য ১৩ মন্ত্ৰত চাওক)।।২০।। মই সুন্দৰকৈ উৰ্বৰী ওষধিক বাছি লৈ বেগৱতী নদীৰ (অথবা ঘোঁৰাৰ) দৰে প্ৰেৰণ কৰিছোঁ, হে সৰ্প, তোৰ বিষ দূৰ হওক।।২১।। অগ্নিত, সূৰ্যত, পৃথিৱীত আৰু ওষধিসমূহত যি কান্দাবিষ আৰু কনক্লক বিষ আছে, তোৰ বিষ ওলাই আহক, ওলাই আহক।।২২।। অগ্নিত জন্মা, ওষধিত জন্মা, পানীত জন্মা অথবা বিদ্যুতৰ পৰা জন্মা যি সাপেই নহওক, কষ্ট ধৰণেৰে জন্ম হোৱা এই সমস্ত সৰ্পলৈকে নমস্কাৰ কৰিছোঁ।।২৩।। তুমি তৌদি নামৰ এক কন্যা, অথবা তোমাৰ নাম ঘৃতাচী। তোমাৰ বিষনাশক স্থান মই ভৰিৰ তলত ৰাখিছোঁ।।২৪।। (হে ৰোগী,) তুমি প্ৰত্যেক অংগৰপৰা বিষ উলিযাই দিয়াঁ, (বিষে) হৃদয় পৰিহাৰ কৰক। বিষৰ যি তেজ আছে, সি তোমাৰ তললৈ যাওক।।২৫।। নতুন বিষো বিষৰ লগত মিলিত হৈ গ'ল, ই দূৰ হ'ল। অগ্নিয়ে সাপৰ বিষ দূৰ কৰিলে; সোমে তাক দূৰলৈ লৈ গ'ল; বিষ দংশনকাৰীৰ পিছত গুচি গ'ল। সাপ মৰিল।।২৬।।

## তৃতীয় অনুৱাক

### পঞ্চম সূক্ত (৫)

**(ঋষি—সিন্ধুদ্বীপ, কৌশিক, ব্ৰহ্মা, বিহব্য। দেৱতা—জলসমূহ, মন্ত্ৰত উল্লিখিতসকল, প্ৰজাপতি। ছন্দ—পংক্তি, জগতী, বৃহতী, ধৃতি, অনুষ্টুপ্, গায়ত্ৰী, শক্বৰী, অষ্টি, উষ্ণিক্, ত্ৰিষ্টুপ্।)**

(হে জলসমূহ,) তোমালোক ইন্দ্ৰৰ ওজঃ, ইন্দ্ৰৰ বল, ইন্দ্ৰৰ শক্তি, ইন্দ্ৰৰ পৰাক্ৰম, ইন্দ্ৰৰ পুৰুষত্ব। মই তোমালোকক জয়শীল যোগৰ অৰ্থে ব্ৰহ্মযোগৰ লগত যুক্ত কৰিছোঁ।।১।। তোমালোক ইন্দ্ৰৰ.....অৰ্থে ক্ষত্ৰযোগৰ লগত যুক্ত কৰিছোঁ। (ষষ্ঠ মন্ত্ৰলৈকে প্ৰথমাংশ এইদৰে প্ৰথম মন্ত্ৰৰ নিচিনা হ'ব)।।২।। তোমালোক ইন্দ্ৰৰ...... অৰ্থে ইন্দ্ৰযোগসমূহৰ লগত যুক্ত কৰিছোঁ।।৩।। তোমালোক........অৰ্থে সোমযোগৰ লগত যুক্ত কৰিছোঁ।।৪।। তোমালোক... .........অৰ্থে জলৰ যোগসমূহৰ লগত যুক্ত কৰিছোঁ।।৫।। তোমালোক.......অৰ্থে সমস্ত ভুৱন সদাই মোৰ ওচৰত থাকাঁ। হে জলসমূহ, তোমালোক মোৰ লগত যুক্ত হোৱাঁ।।৬।। তোমালোক অগ্নিৰ ভাগ, জলৰ বীৰ্য, হে দিব্য জলসমূহ, তোমালোকে আমাত তেজস্বিতা স্থাপন কৰাঁ। প্ৰজাপতিৰ

বিখি অনুসৰি মই তোমালোকক এই লোকৰ অৰ্থে স্থাপন কৰিছোঁ।।৭।। তোমালোক ইন্দ্ৰৰ ভাগ। (ইয়াৰ পিছৰ অংশ ৭ মন্ত্ৰৰ দৰে ১৪ মন্ত্ৰ পৰ্যন্ত যোগ কৰি ল'ব) ।।৮।। তোমালোক সোমৰ ভাগ।।........।।৯।। তোমালোক বৰুণৰ ভাগ।........।।১০।। তোমালোক মিত্ৰ আৰু বৰুণৰ ভাগ।.............।।১১।। তোমালোক থমৰ ভাগ ।।১২।। তোমালোক পিতৃগণৰ ভাগ।...........।।১৩।। তোমালোক সৱিতাদেৱৰ ভাগ।.. .......।।১৪।। হে জলসমূহ, জলৰ ভিতৰতে তোমালোকৰ যি জলভাগ যজুষ্ মন্ত্ৰৰ দ্বাৰা সেৱাৰ যোগ্য আৰু দেৱতাৰ প্ৰতি যজনস্বৰূপ, তাক মই ছাটি মাৰি পঠাইছোঁ সি মোক পুষ্ট কৰক। তাক মই সেইবিলাককলৈ মাৰি পঠাইছোঁ, যি আমাক দ্বেষ কৰে আৰু আমি যাক দ্বেষ কৰোঁ। এই মন্ত্ৰৰ দ্বাৰা, এই অভিচাৰ কৰ্মৰ দ্বাৰা, এই অস্ত্ৰৰ দ্বাৰা মই যাতে তেনে লোকক বধ কৰিব পাৰোঁ, বশ কৰিব পাৰোঁ।।১৫।। হে জলসমূহ, জলৰ ভিতৰতে তোমালোকৰ যি তৰংগসমূহ যজুষ মন্ত্ৰৰ দ্বাৰা ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।১৬।। হে জলসমূহ, জলৰ ভিতৰতে তোমালোকৰ যি বৎস যজুৰ মন্ত্ৰৰ দ্বাৰা ইত্যাদি (পূৰ্ববৎ)।।১৭।। হে জলসমূহ, জলৰ ভিতৰতে তোমালোকৰ যি অভীষ্টবৰ্ষক যজুৰ মন্ত্ৰৰ দ্বাৰা ইত্যাদি।।১৮।। হে জলসমূহ, জলৰ ভিতৰতে তোমালোকৰ যি হিৰণ্যগৰ্ভ যজুষ মন্ত্ৰৰ দ্বাৰা ইত্যাদি।।১৯।। হে জলগণ, জলৰ ভিতৰতে তোমালোকৰ যি ফুট্‌ফুটীয়া দিব্য শিলাখণ্ড যজুষ মন্ত্ৰৰ দ্বাৰা ইত্যাদি।।২০।। হে জলগণ, জলৰ ভিতৰতে তোমালোকৰ যি অগ্নিসমূহ যজুষ মন্ত্ৰৰ দ্বাৰা ইত্যাদি।।২১।। আমি যোৱা তিনিবছৰ ধৰি যি অসত্য-ভাষণ কৰিলোঁ, জলসমূহে যেন সেই সকলো দুষ্কৰ্ম আৰু পাপৰপৰা আমাক ৰক্ষা কৰে।।২২।। হে জলসমূহ, তোমালোকক মই সমুদ্ৰলৈ প্ৰেৰণ কৰিছোঁ, তোমালোক নিজৰ উৎসত বিলীন হোৱাঁগৈ। তোমালোক (পৰকৃত) হিংসানাশক আৰু সৰ্বত্ৰগামী; গতিকে আমাক যেন একোৱে হিংসা কৰিব নোৱাৰে।।২৩।। নিষ্কলুষ জলৰাশিয়ে আমাৰ পাপ, কলুষ, দুৰৱস্থা, সকলো উটুৱাই লৈ যাওক। সুপ্ৰতীক জলসমূহে আমাৰ কুস্বপ্ন আৰু মল উটুৱাই নিয়ক।।২৪।। তোমালোক বিষ্ণুৰ পদক্ৰম, শত্ৰুনাশক, পৃথিৱীৰ দ্বাৰা তীক্ষ্ণীকৃত, অগ্নিৰ তেজেৰে সমৃদ্ধ। মই পৃথিৱীত খোজ পেলাওঁ। যি আমাক বিদ্বেষ কৰে আৰু আমি যাক বিদ্বেষ কৰোঁ, সিবিলাকক পৃথিৱীৰপৰা খেদাই দিছোঁ। সি জীৱিত হৈ নাথাকক; প্ৰাণে তাক ত্যাগ কৰক।।২৫।। তোমালোক বিষ্ণুৰ পদক্ৰম, শত্ৰুনাশক, অন্তৰিক্ষৰ দ্বাৰা তীক্ষ্ণীকৃত আৰু বায়ুৰ তেজেৰে সমৃদ্ধ। মই অন্তৰিক্ষত বিচৰণ কৰিম (অথবা আগৰ মন্ত্ৰৰ দৰে "তোমালোকে যি আমাক..........., সিবিলাকক

অন্তৰিক্ষৰপৰা.....ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।২৬।। (ইয়াৰ পিছতো ৩৫ মন্ত্ৰ পৰ্যন্ত, ২৫ মন্ত্ৰত নিম্নৰেখাংকিত শব্দকেইটাৰ ঠাইত যথাক্ৰমে তলত দিয়া মতে শব্দসমূহ লগাই গ'লে বাকী অংশ সেই মন্ত্ৰৰ অনুবাদৰ দৰেই হ'ব) দ্যুলোকৰ, সূৰ্যৰ, দ্যুলোকত, দ্যুলোকৰ।।২৭।। দিক্‌সমূহৰ, মনৰ, দিক্‌সমূহত, দিকসমূহৰ।।২৮।। অঞ্চলসমূহৰ, বায়ুৰ, অঞ্চলসমূহত, অঞ্চলসমূহৰ।।২৯।। ঋক্‌সমূহৰ, সামমন্ত্ৰৰ, ঋক্‌সমূহত, ঋক্‌সমূহৰ।।৩০।। যজ্ঞৰ, মন্ত্ৰৰ যজ্ঞত, যজ্ঞৰ।।৩১।। ওষধিসমূহৰ, সোমৰ, ওষধিসমূহত, ওষধিৰ।।৩২।। জলসমূহৰ, বৰুণৰ, জল সমূহত, জলসমূহৰ।।৩৩।। কৃষিৰ, অন্নৰ, কৃষিত, কৃষিৰ।।৩৪।। প্ৰাণৰ, পুৰুষৰ, প্ৰাণত, প্ৰাণৰ।।৩৫।। জয় কৰি অনা বস্তুবিলাক আমাৰ; উদ্ভিন্ন হোৱা বস্তুবোৰ আমাৰ। মই শত্ৰুৰ সমস্ত সেনা বশীভূত কৰিলোঁ। এয়া মই অমুক বংশীয়, অমুকীৰ পুত্ৰৰ তেজ-বল, প্ৰাণ আৰু আয়ুস বেৰি ল'লোঁ, এতিয়া মই তেওঁক অধঃপতিত কৰিম।।৩৬।। দক্ষিণ দিশত ব্যাপ্ত হোৱা সূৰ্যৰ পথ মই অনুবৰ্তন কৰিম; সি মোক ব্ৰহ্মতেজ প্ৰদান কৰক, দ্ৰব্যসম্পদ প্ৰদান কৰক।।৩৭।। মই জ্যোতিষ্মান দিশ সমূহৰ অভিমুখী হৈছোঁ; দিশসমূহে মোক সম্পত্তি দান কৰক; ব্ৰহ্মতেজদান কৰক।।৩৮।। মই সপ্তঋষিৰ অভিমুখী হৈছোঁ, ।।৩৯।। তেওঁলোকে মোক ইত্যাদি (পূৰ্বৰ দৰে মই মন্ত্ৰৰ অভিমুখী হৈছো; মন্ত্ৰই মোক ইত্যাদি।।৪০।। মই ব্ৰাহ্মণসকলৰ অভিমুখী হৈছোঁ; তেওঁলোকে মোক ইত্যাদি।।৪১।। যাক আমি বিচাৰি ফুৰিছোঁ, তেওঁক মাৰাত্মক সাধনেৰে ঢাকি দিছোঁ। আমাৰ মন্ত্ৰেৰে তেওঁক পৰমেষ্ঠীৰ মেলি থকা মুখলৈ পেলাই দিছোঁ।।৪২।। বৈশ্বানৰ অগ্নিৰ দাঁত দুটাৰে সৈতে অস্ত্ৰই তেওঁক সংযুক্ত কৰক; অত্যন্ত শক্তিশালী দৈৱী সমিধে, এই আহুতিয়ে তেওঁক বিনাশ কৰক।।৪৩।। তুমি বৰুণ ৰজাৰ বান্ধোন, তুমি অমুকক, অমুক বংশীয়, অমুকাৰ পুত্ৰক অন্নত, প্ৰাণত বন্ধনযুক্ত কৰাঁ।।৪৪।। হে পৃথিৱীৰ পতি, তোমাৰ যি অন্ন পৃথিৱীত আছে, তাক তুমি, হে প্ৰজাপতি, আমাক দান কৰাঁ।।৪৫।। মই দিব্য জল সংগ্ৰহ কৰিছোঁ, মই ৰসেৰে ৰঞ্জিত হৈছোঁ। হে অগ্নি, মই জলসহিত আহিছোঁ; মোক তুমি তেজোমণ্ডিত কৰাঁ।।৪৬।। (এই মন্ত্ৰৰ অনুবাদ ৭।৮৯।১,২ আৰু ৯।১।১৫ৰ অনুবাদৰ সৈতে একে)।।৪৭।। (৪৮ আৰু ৪৯ মন্ত্ৰৰ অনুবাদ যথাক্ৰমে ৮।৩।১২,১৩ৰ অনুবাদৰ সৈতে একে)।।৪৮,৪৯।। (মন্ত্ৰশক্তিৰ কথা) জানি মই এই মানুহলৈ মূৰটো ভাঙিবৰ উদ্দেশ্যে জলৰ চতুৰ্ভৃষ্টি বজ্ৰ মাৰি পঠাইছোঁ; সি মানুহজনৰ অংগ-প্ৰত্যংগসমূহ চূৰ্ণ-বিচূৰ্ণ কৰক। মোৰ এই কাৰ্য সমস্ত দেৱগণে অনুমোদন কৰক।।৫০।।

## ষষ্ঠ সূক্ত (৬)

**(ঋষি—বৃহস্পতি। দেৱতা—বনস্পতি, ফালমণি, জলসমূহ। ছন্দ—গায়ত্ৰী, জগতী, শক্বৰী, অষ্টি, ধৃতি, পংক্তি।)**

দুষ্ট হৃদয়ৰ, বিদ্বেষকাৰী অৰাতি শত্ৰুবোৰৰ শিৰ মই (মন্ত্ৰৰ) শক্তিৰে ছেদন কৰিছোঁ।।১।। (খদিৰ কাঠৰ) এই ফালমণি মোৰ কাৰণে বৰ্মস্বৰূপ হ'ব। ই মন্থেৰে পূৰ্ণ হৈ ৰস আৰু তেজস্বিতাৰে সৈতে মোৰ ওচৰলৈ আহিছে।।২।। শিকই তোমাক নিজ হাতেৰে অস্ত্ৰেৰে কাটিছে; সেই পৱিত্ৰ তোমাক প্ৰাণদায়ক পৱিত্ৰ জলে পৱিত্ৰ কৰক।।৩।। এই হিৰণ্যমালাযুক্ত মণিয়ে শ্ৰদ্ধা, যজ্ঞ আৰু মহিমা দান কৰি আমাৰ গৃহত অতিথিৰূপে নিবাস কৰি থাকক।।৪।। এই মণিলৈ আমি ঘৃত, সুৰা (মধু) আৰু অন্নৰ পিছত অন্ন প্ৰদান কৰোঁ। এই মণিয়ে পিতৃয়ে পুত্ৰসকলৰ কল্যাণতকৈও কল্যাণতৰ, দিনৰ পিছত দিন, বাৰম্বাৰ চিন্তা কৰাৰ দৰে আমাৰো কল্যাণ সাধন কৰক। ই দেৱতাসকলৰপৰা আহিছে।।৫।। এই খদিৰ কাঠৰ ফালমণি বৃহস্পতিয়ে বলপ্ৰাপ্তিৰ উদ্দেশ্যে বন্ধন কৰিছিল। এই ঘৃতস্ৰাৱী উগ্ৰ মণি অগ্নিয়ে বন্ধন কৰাইছিল। ই এওঁৰ কাৰণে আজ্য প্ৰচুৰতকৈও প্ৰচুৰতৰভাৱে ইদিনতকৈও সিদিন দোহন কৰক। তুমি শত্ৰুবোৰক তাৰে নিধন কৰাঁ।।৬।। খদিৰ কাঠৰ এই ঘৃতস্ৰাৱী উগ্ৰ মণি বলপ্ৰাপ্তিৰ অৰ্থে বৃহস্পতিয়ে বন্ধন কৰিছিল (ইয়াৰ পিছত ১০ মন্ত্ৰলৈকে এই বাক্য প্ৰথমতে যোগ দি ল'ব। ইন্দ্ৰই তাক ওজঃ আৰু বীৰ্যৰ অৰ্থে বন্ধাইছিল। ই এওঁৰ কাৰণে ইদিনতকৈও সিদিন প্ৰচুৰতকৈও প্ৰচুৰভাৱে বল দোহন কৰক। তাৰে তুমি শত্ৰু নাশ কৰাঁ।।৭।। খদিৰকাঠৰ ইত্যাদি (পূৰ্ববৎ)। মহান শ্ৰৱণশক্তি আৰু দৰ্শন শক্তিৰ উদ্দেশ্যে সোমে তাক বন্ধাইছিল। ই এওঁৰ কাৰণে ইদিনতকৈও সিদিন, প্ৰচুৰতকৈও প্ৰচুৰতৰভাৱে বচ দোহন কৰক। তাৰে তুমি শত্ৰুনাশ কৰাঁ।।৮।। খদিৰ কাঠৰ ইত্যাদি (পূৰ্ববৎ)। সূৰ্যই তাক বন্ধন কৰালে আৰু তাৰে তেওঁ দিশসমূহ জয় কৰিলে। ই এওঁৰ কাৰণে ইদিনতকৈও সিদিন, প্ৰচুৰতকৈও প্ৰচুৰভাৱে অভ্যুদয় দোহন কৰক। তাৰে তুমি শত্ৰুনাশ কৰাঁ।।৯।। খদিৰ কাঠৰ ইত্যাদি (পূৰ্ববৎ)। তাক ধাৰণ কৰি চন্দ্ৰই অসুৰৰ পুৰী, দানৱগণৰ হিৰণ্ময় পুৰী জয় কৰিছিল। এই মণিয়ে এওঁৰ কাৰণে ইদিনতকৈও সিদিন প্ৰচুৰতকৈও প্ৰচুৰভাৱে সৌভাগ্য দোহন কৰক। তাৰে তুমি শত্ৰুনাশ কৰাঁ।।১০।। বৃহস্পতিয়ে যি মণি বেগৱান বায়ুৰ উদ্দেশ্যে বন্ধন কৰিছিল (এই বাক্যাংশ ১৭ মন্ত্ৰ পৰ্যন্ত আদিতে যোগ কৰি ল'ব), সি ইদিনতকৈ সিদিন অধিকতৰ কৰি এওঁৰ কাৰণে বেগ দোহন কৰক। তাৰে তুমি শত্ৰুবোৰক নিধন কৰাঁ। (এই বাক্যটো ১৭ মন্ত্ৰ পৰ্যন্ত আৰু ২০, ২১ মন্ত্ৰত শেষত যোগ কৰি যাব।।১১।। ........তাৰে অশ্বিনী কুমাৰদ্বয়ে কৃষি ৰক্ষা কৰক। ই বৈদ্য দুজনৰ কাৰণে দিনে দিনে অধিকতৰ কৰি

মহিমা দোহন কৰক। ...।।১২।।..... সেই মণি ধাৰণ কৰি সবিতাদেৱে স্বৰ্গ জয় কৰিছিল। সি এওঁৰ কাৰণে ইদিনতকৈ সিদিন বেছি কৰি সুনৃতা বাণী প্ৰদান কৰক। তাৰে ইত্যাদি।।১৩।।....। সেই মণি ধাৰণ কৰি জলসমূহ অক্ষয়ৰূপত প্ৰৱাহিত হৈ আছে। সি জলসমূহৰ উদ্দেশ্যে দিনে দিনে অধিকতৰ কৰি অমৃত দোহন কৰক। তাৰে ইত্যাদি।।১৪।।..........। সেই মণি ৰজা বৰুণে কল্যাণৰ অৰ্থে বন্ধন কৰাইছিল। সি এওঁৰ কাৰণে দিনে দিনে অধিকতৰ কৰি সত্য দোহন কৰক। তাৰে ইত্যাদি।।১৫।।. ... ।তাক ধাৰণ কৰি দেৱতাসকলে সমস্ত লোকসমূহ জয় কৰিছিল। সি এওঁলোকলৈ দিনে দিনে অধিক কৰি বিজয় দোহন কৰক। তাৰে ইত্যাদি।।১৬।।.............। সেই মণি দেৱতাসকলে কল্যাণৰ অৰ্থে বন্ধন কৰাইছিল। সি এইসকললৈ দিনে দিনে অধিকতৰ কৰি বিশ্ব প্ৰদান কৰক। তাৰে ইত্যাদি।।১৭।। ঋতুসমূহে এই মণি বন্ধন কৰিছিল, ঋতুৰ অংশ মাহে ইয়াক বন্ধন কৰিছিল; সংবৎসৰে ইয়াক বহন কৰি সমস্ত ভুৱন ৰক্ষা কৰি আছে।।১৮।। মধ্যৱৰ্তী দিশসমূহে বন্ধন কৰিছিল; দিশসমূহে বন্ধন কৰিছিল। প্ৰজাপতি-নিৰ্মিত এই মণিয়ে মোৰ শত্ৰুবোৰক মোৰ অধীন কৰক।।১৯।। অথৰ্ব্বাসকলে বন্ধন কৰিছিল, অথৰ্ব মন্ত্ৰেৰে বন্ধন কৰিছিল। তেওঁলোকৰ সৈতে মিলি অঙ্গিৰাসকলে দস্যুপুৰী ধ্বংস কৰিছিল। তাৰে ইত্যাদি।।২০।। বিধাতাই তাক ধাৰণ কৰিছিল আৰু তেওঁ সৃষ্টি কল্পনা কৰিছিল। তাৰে ইত্যাদি।।২১।। অসুৰনাশক যি মণি বৃহস্পতিয়ে দেৱতাসকলৰ উদ্দেশ্যে বন্ধন কৰিছিল (এই বাক্যাংশ ২৮ মন্ত্ৰ পৰ্যন্ত প্ৰথমতে যোগ কৰি ল'ব), সেই মণি ৰস আৰু তেজস্বিতাৰে সৈতে এয়া মোৰ ওচৰলৈ আহিছে।।২২।।.....। সেই মণি গৰু-ছাগলী, ভেড়া আৰু অন্ন তথা সন্তান-সন্ততিৰে সৈতে এয়া মোৰ ওচৰলৈ আহিছে।।২৩।।........ ...। সেই মণি যৱ আৰু ধানৰ সৈতে, মহিমা আৰু অভ্যুদয়ৰ সৈতে এয়া মোৰ ওচৰলে আহিছে।।২৪।।...... .... । সেই মণি মধু আৰু ঘৃতৰ ধাৰাৰে সৈতে, মধুময় পানীয়ৰ সৈতে এয়া মোৰ ওচৰলৈ আহিছে।।২৫।।.......। সেই মণি অন্ন, বল আৰু সৌভাগ্যৰ সৈতে এয়া মোৰ ওচৰলৈ আহিছে।।২৬।। সেই মণি তেজস্বিতা, যশস্যা, কীৰ্তি আৰু দীপ্তিৰে সৈতে এয়া মোৰ ওচৰলৈ আহিছে।।২৭।।.............। সেই মণি সমস্ত অভ্যুদয়ৰ সৈতে মোৰ ওচৰলৈ আহিছে।।২৮।। সেই মণি দেৱতাসকলে মোক পুষ্টিৰ অৰ্থে প্ৰদান কৰক। সি ক্ষত্ৰিয়-বল বৰ্ধন কৰে, শত্ৰুক পৰাভৱ কৰে আৰু দমন কৰে।।২৯।। মোৰ কল্যাণকাৰী এই মণি মই মন্ত্ৰশক্তি আৰু তেজস্বিতাৰ সৈতে মই বন্ধন কৰিছোঁ। শত্ৰুৰহিত, শত্ৰুহন্তা এই মণিয়ে শত্ৰুবোৰক মোৰ তলতীয়া কৰিব।।৩০।। দেৱতাৰ পৰা উদ্ভৱ হোৱা এই মণিয়ে মোক শত্ৰুতকৈ ওপৰলৈ তোলক। যি মণিৰপৰা এই তিনিলোকে জল

আৰু দুগ্ধ প্ৰাৰ্থনা কৰে, সেই মণিয়ে শ্ৰেষ্ঠত্বপ্ৰাপ্তিৰ অৰ্থে মোৰ শিৰত, মোৰ ওপৰত আৰোহণ কৰক।।৩১।। দেৱতা, পিতৃগণ আৰু মনুষ্যগণে সদাই যাৰপৰা জীৱন লাভ কৰে, শ্ৰেষ্ঠত্ব লাভ কৰিবলৈ সেই মণি মোৰ শিৰত, মোৰ ওপৰত আৰোহণ কৰক।।৩২।। ফালেৰে কৰ্ষণ কৰিলে যিদৰে মাটিত থকা বীজে গজালি মেলে, সেইদৰে মোতো সন্তান-সন্ততি, পশু আৰু অন্নৰ উপৰি অন্ন অংকুৰিত হওক।।৩৩।। হে মণি, তুমি যজ্ঞবৰ্ধক, মই যাকে কল্যাণকৰ তোমাক পিন্ধাই দিওঁ, হে শতদক্ষিণাৰূপা মণি, তুমি তেওঁক শীঘ্ৰে শ্ৰেষ্ঠত্ব প্ৰদান কৰাঁ।।৩৪।। হে অগ্নি, তুমি মন্ত্ৰৰ দ্বাৰা প্ৰদীপ্ত হৈ সন্তোষ লাভ কৰি এই হৱিৰ দ্বাৰা আনন্দিত হোৱাঁ। আমি যেন এই অগ্নিতে সুমতি, কল্যাণ, সন্তান-সন্ততি, দৃষ্টিশক্তি আৰু পশু লাভ কৰিব পাৰোঁ।।৩৫।।

# চতুৰ্থ অনুৱাক

## সপ্তম সূক্ত (৭) [স্কম্ভসূক্ত]

**(ঋষি—অথৰ্বা। দেৱতা—স্কম্ভ[47], অধ্যাত্ম। ছন্দ—জগতী, ত্ৰিষ্টুপ্, উষ্ণিক্, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী, পংক্তি।)**

তেওঁৰ কোন অংগত তপস্যা স্থিত হৈ আছে? কোন অংগত ঋত স্থাপিত হৈছে? এওঁৰ কোন স্থানত ব্ৰত, শ্ৰদ্ধা স্থিত হৈ আছে? এওঁৰ কোন অংগত সত্য প্ৰতিষ্ঠিত?।।১।। এওঁৰ কোন অংগৰপৰা অগ্নি প্ৰজ্বলিত হয়? এওঁৰ কোন অংগৰপৰা বায়ু প্ৰৱাহিত হয়? কোন অংগৰপৰা চন্দ্ৰই মহান্ স্কম্ভৰ অংগ জোখ-মাখ কৰি মাপ কৰে?।।২।। এওঁৰ কোন অংগত ভূমিস্থিত হৈ আছে, কোন অংগত অন্তৰিক্ষ হৈ আছে? কোন অংগত দ্যুলোক স্থাপিত হৈছে? কোন অংগত দ্যুলোকতকৈ শ্ৰেষ্ঠ স্থান প্ৰতিষ্ঠিত?।।৩।। কি লাভ কৰিবৰ কাৰণে অগ্নি ওপৰলৈ জ্বলে? কি পাবৰ কাৰণে বতাহ বলে? অহা-যোৱাৰ পাকচক্ৰত পৰা প্ৰাণীসমূহে যলৈ যাবলৈ ইচ্ছা কৰি গতি কৰে, সেই স্কম্ভৰ কথা কোৱাঁ। তেওঁনো কোন?।।৪।। সংবৎসৰৰ লগত একমত হৈ মাহ আৰু পক্ষবিলাক ক'লৈ যায়? ঋতু আৰু মাহবিলাক য'লৈ যায়, সেই স্কম্ভৰ কথা কোৱাঁ। তেওঁনো কোন?।।৫।। পৃথক ৰূপধাৰী ৰাতি আৰু দিনৰূপী দুই যুৱতী একমত হৈ কাক পাবলৈ গতি কৰে? যাক লাভ কৰিবৰ ইচ্ছাৰে জলসমূহ প্ৰৱাহিত হয়, সেই স্কম্ভৰ ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৬।। য'ত সমস্ত লোকসমূহ স্থাপন কৰি প্ৰজাপতিয়ে ধাৰণ কৰি আছে, সেই স্কম্ভৰ ইত্যাদি (পূৰ্ব্ববৎ)।।৭।। পৰম, অধম আৰু মধ্যম যিবিলাক আছে, প্ৰজাপতিয়ে যিবিলাকক

বহুৰূপত সৃষ্টি কৰিলে, সেইবিলাকত স্কন্দই কিমানলৈকে প্ৰৱেশ কৰিলে আৰু প্ৰৱেশ নকৰা অংশৰ পৰিমাণ কিমান?।।৮।। স্কম্ভই কিমান অংশলৈকে ভূতত প্ৰৱেশ কৰিলে? কিমান অংশলৈকে ভৱিষ্যতত শয়ন কৰিছে? এক অংগকে যে সহস্ৰভাগত বিভক্ত কৰিলে, তাত স্কম্ভই কিমানলৈকে প্ৰৱেশ কৰিলে?।।৯।। লোকসমূহ, কোষসমূহ, জলসমূহ আৰু ব্ৰহ্ম স্থিত বুলি মানুহে জানে, সৎ আৰু অসৎ যাৰ ভিতৰতে আছে, সেই স্বম্ভৰ কথা কোৱাঁ। তেওঁনো কোন।।১০।। য'ত তপস্যাই পৰাক্ৰমৰ দ্বাৰা উচ্চতৰ ব্ৰতক ধাৰণ কৰে, য'ত ঋত, শ্ৰদ্ধা, জলসমূহ আৰু ব্ৰহ্ম নিহিত হৈ আছে, সেই স্কম্ভৰ ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।১১।। য'ত ভূমি, অন্তৰিক্ষ আৰু দ্যুলোক সমাহিত হৈ আছে, য'ত অগ্নি, চন্দ্ৰ, সূৰ্য আৰু বায়ুস্থিত হৈ আছে, সেই স্কম্ভৰ ইত্যাদি (পূৰ্ববৎ)।.১২।। যাৰ অংগত সমস্ত তেত্ৰিছ দেৱতা সমাহিত হৈ আছে, সেই স্কম্ভৰ ইত্যাদি।।১৩।। য'ত প্ৰথমে জন্মা ঋষিসকল, ঋক্‌সমূহ, সাম আৰু যজুষ্‌সমূহ, মহী (মহতী পৃথিৱী) আৰু একমাত্ৰ শ্ৰেষ্ঠ ঋষিজন স্থিত, সেই স্কম্ভৰ ইত্যাদি।।১৪।। য'ত অমৃত আৰু মৃত্যু পুৰুষত সমাহিত হৈ আছে, সমুদ্ৰ যাৰ নাড়ীৰূপে পুৰুষত সমাহিত হৈ আছে, সেই স্কম্ভৰ ইত্যাদি।।১৫।। চাৰি দিশ প্ৰপস্যা নাড়ী, যজ্ঞই য'ত বিচৰণ কৰে, সেই স্কন্দৰ ইত্যাদি।।১৬।। যিসকল পুৰুষে ব্ৰহ্মক জানে, তেৱেঁই পৰমেষ্ঠীক জানে। যিজনে পৰমেষ্ঠীক জানে, যিজনে প্ৰজাপতিক জানে, যিসকলে জ্যেষ্ঠ ব্ৰাহ্মণক জানে, সেইসকলেই স্কম্ভকো জানে।।১৭।। বৈশ্বানৰ অগ্নি যাৰ শিৰ, অঙ্গিৰা যাৰ চকু, যাৰ অংগসমূহ যাতুগণ, সেই স্কম্ভৰ বিষয়ে কোৱাঁ। তেওঁনো কোন?।।১৮।। ব্ৰহ্মক যাৰ মুখ বুলি কোৱা হয় আৰু মধুকশা যাৰ জিভা, বিৰাজ্ যাৰ ওহাৰ, সেই স্কম্ভৰ ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।১৯।। যাৰপৰা ঋক্‌সমূহ কল্পিত হ'ল, যাৰপৰা যজুষ্‌সমূহ চুচি-মাচি মাৰ্জিত কৰা হ'ল, সামমন্ত্ৰসমূহ যাৰ নোম আৰু অথৰ্বাঙ্গিৰসগণ যাৰ মুখ, সেই স্কম্ভৰ ইত্যাদি (পূৰ্ববৎ)।।২০।। নোহোৱা শাখা উদ্‌গত হ'লে মানুহে তাক শ্ৰেষ্ঠ বুলি কয়। অন্য যিসকলে তোমাৰ শাখা উপাসনা কৰিছে, তেওঁলোকে তাক শ্ৰেষ্ঠ বুলি মানিছে।।২১।। য'ত আদিত্যগণ, ৰুদ্ৰগণ আৰু বসুগণ সমাহিত হৈ আছে, য'ত ভূত্ আৰু ভব্য আৰু সমস্ত লোকসমূহ প্ৰতিষ্ঠিত, সেই স্কম্ভৰ কথা কোৱাঁ। তেওঁনো কোন?।।২২।। তেত্ৰিছ দেৱতাই যাৰ নিধি সদাই ৰক্ষা কৰি আছে, যাক দেৱতাসকলে ৰক্ষা কৰি আছে, তাক আজি কোনে জানিছে?।।২৩।। য'ত ব্ৰহ্মবিদ দেৱগণে জ্যেষ্ঠ ব্ৰহ্মক উপাসনা কৰে, যি তাৰ কথা প্ৰত্যক্ষভাৱে জানে, তেৱেঁই বেত্তা ব্ৰাহ্মণ।।২৪।। অসতৰপৰা উদ্ভূত বৃহৎ নামৰ দেৱগণ স্কম্ভৰে এক অংগ; মানুহে তাক অসতৰ অতীত বুলি কয়।।২৫।। য'ত স্কম্ভই উৎপন্ন কৰি পুৰাণক বিৱৰ্তিত কৰিলে, তাক স্কম্ভৰে অংগ বুলি যথাৱৎ জনা যায়।।২৬।। তেত্ৰিছ দেৱতাই

যাৰ অংগত শৰীৰ বিভাজিত কৰিছে, কেৱল ব্ৰহ্মবিদসকলেহে সেই তেত্ৰিছ দেৱতাক এক ৰূপত জানে।।২৭।। মানুহে হিৰণ্যগৰ্ভক পৰম শ্ৰেষ্ঠ আৰু বৰ্ণনাতীত বুলি জানে। প্ৰথমতে স্কম্ভই এই লোকৰ ভিতৰত হিৰণ্য সিঁচিছিল।।২৮।। স্কম্ভতে লোকসমূহ, স্কম্ভতে তপস্যা, স্কম্ভতে ঋত প্ৰতিষ্ঠিত হৈ আছে। হে স্কম্ভ, ইন্দ্ৰতে সকলো সমাহিত হৈ আছে বুলি মই প্ৰত্যক্ষে তোমাক জানিছোঁ।।২৯।। ইন্দ্ৰতে লোকসমূহ, ইন্দ্ৰতে তপস্যা, ইন্দ্ৰতে ঋত নিহিত হৈ আছে। হে ইন্দ্ৰ, স্কম্ভতে সকলো নিহিত হৈ আছে বুলি মই প্ৰত্যক্ষে তোমাক জানিছোঁ।।৩০।। যি প্ৰথমতে অজন্মা আছিল, যাতকৈ শ্ৰেষ্ঠ আৰু একো নাছিল, সি উদ্ভূত হ'ল; সি সেই স্বৰাজ্য লাভ কৰিলে। সি সূৰ্য আৰু উষাতকৈও আগতে নামেৰে নামৰূপাত্মক সংসাৰক উচ্চস্বৰে মাতিলে।।৩১।। ভূমি যাৰ প্ৰমা আৰু অন্তৰিক্ষ যাৰ উদৰ, দ্যুলোকক যি মূৰ কৰি লৈছে, সেই জ্যেষ্ঠ ব্ৰহ্মলৈ নমস্কাৰ।।৩২।। সূৰ্য আৰু পুনৰ্নৱ চন্দ্ৰ যাৰ চক্ষু, অগ্নিক যি মুখ কৰি লৈছে সেই পৰম ব্ৰহ্মলৈ নমস্কাৰ।।৩৩।। বায়ু যাৰ প্ৰাণ-অপান, অংগিৰা যাৰ নেত্ৰ, দিক্সমূহক সি প্ৰজ্ঞান কৰি লৈছে, সেই পৰম ব্ৰহ্মলৈ নমস্কাৰ।।৩৪।। স্কম্ভই দ্যুলোক-ভূলোক এই উভয়কে ধাৰণ কৰি আছে, স্কম্ভই সুবিস্তৃত অন্তৰিক্ষক ধাৰণ কৰি আছে। স্কম্ভই প্ৰদিশসমূহ আৰু ছয় উৰ্বীক ধাৰণ কৰিছে। স্কম্ভই এই সমস্ত ভুৱনত প্ৰৱিষ্ট হৈ আছে।।৩৫।। যি শ্ৰমৰপৰা, তপস্যাৰপৰা উদ্ভূত হৈছে, সি সম্পূৰ্ণভাৱে লোকসমূহ লাভ কৰিছে, যিজনে (নিজৰ অৰ্থে) সোম সৃষ্টি কৰিলে, সেই জ্যেষ্ঠ ব্ৰহ্মলৈ নমস্কাৰ।।৩৬।। বায়ুৱে কিয় প্ৰেৰিত নকৰে, মনে কিয় ৰতি লাভ নকৰে, কি সত্য লাভ কৰিবলৈ ইচ্ছা কৰি জলে কেতিয়াও লৰ-চৰ নকৰে?।।৩৭।। সৃষ্টি মধ্যত এক মহৎ যজনীয় তত্ত্বই (যক্ষ) পানীৰ ওপৰত তপস্যাত বিচৰণ কৰি আছে। যিমানবিলাক দেৱতা আছে, গছৰ ডালবিলাকে গা-গছডালক আশ্ৰয় কৰি থকাৰ দৰে তেওঁলোক সকলোৱে সেই তত্ত্বকে আশ্ৰয় কৰি আছে।।৩৮।। হাত, ভৰি, বাণী, শ্ৰোত্ৰ আৰু দৃষ্টিৰ দ্বাৰা দেৱগণে যিজনৰ উপাসনা কৰে, পৰিমিতৰ মাজত যি অপৰিমেয়, সেই স্কম্ভৰ কথা কোৱাঁ। তেওঁনো কোন?।।৩৯।। (যি স্কম্ভক জানে) তেওঁৰ অন্ধকাৰ দূৰীভূত হয়, তেওঁ পাপৰপৰা বিচ্ছিন্ন হয়; প্ৰজাপতিত স্থিত তিনিওবিধ জ্যোতি তেওঁত থাকে।।৪০।। যিজনে জলত স্থিত হিৰণ্ময় খাগৰিৰ কথা জানে, তেৱেঁই গৃহ্য প্ৰজাপতি।।৪১।। দুগৰাকী পৰস্পৰ ভিন্ন ৰূপৰ যুৱতীয়ে ছটা খুটিত তৰি লৈ তাঁত বয়; এগৰাকীয়ে সূতা টানে, অন্যগৰাকীয়ে ধৰি থাকে। তেওঁলোক আঁতৰ হৈও নাযায়, অন্তও নহয়।।৪২।। এই দুই নৃত্যৰতাৰ (দিন-ৰাতিৰ) ভিতৰত কোনগৰাকী পৰ (অতীত) মই তাক নাজানো। পুৰুষ এজনে বয়, এজনে বান্ধে, এজন পুৰুষে তাক স্বৰ্গত বহন কৰে।।৪৩।। এই খুটি কেইটাই দ্যুলোকক ধৰি ৰাখে। তেওঁলোকে কৰা সামধ্বনিয়েই বয়নৰ মাকোসমূহ।।৪৪।।

## অষ্টম সূক্ত (৮)

**(ঋষি—কুৎস। দেৱতা—অধ্যাত্ম। ছন্দ—বৃহতী, অনুষ্টুপ্, ত্রিষ্টুপ্, জগতী, পংক্তি, উষ্ণিক্, গায়ত্রী।)**

যি ভূত, ভৱিষ্য আৰু সকলোতে অধিষ্ঠিত, স্বৰ্গ একমাত্ৰ যিজনৰ, সেই পৰম ব্ৰহ্মলৈ নমস্কাৰ।।১।। দ্যুলোক আৰু পৃথিৱী এই দুয়ো স্কম্ভৰ দ্বাৰাই স্থিৰ হৈ আছে; আত্মাযুক্ত সমস্তই স্কম্ভত স্থিত; প্ৰাণ ধাৰণ কৰা আৰু চকুৰ পলক পেলোৱা সমস্তটি স্কম্ভতে ৰৈ আছে।।২।। তিনি প্ৰজাই ইয়াক অতিক্ৰম কৰি গমন কৰিছিল, অন্যসকলে সকলো ফালৰপৰা সূৰ্যত প্ৰৱেশ কৰিলে। আকাশচাৰী সূৰ্য বৃহৎ হৈ স্থিত; হৰিৎ হৰিণীত প্ৰৱিষ্ট হ'ল।।৩।। দ্বাদশ পৰিধি, এক চক্ৰ, তিনি নাভি; এই কথা কোনে জানে? এই চক্ৰত তিনিশ যাঠিটা শংকু (গজল) আৰু সুদৃঢ় খুটি আছে।।৪।। হে সৱিতা, তুমি তাক বিশেষকৈ জানিবা, ছয় যমজ, এজন অকলে জন্মা; তেওঁলোকৰ ভিতৰত যিজন একমাত্ৰ একজন্মা, তেওঁতে তেওঁলোকে অংশীদাৰ হ'বলৈ বিচাৰে।।৫।। গুহাত প্ৰকাশিত হৈ ই নিহিত হৈ থাকে। জৰৎ নামৰ মহৎ পদতে এই সমস্ত প্ৰতিষ্ঠিত, তাতে সচেষ্ট আৰু নিশ্বাসযুক্ত সমস্তটি স্থিত।।৬।। এক চক্ৰ, একনেমি, সহস্ৰাক্ষৰযুক্ত ই আগলৈ—পিছলৈ ঘূৰি থাকে। ইয়াৰ অৰ্ধভাগেৰে সমস্ত ভুবন সৃষ্টি কৰিলে; ইয়াৰ আধাভাগ থাকিল যে, তাৰ কি হ'ল?।।৭।। পঞ্চবহনকাৰীয়ে সিহঁতৰ অগ্ৰভাগ বহন কৰে; সংযুক্ত হোৱা প্ৰষ্টিসমূহে অনুকূলভাৱে বহন কৰে; যি যোৱা নাই তাক দেখা যায়; যি গ'ল তাক দেখা নাযায়। যি শ্ৰেষ্ঠ সি ওচৰত, যি নিম্ন সি দূৰত থাকে।।৮।। ওপৰলৈ মূল আৰু বেঁকাকৈ থকা বিন্ধাৰে সৈতে এটা পাত্ৰ; তাতে বহু ৰূপৰ যশ নিহিত হৈ আছে। মহতৰ ৰক্ষকৰূপে তাতে সপ্ত ঋষি একেলগে থাকে।।৯।। যি প্ৰথমে, পিছত অথবা সকলো সময়তে বিনিয়োগ হয়, যাৰদ্বাৰা যজ্ঞই বৃদ্ধি লাভ কৰে, মই তাৰ কথাকে তোমাক সুধিছোঁ-- ঋক্‌সমূহৰ ভিতৰত সেয়া কোন ঋক্?।।১০।। যি গতি কৰে, যি উৰি যায়, যি ৰৈ থাকে, যি শ্বাস লয়, যি শ্বাস নলয়, যি নিমেষ পেলায়, সেই বিশ্বৰূপে পৃথিৱীক ধাৰণ কৰে, সি মিলি গৈ একহে হয়।।১১।। অনন্ত, বহুফালে বিস্তৃত, অনন্ত আৰু অন্তৱান একেলগে অন্ত হয়; এই দুই স্বৰ্গপালকে পৃথক্ কৰি, ভূত আৰু ভব্যৰ কথাজানি বিচৰণ কৰে।।১২।। প্ৰজাপতিয়ে গৰ্ভত বিচৰণ কৰে আৰু অদৃশ্য হৈ বহুপ্ৰকাৰে জন্ম লয়। তেওঁ অৰ্ধভাগেৰে বিশ্ব সৃষ্টি কৰিলে, ই আধাভাগ কি হ'ল? তাৰ চিন কি?।।১৩।। কলহেৰে ওপৰত পানী ধাৰণ কৰি থাকোঁতাজনৰ দৰে তেওঁক সকলোৱে চকুৰে দেখে; কিন্তু মনেৰে নেদেখে।।১৪।। পূৰ্ণৰ সৈতে দূৰত কাম কৰে, হীনজনৰ দ্বাৰা দূৰতে পৰিত্যক্ত হয়; ভুবনৰ মধ্যত এই মহৎ যক্ষ (বন্দনীয় তত্ত্ব) স্থিত হৈ আছে। ৰাষ্ট্ৰ-ভৰণকৰ্তাসকলে

তেওঁক নৈবেদ্য প্ৰদান কৰে।।১৫।। য'ৰপৰা সূৰ্য উদয় হয় আৰু য'ত অস্ত যায়, তাকে মই জ্যেষ্ঠ বুলি ভাবিছোঁ। তাক কোনেও অতিক্ৰম কৰিব নোৱাৰে।।১৬।। যিসকলে পিছত অথবা মাজত বুলি পুৰাতন, বিদ্বান আৰু জ্ঞাতাজনৰ কথা কয়, তেওঁলোক সকলোৱে আদিত্যৰ কথাকে, দ্বিতীয়তে অগ্নি আৰু ত্ৰিবৃৎ হংসৰ কথাকে কয়।।১৭।। স্বৰ্গলৈ গমন কৰা, এই হৰিৎ বৰণীয়া হংসৰ পাখি সহস্ৰদিন পৰ্যন্ত মেলি থোৱা আছে। তেওঁ সমস্ত দেৱতাকে হৃদয়ত স্থাপন কৰি সমস্ত ভুৱনসমূহ দৰ্শন কৰি কৰি গতি কৰে।।১৮।। তেওঁ সত্যেৰে ওপৰত তাপ দিয়ে, মন্ত্ৰৰ দ্বাৰা তললৈ চায়, প্ৰাণেৰে তিৰ্যগ্‌ভাবে শ্বাস লয়। তেওঁতে পৰম তত্ত্ব স্থিত হৈ আছে।।১৯।। ধন মথনকাৰী দুই অৰণিদণ্ডক যি জানে, তেওঁ জ্যেষ্ঠক জানিছে বুলিব পাৰে, তেওঁ মহৎ ব্ৰহ্মক জানিছে।।২০।। প্ৰথমতে পাদহীন হৈ উৎপত্তি হৈছিল; তেওঁ প্ৰথমতে স্বৰ্গক ধাৰণ কৰিলে। চতুষ্পাদ হৈ ভোগৰ সমৰ্থ হোৱা তেওঁ সকলো ভোজন গ্ৰহণ কৰিলে।।২১।। যি এই সনাতনদেৱক উপাসনা কৰিব, তেওঁ ভোগ কৰিবলৈ সমৰ্থ হৈ বহু অন্ন ভোজন কৰিব।।২২।। সেই দেৱতাক সনাতন বুলি কোৱা হয়, অথচ তেওঁ নিত্য নতুন। ইটোৰ সিটো ৰূপ দুটাত দিন আৰু ৰাতিৰ উদ্ভৱ হয়।।২৩।। শত, সহস্ৰ, অযুত, নিৰ্বুদ, অসংখ্য আত্মা তেওঁত প্ৰৱিষ্ট হয়। তেওঁ চাই থাকোঁতেই নাশ কৰে; এই দেৱতাই এদিৰেই দীপ্তি প্ৰদান কৰে।।২৪।। বালকতকৈও এক অধিক সূক্ষ্ম আৰু এক দৃশ্যমান নহয়। তাতকৈও অধিক আঁকোৱালি ধৰা দেৱতা, সেইজন মোৰ প্ৰিয়।।২৫।। সেই দেৱতা কল্যাণময়, জৰাৰহিত, মৰ্ত্যৰ গৃহস্থিত অমৰ তত্ত্ব; যাৰ কাৰণে তেওঁক সৃষ্টি কৰা হৈছে, সেই (আত্মদেৱ) জনে শয়ন কৰি আছে। যি তেওঁক সৃষ্টি কৰিলে, সেইজন জৰাপ্ৰাপ্ত হ'ল।।২৬।। (হে আত্মা,) তুমি স্ত্ৰী, তুমি পুৰুষ, তুমি কুমাৰ, তুমি কুমাৰী। তুমি জৰাৱস্থা পাই দণ্ডেৰে সৈতে থৰক্-বৰক্ কৰা। তুমি জাত হৈয়ে বিশ্বতোমুখী হোৱা।।২৭।। তুমি তেওঁলোকৰ পিতাও পুত্ৰও; তুমি জ্যেষ্ঠও, কনিষ্ঠও। একমাত্ৰ দেৱতাই মনত প্ৰৱিষ্ট হৈছে, প্ৰথমে জাত হৈছে, তেৱেঁই গৰ্ভৰ ভিতৰতো আছে।।২৮।। পূৰ্ণৰপৰা পূৰ্ণক সিঞ্চিত কৰিয়ে পূৰ্ণৰপৰা পূৰ্ণক ওপৰলৈ তুলিছে; য'ৰপৰা সিঞ্চিত হৈছে তাক আজি আমি জানিব পাৰোঁ যেন।।২৯।। এই সনাতনী সনাতনৰপৰা জাত, পুৰাতনী (ঊষা) সৰ্বত্ৰ ব্যাপ্ত। প্ৰভাতৰ মহতী দেৱী ঊষা দীপ্তিমতী হৈ প্ৰতিজন নিমেষকাৰীৰ দ্বাৰা দৃষ্ট হৈছে।।৩০।। অৱি নামৰ দেৱতা ঋতৰ দ্বাৰা পৰিবেষ্টিত হৈ ৰৈ আছে। তেওঁৰ ৰূপে বৃক্ষসমূহ সেউজীয়া আৰু সেউজীয়া মালা পিন্ধা হৈছে ।।৩১।।তেওঁ সমীপলৈ অহাজনক নেদেখে, সমীপলৈ অহাজনক এৰি নিদিয়ে। দেৱতাৰ কৰ্মকুশলতা চোৱাঁ, তেওঁ নমৰে, তেওঁ জৰাগ্ৰস্ত নহয়।।৩২।। অপূৰ্বৰ দ্বাৰা প্ৰেৰিত বাণীসমূহে যথাযথ সত্য কয়। উচ্চাৰণ

কৰা মাত্ৰকে এই বাণী য'লৈ যায়, তাকে মহৎ ব্ৰহ্ম বুলি কোৱা হয়।।৩৩।। নাভিত চক্ৰদণ্ডসমূহ লাগি থকাৰ দৰে য'ত দেৱতা আৰু মনুষ্যগণ আশ্ৰিত হৈ আছে য'ত মায়াৰ দ্বাৰা সি স্থাপিত হৈ আছে, সেই জলৰ পুষ্পৰ কথা মই তোমাক সুধিছোঁ।।৩৪।। যাৰ দ্বাৰা বায়ু প্ৰৱাহিত হয়, যি পঞ্চ দিশ একত্ৰ প্ৰদান কৰিছে, যিসকল দেৱতাই নিজকে আহুতিৰ অতীত বুলি ভাবে, সেই জলৰ নেতা দেৱতাসকল কোন?।।৩৫।। সেই তেওঁলোকৰ এজনেই এই পৃথিৱীক আচ্ছাদিত কৰিছে, এজনে আন্তৰিক্ষ বেষ্টিত কৰিছে। যিজনে সজাই থৈছে, সেইজনেই তেওঁলোকক স্বৰ্গ প্ৰদান কৰিলে; এজনে সমস্ত দিগন্তসমূহ ৰক্ষা কৰিছে।।৩৬।। য'ত এই প্ৰজাসমূহ গুঁথি থোৱা আছে, সেই বিস্তাৰিত সূতাডালক যি জানে, সূতাডাল লাগি থকা সূতাডালৰ কথাও যি জানে তেওঁ মহৎ ব্ৰহ্মক জানে।।৩৭।। য'ত এই প্ৰজাসমূহ লাগি আছে, সেই বিস্তৃত সূতাডাল আৰু সূতাডাল লাগি থকা সূতাডালৰ কথা মই জানো আৰু সেয়ে মহৎ ব্ৰহ্ম।।৩৮।। বিশ্ব দহন কৰিব পৰা অগ্নিয়ে আকাশ আৰু পৃথিৱীৰ মাজত, এজন পতিৰ পত্নীসকল সিপাৰে য'ত থাকে, তাত বিচৰণ কৰে। সেই সময়ত বায়ু ক'ত থাকে।।৩৯।। বায়ু জলসমূহত প্ৰৱিষ্ট হৈ আছিল; দেৱগণ জলত প্ৰৱেশ কৰি আছিল। আকাশত বিচৰণ কৰা (সূৰ্য) বৃহৎ ৰূপত স্থিত আছিল; বায়ুৱে হৰিৎবৰ্ণত প্ৰৱেশ কৰিছিল।।৪০।। যি উত্তৰৰপৰা গায়ত্ৰীত প্ৰৱিষ্ট হৈ অমৃতত খোজ কাঢ়িলে, যিসকলে সামৰ দ্বাৰা সামক জানিছে তেওঁলোক; তেনেহ'লে অজক ক'ত দেখা গৈছে?।।৪১।। বিশ্ৰাম কৰাজন, ধন সংগ্ৰাহকজন সত্যধৰ্মা সৱিতাদেৱৰ নিচিনা। তেওঁ যুদ্ধত ইন্দ্ৰৰ নিচিনাকৈ ধনৰ বাবে ৰৈ থাকে।।৪২।। নখন দ্বাৰযুক্ত পদুমফুল ত্ৰিগুণাত্মক; তাত যি আত্মবান যক্ষ বিদ্যমান, তাক ব্ৰহ্মবিদসকলে জানে।।৪৩।। কামনাৰহিত, ধীৰ, অমৰ, স্বয়ম্ভু ব্ৰহ্ম স্বৰসেৰে তৃপ্ত, একোতকৈ হীন নহয়। সেই ধীৰ, অজৰ, যুৱক, আত্মাক জানিলে মৃত্যুভয়ৰ পৰা ত্ৰাণ পায়।।৪৪।।

# পঞ্চম অনুৱাক

## নৱম সূক্ত (৯)

(ঋষি—অথৰ্বা। দেৱতা—শতৌদনা। চন্দ—ত্ৰিষ্টুপ, অনুষ্টুপ, পংক্তি, জগতী, শক্বৰী।)

হিংসাৰূপ পাপ কৰা শত্ৰুবোৰৰ মুখ বন্ধ কৰা, যজমানক স্বৰ্গপ্ৰাপ্ত কৰোৱা শতসংখ্যক অন্নৰ থাল সম্পন্না (শতৌদনা) এই ধেনু প্ৰথমতে ইন্দ্ৰই দিছিল। এই ধেনুৱে শত্ৰুলৈ বজ্ৰ প্ৰেৰিত কৰক।।১।। তোমাৰ ছালখন যজ্ঞৰ বেদী হওক, নোমবোৰ কুশবন হওক; এই ৰছী তোমাক ধৰি আনিছে; গ্ৰাৱাই তোমাৰ ওপৰত নৃত্য কৰক।।২।। হে

অবধ্যা ধেনু, তোমাৰ নেজৰ চুলিবোৰ প্ৰোক্ষণী হওক। তোমাৰ জিভা মাৰ্জন কৰা হওক। শুদ্ধ, যজ্ঞৰ যোগ্য হৈ, হে শতৌদনা, তুমি স্বৰ্গলৈ যোৱাঁ।।৩।। যি শতৌদনাক ৰান্ধে, তেওঁৰ ইচ্ছা পূৰণ হয়। তেওঁৰ ঋত্বিক্‌সকল সন্তুষ্ট হৈ সকলোটি যথাযথভাৱে যায়গৈ।।৪।। যিজনে শতৌদনা ধেনুৰ নাভি অপূৰ্প (পিঠা)-যুক্ত কৰি প্ৰদান কৰে, তেওঁ স্বৰ্গত আৰোহণ কৰে। সেই স্বৰ্গত ত্ৰিদিৱৰ দ্যুলোক।।৫।। স্বৰ্গেৰে জ্যোতিষ্মতী কৰি যি শতৌদনা ধেনু দান কৰে, তেওঁ পাৰ্থিৱ আৰু স্বৰ্গীয় লোকসমূহ লাভ কৰে।।৬।। হে দেৱী, যিসকল তোমাৰ শমনকাৰী আৰু যিসকল লোকে তোমাক পক্ব কৰিছে, সেই সকলোৱে তোমাক ৰক্ষা কৰিব; ভয় নকৰিবা।।৭।। বসুগণে তোমাক দক্ষিণফালে ৰক্ষা কৰিব, মৰুৎগণে উত্তৰফালৰপৰা আৰু আদিত্যগণে পিছফালৰপৰা তোমাক ৰক্ষা কৰিব। তুমি অগ্নিষ্টোমক অতিক্ৰম কৰি যোৱাঁ।।৮।। দেৱগণ, পিতৃগণ, মনুষ্যগণ, গন্ধৰ্বগণ আৰু অপ্সৰাগণ, এই সকলোৱে তোমাক ৰক্ষা কৰিব। তুমি অতিৰাত্ৰক অতিক্ৰম কৰি যোৱাঁ।।৯।। যিজনে শতৌদনা ধেনু দান কৰে, তেওঁ অন্তৰিক্ষ, দ্যুলোক, ভূমি, আদিত্যগণ, মৰুৎগণ, দিশসমূহ, এই সমস্ত লোকসমূহ লাভ কৰে।।১০।। ঘিঁউ ছটিয়াই ছটিয়াই সুভগাদেৱী শতৌদনাই দেৱগণক লাভ কৰিব। হে শতৌদনা, যি তোমাক ৰান্ধিব, তেওঁক হিংসা নকৰিবা। হে অবধ্যা, তুমি স্বৰ্গলৈ যোৱাঁ।।১১।। যিসকল দেৱতা দ্যুলোকত আছে, যিসকল অন্তৰিক্ষত আছে আৰু যিসকল পৃথিৱীত আছে, সেইসকলৰ কাৰণে তুমি সদাই গাখীৰ, ঘিঁউ আৰু মধু দোহন কৰাঁ।।১২।। তোমাৰ যি মূৰ, যি মুখ, যি দুখন কাণ আৰু যি দুই হনু, সেই সকলোৱে যেন দাতালৈ দধি-দুগ্ধ, ঘৃত-মধু দোহন কৰে।।১৩।। তোমাৰ ওঁঠ দুটা, নাক দুটা, শিং দুটা আৰু চকু দুটাই দাতাৰ কাৰণে যেন দধি-দুগ্ধ, ঘৃত—মধু দোহন কৰে।।১৪।। তোমাৰ যি উশাহযন্ত্ৰ, হৃদয়, কণ্ঠৰ সৈতে যি পুৰীতত, সেই সকলোৱে দাতাৰ কাৰণে যেন দধি-দুগ্ধ, ঘৃত-মধু দোহন কৰে।।১৫।। তোমাৰ যকৃৎ, মতস্না, অন্ত্ৰ আৰু উদৰে দাতাৰ কাৰণে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।১৬।। তোমাৰ প্লাশী, বনিষ্ঠু, কুক্ষিদ্বয়, চৰ্মই দাতাৰ কাৰণে ইত্যাদি।।১৭।। তোমাৰ অস্থি, মজ্জা, মাংস, ৰক্তই দাতাৰ কাৰণে ইত্যাদি।।১৮।। তোমাৰ দুই বাহু, বাউসী আৰু কুকদে দাতাৰ কাৰণে ইত্যাদি।।১৯।। তোমাৰ গ্ৰীৱা, স্কন্ধ, দুয়োকাষৰ হাঁড়সমূহ আৰু কামিহাঁড়ে দাতাৰ কাৰণে ইত্যাদি।।২০।। তোমাৰ উৰুযুগল, আঠুৰ ঘোৰা, তপিনা আৰু কুকদে দাতাৰ ইত্যাদি।।২১।। তোমাৰ নেজ, নেজৰ চুলি, ওহাৰ আৰু ওহাৰ বাটে দাতাৰ ইত্যাদি।।২২।। তোমাৰ জংঘা, গলবিছনী, খুৰাৰ ওপৰভাগ আৰু খুৰাসমূহে দাতাৰ ইত্যাদি।।২৩।। হে শতৌদনা, তোমাৰ ছাল, নোমে, হে অবধ্যা, দাতাৰ কাৰণে ইত্যাদি।।২৪।। তোমাৰ দুয়োখন বুকু ঘিউ সানি থোৱা যজ্ঞৰ পুৰোডাশ (পিঠা) হওক। হে দেৱী, তুমি সেই বুকুৰ অংশ দুটাকে ডৌকা কৰি ৰন্ধা ব্যক্তিজনক স্বৰ্গলৈ বহন কৰি লৈ যোৱাঁ।।২৫।। উৰুখলত, মুষলত, ছালখনত কুলাখনত যি চাউল লাগি

আছে, মাতৰিশ্বা বায়ুৱে যিখিনি উৰুৱাই নিছে, হোতা অগ্নিয়ে সেই গোটেইখিনি অন্ন সুন্দৰভাৱে আহুত কৰক।।২৬।। টোপাটোপে পৰি থকা ঘিঁউৰ নিচিনা এই দিব্য জলসহ, ব্ৰাহ্মণসকলৰ হাতত পৃথক্ পৃথক্কৈ ঢালি দিছোঁ। (হে ব্ৰাহ্মণসকল,) মই যি কামনা তোমালোকৰ হাতত বাকি দিছোঁ, সেই সমস্ত যেন পূৰ্ণ হয়, আমি যাতে সম্পদৰ অধিকাৰী হওঁ।।২৭।।

## দশম সূক্ত (১০)

### (ঋষি—কশ্যপ। দেৱতা—বশা। ছন্দ—অনুষ্টুপ্, বৃহতী পংক্তি গায়ত্ৰী।)

হে অবধ্যা (গাই), জন্ম হ'ব খোজা তোমালৈ নমস্কাৰ আৰু জন্ম হোৱা তোমালৈ নমস্কাৰ। তোমাৰ নেজৰ চুলিলৈ নমস্কাৰ, খুৰাসমূহলৈ নমস্কাৰ।।১।। যি বশা গাইৰ সাতপ্ৰৱত (প্ৰগতি) আৰু সাত পৰাৱতৰ (ব্যৱধানৰ) কথা জানে, যি যজ্ঞৰ শিৰৰ কথা জানে, তেওঁ এই গাই গ্ৰহণ কৰিব পাৰে।।২।। মই সপ্ত প্ৰৱত আৰু সপ্ত পৰাৱতক জানো। মই যজ্ঞৰ শিৰ আৰু তাত নিহিত হৈ থকা বিচক্ষণ সোমৰ কথা জানো।।৩।। আকাশ, পৃথিৱী আৰু এই জলসমূহ যাৰ দ্বাৰা ৰক্ষিত, সেই সহস্ৰ ধাৰাযুক্ত বশা গাইক আমি মন্ত্ৰেৰে আহ্বান কৰিছোঁ।।৪।। তাইৰ পিঠিত এশ কঁাহৰ পাত্ৰ, এশ দোহনকাৰী আৰু এশজন ৰখীয়া উঠি আছে। যিসকল দেৱতাই এই বশাত প্ৰাণ ধাৰণ কৰি আছে, তেওঁলোকেহে একমাত্ৰ তাইক জানে।।৫।। যজ্ঞ যাৰ পাদ, ইৰা যাৰ দুগ্ধ, স্বধা যাৰ প্ৰাণ, মহীলুকা, পৰ্জন্যৰ পত্নী এই বশা মন্ত্ৰসহিত দেৱগণত উপনীত হওক।।৬।। হে বশা, তোমাত অগ্নি আৰু সোমে প্ৰৱেশ কৰিছে। হে কল্যাণী, তোমাৰ স্তন।।৭।। হে বশা, তুমি প্ৰথমতে জলসমূহ দোহন কৰিলা, তাৰ পিছত উৰ্বৰ ভূমি, তৃতীয়তে ৰাষ্ট্ৰ আৰু অন্ন দুগ্ধ দোহন কৰিলা।।৮।। হে বশা, তুমি আদিত্যগণৰ দ্বাৰা আহ্বানপ্ৰাপ্ত হৈ ওচৰ চাপিছিলা। হে ঋতাৱৰী, ইন্দ্ৰই সহস্ৰ পাত্ৰৰপৰা তোমাক সোমপান কৰাইছিল।।৯।। হে বশা, তুমি যেতিয়া ইন্দ্ৰক অনুগমন কৰিছিলা, তেতিয়া ঋষভে তোমাক আহ্বান কৰিছিল আৰু বৃত্ৰনিহন্তাই ৰুষ্ট হৈ তোমাৰ দুগ্ধ হৰণ কৰিছিল।।১০।। হে বশা, ক্ৰুদ্ধ হৈ যেতিয়া ধনপতিয়ে তোমাৰ দুগ্ধ হৰণ কৰিছিল, এতিয়া সেই দুগ্ধ তিনিটা পাত্ৰত যে স্বৰ্গই ৰক্ষা কৰি আছে।।১১।। দিব্য বশাগাইয়ে সেই সোম তিনিটা পাত্ৰত ল'লে; তাত অথৰ্ব্বা হিৰণ্যময় বৰ্হিত দীক্ষিত হৈ বহি থাকে।।১২।। সোম আৰু সমস্ত পাদযুক্তগণৰ লগত সুসংগত হৈ বশা গাই গন্ধৰ্ব আৰু কলিৰ সৈতে সমুদ্ৰত অধিষ্ঠিত হৈ আছে।।১৩।। এই বশাই বায়ু আৰু সমস্ত পক্ষযুক্ত প্ৰাণীৰ লগত সুসংগত হৈ ঋক্ আৰু সামমন্ত্ৰসমূহ ধাৰণ কৰি সমুদ্ৰত নৃত্য কৰি আছে।।১৪।। সূৰ্য আৰু সমস্ত দৃষ্টিশক্তিৰ লগত সংগত হৈ সেই কল্যাণীয়ে জ্যোতি ধাৰণ কৰি সমুদ্ৰতকৈ অধিক প্ৰশংসা লাভ কৰিছে।।১৫।। হে বশা, তুমি হিৰণ্যেৰে আবৃত হৈ ৰৈ থাকোঁতে,

হে ঋতাবৰী, এটা ঘোঁৰাৰ ৰূপ ধৰি সমুদ্ৰই তোমাৰ ওপৰত আৰোহণ কৰিলে।।১৬।। য'ত অথৰ্বা দীক্ষিত হৈ হিৰন্ময় বৰ্হিত বহি থাকে, তাতে কল্যাণী বশা, দ্বেষ্টী আৰু স্বধাও সংগত হ'ল।।১৭।। বশা ৰাজন্যৰ মাতৃ; হে স্বধা, বশা তোমাৰ মাতৃ; বশাৰ পৰা অস্ত্ৰৰ উৎপত্তি হৈছে আৰু চিত্তৰো হৈছে।।১৮।। হে বশা, ব্ৰহ্মাৰ ককুদৰ পৰা এক বিন্দু ওপৰলৈ উঠিল। তাৰপৰাই তোমাব জন্ম আৰু তাৰপৰাই হোতাৰ জন্ম হ'ল।।১৯।। হে বশা, তোমাৰ মুখৰপৰাই গাথাসমূহৰ সৃষ্টি হ'ল; তোমাৰ উষ্ণিহা নাড়ীৰপৰা বলৰ জন্ম, তোমাৰ উদৰৰপৰা যজ্ঞৰ জন্ম আৰু তোমাৰ স্তনৰ পৰা ৰশ্মিসমূহৰ জন্ম হ'ল।।২০।। হে বশা, তোমাৰ আগ ঠেং দুটাৰ পৰা আৰু উৰুযুগলৰপৰা অয়নৰ উৎপত্তি; তোমাৰ অন্ত্ৰসমূহৰ পৰা অত্ৰা আৰু উদৰৰ পৰা লতাসমূহৰ উৎপত্তি হ'ল।।২১।। হে বশা, তুমি যে বৰুণৰ উদৰত প্ৰৱেশ কৰিছিলা, তাৰপৰাই ব্ৰহ্মাই তোমাক আহ্বান কৰিছিল; তেওঁ তোমাৰ নেত্ৰৰ (পথনিৰ্দেশনাৰ) কথা জানে।।২২।। জায়মান গৰ্ভলৈ সকলোৰে ভয় কৰি কঁপে; এই বশাই সিবিলাকক জন্ম দিয়ে বুলি কয়। মন্ত্ৰৰ দ্বাৰা কল্পিত (কৰ্ম) এই বশাৰ ভ্ৰাতৃ।।২৩।। যি বসাৰ একমাত্ৰ বশকাৰী সেই যোদ্ধাইহে সৃষ্টি কৰে। শক্তিযেই যজ্ঞ হ'ল, বশা শক্তিসমূহৰ চকু হ'ল।।২৪।। বশাই যজ্ঞ গ্ৰহণ কৰিছে, বশাই সূৰ্যক ধাৰণ কৰিছে, ব্ৰহ্মাৰ সৈতে ওদন বশাৰ ভিতৰত প্ৰবিষ্ট হৈছে।।২৫।। বশাকে অমৃত বুলি কোৱা হয়; বশাকে মৃত্যুৰূপত উপাসনা কৰে; দেৱতা, মনুষ্য, অসুৰ, পিতৃগণ আৰু ঋষিগণ—বশাই এই সকলো।।২৬।। যি এইদৰে জানে তেওঁ বশাগাই গ্ৰহণ কৰিব পাৰে। কাৰণ সমস্ত পাদেৰে সম্পূৰ্ণ যজ্ঞই দাতাৰ কাৰণে অবাধভাৱে দোহন কৰে।।২৭।। বৰুণৰ মুখত তিনিখন জিভাই চিক্‌মিকাই তাকে। তাৰ ভিতৰত মাজতে শোভা পাই থকা জিভাখনেই বশা গাই।।২৮।। বশাৰ ৰেতঃ চাৰিপ্ৰকাৰৰ, চাৰিভাগৰ এভাগ জল, এভাগ অমৃত, এভাগ পশু আৰু আনভাগ যজ্ঞ।।২৯।। বশাই স্বৰ্গ, বশাই পৃথিৱী, বশাই বিষ্ণু, প্ৰজাপতি; সাধ্য দেৱতাগণে আৰু বসুগণে বশাৰ দুগ্ধ পান কৰে।।৩০।। সাধ্যদেৱগণো আৰু বসুগণে বশাৰ দুগ্ধ পান কৰি লোহিত বৰ্ণৰ ওপৰ ভাগত বশাৰ দুগ্ধক উপাসনা কৰে।।৩১।। এভাগে তাইক সোমৰ কাৰণে দোহন কৰে; এভাগে ঘৃতৰ কাৰণে দোহন কৰে। এই কথা জানোতাজনক যি বশা দান কৰে, সেইসকল ত্ৰিদিব স্বৰ্গলৈ যায়।।৩২।। ব্ৰাহ্মণসকলক বশা দান কৰিলে সমস্ত লোকসমূহ লাভ কৰে; কাৰণ সত্য, ব্ৰহ্ম আৰু তপস্যা বশাতে নিহিত হৈ আছে।।৩৩।। বশাতে দেৱগণ বৰ্তি থাকে আৰু মনুষ্যগণে বৰ্তি থাকে। যেতিয়ালৈকে সূৰ্যই চাই থাকিব, তেতিয়ালৈকে বশা গাই এই সকলোবিলাক হৈ থাকিব।।৩৪।।

**।।দশম কাণ্ড সমাপ্ত।।**

# একাদশ কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—ব্ৰহ্মা। দেৱতা—ব্ৰহ্মৌদন। ছন্দ—পংক্তি, ত্ৰিষ্টুপ্, জগতী, উষ্ণিক্, গায়ত্ৰী।)

হে অগ্নি, তুমি (মন্থনৰ দ্বাৰা) উদ্ভূত হোৱাঁ; অদিতেয়ে পুত্ৰৰ কামনা কৰি প্ৰাৰ্থনাসহকাৰে এয়া ব্ৰহ্মৌদন পাক কৰিছে। (মৰীচি প্ৰভৃতি) জগৎস্ৰষ্টা সপ্তৰ্ষিগণে (যজমানৰ পুত্ৰনাতি আদি) প্ৰজাগণৰ সৈতে এই যজ্ঞস্থানত তোমাক মন্থনৰ দ্বাৰা প্ৰকট কৰক।।১।। হে কামবৰ্ষক মিত্ৰ (সপ্তৰ্ষিগণ অথবা) ঋত্বিকগণ, তোমালোকে মন্থনৰ দ্বাৰা ধোৱাঁ উৎপন্ন কৰাঁ। অদ্ৰোহকাৰীৰ (যজমানৰ) ৰক্ষক তোমালোকে (অগ্নিৰ) স্তুতিবাক্য উচ্চাৰণ কৰাঁ। এই অগ্নি শত্ৰুসেনাৰ পৰাভৱকাৰী আৰু সুবীৰ। এওঁৰ সহায়ত দেৱতাসকলে দস্যুবিলাকক পৰাভৱ কৰিছিল।।২।। হে অগ্নি, (মন্থনৰ দ্বাৰা) তুমি মহান্ সামৰ্থ্যৰ উদ্দেশ্যে উদ্ভূত হৈছা। হে জাতবেদা, ব্ৰহ্ম-ভোজন পাক কৰিবৰ কাৰণে জগৎস্ৰষ্টা সপ্তৰ্ষিগণে তোমাক উৎপন্ন কৰিছে। তুমি এই নাৰীক পুত্ৰাদি সমন্বিত ধন প্ৰদান কৰাঁ।।৩।। হে প্ৰজ্বলিত অগ্নি, তুমি যজ্ঞ কাষ্ঠৰদ্বাৰা দীপ্ত হৈ যজ্ঞৰ যোগ্য দেৱতাসকলক ইয়ালৈ লৈ আহাঁ। হে জাতবেদা, তেওঁলোকৰ উদ্দেশ্যে আহুতিৰ যোগ্য অন্ন পাক কৰি তুমি এই মানুহজনক উত্তম স্বৰ্গলোকত আৰোহণ কৰোৱাঁ।।৪।। (হে দেৱতাসকল,) পূৰ্বে দেৱতাসকলৰ, পিতৃগণৰ আৰু মনুষ্যগণৰ কাৰণে তিনিভাগ কৰি ৰখা হৈছিল। তোমালোকৰ নিজৰ অংশ (কোনটো) জানি লোৱাঁ; মই তোমালোকলৈ ভাগ কৰি থৈছোঁ। দেৱতাসকলৰ উদ্দেশ্যে যিটো ভাগ, সি এই নাৰীক পাৰ কৰক (অৰ্থাৎ বাঞ্ছিত পুত্ৰাদি দান কৰক)।।৫।। হে অগ্নি, তুমি বলশালী, শত্ৰু পৰাভৱকাৰী, তুমি শত্ৰুক পৰাভূত কৰাঁ; আমাক দ্বেষ কৰা শত্ৰুবিলাকক অধোগামী কৰাঁ। (হে যজমান,) এই গৃহ নিৰ্মাতাৰ দ্বাৰা নিৰ্মিত। তোমাৰ (পুত্ৰাদি) সজাতি মানুহক উপহাৰ দ্ৰব্য অনা কাৰ্যত নিয়োগ কৰক।।৬।। (হে যজমান,) তোমাৰ সজাতি লোকসকলৰ সৈতে তুমি দুগ্ধৰ লগত সম্পৰ্কিত হোৱাঁ। এই নাৰীক মহৎ বীৰ্য লাভৰ অৰ্থে উন্নত কৰাঁ। যি লোকক স্বৰ্গলোক বুলি মানুহে কয়, সেই দুখৰহিত উৰ্ধ্বলোকত তুমি আৰোহণ কৰাঁ।।৭।। এই (দেৱযজন) ভূমিয়ে মেলি দিয়া চৰ্মখণ্ড গ্ৰহণ কৰক; পৃথিৱীদেৱী আমাৰ প্ৰতি প্ৰসন্ন হওক। এইদৰে আমি পুণ্যলোকলৈ গতি কৰিম।।৮।। এই (উৰাল আৰু উৰালদণ্ডৰূপ) শিলা দুখণ্ড তুমি চৰ্মখণ্ডত স্থাপন কৰাঁ; যজমানৰ কাৰণে ধানখিনি (তুঁহ নোহোৱা) সুন্দৰ কৰাঁ; হে

পত্নী, (উৰালমাৰিডাল) তলত খুন্দিয়াই তুমি পুত্ৰ নাতি আদি বিনষ্ট কৰিবলৈ অহা শত্ৰুবোৰক বধ কৰা আৰু ওপৰলৈ তুলি সন্তান-সন্ততিসকলক উচ্চস্থানত স্থাপন কৰাঁ।।৯।। হে সুবীৰ অধ্বৰ্যু, তোমাৰ উত্তম কৰ্মসাধক হাত দুখনেৰে উৰাল আৰু উৰালমাৰি ধাৰণ কৰাঁ। তোমাৰ যজ্ঞলৈ প্ৰসিদ্ধ যজ্ঞীয় দেৱতাসকল আহিছে। (হে যজমান,) তুমি তিনিটা বৰ প্ৰাৰ্থনা কৰিছা সেই (কৰ্ম, ফল আৰু পাৰলৌকিক) সমৃদ্ধিসমূহ এই যজ্ঞৰ দ্বাৰা সিদ্ধ কৰিছোঁ।।১০।। (হে শূৰ্প অৰ্থাৎ কুলা,) চাউলৰপৰা তুঁহ পৃথক্ কৰাই তোমাৰ কাম আৰু তাৰ কাৰণেই তোমাৰ জন্ম। বীৰপুত্ৰসম্পন্না অদিতিয়ে তোমাক ধাৰণ কৰক। সিবিলাক শত্ৰুৱে এই নাৰীক হিংসা কৰিবৰ কাৰণে সৈন্য সংগ্ৰহ কৰে, সিবিলাকক নিৰস্ত কৰিবলৈ (তুঁহৰপৰা চাউল) পৃথক কৰাঁ আৰু এই নাৰীক পুত্ৰাদি সমন্বিত ধন প্ৰদান কৰাঁ।।১১।। হে তণ্ডুল, স্থিৰ সত্যফল লাভৰ অৰ্থে তোমালোকক পৃথক কৰিছোঁ; তোমালোকে কুলাত অৱস্থান কৰাঁ, যাগযোগ্য তোমালোক তুঁহৰ পৰা পৃথক হোৱাঁ। আমিও তোমালোকৰ সম্পদৰ দ্বাৰা সমান মানুহবিলাকক অতিক্ৰম কৰিম আৰু দ্বেষকাৰী শত্ৰুবিলাকক পদতলত পতিত কৰিম।।১২।। হে নাৰী, সোনকালে যোৱাঁ আৰু পানী লৈ ঘূৰি আহাঁ। গোষ্ঠ ভৰণৰ নিমিত্তে জলপাত্ৰ মূৰত তুলি লোৱাঁ। যিখিনি যজ্ঞৰ যোগ্য পানী, বুদ্ধিমতী তুমি অযজ্ঞীয় পানীৰ পৰা পৃথক্ কৰি তাক গ্ৰহণ কৰাঁ, অযজ্ঞীয জল ত্যাগ কৰাঁ।।১৩।। অলংকাৰ-শোভিত ৰমণীসকলে এয়া পানী আনিছে; হে নাৰী, তুমি আসনৰপৰা উঠি তাক গ্ৰহণ কৰাঁ। তুমি সুন্দৰ পতিমতী আৰু পুত্ৰাদি সম্পন্না হৈ সৌভাগ্যশালিনী হোৱাঁ। তুমি জলকুম্ভ গ্ৰহণ কৰাঁ; তোমাৰ যজ্ঞপ্ৰাপ্তি হওক।।১৪।। হে জলসমূহ, পূৰ্বে (ব্ৰহ্মাই) তোমালোকত সাৰভূত অংশ নিহিত কৰিছিল। (হে নাৰী,) ঋষিসকলৰ দ্বাৰা নিৰ্দেশপ্ৰাপ্ত হৈ তুমি তাক লৈ আহাঁ। তোমাৰ কাৰণে এই যজ্ঞ স্বৰ্গপ্ৰাপক, পতি-পুত্ৰাদি প্ৰদায়ক, পৰাভৱশূন্য, পশুপ্ৰদানকাৰী আৰু বীৰপুত্ৰ প্ৰদায়ক হওক।।১৫।। হে অগ্নি, যজ্ঞীয় চৰুৰ থালী তোমাত স্থাপিত হওক। নিৰ্মল, তাপদায়ক তুমি তোমাৰ তাপেৰে এই চৰু উত্তপ্ত কৰাঁ। (গোত্ৰপ্ৰৱৰ্তক) ঋষিসকলৰ জ্ঞাতা ব্ৰাহ্মণগণে তথা দেৱতাসকলে নিজ নিজ ভাগ লাভ কৰি ঋতুসমূহৰ সৈতে এই চৰু তপত কৰক।।১৬।। শুদ্ধ, পৱিত্ৰ, মিশ্ৰিত, যজ্ঞৰ যোগ্য, শুক্লবৰ্ণৰ, এই আনি থোৱা জল চৰুৰ থালীত বৈ পৰকগৈ। সেই জলৰাশিয়ে আমাক সন্তান-সন্ততি আৰু বহুবিধ পশু দান কৰক। ব্ৰহ্মৌদন পাক কৰোঁতাজনে পুণ্য লোকলৈ গতি কৰক।।১৭।। মন্ত্ৰৰ দ্বাৰা শুদ্ধ কৰা, ঘৃতৰ দ্বাৰা পৱিত্ৰ কৰা, সোমৰ অংশস্বৰূপ হে যজ্ঞৰ চাউলসমূহ, তোমালোকে থালীৰ পানীত প্ৰৱেশ কৰাঁ; থালীয়ে তোমালোকক গ্ৰহণ কৰক। এই চাউল সিদ্ধ কৰি যজমানে পুণলোকলৈ গতি কৰক।।১৮।। হে তণ্ডুল (চাউল), তুমি পুণ্যলোকত অধিক মহিমামণ্ডিত সহস্ৰ ৰূপত বিস্তাৰিত হোৱাঁ। আমাৰ

পিতামহসকল, পিতৃসকল, পুত্রপৌত্রসকল আৰু অধস্তন বংশজসকল (তোমাৰ দ্বাৰা তৃপ্ত হওক)। তোমাক ৰন্ধন কৰা ময়ো পঞ্চদশসংখ্যা পূৰণকাৰী হ'ম।।১৯।। (হে যজমান,) তোমাৰ ব্ৰহ্মৌদনযজ্ঞ সহস্ৰ পৃষ্ঠযুক্ত, শতধাৰাৰে প্ৰবাহিত, ক্ষয়ৰহিত, দেৱলোক-প্ৰাপক, আৰু স্বৰ্গফলদায়ক। (হে যজ্ঞ,) তোমাৰ উপহাৰদ্ৰব্য আনিবৰ কাৰণে সৌ মোৰ সজাতীয়সকলক উপস্থিত কৰাইছোঁ। তুমি তেওঁলোকক সন্তানসম্পন্ন কৰাঁ আৰু তুমি মোৰ কাৰণে সুখদায়ক হোৱাঁ।।২০।। (হে ৰন্ধা অন্ন,) তুমি বেদীলৈ যোৱাঁ; তুমি এই নাৰীক সন্তান সন্ততিৰে সমৃদ্ধ কৰাঁ। (যজ্ঞবিঘাতক) ৰাক্ষসবোৰক খেদি দিয়াঁ; এই নাৰীক অধিক উন্নতি প্ৰদান কৰাঁ। (এই শাৰী অনুবাদ ১২ মন্ত্ৰৰ দ্বিতীয়শাৰীৰে একে)।।২১।। (হে ব্ৰহ্মৌদন) তুমি এওঁৰ (যজমানৰ পত্নীৰ) প্ৰতি পশুধন সহিত সমুখীন হোৱাঁ; এওঁৰ সমুখত দেৱতাসকলৰ সৈতে অৱস্থান কৰাঁ। (হে যজমান অথবা পত্নী,) তোমাক যেন শাও-শপনিয়ে স্পৰ্শ নকৰে, লোকে কৰা অভিচাৰ যেন তোমাৰ ওচৰ নাচাপে; তুমি নিজ ঠাইত ৰোগমুক্ত হৈ যেন বিৰাজ কৰি থাকা।।২২।। সত্যৰ (ব্ৰহ্মাৰ) দ্বাৰা নিৰ্মিত, হিৰণ্যগৰ্ভৰ দ্বাৰা ধৃত আৰু পূৰ্বে মহৰ্ষিগণৰ দ্বাৰা স্থাপিত এই বেদী ব্ৰহ্মৌদন থ'বৰ কাৰণে কল্পিত। হে নাৰী, তুমি (দেৱ, মনুষ্য আৰু পিতৃগণৰ) ভাগ ধাৰণকাৰী সেই শুদ্ধ বেদীৰ কাষলৈ যোৱাঁ আৰু তাতে দেৱতাসকলৰ উদ্দেশ্যে সিজোৱা অন্ন স্থাপন কৰাঁ।।২৩।। অদিতিৰ দ্বিতীয় হস্তৰূপ যি স্ৰুক প্ৰাণীগণৰ স্ৰষ্টা সপ্তৰ্ষিগণে সৃষ্টি কৰিছিল, সেই (হোমত ব্যৱহৃত চামোচ) স্ৰুকেৰে ওদনৰ শৰীৰ সিজিছে বুলি জানি ব্ৰহ্মৌদন বেদীত স্থাপন কৰাঁ।।২৪।। হে ওদন (চাউল), সিজোৱাৰ পিছত আহুতিৰ উপযোগী হোৱা তোমাৰ ওচৰলৈ দেৱতাসকল আহক; জুইৰপৰা ওলাই গৈ তুমি তেওঁলোকক প্ৰসন্ন কৰাঁ। (দধি, দুগ্ধমিশ্ৰিত) সোমৰসৰ দ্বাৰা পৱিত্ৰ হৈ তুমি উপাসক ব্ৰাহ্মণসকলৰ উদৰত প্ৰৱেশ কৰাঁ। সেই দ্ৰষ্টা ঋষিসকলক ভোজনৰ পিছত তুমি হিংসা নকৰিবা।।২৫।। হে ৰজা সোম (মিশ্ৰিত ব্ৰহ্মৌদন), এই ভোজনকাৰীসকলক তুমি সংজ্ঞা প্ৰদান কৰা (তেওঁলোকক অচেতন নকৰিবা)। যিসকল সুব্ৰাহ্মণে তোমাৰ ওচৰত অৱস্থান কৰিছে, সেই আৰ্ষেয় ঋষিসকলক মই ব্ৰহ্মৌদনত সুন্দৰ আহুতিৰ দ্বাৰা আহ্বান কৰিছোঁ।।২৬।। (এই মন্ত্ৰৰ অৰ্থ ৬।২২।৫ মন্ত্ৰৰ সৈতে একে)।।২৭।। এই স্বৰ্ণ অবিনশ্বৰ দীপস্বৰূপ; এই পক্ব অন্ন (ধান, যৱ আদি) খেতি পথাৰত উদ্ভূত কামধেনুস্বৰূপ; এই ধন মই ব্ৰাহ্মণক দক্ষিণা দিছোঁ। পিতৃগণৰ বাঞ্ছিত স্বৰ্গলোকলৈ মই (ইয়াৰ দ্বাৰা) পথ নিৰ্মাণ কৰিছোঁ।।২৮।। হে ঋত্বিকগণ, জাত প্ৰাণীগণৰ জ্ঞাতা অগ্নিলৈ তুঁহবোৰ পেলাই দিয়াঁ, অলাগতিয়াল কম্বুকবোৰ দূৰলৈ দলিয়াই পেলোৱাঁ; সেয়া গৃহাধিপতি বাস্তুদেৱৰ ভাগ বুলি শুনিছোঁ আৰু এয়া পাপদেৱতা নিৰ্ঋতিৰ ভাগ বুলিও শুনিছোঁ।।২৯।। (হে ব্ৰহ্মৌদন,) পৰিশ্ৰম কৰি (ব্ৰাহ্মণৰ কাৰণে চাউল) সিদ্ধ কৰা, সোম ৰস উলিওৱা

তুমি জানি লোৱাঁ আৰু তেওঁলোকক স্বৰ্গলৈ যোৱা পথত আৰোহণ কৰোৱাঁ। উত্তম, দুঃখৰহিত, সকলোৰে ওপৰত স্বৰ্গ নামেৰে যি ব্যোম আছে, সেই পথেৰে যজমানে যেন উত্তম শেনপক্ষীৰূপে আৰোহণ কৰক।।৩০।। হে অধ্বৰ্যু, পোষক অন্নৰ উপৰিভাগ শুদ্ধ কৰাঁ; ঘিঁউ থবৰ কাৰণে তাত ঠাই ঠিক কৰি লোৱাঁ। সকলো অন্নতে ঘিঁউ সানা। মই এই ঘৃতমিশ্রিত অন্ন পিতৃগণ স্বৰ্গলৈ যোৱাৰ পথৰূপে প্ৰস্তুত কৰিছোঁ।।৩১।। হে পোষক ব্ৰহ্মৌদন, যিসকল অব্ৰাহ্মণ লোক (তোমাক ভোজন কৰিবলৈ) তোমাৰ ওচৰলৈ আহিছে, তেওঁলোকক ৰাক্ষসৰ লগত যুদ্ধত প্ৰবৃত্ত কৰোৱাঁ। (গোত্ৰ, প্ৰবৰ আদিৰ জ্ঞাতা) আৰ্যেয় যিসকল ব্ৰাহ্মণ পুত্ৰাদিৰে সৈতে পৃথিৱীত ব্যাপ্ত হৈ আছে, তেওঁলোকে তোমাক ভক্ষণ কৰি সমৃদ্ধ হওক; তোমাক ভক্ষণ কৰা সেইসকলক হিংসা নকৰিবা।।৩২।। হে ওদন, তোমাক মই আৰ্যেয় ব্ৰাহ্মণসকলৰ আগত থৈছোঁ; ইয়াত অনাৰ্যেয়সকলৰ কাৰণে কোনো ভাগ নাই। মোৰ ৰক্ষক অগ্নিদেৱতা, মৰুৎগণ আৰু সমস্ত বিশ্বদেৱগণে এই পক্ব অন্ন ৰক্ষা কৰক।।৩৩।। এই ব্ৰহ্মৌদন যজ্ঞৰ দোহনকৰ্তা, শ্ৰেষ্ঠ ওহাৰযুক্ত ধেনুৰ দৰে সদাই ধনৰ ভঁৰালস্বৰূপ। হে ওদন, আমি পুত্ৰাদি ৰূপত অমৰত্ব, দীৰ্ঘায়ু, ধন-সম্পদ আৰু পুষ্টি প্ৰদায়ক তোমাৰ ওচৰ চাপিম।।৩৪।। তুমি স্বৰ্গপ্ৰাপক আৰু অভীষ্টবৰ্ষক, তুমি আৰ্যেয় ঋষিগণৰ ওচৰলৈ গতি কৰাঁ; পুণ্যলোকত অৱস্থান কৰাঁ। সেইলোকত আমাৰ দুয়োৰে (ভোক্তা-ভোক্তব্যৰূপ) সংস্কাৰ ঘটিব।।৩৫।। হে ওদন, তুমি একগোট হোৱাঁ। তাৰ পিছত গন্তব্যস্থানলৈ যোৱাঁ। হে অগ্নি, তুমি এই ওদনৰ কাৰণে দেৱযান প্ৰস্তুত কৰাঁ। সেই দেৱযানসমূহেৰে আমিও সপ্তৰশ্মিযুক্ত আদিত্যলোকলৈ যজ্ঞৰ পিছে পিছে গতি কৰিম।।৩৬।। দেৱতাসকলে ব্ৰহ্মৌদন যজ্ঞ কৰি যি জ্যোতিৰ সহায়ত পুণ্যলোক স্বৰ্গত আৰোহণ কৰিছিল, সেই দেৱযান পথেদি আমিও পুণ্যকৰ্মৰ ফলস্বৰূপ উত্তম দুঃখৰহিত স্থানলৈ স্বৰ্গত আৰোহণ কৰি গতি কৰিম।।৩৭।।

## দ্বিতীয় সূক্ত (২)

**(ঋষি—অথৰ্বা। দেৱতা—ভৱ আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—জগতী, উষ্ণিক্।)**

হে ভৱ আৰু শৰ্ব নামৰ দেৱতা, তোমালোকে আমাক সুখী কৰাঁ; ৰক্ষা কৰিবৰ কাৰণে তোমালোক মোৰ সমুখলৈ আহাঁ, হিংসা কৰিবৰ কাৰণে নাহিবা। হে ভূত-পতিদ্বয়, তোমালোকলৈ নমস্কাৰ; হে পশুপতিদ্বয়, তোমালোকলৈ নমস্কাৰ। তোমালোকৰ গুণ লগোৱা ধনু আমাৰ উদ্দেশ্যে প্ৰয়োগ নকৰিবা। আমাৰ মনুষ্য আদি দ্বিপদ প্ৰাণী আৰু গো-ছাগ আদি চতুষ্পদ প্ৰাণীৰ অনিষ্ট সাধন নকৰিবা।।১।। তোমালোকে আমাৰ

শৰীৰ কুকুৰ, শিয়াল, শগুন, মৌখাপ চৰাই আৰু (কাউৰীৰ নিচিনা) ক'লা মাংসলোভী চৰাইৰ মুখত নেপেলাবা। হে পশুপতি, তোমাৰ মাখি আৰু চৰাইবোৰে আমাক যেন (ভক্ষণ কৰিবলৈ) নাপায়।।২।। হে ভৱ, (অনন্তকালত সকলোৰে) ক্ৰন্দনকাৰক আৰু (সমস্তৰে) প্ৰাণস্বৰূপ তোমাক নমস্কাৰ; হে ৰুদ্ৰ, অমৰণশীল সহস্ৰাক্ষ তোমাক নমস্কাৰ।।৩।। তোমাক সমুখৰ পৰা নমস্কাৰ, (তলৰপৰা আৰু ওপৰৰ পৰা অথবা) উত্তৰৰপৰা দক্ষিণৰপৰা নমস্কাৰ। আকাশৰ মধ্যস্থানত অন্তৰিক্ষৰ নিয়ামকৰূপে স্থিত তোমাক নমস্কাৰ।।৪।। হে পশুপতি, তোমাৰ মুখৰ উদ্দেশ্যে নমস্কাৰ। হে ভৱ, তোমাৰ যিবিলাক চকু আছে, সেইসমূহলৈ নমস্কাৰ, শৰীৰৰ চৰ্মলৈ, বিভিন্ন ৰূপসমূহলৈ, সম্যক্ দৰ্শন আৰু প্ৰত্যগাত্মাৰূপ তোমালৈ নমস্কাৰ।।৫।। তোমাৰ অংগসমূহলৈ, উদৰলৈ; জিভা, মুখ, দাঁত আৰু ঘ্ৰাণেন্দ্ৰিয়লৈ নমস্কাৰ।।৬।। অস্ত্ৰধাৰী, নীলা কেশযুক্ত, সহস্ৰাক্ষ, বেগী, সেনাৰ অৰ্ধভাগ ততালিকে বিনাশকাৰী সেই ৰুদ্ৰৰ দ্বাৰা আমি যেন কেতিয়াও আঘাত নাপাওঁ।।৭।। ভৱই আমাক সকলো ফালৰপৰা এৰি যাওক; অগ্নিয়ে যেনেকৈ পানী এৰি থৈ যায়, সেইদৰে ভৱই আমাক এৰি থৈ যাওক। তেওঁ যেন আমাক হিংসা নকৰে। ভৱলৈ নমস্কাৰ।।৮।। ভৱৰ উদ্দেশ্যে চাৰিবাৰ নমস্কাৰ, আঠবাৰ নমস্কাৰ। হে পশুপতি, তোমালৈ দহবাৰ নমস্কাৰ। গৰু, ঘোঁৰা, মনুষ্য, ভেঁড়া আৰু ছাগলী— এই পঞ্চবিধ পাশত আবদ্ধ প্ৰাণী তোমাৰে অংশ (গতিকে ইবিলাকক ৰক্ষা কৰাঁ)।।৯।। হে উগ্ৰ ৰুদ্ৰদেব, চাৰিটা দিশ, দ্যুলোক, পৃথিৱী, এই বিস্তৃত অন্তৰিক্ষ তোমাৰে অধীন। যি এই পৃথিৱীত প্ৰাণ ধাৰণ কৰি আছে, সেই সমস্ত প্ৰাণৱন্ত তোমাৰ বশৱৰ্তী।।১০।। হে পশুপতি, এই পাপ-পুণ্যৰূপ কৰ্মসমূহৰ ধাৰক অণ্ডকটাহাত্মক (কণীৰ খোলাৰ নিচিনা) কোষ তোমাৰেই। ইয়াৰ ভিতৰতে সমস্ত ভুৱন সোমাই আছে। তুমি আমাৰ প্ৰতি প্ৰসন্ন হোৱাঁ। তোমালৈ নমস্কাৰ। অমংগলীয়া শিয়াল, কুকুৰ আদি আমাৰপৰা আঁতৰ হৈ যাওক; অমংগলীয়া ৰাওচি জোৰা জুটুলা চুলিৰ পিশাচীবোৰো আঁতৰ হওক।।১১।। হে ৰুদ্ৰ, তুমি হালধীয়া, হিৰণ্ময়, সহস্ৰজনৰ ঘাতক, শত-(প্ৰাণীৰ অথবা) বিশ্বৰ সংহাৰক, পাখিযুক্ত ধনু ধাৰণ কৰিছা। তোমাৰ সেই ধনুলৈ নমস্কাৰ। ৰুদ্ৰৰ বাণ দেৱতাসকলৰ অস্ত্ৰ; ই অপ্ৰতিহত গতিৰে গমন কৰে। সেই বাণ যি দিশতে আছে, তালৈকে আমাৰ নমস্কাৰ।।১২।। হে ৰুদ্ৰ, যিলোক তোমাৰ সমুখত তিষ্ঠি থাকিব নোৱাৰি আঁতৰি পলায়, তুমি সেই অপৰাধীক উচিত দণ্ড দিব পাৰা। যেনেকৈ অস্ত্ৰৰ আঘাত লগা মানুহৰ ভৰিৰ খোজ অনুসৰণ কৰি তাক পোৱা হয়, তুমিও সেইদৰে অপৰাধীক অনুসৰণ কৰা।।১৩।। ভৱ আৰু ৰুদ্ৰ একে মতিসম্পন্ন মিত্ৰ। তেওঁলোক দুয়োজনে পৰাভৱৰহিত হৈ বীৰত্ব প্ৰদৰ্শনৰ অৰ্থে বিচৰণ কৰি ফুৰে। তেওঁলোক যি দিশতে

আছে, তাঁলৈকে আমি নমস্কাৰ কৰোঁ।।১৪।। হে ৰুদ্ৰ, আমাৰ ফালে অহা তোমাক নমস্কাৰ; আমাৰ পৰা আঁতৰি যোৱা তোমাক নমস্কাৰ; দণ্ডায়মান হৈ থকা তোমাক নমস্কাৰ; বহি থকা তোমালৈ নমস্কাৰ।।১৫।। সন্ধ্যা সময়ত তোমাক নমস্কাৰ, ৰাতিপুৱা তোমাক নমস্কাৰ, ৰাতি তোমাক নমস্কাৰ, দিনত তোমাক নমস্কাৰ। ভৱ আৰু শৰ্ব্ব, দুয়োজনলৈকে আমাৰ নমস্কাৰ।।১৬।। সহস্ৰাক্ষ, সমুখলৈ অতিক্ৰান্ত দৃষ্টিৰে দৰ্শন কৰা, বহু প্ৰকাৰে শৰ নিক্ষেপ কৰা, সূক্ষ্মদৰ্শী, জিভাবে জগৎ গ্ৰাস কৰা ৰুদ্ৰৰ ওচৰলৈ আমি নাযাওঁ।।১৭।। যাৰ কপিল বৰ্ণৰ অশ্ব, সেই কৃষ্ণ আৰু শুক্লবৰ্ণৰ পৰিচ্ছদযুক্ত, ঘাতক, ভয়ংকৰ, কেশীনামৰ অসুৰৰ ৰথ ভূপাতিত কৰোঁতা, দেৱতা ৰুদ্ৰক অন্য স্তোতাসকলতকৈ আগতেই ৰক্ষাকৰ্তা বুলি জানিছোঁ। তেওঁলৈ নমস্কাৰ।।১৮।। হে ৰুদ্ৰ, তুমি দেৱতাৰ অস্ত্ৰ মৰণশীল আমাৰ প্ৰতি নিক্ষেপ নকৰিবা; আমাক তুমি ক্ৰোধ নকৰিবা। হে পশুপতি, তোমাক নমস্কাৰ কৰিছোঁ। শাখাৰ দৰে বিস্তৃত তোমাৰ দিব্যাস্ত্ৰ অন্য ঠাইত পেলাবা, আমাৰ ওপৰত নহয়।।১৯।। আমাক হিংসা নকৰিবা; আমি কৃপাৰ যোগ্য বুলি তুমি অধিক কৰি ক'বা। তোমাৰ (অস্ত্ৰৰ বিষয়সমূহৰ পৰা) আমাক বাদ দিবা। আমাৰ প্ৰতি ক্ৰোধ নকৰিবা। তোমাৰ লগত আমি যেন সংঘৰ্ষত লিপ্ত নহওঁ।।২০।। (হে ৰুদ্ৰ,) তুমি আমাৰ গৰু-গাই আৰু মানুহবিলাকক হিংসা কৰিবলৈ অভিলাষ নকৰিবা; সেইদৰে আমাৰ ভেড়া আৰু ছাগলীবোৰকো নকৰিবা। হে উগ্ৰ, তুমি তোমাৰ আয়ুধে অন্য ঠাইত দেৱবিৰোধীবোৰৰ সন্তানক বিনষ্ট কৰা কৰগৈ।।২১।। জ্বৰ-কাহ আদি ব্যাধিৰ ৰূপত যি ৰুদ্ৰৰ অস্ত্ৰ অপকাৰী পুৰুষৰ ওচৰলৈ সেচনসমৰ্থ ঘোঁৰাৰ হ্ৰেষাৰৱৰ দৰে আহে, সেই অস্ত্ৰই ইটোৰ পিছত সিটোকৈ লোক বিনাশ কৰে। ৰে ৰুদ্ৰ, তোমালৈ নমস্কাৰ।।২২।। যি ৰুদ্ৰই অন্তৰিক্ষত থাকি যজ্ঞ নকৰা লোকক সংহাৰ কৰি থাকে, সেই ৰুদ্ৰক আমি দহো আঙুলীৰে প্ৰণাম কৰিছোঁ।।২৩।। হে পশুপতি, তোমাৰ কাৰণে বনৰীয়া পশুবোৰ নিৰ্দিষ্ট কৰি থোৱা আছে। অৰণ্যত ৰখা হাঁহ, শেন, শগুন আদি পক্ষীসমূহ (তোমাৰ ভাগৰূপে কল্পিত)। তোমাৰ যি পূজনীয় ৰূপ জলৰাশিৰ মাজত আছে, সেই ৰূপ অভিষিক্ত কৰিবলৈ দিব্য জল নিজৰি বৈ আছে (তুমি আমাৰ পোহনীয়া পশু-পক্ষী নামাৰিবা আৰু আমাৰ পানী অধিকাৰ নকৰিবা—এই অৰ্থ)।।২৪।। হে ভৱ, তোমাৰ কাৰণে শিশুমাৰ অজগৰ, পুলীকয়, জষ, মৎস্য, ৰজস প্ৰভৃতি জলচৰসমূহ নিৰ্দিষ্ট কৰা আছে। তুমি সেই সমূহলৈ তীক্ষ্ণ অস্ত্ৰ নিক্ষেপ কৰাঁ। তোমাৰ কাৰণে কোনো দূৰ বুলি কথা নাই; তুমি ব্যতিৰেক কোনো প্ৰাণীও নাই। তুমি এক মুহূৰ্ততে সমস্ত পৃথিৱী দৰ্শন কৰিব পাৰা। তুমি পূব সমুদ্ৰৰপৰা উত্তৰ সমুদ্ৰলৈ ক্ষন্তেকতে যাব পাৰা।।২৫।। হে ৰুদ্ৰ, তুমি আমাক জ্বৰত নেপেলাবা, বিষত নোভোগাবা, বিদ্যুৎৰূপ

দিব্য অগ্নিৰ লগত যুক্ত নকৰিবা। আমাক বাদ দি তুমি সেই বিদ্যুৎ অন্য ঠাইত পাতিত কৰাঁ।।২৬।। ভৱ দ্যুলোকৰ ঈশ্বৰ, ভৱ পৃথিৱীৰ নিয়ন্তা, বিস্তীর্ণ অন্তৰিক্ষ ভৱেই পৰিপূর্ণ কৰি ৰাখিছে। সেই (ত্রিলোকব্যাপী) ভৱ যি দিশতে থাকে তাঁলৈকে নমস্কাৰ।।২৭।। হে ৰাজন্ ভৱ, তুমি যজমানক সুখী কৰাঁ। তুমি পশুপতি, পশুসমূহৰ পালক। যিজনেই “দেৱতাসকল আছে” বুলি শ্রদ্ধা কৰে, তেওঁকেই তুমি দ্বিপদ মনুষ্যাদি আৰু চতুষ্পদ গো-মহিযাদিৰে সুখী কৰাঁ।।২৮।। হে ৰুদ্র, তুমি আমাৰ জ্যেষ্ঠসকলক হিংসা নকৰিবা; আমাৰ শিশুক, ভাৰবহনৰ সমৰ্থ যুৱকক আৰু ভাৰবহন কৰিবলগীয়া মানুহক হিংসা নকৰিবা। সেইদৰে আমাৰ পিতৃ-মাতৃক আৰু আমাৰ নিজ শৰীৰক হিংসা নকৰিবা।।২৯।। ৰুদ্রৰ প্রথম গণ, অশালীন বচন কোৱাবিলাকৰ ভক্ষণকাৰী ৰুদ্রগণ আৰু ৰুদ্রৰ মৃগয়াশীল কুকুৰসমূহলৈ নমস্কাৰ।।৩০।। হে ৰুদ্র, তোমাৰ দুর্ঘোৰ শব্দকাৰীসকললৈ নমস্কাৰ, তোমাৰ কেশযুক্তসকললৈ নমস্কাৰ, নমস্কাৰপ্রাপ্তসকললৈ নমস্কাৰ, একেলগে ভোজন কৰা সকললৈ নমস্কাৰ, তোমাৰ সমস্ত সেনালৈ নমস্কাৰ। হে দেৱ, তোমাৰ কৃপাত আমাৰ কল্যাণ আৰু অভয় হওক।।৩১।।

## দ্বিতীয় অনুৱাক

### [১] তৃতীয় সূক্ত (৩)

(ঋষি—অথৰ্বা। দেৱতা—বৃহস্পতিৰ উদ্দেশ্যে ওদন,
ছন্দ—গায়ত্রী, পংক্তি, অনুষ্টুপ্, উষ্ণিক্, জগতী, বৃহতী, ত্রিষ্টুপ্।)

সেই ওদনৰ শিৰ বৃহস্পতি, মুখ ব্রহ্ম।।১।। দ্যুলোক আৰু পৃথিৱী তাৰ কাণ দুখন, সূর্য আৰু চন্দ্র চকু দুটা আৰু সপ্ত ঋষিসকল প্রাণ আৰু অপানবায়ু।।২।। (এই ওদনৰ উপাদান) উৰুখলদগুডাল তাৰ নেত্র, উৰুখলটো তাৰ অভিলাষ।।৩।। দিতি কুলা, অদিতি কুলাধাৰণকাৰিণী, বায়ু হৈছে তুঁহৰপৰা চাউল পৃথক্ কৰোঁতা।।৪।। সেই ওদনৰ কণাসমূহ হৈছে অশ্বগণ, গাইসমূহ তাৰ চাউল অংশটো, মহ (নামৰ পতঙ্গ) তাৰ তুঁহবিলাক।।৫।। ফলীকৰণ হৈছে কভ্ৰ (অর্থাৎ যি প্রাণীৰ শিৰ আৰু ভ্রূদ্বয়ৰ মাজত কোনো পাৰ্থক্য অনুভৱ নহয়); তাৰ মস্তক হৈছে মেঘ।।৬।। কৃষ্ণবর্ণৰ ধাতু লোহা তাৰ মাংস, লোহিতবর্ণৰ তাম তাৰ ৰক্ত।।৭।। ওদন পাক কৰাৰ পিছত থকা ভস্মৰাশি

---

(* এই মন্ত্ৰৰ অনুবাদ Whitneyএ এনেদৰে কৰিছে To Rudıa's howt-makıng, unhymed-swellıng(?) great-monthed dogs I have paid thıs homage )

ত্রপু (Tin), স্বর্ণ এই ওদনৰ বর্ণ, নীলপদ্ম তাৰ গন্ধ, মৰণা মৰা খলাখন তাৰ পাত্ৰ, ধান আদিৰ আধাৰ গাড়ীখনৰ অৱয়ব হৈছে তাৰ স্কন্ধ, ঈহমাৰি দুডাল স্কন্ধৰ সন্ধিস্থল, ৰছীবিলাক হৈছে তাৰ অন্ত্র আৰু ছালেৰে প্রস্তুত বৰতীবোৰ হৈছে তাৰ গুহ্যস্থান।।৮-১০।। এই পৃথিৱীখনেই ওদনৰ পাক কৰা থালী, ৰন্ধা ওদনৰ কাৰণে আকাশখনেই ঢাকনি।।১১।। নাঙলৰ সীৰলুসমূহ ওদনৰ কাযৰ হাড়ঁস্বৰূপ, নদী আদিৰ বালিসমুহ ইয়াৰ ভূৰুৰ ভিতৰত থকা আধা জীণ যোৱা তৃণাদি।।১২।। সমস্ত জলৰাশি এই ওদনৰ হস্ত প্রক্ষালন কৰা পানী, তাৰ ভিতৰত সৰু জলাশয়ৰ পানী মিশ্রণৰ সাধন জল।।১৩।। এই ওদন পাক কৰিবৰ কাৰণে থালী ঋক্ বেদৰ দ্বাৰা স্থাপিত হৈছে আৰু যুজুৰ্বেদৰ দ্বাৰা প্রেষিত হৈছে, অথর্বৰ দ্বাৰা পৰিগৃহীত হৈছে আৰু সামবেদৰ দ্বাৰা অংগাৰেৰে বেষ্টিত হৈছে ।।১৪-১৫।। বৃহৎসাম হৈছে লৰণি মাৰি আৰু ৰথন্তৰ হৈছে হেতা (দৰ্ব্বী); ঋতুসমূহ হৈছে ৰান্ধনি, দিন -ৰাতি আদিয়ে অগ্নি প্রজ্বলিত কৰি আছে ।।১৬-১৭।। চৰুৰ পাঁচখন মুখক আদিত্যই তাপ দিছে।।১৮।। অগ্নিষ্টোম আদি যজ্ঞৰ দ্বাৰা যিবিলাক লোক প্রাপ্ত হয় বুলি কোৱা হৈছে, সেই সমস্ত লোক এই ওদনৰ দ্বাৰা লাভ কৰিব পাৰি।।১৯।। যি ওদনত সমুদ্র, আকাশ আৰু পৃথিৱী এটাৰ তলত এটাকৈ স্থিত হৈ আছে, যাৰ অৱশিষ্ট অংশেৰে ছয়াশীজন দেৱতা সমৰ্থ হৈছে, (হে গুৰুদেৱ,) মই আপোনাক এই ওদনৰ মহান্ মহিমাৰ কথা সুধিছোঁ।।২০-২২।। যিজনে এই ওদনৰ মহিমা জানে, তেওঁ 'ই অল্প' বুলিও নকয়, ই দধি-দুগ্ধ ঘৃতাদিৰহিত বুলিও নকয, এইটো বস্তু বুলিও নকয, কি বস্তুনো বুলিও নকয়।।২৩-২৪।। 'সৱযজ্ঞ' দাতাই মনত যিখিনি পাবলৈ কামনা কৰে, তাতকৈ বেছি নকয়।।২৫।। ব্ৰহ্মবাদী মহর্ষিসকলে কয়, তুমি এই ওদন পৰাঙ্মুখ হৈ নে অভিমুখ হৈ ভোজন কৰিছা ।।২৬।। তুমি ওদন ভক্ষণ কৰিছানে, ওদনে তোমাক ভক্ষণ কৰিছে?।।২৭।। তুমি যদি পিছ ফালে থকা ওদন ভক্ষণ কৰিছা তেনে তোমাক প্রাণবায়ুৱে ত্যাগ কৰিব —তেওঁক এই বুলি ক'ব লাগে।।২৮।। তুমি যদি সন্মুখত থকা ওদন ভক্ষণ কৰিছা, তেনে তোমাক অপান বায়ুৱে পৰিত্যাগ কৰিব — ভক্ষশকাৰীক এই কথা ক'ব লাগিব।।২৯।। মই ওদন ভক্ষণ কৰা নাই আৰু ওদনেও মোক ভক্ষণ কৰা নাই।।৩০।। ওদনেই ওদন ভক্ষণ কৰিছে।।৩১।।

## [২] তৃতীয় সূক্ত (৩)

(ঋষি - অথৰ্বা। দেৱতা — মন্ত্ৰত কোৱাসকল। ছন্দ- ত্রিষ্টুপ গায়ত্রী, জগতী, অনুষ্টুপ, পংক্তি, বৃহতী, উষ্ণিক।)

প্রথম অনুষ্ঠাতা ঋষিগণে যি মস্তকেৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাৰ বাহিৰে অন্য মস্তকেৰে এই ওদন ভক্ষণ কৰা, তেনেহলে জ্যেষ্ঠাদিক্রমে তোমাৰ

পুত্রাদিৰ মৃত্যু ঘটিব— এই বুলি অন্ন ভোজনকর্তাক ক'ব লাগে। মই সেই ওদন অভিমুখ, পৰাঙ্‌মুখে অথবা আত্মাভিমুখে ভক্ষণ কৰা নাই। বৃহস্পতিৰ শীৰ্ষৰ দ্বাৰাহে মই এই ওদন ভক্ষণ কৰিছোঁ, তাৰ দ্বাৰায়ে মই ইয়াক গন্তব্য স্থানত উপনীত কৰিছোঁ। এই ওদন সর্ব অৱয়বযুক্ত, সর্ব অৱয়বৰ সন্ধিযুক্ত আৰু সর্ব শৰীৰসম্পন্ন হৈছে। যিজনে এই ধৰণে (এই ওদনৰ ভক্ষণৰ পদ্ধতি) জানে, তেওঁ সর্ব অৱয়বযুক্ত, সর্বসন্ধিযুক্ত আৰু সর্ব শৰীৰসম্পন্ন হয় (পুণ্যলোক লাভ কৰে)।।৩২।। পূৰ্বৰ ঋষিসকলে যি কাণেৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাৰ বাহিৰে অন্য কাণেৰে ইয়াক ভোজন কৰা, তেনেহলে তুমি কলা হ'বা — এই বুলি ভোজনকাৰীক ক'ব লাগে। মই সেই ওদন অভিমুখে, পৰাঙ্‌মুখে অথবা আত্মাভিমুখে ভক্ষণ কৰা নাই। দ্যাবাপৃথিৱীৰূপ কাণ দুখনেৰেহে কৰিছোঁ। আৰু তাৰ দ্বাৰাযে মই এই ওদনক গন্তব্যস্থানত উপনীত কৰিছোঁ। এই ওদন সর্ব অৱয়ৱযুক্ত ইত্যাদি (পূর্ব সূক্তৰ দৰে)।।৩৩।। পূৰ্বৰ ঋষিসকলে যি দুটা চকুৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাৰ বাহিৰে অন্য চকুৰে ইয়াক ভক্ষণ কৰা, তেনে তুমি অন্ধ হবা — ভোজনকাৰীক এই বুলি ক'ব লাগে। মই সেই ওদন অভিমুখে, অথবা আত্মাভিমুখে ভক্ষণ কৰা নাই ; সূৰ্য চন্দ্ৰ ৰূপ দুই চকুৰেহে কৰিছোঁ। তাৰ দ্বাৰাহে তাক ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।৩৪।। পূৰ্বৰ ঋষিসকলে যি মুখেৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাৰ বাহিৰে অন্য মুখেৰে ভক্ষণ কৰিছা, তেনে তোমাৰ মুখৰ আগতে সন্তান সন্ততি বিনষ্ট হ'ব। এই বুলি ভোজনকাৰীক ক'ব লাগে। মই পৰাঙমুখে, অভিমুখে অথবা আত্মাভিমুখে ভক্ষণ কৰা নাই ; ব্ৰহ্মৰূপ মুখেৰেহ ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰায়ে ইত্যাদি (পূৰ্ববৎ)।।৩৫।। পূৰ্বৰ ঋষিসকলে যি জিভাৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাৰ বাহিৰে অন্য জিভাৰে ভক্ষণ কৰিছা, তেনে তোমাৰ জিভা মৃত হ'ব — এই বুলি ভোজনকাৰীক কব লাগে। মই পৰাঙ্‌মুখে, অভিমুখে অথবা আত্মাভিমুখে এই ওদন ভক্ষণ কৰা নাই ; অগ্নিৰ জিভাৰেহে কৰিছোঁ। তাৰ দ্বাৰায়ে ইত্যাদি (পূৰ্ববৎ)।।৩৬।। পূৰ্বৰ ঋষি সকলে যি দাঁতেৰে এই ওদন ভক্ষণ কৰিছিল, তুমি যদি.......... অন্য দাতেৰে .... তোমাৰ দাঁত ক্ষয় যাব। ক'ব লাগে। মই পৰাঙমুখে, বসন্ত আদি ঋতু ৰূপ দাঁতসমূহেৰে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰায়ে ইত্যাদি (পূৰ্ববৎ)।।৩৭।। পূৰ্বৰ ঋষিসকলে যি প্ৰাণ-অপান বায়ুৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছিল, তুমি যদি অন্য বায়ুৰে তোমাক প্ৰাণ-অপান বায়ুৰে ত্যাগ কৰিব... কব লাগে। মই পৰাঙমুখে ..... ; মই সপ্ত ঋষিৰূপ প্ৰাণ-অপানেৰে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰায়ে ইত্যাদি (পূৰ্ববৎ)।।৩৮।। পূৰ্বৰ ঋষিসকলে যি ব্যাপ্তিমান

ৰূপেৰে (অথবা চৰ্মেৰে) এই ওদন ভোজন কৰিছিল, তুমি যদি..... অন্যৰ দ্বাৰা...., তেনে তোমাক ৰাজ-যক্ষ্মা ৰোগে নিহত কৰিব.... কব লাগে। মই পৰাঙ মুখে............. ; মই অন্তৰিক্ষৰূপ ব্যাপ্তিৰে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰায়ে ইত্যাদি পূৰ্ব্বৱৎ।।৩৯।। পূৰ্ব্বৰ ঋষিসকলে (দ্যুলোকাত্মক) যি পৃষ্ঠৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছিল, তুমি যদি তাত ভিন্ন অন্য পৃষ্ঠৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছা, তেনেহ'লে বিদ্যুতে (বজ্ৰই) তোমাক বিনষ্ট কৰিব, এইবুলি ভোজনকৰ্তাক ক'ব লাগে। সেই ওদন মই পৰাঙ্মুখে, অভিমুখে অথবা আত্মাভিমুখে ভক্ষণ কৰা নাই, দ্যুলোকৰূপ পৃষ্ঠৰ দ্বাৰাহে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪০।। পূৰ্ব্বৰ ঋষিসকলে যি বক্ষৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছিল, তুমি তাতকৈ বেলেগ বক্ষেৰে যদি এই ওদন ভক্ষণ কৰিছা, তেনে তুমি কৃষিৰ দ্বাৰা সমৃদ্ধ হ'ব নোৱাৰিবা, এইবুলি তেওঁক কয়। সেই ওদন মই.............ভক্ষণ কৰা নাই, পৃথিৱীৰূপ বক্ষৰ দ্বাৰাহে কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪১।। পূৰ্ব্বৰ ঋষিসকলে যি উদৰৰ দ্বাৰা এই ওদন ........,.......উদৰেৰে যদি........, তেনে তোমাক উদৰ বিদাৰণকাৰী অতিসাৰ ৰোগে বিনষ্ট কৰিব, এইবুলি তেওঁক কয়। সেই ওদন মই.........ভক্ষণ কৰা নাই, সত্যৰূপ উদৰৰ দ্বাৰাহে কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪২।। পূৰ্ব্বৰ ঋষিসকলে যি মূত্ৰাশয়ৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছিল,.........কৰিছা, তেনে তুমি পানীত পৰি মৰিবা, এইবুলি তেওঁক কয়। সেই ওদন.. ......কৰা নাই, সমুদ্ৰৰূপ মূত্ৰাশয়ৰ দ্বাৰাহে কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৩।। পূৰ্ব্বৰ ঋষিসকলে যি উৰুযুগলেৰে এই ওদন... ......,........ উৰুযুগলেৰে যদি........., তেনে তোমাৰ দুই উৰুদ্বয় মৃত হ'ব, এইবুলি তেওঁক কয়। সেই ওদন..... .. কৰা নাই, মিত্ৰবৰুণৰ উৰুযুগলেৰেহে কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৪।। পূৰ্ব্বৰ ঋষিসকলে যি দুটা আঠুৰে এই ওদন......,..........সেই দুটাতকৈ ভিন্ন আঠুৰে যদি ..., তেনে তুমি খোৰা হ'বা, এইবুলি তেওঁক কয়। সেই ওদন..........কৰা নাই, ত্বষ্টাৰ জানুদ্বয়েৰেহে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৫।। পূৰ্ব্বৰ ঋষিসকলে চৰণযুগলেৰে এই ওদন ভক্ষণ কৰিছিল,............... ভিন্ন চৰণদ্বয়েৰে যদি ........, তেনে প্ৰবাসত বহু বিচৰণকাৰী হ'বা, তেওঁক এইবুলি কয়। সেই ওদন মই........কৰা নাই, অশ্বিদ্বয়ৰ চৰণযুগলেৰেহে কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৬।। পূৰ্ব্বৰ ঋষিসকলে চৰণৰ যি আগভাগ দুটাৰে এই ওদন ভক্ষণ কৰিছিল তাৰ বাহিৰে অন্য চৰণৰ আগভাগেৰে যদি তুমি, ........., তেনে তোমাক সাপে খাই মাৰিব, তেওঁক এইবুলি কয়। সেই ওদন . ... নাই, সৱিতা দেৱৰ চৰণৰ অগ্ৰভাগ দুটাৰেহে ভক্ষণ কৰিছোঁ তাৰ দ্বাৰাই ইত্যাদি। পূৰ্ব্বৰ ঋষিসকলে যি দুখন হাতেৰে......, তাৰ বাহিৰে

অন্য দুই হাতেৰে যদি.........., তেনে তুমি ব্ৰাহ্মণ হত্যাকাৰী হ'বা, এইবুলি তেওঁক কয়। সেই ওদন. ........., সত্যৰূপ পৰম ব্ৰহ্মৰ হস্তযুগলেৰেহে ভক্ষণ কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৮।। পূৰ্ব্বৰ ঋষিসকলে যি (সত্যাত্মক) প্ৰতিষ্ঠাৰ দ্বাৰা এই ওদন ভক্ষণ কৰিছিল, তাৰ বাহিৰে অন্য প্ৰতিষ্ঠাৰ দ্বাৰা যদি তুমি......., তেনে তুমি প্ৰতিষ্ঠাৰহিত আৰু অৱলম্বনৰহিত হৈ মৰিবা, তেওঁক এইবুলি কয়। সেই ওদন..............., সত্যৰূপ পৰম ব্ৰহ্মক আশ্ৰয় কৰি সেই প্ৰতিষ্ঠাৰ দ্বাৰাহে এই ওদন ভোজন কৰিছোঁ। তাৰ দ্বাৰাই ইত্যাদি (পূৰ্ব্বৱৎ)।।৪৯।।

## [৩] তৃতীয় সূক্ত (৩)

**(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰোক্ত কোৱাসকল।**
**ছন্দ—অনুষ্টুপ্, উষ্ণিক্, ত্ৰিষ্টুপ্, বৃহতী।)**

(ওপৰত কৈ অহা) এই ওদন হৈছে সৰ্বজগৎস্ৰষ্টা সূৰ্যমণ্ডলত স্থিত ঈশ্বৰৰ।।৫০।। যি এই তত্ত্ব জানিছে, সেইজনে সূৰ্যলোক লাভ কৰে; তেওঁ সূৰ্যমণ্ডলাত্মক ৰূপ লাভ কৰে।।৫১।। প্ৰজাপতিয়ে এই ওদনৰপৰাই তেত্ৰিশ লোক (অষ্টবসু, একাদশ ৰুদ্ৰ, দ্বাদশ আদিত্য, প্ৰজাপতি আৰু ৱষট্কাৰ—শ্ৰুতিপ্ৰসিদ্ধ এই তেত্ৰিশজন দেৱতা আৰু তেওঁলোকৰ অধিষ্ঠানসমূহ)। নিৰ্মাণ কৰিলে।।৫২।। সেইসমূহৰ জ্ঞানৰ অৰ্থে যজ্ঞৰ সৃষ্টি কৰিলে।।৫৩।। যিজনে এই তত্ত্ব জানে, তেওঁক যিলোকে উপদৰ্শন (উপৰোধ) কৰে, সেই নিচিনা লোকে নিজৰ প্ৰাণ ৰোধ কৰে। কেৱল প্ৰাণকে যে নিৰোধ কৰে, সেইটো নহয়; তেওঁ নিজৰ পৰম অনিষ্ট সাধন কৰে। তেওঁ যে কেৱল নিজৰে সৰ্বনাশ কৰে সেইটো নহয়; তেওঁ বৃদ্ধকাল নাপাওঁতেই মৃত্যুৰ মুখত পৰে।।৫৪-৫৬।।

## চতুৰ্থ সূক্ত (৪)

**(ঋষি—ভাৰ্গৱ বৈদৰ্ভি। দেৱতা—প্ৰাণ। ছন্দ—অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্, জগতী)**

(সমস্ত প্ৰাণীৰ শৰীৰত ব্যাপ্ত হৈ থকা) চৰাচৰাত্মক জগৎ যাৰ অধীনত আছে, ভূত কালাৱচ্ছিন্ন (অৰ্থাৎ সদাই সত্তাবিশিষ্ট), সমস্ত প্ৰাণীৰ ঈশ্বৰ, য'ত সমস্ত জগৎ প্ৰতিষ্ঠিত, সেই প্ৰাণৰ উদ্দেশ্যে প্ৰণাম।।১।। হে প্ৰাণ, ক্ৰন্দনশীল (শব্দকাৰী) তোমাক নমস্কাৰ, গৰ্জনকাৰী তোমাক নমস্কাৰ; হে প্ৰাণ, বিদ্যুৎৰূপী তোমাক নমস্কাৰ, বৃষ্টিকাৰী তোমাক নমস্কাৰ।।২।। (সূৰ্যাত্মক) প্ৰাণে যেতিয়া (মেঘৰূপে) ওষধিসমূহক উদ্দেশি গৰ্জন কৰে, তেতিয়া ওষধিসমূহে গৰ্ভ ধাৰণ কৰে আৰু তাৰ পিছত বহু ৰূপত উৎপন্ন হয়।।৩।। (বৰ্ষা) ঋতুৰ আগমনত প্ৰাণে যেতিয়া ওষধিসমূহক উদ্দেশ্য কৰি

গৰ্জন কৰে, তেতিয়া পৃথিৱীত যি য'ত আছে, সকলো আনন্দিত হয়।।৪।। প্ৰাণে যেতিয়া বিশাল পৃথিৱীখন বৃষ্টিৰ দ্বাৰা সিক্ত কৰে, তেতিয়া সমস্ত পশুগণ এইবুলি আনন্দিত হয়—"আমি (বৃষ্টিৰ ফলত উৎপন্ন শস্যাদিৰ দ্বাৰা) সমৃদ্ধ হ'ম"।।৫।। প্ৰাণৰ দ্বাৰা বৰ্ষাসিক্ত হৈ শস্যসমূহে প্ৰাণৰ লগত এইবুলি সম্ভাষণ কৰে—"হে প্ৰাণ, তুমি আমাৰ জীৱন বৰ্ধিত কৰাঁ, আমাৰ সকলোকে সুগন্ধিযুক্ত কৰাঁ।।৬।। হে প্ৰাণ, আগমনকাৰী তোমাক নমস্কাৰ, প্ৰত্যাগমনকাৰী তোমাক নমস্কাৰ, বৈ থকা তোমাক নমস্কাৰ, বহি থকা তোমাক নমস্কাৰ।।৭।। হে প্ৰাণ, উশাহ লৈ থকা তোমাক নমস্কাৰ, নিশ্বাস এৰা তোমাক নমস্কাৰ। (শৰীৰৰপৰা) পৰাগমন কৰা তোমাক নমস্কাৰ, (শৰীৰলৈ) প্ৰত্যাগমন কৰা তোমাক নমস্কাৰ, সমস্ত ব্যাপাৰকৰ্তা ৰূপে সমস্ত প্ৰাণীত স্থিত তোমাক নমস্কাৰ।।৮।। হে প্ৰাণ, তোমাৰ যি প্ৰিয় শৰীৰ, (প্ৰাণ-অপান অথবা অগ্নি তথা সোমৰূপে) তোমাৰ যি দুটি প্ৰিয় তনু আছে, তোমাৰ যিবিলাক ঔষধ আছে, সেইবিলাকৰপৰা তুমি আমাৰ জীৱন ধাৰণৰ উদ্দেশ্যে অমৃতসাধক ঔষধ প্ৰদান কৰাঁ।।৯।। পিতাই প্ৰিয়পুত্ৰক (নিজ বস্ত্ৰেৰে) আচ্ছাদন কৰাৰ দৰে প্ৰাণে মনুষ্য আদি প্ৰাণীক আচ্ছাদন কৰি থৈছে। প্ৰাণ সমস্ত স্থাৱৰজংগমাত্মক জগতৰ ঈশ্বৰ।।১০।। প্ৰাণেই মৃত্যু, প্ৰাণেই জ্বৰ আদি ৰোগ, (ইন্দ্ৰিয়াত্মক) দেৱগণে প্ৰাণকে উপাসনা কৰে। সেই প্ৰাণেই সত্যৱাদীজনক উত্তম লোকত স্থাপন কৰে।।১১।। প্ৰাণেই বিৰাট্, প্ৰাণেই সমস্তকে নিজ নিজ ব্যাপাৰত প্ৰণোদিত কৰা পৰম দেৱতা, প্ৰাণক সকলোৱে উপাসনা কৰে, প্ৰাণেই চন্দ্ৰ আৰু সূৰ্য, প্ৰাণকে প্ৰজাপতি বুলি কোৱা হয়।।১২।। প্ৰাণ-অপানেই (শ্বাস-প্ৰশ্বাস) হৈছে প্ৰাণৰ প্ৰধান বৃত্তি, ধান আৰু যৱ; প্ৰাণকে বৃষভ বোলা হয়। প্ৰাণবায়ু যৱত স্থিত আৰু অপান ব্ৰীহিস্বৰূপ বুলি কোৱা হয়।।১৩।। পুৰুযেই (জীৱই) মাতৃগৰ্ভত প্ৰাণ-অপান বৃত্তি; হে প্ৰাণ, তুমি যেতিয়া প্ৰৱেশ কৰা, তেতিয়া ক্ৰিয়াশীল কৰে আৰু তাৰ পিছত সি পুনৰ জন্ম লাভ কৰে।।১৪।। প্ৰাণক মাতৰিশ্বা বায়ু বুলি কয়; (সংসাৰৰ আধাৰভূত) বায়ুৱেই প্ৰাণ। সেই বায়ুৰূপ প্ৰাণতে অতীততে উৎপন্ন জগত আৰু ভৱিষ্যতে উৎপন্ন হ'বলগীয়া জগতে আশ্ৰয় কৰি আছে; সেই প্ৰাণতে সম্পূৰ্ণ জগত প্ৰতিষ্ঠিত।।১৫।। হে প্ৰাণ, তুমি যেতিয়া বৃষ্টিদান কৰা, তেতিয়া অথৰ্বাৰ দ্বাৰা সৃষ্ট, অঙ্গিৰাৰ দ্বাৰা সৃষ্ট, দেৱ তথা মনুষ্যৰ দ্বাৰা সৃষ্ট সমস্ত প্ৰাণী তথা উদ্ভিদসমূহ উৎপন্ন হয়।।১৬।। প্ৰাণে যেতিয়া বৃষ্টিৰ দ্বাৰা বিশাল পৃথিৱীখন সিক্ত কৰে, তেতিয়া ওষধিসমূহ আৰু গছ-লতা যি য'ত আছে, সকলোবোৰ উৎপন্ন হয়।।১৭।। হে প্ৰাণ, যিজনে তোমাৰ এই মহিমা জানে, যিজন বিদ্বানত তুমি প্ৰতিষ্ঠিত, সৌ উত্তমলোকত স্থিত সেইজনক সকলোৱে অমৃতময় ভাগ প্ৰদান কৰে।।১৮।। হে প্ৰাণ, দেৱ-মনুষ্য

আদি প্ৰজাগণে তোমাৰ উদ্দেশ্যে যিদৰে নৈবেদ্যদ্ৰব্য আহৰণ কৰে, সেইদৰে উক্ত বিদ্বানৰ উদ্দেশ্যেও তেওঁলোকে নৈবেদ্য প্ৰদান কৰক। হে শ্ৰৱণীয় (যশস্বী) প্ৰাণ, তোমাৰ মহিমা-প্ৰকাশক মন্ত্ৰসমূহ যিসকলে শ্ৰৱণ কৰে, তেওঁলোককো প্ৰজাগণে নৈবেদ্য দান কৰক।।১৯।। প্ৰাণে দেৱগণতো গৰ্ভৰূপে বিচৰণ কৰে; সৰ্বত্ৰ ব্যাপ্ত নিত্যৰূপ সেই প্ৰাণ পুনৰ উৎপন্ন হয়। ই ভূতকালৰ আৰু ভৱিষ্যত কালৰ বস্তুসমূহতো পিতা নিজ পুত্ৰত প্ৰৱিষ্ট হোৱাৰ দৰে নিজ শক্তিৰে প্ৰবেশ কৰে।।২০।। প্ৰাণৰূপ হংসই এটি পাদ ওপৰলৈ তুলি ইটি পাদ পানীৰ পৰা নোতোলে। সেই জগতৰ প্ৰাণৰূপ সূৰ্যই যদি ইটি পাদো ওপৰলৈ তোলে, তেতিয়াহ'লে আজি, কালি, দিন, ৰাতি— এই সময়বিভাজনসমূহ নঘটিবই (সমস্ত শৰীৰতে ব্যাপ্ত হৈ থকা প্ৰাণে প্ৰাণবৃত্তিৰূপে ওপৰলৈ উঠে; অপান-বৃত্তিৰূপে আনটো পাদ শৰীৰত ৰাখে। অপান বৃত্তিৰূপ দ্বিতীয় পাদ শৰীৰৰ পৰা তুলি নিলে সেই মৃত শৰীৰে আজি-কালি, দিন-ৰাতি, উষাসময় অনুভৱ কৰিব নোৱাৰিবই, এই অৰ্থ)।।২১।। (অষ্টধাতুৰূপ) অষ্ট চক্ৰযুক্ত শৰীৰ (প্ৰাণৰূপ) এটি নেমিযুক্ত। এই চক্ৰৰ সহস্ৰসংখ্যক অক্ষ আছে। এই ৰথসদৃশ শৰীৰে আগফালে পিছফালে অহা-যোৱা কৰি আছে। প্ৰাণে অৰ্ধ অংশেৰে সমস্ত ভুৱন উৎপন্ন কৰিছে আৰু তাৰ অৰ্ধ অংশৰ ৰূপ নিৰ্ধাৰণ কৰিব নোৱাৰি।।২২।। যি প্ৰাণ এই জন্মধাৰী সমস্ত বিশ্বৰ অধিপতি, সেই প্ৰাণ ক্ষিপ্ৰতাৰে সৈতে সমস্ততে ব্যাপ্ত হৈ আছে। সেই প্ৰাণলৈ নমস্কাৰ।।২৩।। যি প্ৰাণ সমস্ত জাতগণৰ প্ৰভু, যি প্ৰাণ ক্ষিপ্ৰতাৰে সৈতে সৰ্বত্ৰ ব্যাপ্ত, সেই প্ৰাণে অতন্দ্ৰভাৱে জ্ঞানশক্তিযুক্ত হৈ অবিৰতভাৱে মোৰ শৰীৰত অৱস্থান কৰক।।২৪।। হে প্ৰাণ, তুমি নিদ্ৰিতসকলৰ ৰক্ষাৰ্থে উত্থিত হৈ জাগ্ৰত হোৱাঁ। সুপ্ত প্ৰাণীগণ তিৰ্যক্‌ভাৱে শুই থাকে; প্ৰাণীগণ সুপ্ত হ'লেও তেওঁলোকৰ প্ৰাণ সুপ্ত হোৱাৰ কথা কোনেও শুনা নাই।।২৫।। হে প্ৰাণ, তুমি মোৰ প্ৰতি পৰাঙ্‌মুখ নহ'বা। তুমি মোতকৈ অন্য কোনোবা নহ'বা। জলৰ গৰ্ভৰূপ বৈশ্বানৰ অগ্নিক জীৱন ধাৰণৰ উদ্দেশ্যে যিদৰে গৰ্ভত ধাৰণ কৰা হয়, সেইদৰে মই তোমাক শৰীৰত ধাৰণ কৰিছোঁ।।২৬।।

# তৃতীয় অনুৱাক

## পঞ্চমসূক্ত (৫)

**(ঋষি-ব্ৰহ্মা। দেৱতা—ব্ৰহ্মচাৰী। ছন্দ—ত্ৰিষ্টুপ্, শক্বৰী, বৃহতী, জগতী, অনুষ্টুপ্, উষ্ণিক্।)**

(বেদৰূপ ব্ৰহ্মত বিচৰণ কৰা) ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা দ্যুলোক-ভূলোকত বিচৰণ কৰে। সেই ব্ৰহ্মচাৰীত দেৱতাসকল সমান মনযুক্ত হয়। তেওঁ তপস্যাৰ দ্বাৰা

পৃথিৱী আৰু দ্যুলোকক পোষণ কৰিছে আৰু গুৰুক পালন কৰিছে।।১।। পিতৃগণে. দেৱজনে আৰু পৃথক্ পৃথকভাৱে দেৱতাসকলে ব্ৰহ্মচাৰীক অনুগমন কৰে। গন্ধৰ্বগণ তেওঁৰ পিছে পিছে যায়; তেত্ৰিশজন দেৱতা (আৰু তেওঁলোকৰ বিভূতি) তিনিশ তেত্ৰিশজন দেৱতা, (তেওঁলোকৰো. বিভূতি) ষাঠি হেজাৰ দেৱতাক ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা পালন কৰে।।২।। (উপনয়ন কালত) বালকক নিজৰ ওচৰলৈ আনি আচাৰ্যই তেওঁক বিদ্যাময় শৰীৰত গৰ্ভৰূপে সঞ্চাৰিত কৰি তিনি ৰাতি তেওঁক উদৰত ধাৰণ কৰে। (চতুৰ্থ দিনা) নৱজাতক ব্ৰহ্মচাৰীজনক দৰ্শন কৰিবলৈ দেৱতাসকল আহে।।৩।। পৃথিৱী এই ব্ৰহ্মচাৰীৰ প্ৰথম সমিধ (খৰি); দ্যুলোক দ্বিতীয় সমিধ, অন্তৰিক্ষক তেওঁ সমিধেৰে পূৰ্ণ কৰে। ব্ৰহ্মচাৰীয়ে সমিধ, মেখলা (মৌঞ্জীবন্ধন), শ্ৰম আৰু তপস্যাৰ দ্বাৰা লোকসমূহ পোষণ কৰে।।৪।। ব্ৰহ্মচাৰী ব্ৰহ্মৰপৰা সৰ্বপ্ৰথম উৎপন্ন হৈছে। ব্ৰহ্মচাৰী দীপ্ত ৰূপ আচ্ছাদন কৰি তপস্যাৰ সৈতে উত্থিত হৈছে। ব্ৰহ্মচাৰীৰপৰাই ব্ৰাহ্মণ উৎপন্ন হৈছে ; শ্ৰেষ্ঠ ব্ৰহ্ম আৰু সমস্ত দেৱতা অমৃত সমন্বিতে উৎপন্ন হৈছে।।৫।। (অগ্নিত প্ৰজ্বলিত কৰা) সমিধেৰে উদ্দীপ্ত হৈ, কৃষ্ণমৃগৰ চৰ্ম পৰিধান কৰি, দীক্ষিত হৈ, দীৰ্ঘ শ্মশ্ৰুযুক্ত ৰূপত ব্ৰহ্মচাৰীয়ে বিচৰণ কৰে। তেওঁ তৎক্ষণাৎ পূৰ্বসমুদ্ৰৰপৰা উত্তৰ সমুদ্ৰলৈ গমন কৰে। তেওঁ লোকসমূহক হাতেৰে ধৰি পুনঃ পুনঃ বিচৰণ কৰে।।৬।। ব্ৰহ্মচাৰীয়ে ব্ৰাহ্মণক, (গংগা আদি) জলসমূহক, লোকসমূহক, প্ৰজাপতিক, পৰমেষ্ঠী আৰু বিৰাটক জন্ম দি, অমৰত্বৰ গৰ্ভত ভ্ৰূণৰূপ হৈ, ইন্দ্ৰ হৈ অসুৰবিলাকক নাশ কৰিছে।।৭।। এই বিশাল আৰু গভীৰ দ্যুলোক তথা ভূলোক আচাৰ্যই উৎপন্ন কৰিলে। সেই আচাৰ্যক ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা ৰক্ষা কৰে। সমস্ত দেৱতা ব্ৰহ্মচাৰীৰ লগত একমনা হয।।৮।। এই বিশাল পৃথিৱীখন ব্ৰহ্মচাৰীয়ে সৰ্বপ্ৰথম ভিক্ষাৰূপে সংগ্ৰহ কৰিছে; তাৰ পিছত দ্যুলোক সংগ্ৰহ কৰিছে। সেই দ্যুলোক-ভূলোকক সমিধ কৰি ব্ৰহ্মচাৰীয়ে (অগ্নিৰ) উপাসনা কৰিছে, এই দুই লোকতে সমস্ত প্ৰাণীগণে আশ্ৰয কৰিছে।।৯।। দ্যুলোকৰ উপৰিভাগৰ তলত থকা এই ভূলোকত (বেদৰূপ) নিধি (আচাৰ্যৰ হৃদয়ৰূপ) গুহাত নিহিত হৈ আছে আৰু (দেৱতাৰূপ) ইটো নিধি ওপৰত গুহাত নিহিত হৈ আছে। ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা বেদাধ্যায়ী ব্ৰাহ্মণৰ সেই নিধিদ্বয় ৰক্ষা কৰিছে। বেদজ্ঞ ব্ৰাহ্মণে সেই শব্দ আৰু তাৰ অৰ্থৰ লগত সম্বন্ধিত এই দুই নিধিক ব্ৰহ্মৰূপ দিয়ে।।১০।। (উদিত নোহোৱা সূৰ্যৰূপ) এক অগ্নি পৃথিৱীৰ তলত আছে; পাৰ্থিব অগ্নি পৃথিৱীৰ উপৰিভাগত আছে। (সূৰ্য উদয় হ'লে) এই দ্যাৱাপৃথিৱীৰ মাজত সেই দুই অগ্নি মিলিত হয়। সেই দুই অগ্নিৰ ৰশ্মিসমূহে (পৰস্পৰে মিলিত হোৱাৰ ফলত) অতি দৃঢ় হৈ দ্যাৱাপৃথিৱীক আশ্ৰয়

কৰে। ব্ৰহ্মচাৰীয়ে তপস্যাৰ দ্বাৰা এই অগ্নিদ্বয়যুক্ত ভূমিত অধিষ্ঠান কৰে।।১১।। চাৰিওফালে শব্দ কৰি গৰ্জন কৰা মেঘক পাই বৰুণে পৃথিৱীৰ উদ্দেশ্যে প্ৰচুৰ বীৰ্য সেচন কৰে। ব্ৰহ্মচাৰীয়ে তপস্যাৰ মহিমাৰে বৰুণৰ সেই বীৰ্য পৃথিৱীৰ উন্নত স্থানত বৰ্ষণ কৰে। তাৰ দ্বাৰা চতুৰ্দিশে প্ৰাণীগণে প্ৰাণধাৰণ কৰে।।১২।। ব্ৰহ্মচাৰীয়ে অগ্নিত, সূৰ্যত, চন্দ্ৰত, মাতৰিশ্বা বায়ুত জলত সমিধ প্ৰদান কৰে। অগ্নি আদিৰ দীপ্তিৰাশি অন্তৰিক্ষত পৃথক পৃথকভাৱে থাকে। অগ্নি আদিয়ে আজ্য (অৰ্থাৎ গোসম্পদ), পুৰুষ (অৰ্থাৎ মনুষ্যসম্পদ), বৃষ্টি আৰু জলসম্পদ প্ৰদান কৰে।।১৩।। আচাৰ্যই মৃত্যুকাৰক যম, পাপনিবাৰক বৰুণ, আহ্লাদক চন্দ্ৰ, ৰোগনিবাৰক ওষধিসমূহ আৰু দুগ্ধৰূপ। (আচাৰ্যৰূপ বৰুণৰ) অনুচৰ মেঘসমূহে বৰ্ষণ কৰে; তেওঁলোকৰ দ্বাৰা এই দ্যুলোক ভৰণ-পোষণ কৰা হয়।।১৪।। আচাৰ্য হৈ বৰুণদেৱে ক্ষৰণশীল জল নিজৰ লগতে সৃষ্টি কৰিছে। সেই বৰুণে প্ৰজাপতিৰ ওচৰত যি যি ফল কামনা কৰিছিল, ব্ৰহ্মচাৰী হৈ মিত্ৰ দেৱতাই নিজ শৰীৰৰপৰা সেইসমূহ আচাৰ্য বৰুণক প্ৰদান কৰিছিল।।১৫।। (বিদ্যা উপদেশ দি) আচাৰ্য প্ৰথমতে ব্ৰহ্মচাৰী হয়। (ব্ৰহ্মচাৰ্যৰ দ্বাৰা মহিমামণ্ডিত হৈ) সেই ব্ৰহ্মচাৰীয়েই প্ৰজাপতি হয়। সেই প্ৰজাপতিয়েই বিৰাট হয়। সেই বিৰাট পুৰুষ স্বতন্ত্ৰ পৰম ঐশ্বৰ্যসম্পন্ন পৰমাত্মা হয়।।১৬।। ৰজাই ব্ৰহ্মচৰ্য আৰু তপস্যাৰ দ্বাৰা নিজৰ ৰাষ্ট্ৰ পালন কৰে। আচাৰ্যয়ো ব্ৰহ্মচৰ্যৰ দ্বাবা ব্ৰহ্মচাৰীক (নিজৰ শিষ্যৰূপে পাবলৈ) ইচ্ছা কৰে।।১৭।। ব্ৰহ্মচৰ্য অৱলম্বন কৰিয়ে কন্যাই যুৱা পতি লাভ কৰে। (আনহে নালাগে) ষাঁড় গৰুৱেও ব্ৰহ্মচৰ্যৰ দ্বাৰা উৎকৃষ্ট প্ৰভু লাভ কৰে, ঘোঁৰাই ব্ৰহ্মচৰ্যৰ দ্বাৰা তৃণাদি ভক্ষণৰ ইচ্ছা কৰে।।১৮।। ব্ৰহ্মচৰ্য আৰু তপস্যাৰ দ্বাৰা দেৱতাসকলে মৃত্যুক অতিক্ৰম কৰিছিল। ইন্দ্ৰই ব্ৰহ্মচৰ্যেৰেই দেৱতাসকলৰ কাৰণে স্বৰ্গ লাভ কৰে।।১৯।। ধান-যৱ প্ৰভৃতি ওষধিসমূহ, ভূত-ভৱিষ্যত সমস্ত চৰাচৰ, বনস্পতিসমূহ, ঋতুসমূহৰ সৈতে সংবৎসৰ, এই সমস্তয়ে ব্ৰহ্মচাৰীৰ তপস্যাৰ দ্বাৰা উৎপন্ন হৈছে।।২০।। পাৰ্থিৱ, দিব্য, বন্য, পোহনীয়া, পশু, পাখি লগা-নলগা যিমানবিলাক প্ৰাণী আছে, সেই সকলোবিলাকেই ব্ৰহ্মচাৰীৰ তপস্যাৰ দ্বাৰা উৎপন্ন হৈছে।।২১।। প্ৰজাপতিৰ সৃষ্ট সকলো প্ৰাণীয়েই নিজ নিজ শৰীৰত পৃথক্‌ভাৱে প্ৰাণ ধাৰণ কৰিছে। আচাৰ্যৰ মুখৰপৰা নিঃসৃত বেদৰূপ ব্ৰহ্মাই ব্ৰহ্মচাৰীত স্থিত হৈ সেই সকলোকে ৰক্ষা কৰে।।২২।। এই পৰম ব্ৰহ্ম দেৱতাসকলৰ দ্বাৰা পৰিগৃহীত (সাক্ষাৎকৃত), স্বপ্ৰকাশ ৰূপত দীপ্যমান আৰু অন্যৰ দ্বাৰা অনতিক্ৰমণীয় হৈ সৰ্বশ্ৰেষ্ঠ ৰূপে বিৰাজ কৰিছে। তাৰপৰাই ব্ৰাহ্মণৰ শ্ৰেষ্ঠধন বেদ প্ৰকট হৈছে; আৰু বেদ-

প্রতিপাদিত দেৱতাসকলো অমৃত সমন্বিতে প্রকট হৈছে।।২৩।। ব্ৰহ্মচাৰীয়ে দীপ্যমান বেদ-ব্ৰহ্মক ধাৰণ কৰিছে। তেওঁতে সমস্ত দেৱগণে অৱস্থান কৰিছে। দেৱগণৰ নিৱাসস্বৰূপ ব্ৰহ্মচাৰীয়ে প্ৰাণ, অপান উৎপন্ন কৰিছে। সেইদৰে ব্যান, বাক্য, মন, হৃদয়, বেদাত্মক ব্ৰহ্ম, বুদ্ধি, এইসমূহো প্ৰকট কৰিছে।।২৪।। হে ব্ৰহ্মচাৰী, তুমি আমাত চক্ষু, শ্ৰৱণেন্দ্ৰিয় আদি আৰু যশস্যা স্থাপন কৰাঁ। সেইদৰে অন্ন, ৰেতঃ, ৰক্ত, উদৰ আদিও দান কৰাঁ।।২৫।। ব্ৰহ্মচাৰীয়ে এইসমূহ সৃষ্টি কৰি জলপৃষ্ঠত তপস্যা কৰি সমুদ্ৰত অৱস্থান কৰি আছে। সেই ব্ৰহ্মচাৰীয়ে সদাই স্নানৰ দ্বাৰা পৱিত্ৰ হৈ পিংগলবৰ্ণ ধাৰণ কৰি পৃথিৱীত দীপ্তিমান হৈ প্ৰকাশ পাইছে।।২৬।।

## ষষ্ঠ সূক্ত (৬)

### (ঋষি—সন্তাতি। দেৱতা—অগ্নি আদি মন্ত্ৰত কোৱাসকল ছন্দ—অনুষ্টুপ্।)

অগ্নিদেৱৰ স্তুতি কৰিছোঁ (অথবা অগ্নিক বাঞ্ছিত ফল প্ৰাৰ্থনা কৰিছোঁ)। সেইদৰে বনস্পতিসমূহক, ঔষধিহক আৰু লতাসমূহক স্তুতি কৰিছোঁ। ইন্দ্ৰ, বৃহস্পতি আৰু সূৰ্যক প্ৰাৰ্থনা কৰিছোঁ, তেওঁলোকে আমাক পাপৰ পৰা মুক্ত কৰক।।১।। ৰজা বৰুণৰ স্তুতি কৰিছোঁ; মিত্ৰ, বিষ্ণু আৰু ভগদেৱতাক স্তুতি কৰিছোঁ, অংশদেৱতা আৰু বিৱস্বানক স্তুতি কৰিছোঁ, তেওঁলোকে আমাক পাপৰপৰা মুক্ত কৰক।।২।। সৱিতাদেৱ, ধাতা আৰু পূষাদেৱতাক স্তুতি কৰিছোঁ। সেইদৰে ত্বষ্টাক অগ্ৰগণ্য ৰূপত স্তুতি কৰিছোঁ। তেওঁলোকে আমাক পাপৰ পৰা মুক্ত কৰক।।৩।। আমি গন্ধৰ্ব, অপ্সৰা, অশ্বীদ্বয়, ব্ৰহ্মণস্পতি আৰু অৰ্যমা নামৰ দেৱতাক স্তুতি কৰিছোঁ। তেওঁলোকে আমাক পাপৰপৰা মুক্ত কৰক (এই বাক্যটো ৭, ৯ আৰু ২২ মন্ত্ৰৰ বাহিৰে বাকী সকলো মন্ত্ৰৰ শেষত যোগ দিব ল'ব)।।৪।। দিন আৰু ৰাতিৰ উদ্দেশ্যে এই কথা কৈছোঁ, (তেওঁলোকৰ অধিষ্ঠাতা দেৱতা) সূৰ্য, চন্দ্ৰ উভয়কে স্তুতি কৰিছোঁ। সেইদৰে পৰ্জন্য, অন্তৰিক্ষ আৰু দিশসমূহক স্তুতি কৰিছোঁ, বিদিশসমূহকো কৰিছোঁ।।৬।। অহোৰাত্ৰিৰ আৰু উষাকালৰ অধিষ্ঠাতা দেৱতাসকলে আমাক অভিশাপজনিত কষ্টৰপৰা ত্ৰাণ কৰক। সেইদৰে যাক চন্দ্ৰমা বুলি কোৱা হয়, সেই সোমদেৱতায়ো আমাক পাপমুক্ত কৰক।।৭।। পাৰ্থিৱ আৰু দিব্য জনসকলক, গাঁৱত পোহা আৰু বনৰীয়া যিবিলাক পশু আছে সেইবিলাকক আৰু ডাঙৰ সৰু সকলো পক্ষীক স্তুতি কৰিছোঁ।।৮।। ভৱ আৰু শৰ্বদেৱতাক স্তুতি কৰিছোঁ। সেইদৰে ৰুদ্ৰ আৰু যিজন পশুপতি দেৱতা তেওঁৰ

স্তুতি কৰিছোঁ। তেওঁলোকৰ যিবিলাক অস্ত্ৰ-শস্ত্ৰৰ কথা আমি জানো, সেইবিলাক সদাই আমাৰ কাৰণে সুখকৰ হওক।।৯।। দ্যুলোকৰ স্তুতি কৰিছোঁ। সেইদৰে নক্ষত্ৰসমূহ, ভূমি, পূজাৰ যোগ্য স্থানসমূহ, পৰ্বতসমূহ, নদী আৰু অন্য ক্ষুদ্ৰ জলাশয়সমূহক স্তুতি কৰিছোঁ।।১০।। আমি সপ্ত ঋষিৰ উদ্দেশ্যে এই স্তুতি কৰিছোঁ। সেইদৰে জলদেৱতাসকল, প্ৰজাপতি, পিতৃগণ আৰু শ্ৰেষ্ঠ যমক স্তুতি কৰিছোঁ।।১১।। যিসকল দেৱতাই দ্যুলোকত বাস কৰে, যিসকলে অন্তৰিক্ষত বাস কৰে আৰু যিসকল সমৰ্থ দেৱতাই পৃথিৱীত বাস কৰে, সেইসকলে আমাক পাপৰপৰা ৰক্ষা কৰক।।১২।। আদিত্যগণ, ৰুদ্ৰগণ, বসুগণ, দ্যুলোকত থকা দেৱতাসকল, অথৰ্বা-অংগিৰা মনীষীগণ, তেওঁলোকে ইত্যাদি (পূৰ্ববৎ)।।১৩।। আমি যজ্ঞক স্তুতি কৰিছোঁ, যজমানক, ঋক্‌সমূহক,সামসমূহক, ভেষজসমূহক, যজুঃসমূহক আৰু হোতাগণক স্তুতি কৰিছোঁ।।১৪।। সোম যাৰ অধিপতি সেই উদ্ভিদসমূহৰ (পাত, কাণ্ড, ফুল, ফল আৰু শিপাৰূপ) পঞ্চ ৰাজ্যৰ স্তুতি কৰিছোঁ। দৰ্ভ, শণ, যৱ আৰু সহ নামৰ ওষধিৰ স্তুতি কৰিছোঁ। সেইবিলাকে আমাক পাপৰপৰা মুক্ত কৰক।।১৫।। দান-প্ৰতিবন্ধক হিংসকবিলাকক স্তুতি কৰিছোঁ। সেইদৰে ৰাক্ষস, সৰ্প পুণ্যৱানজন, পিতৃগণ আৰু এশ সংখ্যক মাৰক দেৱতাক স্তুতি কৰিছোঁ। তেওঁলোকে ইত্যাদি (পূৰ্ববৎ)।।১৬।। ঋতুসমূহক স্তুতি কৰিছোঁ। সেইদৰে ঋতুপতিসকলক, ঋতুসমূহত উৎপন্ন পদাৰ্থসমূহক, চান্দ্ৰ-সৌৰ সংবৎসৰসমূহক, মাহসমূহক স্তুতি কৰিছোঁ। তেওঁলোকে ইত্যাদি।।১৭।। হে দেৱগণ, তোমালোক দক্ষিণফালৰপৰা আহাঁ। সেইদৰে পশ্চিম, পূব, উত্তৰ আৰু সমুখৰ ফালৰপবা সমৰ্থ দেৱগণ আহক। তেওঁলোকে ইত্যাদি।।১৮।। বিশ্বদেৱগণক এই স্তুতি কৰিছোঁ। তেওঁলোক সত্যসন্ধ, সত্য (বা যজ্ঞৰ) বৰ্ধক, সমস্ত পত্নীগণৰ সৈতে তেওঁলোকে আমাক পাপৰপৰা মুক্ত কৰক।।১৯।। সমস্ত দেৱগণক এই স্তুতি কৰিছোঁ। তেওঁলোক সত্যসন্ধ ইত্যাদি (আগৰ দৰে)।।২০।। ভূত, ভূতপতি আৰু ভূতগণৰ নিয়ামক দেৱতাক স্তুতি কৰিছোঁ। তেওঁলোক সকলো একেলগে আহক আৰু আমাক পাপৰপৰা মুক্ত কৰক।।২১।। যি পাঁচ সংখ্যক দিশৰ অধিষ্ঠাত্ৰী দেৱী আছে, দ্বাদশ সংখ্যক যি ঋতুদেৱতা আছে, সংবৎসৰৰ যিবিলাকক দাঁত আছে, সেইবিলাক আমাৰ কাৰণে সদাই সুখকৰ হওক।।২২।। (ইন্দ্ৰৰ সাৰথি) মাতলিয়ে ৰথক্ৰয়ৰ দ্বাৰা যি অমৰণকাৰক ঔষধৰ কথা জানে, ৰথৰ অধিপতি ইন্দ্ৰই যি ঔষধ পানীত পেলাই দিছিল, হে জলসমূহ, তোমালোকে আমাক সেই ঔষধ প্ৰদান কৰাঁ।।২৩।।

# চতুৰ্থ অনুৱাক

## সপ্তম সূক্ত (৭)

**(ঋষি-অথৰ্বা। দেৱতা—উচ্ছিষ্ট [41], অধ্যাত্ম। ছন্দ-অনুষ্টুপ্, উষ্ণিক্, বৃহতী।)**

(আহুতি দি বাকী থকা) উচ্ছিষ্ট অন্নতে নাম আৰু ৰূপ নিহিত হৈ আছে। উচ্ছিষ্টতে পৃথিৱী আদি লোক নিহিত হৈ আছে। উচ্ছিষ্টতে ইন্দ্ৰ আৰু অগ্নিও নিহিত হৈ আছে, আনহে নালাগে সমস্ত বিশ্ব নিহিত হৈ আছে।।১।। উচ্ছিষ্টতে দ্যুলোক-ভূলোক আৰু সমস্ত প্ৰাণী নিৰ্হিত হৈ আছে। উচ্ছিষ্টতে জলসমূহ আৰু সমুদ্ৰ সমাহিত হৈ আছে, চন্দ্ৰ আৰু বায়ুও নিহিত হৈ আছে।।২।। সৎ আৰু অসৎ দুয়োটাই উচ্ছিষ্টতে আছে, মৃত্যু, বল আৰু প্ৰজাপতিও আছে। উচ্ছিষ্টতে লৌকিক প্ৰজাগণ আশ্ৰিত হৈ আছে। আৱৰণকাৰী বৰুণ আৰু দ্ৰবনশীল সোমদেৱো তাতে নিহিত হৈ আছে। (তেওঁলোকৰ অনুগ্ৰহত) মোত সম্পদে আশ্ৰয় কৰক।।৩।। দৃঢ়াংগ দেৱতাসকল, স্থিৰীকৃত লোক আৰু তাৰ প্ৰাণীসমূহ, জগৎকাৰণ ব্ৰহ্ম আৰু দশসংখ্যক বিশ্ব-স্ৰষ্টা উচ্ছিষ্টতে সমাহিত হৈ আছে। নাভিক কেন্দ্ৰ কৰি যেনেকৈ চকা কেউফালে বৰ্তি থাকে, তেনেকৈ দেৱতাসকলে উচ্ছিষ্টৰূপ পৰম ব্ৰহ্মক আশ্ৰয় কৰি বৰ্তি থাকে।।৪।। ঋক্, সাম আৰু যজুঃ উচ্ছিষ্টতে অৱস্থিত। উদ্গীথ, প্ৰস্তুত (আৰম্ভণী স্তুতি), স্তোত্ৰ, হিংকাৰ, সপ্তস্বৰ আৰু সামগানৰ মেডি উচ্ছিষ্টতে আশ্ৰিত হৈ আছে। সেইসমূহে মোক লাগ দিয়ক।।৫।। (প্ৰাতঃ-সৱনত অগ্নি আৰু ইন্দ্ৰৰ উদ্দেশ্যে গোৱা সাম) ঐন্দ্ৰাগ্ন, পৱমান সোমবিষয়ক সাম, মহানাম্নী ঋক্, মহাব্ৰত — এই যজ্ঞৰ অংগসমূহ মাতৃৰ গৰ্ভত ভ্ৰূণ থকাৰ দৰে উচ্ছিষ্টৰ ভিতৰতে থাকে।।৬।। ৰাজসূয়, বাজপেয়, অগ্নিষ্টোম, হিংসাৰহিত যাগ, অৰ্ক আৰু অশ্বমেধ যজ্ঞ, এই সকলো উচ্ছিষ্টতে সমাহিত। সেইদৰে জীৱবৰ্হি যাগ আৰু দেৱতাসকলৰ আনন্দদায়ক অন্য যাগে। উচ্ছিষ্টতে স্থিত।।৭।। অগ্ন্যাধান দীক্ষা, গায়ত্ৰী প্ৰভৃতি ছন্দেৰে নিষ্পন্ন কামপ্ৰদ উৎসন্ন যজ্ঞসমূহ আৰু সোমসত্ৰসমূহ উচ্ছিষ্টতে সমাহিত হৈ আছে।।৮।। অগ্নিহোত্ৰ, শ্ৰদ্ধা, বষট্‌কাৰ, ব্ৰত আৰু তপস্যা, দক্ষিণা, ইষ্টাপূৰ্ত কৰ্ম— এই সকলো উচ্ছিষ্টতে আশ্ৰিত হৈ আছে।।৯।। একৰাত্ৰ, দ্বিৰাত্ৰ, সদ্যঃক্ৰী, প্ৰক্ৰী, উক্থ্য—এইসমূহো উচ্ছিষ্টতে নিহিত হৈ আছে। যজ্ঞৰ সূক্ষ্ম ৰূপসমূহ ভাৱনাৰ দ্বাৰা সেই উচ্ছিষ্ট ব্ৰহ্মতে সমাহিত হৈ আছে।।১০।। চতুঃৰাত্ৰ, পঞ্চৰাত্ৰ, ষড়্‌ৰাত্ৰ, সপ্তৰাত্ৰ, অষ্টৰাত্ৰ, দশৰাত্ৰ, দ্বাদশৰাত্ৰ, ষোড়শী আৰু অন্য অমৃতফলপ্ৰদ যজ্ঞসমূহো উচ্ছিষ্টতে আৱিষ্ট হৈ আছে।।১১।। প্ৰতিহাৰ, নিধন, বিশ্বজিৎ, অভিজিৎ, সাহ্ন, অতিৰাত্ৰ আৰু দ্বাদশাহ—এই যাগসমূহ উচ্ছিষ্টতে আছে; সেইসমূহো মোৰ হওক।।১২।। সুনৃত (প্ৰিয় আৰু সত্য বচন), ফলৰ প্ৰাপ্তি আৰু ৰক্ষণ, স্বধা, উৰ্জা, অমৃত, বল—এই সকলো উচ্ছিষ্টতে বৰ্তি

আছে। সেই অভিলষিত ফলসমূহে অভিলাষ সহিত যজমানক তৃপ্তিদান কৰে।।১৩।। নখণ্ড ভূমি, সমুদ্ৰসমূহ, দ্যুলোক উচ্ছিষ্টতে নিহিত হৈ আছে। এই সূৰ্যত্ত সেই (স্বপ্ৰকাশ) উচ্ছিষ্ট ব্ৰহ্মাতে আশ্ৰিত সৰ্বত্ৰ দীপ্যমান হৈ আছে; দিন আৰু ৰাতিও উচ্ছিষ্টতে আশ্ৰিত। সেইসমূহো মোৰ হওক।।১৪।। উপহব্য, বিষুবান নামৰ সোমযাগ আৰু অন্য যিবিলাক অজ্ঞাত যজ্ঞ আছে, সেই সমস্তকে সকলো জগতৰে ভৰ্তা আৰু জন্মদাতাৰো জন্মদাতা উচ্ছিষ্টয়ে ভৰণ-পোষণ কৰে।।১৫।। এই উচ্ছিষ্ট নিজৰ নিজৰ (লোকান্তৰত দিব্য শৰীৰ উৎপাদন কৰা) জনক, প্ৰাণৰ পৌত্ৰ আৰু (অন্য লোকত) পিতামহ; সেই উচ্ছিষ্টৰূপ ব্ৰহ্মা সমস্ত জগতৰ ঈশ্বৰ, অভীষ্টদাতা, অবধ্য হৈ পৃথিৱীত সৰ্বত্ৰ বিদ্যমান হৈ আছে।।১৬।। ঋত (মনৰ দ্বাৰা যথাৰ্থসংকল্প), সত্য (বাক্যৰ দ্বাৰা যথাৰ্থকথন), তপ (শৰীৰত সন্তাপ দি কৰা ব্ৰতাদি), ৰাষ্ট্ৰ, শ্ৰম, ধৰ্ম, কৰ্ম, উৎপন্ন হোৱা আৰু ভৱিষ্যতে উৎপন্ন হ'বলগীয়া জগৎ, এই সকলো উচ্ছিষ্টতে সমাহিত হৈ আছে। সেইদৰে বীৰ্য, সম্পদ, শাৰীৰিক বলো সেই বলৱান ব্ৰহ্মাতে স্থিত।।১৭।। সমৃদ্ধি, ওজঃ, আকূতি, ক্ষত্ৰতেজ, ৰাষ্ট্ৰ, (দ্যৌ, পৃথিৱী, দিন, ৰাতি, জল আৰু ওষধিৰূপ) ছয় উৰ্ব্বী, সংবৎসৰ, ইড়াদেৱী প্ৰৈষামন্ত্ৰ, গ্ৰহনামৰ সোম, হৱিসমূহ—এই সকলো উচ্ছিষ্টতে নিহিত হৈ আছে।।১৮।। চতুৰ্হোতৃ নামৰ মন্ত্ৰসমূহ, আপ্ৰীনামৰ পশুযাগৰ যাজ্যামন্ত্ৰসমূহ, (বৈশ্বদেৱ, বৰুণপ্ৰঘাস, সাকমেধ আৰু শুনাসীৰীয় নামেৰে চাৰিমাহত পালনীয়) চাতুৰ্মাস্যপৰ্ব, নিৱিদ্ মন্ত্ৰসমূহ, যাগসমূহ, হোতৃ প্ৰভৃতি সাতটি ৱষট্কাৰ, পশুবন্ধ আৰু ইষ্টিযাগসমূহো উচ্ছিষ্টতে সমাহিত হৈ আছে।।১৯।। পক্ষ, মাস, ঋতুসমূহৰ সৈতে ঋতুত উৎপন্ন হোৱা পদাৰ্থসমূহ, এইবিলাকো উচ্ছিষ্টতে বিদ্যমান। সেইদৰে শব্দযুক্ত জলসমূহ, গৰ্জনকাৰী মেঘ, পৱিত্ৰ বিশাল ভূমিও উচ্ছিষ্টতে সমাহিত হৈ আছে।।২০।। শৰ্কৰা, বালি, শিল, ওষধিসমূহ, লতা-তৃণসমূহ, মেঘসমূহ, বিদ্যুৎ, বৃষ্টি—এই সকলো উচ্ছিষ্টতে সমাৱিষ্ট হৈ আছে।।২১।। সম্যক্ নিষ্পত্তি, প্ৰাপ্তি, সমাপ্তি, ব্যাপ্তি, তেজ, সমৃদ্ধি, অতিশয় প্ৰাপ্তি, অভিবৃদ্ধি— এই সকলো উচ্ছিষ্টতে সৰ্বপ্ৰকাৰে নিহিত হৈ আছে।।২২।। যিবিলাক প্ৰাণীয়ে প্ৰাণবায়ুৰ দ্বাৰা শ্বাস গ্ৰহণ কৰে, চকুৰে দেখে, সেই সকলোবিলাক আৰু দ্যুলোকত থকা আৰু দ্যুলোকক আশ্ৰয় কৰা সমস্ত দেৱতা উচ্ছিষ্ট (নেতি নেতি বুলি প্ৰতিপাদিত) ব্ৰহ্মাৰপৰাই জন্মিছে।।২৩।। ঋক্, সাম, ছন্দসমূহ, যজুঃমন্ত্ৰসমূহৰ সৈতে পুৰাণ, দ্যুলোকত থকা আৰু দ্যুলোকক আশ্ৰয় কৰা সমস্ত দেৱতা উচ্ছিষ্টৰপৰাই জন্মিছে।।২৪।। প্ৰাণ, অপান, চক্ষু, শ্ৰৱণেন্দ্ৰিয়, অক্ষিতি (অক্ষীয়মান দেৱতা), দ্যুলোকত থকা ইত্যাদি (পূৰ্বমন্ত্ৰৰ দৰে)।।২৫।। আনন্দ, আমোদ, প্ৰমোদ আৰু অভিমুখে থকা আনন্দসমূহ, দ্যুলোকত থকা ইত্যাদি (পূৰ্ববৎ)।।২৬।। দেৱগণ, পিতৃগণ, মনুষ্যগণ, গন্ধৰ্ব তথা অপ্সৰাগণ, দ্যুলোকত থকা ইত্যাদি (পূৰ্ববৎ)।।২৭।।

## অষ্টম সূক্ত (৮)

**(ঋষি—কাৰুপথি। দেৱতা—মনুষ্য, অধ্যাত্ম। ছন্দ—অনুষ্টুপ্, পংক্তি।)**

মন্যুৱে সংকল্পৰ গৃহৰপৰা পত্নীক বিয়া কৰাইছিল। (ইয়াৰ আগতে সৃষ্টি নাছিলেই কাৰণে এই বিৱাহত) বৰপক্ষ কোন আছিল আৰু কন্যাপক্ষ কোন আছিল? কোনে কন্যা বৰণ কৰিছিল? বিৱাহকৰ্তা প্ৰধান বৰ কোন আছিল?।।১।। তপ আৰু কৰ্মই আছিল বৰপক্ষীয় আৰু কন্যাপক্ষীয়সকল, তেওঁলোকেই বৰণ কৰিছিল; মুখ্য বিবাহকৰ্তা বৰ আছিল পৰম ব্ৰহ্ম।।২।। সেই পৰম ব্ৰহ্মৰপৰা (অগ্নি আদি) দেৱতাসকলতকৈ আগেয়ে একেলগে দহজন দেৱতা প্ৰকট হৈছিল। যিজনে এইসকলক প্ৰত্যক্ষভাৱে জানে, তেৱেঁই আজি মহৎ ব্ৰহ্মাৰ বিষয়ে ক'ব।।৩।। প্ৰাণ-অপান নামৰ দুই বৃত্তি, চকু, কাণ, অক্ষিতি, ক্ষিতি ব্যান, উদান, বাণী, মন এই দশ দেবতাই পুৰুষৰ বাঞ্ছিত প্ৰয়োজন নিষ্পন্ন কৰে।।৪।। সৃষ্টিৰ আদিতে ঋতুসমূহৰ উৎপত্তি হোৱাই নাছিল। তেতিয়া ধাতা, বৃহস্পতি ইন্দ্ৰ আৰু অগ্নি তথা অশ্বীদ্বয়ে (নিজৰ উৎপত্তিৰ অৰ্থে) কোন জ্যেষ্ঠ কাৰণভূত জনকৰ উপাসনা কৰিছিল?।।৫।। (সৃষ্টিৰ সময়ত প্ৰলয়কালীন) মহাসমুদ্ৰত তপ আৰু কৰ্ম আছিল। কৰ্মৰপৰা তপ উৎপন্ন হ'ল। সেই কৰ্মকে তেওঁলোকে উপাসনা কৰিছিল।।৬।। এই বৰ্তমানৰ পৃথিৱীখনৰ পূৰ্বে অতীত কল্পত যি পৃথিৱী আছিল, যাক (অতীতজ্ঞ আৰু অনাগতজ্ঞ) মহৰ্ষিসকলেহে জানে; সেই অতীত কল্পৰ ভূমি আৰু তাৰ প্ৰতি বস্তুৰ নাম আদি যিজনে জানে, সেই পুৰাণবিদজনেহে বৰ্তমানৰ পৃথিৱীখনৰ কথাও জানে।।৭।। ইন্দ্ৰ ক'ৰপৰা উৎপন্ন হ'ল? সোম ক'ৰপৰা, অগ্নি ক'ৰপৰা উৎপন্ন হ'ল? ত্বষ্টা ক'ৰপৰা হ'ল? ধাতা ক'ৰপৰা জন্মিল?।।৮।। (পূৰ্বকল্পৰ) ইন্দ্ৰৰ পৰা ইন্দ্ৰ, সোমৰপৰা সোম, অগ্নিৰপৰা অগ্নিৰ জন্ম হ'ল। ত্বষ্টাৰপৰা ত্বষ্টাৰ জন্ম হ'ল আৰু ধাতাৰ পৰা ধাতা জন্মিল।।৯।। (অগ্নি প্ৰভৃতি) দেৱতাৰ পৰা পূৰ্বে (প্ৰাণ-অপান আদি) যি দহজন দেৱতাৰ উদ্ভৱ হৈছিল, তেওঁলোকে নিজৰ পুত্ৰসকলক নিজৰ লোকসমূহ দান কৰি এতিয়া ক'ত অৱস্থান কৰিছ?।।১০।। সৃষ্টিকৰ্তাই কেশ, অস্থি, স্নায়ু, মাংস, মজ্জা একেলগ কৰি হস্ত-পাদাদিযুক্ত শৰীৰ নিৰ্মাণ কৰি, তেওঁ কোন লোকত প্ৰৱেশ কৰিলে?।।১১।। কেশসমূহ ক'ৰপৰা আহৰণ কৰিলে? স্নায়ু, অস্থি, অংগসমূহ, মজ্জা, মাংস ক'ৰপৰা কোনে সংগ্ৰহ কৰিলে?।।১২।। (প্ৰাণ-অপান আদি) দেৱতা সংসেচনসমৰ্থ; তেওঁলোকেই কেশ আদি আহৰণ কৰিলে। তেওঁলোকেই মৰণশীল দেহ ৰক্তেৰে আৰ্দ্ৰ কৰি পুৰুষ আকৃতি কৰি লৈ তাত প্ৰৱেশ কৰিলে।।১৩।। দুই উৰু, দুইপাদ, দুই জানু, শিৰ, দুই হস্ত, মুখ, পিঠি, দুই বজৰ্হ্য (সম্ভৱতঃ স্তনাগ্ৰভাগ),

দুই পাৰ্শ্ব কোন ঋষিয়ে পৰস্পৰে সংযুক্ত কৰিলে?।।১৪।। শিৰ, দুই হস্ত, মুখ, জিভা, গ্ৰীৱা, আৰু অস্থি আদি সমস্ত অংগ চৰ্মেৰে আচ্ছাদন কৰি মহান্ সন্ধায়ক দেৱতাই সংযুক্ত কৰিলে।।১৫।। সেইদৰে সন্ধায়ক দেৱতাসকলে যাৰ অৱয়ৱসমূহ এইদৰে সংযুক্ত কৰিলে, সেই শৰীৰতে তেওঁলোকে শয়ন কৰি আছে। সেই শৰীৰ আজি যি (শুক্ল, পীত আদি) বৰ্ণেৰে উদ্ভাসিত হৈ আছে, সেই বৰ্ণসমূহ কোনে দিলে?।।১৬।। সকলো দেৱতাই সমৰ্থ হ'বলৈ ইচ্ছা কৰিলে। (পৰমেশ্বৰৰ) কন্যা আদ্যাশক্তিয়ে সেই কথা জানিলে। (সমস্ত জগতৰ) নিয়ন্ত্ৰণকাৰিণী, পৰমেশ্বৰৰ সেই জায়াই শৰীৰত বৰ্ণসংযোগ কৰিলে।।১৭।। যেতিয়া ত্বষ্টাদেৱে সেই শৰীৰত (নাক, কাণ আদি) ছিদ্ৰসমূহ কৰিলে, তেতিয়া ত্বষ্টাৰ পিতৃ উত্তম ত্বষ্টাই মৰণশীল পুৰুষ-শৰীৰক গৃহৰূপত প্ৰস্তুত কৰিলে আৰু প্ৰাণ-অপানাদি দেৱতাসকলে তাত প্ৰৱেশ কৰিলে।।১৮।। নিদ্ৰা, আলস্য, নিৰ্ঋতি আৰু পাপাত্মক দেৱতা, বাৰ্ধক্য, চিত্ত আৰু চক্ষু আদিৰ স্খলন, পালিত্য আদি দেৱতাই শৰীৰত প্ৰৱেশ কৰিলে।।১৯।। চৌৰ্য, দুষ্কৰ্ম, প্ৰমাদ, সত্য, যজ্ঞ, মহতী যশস্যা, বল, ক্ষত্ৰতেজ, ওজঃ—এইবিলাকেও পুৰুষৰ শৰীৰত প্ৰৱেশ কৰিলে।।২০।। সমৃদ্ধি, অসমৃদ্ধি, শত্ৰুতা, মিত্ৰতা, ক্ষুধা আৰু সৰ্বাত্মক তৃষ্ণা—এইবিলাকেও মনুষ্য শৰীৰত প্ৰৱেশ কৰিলে।।২১।। নিন্দা, অনিন্দা, হৰ্ষ উৎপাদক, অহৰ্ষ উৎপাদক, শ্ৰদ্ধা, দীক্ষা, অশ্ৰদ্ধা—এইসমূহেও প্ৰৱেশ কৰিলে।।২২।। বিদ্যা, অবিদ্যা, অন্য উপদেশৰ যোগ্য বিষয়, ঋক্, সাম, যজুঃ তথা (শব্দ) ব্ৰহ্মাই শৰীৰত প্ৰৱেশ কৰিলে।।২৩।। আনন্দ, হৰ্ষ, প্ৰমোদ, অভিমোদ আদি, হাঁহি, শব্দস্পৰ্শাদি বিষয়, নৃত্য—এইবিলাকেও প্ৰৱেশ কৰিলে।।২৪।। আলাপ, প্ৰলাপ, অভিলাপ, আয়োজন, প্ৰয়োজন, যোজন, এইবিলাকেও প্ৰৱেশ কৰিলে।।২৫।। প্ৰাণ, অপান, চক্ষু, শ্ৰৱণেন্দ্ৰিয়, ব্যান, উদান, ক্ষিতি, অক্ষিতি, বাক্য, মন—এই সকলো পুৰুষদেহত স্ব-স্বকাৰ্যত প্ৰবৃত হ'ল।।২৬।। আশীৰ্বাদসমূহ, প্ৰশিষসমূহ, সংশিষসমূহ আৰু বিশিষসমূহ তথা চিত্ত আৰু সমস্ত সংকল্পই শৰীৰত প্ৰৱেশ কৰিলে।।২৭।। বুৰ মাৰি স্নান কৰা জল, সাধাৰণ স্নান কৰা জল, দ্ৰুতগামী জল, অলপীয়া পানী, গুহাত উৎপন্ন হোৱা পানী, শুক্ৰৰূপ জল, নদী আদি ৰূপত ব্যাপনশীল জল, এই সকলো জল নিজনীয় পুৰুষদেহত প্ৰবিষ্ট হ'ল।।২৮।। অস্থিসমূহকে সমিধ কৰি উক্ত আঠ প্ৰকাৰৰ জল শৰীৰত স্থাপন কৰিলে; আজ্যকে ৰেতঃ কল্পনা কৰি (ইন্দ্ৰিয়গণ অথবা অগ্নি আদি) দেৱতাসকলে পুৰুষৰ শৰীৰত প্ৰৱেশ কৰিলে।।২৯।। পূৰ্বোক্ত জলসমূহ, দেৱতাসকল আৰু বিৰাট নামৰ দেৱতা ব্ৰহ্মতেজ সমন্বিতে শৰীৰত প্ৰবিষ্ট হ'ল। তাৰ পিছত পৰম ব্ৰহ্মায়ো অন্তৰ্যামী ৰূপে প্ৰৱেশ কৰিলে। সেই শৰীৰত প্ৰজাপতিয়ে আত্মাৰ

কৰিছে।।৩০।। সূৰ্যই পুৰুষৰ চক্ষু বুলি স্বীকাৰ কৰিলে; বায়ুৱে প্ৰাণ বুলি স্বীকাৰ কৰিলে। তাৰ পিছত প্ৰাণভিন্ন শৰীৰটো দেৱতাসকলে অগ্নিৰ ভাগ বুলি দিলে।।৩১।। সেই কাৰণে বিদ্বান লোকে পুৰুষ-শৰীৰক ব্ৰহ্ম বুলি জানে। গোশালাত গৰু থকাৰ দৰে ইয়াত সমস্ত দেৱতাই অৱস্থান কৰি আছে।।৩২।। প্ৰথমতে উৎপন্ন হোৱা শৰীৰ বিনষ্ট হ'লে শৰীৰবিহীন জীৱাত্মাই তিনি প্ৰকাৰৰ গতি লাভ কৰে। (পুণ্যৰ দ্বাৰা) এটা গতি স্বৰ্গলৈ, (পাপৰ দ্বাৰা) এটা গতি নৰকলৈ আৰু (পাপ-পুণ্য মিশ্ৰিতভাৱে) এই পৃথিৱীত এটাৰে ভোগ কৰি থাকে।।৩৩।। (সমস্ত জগত আৰ্দ্ৰ কৰি) প্ৰবৃদ্ধ জলৰ মাজত ব্ৰহ্মাণ্ডাত্মক সমষ্টি-শৰীৰ নিহিত হৈ আছে। সেই শৰীৰৰ ওপৰত আৰু অন্তৰ্ভাগত পৰমেশ্বৰে অৱস্থান কৰিছে। তেওঁক শৰীৰতকৈ অধিক হোৱাৰ কাৰণে সূত্ৰাত্মা বুলি কোৱা হৈছে।।৩৪।।

## পঞ্চম অনুৱাক

### নৱম সূক্ত (৯)

(ঋষি—কাংকায়ণ। দেৱতা—অৰ্বুদি। ছন্দ—শক্কৰী, অনুষ্টুপ্, উষ্ণিক্, জগতী, পংক্তি, ত্ৰিষ্টুপ, গায়ত্ৰী।)

(অস্ত্ৰ-শস্ত্ৰ দাঙি ধৰা আমাৰ যোদ্ধাসকলৰ যি) হাত, বাণসমূহ, ধনুৰ্ধৰসকলৰ বীৰত্ব; তৰোৱাল, কুঠাৰ আৰু অন্য অস্ত্ৰ আৰু শত্ৰুমাৰণৰ উদ্দেশ্যে তেওঁলোকৰ ভাৱনা আৰু সংকল্প, হে অৰ্বুদি (অৰ্বুদ নামৰ সৰ্পঋষিৰ পুত্ৰ), তুমি শত্ৰুক সেই সকলোবিলাক দৰ্শন কৰোৱাঁ। সেইদৰে মন্ত্ৰসামৰ্থ্যৰ দ্বাৰা উদ্ভাৱিত অন্তৰিক্ষচাৰী ৰাক্ষস-পিশাচবিলাককো দেখুৱাঁ (অথবা সূৰ্যৰশ্মিজাত উল্কা আদি অন্তৰিক্ষৰ উৎপাতসমূহ দেখুৱাঁ)।।১।। হে মিত্ৰৰূপ দেৱগণ, তোমালোক এই সেনানিবাসৰ পৰা উঠি যুদ্ধৰ বাবে সাজু হোৱাঁ। তোমালোকে দেখিবলৈ পোৱা আমাৰ সৈন্যসকল ৰক্ষা পৰক। হে অৰ্বুদি, আমাৰ মিত্ৰসকলক (যুদ্ধক্ষেত্ৰত) ৰক্ষা কৰাঁ।।২।। উঠাঁ, হে অৰ্বুদি (আৰু ন্যৰ্বুদি), তোমালোক দুয়ো যুদ্ধ আৰম্ভ কৰাঁ। আদান আৰু সংদান নামৰ ৰছী দুডালেৰে তোমালোকে আমাৰ শত্ৰুসেনাবোৰক বান্ধি পেলোৱাঁ।।৩।। অৰ্বুদি নামৰ যিজন দেৱতা আৰু ন্যৰ্বুদি নামৰ যিজন সকলোকে বশ কৰা (সৰ্প) দেৱতা, তেওঁলোক দুজনে অন্তৰিক্ষ আৰু এই বিশাল পৃথিৱী আবৰি আছে। ইন্দ্ৰৰ প্ৰীতিভাজন এই দুই দেৱতাই জয় কৰা শত্ৰুসেনাৰ পিছে পিছে মই সেনাৰ সৈতে গৈ আছোঁ। হে দেৱজাতীয় অৰ্বুদি, তুমি সেনা সহিত উঠাঁ; আমাৰ শত্ৰু সেনাক ভংগ দিয়াই তোমাৰ

শৰীৰেৰে সিবিলাকক মেৰিয়াই ধৰাঁ।।৪-৫।। হে ন্যৰ্বুদি, তুমি পূৰ্বোক্ত দৃষ্টি দুৰ্বল কৰা উৎপাতসমূহ শত্ৰুৰ ওপৰত নিক্ষেপ কৰি, হবিঃপ্ৰদান কৰাৰ পিছত সেনাৰে সৈতে উঠাঁ।।৬।। হে অৰ্বুদি, তোমাৰ দাঁতত শত্ৰু মৰা পৰিলে, শত্ৰুপত্নীয়ে বুকু ভুকুৱাই চকুপানী টুকি কাণৰ অলংকাৰ খহাই মেলা চুলিৰে কন্দা-কটা কৰক।।৭।। হে অৰ্বুদি, তোমাৰ দাঁতৰ বিষত শত্ৰু আহত হ'লে, পত্নীয়ে দুয়োখন হাতৰ আঙুলিত হেঁচা দি কৰ্‌কৰ্‌ শব্দ কৰি পতি, পুত্ৰ ভ্ৰাতৃ আৰু আত্মীয়স্বজনসকলক কাক বিচাৰিব, ভাবি বিমোৰত পৰক।।৮।। শৰীৰত কষ্ট দিয়া দুষ্ট পক্ষীবিলাক মাংসভক্ষক শগুন, শেন কাউৰী আৰু অন্য চৰাইবিলাকে তোমাৰ বিষ দাঁতৰ দ্বাৰা আহত হোৱা আমাৰ শত্ৰুবোৰৰ মৰণ প্ৰতীক্ষা কৰক; (মৃত্যুৰ পিছত) সিহঁতক ভক্ষণ কৰি তৃপ্ত হওক।।৯।। (বাঘ, শিয়াল আদি) শ্বাপদ জন্তুবিলাক, মাখি আৰু পোক-পৰুৱাবিলাকে তোমাৰ দংশনত মৃত্যু হোৱা শত্ৰুৰ শৰীৰ ভক্ষণ কৰি তৃপ্তি লাভ কৰক।।১০।। হে ন্যৰ্বুদি, তুমি আৰু অৰ্বুদি, দুয়োজনে শত্ৰুৰ প্ৰাণ আৰু অপান বায়ু গ্ৰহণ কৰি তাক সমূলে উৎখাটিত কৰাঁ। হে অৰ্বুদি, তোমাৰ বিষদাঁতৰ আঘাতত শত্ৰুৱে আৰ্তনাদ কৰক।।১১।। হে ন্যৰ্বুদি, শত্ৰুবোৰক কম্পিত কৰি তোলা, সিহঁত আমাৰ ভয়ত কম্পমান হওক।। উৰুত ধৰি আৰু বাহুবন্ধনৰ দ্বাৰা আমাৰ শত্ৰুক তাড়ন কৰাঁ।।১২।। হে অৰ্বুদি, (দংশন কৰি শত্ৰুৰ) বাহুবিলাক বিকল কৰি দিয়াঁ; হৃদয়ৰ চিন্তা-সংকল্প বিমূঢ় কৰাঁ; তুমি দংশন কৰাৰ পিছত সিহঁতৰ (হাতী, ঘোঁৰা) একো বাকী নাথাকক।।১৩।। হে অৰ্বুদি, তোমাৰ দংশনত শত্ৰু নিহত হ'লে, পত্নীয়ে বুকু ভুকুৱাই, চুলি মেলি আতুৰ স্বৰেৰে কান্দি কান্দি মৃত স্বামীৰ ওচৰলৈ যাওক।।১৪।। হে অৰ্বুদি, তুমি লগত কুকুৰ লৈ ফুৰা অপ্সৰাবিলাকক, মায়াৰ দ্বাৰা সেনাৰূপ ধাৰণ কৰোঁতাবিলাকক, পাত্ৰৰ ভিতৰত বাৰে বাৰে চেলেকি থকা গাইবিলাকক আৰু মন্ত্ৰৰ দ্বাৰা উদ্ভাবিত অন্তৰিক্ষচাৰী ৰাক্ষস আদিক (অথবা উল্কাপাত) আমাৰ শত্ৰুহঁতক দৰ্শন কৰোৱাঁ।।১৫।। দূৰ আকাশত বিচৰণ কৰি শব্দ কৰি থকা খৰ্ব আকৃতিৰ গাইবিলাক, মায়াৰ দ্বাৰা লুকাই থকা যক্ষ-ৰক্ষবিলাক, গন্ধৰ্ব, অপ্সৰা, সৰ্প আৰু অন্য গণ; চাৰিদঁতুৱা, ক'লাদঁতুৱা, কুম্ভাকৃতিৰ মুষ্কযুক্ত, ৰক্তামুৱা ভয়ংকৰ ৰাক্ষসবিলাককো শত্ৰুহঁতক দৰ্শন কৰোৱাঁ।।১৬, ১৭।। হে অৰ্বুদি, তুমি শত্ৰুসৈন্যবিলাকক বিষত কম্পিত কৰি দিয়াঁ; শত্ৰুক পৰাজিত কৰি জয়শীল অৰ্বুদি আৰু নিৰ্বুদি, দুয়োজনে ইন্দ্ৰৰ প্ৰিয়পাত্ৰ হৈ আমাক জয়যুক্ত কৰক।।১৮।। হে ন্যৰ্বুদি, শত্ৰুহঁত ভয়তে মৃত হৈ শুই পৰক; (তোমাৰ মায়াৰ দ্বাৰা উৎপন্ন) অগ্নিজ্বালা আৰু ধূমশিখা জয় কৰি কৰি আমাৰ সৈন্যৰ লগত গৈ থাকক।।১৯।। হে অৰ্বুদি, তোমাৰ দ্বাৰা যুদ্ধক্ষেত্ৰৰপৰা বিতাড়িত শ্ৰেষ্ঠবো শ্ৰেষ্ঠ শত্ৰুবিলাকক শচীপতি ইন্দ্ৰই বিনষ্ট কৰক; কোনো

যেন সাৰি যাব লোৱাবে।।২০।। শত্ৰুবিলাকৰ হৃদয় শৰীৰৰ পৰা উঠি যাওক; প্ৰাণবায়ু ওপৰলৈ ওলাই যাওক, মুখ ভয়ত শুকাই যাওক; কিন্তু আমাৰ মিত্ৰসকলৰ নহয়।।২১।। যিসকল ধীৰ, যিসকল কাতৰ, যুদ্ধৰপৰা যিসকলে পলাইছে, যিসকল বধিৰ, মোহবশতঃ শিং নথকা পশুৰ দৰে থকা আৰু ছাগলীৰ চিচিনা মাত মতা, হে অৰ্বুদি, তোমাৰ মায়াৰ দ্বাৰা উদ্ভাৱিত এই সকলোবোৰ উৎপাত শত্ৰুইতক দৰ্শন কৰোৱাঁ।।২২।। ত্ৰিসন্ধি (নামৰ সেনামোহক দেৱতা) আৰু অৰ্বুদি, তোমালোকে আমাৰ শত্ৰুবিলাকক ছিন্ন কৰাঁ। হে বৃত্ৰহন্তা, শচীপতি ইন্দ্ৰ, হেজাৰ হেজাৰ শত্ৰুক যাতে একেলগে মাৰিব পাৰি, তেনে ব্যৱস্থা কৰাঁ।।২৩।। হে অৰ্বুদি, বনস্পতি, বনস্পতি নিৰ্মিত বস্তু, ওষধি, লতা, গন্ধৰ্ব, অপ্সৰা, সৰ্প যক্ষ আৰু পিতৃগণ, তোমাৰ মায়াৰ দ্বাৰা উদ্ভাৱিত এই সকলোকে শত্ৰুইতক দৰ্শন কৰোৱাঁ।।২৪।। হে অৰ্বুদি, তুমি দংশন কৰিলে, হে শত্ৰুগণ, মৰুৎগণ, আদিত্য দেৱ, ব্ৰহ্মণস্পতি, তোমালোকৰ নিয়ন্তা হওক। সেইদৰে অগ্নি, ইন্দ্ৰ, ধাতা, মিত্ৰ প্ৰজাপতি তথা ঋষিগণে তোমালোকক নিয়ন্ত্ৰণ কৰক।।২৫।। হে মিত্ৰৰূপ দেৱজন, তোমালোক সেই সকলোৰে নিয়ামক হৈ তেওঁলোকক শিক্ষা দিবৰ কাৰণে সাজু হোৱাঁ; যুদ্ধ জয় কৰাৰ পিছত তোমালোক নিজ নিজ লোকলৈ গুচি যোৱাঁ।।২৬।।

## দশম সূক্ত (১০)

(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা—ত্ৰিষন্ধি। ছন্দ—বৃহতী, জগতী, পংক্তি, অনুষ্টুপ, ত্ৰিষ্টুপ, শক্বৰী, গায়ত্ৰী।)

হে উদাৰ সেনানায়কগণ (অথবা মন্ত্ৰৰ দ্বাৰা উদ্ভাৱিত যক্ষ-ৰক্ষগণ), তোমালোক আমাৰ পতাকাৰ লগতে উঠা, (কৱচাদিৰে) সজ্জিত হোৱাঁ; হে সৰ্পাকৃতি আৰু অন্য দেৱগণ, ৰাক্ষসগণ, তোমালোকে আমাৰ শত্ৰুবোৰক খেদি যোৱাঁ।।১।। হে শত্ৰুগণ, ত্ৰিসন্ধি (নামৰ মন্ত্ৰৰ অধিষ্ঠাতা) দেৱতাই তোমালোকৰ ৰাজ্য বশীভূত কৰক। হে ত্ৰিসন্ধি, তোমাৰ অৰুণবৰ্ণৰ কেতুৰ সৈতে আৰু যি কেতু অন্তৰিক্ষত, দ্যুলোকত আৰু পৃথিৱীত (উৎপাতৰূপে) আছে, সেইবিলাকৰ সৈতে তুমি উত্থিত হোৱাঁ। তোমাৰ মনত যিবিলাক দুষ্ট জীৱ আছে, সিহঁতে আমাৰ শত্ৰুবোৰক কামনা কৰক।।২।। লোহামুখীয়া, বেজীমুখীয়া, বহুত কাঁইট থকা মুখৰ মাংসভক্ষক আৰু বায়ুবেগী পক্ষীবিলাক ত্ৰিসন্ধিৰ দ্বাৰা প্ৰবোচিত হৈ আমাৰ শত্ৰুৰ ওচৰ চাপক।।৩।। হে জাতবেদা, অগ্নিদেৱ, (মৃত মনুষ্যৰ) মাংসেৰে অন্তৰিক্ষ আচ্ছাদিত কৰাঁ। ত্ৰিসন্ধিৰ এই সেনাগণ মোৰ অধীন হৈ থাকক।।৪।। হে দেৱজন, হে অৰ্বুদি, সেনাৰ সৈতে উত্থিত হোৱাঁ। এই আহুতি তোমালোকলৈ অৰ্পণ কৰা হৈছে, ই তোমালোকক তৃপ্ত

কৰক।।৫।। এই বগা ঠেং চাৰিটাৰে গাইজনী বাণ হৈ শত্ৰুৰ ওপৰত পতিত হওক। হে কৃত্যাৰূপিণী গাই, তুমি ত্রিসন্ধিৰ সৈন্যৰ সৈতে শত্রু নাশ কৰাঁ।।৬।। শত্রুসেনাৰ চকু মায়াময় ধোৱাঁৰে ঢাক খাই পৰক; (পটহ ধ্বনিত) কাণেৰে একো নুশুনা হৈ পৰক; ত্রিসন্ধ্যাৰ সৈন্যৰ দ্বাৰা পৰাজিত হৈ পতাকাবিলাক (তেজেৰে) ৰঙা হওক।।৭।। আকাশত আৰু দ্যুলোকত বিবিলাক পক্ষীয়ে বিচৰণ কৰি আছে, (মৃত শত্রুসেনাৰ মাংস খাবলৈ) সিহঁত তললৈ নামি আহক। কুকুৰ-শিয়াল আৰু মাখিবিলাকে শ খাবলৈ আৰম্ভ কৰক। মাংসভক্ষী শগুন আদিয়ে মৃতদেহ আঁচুৰি পেলাওক।।৮।। হে বৃহস্পতি, ইন্দ্র আৰু ব্রহ্মাৰ লগত যি প্রতিজ্ঞা কৰিছিলা, হে ইন্দ্র, সেই প্রতিজ্ঞাৰ দ্বাৰা সকলো দেৱতাকে আহ্বান কৰিছোঁ। (হে দেৱগণ) আমাৰ সৈন্যক জয়ী কৰাঁ, শত্রুসৈন্যক নহয়।।৯।। অংগিৰাপুত্ৰ বৃহস্পতি আৰু মন্ত্ৰৰ দ্বাৰা তীক্ষ্ণ হোৱা অন্য ঋষিগণে অসুৰ ক্ষয় কৰা অস্ত্র, দ্যুলোকত স্থিত ত্রিসন্ধিৰ (বজ্ৰৰ) সেৱা কৰক।।১০।। যাৰদ্বাৰা সৌ সূৰ্য ৰক্ষিত হৈছে, আদিত্য-ইন্দ্ৰ উভয়ে স্বস্থানত স্থিত হৈ আছে, সেই ত্রিসন্ধিক (বজ্রক) দেৱতাসকলে বল আৰু ওজস্বিতালাভৰ কাৰণে ভজনা কৰে।।১১।। দেৱতাসকলে এই আহুতিৰ দ্বাৰা সমস্ত লোক জয় কৰিছিল। অংগিৰাপুত্ৰ বৃহস্পতিয়ে (পৃষদাজ্যৰ আহুতি) সিঞ্চন কৰি এই অসুৰ ক্ষয়কাৰী বজ্ৰ নিৰ্মাণ কৰিছিল।।১২।। অংগিৰাপুত্ৰ বৃহস্পতিয়ে সিঞ্চনৰ দ্বাৰা যি অসুৰ-নাশক বজ্ৰ নিৰ্মাণ কৰিছিল, হে বৃহস্পতি, মই সেই বজ্ৰেৰে শত্রুসেনা ছিন্ন কৰিম আৰু বলৰ দ্বাৰা শত্রুহঁতক বধ কৰিম।।১৩।। যিসকল দেৱতাই আমাৰ বষট্কাৰ সহিত প্রদত্ত হৱি গ্রহণ কৰে, তেওঁলোকে আমাৰ শত্রুক পৰাভৱ কৰে; সেই নিচিনা দেৱগণ, তোমালোকে আমাৰ আহুতি গ্ৰহণ কৰাঁ আৰু তাৰ দ্বাৰা সন্তুষ্ট হৈ আমাৰ সেনাক জয়ী কৰাঁ, শত্রুসেনাক নহয়।।১৪।। শত্রুক পৰাভূত কৰি সকলো দেৱতা আমাৰফালে আহক। এই আহুতি ত্রিসন্ধি দেৱতাৰ প্রীতিপ্রদ হওক। (হে দেৱগণ,) যি প্রতিজ্ঞাৰ দ্বাৰা পূৰ্বে অসুৰ জয় কৰা হৈছিল, সেই মহতী প্রতিজ্ঞা এতিয়া ৰক্ষা কৰাঁ।।১৫।। বায়ুৱে শত্ৰুৰ বাণৰ আগবিলাক ভোটা কৰক; ইন্দ্রই শত্রুৰ বাণৰ আগবিলাক ভোটা কৰক; ইন্দ্রই শত্রুৰ বাহু ভাঙি দিয়ক; সিহঁতে অস্ত্ৰ ধৰিব নোৱৰা হওক। আদিত্যই সিহঁতৰ অস্ত্ৰবিলাক নাশ কৰক আৰু চন্দ্ৰই সিহঁত আমাৰ ওচৰলৈ অহা পথ বিচ্ছিন্ন কৰক।।১৬।। (এই মন্ত্রৰ অনুবাদ ৫।৮।৬ মন্ত্ৰৰ সৈতে একে)।।১৭।। হে ত্রিসন্ধি, মাংসভক্ষী ৰাক্ষস আৰু মৃত্যুৰ অনুবৰ্তী হৈ নিজ সেনাৰ সৈতে সৌ সমুখত থকা শত্রুৰ ওচৰলৈ যোৱাঁ। শত্রুবিলাকক জয় কৰাঁ; সিহঁতৰ মাজত সোমাই পৰাঁ।।১৮।। হে ত্রিসন্ধি, তুমি আমাৰ শত্রুবোৰক অন্ধকাৰেৰে ঢাকি

পেলোৱাঁ; দধিমিশ্ৰ আজ্যৰ দ্বাৰা হেঁচা মাৰি ধৰাঁ; কোনো যেন সাৰি যাব নোৱাৰে।।১৯।। সৌ শত্ৰু সেনাগণৰ ওপৰত বগাঠেঙীয়া গাই জপিয়াই পৰক। হে ন্যৰ্বুদি, সৌ শত্ৰুসেনাবিলাক বিমূঢ় হৈ পৰক।।২০।। হে ন্যৰ্বুদি, আমাৰ শত্ৰুগণ বিমূঢ় হওক; তুমি সিহঁতৰ ভালৰো ভালবোৰক বাছি বাছি বধ কৰাঁ। আমাৰ এই সেনাৰ দ্বাৰা বধ কৰাঁ।।২১।। যি (আত্মৰক্ষাৰ কাৰণে) কৱচ ধাৰণ কৰিছে, যি কৱচহীন আৰু যি শত্ৰু ৰথাদি যানত উঠি আছে, সেই সকলো ধনুৰ গুণৰূপ পাশত, কৱচৰ পাশত আৰু ৰথাদিৰ পাশত বদ্ধ হৈ শুই পৰক।।২২।। যিবিলাক শত্ৰু বৰ্মধাৰী আৰু যিবিলাক বৰ্মবিহীন, যিসকলে অস্ত্ৰনিবাৰক ধাৰণ কৰিছে, হে অৰ্বুদি, তুমি নিহত কৰা সেই সকলো মাটিত পৰি থকা শত্ৰুক কুকুৰ-শিয়ালে খাওক।।২৩।। যি শত্ৰু ৰথত উঠি আছে, যাৰ ৰথ নাই, পদাতিক আৰু অশ্বাৰোহী যিসকল আছে, হে অৰ্বুদি, নিহত হোৱা সেই সকলোকে শগুন, শেন আদিয়ে ভক্ষণ কৰক।।২৪।। আমাৰ শত্ৰুসেনাই অস্ত্ৰপ্ৰহাৰত নিহত হৈ সহস্ৰ সহস্ৰ মৃতদেহৰ ৰূপত কুৎসিত জন্ম লাভ কৰক।।২৫।। শোভনপতন বাণৰ দ্বাৰা মৰ্মভেদ হৈ আৰ্তনাদ কৰা, চূৰ্ণ-বিচূৰ্ণ হৈ মাটিত শুই পৰা শত্ৰুবোৰক কুকুৰ-শিয়ালে খাওক। যি শত্ৰুৱে আমাৰ পৃষ্টদাজ্য আহুতিৰ বিৰুদ্ধে যুদ্ধ কৰিব খোজে সেইবিলাকক (কাউৰী শগুনে খাওক)।।২৬।। (বজ্ৰ উৎপাদনৰ কাৰণে) দেৱতাসকলে যি আহুতিৰ অনুষ্ঠান কৰিছে, যি আহুতিৰ শক্তি অপ্ৰতিহত, সেই আহুতিৰে সেই বজ্ৰেৰে, ত্ৰিসন্ধিৰে ইন্দ্ৰই আমাৰ শত্ৰু বিনাশ কৰক।।২৭।।

।।একাদশ কাণ্ড সমাপ্ত।।

# দ্বাদশ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১) [ভূমিসূক্ত]

(ঋষি-অথৰ্বা। দেৱতা—ভূমি। ছন্দ—ত্ৰিষ্টুপ্, জগতী, পংক্তি অষ্টি, শক্বৰী, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী।)

সত্য, বৃহৎ (ব্ৰহ্ম), উগ্ৰ ঋত, দীক্ষা, তপ, মন্ত্ৰ আৰু যজ্ঞই পৃথিৱীক ধাৰণ কৰি আছে। ভূত-ভৱিষ্যতৰ গৰাকী এই পৃথিৱীয়ে আমাক বিস্তৃত স্থান দান কৰক।।১।। মানুহৰ মাজত প্ৰতিবন্ধৰহিত; ওখ, চাপৰ আৰু সমতলবিশিষ্ট, নানা সামৰ্থ্যযুক্ত ওষধিসমূহ যি ধাৰণ কৰি আছে, সেই পৃথিৱী আমাৰ কাৰণে বিশাল ৰূপত প্ৰকাশ পাওক আৰু ঐশ্বৰ্যশালী হওক।।২।। য'ত সমুদ্ৰ আৰু নদী আছে, পানী আছে, য'ত কৃষি আৰু অন্ন উৎপন্ন হয়, য'ত প্ৰাণবান এই জগৎ তৃপ্ত হয়, সেই পৃথিৱীয়ে আমাক প্ৰথম পান কৰা স্থানত প্ৰতিষ্ঠিত কৰক।।৩।। যি পৃথিৱীৰ চাৰিটা দিশ আছে, য'ত কৃষি আৰু অন্ন হয়, যি বহু প্ৰকাৰে এই প্ৰাণবান জগৎ তৃপ্ত কৰিছে, সেই ভূমিয়ে আমাক গো-সম্পদ আৰু অন্নত প্ৰতিষ্ঠিত কৰক।।৪।। য'ত প্ৰথমতে পূৰ্বপুৰুষসকলে বিস্তাৰ লাভ কৰিলে, য'ত দেৱতাসকলে অসুৰগণক পৰাভূত কৰিলে, যি পৃথিৱী গৰু-ঘোঁৰা আৰু চৰাই-চিৰিকতিৰ আশ্ৰয়স্থল, সেই পৃথিৱীয়ে আমাক সম্পদ আৰু শক্তি প্ৰদান কৰক।।৫।। বিশ্বম্ভৰা, বসুমতী, সুপ্ৰতিষ্ঠিতা, বুকুত সুবৰ্ণ ধাৰণকাৰিণী, জগতৰ আশ্ৰয়স্বৰূপা, বৈশ্বানৰ অগ্নি ধাৰণকাৰিণী, ইন্দ্ৰ যাৰ সেচনকাৰী বৃষভ, সেই ভূমিয়ে আমাক সম্পদ দান কৰক।।৬।। যাক দেৱতাসকলে জাগৰিত থাকি প্ৰমাদশূন্য হৈ ৰক্ষা কৰে, সেই ভূমিৰূপা পৃথিৱীয়ে আমাক প্ৰিয় মধু দান কৰক আৰু আমাক তেজস্বিতাসম্পন্ন কৰক।।৭।। যি পৃথিৱী প্ৰথমতে সমুদ্ৰত পানীৰ ওপৰত আছিল, মনীষীসকলে য'ত তেওঁলোকৰ মায়া (কৌশল) সহিত বিচৰণ কৰিছিল, যাৰ অমৃত হৃদয় আকাশত সত্যৰ দ্বাৰা আবৃত হৈ আছে, সেই পৃথিৱীয়ে আমাক মেধা, বল আৰু উত্তম ৰাষ্ট্ৰ প্ৰদান কৰক।।৮।। য'ত গতিশীল জলসমূহ সমান গতিৰে দিনে-ৰাতিয়ে প্ৰমাদৰহিতভাৱে প্ৰবাহিত হৈ থাকে, সেই ভূমিয়ে আমাৰ কাৰণে বহু ধাৰাৰে দুগ্ধ দোহন কৰক আৰু আমাক ওজস্বিতাৰে সিক্ত কৰক।।৯।। যাক অশ্বিনীকুমাৰ দুজনে নিৰ্মাণ কৰিলে, বিষ্ণুৱে য'ত পাদ নিক্ষেপ কৰিলে, শচীপতি ইন্দ্ৰই যাক নিজৰ কাৰণে শত্ৰুশূন্য কৰি ল'লে, সেই ভূমিয়ে আমাৰ কাৰণে মাতৃয়ে সন্তানৰ কাৰণে দুগ্ধধাৰা বোৱাই দিয়াৰ দৰে জলধাৰা বোৱাই দিয়ক।।১০।। হে পৃথিৱী, তোমাৰ পাহাৰ, বৰফযুক্ত পৰ্বতসমূহ

আৰু অৰণ্য অঞ্চল সুখদায়ক হওক। গেৰুৱা, ক'লা, ৰঙা আদি বিবিধ ৰঙৰ সুস্থিৰ মাটিৰে যিখন পৃথিৱী ইন্দ্ৰৰ দ্বাৰা সুৰক্ষিত, মই সেই পৃথিৱীত পৰাজয়ৰহিত, অক্ষত, আঘাতশূন্য হৈ সদাই প্ৰতিষ্ঠিত হৈ থাকিম।।১১।। হে পৃথিৱী, তোমাৰ যি মধ্যভাগ, যি নাভি অংশ, তোমাৰ শৰীৰৰ পৰা যি শক্তি-সম্পদ উত্থিত হয়, তুমি আমাক সেইসমূহত প্ৰতিষ্ঠিত কৰাঁ; আমাক পবিত্ৰ কৰাঁ। ভূমি আমাৰ মাতৃ, আমি পৃথিৱীৰ পুত্ৰ। পৰ্জন্য আমাৰ পিতা, তেওঁ আমাক পোষণ কৰক।।১২।। যি পৃথিৱীত বেদী নিৰ্মাণ কৰে, য'ত সৰ্বকৰ্মযুক্তসকলে যজ্ঞ বিস্তাৰিত কৰে, যি পৃথিৱীত আহুতিৰ আগতে উজ্জ্বল যজ্ঞস্তম্ভ প্ৰতিষ্ঠা কৰা হয়, সেই বৃদ্ধিশীল পৃথিৱীয়ে আমাৰ বৃদ্ধি সাধন কৰক।।১৩।। হে পৃথিৱী, যি আমাক দ্বেষ কৰে, যি আমাৰ বিৰুদ্ধে সৈন্য একত্ৰ কৰে, যি আমাক মনেৰে পৰাভূত কৰে আৰু মাৰাত্মক অস্ত্ৰেৰেও কৰে, হে ভূমি, তুমি তেওঁক আমাৰ সামৰ্থ্যৰ অধীন কৰাঁ।।১৪।। হে পৃথিৱী, তোমাতে জন্ম হোৱা মৰণশীল প্ৰাণীগণে তোমাতে বিচৰণ কৰে। তুমি মনুষ্যাদি দ্বিপদ আৰু গো-মহিষাদি চতুষ্পদ প্ৰাণীগণ ভৰণ-পোষণ কৰা. উদিত সূৰ্যই নিজৰ অমৃতময় জ্যোতিৰে যাৰ উদ্দেশ্যে ৰশ্মি বিস্তাৰিত কৰে, সেই পঞ্চজন [42] মানৱ তোমাৰেই।।১৫।। সেই সূৰ্য ৰশ্মিয়ে আমাৰ কাৰণে প্ৰজা আৰু বাণী দোহন কৰক। হে পৃথিৱী, আমাক মধুৰ বস্তু প্ৰদান কৰাঁ।।১৬।। সমস্তৰে জন্মদাত্ৰী, ওষধিসমূহৰ মাতৃ, সুস্থিৰ ভূমি, ধৰ্মৰ দ্বাৰা ধৃতা, কল্যাণময়ী, সুখপ্ৰদা পৃথিৱীত আমি যেন সদাই বিচৰণ কৰিব পাৰোঁ।।১৭।। হে পৃথিৱী, তুমি মহতী, মহান আশ্ৰয়স্থল; তোমাৰ কম্পন, বেগ, গতিও মহান। তোমাক মহান ইন্দ্ৰই প্ৰমাদৰহিতভাৱে ৰক্ষা কৰি আছে। তুমি আমাক সুবৰ্ণৰ দৰে ভাস্বৰ কৰি তোলাঁ। কোনেও যেন আমাক দ্বেষ নকৰে।।১৮।। অগ্নি ভূমিত, ওষধিত; জলসমূহে অগ্নিক ধাৰণ কৰিছে; অগ্নি শিলত, অগ্নি মানুহৰ অন্তৰভাগত; অগ্নি গৰুত, অগ্নি ঘোঁৰাত।।১৯।। অগ্নিয়ে স্বৰ্গত তাপ দিয়ে; অন্তৰিক্ষ অগ্নিদেৱতাৰ। হব্যবাহী ঘৃতপ্ৰিয় অগ্নিক মনুষ্যগণে প্ৰজ্বলিত কৰে।।২০।। অগ্নিৰ দ্বাৰা আবৃত, কৃষ্ণ বৰ্ণৰ জানুযুক্ত পৃথিৱীয়ে আমাক ধীসম্পন্ন আৰু তীক্ষ্ণ কৰক।।২১।। ভূমিতে দেৱতাসকললৈ যজ্ঞ প্ৰদান কৰে, অলংকৃত হৱি প্ৰদান কৰে। ভূমিতে মৰণধৰ্মা মনুষ্য স্বধা আৰু অন্নেৰে জীয়াই থাকে। সেই ভূমিয়ে আমাক প্ৰাণ আৰু দীৰ্ঘায়ু প্ৰদান কৰক, আমাক বৃদ্ধকাল পৰ্যন্ত জীৱিত ৰাখক।।২২।। হে পৃথিৱী, তোমাৰ যি গন্ধগুণ জল আৰু ওষধিসমূহে ধাৰণ কৰিছে, যি গন্ধগুণ গন্ধৰ্ব আৰু অপ্সৰাগণে সেৱা কৰিছে, তাৰে মোক সুবাসিত কৰাঁ; আমাক যেন কোনেও দ্বেষ নকৰে।।২৩।। তোমাৰ যি গন্ধ নীলপদ্মত প্ৰবিষ্ট হৈ আছে, যাক অমৰগণে সূৰ্যৰ বিবাহত ধাৰণ

কৰিছিল, হে পৃথিৱী, তুমি সেই গন্ধেৰে মোক সুবাসিত কৰাঁ। আমাক যেন কোনেও দ্বেষ নকৰে।।২৪।। তোমাৰ যি গন্ধ মনুষ্যত, নাৰীত, পুৰুষত, যি সৌভাগ্যপ্ৰদ সুখস্বৰূপ, যি অশ্বত, বীৰপুৰুষত, পশুসমহত, হস্তীত বৰ্তমান; যি কন্যাত যি তেজস্বিতাত আছে। হে ভূমি, তুমি তাৰে আমাক সমৃদ্ধ কৰাঁ। আমাক যেন কোনেও দ্বেষ নকৰে।।২৫।। শিল, মাটি, পাথৰ, ধূলি, সেই ভূমিয়ে একত্ৰে সেইবিলাকক ধাৰণ কৰিছে। সেই স্বৰ্ণগৰ্ভা পৃথিৱীক নমস্কাৰ কৰিছোঁ।।২৬।। যি পৃথিৱীত বৃক্ষ-বনস্পতিসমূহ সদাই সুদৃঢ়ভাৱে স্থিত হৈ আছে, সকলোকে ধাৰণ কৰি থকা সেই পৃথিৱীক আমি স্তুতি কৰিছোঁ।।২৭।। আমাৰ সোঁ-ভৰি আৰু বাঁওভৰিৰে উঠা, বহা থিয় হৈ থকা, খোজ কঢ়া আমি যেন ভূমিত কষ্ট নাপাওঁ।।২৮।। পাৱনী, ক্ষমাশীলা, মন্ত্ৰৰ দ্বাৰা বৰ্ধিতা পৃথিৱীক আমি স্তুতি কৰিছোঁ। পোষক আৰু বলপ্ৰদ অন্ন ধাৰণকাৰিণী তোমাক, হে ভূমি, আদি ঘৃত প্ৰদান কৰিছোঁ।।২৯।। আমাৰ শৰীৰলৈ পবিত্ৰ পানী বৈ আহক। আমাৰ অপ্ৰিয়জনৰ ওপৰত আমাৰ ওপৰেদি বৈ যোৱা মলিন পানী নিক্ষিপ্ত হওক। হে পৃথিৱী, পবিত্ৰ পানীৰে মই নিজৰ শৰীৰ পবিত্ৰ কৰিছোঁ।।৩০।। হে ভূমি, তোমাৰ যি পূব, পশ্চিম, উত্তৰ, দক্ষিণ দিশ আছে, সেইবিলাক বিচৰণকাৰী মোৰ কাৰণে সুখদ হওক; এই ভুৱত আশ্ৰিত মই যেন সৰি নপৰোঁ।।৩১।। হে ভূমি, মোৰ পূব, পশ্চিম, উত্তৰ, দক্ষিণ—সকলো ফালে তুমি থাকাঁ। তুমি আমাৰ কাৰণে কল্যাণী হোৱাঁ। আমাক যেন বাটত দস্যুৱে নাপায়; মাৰাত্মক অস্ত্ৰসমূহ আমাৰপৰা বহু দূৰত ৰাখাঁ।।৩২।। হে ভূমি, মই যেতিয়ালৈকে মিত্ৰ সূৰ্যৰ দ্বাৰা তোমাক চাম, তেতিয়ালৈকে যেন মোৰ চকু বছৰৰ পিছত বছৰ ধৰি বিকল নহয়।।৩৩।। হে ভূমি, শুই থাকোঁতে মই সোঁ-ফালে বা বাওঁফালে কাটি হওঁতে, তোমাৰ ওপৰত কামিহাঁড়সমূহ বহলকৈ লগাই পৰি থাকোঁতে, সকলোৰে তলত অৱস্থিত তুমি আমাক হিংসা নকৰিবা।।৩৪।। হে ভূমি, তোমাক যে খানো, সেইখিনি যেন সোনকালে পূৰ হয়। মই যেন তোমাক হৃদয়ত আৰু মৰ্মত আঘাত নকৰোঁ।।৩৫।। হে ভূমি, তোমাৰ গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত ঋতু, বছৰ আৰু দিন-ৰাতিয়ে যেন আমালৈ দুগ্ধ দোহন কৰক।।৩৬।। যি পাৱনী পৃথিৱী সৰ্প হালিলে কম্পিত হয়, য'ত পানীৰ মাজত অগ্নি নিহিত হৈ আছে, যি দেৱহিংসক দস্যুবিলাকক ফল দান নকৰে; যি বৃত্ৰক নহয়, ইন্দ্ৰকহে বৰণ কৰিলে; সেই পৃথিৱীয়ে শক্তিশালী সেচনসমৰ্থ বৃষভৰ উদ্দেশ্যে নিজকে ধাৰণ কৰিলে।।৩৭।। য'ত যজ্ঞৰ মণ্ডপ আছে, য'ত যূপকাষ্ঠ পোতা হয়, য'ত যজুৰ্বিদ ব্ৰাহ্মণসকলে ঋক্ আৰু সাম মন্ত্ৰেৰে অৰ্চনা কৰে, য'ত পান কৰিবৰ কাৰণে ইন্দ্ৰলৈ ঋত্বিক্সকলে সোম সংগ্ৰহ

কৰি থয়,।।৩৮।। য'ত প্ৰাণীগণৰ স্ৰষ্টা প্ৰজাপতি ঋষিসকলে সপ্ত সত্ৰযুক্ত ব্ৰহ্মযজ্ঞ আৰু তপস্যাৰে সৈতে স্তুতিবাণী উদ্‌ঘোষিত কৰে,।।৩৯।। সেই ভূমিয়ে আমি যি ধন কামনা কৰোঁ, সেই ধন আমাক দান কৰক। ভগদেৱতা আমাৰ প্ৰেৰণাপ্ৰদ হওক আৰু ইন্দ্ৰদেৱতা আমাৰ অগ্ৰগামী হওক।।৪০।। যি ভূমিত মানুহে গীত গায়, নৃত্য কৰে, য'ত মানুহে যুদ্ধ কৰে, চিঞৰ-বাখৰ কৰে, দুন্দুভি বজায়, সেই ভূমিয়ে আমাৰ শত্ৰুবোৰক টানি আনক; পৃথিবীয়ে মোক শত্ৰুৰহিত কৰক।।৪১।। য'ত ধান-যৱ, অন্ন উৎপন্ন হয়, য'ত পাঁচবিধ খেতি হয়, সেই বৰ্ষাৰ দ্বাৰা পুষ্ট, পৰ্জন্যপত্নী ভূমিক নমস্কাৰ।।৪২।। যাৰ পুৰ-দুৰ্গ দেৱতাৰ দ্বাৰা নিৰ্মিত, যাৰ ক্ষেত্ৰত কাজিয়া কৰে, বিশ্বগৰ্ভা সেই পৃথিবীৰ প্ৰতি দিশ প্ৰজাপতিয়ে আমাৰ কাৰণে সুখপ্ৰদ কৰক।।৪৩।। বহুপ্ৰকাৰে গুপ্ত স্থানত নিধি ধাৰণ কৰি থকা পৃথিবীয়ে মোক সম্পদ, ৰত্ন, সুবৰ্ণ প্ৰদান কৰক। বহু সম্পদপ্ৰদায়িনী ভূমিদেৱীয়ে প্ৰসন্ন হৈ আমাক ধন প্ৰদান কৰক।।৪৪।। নানাভাষী লোক ধাৰণ কৰা, নানাধৰ্মী লোকক বাসস্থান অনুসৰি ধাৰণ কৰা পৃথিবীয়ে মোৰ কাৰণে সহস্ৰ ধাৰাৰে সুস্থিৰ গাই-গৰুৰ দৰে ধন-সম্পদ দোহন কৰক।।৪৫।। হে পৃথিবী, তোমাত যি সৰ্প, বৃশ্চিক প্ৰাণী হেমন্ত কালত দাঁত সুমুৱাই লৈ গুহাত বাস কৰে, বৰ্ষাৰ আৰম্ভণিতে যিবিলাক কীট, সৰীসৃপ আদিয়ে সজীৱ ৰূপ লাভ কৰি বিচৰণ কৰিবলৈ ধৰে, সেইবিলাক মোৰ ওচৰলৈ বগাই নাহক। যিবিলাক কল্যাণকাৰী প্ৰাণী, তুমি সেইবিলাকেৰে মোক আনন্দিত কৰা।।৪৬।। মানুহে অহা-যোৱা কৰা বাট ৰথৰ বাট, গৰুগাড়ী যোৱা বাট আৰু ভাল আৰু পাপী মানুহ অহা-যোৱা কৰা বাট—এইদৰে তোমাৰ যিমানবোৰ বাট আছে, হে পৃথিবী, আমি সেই সকলোবিলাক শত্ৰুৰহিত, চোৰ-ৰহিত কৰি জয় কৰিম। যিবিলাক পথ কল্যাণময়, তুমি তাৰে মোক আনন্দিত কৰাঁ।।৪৭।। মূৰ্খক ধাৰণ কৰি গুৰুভাৰ বহন কৰা, ভাল মানুহ, পাপী মানুহ উভয়ৰে মৃত্যু সহ্য (শৱ বহন) কৰা পৃথিবীয়ে বৰাহৰ সৈতে একমত হৈ বন্য শূকৰ লাভ কৰে।।৪৮।। যিবিলাক ব্যন্যপ্ৰাণী, বনত থকা সিংহ, বাঘ আদি জন্তু মানুহ খাবলৈ ঘূৰি ফুৰে, শিয়াল, কুকুৰনেছীয়া, ঋক্ষীকা, ৰাক্ষস আদিক, হে পৃথিবী, তুমি আমাৰপৰা আঁতৰত ৰাখাঁ।।৪৯।। গন্ধৰ্ব, অপ্সৰা, অৰায়, কিমীদিন, ৰাক্ষস, পিশাচ, যিবিলাক আছে, হে ভূমি, সেইবিলাকক আমাৰপৰা দূৰত ৰাখাঁ।।৫০।। যাৰ ওপৰত হংস, ঈগল, শেন আদি দুঠেঙীয়া চৰাইবিলাক পৰে, যাৰ ওপৰত বায়ু ধূলি উৰুৱাই বলি থাকে; গছবিলাক কঁপাই থাকে; বতাহৰ লগে লগে য'ত অগ্নিশিখাও কঁপিবলৈ ধৰে।।৫১।। যি পৃথিবীত ৰঙা ক'লা দিন-ৰাতি মিলিত হৈ প্ৰকাশ পায়, বিশাল পৃথিবী বৰ্ষাৰে আবৃত হয়, সেই পৃথিবীয়ে আমাক অনুগ্ৰহ কৰি প্ৰিয়স্থানত স্থাপন কৰক।।৫২।। দ্যুলোক-ভূলোক আৰু অন্তৰিক্ষই মোক বিস্তৃতি

প্ৰদান কৰিছে। অগ্নি, সূৰ্য, জলসমূহ আৰু সমস্ত দেৱতাগণে মোক মেধা প্ৰদান কৰিছে।।৫৩।। মই পৃথিৱীত পৰাভৱকাৰী, মোৰ শ্ৰেষ্ঠ নাম। মই পৰাভৱকাৰী, সকলোকে বশ কৰোঁতা, সকলো দিশতে জয়শীল।।৫৪।। হে দেৱী, সৌ সমুখত তুমি নিজকে বিস্তাৰিত কৰি, দেৱতাসকলৰ দ্বাৰা নিৰ্দেশপ্ৰাপ্ত হৈ মহৎ ৰূপত বিস্তাৰিত হৈ পৰিলা। তেতিয়া তোমাত শুভকৰ্মই প্ৰৱেশ কৰিলে; তুমি চাৰি দিশক উপযুক্ত কৰি তুলিলা।।৫৫।। পৃথিৱীত যিবিলাক গাঁও, অৰণ্য, যিবিলাক সভা আছে আৰু যিবিলাক যুদ্ধৰ মন্ত্ৰণা তথা যুদ্ধ হয়, হে ভূমিদেৱী, সেই সকলোতে আমি তোমাৰ সুন্দৰ কথা কম।।৫৬।। নিজৰ উৎপত্তিকালৰে পৰা পৃথিৱীত বাস কৰা মানুহবিলাকক পৃথিৱীয়ে ঘোঁৰাই ধূলি জোকাৰি পেলোৱাৰ দৰে জোকাৰি পেলাই দিছে। পৃথিৱী ৰমণীয়, অগ্ৰগণ্য, সৃষ্টি ৰক্ষাকাৰিণী, বনস্পতি আৰু ওষধিসমূহৰ ধাৰণকৰ্ত্ৰী।।৫৭।। মই যি কওঁ, সেয়া মধুময় কথা কওঁ; মই যি চাওঁ, সেয়া মোৰ প্ৰিয় হওক। মই যশস্বী, বেগী। যি মোক কম্পিত কৰে, মই তাক আঘাত কৰোঁ।।৫৮।। শান্তিপূৰ্ণ, সুগন্ধি, সুখপ্ৰদ, ওহাৰত মিষ্ট দুগ্ধ থকা গাইৰ দৰে ভূমিয়ে মোক 'মোৰ' বোলক; সাৰস্বৰূপ জলৰ সৈতে পৃথিৱীয়ে মোক অনুগ্ৰহ কৰক।।৫৯।। সমুদ্ৰৰ মাজত ৰাজসত প্ৰৱিষ্ট হৈ থকা যি পৃথিৱীক বিশ্বকৰ্মাই হৱিৰে সৈতে অন্বেষণ কৰিছিল, তেতিয়া মাতৃযুক্তসকলৰ ভোগত ভুজিষ্য (অন্নৰ) পাত্ৰ, যি গোপন স্থানত আছিল, সি প্ৰকট হৈছিল।।৬০।। হে পৃথিৱী, তুমি জনগণৰ বিস্তাৰক ক্ষেত্ৰ, তুমি কামনাপূৰণ কাৰিণী, সুবিস্তৃতা; তোমাৰ যিভাগ কম, তাক ঋতৰপৰা উদ্ভূত প্ৰজাপতিয়ে পূৰণ কৰে।।৬১।। হে পৃথিৱী, তোমাৰ দ্বীপসমূহ আমাৰ কাৰণে ৰোগশূন্য আৰু যক্ষ্মামুক্ত হওক। আমি দীৰ্ঘায়ুৰ দ্বাৰা জাগৰিত থাকি তোমাৰ নৈৱেদ্যদাতা হৈ থাকোঁ যেন।।৬২।। হে ভূমি মাতৃ, কৃপা কৰি তুমি মোক প্ৰতিষ্ঠিত কৰাঁ; হে ক্ৰান্তদৰ্শী, তুমি স্বৰ্গৰ সৈতে একমত হৈ মোক সৌভাগ্য আৰু বিভূতিত স্থিত কৰাঁ।।৬৩।।

## দ্বিতীয় অনুৱাক

### প্ৰথম সূক্ত? [২]

(ঋষি—ভৃগু। দেৱতা—অগ্নি, মন্ত্ৰত কোৱাসকল, মৃত্যু।
ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, পংক্তি, জগতী, বৃহতী, গায়ত্ৰী।)

(হে মাংসভক্ষী অগ্নি,) তুমি নলৰ ওপৰত উঠাঁ। ইয়াত তোমাৰ কাৰণে স্থান নাই। সীহেই তোমাৰ ভাগ; তুমি আহাঁ। যি যক্ষ্মা গৰুত আছে আৰু যি যক্ষ্মা মানুহত আছে, তাৰে সৈতে তুমি তললৈ গুচি যোৱাঁ।।১।। পাপ আৰু দুৰ্ভাৱনানাশক কৰ আৰু অকৰৰ দ্বাৰা সকলো যক্ষ্মা আৰু মৃত্যুক আঁতৰ কৰিছোঁ।।২।। হে অক্ৰব্যাদ্

অগ্নি, আমি মৃত্যু, নির্ঋতি আৰু শত্ৰুক ইয়াৰপৰা আঁতৰাই পঠাইছোঁ। যি আমাক দ্বেষ কৰে, তুমি তাক ভক্ষণ কৰা। যাক আমি দ্বেষ কৰোঁ, তাক তোমাৰ ওচৰলৈ পঠাই দিছোঁ।।৩।। যদি মাংসভক্ষী অগ্নি অথবা বাঘ এই গোশালাত সোমাইছে, তেনেহ'লে তাক মই মাষ-আজ্যৰ দ্বাৰা দূৰ কৰিছো; সি জলত বাস কৰা অগ্নিৰ ওচৰলৈ যাওক।।৪।। মানুহ মৰিলে অন্য মানুহে তোমাক খণ্ডেৰে প্ৰজ্বলিত কৰে হে অগ্নি, সেয়া তোমাৰ সহজসাধ্য কাম। আমি তোমাক পুনৰ প্ৰজ্বলিত কৰোঁ।।৫।। আদিত্যগণ, ৰুদ্ৰগণ, বসুগণে তোমাক পুনৰ প্ৰজ্বলিত কৰিছিল। হে অগ্নি, পুনৰ ব্ৰহ্মা আৰু বসুনীতিয়ে, সেইদৰে শতশৰৎ জোৰা দীৰ্ঘায়ু লাভৰ অৰ্থে ব্ৰহ্মণস্পতিয়ে তোমাক পুনৰ প্ৰজ্বলিত কৰিছিল।।৬।। যি মাংসভক্ষী অগ্নিয়ে অন্য অগ্নিক দৰ্শন কৰি আমাৰ গৃহত প্ৰবেশ কৰিব সেই অগ্নিক মই পিতৃযজ্ঞৰ উদ্দেশ্যে আঁতৰাই পঠাম। সেই অগ্নিয়ে পৰম ধামত সোমৰস তপত কৰককগে।।৭।। মই এই মাংসভক্ষী অগ্নিক দূৰলৈ পঠাই দিছোঁ। অপবিত্ৰ বস্তু বহন কৰা এই অগ্নি যম যাৰ ৰজা, সেইবিলাকৰ ওচৰলৈ যাওক। এই বিধ জাতবেদা অগ্নিয়ে (গৃহস্থিত পবিত্ৰ অগ্নিয়ে) বিবেচনাপূৰ্বক দেৱতাসকললৈ হোমৰ আহুতি বহন কৰি নিয়ক।।৮।। মানুহক বজ্ৰেৰে ভক্ষ কৰা মৃত্যুস্বৰূপ এই মাংসভক্ষী অগ্নিক মই দূৰলৈ পঠাই দিছোঁ। মই গাৰ্হপত্য অগ্নিতকৈ এই অগ্নিক পৃথক বুলি জানোঁ। এই অগ্নি পিতৃলোকতো ভাগ স্বৰূপ হৈ থাকক।।৯।। উকথ্যৰ প্ৰশংসক মাংসভক্ষী অগ্নিক মই পিতৃযান পথেৰে আঁতৰাই পঠাইছোঁ। হে ক্ৰব্যাদ্ অগ্নি,) তুমি দেৱযান পথেৰে আকৌ ইয়ালৈ নাহিবা। তুমি তাতে থাকা; পিতৃগণক জাগৃত হৈ ৰখি থাকা।।১০।। তেওঁলোকে কল্যাণৰ অৰ্থে পবিত্ৰ, শুচি আৰু পবিত্ৰকাৰক হৈ এই শৱ-ভক্ষক অগ্নি প্ৰজ্বলিত কৰে। (তেতিয়া) এই অগ্নিয়ে অপবিত্ৰ বস্তু ত্যাগ কৰি পাপ অতিক্ৰমি যায়। প্ৰজ্বলিত অগ্নিয়ে পবিত্ৰ গুণেৰে (ক্ৰব্যাদ অগ্নিক) পবিত্ৰ কৰি তোলে।।১১।। (এইদৰে পবিত্ৰ হৈ) শৱভক্ষক অগ্নিদেৱতাই স্বৰ্গপৃষ্ঠত আৰোহণ কৰিছে। পাপৰপৰা মুক্ত হৈ সেই অগ্নিয়ে আমাক পাপমুক্ত কৰি গৈছে।।১২।। আমি এই শৱভক্ষক অগ্নিত আমাৰ পাপসমূহ শোধন কৰিছোঁ, যজ্ঞৰ যোগ্য হৈছোঁ, পবিত্ৰ হৈছোঁ। তেওঁ যেন আমাক দীৰ্ঘ জীৱন প্ৰদান কৰে।।১৩।। যজ্ঞৰ জ্ঞাতা সংকসুক, বিকসুক, নিৰ্ঋথ আৰু নিঃস্বৰ অগ্নিসকল দূৰ দূৰণিলৈ গুচি গৈছে আৰু তাত বিনষ্ট হৈছেগৈ।।১৪।। আমাৰ ঘোঁৰাবিলাকত, পুত্ৰপৌত্ৰাদি মনুষ্যসকলত, গৰু, ভেড়া আৰু ছাগলীবিলাকত স্থিত ক্ৰব্যাদ অগ্নিক আমি আঁতৰাই পঠাইছোঁ; এই অগ্নি প্ৰাণীসমূহৰ অনিষ্টকাৰক।।১৫।। যি অগ্নি প্ৰাণীসমূহক অনিষ্টকাৰক সেই ক্ৰব্যাদ্ অগ্নিক আমি মনুষ্য, গৰু-ঘোঁৰা আদিৰ পৰা আঁতৰ কৰিছোঁ। হে ক্ৰব্যাদ অগ্নি, তোমাক আমি আঁতৰ কৰিছোঁ।।১৬।। য'ত

দেৱতাসকল আৰু মনুষ্যগণ শুদ্ধ হয়, হে অগ্নি, সেই ঘৃতপ্ৰক্ষন কৰা অগ্নিত শুদ্ধ হৈ তুমি স্বৰ্গত আৰোহণ কৰা।।১৭।। হে অগ্নি, আহুতি লাভ কৰি প্ৰজ্বলিত হৈ তুমি আমাক এৰি নাযাবা। তুমি ইয়াত উদ্দীপ্ত হৈ থাকা। (গাৰ্হপত্য অগ্নি, তোমাৰ কৃপাত) আমি যেন সুদীৰ্ঘ কাল সূৰ্য দৰ্শন কৰিব পাৰোঁ।।১৮।। (হে মনুষ্য,) তুমি মূৰ-কামোৰণি সীহত মোহাৰি পেলোৱা, নলবনত মোহাৰি পেলোৱা, সংকসুক অগ্নিত মোহাৰি পেলোৱা, মাইকী ভেড়া আৰু মেৰছাগলীত তথা গাৰুত মোহাৰি পেলোৱাঁ।।১৯।। সীহত মল থৈ আৰু গাৰুত মূৰ-কামোৰণি থৈ কণী ভেড়া ছাগলীত মাৰ্জন কৰি তুমি শুদ্ধ হৈ যজ্ঞৰ উপযোগী হোৱা।।২০।। হে মৃত্যু, তুমি দেৱযান-ভিন্ন অন্য পথেৰে গুচি যোৱাঁ। তোমাৰ দৰ্শনশক্তি আৰু শ্ৰৱণশক্তি আছে; সেই কাৰণে তোমাক কৈছোঁ, ইয়াত বহুত পুত্ৰপৌত্ৰাদি (কুশলে) থাকক।।২১।। এই জীৱিত লোকসকল মৃতসকলৰপৰা ঘূৰি আহিছে। আজি আমাৰ যজ্ঞ কল্যাণকৰ হৈছে। আমি নৃত্যৰ ফালে, হাঁহিৰ ফালে প্ৰকৃষ্ট ৰূপত গৈ আছোঁ। আমি যেন সুসন্তানসম্পন্ন হৈ যজ্ঞৰ প্ৰশংসা কৰোঁ।।২২।। জীৱিতসকলৰ কাৰণে এই বেষ্টনী দিছোঁ (যাতে মৃত্যু আহিব নোৱাৰে); এওঁলোকৰ ভিতৰৰ আৰু কোনেও যেন এই অৱস্থা (মৃত্যু) নাপায়। শত শৰৎ জীয়াই থাকি এওঁলোকে যেন পৰ্বতেৰে মৃত্যুৰ উদ্দেশ্যে প্ৰাচীৰ নিৰ্মাণ কৰিব পাৰে।।২৩।। (হে মনুষ্য,) তোমালোকে বৃদ্ধকাল বৰণ কৰি দীৰ্ঘায়ুত আৰোহণ কৰা; (জ্যেষ্ঠ-কনিষ্ঠ) অনুক্ৰমে যত্নবান হোৱা। সুজন্মা ত্বষ্টাদেৱে তোমালোকৰ লগত একত্ৰ হৈ তোমালোকৰ পূৰ্ণ জীৱনৰ দীৰ্ঘায়ুপ্ৰাপ্তি ঘটাওক।।২৪।। যেনেকৈ ইদিনৰ পিছত সিদিন হয়, যেনেকৈ ঋতুৰ লগত ঋতু আহে, যেনেকৈ আগৰটোক পিছৰটোৱে নেৰে, হে ধাতা, তুমি এওঁলোকৰ আয়ুস তেনেকুৱা কৰা (যাতে পিছত ওপজাজন আগতে ওপজাজনতকৈ আগেয়ে নমৰে)।।২৫।। হে সখিসকল, এই অশ্মৱতী নদী বৈ লাগিছে; তোমালোক উত্থিত হোৱা, বীৰতাৰে সৈতে এই নদী পাৰ হোৱা। যিবিলাক অসৎ বস্তু, সেইবিলাক ইয়াতে এৰা; আমি যাতে ৰোগনিবাৰক উত্তম উত্তম অন্ন লাভ কৰিব পাৰোঁ।।২৬।। হে সখিসকল, এই অশ্মৱতী নদী বৈ আছে; তোমালোক উঠা, পাৰ হোৱা; ইয়াতে অসৎ আৰু অমংগলকাৰক বস্তুবিলাক এৰি থৈ যোৱা। আমি যেন কল্যাণ প্ৰদ আৰু সুখকৰ উত্তম উত্তম অন্নৰ ফালে গৈ থাকোঁ।।২৭।। হে শুদ্ধ, শুচি, পবিত্ৰ অগ্নিসকল, বিশ্বদেৱৰ স্তুতি আৰম্ভ কৰা। পাপৰ পথ অতিক্ৰম কৰি আমি সমস্ত পুত্ৰ-নাতিসকলৰ সৈতে শত হেমন্ত জুৰি আনন্দ উপভোগ কৰিম।।২৮।। পৰলোক গমনত বায়ুযুক্ত উত্তৰায়ণৰ মাৰ্গত গতি কৰা ঋষিসকলে সাধাৰণ মানুহক অতিক্ৰম কৰি মৃত্যুৰ পথ এৰিকেইবাৰ এৰাই গৈ পাৰ হৈছে।।২৯।। তোমালোকেও মৃত্যুৰ পথ চেৰাই আহা।

তেতিয়া উৎকৃষ্ট আৰু দীৰ্ঘ আয়ুস লাভ কৰিবা। নিজৰ স্থানত স্থিত হৈ মৃত্যুক আঁতৰাই পঠোৱাঁ। তাৰ পিছত আমি জীৱিত থাকি যজ্ঞৰ গুণ-গৰিমা গাম।।৩০।। এই নাৰীসকল অবিধবা হৈ, সু-পতিযুক্তা তেওঁলোক অঞ্জন আৰু ঘৃতযুক্ত হওক। অশ্ৰুৰহিতা, ৰোগৰহিতা হৈ তেওঁলোকে সুন্দৰ ৰত্নৰ দ্বাৰা বিভূষিত ৰূপত গৃহত (অথবা মিলনস্থানত) প্ৰথমে আৰোহণ কৰক।।৩১।। মই হৱিৰ দ্বাৰা এই দুজনক (গাৰ্হপত্য অগ্নি আৰু শৱভক্ষী ক্ৰব্যাদ অগ্নিক) পৃথক কৰিছোঁ; মন্ত্ৰৰ দ্বাৰা তেওঁলোকক সুকীয়া ৰূপ দিছোঁ। মই পিতৃগণৰ কাৰণে স্বধাক অজৰ-অমৰ কৰিছোঁ; মই এওঁলোকক দীৰ্ঘায়ুসম্পন্ন কৰিছোঁ।।৩২।। হে পিতৃগণ, যি অগ্নি আমাৰ হৃদয়ৰ ভিতৰত প্ৰবিষ্ট হৈ আছে, এজন অমৰ দেৱতা মৰণশীল মানুহত প্ৰবিষ্ট হৈ আছে, মই সেই দেৱতাক আকোৱালি ধৰি আছোঁ। তেওঁ যেন আমাক দ্বেষ নকৰে আৰু আমিও যেন তেওঁক দ্বেষ নকৰোঁ।।৩৩।। (হে মনুষ্য,) গাৰ্হপত্য অগ্নিৰপৰা আঁতৰি গৈ ক্ৰব্যাদ অগ্নিৰে সৈতে দক্ষিণলৈ যোৱাঁ। যি কাম পিতৃগণৰ প্ৰিয়, নিজৰ প্ৰিয় আৰু পুৰোহিতৰ প্ৰিয়, তেনে কাম সম্পন্ন কৰাঁ।।৩৪।। আঁতৰ নকৰা ক্ৰব্যাদ অগ্নিয়ে (আঁতৰ নকৰোঁতাজনৰ) জ্যেষ্ঠপুত্ৰৰ আৰু নিজৰ দুয়োভাগ ধন গ্ৰহণ কৰি ক্ষয়প্ৰাপ্ত কৰে।।৩৫।। ক্ৰব্যাদ অগ্নি যদি আঁতৰ কৰা নহয়, তেনেহ'লে মানুহে যি মাটি-কৰ্ষণ কৰে, যি বস্তু লাভ কৰে আৰু যি বস্তু মূল্য দি পায়, সেই সকলোবোৰ হেৰুৱায়।।৩৬।। তেওঁ যজ্ঞৰ অযোগ্য হয়, তেজস্বিতা হেৰুৱায়, তেওঁৰ দ্বাৰা দেৱতাক হৱি-ভোজন কৰোৱা নহয়; যি ক্ৰব্যাদ অগ্নিক অনুবৰ্তন কৰি থাকে, সেইজনক সেই অগ্নিয়ে কৃষি, গো-ধন আদিৰপৰা বিচ্ছিন্ন কৰে।।৩৭।। ক্ৰব্যাদ অগ্নিয়ে যাক ওচৰত তাপ দিয়ে, তেনে মনুষ্যই অতি দুখ পায়; তেওঁ আৱশ্যকীয় বস্তু লাভৰ অৰ্থ বাৰে বাৰে কাতৰ বচন বুলিব লগা হয়।।৩৮।। নাৰীৰ পতিবিয়োগ ঘটিলে ঘৰখন গ্ৰাহীৰ কবলত পৰে। তেনেস্থলত ক্ৰব্যাদ অগ্নি দূৰ কৰিবৰ কাৰণে এজন বিদ্বান পুৰোহিত বিচাৰিব লাগে।।৩৯।। যিখিনি অপবিত্ৰ বস্তু, যি দূষিত আৰু দুষ্কাৰ্য আমি কৰিছোঁ, জলসমূহে মোক সেই দোষবিলাকৰপৰা আৰু সংকসুক (শৱভক্ষক) অগ্নিৰ সংস্পৰ্শ (দোষৰপৰা) মোক উদ্ধাৰ কৰক।।৪০।। এই জলসমূহ দেৱযান মাৰ্গসমূহেদি দক্ষিণৰপৰা উত্তৰৰ স্থানলৈ যায় আৰু পূৰণি নিজৰা সমূহেই নতুন হৈ বৰ্ষণশীল পৰ্বতৰ গাত ব'বলৈ ধৰে।।৪১।। হে মাংসভক্ষণ নকৰা গাৰ্হপত্য অগ্নি, ক্ৰব্যাদ অগ্নিক আঁতৰ কৰা আৰু দেৱযজনৰ সামগ্ৰী লৈ আহাঁ।।৪২।। এই ব্যক্তিত ক্ৰব্যাদ অগ্নি প্ৰবিষ্ট হৈছে; তেওঁ ক্ৰব্যাদ অগ্নিক অনুসৰণ কৰিছে; নানা প্ৰকাৰে দুটা বাঘ বুলি ধৰি লৈ মই কল্যাণকৰ নোহোৱা ক্ৰব্যাদ অগ্নিক পৃথক কৰিছোঁ।।৪৩।। দেৱতাসকলৰ অন্তৰ্ধি (গোপনীকৰণ) আৰু মনুষ্যগণৰ পৰিধি (ৰক্ষণৰ বেষ্টনী) গাৰ্হপত্য অগ্নি দেৱমনুষ্য উভয়ৰে মধ্য সন্থানত অৱস্থিত।।৪৪।। হে অগ্নি, তুমি জীৱিতসকলৰ আয়ুস বৃদ্ধি কৰাঁ; মৃতসকল পিতৃলোকলৈ

যাওক; শোভন গাৰ্হপত্য অগ্নিয়ে শত্ৰুক দগ্ধ কৰি আমাক প্ৰতিটো উষাতে শ্ৰেষ্ঠতকৈ শ্ৰেষ্ঠতৰ কল্যাণ প্ৰদান কৰক।।৪৫।। হে অগ্নি, সকলো শত্ৰুক বশীভূত কৰি, সিহঁতৰ বল আৰু ধন আমাত স্থাপন কৰা।।৪৬।। এই ঐশ্বৰ্যবান অগ্নিৰ স্তৱন কৰা; তেওঁ তোমালোকক নিন্দনীয় পাপৰ পৰা মুক্ত কৰিব। তেওঁৰ সহায়ত বজ্ৰৰ পৰিৱ খোজা বাণ অপহৃত কৰি নিজক ৰক্ষা কৰা।।৪৭।। হৱি বাল তাৰ বহন কৰা নৌকা স্বৰূপ অগ্নিক স্তৱন কৰা, তেওঁ তোমালোকক নিন্দনীয় পাপৰ পৰা ৰক্ষা কৰিব। সবিতাদেৱৰ এই নাৱত আৰোহণ কৰা। আমি যেন ছয় উৰ্বীৰ দ্বাৰা দুখ-কষ্ট পাৰ হৈ যাব পাৰোঁ।।৪৮।। হে গাৰ্হপত্য অগ্নি, দিনে-ৰাতিয়ে কল্যাণ অনুসৰণ কৰি, ধাৰণ কৰি, কল্যাণত স্থিত হৈ, সুপুত্ৰাদি যুক্ত হৈ, জীৱন সুদীৰ্ঘ কৰি, হে পৰ্বংক স্বৰূপ, ৰোগমুক্ত সুমনযুক্ত আমাক পোষণ কৰি তুমি সুদীৰ্ঘকাল প্ৰজ্বলিত হৈ থাকা।।৪৯।। যোঁৱাই জোকাৰা নল-বনৰ দৰে লৰচৰ কৰি থকা ক্ৰব্যাদ অগ্নি যাৰ ওচৰত থাকে, তেওঁলোকে দেৱতাৰ যজ্ঞাদি বিঘাত কৰি পাপজীৱন যাপন কৰে।।৫০।। ধনৰ কামনাৰে যি শ্ৰদ্ধাহীন লোকে ক্ৰব্যাদ অগ্নিৰ সেৱা কৰে, সেইলোকে সদাই অন্যৰ ঘটত অগ্নিক প্ৰজ্বলিত কৰে।।৫১।। যাক ক্ৰব্যাদ অগ্নিয়ে ওচৰৰপৰা তাপ দিয়ে, তেওঁ বাৰে বাৰে জন্ম-মৃত্যুৰ চক্ৰত পৰে, তেওঁ মনেৰে পতিত হ'বলৈ ইচ্ছা কৰে।।৫২।। হে ক্ৰব্যাদ অগ্নি, কলী ভেড়াছাগলী, সীহ আৰু চন্দ্ৰক বিদ্বানসকলে তোমাৰ ভাগ বুলি কয়। পিহ্য মাহ তোমাৰ কাৰণে হৱনীয় দ্ৰব্য হয়। তুমি অৰণ্যৰ গহ্বৰলৈ যোৱা।।৫৩।। শুকান ইকৰা, তিলপিঞ্জ, দণ্ডন আৰু নলবনক ইন্দ্ৰই তোমাৰ হৱনীয় দ্ৰব্য আৰু ইন্ধন কৰি এই যমৰ অগ্নিক পৃথক কৰিলে।।৫৪।। বিদ্বান গাৰ্হপত্য অগ্নিক সূৰ্যক অৰ্পণ কৰাত দেৱযান মাৰ্গত প্ৰবিষ্ট হ'ল। যাক প্ৰাণদান কৰা হ'ল, তেওঁলোকক মই দীৰ্ঘজীৱনৰ লগত সংযুক্ত কৰিছো।।৫৫।।

## তৃতীয় অনুবাক

### প্ৰথম সূক্ত (৩)

(ঋষি—যম। দেৱতা—স্বৰ্গ, ওদন, অগ্নি। ছন্দ—ত্ৰিষ্টুপ, জগতী, পংক্তি, বৃহতী, ধৃতি।)

হে পুৰুষ, তুমি পুৰুষৰ চৰ্মৰ ওপৰত থিয় হোৱা; তোমাৰ যি নাৰী প্ৰিয়, তেওঁক ইয়ালৈ মাতা; তোমালোক দুয়ো প্ৰথমতে বিমানত মিলিত হৈছিলা, যমৰাজ্যত সেই একে বয়সতে তোমালোক থাকাঁগে।।১।। তোমালোকৰ একেই চক্ষু, একেই বীৰ্য, একেই তেজস্বিতা আৰু একেই শক্তি হওক; প্ৰজ্বলিত কৰাৰ সময়ত অগ্নিয়ে

শৰীৰ একত্ৰ কৰিব; তাৰ পিছত, হে দম্পতী, তোমালোক পক্ক অন্নৰপৰা পুনৰ উদ্ভুত হ'বা।।২।। (এই পক্ক অন্নৰ প্ৰভাৱত) তোমালোক ইহ লোকত একেলগে থাকিবা; দেৱযানমাৰ্গত আৰু যমলোকত একেলগে থাকিবা। পৱিত্ৰ যজ্ঞৰ দ্বাৰা পূত হৈ তোমালোকে যি যি কাৰ্যৰ উদ্দেশ্যে সিঞ্চন কৰিলা, সেইসমূহৰ ফল লাভ কৰাঁ।।৩।। হে জলৰ পুত্ৰসকল, জীৱ-ধন্য হৈ তোমালোক এই জীৱত প্ৰবিষ্ট হোৱাঁ। তোমালোকৰ জন্মদাত্ৰী জলসমূহেই ওদন পাক কৰিছে, সেই জলমসূহৰ অমৃতময় ভাগ তোমালোকে সেৱন কৰাঁ।।৪।। তোমালোক দুজনৰ পিতৃয়ে তোমালোকৰ মাতৃয়ে অকল্যাণকৰ বস্তু আঁতৰ কৰিবৰ উদ্দেশ্যে আৰু বাণীজনিত দোষ দূৰ কৰিবৰ উদ্দেশ্যে যি অন্ন পাক কৰিছে, সেই শতধাৰাযুক্ত অন্নই নিজ মহিমাৰে স্বৰ্গ, অন্তৰিক্ষ আৰু পৃথিৱীত ব্যাপ্ত হৈ পৰিছে।।৫।। (হে দম্পতী,) পৃথিৱী আৰু আকাশত আৰু উভয় লোকত যজ্ঞকৰ্তাই যি স্বৰ্গ লাভ কৰিছে, তাৰ ভিতৰত জ্যোতিৰ্ময় আৰু মধুময় যি লোক, তাত তোমালোক দুজনে বৃদ্ধকালত পুত্ৰৰ লগত মিলিত হৈ কাল কটাবা।।৬।। তোমালোক দুজন আগলৈ (পূবফাললৈ) অগ্ৰসৰ হোৱাঁ। সেই স্বৰ্গলোক শ্ৰদ্ধাবানসকলেহে লাভ কৰে। তোমালোকে যি পক্ক অন্ন অগ্নিৰ ওপৰত ৰাখিছা, হে দম্পতী, তাৰ সুৰক্ষাৰ অৰ্থে তোমালোক একত্ৰ হোৱাঁ।।৭।। দক্ষিণফাললৈ গৈ তোমালোকে এই পাত্ৰ প্ৰদক্ষিণ কৰাঁ। তাতে পিতৃগণৰ সৈতে একমত হৈ যমে তোমালোকৰ পক্ক অন্নৰ কাৰণে অনেক প্ৰকাৰৰ কল্যাণ প্ৰদান কৰিব।।৮।। পশ্চিম দিশত সুখদাতা স্বামী সোমদেৱতা থকাৰ কাৰণে সেই দিশ শ্ৰেষ্ঠ। তাতে তোমালোক স্থিত হোৱাঁ; পুণ্যকৰ্মসমূহৰ লগত জড়িত হোৱা; তাৰ পিছত হে দম্পতী, তোমালোক পক্ক অন্নৰপৰা পুনৰ উদ্ভুত হ'বা।।৯।। প্ৰজাযুক্ত হোৱাৰ কাৰণে শ্ৰেষ্ঠ উত্তৰ দিশে আমাক শ্ৰেষ্ঠতা প্ৰদান কৰক। পংক্তি ছন্দই পুৰুষ ৰূপত প্ৰকাশ পাইছে। সমস্ত অংগবিশিষ্ট পূৰ্ণাংগৰ সৈতে আমি যেন পুনৰ উদ্ভুত হওঁ।।১০।। এই ধ্ৰুৱ পৃথিৱীয়েই বিৰাট্, তেওঁলৈ নমস্কাৰ। তেওঁ মোৰ কাৰণে আৰু মোৰ পুত্ৰসকলৰ কাৰণে মংগলপ্ৰদ হওক। হে অদিতি দেৱী, সমস্ত বৰণীয় বস্তুসম্পন্ন তুমি সুদক্ষ ৰক্ষক এজনৰ দৰে আমাৰ এই পকান্ন ৰক্ষা কৰাঁ।।১১।। পিতাই পুত্ৰক সাৱটি ধৰাৰ দৰে তুমি আমাক সাৱটি ধৰাঁ; এই পৃথিৱীত আমাৰ কাৰণে কল্যাণকৰ বতাহ বলক। দেৱতা দুজনে ইয়াত যি ওদন পক্ক কৰিলে, সেই ওদনে আমাৰ সত্য আৰু তপৰ কথা জনক।।১২।। ক'লা চৰাইটোৱে যদি (কাউৰীয়ে) ইয়ালৈ আহি গাঁতটোত বহেহি অথবা দাসীয়ে আৰ্দ্ৰ হাতেৰে উৰুখল বা মুৰলমাৰিভাল চোৱেহি, তেনে হে জলসমূহ, তোমালোকে তাক পবিত্ৰ কৰিবা।।১৩।। এই গ্ৰাৱা (শিলৰ পটা) আহল-বহল, বলপ্ৰদ আৰু পবিত্ৰ বস্তুৰে শুদ্ধ কৰা। ই যেন ৰাক্ষস আঁতৰাই পঠায়। (হে অন্ন) তুমি

চৰ্মৰ ওপৰলৈ, উঠা; মহান্ কল্যাণ প্ৰদান কৰাঁ; এই দম্পতী যাতে পুত্ৰকৃত পাপত লিপ্ত নহয়।।১৪।। ৰাক্ষস পিশাচক ব্যাহত কৰা এই বনস্পতি দেৱতাসকলৰ সৈতে আমাৰ ওচৰলৈ আহিছে। এই উচ্চস্বৰযুক্তই (প্ৰাৱাই) কথা কওক; তাৰে যাতে আমি সমস্ত জগৎ জয় কৰিব পাৰোঁ।।১৫।। এই ধানসমূহৰ ভিতৰত যিটো পাতল অথচ উজ্জ্বল, তেনেকুৱা সাতোটাৰ চাউল পশুৱে গ্ৰহণ কৰিছে। তেত্ৰিছজন দেৱতাই সেইবিলাক সেৱন কৰে; সেই ওদনে আমাক স্বৰ্গলৈ নিয়ক।।১৬।। (হে ওদন,) তুমি আমাক স্বৰ্গলৈ নিয়া, তাত আমি যেন পুত্ৰ-পত্নীৰ লগত মিলিত হওঁগৈ। তেওঁ মোক ইয়ালৈ অনুগমন কৰক; আমাক যাতে নিৰ্ঋতি আৰু শত্ৰুৱে বশ কৰিব নোৱাৰে, সেই উদ্দেশ্যে মই (তোমাৰ) হাতত ধৰিছোঁ।।১৭।। হে বনস্পতিনিৰ্মিত (মুষল), শোকাদিৰ গ্ৰাস আৰু পাপসমূহক আমি যাতে অতিক্ৰম কৰিব পাৰোঁ, তুমি তাৰ বাবে অন্ধকাৰ দূৰ কৰি মধুৰ শব্দ কৰাঁ। দাপ্তি লোৱা তুমি যেন দেৱতাৰ প্ৰিয় (অথবা আমাক দেৱলোকত উপনীত কৰা) চাউলবোৰ নাভাঙিবা, সিহঁতৰ একো অনিষ্ট নকৰিবা।।১৮।। সৰ্বব্যাপক আৰু ঘৃতপৃষ্ঠ হৈ (হে ওদন,) তুমি সৌ স্বৰ্গলোকত আমাৰে সৈতে একেলগে প্ৰকট হ'বা। বৰ্ষাকালত (নানা উপকৰণেৰে) বৃদ্ধিপ্ৰাপ্ত কুলাখন দিয়াঁ; ই তুঁহ জাবৰবিলাক পৃথক, কৰি পেলাওক।।১৯।। আকাশ পৃথিবী আৰু সৌ অন্তৰিক্ষ, এই তিনিলোক ব্ৰাহ্মণৰ সৈতে সমান। (হে দম্পতী,) তোমালোক দুজনে ঠোকটো লৈ ধৰি থাকাঁ; তোমালোকে (খুন্দা) ধানখিনি জাৰিবলৈ ধৰাঁ, ধানবোৰ কুলালৈকে আকৌ যাওক।।২০।। পশুবিলাকৰ ৰূপ নানা প্ৰকাৰৰ; কিন্তু সমৃদ্ধিসহিত তোমাৰ ৰূপ এটাই। সেই ৰঙা বাকলিখন আঁতৰ কৰাঁ। ধোবাই যেনেকৈ কাপোৰৰ ময়লা আঁতৰ কৰে (সেইদৰে ধানৰ চোকোৰাটো) উৰালে শুচাই দিয়ক।।২১।। (হে কুম্ভ,) তুমি মাটিৰে নিৰ্মিত, তোমাক মাটিতে থৈছোঁ। তোমাৰ এই সদৃশ শৰীৰ মই পৃথক কৰিছোঁ। তোমাৰ যি যি পোৰা হৈছে আৰু আঁচুৰি লিখা হৈছে, সেইবিলাকেদি (ফুটা ওলাই পানী) বৈ নাযাওক; মই মন্ত্ৰেৰে তাক বন্ধ কৰি দিছোঁ।।২২।। পৃথিৱী-নিৰ্মিত তোমাক মই পৃথিৱীতে থৈছোঁ, মাকে পুতেকক স্বাগত জনোৱাৰ দৰে তোমাকো জনাওক। উখা (বস্তু তপতোৱা পাত্ৰ) আৰু কুম্ভ যজ্ঞৰ বেদীত থৰক-বৰক নকৰাকৈ বৈ থাকক; সিহঁতক যজ্ঞৰ সঁজুলিৰে থিতাপি সনা হৈছে।।২৩।। পাক কৰোঁতে অগ্নিয়ে তোমাক ৰক্ষা কৰক; ইন্দ্ৰই পূৰফালৰপৰা, মৰুতে দক্ষিণ ফালৰপৰা, বৰুণে পশ্চিমফালৰ পৰা আৰু সোমে উত্তৰফালৰপৰা তোমাক ৰক্ষা কৰক।।২৪।। পবিত্ৰ কৰ্মসমূহৰদ্বাৰা পবিত্ৰ হোৱা জলসমূহে শুদ্ধ কৰে। জলসমূহ মেঘৰপৰা দ্যুলোকলৈ যায়; পুনৰ ঘূৰি আহি পৃথিৱীৰ লোকসমূহত পৰে। সেই জীৱন্ত, জীৱক ধন্য কৰা জলসমূহ পাত্ৰত ৰাখাঁ। অগ্নি সৰ্বতোভাৱে প্ৰজ্বলিত

হৈ থাকক।।২৫।। সেই জলসমূহ দ্যুলোকৰ পৰা আহে, পৃথিবীক সেৱা কৰে; পৃথিবীৰপৰা আকৌ অন্তৰিক্ষলৈ যায়। এই পবিত্ৰ জলৰাশি পবিত্ৰকাৰক; তেওঁলোকে আমাক স্বৰ্গলোকলৈ লৈ যাওক।।২৬।। প্ৰভুত্বসম্পন্ন সমকক্ষ, শুক্লবৰ্ণ, উজ্জ্বল, অমৃতময়, হে জলসমূহ, দম্পতীয়ে বান্ধি দিয়া চাউল সু-স্বামীৰূপ তোমালোকে সুন্দৰকৈ পাক কৰা।।২৭।। প্ৰাণ-অপানৰ সমতুল্য, ওষধিযুক্ত অসংখ্য জলকণিকাই পৃথিবীক সেৱা কৰে। সুন্দৰ বৰ্ণৰ শুচি অসংখ্য জলকণিকা সিঞ্চিত হৈ শুচিতা প্ৰদান কৰি সৰ্বত্ৰব্যাপ্ত হৈ পৰে।।২৮।। তাপ দিলে এই জলে শব্দ কৰে, যেন আৰু অনেক বুৰবুৰণি তুলি যুদ্ধ কৰে। ঋতুকালত নাৰীয়ে পতিক দেখি মিলিত হোৱাৰ দৰে হে জলৰাশি, তোমালোকো চাউলখিনিৰ লগত মিলি যোৱা।।২৯।। তলিত পৰি থকা চাউলখিনি (লৰণিৰে লৰাই) তুলি দিয়াঁ, যাতে পানীত মিলি যায়। (হে যজমান,) তুমি পাত্ৰেৰে পামী জুখিছা; ইয়াত চাউলো জোখা হ'ল।।৩০।। কাঁচিখনলৈ হাত মেলা, খৰধৰকৈ কাঁচিখন ধৰাঁ; অনিষ্ট নকৰাকৈ ওষধিসমূহ গাঁঠিতে কাটাঁ। সোম যাৰ সৰ্বাত্মক ৰজা, সেই গছ-লতাসমূহ আমাৰ প্ৰতি ক্ষোভযুক্ত নহওক।।৩১।। ওদনৰ অৰ্থে নতুন কুশবন পাৰি দিয়াঁ; ই হৃদয়ৰ প্ৰিয় আৰু চকুত সুন্দৰ লগা হওক। সেই কুশাসনত্তে দেবীসকলৰ সৈতে দেৱতাসকল বহকহি। একেলগে বহি তেওঁলোকে ঋতুগণৰ সৈতে এই পক্ক অন্ন ভোজন কৰক।।৩২।। হে বনস্পতি, দেৱতাসকলে তোমাক অগ্নিষ্টোমৰ তুল্য কৰি দিছে। ত্বষ্টাই চুৰি কটাৰীৰে ইয়াক সুন্দৰকৈ কাটি থৈছে। পাত্ৰত এতিয়া তাক দেখা গৈছে।।৩৩।। এই নিধিৰ ৰক্ষক যজমানে এই পক্ক-অন্নভোজনৰ ফল স্বৰ্গত ষাঠিটা শৰৎকালৰ পিছত লাভ কৰিব। পিতৃগণ পুত্ৰসকলৰ সৈতে তাতে জীয়াই থাকক। এওঁক স্বৰ্গলৈ অগ্নিৰ ওচৰলৈ লৈ যোৱাঁ।।৩৪।। (হে পক্ক ওদন,) ধাৰণকৰ্তা তুমি পৃথিবীৰ ধাৰক স্থানত প্ৰতিষ্ঠিত হোৱাঁ। অচ্যুত তোমাক দেৱতা সকলে লৰচৰ কৰক। তোমাক জীৱিত দম্পতীয়ে জীৱিত পুত্ৰ সমন্বিতে থাকি অগ্নিধানৰপৰা তুলি আনক।।৩৫।। তুমি সকলো লোক জয় কৰি আহিছা। তুমি যিমানবিলাক অভিলাষ আছে, সম্পূৰ্ণভাৱে তৃপ্ত কৰা। তোমালোক দুয়ো (দম্পতী) লৰণি আৰু হেতাৰে ওদন উলিয়াই আনি পাত্ৰত থোৱাঁ।।৩৬।। তাক বাঢ়ি লৈ মেলি দিয়া আৰু ওপৰত ঘিউ ছটিয়াই দিয়া। গাখীৰ খোৱা পোৱালী দেখি গাখীৰৱতী গাই শব্দ কৰি পোৱালীৰ ওচৰলৈ যোৱাৰ দৰে, হে দেৱগণ, তোমালোকো 'হিং' শব্দ কৰি এই ওদনৰ ওচৰলৈ আহাঁ।।৩৭।। (হে যজমান,) তুমি ওদন বিতৰণ কৰি ইহলোক ফলযুক্ত কৰিলা। তুলনাহীন স্বৰ্গ অধিক ব্যাপ্ত হৈ পৰিল। মহিমাযুক্ত এই মৰণশীল ওদনত স্বৰ্গগামী শক্তি আশ্ৰিত। দেৱতাসকলে এওঁক দেৱতাসকলৰ ওচৰত উপনীত কৰক।।৩৮।। পত্নীয়ে যিখিনি

অন্ন সিজালে; হে পত্নী, তুমি যদি পতিতকৈ আগতে যোৱা, তেনেহ'লে তুমি স্বৰ্গত তেওঁৰ লগত মিলিত হ'বাগৈ। তোমালোক একে লোকত থাকিবা আৰু এই ওদন তোমালোকৰ লগত থাকিব।।৩৯।। এওঁৰ যিমানজন পৃথিবীৰ লগত জড়িত আমি দুজনৰ যিমান পুত্ৰ জন্মিছে, সেই সমস্তটিকে এই অন্নপাত্ৰৰ ওচৰলৈ মাতা। নিজৰ কেন্দ্ৰস্থল বুলি জানি শিশুবিলাক একেলগে ইয়ালৈ আহক।।৪০।। সুগন্ধি চাউল মৌৰে সৈতে পৰিমাণত বাঢ়ি তাৰ ধাৰা ঘিঁউ মিশ্ৰিত হৈ অমৃতৰ কেন্দ্ৰৰূপত স্বৰ্গত বৈ আছে; ষাঠিটা শৰৎ পাৰ হৈ যোৱাৰ পিছত নিধিৰক্ষকজনে ইয়াৰ ফল লাভ কৰিব।।৪১।। নিধিপালক যজমানে এই নিধিৰ কামনা কৰক; যিবালক অন্য আছে, তেওঁলোক ইয়াৰ গৰাকী নহয় যেন। আমি প্ৰদান কৰা আৰু নিধিৰূপে স্থিত এই ওদন স্বৰ্গযাত্ৰী হৈ তিনিটা ভাগেৰে তিনিখন স্বৰ্গত আৰোহণ কৰক।।৪২।। দেৱতা নমনা ৰাক্ষসক অগ্নিয়ে সন্তপ্ত কৰক, মাংসভক্ষী পিশাচে ইয়াত শোহা মাৰিবলৈ নাপাওক। আমি তাক আমাৰ ওচৰৰ পৰা আঁতৰাই পঠাম; তাক আমি বাধা দিম। আদিত্যগণে আৰু অংগিৰাসকলে তাক বশ কৰক।।৪৩।। আদিত্যগণলৈ আৰু অংগিৰাসকললৈ এই ঘৃতমিশ্ৰিত মধু প্ৰস্তুত কৰিছোঁ। ব্ৰাহ্মণৰ একো নাশ নকৰা শুদ্ধ হাত দুখনেৰে সৈতে হে সৎকৰ্মকাৰীদ্বয়, তোমালোক স্বৰ্গলোকলৈ যোৱাঁ।।৪৪।। প্ৰজাপতিয়ে যি লোকৰপৰা ফল লাভ কৰিছিল, মই তাৰ উত্তম কাণ্ড লাভ কৰিছোঁ। ঘিঁউ ছটিয়াই দিয়াঁ; ঘিঁউ আনা; ইয়াত সেয়া অঙ্গিৰাৰ ভাগ।।৪৫।। সত্যৰ উদ্দেশ্যে, তপৰ উদ্দেশ্যে, দেৱতাসকলৰ উদ্দেশ্যে এই নিধি, এই ৰত্ন সমৰ্পণ কৰিছোঁ। ই যেন জুৱা খেলত অথবা সমিতিত নেহেৰায়। ইয়াক মোৰ বাহিৰে অন্যক গুৰুত্ব দি প্ৰদান নকৰিবা।।৪৬।। মই ৰান্ধো, মই দিওঁ; হে যজ্ঞাত্মক কৰ্ম, এই কাৰ্যত মোৰ পত্নী লাগি আছে। কুমাৰ অৱস্থাৰ আমাৰ পুত্ৰ আছে, দুয়ো উত্তম যজ্ঞান্নপাক কৰা আৰু দান কৰাঁ।।৪৭।। এই কাৰ্যত কোনো খুঁত নাই; ইয়াৰ অন্য কোনো আধাৰ নাই, ই মিত্ৰসকলৰ লগত মান্তি হৈও নাহে। পূৰ্ণ পাত্ৰ ৰখা হৈছে। পক্ক অন্নই পুনৰ পাক-কৰোঁ তাতে প্ৰৱেশ কৰিব।।৪৮।। প্ৰিয়সকলৰ প্ৰিয় কাম কৰোঁ যেন; আমাক যি দ্বেষ কৰে, সিবিলাক অন্ধকাৰলৈ যাওক। গাই, বলধ, অন্ন, আয়ুস—এইবিলাকে যেন আমাৰ মানুহৰ পৰা ঘটা অপমৃত্যু দূৰ কৰে।।৪৯।। ওষধিসমূহ সেৱা কৰাঁ অগ্নি আৰু জলসমূহ সেৱন কৰা অগ্নি, দুয়ো পৰস্পৰক জানে। যিমান দেৱতাই আকাশত তাপ দিয়ে, তেওঁলোকৰ তপ আৰু হিৰণ্য পাককৰ্তাজনৰ হয়।।৫০।। এই পশু চৰ্মৰদ্বাৰা আচ্ছাদিত; তাৰ চৰ্ম পূৰ্বে মনুষ্যত আছিল। (হে দম্পতী,) অন্য সকলো পশুৰেই নগ্ন নহয়। তোমালোকে ক্ষত্ৰশক্তিৰে নিজক আচ্ছাদিত কৰাঁ। এই ঘৰত বোৱা বস্ত্ৰ ওদনৰ ঢাকনি হওক।।৫১।। জুৱা খেলোঁতে তুমি যি মিছাকথা কৈছিলা,

সমিতিত যি মিছাকথা কৈছিলা, অথবা ধন কামনা কৰি যি মিছাকথা কৈছিলা, সমান সূতাৰে বোৱা কাপোৰেৰে দুয়োজনে নিজকে ঢাকি সকলো দোষ তাত সুমুৱাই দিয়াঁ।।৫২।। তুমি ফলবৰ্ষণ লাভ কৰাঁ; দেৱতাসকলৰ ওচৰলৈ যোৱাঁ; চৰ্মৰপৰা থোঁৱা উৰুউৰাঁ। সৰ্বব্যাপক আৰু ঘৃতপৃষ্ঠ হে তুমি সমান উৎপত্তিৰ এই ব্যক্তিক সৌ স্বৰ্গলোকত পোৱা যেন।।৫৩।। স্বৰ্গলৈ যোৱা (এই ওদনে) বহু প্ৰকাৰে আকৃতি সলায়, ই নিজতে অন্য বৰ্ণ অনুভৱ কৰে। ই কৃষ্ণক জয় কৰিছে, ৰুশতীক পবিত্ৰ কৰিছে; যি ৰোহিত আকৃতি তাক মই অগ্নিত আহুতি দিছো।।৫৪।। পূব দিশলৈ অধিপতি অগ্নিলৈ, ৰক্ষক কৃষ্ণসৰ্পলৈ, বাণসমন্বিত আদিত্যলৈ, আমি তোমাক দান কৰিছোঁ। আমি ইয়াৰপৰা যোৱালৈকে তুমি তেওঁক ৰক্ষা কৰি থাকিবা। তেওঁ যেন আমাৰ ইয়াত নিৰ্দিষ্ট জীৱন কাল বৃদ্ধাৱস্থা পৰ্যন্ত লৈ যায়। বৃদ্ধ অৱস্থাই আমাক মৃত্যুক অৰ্পণ কৰক। তেতিয়া আমি যেন পক্ক ওদনৰ সৈতে স্বৰ্গত আনন্দ লাভ কৰিম।।৫৫।। আমি তোমাক দক্ষিণ দিশলৈ, ইন্দ্ৰলৈ, তিৰশ্চিসৰ্প আৰু যমলৈ দান কৰিছোঁ। আমি ইয়াৰপৰা ইত্যাদি (বাক্য চাৰিটা আগৰ মন্ত্ৰৰ দৰে)।।৫৬।। আমি তোমাক পশ্চিম দিশলৈ, বৰুণলৈ, পৃদাকুসৰ্পলৈ, বাণযুক্ত অন্নলৈ দান কৰিছোঁ। আমি ইয়াৰপৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৫৭।। তোমাক উত্তৰ দিশলৈ, অধিপতি সোমলৈ, ৰক্ষক স্বজ নামৰ সৰ্পলৈ, বাণযুক্ত বজ্ৰলৈ দান কৰিছোঁ। আমি ইয়াৰপৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৫৮।। ধ্ৰুবা দিশলৈ, অধিপতি বিষ্ণুলৈ, ৰক্ষক কল্মাষগ্ৰীবা নামৰ সৰ্পলৈ বাণযুক্ত ওষধিসমূহলৈ অৰ্পণ কৰিছোঁ। আমি ইয়াৰপৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৫৯।। ঊৰ্ধ্বদিশলৈ, অধিপতি বৃহস্পতিলৈ, ৰক্ষক শ্বিত্ৰসৰ্পলৈ, বাণযুক্ত বৰ্ষলৈ আমি তোমাক দান কৰিছোঁ। আমি ইয়াৰপৰা ইত্যাদি (পূৰ্ব্ববৎ)।।৬০।।

## চতুৰ্থ অনুবাক

### চতুৰ্থ সূক্ত (৪)

**(ঋষি—কশ্যপ। দেৱতা—বশা (গাই) ছন্দ—অনুষ্টুপ্।)**

বিচৰা ব্ৰাহ্মণসকলক 'মই দিছোঁ'— এই বুলি ক'ব লাগে। তেতিয়া তেওঁলোকে স্বীকাৰ কৰিলে, তাৰ ফলত সন্তান-সন্ততি লাভ হ'ব।।১।। যি লোকে এই দেৱতাৰ গাই ঋষিপ্ৰভৃতি ব্ৰাহ্মণক দান কৰিব নোখোজে, তেওঁ নিজৰ সন্তান বিক্ৰী কৰাৰ নিচিনা হয় আৰু পশুধনে তেওঁক এৰা দিয়ে।।২।। শিং নথকা বশা গাইৰ (দানৰ) দ্বাৰা জীৰ্ণশীৰ্ণ হ'বলগীয়া হয়; খোৰা গাইৰ দ্বাৰা গাঁতত পৰে; বিকল গাইৰদ্বাৰা ঘৰ পোৰা যায়, আৰু এটা চকু কণা গাইৰ দ্বাৰা ধন সম্পদ নোহোৱা হয়।।৩।। (হে

বশা,) তোমাক দুৰদন্তা বুলি কোৱা হয়। বশা গাইৰ অধিষ্ঠানৰপৰা গৰুৰ গৰাকীৰ বিলোহিত শক্ৰ আৰু সংবিদ্য প্ৰাপ্তি ঘটে।।৪।। ঠেং থকা ঠাইৰপৰা বিক্লিন্দু নামৰ বিপত্তি হয়; যি মুখেৰে তাইৰ ঘ্ৰাণ লয়, সেইজনৰ অজানিতে ক্ষতিসাধন হয়।।৫।। যি বশা গাইৰ কাণ ফুটুৱায়, তেওঁ দেৱতাৰ ক্ৰোধত পৰে; তেওঁ যদি ভাবে, 'মই চিন দিছোঁ', তেতিয়া নিজকে সৰু কৰে।।৬।। কিবা কামৰ কাৰণে যদি তাইৰ নেজৰ চুলি কাটে, তেনে তেওঁৰ কিশোৰ সন্তান মৰে আৰু গৰু-দামুৰী কুকুৰনেছীয়াই খায়।।৭।। গাইজনীৰ গৰাকী উপস্থিত থাকোঁতেই যদি তাইৰ নোমত কাউৰীয়ে খুটিয়াই আমনি দিয়ে, তেতিয়া গৰাকীৰ পুত্ৰ হানি হয় আৰু অজ্ঞাতসাৰে যক্ষ্মাৰোগ হয়।।৮।। যদি তাইৰ গোবৰ আদি দাসজাতীয় তিৰোতাই গোটায়, তেতিয়া গৰাকীজনৰ কুৰূপ, সেই পাপৰপৰা ৰক্ষা পাব নোৱৰা কাৰ্য সংঘটিত হয়।।৯।। বশা গাই দেৱতা আৰু ব্ৰাহ্মণৰ উদ্দেশ্যেই জন্মে। গতিকে সেই গাই ব্ৰাহ্মণক দান কৰিব লাগে; তাকে সম্পত্তিৰক্ষা বোলা হয়।।১০।। যিসকলে এই বশা গাই লাভ কৰে, তেওঁলোকৰ কাৰণে দেৱতাসকলে তাইক প্ৰস্তুত কৰিছে। যি তাইক পৰম প্ৰিয় বুলি ভাবিছে (আৰু দান কৰা নাই), তেওঁক ব্ৰাহ্মণৰ বিপত্তিসাধক বুলি কোৱা হৈছে।।১১।। যি ঋষি আদি যাচকক এই গাই দিবলৈ ইচ্ছা নকৰে, তেওঁ দেব-ব্ৰাহ্মণৰ কোপভাজন হয়।।১২।। যিজনে গাইজনী কিবা কামত লাগিব বুলি ভাবিছে, তেওঁ অন্য গাই বিচাৰি লওক। বিচৰা লোকক দান নকৰা বশা গাইয়ে গৰাকীৰ অনিষ্ট সাধন কৰে।।১৩।। থ'বলৈ দিয়া সম্পদ যেনেকুৱা, বশা গাই সেইদৰে ব্ৰাহ্মণৰ সম্পদ। সেইকাৰণে তাই যাৰ ঘৰতে জন্ম নহওক লাগে, প্ৰকৃত গৰাকী ব্ৰাহ্মণসকল তাইৰ ওচৰলৈ আহিবই।।১৪।। বশা গাইৰ সমুখলৈ অহা ব্ৰাহ্মণ নিজৰ ধনৰ অভিমুখে আহে। তাইৰ প্ৰতি বিমুখ হোৱা মানেই অন্য প্ৰকাৰে নিজৰ হানি ঘটোৱা।।১৫।। হে নাৰদ, মাত চিনি পোৱা নোহোৱাকৈ তাই তিনি বছৰলৈকে থাকিব পাৰে; যেতিয়াই তাই বন্ধ্যা গাই বুলি জানিব, তেতিয়াই ব্ৰাহ্মণ বিচাৰিব।।১৬।। যেয়ে এই দেৱতাৰ ন্যাসৰ ধনস্বৰূপ বশা গাইজনীক বশা নুবুলিব, তেওঁলৈকে ভৱ আৰু শৰ্ব দেৱতাই গৈ শৰ নিক্ষেপ কৰিব।।১৭।। যি তাইৰ ওহাৰ আৰু বাটকেইটাৰ কথা নাজানে (অৰ্থাৎ তাইৰপৰা লাভ কৰিবলৈ নিবিচাৰে), তেওঁ যদি তাইক দান কৰিব পাৰে, তেনে তাই সেই দুয়োটাৰে ফল তেওঁক দান কৰে।।১৮।। এই দুৰদন্তা গাইজনী কোনোবাই খুজিলে দান কৰিবলৈ যদি ইচ্ছা নকৰে, তেতিয়া তেওঁৰ বাঞ্ছিত অভিলাষ পূৰণ নহয়।।১৯।। দেৱতাসকলে ব্ৰাহ্মণৰ মুখেৰে বশা গাই খোজে; তেওঁলোকক গাইজনী নিদিলে গৰাকীজন সেইসকলৰ ক্ৰোধৰ পাত্ৰ হয়।।২০।। ব্ৰাহ্মণক গাইজনী

দান নকৰিলে, দেৱতাৰ ন্যাসৰ ভাগ আত্মসাৎ কৰাৰ বাবে সেই মানুহ পশুৰো কোপভাজন হয়।।২১।। অন্য শতজন ব্ৰাহ্মণেও যদি বশা গাইজনী গৰাকীক খোজে, তথাপি দেৱতাই এইবুলি কয়— তাই বিদ্বান জনৰহে।।২২।। যি এই গাই বিদ্বানক নিদি অন্যক দান কৰে, সেইজনৰ কাৰণে পৃথিৱী আৰু অন্য দেৱতা দুৰ্গম হৈ পৰে।।২৩।। যাৰ ঘৰত এই গাইৰ জন্ম হয়, দেৱতাসকলে তেওঁকে খোজে। সেই কথা জানি নাৰদে দেৱতাসকলৰ সৈতে তাইক খেদি লৈ যায়হি।।২৪।। ব্ৰাহ্মণসকলে খোজা সত্ত্বেও যি বশা গাই দান নকৰি নিজলৈ ৰাখে, তেতিয়া সেই মানুহ নিঃসন্তান আৰু পশুধনৰহিত হয়।।২৫।। ব্ৰাহ্মণসকলে গাইজনী অগ্নিষোম, কাম, মিত্ৰ আৰু বৰুণৰ উদ্দেশ্যে খোজে। নিদিলে মানে গৰাকীজন তেওঁলোকৰ ক্ৰোধত পৰে।।২৬।। যেতিয়ালৈকে গৰাকীজনে নিজে ঋক্ (ব্ৰাহ্মণে খোজা বাণী) নুশুনে, তেতিয়ালৈকে তাই তেওঁৰ গৰুবিলাকৰ লগতে থাকিব; কিন্তু শুনাৰ পিছত তাই তেওঁৰ ঘৰত থকা উচিত নহয়।।২৭।। যি তাইৰ সম্পৰ্কত এনে কথা শুনিও গৰুৰ লগতে ৰাখে, সেইজনৰ আয়ুস আৰু ঐশ্বৰ্যবিভূতি দেৱতাসকলে ক্ৰুদ্ধ হৈ বিনষ্ট কৰে।।২৮।। দেৱতাসকলৰ ন্যাসৰ ধন বশা গাইজনীয়ে অনেক প্ৰকাৰে বিচৰণ কৰি যেতিয়া স্থান বিনষ্ট কৰিব খোজে, তেতিয়া তাই নানা ৰূপ ধাৰণ কৰে।।২৯।। যেতিয়া স্থান ইন্দ্ৰৰ কোপত পৰে।।৫১।। যি লোকে গৰুৰ গৰাকীজনক বশা গাই দান নকৰিবলৈ কয়, সেই ঠগবিলাক ৰুদ্ৰৰ অস্ত্ৰৰ লক্ষ্য হয়।।৫২।। আহুতি দিয়া বা নিদিয়া বশা গাই যি ঘৰতে পাক কৰে, সেই মানুহ দেৱ-ব্ৰাহ্মণৰ লগত সংঘৰ্ষত পৰে আৰু তেওঁ লোকত দুৰ্গতি ভোগ কৰে।।৫৩।।

## পঞ্চম অনুবাক

### পঞ্চম সূক্ত (৫)

**(১মৰ পৰা ৭ম পৰ্যায় পৰ্যন্ত)**

**(ঋষি—কশ্যপ। দেৱতা—ব্ৰহ্মগৱী। ছন্দ—অনুষ্টুপ, পংক্তি, উষ্ণিক্, ত্ৰিষ্টুপ্, গায়ত্ৰী, জগতী, বৃহতী।)**

**(১)**

**শ্ৰম আৰু তপস্যাৰ দ্বাৰা সৃষ্ট, ব্ৰাহ্মণৰ দ্বাৰা প্ৰাপ্ত (এই ধেনু) ঋত (অৰ্থাৎ পৰম ব্ৰহ্মত) আশ্ৰিত।।১।। সত্যৰ দ্বাৰা আবৃত, শ্ৰীৰ দ্বাৰা পৰিবেষ্টিত, যশস্যাৰদ্বাৰা পৰিবৃত,।।২।। স্বধাৰ দ্বাৰা পৰিহিত, শ্ৰদ্ধাৰ দ্বাৰা প্ৰতিষ্ঠিত, দীক্ষাৰ দ্বাৰা ৰক্ষিত আৰু যজ্ঞত সুদৃঢ়ভাৱে স্থিত এই ধেনুৰ খুটি হৈছে এই লোক।।৩।। এই গাইৰ দ্বাৰা ব্ৰহ্মপদ**

লাভ হয় আৰু আৰু ব্ৰাহ্মণ তাইৰ গৰাকী।।৪।। এই ব্ৰহ্মগৱীৰ (ব্ৰাহ্মণৰ গাই) অপহৰণকাৰী ক্ষত্ৰিয়ৰ সত্যবচন, বীৰ্য, পুণ্য আৰু সৌভাগ্য আঁতৰি যায়।।৫-৬।।

(২)

ওজঃ, তেজস্বিতা, বল-শক্তি, বাণী, ইন্দ্ৰিয়, সৌভাগ্য, আৰু ধৰ্ম।।৭।। বেদ, ক্ষত্ৰবল, ৰাষ্ট্ৰ, প্ৰজা, দীপ্তি, যশ, বৰ্চ আৰু ধন-সম্পদ।।৮।। আয়ুস, ৰূপ, নাম, কীৰ্তি, প্ৰাণ আৰু অপান, চকু আৰু কাণ।।৯।। দুগ্ধ, ৰস, অন্ন, ভোজন, ঋত, সত্য, ইষ্টাপূৰ্ত, সতি-সন্ততি আৰু পশুসমূহ।।১০।। ব্ৰাহ্মণক কষ্ট দি ব্ৰহ্মগৱী অপহৰণ কৰা ক্ষত্ৰিয়ৰ এই সকলোবিলাক আঁতৰি যায়।।১১।।

(৩)

ব্ৰাহ্মণৰ এই ভয়ংকৰ গাইজনী, মাৰাত্মক বিষযুক্ত, ঢাক খাই থকা সাক্ষাৎ কৃষ্ণৱজ কৃত্যাস্বৰূপ।।১২।। এই গাইজনীত সমস্ত বিকৰাল কৰ্ম আৰু সমস্ত মৃত্যুকাৰক উপাদান ব্যাপ্ত হৈ আছে।।১৩।। তাইত সমস্ত নিষ্ঠুৰ কৰ্ম আৰু সমস্ত পুৰুষঘাতক কাৰণ সোমাই আছে।।১৪।। এই ব্ৰহ্মগৱী যদি ব্ৰাহ্মণৰপৰা কাঢ়ি নিয়া হয়, তেতিয়া সেই ব্ৰাহ্মণদ্বেষী দেৱনিন্দক ব্যক্তিক মৃত্যুৰ বন্ধনত বান্ধি পেলায়।।১৫।। সঁচাকৈয়ে তাই এক শতঘ্নী বাণ, ব্ৰাহ্মণদ্বেষীৰ বিনাশস্বৰূপ।।১৬।। সেই কাৰণে ব্ৰাহ্মণৰ গাই ঘোৰৰূপা বুলি বিদ্বানসকলে জানে।।১৭।। সেই গাই দৌৰাৰ সময়ত বজ্ৰসদৃশ আৰু ওপৰলৈ উঠাৰ সময়ত অগ্নিতুল্য।।১৮।। খুৰা দওাৰ সময়ত তাই মাৰাত্মক অস্ত্ৰ, উপেক্ষা কৰিলে মহাদেৱ।।১৯।। চোবাৰ সময়ত ধাৰ লগা চোকা, অৱমাননা কৰিলে গৰ্জি উঠে।।২০।। হিঁ, কৰাৰ সয়মত মৃত্যুতুল্য, নেজ জোকৰাৰ সময়ত উগ্ৰ দেৱতা।।২১।। কাণ দুখন মূচৰিলে তাই সৰ্ববিঘাতক, মূত্ৰত্যাগ কৰাৰ সময়ত ৰাজযক্ষ্মা।।২২।। গাখীৰ খীৰোৱাৰ সময়ত অস্ত্ৰ, খীৰাই অটোৱাৰ সময়ত মূৰ-কামোৰণি।।২৩।। ওচৰলৈ গ'লে শৰীৰ দুৰ্বল হয়, মোহাৰি দিলে পৰস্পৰে কাজিয়া লাগে।।২৪।। মুখ ঢাকি ধৰিলে শৰতুল্য আৰু বধ কৰিলে পৰম দুৰ্গতি।।২৫।। বহিৰ খোজোঁতে মাৰাত্মক বিষাক্ত, বহাৰ পিছত অন্ধকাৰৰূপা।।২৬।। এই ব্ৰাহ্মণৰ গাইয়ে ব্ৰাহ্মণবিদ্বেষীৰ পিছে পিছে গৈ তেওঁৰ প্ৰাণ বিনষ্ট কৰে।।২৭।।

(৪)

কৰ্তন কৰিলে তাই শত্ৰুতা আৰু ভাগ কৰিলে পুত্ৰব্যথাদিকা হয়।।২৮।। হৰণ কৰিব খুজিলে দেৱতাৰ অস্ত্ৰ আৰু হৰণ কৰিলে পতন।।২৯।। স্থাপন কৰিলে পাপ, অৱজ্ঞা কৰিলে কৰ্কশতা।।৩০।। তাপ দি থাকোঁতে বিহ আৰু তাপ দি হ'লে জ্বৰ; সিজাই থাকোঁতে পাপ, সিজাই হ'লে দুঃস্বপ্ন।।৩১,৩২।। ঘূৰাই দিওঁতে মূল

উচ্ছেদকাৰিণী, ঘূৰাই হ'লে ক্ষয়প্ৰাপ্তি।।৩৩।। ঘ্ৰাণ ল'লে সংজ্ঞাহীনতা, দাণ্ডি ল'লে শোক, দাণ্ডি হ'লে বিষাক্ত সাপ।।৩৪।। উপহাৰ দিলে বিভূতিনাশ, উপহাৰ দিয়াৰ পিছত পৰাভবৰূপা।।৩৫।। সাজ পিন্ধাব খুজিলে ক্ৰুদ্ধ শৰ্বদেৱতা, পিন্ধাই হ'লে শিমিদা।।৩৬।। ভোজন কৰি থাকোঁতে ধ্বংসপ্ৰাপ্তি আৰু ভোজন কৰি হ'লে নিৰ্ঋতি দেৱতা।।৩৭।। যেতিয়া ভোজন কৰা হয় তেতিয়া এই ব্ৰহ্মগৱীয়ে ব্ৰাহ্মণৰ অনিষ্টকাৰীক ইহলোক, পৰলোক, উভয়ৰে পৰা বিচ্ছিন্ন কৰে।।৩৮।।

(৫)

তাইক বধ কৰা মানেই কৃত্যাই লগ লোৱা, কটা মানেই মাৰণাস্ত্ৰ, তাইৰ গোবৰ পবিত্ৰ মন্ত্ৰ।।৩৯।। তাইক লুকুৱাই থোৱা মানে গৃহহীন হোৱা।।৪০।। ব্ৰহ্মগৱীয়ে ক্ৰব্যাদ অগ্নি হৈ ব্ৰাহ্মণবিদ্বেষীৰ শৰীৰত প্ৰবিষ্ট হৈ তেওঁক ভক্ষণ কৰে।।৪১।। তেওঁৰ সকলো অংগ-প্ৰত্যংগ, জোৰা, শিপা তাই ছিণ্ডি পেলায়।।৪২।। তাই পিতৃবান্ধৱসকলক ছেদ কৰে আৰু মাতৃবান্ধৱসকলক অপমানিত কৰে।।৪৩।। ক্ষত্ৰিয়ই লৈ গৈ যদি ব্ৰহ্মগৱী ঘূৰাই নিদিয়ে, তেতিয়া তাই সেই ব্ৰাহ্মণদ্বেষীৰ বিবাহসম্পৰ্কিত সমস্ত জ্ঞাতিক বিনষ্ট কৰে।।৪৪।। যি ক্ষত্ৰিয়ই বিদ্বান ব্ৰাহ্মণৰ গাই অপহৰণ কৰে, তেওঁক এই ব্ৰহ্মগৱীয়ে আশ্ৰয়হীন, গৃহহীন, সন্তানহীন কৰে; সেই ব্যক্তি পৰম্পৰাবিহীন হৈ ক্ষয়প্ৰাপ্ত হয়।।৪৫,৪৬।।

(৬)

সেইজনৰ মৃত্যুত শগুনে ততালিকে কোঢ়াল লগায়।।৪৭।। তেওঁক দাহ কৰা ঠাইত দীঘলচুলীয়া তিৰোতাই হাতেৰে বুকু ঢকিয়াই ৰাওচি জুৰি নৃত্য কৰে।।৪৮।। ততালিকে তেওঁৰ ঘৰত কুকুৰনেছীয়া সোমাই চিঞৰিবলৈ ধৰে।।৪৯।। ততালিকে এই বুলি তেওঁৰ কথা কয়—"কি আছিল, কি হ'ল?"।।৫০।। এই গৰুচোৰক কাটি পেলোৱাঁ, ছিণ্ডি পেলোৱাঁ, সেকা দিয়াঁ, দগ্ধ কৰাঁ।।৫১।। হে অংগিৰসকন্যা, তুমি এই ব্ৰাহ্মণৰ অনিষ্টকাৰীক বিনাশ কৰাঁ।।৫২।। তোমাক আবৃতা হৈ থকা বৈশ্বদেৱী কুলবজ কৃত্যা বুলি কোৱা হয়।।৫৩।। দাহ কৰা, দগ্ধ কৰা ব্ৰাহ্মণৰ বজ্ৰ; তীক্ষ্ণধাৰ মৃত্যু হৈ তুমি দৌৰ দিয়াঁ; অপহৰণকাৰীৰ তেজ, ইষ্টাপূৰ্ত, শুভকামনা কাঢ়ি নিয়াঁ।।৫৪-৫৬।। অপহৰণকাৰীৰ জীৱন কাঢ়ি লৈ সৌ পৰলোকলৈ পঠোৱা।।৫৭।। হে অবধ্যা গাই, তুমি ব্ৰাহ্মণৰ অভিশাপেৰে সৈতে অপহৰণকাৰীৰ ভৰিত শিকলিস্বৰূপ হোৱাঁ।।৫৮।। তুমি অস্ত্ৰ, বাণ হোৱা; পাপৰ ফলত মাৰাত্মক বিহ হৈ পৰা।।৫৯।। অপৰাধী ব্ৰাহ্মণবিদ্বেষীজনৰ, দেৱহিংসকজনৰ শিৰশ্ছেদ কৰাঁ।।৬০।। তুমি বধ কৰা, মৰ্দন কৰা দুষ্টচিত্তৰ লোকক অগ্নিয়ে ভস্ম কৰক।।৬১।।

(৭)

হে অবধ্যা, তেওঁক কাটা, ছিন্ন কৰা, দাহ কৰা, ভস্ম কৰা; হে অবধ্যা, দেৱী, তুমি ব্ৰাহ্মণবিদ্বেষীজনক সমূলে ভস্ম কৰা।।৬২,৬৩।। তেওঁ যাতে যমৰ স্থানৰপৰা পাপলোকলৈ যায়।।৬৪।। হে দেৱী অঘ্ন্যা, ব্ৰাহ্মণৰ অনিষ্টসাধক, অপৰাধী, দেৱহিংসক, অনুদাৰ সেই ব্যক্তিক তুমি এনেকুৱা কৰা—শতপৰ্ব বজ্ৰ আৰু তীক্ষ্ণ ক্ষুৰেৰে স্কন্ধ ছেদ কৰা, শিৰ ছিন্ন কৰা।।৬৫-৬৭।। তেওঁৰ চুলিবোৰ কাটি পেলোৱা; ছালখন বখলিয়াই পেলোৱা।।৬৮।। তেওঁৰ মাংস কাটি টুকুৰা টুকুৰ কৰা; স্নায়ুবোৰ ঘুকটি পেলোৱা; হাড়ত পীড়া কৰা, মজ্জা মৰিয়াই পিঠা কৰা; তেওঁৰ সমস্ত অংগ-প্ৰত্যংগ, গাৰ জোৰা ঢিলা-সোলোকা কৰি দিয়া।।৬৯-৭১।। ক্ৰব্যাদ অগ্নিয়ে তেওঁক পৃথিৱীৰপৰা আঁতৰ কৰক, দগ্ধ কৰক; বায়ুৱে মহান অন্তৰীক্ষৰপৰা আঁতৰাই পঠাওক।।৭২।। সূৰ্যই তেওঁক দ্যুলোকৰপৰা আঁতৰ কৰক, তেওঁক দগ্ধ কৰক।।৭৩।।

।।দ্বাদশ কাণ্ড সমাপ্ত।।

# ত্ৰয়োদশ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি-ব্ৰহ্মা। দেৱতা—অধ্যাত্ম, ৰোহিত, আদিত্য, মৰুৎগণ, অগ্নি আৰু মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, জগতী, পংক্তি, গায়ত্ৰী, উষ্ণিক্, অনুষ্টুপ্, বৃহতী।)

হে শক্তিশালী সূৰ্য, তুমি অন্তৰিক্ষত (অথবা জলত) সোমাই আছা। তুমি উদিত হোৱাঁ; সত্য আৰু প্ৰিয়বচনযুক্ত হৈ (অথবা সুখসমৃদ্ধ) এই ৰাষ্ট্ৰত প্ৰৱেশ কৰাঁহি। যি এই সমগ্ৰ বিশ্ব জন্ম দিছে, সেই ৰোহিত দেৱতাই তোমাক ৰাষ্ট্ৰৰ ভৰণকৰ্তাৰূপে ভৰণ-পোষণ কৰক।।১।। জলৰ মাজত থকা শক্তি (অথবা অন্ন) ওলাই আহিল; তোমাৰপৰা উদ্ভূত হোৱা প্ৰজাসমূহত তুমি আৰোহণ কৰাঁ। সোম ধাৰণ কৰি তুমি জল ওষধিসমূহ, গোসমূহ, দ্বিপদ-চতুষ্পদ জন্তুসমূহ ইয়াত প্ৰৱিষ্ট কৰোঁৱা।।২।। হে উগ্ৰ মৰুৎগণ, তোমালোক চিত্ৰ-বিচিত্ৰ মাতৃৰ সন্তান, ইন্দ্ৰৰ সৈতে তোমালোকে আমাৰ শত্ৰু নিধন কৰাঁ। ৰোহিতে সু-দাতা, সুস্বাদু দ্ৰব্যত তৃপ্তি লাভ কৰা তিনি-সাতগুণ সংখ্যক মৰুৎগণৰফালে মনোযোগ দিব।।৩।। ৰোহিত (বৰ্ণৰ সূৰ্য) উদিত হৈছে, ওপৰলৈ উঠিছে, ওপৰত অধিষ্ঠিত হৈছে, জনয়িত্ৰীগণৰ ভ্ৰূণৰূপ তেওঁ জন্মদাতাসকলৰ জননাংগত আৰোহণ কৰিছে। ছয় উৰ্বীয়ে (সুবিস্তৃত দিক্‌সমূহে) তেজোমণ্ডিত কৰা তেওঁক সম্যক্‌ভাবে প্ৰকট কৰি তুলিছে। সুন্দৰকৈ পথ চাই-চিতি লৈ তেওঁ ইয়ালৈ ৰাষ্ট্ৰ আহৰণ কৰি আনিলে।।৪।। ৰোহিতে ইয়ালৈ তোমাৰ ৰাষ্ট্ৰ আনয়ন কৰিলে, স্পৰ্ধাকাৰী আঁতৰ হ'ল; তুমি ভয়ৰহিত হ'লা। সেই নিচিনা তোমাৰ বাবে দ্যাবাপৃথিৱীয়ে ৰেৱতী আৰু শক্কৰীসমূহৰ সৈতে বাঞ্ছিত দ্ৰব্য দোহন কৰক।।৫।। ৰোহিতে দ্যুলোক-ভূলোক প্ৰকট কৰিলে; পৰমেষ্ঠী প্ৰজাপতিয়ে তাতে সূতা মেলিলে; তাতে একপদবিশিষ্ট অজই [43] আশ্ৰয় গ্ৰহণ কৰিলে; তেওঁ বলৰদ্বাৰা আকাশ আৰু পৃথিৱীক সুদৃঢ় কৰিলে।।৬।। ৰোহিতে আকাশ আৰু পৃথিৱীক সুদৃঢ় কৰিলে, তেওঁ দুখৰহিত স্বৰ্গক দৃঢ়ভাৱে স্থিত কৰিলে, তেওঁ অন্তৰীক্ষ আৰু অন্য লোকসমূহ নিৰ্মাণ কৰিলে, তেওঁৰদ্বাৰা দেৱতাসকলে অমৃত লাভ কৰিলে।।৭।। ৰুহ আৰু প্ৰৰুহগণক সম্যকভাৱে প্ৰকট কৰি ৰোহিতে (সূৰ্যই) সমস্ত ৰূপৰাজি স্পৰ্শ কৰিলে। মহৎ মহিমাৰে আকাশত আৰোহণ কৰি সূৰ্যই তোমাক ঘৃত-দুগ্ধৰে সম্পন্ন কৰি তোলক।।৮।। তোমাৰ যি ৰোহণ, প্ৰৰোহণ আৰু আৰোহণশীল আৰু দ্যুলোকক ভৰণ-পোষণ কৰা, সিবিলাকৰ দুগ্ধ সদৃশ কৰ্মৰদ্বাৰা বৃদ্ধিপ্ৰাপ্ত হৈ তুমি ৰোহিতৰ ৰাষ্ট্ৰত

প্ৰজামণ্ডলীৰ প্ৰতি সজাগ হৈ থাকাঁ।।৯।। তোমাৰ যিসকল তপোবলৰ পৰা উদ্ভূত প্ৰজা আছে, যিসকল গায়ত্ৰীৰূপ বৎসৰ পিছত ইয়ালৈ আহিছে, সেইসকলে কল্যাণময় চিত্তেৰে সৈতে তোমাত প্ৰৱেশ কৰক, বৎস-সদৃশ ৰোহিত মাতৃ-সমন্বিতে তোমাৰফালে আহক।।১০।। যুবক কবি (ক্ৰান্তদৰ্শী) ৰোহিত ওখ হৈ সমস্ত ৰূপ উদ্ভূত কৰি স্বৰ্গত স্থিত হৈছে। তীব্ৰ জ্যোতিৰে অগ্নি প্ৰকাশ পাইছে, তৃতীয় লোকত তেওঁ প্ৰিয় কাৰ্য সাধন কৰিছে।।১১।। সহস্ৰ শৃংগযুক্ত বৃষভ, ঘৃতৰদ্বাৰা আহুত, সোমপৃষ্ঠ, সুবীৰসমন্বিত জাতবেদা অগ্নিয়ে যেন মোক ত্যাগ নকৰে। প্ৰাৰ্থনাকাৰী মই যেন তোমাক এৰি নাযাওঁ। তুমি মোক গোধন আৰু মনুষ্যসম্পদেৰে পোষণ কৰাঁ।।১২।। ৰোহিত যজ্ঞৰ জনক আৰু সুখ। মই ৰোহিতক বাক্য, মন আৰু শ্ৰোত্ৰৰ দ্বাৰা আহুতি প্ৰদান কৰিছোঁ। দেৱতাসকলে প্ৰসন্ন মনেৰে ৰোহিতৰ ওচৰলৈ গমন কৰে। সেই তেওঁ মোক সংগ্ৰামৰ নিমিত্তে ওপৰলৈ তোলক ।।১৩।। ৰোহিতে বিশ্বকৰ্মাৰ নিমিত্তে যজ্ঞ বিধান কৰিছিল। তাৰপৰাই এই তেজোৰাশি মোলৈ আহিছে। মই তোমাৰ নাভি ভুৱনৰ গোচৰীভূত বুলি যাতে ক'ব পাৰোঁ।।১৪।। হে জাতবেদা অগ্নি, বৃহতী, পংক্তি আৰু ককুভ্ ছন্দই সসম্মানে তোমাত আৰোহণ কৰিছে, উষ্ণিহা অক্ষৰ আৰু বষট্কাৰে তোমাত আৰোহণ কৰিছে, ৰোহিতেও তেজঃসহিত তোমাত প্ৰৱেশ কৰিছে।।১৫।। এই ৰোহিতে পৃথিৱীৰ গৰ্ভক, আকাশ আৰু অন্তৰিক্ষক আবৰি ধৰিছে, এওঁ সূৰ্যৰ শীৰ্ষস্থানত স্বৰ্গ আৰু লোকসমূহত প্ৰবিষ্ট হৈ আছে।।১৬।। হে বাচস্পতি, পৃথিৱী, শয্যা আৰু খাট আমাৰ কাৰণে সুখদায়ক হওক, ইয়াতে প্ৰাণ আমাৰ মিত্ৰতা কৰি বৰ্তি থাকক। হে পৰমেষ্ঠী প্ৰজাপতি, অগ্নিয়ে তোমাক আয়ুস আৰু তেজস্বিতাৰে ধাৰণ কৰি থাকক।।১৭।। হে বাচস্পতি, আমাৰ সমস্ত কৰ্মৰদ্বাৰা যি পাঁচোটা ঋতু উদ্ভূত হৈছিল, তাত আমাৰ মিত্ৰতা কৰি প্ৰাণ বৰ্তি থাকক। হে পৰমেষ্ঠী প্ৰজাপতি, সূৰ্যই তোমাক আয়ুস আৰু তেজস্বিতাৰে ধাৰণ কৰি থাকক।।১৮।। হে বাচস্পতি, আমাৰ মন প্ৰসন্ন হওক; তুমি আমাৰ গোঠত গৰু-গাই আৰু গৰ্ভত সন্তান উৎপন্ন কৰাঁ। ইয়াতে প্ৰাণ আমাৰ লগত মিত্ৰভাৱেৰে বৰ্তি থাকক। হে পৰমেষ্ঠী, মই আয়ুস আৰু তেজেৰে তোমাক ধাৰণ কৰি থাকিম।।১৯।। (হে ৰাজন্) সবিতা আৰু অগ্নিদেৱতাই তোমাক সকলো ফালৰপৰা বেৰি ৰাখক, মিত্ৰ-বৰুণে তোমাক তেজস্বিতাৰে পুষ্ট কৰক। তুমি সকলো শত্ৰুকে পৰাভূত কৰি এই ৰাষ্ট্ৰ সত্য আৰু প্ৰিয় বাণীযুক্ত কৰাঁ।।২০।। হে ৰোহিত, তোমাক পৃষতী (ফুট্ফুটীয়া) প্ৰষ্টিয়ে (শীঘ্ৰগামী ঘোঁৰাই) ৰথত বহন কৰে; তুমি জল প্ৰবাহিত কৰি উজ্জ্বল জ্যোতিৰে সৈতে গৈ থাকা।।২১।। উদাৰ, সুন্দৰ বৰণৰ, সুবিশাল আৰু সুতেজা ৰোহিণী ৰোহিতৰ অনুব্ৰতা। সেই ৰোহিণীৰ সহায়ত আমি বিভিন্ন ৰূপধাৰী প্ৰাণী আৰু সমস্ত প্ৰতিযোদ্ধাক জয় কৰিম।।২২।। এয়াই

ৰোহিত [44] আৰু ৰোহিণীৰ ধাম, পৃৰতী যি ফালেদি যায়, এইটোৰেই সেই বাট; তাইক গন্ধৰ্ব আৰু কশ্যপগণে ওপৰলৈ লৈ যায়, তাইক প্ৰমাদৰহিতভাৱে ক্ৰান্তদৰ্শীসকলে ৰক্ষা কৰক।।২৩।। সূৰ্যৰ হৰিতবৰ্ণৰ উজ্জ্বল অমৰ ঘোৰাঁকেইটাই সদায় সুখপূৰ্বক ৰথখন বহন কৰিছে। ঘৃতপায়ী দীপ্যমান দেৱতা সূৰ্যই চিত্ৰ-বিচিত্ৰ দ্যুলোকত প্ৰৱেশ কৰিছে।।২৪।। তীক্ষ্ণ শৃংগবিশিষ্ট বৃষভ (অথবা তীব্ৰ ৰশ্মিযুক্ত, অভীষ্টবৰ্ষক) সূৰ্যই অগ্নিক পৰিবেষ্টিত কৰি থৈছে ; তেওঁ দ্যুলোক আৰু পৃথিবীক স্থিৰ কৰি ৰাখিছে। দেৱতাসকলে তেওঁৰপৰাই সৃষ্টি নিৰ্মাণ কৰিলে।।২৫।। সূৰ্যই মহাসমুদ্ৰৰপৰা দ্যুলোকত আৰোহণ কৰিলে। ৰোহিত সূৰ্য সমস্ত ৰোহণশীল বস্তুৰ ওপৰ উঠিল।।২৬।। তুমি দুগ্ধৱতী, ঘৃতবৰ্ষী গাইজনী জোখা; তাই দেৱতাসকলৰ অবাৰিত ধেনু। ইন্দ্ৰই সোম পান কৰক; মংগল সাধিত হওক; অগ্নিয়ে স্তুতি কৰক; তোমালোকে শত্ৰু নিঃশেষ কৰাঁ।।২৭।। প্ৰজ্বলিত অগ্নি সমিধ আৰু ঘৃতৰদ্বাৰা বৰ্ধিত হৈছে আৰু ঘৃতাহুতি লাভ কৰিছে। পৰাভৱকাৰী, সকলোৰে পৰাভৱকাৰী অগ্নিয়ে মোৰ শত্ৰুবিলাকক নিধন কৰক।।২৮।। আমাৰ লগত যুদ্ধ কৰা শত্ৰুবিলাকক অগ্নিয়ে নিধন কৰক; ভস্ম কৰক। মাংসভক্ষী অগ্নিৰ সহায়ত আমি আমাৰ শত্ৰুবিলাকক বধ কৰিম।।২৯।। হে বাহুশালী ইন্দ্ৰ, তুমি সিহঁতক বজ্ৰেৰে বধ কৰি পেলাই দিয়াঁ। তাৰ পিছত মই মোৰ শত্ৰুহঁতক অগ্নিৰ তেজেৰে আয়ত্ত কৰিম।।৩০।। হে অগ্নি তুমি আমাৰ শত্ৰুবিলাকক অধঃপাতিত কৰাঁ। হে বৃহস্পতি, তুমি আমাৰ সমজাতীয় ওপৰলৈ উঠা শত্ৰুবিলাকক ব্যথিত কৰাঁ। হে ইন্দ্ৰ-অগ্নি, হে মিত্ৰ-বৰুণ, দুৰ্বল ক্ৰোধযুক্ত আমাৰ শত্ৰুবিলাকক তোমালোকে তললৈ পেলাই দিয়াঁ।।৩১।। হে উদীয়মান সূৰ্য দেৱতা, তুমি মোৰ শত্ৰুবিলাকক নিধন কৰাঁ। সিহঁতক শিলেৰে বধ কৰাঁ; সিহঁতে অধম অন্ধকাৰলৈ গতি কৰক।।৩২।। বিৰাটৰ বৎস, মতিৰ বৃষভ (অভীষ্ট বৰ্ষক), শুক্ৰপৃষ্ঠ সূৰ্যই অন্তৰিক্ষত আৰোহণ কৰিছে। তেওঁলোকে ঘৃত লৈ সূৰ্যক স্তুতি কৰিছে। বৎস ব্ৰহ্ম হোৱাত তেওঁলোকে মন্ত্ৰৰ দ্বাৰা তেওঁক বৰ্ধিত কৰিছে।।৩৩।। (হে ৰাজন,) তুমি পৃথিৱীত অধিষ্ঠিত হোৱাঁ, স্বৰ্গলৈ উত্থিত হোৱাঁ, ৰাজ্যাৰোহণ কৰাঁ, সম্পদৰ ওপৰত স্থিত হোৱাঁ, প্ৰজাৰ ওপৰত অধিষ্ঠিত হোৱাঁ, অমৰত্বলৈ আৰোহণ কৰাঁ, ৰোহিতৰ লগত নিজকে সংযুক্ত কৰাঁ।।৩৪।। ৰাষ্ট্ৰৰ ভৰণকাৰী যিসকল দেৱতাই সূৰ্যৰ চাৰিওফালে বিচৰণ কৰে, সেইসকলৰ সৈতে একমতি হৈ সন্তুষ্ট মনেৰে ৰোহিতে তোমাৰ কাৰণে ৰাষ্ট্ৰ বিধান কৰক।।৩৫।। (হে সূৰ্য,) এই মন্ত্ৰপূত যজ্ঞই তোমাক বহন কৰিছে; পথেদি ঘোৰা অশ্বই তোমাক বহন কৰিছে; তুমি সমুদ্ৰৰ সিপাৰেও সাগৰক উদ্ভাসিত কৰি তোলা।।৩৬।। বসুজিৎ, গোজিৎ, সন্ধনাজিৎ নামৰ ৰোহিতত দ্যুলোক-ভূলোক অধিষ্ঠিত হৈ আছে। যাৰ জন্ম সপ্ত আৰু সহস্ৰ সংখ্যক। তোমাৰ

নাভি ভুবনৰ গোচৰীভূত বুলি যাতে মই ক'ব পাৰোঁ।।৩৭।। তুমি নিজৰ যশেৰে দিশ-প্ৰদিশসমূহলৈ গতি কৰা, যশেৰেই পশু আৰু মনুষ্যগণত বিচৰণ কৰা; যশেৰেই পৃথিৱীৰ আৰু অদিতিৰ কোলাত ময়ো যেন সুন্দৰ হৈ থাকোঁ।।৩৮।। তুমি সৌ লোকসমূহত থাকিও ইয়াৰ কথা জানা; তুমি এইকালে থাকিও সৌ বস্তুবিলাকৰ কথা জানা। তেওঁলোকে ইয়াৰপৰাই স্বৰ্গত স্থিত বিজ্ঞ দীপ্যমান সূৰ্যক দেখি থাকে।।৩৯।। দেৱতা, তুমি দেৱতাসকলক কৰ্মত প্ৰবৃত্ত কৰোৱা; তুমি সমুদ্ৰৰ (অন্তৰিক্ষৰ) মধ্যত বিচৰণ কৰা। তেওঁলোকে একে অগ্নিকে প্ৰজ্বলিত কৰে। শ্ৰেষ্ঠ ক্ৰান্তদৰ্শীসকলে এই কথা জানে।।৪০।। (এই মন্ত্ৰৰ অৰ্থ ৯/৯/১৭ মন্ত্ৰৰ সৈতে একে)।।৪১।। এই গাই একপদী, দ্বিপদী, চতুষ্পদী, অষ্টপদী, নৱপদী হয়। সহস্ৰাক্ষৰা তাই ভুবনৰ সোপান; তাইৰ পৰাই সমুদ্ৰৰ (মেঘৰ) ক্ষৰণ হয়।।৪২।। (হে সূৰ্য,) অমৰ তুমি দ্যুলোকত আৰোহণ কৰি মোৰ বচন ৰক্ষা কৰা; তোমাক মন্ত্ৰপূত যজ্ঞই বহন কৰিছে; পথেদি যোৱা অশ্বই বহন কৰিছে।।৪৩।। হে অমৰ সূৰ্য, তোমাৰ দ্যুলোকত যি বিচৰণ আৰু পৰম আকাশত যি ধাম, তাৰ কথা জানো।।৪৪।। সূৰ্যই দ্যুলোক, পৃথিৱী, জলক সাক্ষীৰূপে দৰ্শন কৰি আছে; সূৰ্যই জগতৰ একমাত্ৰ চক্ষু; সূৰ্যই মহান দ্যুলোকত আৰোহণ কৰিছে।।৪৫।। উৰ্বীসমূহ পৰিধি, পৃথিৱীখন দেবীৰূপে কল্পিত, ৰোহিতে (সূৰ্যই) তাতে উষ্ণ আৰু শীতল, দুই অগ্নি স্থাপন কৰিলে।।৪৬।। উষ্ণ আৰু শীতল অগ্নিক স্থাপন কৰি, পৰ্বতসমূহক যূপকাষ্ঠ কৰি, বৰ্ষাই যাৰ আজ্য, স্বৰ্গপ্ৰাপক ৰোহিত সেই দুই অগ্নিয়ে যজ্ঞ কৰিলে।।৪৭।। স্বৰ্গপ্ৰাপক ৰোহিতৰ অগ্নি মন্ত্ৰদ্বাৰা প্ৰজ্বলিত হ'ল। তাৰপৰাই তাপ, তাৰ পৰাই শীত আৰু তাৰপৰাই যজ্ঞ উদ্ভূত হ'ল।।৪৮।। সেই দুই অগ্নি মন্ত্ৰদ্বাৰা বৰ্ধিত হৈ, মন্ত্ৰদ্বাৰা ক্ৰমবৰ্ধমান হৈ, মন্ত্ৰদ্বাৰা আহুতিপ্ৰাপ্ত হৈছে। স্বৰ্গপ্ৰাপক ৰোহিতৰ অগ্নিদ্বয়ে মন্ত্ৰদ্বাৰা প্ৰজ্বলিত যজ্ঞ কৰিছে।।৪৯।। এক অগ্নি সত্যত প্ৰতিষ্ঠিত, অন্য অগ্নি জলত প্ৰজ্বলিত। স্বৰ্গপ্ৰাপক ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৫০।। যাক ইন্দ্ৰই শোভিত কৰে, যাক বায়ুৱে শোভিত কৰে, যাক ব্ৰহ্মণস্পতিয়ে শোভিত কৰে সেই স্বৰ্গপ্ৰাপক ইত্যাদি (পূৰ্ববৎ)।।৫১।। পৃথিৱীক বেদী কল্পনা কৰি, দ্যুলোকক দক্ষিণা কল্পনা কৰি উষ্ণতাক (অথবা দিনক) অগ্নি কৰি ৰোহিতে বৰ্ষাক আজ্য ৰূপে লৈ সমস্ত আত্মবানক সৃষ্টি কৰিলে।।৫২।। বৰ্ষা আজ্য, উষ্ণতা অগ্নি, তুমি বেদীৰূপে কল্পিত হ'ল। তাত অগ্নিয়ে স্তুতিদ্বাৰা এই পৰ্বতসমূহ উন্নত কৰিলে।।৫৩।। স্তুতিদ্বাৰা ওপৰলৈ তুলি ৰোহিতে ভূমিক ক'লে—'ভূত, ভবিষ্যত সকলোটি তোমাতে উদ্ভূত হ'ব।।৫৪।। সেই যজ্ঞ প্ৰথমতে ভূত আৰু ভবিতব্যৰূপত উদ্ভূত হ'ল। যদি ৰোহিতে পোষণ কৰা ইয়াত প্ৰকাশ পোৱা সমস্তটিয়েই তাৰ পৰাই উদ্ভূত হৈছে।।৫৫।। যি গৰুক ভৰিৰে আঘাত কৰে আৰু যি সূৰ্যৰ সমুখত মূত্ৰ

ত্যাগ কৰে, তেনে লোকৰ কাৰণে মই তোমাৰ শিপা কাটি দিওঁ, তুমি ছায়াদান কৰিব যাতে নোৱাৰা।।৫৬।। যি মোৰ আৰু অগ্নিৰ মাজেদি মোলৈ ছাঁ পেলাই গুচি যায়, তেনে লোকৰ কাৰণে ইত্যাদি (পূৰ্ব মন্ত্ৰৰ দৰে)।।৫৭।। হে সূৰ্যদেৱ, যি আদি তোমাৰ আৰু মোৰ মাজেৰে যাব, তেনে লোকৰ ওপৰত দুঃস্বপ্ন, পাপ আৰু দুষ্কৰ্ম জাপি দিম।।৫৮।। হে ইন্দ্ৰ, আমি যেন পথৰপৰা, সোমযজ্ঞৰপৰা আঁতৰি নাযাওঁ। শত্ৰু যেন আমাৰ মাজলৈ আহিব নোৱাৰে।।৫৯।। যজ্ঞসাধক যি পথ দেৱতাসকললৈ ব্যাপ্ত হৈ আছে, আমি যাতে সেই আহুতিপ্ৰাপ্ত পথ লাভ কৰোঁ।।৬০।।

## দ্বিতীয় অনুৱাক

### দ্বিতীয় সূক্ত (২)

(ঋষি—ব্ৰহ্মা। দেৱতা—অধ্যাত্ম, ৰোহিত, আদিত্য।

ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ, জগতী, পংক্তি, গায়ত্ৰী।)

নৰলোকৰ সাক্ষী, মহান কৰ্মশালী, উদাৰ আদিত্যৰ উজ্জ্বল দীপ্যপান ৰশ্মিসমূহ আকাশলৈ উঠিছে।।১।। জ্ঞানময় দিশসমূহৰ জ্যোতিৰে উদ্ভাসিত, সুন্দৰ পাখি লগা, সমুদ্ৰত (আকাশত) তীব্ৰ গতিৰে বিচৰণ কৰা, জগতপালক, নিজ ৰশ্মিৰে যি সমগ্ৰ দিশ আলোকিত কৰে সেই সূৰ্যক আমি স্তুতি কৰোঁ।।২।। হে সূৰ্য, তুমি যে স্বধাৰদ্বাৰা দ্ৰুতগতি পূব-পশ্চিমলৈ গতি কৰা, নিজৰ মায়াৰে দিন-ৰাতিক ভিন্ন ৰূপবিশিষ্ট কৰা, সেয়ে তোমাৰ মহিমা, সেয়ে তোমাৰ মহৎ যশ; তুমি যে এই মহান বিশ্বত একমাত্ৰ (শ্ৰেষ্ঠ) হৈ জন্ম লাভ কৰিছা।।৩।। তেজস্বী, জ্ঞানী, তৰণিস্বৰূপ যি সূৰ্যক বহুসংখ্যাক সপ্ত হৰিত অশ্বই (কিৰণে) বহন কৰিছে, যাক অত্ৰিয়ে জলৰপৰা আকাশলৈ তুলিলে, হে সূৰ্য, সেই তোমাক তেওঁলোকে 'আজি'[45]ত প্ৰবিষ্ট হোৱা দেখিছে।।৪।। 'আজি'ত প্ৰবিষ্ট হোৱা তোমাক কোনেও পৰাভূত কৰিব নোৱাৰে। হে সূৰ্য, তুমি যেতিয়া দ্যুলোক আৰু দিব্য পৃথিৱীত দিন-ৰাতি জোখ-মাখ কৰি বিচৰণ কৰা, তেতিয়া তুমি শীঘ্ৰে সহজতে দুৰ্গম স্থানসমূহত অতিক্ৰম কৰা।।৫।। হে সূৰ্য, তুমি যি ৰথেৰে দ্ৰুতগতিত দুয়ো সীমালৈ গতি কৰা, তাৰ মংগল হওক, তোমাৰ যি সপ্তসংখ্যক, শত সংখ্যক, অথবা বহুসংখ্যক হৰিত অশ্বই তাক বহন কৰে, (সিহঁতৰো কল্যাণ হওক)।।৬।। হে সূৰ্য, যি সপ্তসংখ্যক ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে), তোমাৰ সেই ৰশ্মিবান, সুখপ্ৰদ অশ্বসংযুক্ত, শক্তিশালী, সুবহনক্ষম ৰথত তুমি আৰোহণ কৰা।।৭।। সূৰ্যই যাত্ৰা কৰিবৰ নিমিত্তে তেওঁৰ সোণালী ছালৰ বৃহৎ হৰিত অশ্ব সাতোটা ৰথত যুৰিলে। সেই সমুজ্জ্বল, অন্ধকাৰৰহিত সূৰ্যদেৱে অন্ধকাৰ আঁতৰাই দ্যুলোকত আৰোহণ

কৰিলে।।৮।। বৃহৎ কেতু সমন্বিতে সূর্যদেৱ আহিব লাগিছে, তেওঁ অন্ধকাৰ দূৰ কৰিছে, জ্যোতি বিকীৰণ কৰিছে। সেই দিব্য সুপর্ণ, অদিতিপুত্ৰই সমস্ত ভুৱনতে দৃষ্টিপাত কৰিছে।।৯।। (হে সূর্য) উদিত হৈ তুমি ৰশ্মিসমূহ বিস্তাৰিত কৰিছা, সমস্ত ৰূপবিশিষ্ট পদার্থকে তুমি পোষণ কৰিছা, তুমি কর্মদ্বাৰা উভয় সমুদ্ৰ, সমস্ত লোক জুৰি পোহৰ বিলাই উদ্ভাসিত কৰিছা।।১০।। নিজ মায়াৰে দুটি শিশুৰ দৰে এওঁলোক দুয়ো (চন্দ্ৰ-সূর্যই) ক্ৰীড়া কৰি কৰি সমুদ্ৰৰ ফালে গতি কৰে, তাৰে এজনে সমস্ত ভুৱন দর্শন কৰে, আনজনক সোণালী ঘোঁৰাই বহন কৰে।।১১।। হে সূর্য, তোমাক অত্ৰিয়ে মাহসমূহ সৃষ্টি কৰিবৰ কাৰণে আকাশত প্ৰতিষ্ঠিত কৰিলে। সু-প্ৰতিষ্ঠিত তুমি তাপ দি সমস্ত ভূতকে চাই থাকাঁ।।১২।। বৎস দুই মাতৃৰ ওচৰলৈ দৌৰাৰ দৰে তুমিও দুয়ো সীমালৈ অহা-যোৱা কৰাঁ। নিশ্চিতভাৱেই সমস্ত দেৱতাই আগৰেপৰা ব্ৰহ্মাৰ কথা জানিছে।।১৩।। সমুদ্ৰত যি আশ্ৰিত হৈ আছে, সূর্যই তাক লাভ কৰিবলৈ চায়; পূবে পশ্চিমে তেওঁৰ যি পথ সি মহান আৰু সুবিস্তৃত।।১৪।। তেওঁ নিজৰ দ্ৰুতগতিৰে তাক সম্পূর্ণভাৱে লাভ কৰে; তেওঁ অৱজ্ঞা নকৰাকৈ দেৱগণৰ অমৃত-ভক্ষণত বাধা নঘটায়।।১৫।। দিব্য অগ্নি সূর্যক ৰশ্মিসমূহে (অশ্বই) সমস্ত বিশ্বই যাতে দর্শন কৰিব পাৰে, সেই উদ্দেশ্যে ওপৰলৈ বহন কৰি নিছে।।১৬।। সমস্ত জগতৰ চক্ষুৰূপ (প্ৰকাশকর্তা) সূর্যৰ আগমনৰ লগে লগে নক্ষত্ৰগণ চোৰৰ দৰে আঁতৰি যায়।।১৭।। দীপ্যমান অগ্নি- সদৃশ সূর্যৰ কেতুসদৃশ ৰশ্মিসমূহে সকলো মানুহকে দর্শন কৰিছে।।১৮।। হে সূর্য, তুমি তৰণিস্বৰূপ, সমস্ত লোকৰে দর্শনীয়, জ্যোতিৰ কাৰণ। হে ৰোচন, তুমি সমস্ত জগত আলোকিত কৰাঁ।।১৯।। তুমি দেৱগণৰ সমুখত, সমস্ত মনুষ্যগণৰ সমুখত উদয় হোৱা। তুমি সমস্ত স্বর্গলোকৰ দর্শনার্থে উদিত হোৱাঁ।।২০।। হে বৰুণ (অর্থাৎ অনিষ্টনিবাৰক সূর্য), হে পবিত্ৰকাৰী, তুমি যি চক্ষুৰদ্বাৰা প্ৰাণীগণৰ পোষণকাৰীৰূপে জগত দর্শন কৰা,।।২১।। হে সূর্য, তুমি সেই আলোকেৰে ৰাতি আৰু দিন উৎপন্ন কৰি, প্ৰাণীসমূহ দর্শন কৰি কৰি বিস্তীর্ণ দ্যুলোকত ভ্ৰমণ কৰাঁ।।২২।। হে সূর্যদেৱ, সাতোটা হৰিতবর্ণৰ অশ্বই তোমাক ৰথত বহন কৰে। তুমি বিচক্ষণ, ৰশ্মিসমূহেই তোমাৰ কেশ।। ২৩।। সূর্যই ৰথৰ কন্যাস্বৰূপ সাতজনী শুদ্ধ অশ্ব সংযুক্ত কৰিলে, সেই স্বয়ংযুক্তা অশ্বীগণেৰে সূর্য গৈ আছে।।২৪।। তপস্বী ৰোহিতে তপস্যাৰদ্বাৰা দ্যুলোকত আৰোহণ কৰিলে। তেওঁ গর্ভত উপনীত হ'ল আৰু পুনৰ জন্ম পালে। তেওঁ দেৱতাসকলৰ অধিপতি হ'ল।।২৫।। সমস্ত বিশ্বৰ দ্ৰষ্টা, সর্বতোমুখী, সকলোফালে যাৰ হাত আৰু হাতৰ তলুৱা, সেই সর্বশ্ৰেষ্ঠ দেৱতাই পতনশীল ৰশ্মিৰদ্বাৰা দ্যুলোক-ভূলোক সৃষ্টি কৰি দুই বাহুৰে ধাৰণ কৰি আছে।।২৬।। একপাদজনে দ্বিপাদজনতকৈ অধিক খোজ দিয়ে; দ্বিপাদজনে ত্ৰিপাদজনক পিছ পেলায়।

দ্বিপাদজনে ষট্‌পাদজনতকৈ বেছি খোজ দিয়ে। তেওঁলোক একেলগে একপাদজনৰ (ব্ৰহ্মৰ) তনুত সমাসীন হয়।।২৭।। তন্দ্ৰাৰহিত হৈ গৈ থকা সূৰ্যই যেতিয়া হৰিৎ অশ্বকেইটা পায়, দীপ্যমান তেওঁ দুটা ৰূপ প্ৰস্তুত কৰে। হে আদিত্য, জ্যোতিৰ্ময় তুমি উদিত হৈ অন্ধকাৰ লোকসমূহ পৰাভূত কৰি সমস্ত জগত আলোকিত কৰা।।২৮।। হে সূৰ্য, তুমি সঁচাকৈয়ে মহান্। হে আদিত্য, তুমি যথাৰ্থতে মহান্। মহৎজনৰ মহিমাও মহান্। হে আদিত্য, তুমি মহান।।২৯।। হে সূৰ্য, তুমি দ্যুলোকত পোহৰ দিয়া, অন্তৰীক্ষত পোহৰ দিয়া, পৃথিৱীত পোহৰ দিয়া, জলৰ মধ্যত পোহৰ পেলোৱা; তুমি জ্যোতিৰে দুই সমুদ্ৰত ব্যাপ্ত হৈ পৰা; হে দ্যোতমান দেৱতা, তুমি স্বৰ্গবিজয়ী এক মহান্ দেৱতা।।৩০।। এইফালৰপৰা জ্ঞানমণ্ডিত উৰন্ত সূৰ্যই শীঘ্ৰ গতিত পথ অতিক্ৰম কৰি, ব্যাপনশীল (বিষ্ণু) তেওঁ নিজ জ্যোতিৰে চেষ্টাশীল বিশ্বক অভিভূত কৰে।।৩১।। বিচিত্ৰ, বিজ্ঞ, মহান্ সুপৰ্ণই আকাশ-পৃথিৱী আৰু অন্তৰীক্ষ আলোকিত কৰি, দিন-ৰাতিক সূৰ্যৰ (কিৰণৰ) দ্বাৰা আবৃত কৰি নিজৰ সমগ্ৰ বীৰ্য ব্যাপ্ত কৰে।।৩২।। তীক্ষ্ণ, উদ্ভাসিত, নিজ শৰীৰ তাপিত কৰা, সুন্দৰ গতিযুক্ত, জ্যোতিষ্মান, মহিমাময় পক্ষী, অন্নৰ পোষক সূৰ্য দিশসমূহ প্ৰকাশিত কৰি অধিষ্ঠিত হৈছে।।৩৩।। দেৱতাসকলৰ জ্যোতি, মুখ, জ্যোতিষ্মান সূৰ্য দিশসমূহ উদ্ভাসিত কৰি উদিত হৈছে; পৰম উজ্জ্বল সূৰ্যই দিন প্ৰকট কৰি জ্যোতিৰে অন্ধকাৰ নাশি সমস্ত কলুষ দূৰ কৰিছে।।৩৪।। দেৱতাসকলৰ বিচিত্ৰ মুখ, মিত্ৰৰ, বৰুণৰ, অগ্নিৰ চক্ষু সূৰ্য উদিত হৈছে; তেওঁ আকাশ- পৃথিৱী আৰু অন্তৰীক্ষ (জ্যোতিৰে) পৰিপূৰ্ণ কৰিছে। সূৰ্য স্থাবৰ জঙ্গম সকলোৰে আত্মা।।৩৫।। উচ্চগামী, অৰুণবৰ্ণৰ, আকাশৰ মধ্যত দ্ৰুতগতিৰে গমন কৰা, দীপ্যমান সুপৰ্ণ, যাক অজস্ৰ জ্যোতিমণ্ডিত সবিতা বুলি কোৱা হয়, যাক অত্ৰি ঋষিয়ে লাভ কৰিছিল, হে সূৰ্য, তোমাক আমি সদায় দৰ্শন কৰিম।।৩৬।। মই ভীতিগ্ৰস্ত হৈ দ্যুপৃষ্ঠত ধাৱমান অদিতিপুত্ৰ সুপৰ্ণ সূৰ্যৰ আশ্ৰয় বিচাৰিম। হে সূৰ্য, আমি যাতে তোমাৰ কৃপা লাভ কৰোঁ; তুমি আমাৰ আয়ুস দীঘল কৰা; আমি যেন হিংসা-দ্বেষৰ পাত্ৰ নহওঁ।।৩৭।। (১০/৮/১৮ মন্ত্ৰৰ সৈতে এই মন্ত্ৰৰ অনুবাদ একে)।।৩৮।। ৰোহিত সূৰ্যই কাল, ৰোহিতেই প্ৰথমতে প্ৰজাপতি আছিল। ৰোহিতেই যজ্ঞৰ মুখ; ৰোহিতেই স্বৰ্গক ভৰণ-পোষণ কৰে।।৩৯।। ৰোহিতেই লোক হ'ল; ৰোহিতেই স্বৰ্গক উত্তপ্ত কৰিলে; ৰোহিতে ৰশ্মিসমূহেৰে পৃথিৱী আৰু স্বৰ্গত বিচৰণ কৰে।।৪০।। স্বৰ্গৰ অধিপতি ৰোহিতে সমস্ত দিশতে বিচৰণ কৰে; আকাশ, সমুদ্ৰ, পৃথিৱী, সমস্ত ভুৱন ৰক্ষা কৰে।।৪১।। উজ্জ্বল, তন্দ্ৰাৰহিত সূৰ্যই মহতী দিশসমূহত আৰোহণ কৰি নিজৰ কাৰণে দুটি ৰূপ প্ৰস্তুত কৰে। বিচিত্ৰ, বোধযুক্ত, মহান, বায়ুৰ দৰে গতিশীল সূৰ্যই যিমানবিলাক লোক আছে, সকলোকে প্ৰকাশ কৰে।।৪২।। দিন-ৰাতিৰদ্বাৰা সূৰ্যৰ এক ৰূপ সন্মুখলৈ আছে; দ্বিতীয় ৰূপ গমনশীলা পথ-প্ৰাপক,

অন্তৰীক্ষবাসী সূৰ্যক আমি প্ৰাৰ্থনা কৰি আহ্বান কৰোঁ।।৪৩।। পৃথিৱীৰ পালক, মহান, যাচকসকলৰ পথ উন্মোচক, অবাধ দৃষ্টিসম্পন্ন সূৰ্য সকলোতে ব্যাপ্ত হৈছে। সমস্তকে দৰ্শন কৰা, অতিশয় জ্ঞানী আৰু পূজনীয় সূৰ্যই মই যি কৈছোঁ, তাক শুনক।।৪৪।। তেওঁৰ মহিমাই পৃথিৱী আৰু সমুদ্ৰক অতিক্ৰম কৰিছে। স্বৰ্গ আৰু অন্তৰীক্ষক জ্যোতিৰে আলোকিত কৰি সমস্তকে দৰ্শন কৰা ইত্যাদি (পূৰ্বমন্ত্ৰৰ দৰে)।।৪৫।। গাইৰ দৰে অহা উষা উপস্থিত হোৱাত অগ্নি কাঠদ্বাৰা প্ৰজ্বলিত হৈছে। অগ্নিৰ শিখাসমূহ মহান আৰু বিস্তৃত শাখা- প্ৰশাখাৰে গছ-এজোপাৰ দৰে অগ্নি ওপৰলৈ উঠিছে।।৪৬।।

# তৃতীয় অনুবাক

## তৃতীয় সূক্ত (৩)

(ঋষি—ব্ৰহ্মা। দেৱতা—অধ্যাত্ম, ৰোহিত, আদিত্য। ছন্দ—কৃতি, অষ্টিত্ৰিষ্টুপ্।)

যি এই দ্যুলোক আৰু পৃথিৱী সৃষ্টি কৰিলে, যি সমস্ত লোকসমূহক আচ্ছাদিত কৰিলে, য'ত ছয় উৰ্বী আৰু দিশসমূহে অৱস্থান কৰে, সূৰ্যই যি দিশসমূহক আলোকিত কৰে, সেই ক্ৰুদ্ধ দেৱতাৰ যি অপৰাধ আচৰণ কৰে অথবা বিদ্বান ব্ৰাহ্মণৰ অপকাৰ সাধন কৰে, হে ৰোহিত দেৱতা, তুমি তেওঁক কম্পিত কৰাঁ, তেওঁৰ ক্ষতি সাধন কৰাঁ, ব্ৰাহ্মণদ্বেষীৰ পাশত বান্ধি পেলোৱাঁ।।১।। যাৰ প্ৰভাৱত ঋতু অনুসৰি বায়ু প্ৰবাহিত হয়, যাৰপৰা সমুদ্ৰ প্ৰবাহিত হৈ আছে, সেই ক্ৰুদ্ধ দেৱতাৰ ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে ২৫ মন্ত্ৰ পৰ্যন্ত যোগ কৰি যাব)।।২।। যি মৃত্যু ঘটায় আৰু প্ৰাণ সঞ্চাৰিত কৰে, যাৰদ্বাৰা সমস্ত ভুৱনে প্ৰাণ ধাৰণ কৰে সেই ক্ৰুদ্ধ ইত্যাদি।।৩।। যি প্ৰাণবায়ুৰে দ্যুলোক ভূলোকক তৃপ্ত কৰে, অপান বায়ুৰে সমুদ্ৰৰ জঠৰ পূৰ কৰে, সেই ক্ৰুদ্ধ ইত্যাদি।।৪।। যি দেৱতাত বিৰাট, পৰমেষ্ঠী, প্ৰজাপতি, অগ্নি আৰু বৈশ্বানৰে (ঋষিগণৰ) পংক্তি সহিত অৱস্থান কৰে, সেই ক্ৰুদ্ধ ইত্যাদি।।৫।। যি দেৱতাত ছয় উৰ্বী, পঞ্চদিশ, চাৰি জল আৰু যজ্ঞৰ তিনি অক্ষৰে আশ্ৰয় কৰি আছে, যি আকাশ আৰু পৃথিৱীৰ মধ্যত নিজৰ ক্ৰুদ্ধ নয়নেৰে দৃষ্টিপাত কৰে, সেই ক্ৰুদ্ধ ইত্যাদি।।৬।। যি জন অন্নৰ পালক আৰু ভক্ষক তথা ব্ৰহ্মণস্পতি, যিজন ভূত-ভৱিষ্যত ভুৱনৰ অধিপতি, সেই ক্ৰুদ্ধ ইত্যাদি।।৭।। যিজনে ত্ৰিশসংখ্যক দিন-ৰাতি একত্ৰ কৰি তেৰটা অঙ্গেৰে ত্ৰয়োদশ মাহ নিৰ্মাণ কৰিলে, সেই ক্ৰুদ্ধ ইত্যাদি।।৮।। (এই মন্ত্ৰৰ প্ৰথমৰ তিনিটা পাদৰ অনুবাদ ৬/২২/১ আৰু ৯/১০/২২ৰ তিনিটা পাদৰ সৈতে একে; বাকী অংশ পূৰ্বমন্ত্ৰৰ দৰে)।।৯।। হে কশ্যপ, তোমাৰ যি জ্যোতিৰ্ময় উজ্জ্বল অংশ একত্ৰিত হৈ আছে, সেই চমৎকাৰ বিচিত্ৰ প্ৰভা, তাতে সপ্ত সূৰ্য একেলগে স্থিত হৈ আছে ; সেই

ক্ৰুদ্ধ ইত্যাদি।।১০।। বৃহতে এওঁৰ অনুকূল হৈ সমুখৰফালে আচ্ছাদন কৰি আছে, ৰথন্তৰে পিছফালে ধাৰণ কৰি আছে; দুয়ো প্ৰমাদৰহিতভাৱে জ্যোতিৰে আবৃত হৈ আছে। সেই ক্ৰুদ্ধ ইত্যাদি।।১১।। এফালে বৃহৎ এক পক্ষ (ডেউকা) আৰু আনফালে ৰথন্তৰ; দেৱতাসকলে ৰোহিতক সৃষ্টি কৰাৰ সময়ত এওঁলোক দুয়ো সমান বলযুক্ত আৰু শক্তিশালী আছিল। সেই ক্ৰুদ্ধ ইত্যাদি।।১২।। এই অগ্নি সন্ধ্যা বৰুণ হয়, পুৱা উদিত হৈ মিত্ৰ হয়, সৱিতা হৈ তেওঁ অন্তৰীক্ষইদি গমন কৰে, তেওঁ ইন্দ্ৰ হৈ আকাশৰ মধ্যত তাপ দিয়ে। সেই ক্ৰুদ্ধ ইত্যাদি।।১৩।। (এই মন্ত্ৰৰ প্ৰথম দুশাৰীৰ অৰ্থ ১০/৮/১৮ আৰু ১৩/২/৩৮ ৰ সৈতে একে; পিছৰ অংশ আগৰ মন্ত্ৰসমূহৰ দৰে)।।১৪।। এইজনেই সেই দেৱতা যি জলৰ মধ্যত, যি সহস্ৰমূল আৰু বহুশক্তিশালী অত্ৰি; যি এই সমস্ত ভুৱন উৎপন্ন কৰিলে, সেই ক্ৰুদ্ধ ইত্যাদি।।১৫।। শীঘ্ৰগামী হৰিত অশ্বই উজ্জ্বল, জ্যোতিৰে যি আকাশ উদ্ভাসিত কৰে, যাৰ উৰ্দ্ধ শৰীৰে আকাশত তাপ দিয়ে, আৰু তললৈ সোণালী ৰশ্মি বিকীৰণ কৰে, সেই দেৱতাক বহন কৰে। সেই ক্ৰুদ্ধ ইত্যাদি।।১৬।। যাৰ প্ৰভাৱত আদিত্যগণক হৰিত অশ্বই বহন কৰে, যাৰ প্ৰভাৱত বিজ্ঞসকলে যজ্ঞাদি কৰ্ম লাভ কৰে, এক জ্যোতি হৈও যি বহু প্ৰকাৰে প্ৰকাশ পায়, সেই ক্ৰুদ্ধ ইত্যাদি।।১৭।। (এই মন্ত্ৰৰ অনুবাদ ৯/৯/২ মন্ত্ৰেৰে একে)।।১৮।। আঠপ্ৰকাৰে যুক্ত উগ্ৰ বহ্নিয়ে বহন কৰে; তেওঁ দেৱতাসকলৰ পালক আৰু মতিসমূহৰ জনক। ঋতৰ পথ মনেৰে মাপন কৰি মাতৰিশ্বা (বায়ু) সমস্ত দিশ শুদ্ধ কৰি প্ৰবাহিত হৈছে। সেই ক্ৰুদ্ধ ইত্যাদি (আগৰ মন্ত্ৰসমূহৰ দৰে)।।১৯।। সমস্ত দিশতে এক সুসম্বদ্ধ পথ, জলৰ ভিতৰত, গায়ত্ৰীৰ ভিতৰত, অমৃতৰ গৰ্ভত। সেই ক্ৰুদ্ধ ইত্যাদি।।২০।। অস্তগমন তিনি, উদয়নো তিনি, লোক তিনি আৰু দ্যুলোকো তিনি বুলি আমি জানো; হে অগ্নি, তোমাৰ জন্মস্থানো তিনি, দেৱতাসকলৰ জন্মস্থান তিনি বুলি আমি জানো। সেই ক্ৰুদ্ধ ইত্যাদি।।২১।। যিজন দেৱতাই জন্ম হৈয়ে পৃথিৱী আচ্ছাদিত কৰিলে আৰু সমুদ্ৰক (বৈ অহা পানীক) আকাশত প্ৰতিষ্ঠিত কৰিলে, সেই ক্ৰুদ্ধ ইত্যাদি।।২২।। হে অগ্নি, তুমি যজ্ঞ আদি কৰ্মৰদ্বাৰা আৰু জ্যোতিৰদ্বাৰা প্ৰদীপ্ত হোৱা; আকাশত অৰ্কৰূপে প্ৰকাশ পোৱা। দেৱতাসকলে যেতিয়া ৰোহিতক জন্ম দিছিল, তেতিয়া পৃশ্নিমাতৃক মৰুৎগণে কাক অৰ্চনা কৰিছিল? সেই ক্ৰুদ্ধ ইত্যাদি।।২৩।। যিজন দেৱতা আত্মদা, বলদা, যাক বিশ্বই উপাসনা কৰে, সমস্ত দেৱতা যাৰ শাসনাধীন, যিজন চতুষ্পাদ আৰু দ্বিপদগণৰ অধিপতি, সেই ক্ৰুদ্ধ ইত্যাদি।।২৪।। একপাদে দ্বিপাদতকৈ অধিক খোজ দিয়ে, দ্বিপাদে ত্ৰিপাদক পিছ পেলায়। পংক্তিলৈ চাই গুচৰ চাপি চতুষ্পাদে দ্বিপাদৰ

অভিস্মৰত কাৰ্য কৰে। সেই ক্ৰুদ্ধ ইত্যাদি।।২৫।। কৃষ্ণাৰ (ৰাতিৰ) সন্তান, শুভ্ৰ, ৰাতিৰ বৎস জন্মিল। সি আকাশত আৰোহণ কৰিলে। ৰোহিতে ৰুহত আৰোহণ কৰিলে।।২৬।।

# চতুৰ্থ অনুৱাক

## [১] চতুৰ্থ সূক্ত (৪)

(ঋষি—ব্ৰহ্মা। দেৱতা—অধ্যাত্ম। ছন্দ—অনুষ্টুপ, গায়ত্ৰী, উষ্ণিক্।)

তললৈ দৃষ্টিপাত কৰি সেই সবিতাই আকাশ-পৃষ্ঠত আৰোহণ কৰিছে।।১।। মহেন্দ্ৰৰ দৰে তেওঁ আবৃত হৈ নিজৰ ৰশ্মিৰে নভোমণ্ডল অলংকৃত কৰি (আভৃত) গৈ আছে।।২।। তেওঁ ধাতা, তেওঁ বিধৰ্তা, তেওঁ বায়ু, তেওঁ উচ্চ নভোমণ্ডল।।৩।। তেওঁ অৰ্যমা, তেওঁ বৰুণ, তেওঁ ৰুদ্ৰ, তেওঁ মহাদেৱ।।৪।। তেওঁ অগ্নি, তেওঁ সূৰ্যও, তেওঁ মহাযমো।।৫।। এক শিৰযুক্ত, দশসংখ্যক বৎসই তেওঁক আৰাধনা কৰে।।৬।। উদয় হৈয়েই তেওঁ আলোক বিকীৰণ কৰে; ৰশ্মিসমূহ তেওঁৰ পিছফালৰপৰা প্ৰসাৰিত হয়।।৭।। ওলমি থকা বস্তুৰ দৰে মৰুৎসকল তেওঁৰে গণ।।৮।। মহেন্দ্ৰৰ দৰে তেওঁ ইত্যাদি (২য় মন্ত্ৰৰ দৰে।।৯।। তেওঁৰ এই নটা কোষ, এই মন্ত্ৰসমূহ নটা ভাগত আছে।।১০।। তেওঁ স্থাবৰ জংগম সমস্তৰে দ্ৰষ্টা।।১১।। এই শক্তি তেওঁত প্ৰবিষ্ট হৈছে; তেওঁ এক, একত্ববৰ্তী, কেৱল এক।।১২।। এই দেৱতাসকল তেওঁতে একত্ৰ অধিষ্ঠিত হৈছে।।১৩।।

## [২] চতুৰ্থ সূক্ত (৪)

কীৰ্তি, যশ, নভঃ, জল, ব্ৰহ্মবৰ্চ, অন্ন আৰু অন্নপাচন ক্ৰিয়া তেৱেঁই।।১৪।। যি এই একমাত্ৰ দেৱতাক জানে।।১৫।। দ্বিতীয়, তৃতীয়, চতুৰ্থ বুলি তেওঁক কোৱা নহয়;।।১৬।। পঞ্চম, ষষ্ঠ, সপ্তম বুলি তেওঁক কোৱা নহয়;।।১৭।। অষ্টম, নৱম, দশম বুলি তেওঁক কোৱা নহয়;।।১৮।। (১৯,২০,২১ মন্ত্ৰৰ অৰ্থ ১১,১২,১৩ মন্ত্ৰৰ সৈতে একে)।।১৯-২১।।

## [৩] চতুৰ্থ সূক্ত (৪)

ব্ৰহ্ম, তপস্যা, কীৰ্তি, যশ, জল, নভোমণ্ডল, ব্ৰহ্মবৰ্চ, অন্ন, অন্নপাচন, ভূত, ভৱিষ্য, শ্ৰদ্ধা, ৰুচি, স্বৰ্গ, স্বধা।।২২-২৩।। যি একমাত্ৰ দেৱতাজনক জানে (তেওঁ লাভ কৰে)।।২৪।। তেৱেঁই মৃত্যু, তেৱেঁই অমৃত, তেৱেঁই পিশাচ (অভ্ব), তেৱেঁই ৰাক্ষস।।২৫।। তেৱেঁই ৰুদ্ৰ, বসুগণৰ মধ্যত বসুবনি আৰু নমস্কাৰযুক্ত বাণীত বষট্কাৰৰূপে স্থিত।।২৬।। এই সকলো যাতনাদায়কে (ৰাক্ষসাদি) তেওঁৰ অধীন হৈ

উপাসনা কৰে।।২৭।। চন্দ্ৰ সমন্বিতে সমস্ত নক্ষত্ৰই তেওঁৰ অধীন।।২৮।।

## [৪] চতুৰ্থ সূক্ত (৪)

তেওঁ দিনৰপৰা উদ্ভৱ হৈছে, দিন তেওঁৰ পৰা উদ্ভূত; তেওঁ ৰাত্ৰিৰপৰা উদ্ভূত, ৰাত্ৰি তেওঁৰ পৰা উদ্ভূত; তেওঁ অন্তৰীক্ষৰপৰা উদ্ভূত, অন্তৰীক্ষ তেওঁৰপৰা উদ্ভূত; তেওঁ বায়ুৰপৰা জন্মা, বায়ু তেওঁৰপৰা জন্মা; তেওঁ দ্যুলোকৰ পৰা উদ্ভূত, দ্যুলোক তেওঁৰপৰা উদ্ভূত; তেওঁ দিশসমূহৰ পৰা জন্মিছে, দিশসমূহ তেওঁৰপৰা জন্মিছে; তেওঁ পৃথিৱীৰ পৰা উদ্ভূত, পৃথিৱী তেওঁৰপৰা উদ্ভূত; তেওঁ অগ্নিৰ পৰা উদ্ভূত, অগ্নি তেওঁৰপৰা উদ্ভূত; তেওঁ জলৰপৰা উদ্ভূত, জল তেওঁৰ পৰা উদ্ভূত; তেওঁ ঋক্‌সমূহৰপৰা জন্মিছে, ঋক্‌সমূহ তেওঁৰপৰা জন্মিছে; তেওঁ যজ্ঞৰ পৰা উদ্ভূত, যজ্ঞ তেওঁৰপৰা উদ্ভূত; তেৱেঁই যজ্ঞ, যজ্ঞই তেওঁ, তেওঁ যজ্ঞৰ শীৰ্ষস্বৰূপ; তেওঁ গৰ্জন কৰেঁ, তেওঁ বজ্ৰ পেলায়, তেৱেঁই শিলা বৰ্ষণ কৰে।।২৯-৪১।। পাপী মানুহৰ কাৰণে অথবা ভাল মানুহৰ কাৰণে, মানুহৰ কাৰণে অথবা অসুৰৰ কাৰণে তুমি যি ওষধি কৰিছা, বৃষ্টিদান কৰিছা, অথবা সন্তান বৃদ্ধি কৰিছা, হে মঘৱন, তোমাৰ ইমান মহিমা। তোমাৰ শতসংখ্যক তনু; তুমি শতকোটি বন্ধনকৰ্তা, অন্তৰহিত।।৪২-৪৫।।

## [৫] চতুৰ্থ সূক্ত (৪)

ইন্দ্ৰ নমুৰতকৈ শ্ৰেষ্ঠ; হে ইন্দ্ৰ, তুমি মৃত্যুতকৈও অধিক।।৪৬।। হে ইন্দ্ৰ, তুমি দানপ্ৰতিষেধকতকৈ শ্ৰেষ্ঠ, তুমি শচীৰ (শক্তিৰ) পতি, তুমি বিভু, প্ৰভু— এইবুলি তোমাক আমি উপাসনা কৰোঁ।।৪৭।। হে ইন্দ্ৰ, তোমাক নমস্কাৰ, হে সুস্পষ্টৰূপে দৃষ্ট, মোলৈ দৃষ্টিপাত কৰাঁ।।৪৮।। অন্নপাচন, যশ, তেজস্বিতা আৰু ব্ৰহ্মবৰ্চ সহিত (মোলৈ চোৱাঁ)।।৪৯।। জল, ওজঃ, মহিমা, শক্তি বুলি আমি তোমাক উপাসনা কৰোঁ।।৫০।। জল, অৰুণ, ৰজত, লোকসমূহ (ৰজঃ), শক্তি বুলি আমি তোমাক উপাসনা কৰোঁ।।৫১।।

## [৬] চতুৰ্থ সূক্ত (৪)

উৰু, পৃথু, সুভূ, ভবঃ, এইবুলি আমি তোমাক উপাসনা কৰোঁ; প্ৰথ, বৰ, ব্যচ, লোক, এই বুলি আমি তোমাক উপাসনা কৰোঁ; ভবদবসু, ইয়দ্‌বসু, সংযদ্‌বসু, আয়দবসু, বুলি আমি তোমাক উপাসনা কৰোঁ; (হে ইন্দ্ৰ) তোমাক নমস্কাৰ ইত্যাদি (৪৮,৪৯, মন্ত্ৰৰ দৰে)।।৫২-৫৬।।

।। ত্ৰয়োদশ কাণ্ড সমাপ্ত ।।

# চতুৰ্দশ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—সাবিত্ৰী সূৰ্যা। দেৱতা—আত্মা, সোম, বিবাহ, বধূবাস, সংস্পৰ্শমোচন, বিবাহমন্ত্ৰাশিষ, ছন্দ—অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্, জগতী, বৃহতী, উষ্ণিক্।)

সত্যৰ দ্বাৰা পৃথিৱী প্ৰতিষ্ঠিত, সূৰ্যৰ দ্বাৰা দ্যুলোক প্ৰতিষ্ঠিত; ঋতৰ দ্বাৰা আদিত্যগণ দ্যুলোকত অৱস্থিত হৈ আছে আৰু দ্যুলোকত সোমে আশ্ৰয় লাভ কৰিছে।।১।। সোমৰ প্ৰভাৱত আদিত্যগণ বলবান হৈছে; সোমৰ প্ৰভাৱত পৃথিৱী মহতী হৈছে। সেইদৰে এই নক্ষত্ৰসমূহৰ কোলাত সোমক ৰখা হৈছে।।২।। ওষধিৰূপী সোম যেতিয়া খুন্দে, তেতিয়া মানুহে ভাৱে— সোমপান কৰিলোঁ; কিন্তু ঋত্বিক্‌গণে যাক সোম জ্ঞান কৰে, পাৰ্থিৱলোকে তাক পান কৰিবলৈ নাপায়।।৩।। হে সোম, তোমাক যে পান কৰা হয়, তুমি সেইখিনি পুনৰ পূৰ কৰা। বায়ু সোমৰ ৰক্ষক; মাহে সংবৎসৰক ৰক্ষা কৰে।।৪।। হে সোম, বৃহতীছন্দাত্মক বিধানসমূহৰ দ্বাৰা তোমাক গোপন কৰি থোৱা হয়; তুমি পটাৰ শব্দ শুনি থাকা; তোমাক পাৰ্থিৱজনে পান কৰিব নোৱাৰে।।৫।। সূৰ্যা যেতিয়া পতিৰ ওচৰলৈ গ'ল, তেতিয়া জ্ঞানেই উপবৃংহণ (গাৰু) চক্ষুৱেই অঞ্জন, দ্যুলোক আৰু ভূলোকেই কোষ আছিল।।৬।। ৰৈভী নামৰ ঋক্‌সমূহ সূৰ্যাৰ সহচাৰী হৈছিল, নাৰাশংসী নামৰ ঋক্‌সমূহ হাতধৰি লিগিৰী হৈছিল আৰু সূৰ্যাৰ সুন্দৰ বস্ত্ৰ গাথা অৰ্থাৎ সামগানৰ দ্বাৰা পৰিষ্কৃত হৈছিল।।৭।। স্তৱসমূহ ৰথৰ প্ৰতিধি, কুৰীৰ নামৰ ছন্দ ৰথৰ অভ্যন্তৰভাগ (অথবা কেশজাল) হৈছিল। অশ্বিদ্বয় সূৰ্যাৰ বৰ হৈছিল আৰু অগ্নি পুৰোগামী দূত হৈছিল।।৮।। সূৰ্যাই মনে মনে বৰ প্ৰাৰ্থনা কৰাত সোম কন্যা প্ৰাৰ্থী হৈছিল; কিন্তু অশ্বিদ্বয়তে সূৰ্যই কন্যাদান কৰিলে।।৯।। মনেই তেওঁৰ গাড়ী হ'ল, আকাশেই চৈ হ'ল; শুক্ৰতাৰা দুটি তেওঁৰ ৰথবাহক হ'ল; সূৰ্যা পতিগৃহলৈ গ'ল।।১০।। ঋক্ আৰু সামৰ দ্বাৰা বৰ্ণিত দুটি গৰুৱে সুখেৰে বহন কৰি নিলে। দুই কৰ্ণ তোমাৰ ৰথচক্ৰ হ'ল; আকাশত অহা-যোৱা বাট হ'ল।।১১।। যাবৰ পৰত তোমাৰ দুই চক্ৰ উজ্জ্বল হ'ল; ব্যান বায়ু অক্ষ হ'ল। সূৰ্যাই মনোময় ৰথত উঠি পতিগৃহলৈ যাত্ৰা কৰিলে।।১২।। সবিতাই সূৰ্যাক যি যৌতুক উছৰ্গা কৰিছিল, সেইবিলাক আগতে গ'ল; মঘা নক্ষত্ৰৰ উদয় কালত গাইসমূহক আঘাত কৰি লৈ যায়, ফাল্‌গুনী নক্ষত্ৰৰ উদয়কালত (যৌতুকসমূহ) বহন কৰি নিয়া হয়।।১৩।। হে অশ্বিদ্বয়, যেতিয়া তোমালোক সূৰ্যাৰ বিবাহৰ অৰ্থে তিনিচকীয়া বাহনত উঠি আহিছিলা, যেতিয়া তোমালোকক সোধা হৈছিল তোমালোকৰ এটা চকা কি

হ'ল; দেখুৱাই দিবৰ কাৰণে তোমালোকে তেতিয়া ক'ত অৱস্থান কৰিছিলা?।।১৪।। হে শুভস্পতী অশ্বিদয়, তোমালোক যেতিয়া সূৰ্যাক বৰণ কৰিবৰ উদ্দেশ্যে গৈছিলা, সমস্ত দেৱতাই তোমালোকক অনুমোদন জনাইছিল। পূষাই পুত্ৰৰূপে পিতাকক বৰণ কৰিছিল।।১৫।। হে সূৰ্যা, ঋত্বিক্‌গণে ঋতুৰে প্ৰতি অগ্ৰসৰ হোৱা তোমাৰ দুই চক্ৰৰ কথা জানে; যি চক্ৰ গোপন হৈ আছে, তাৰ কথা প্ৰবুদ্ধ বিদ্বানেহে জানে।।১৬।। সুবন্ধুৰ লগত যুক্ত কৰা আৰু পতিপ্ৰদাতা অৰ্যমাক আমি যজন কৰিছোঁ। উৰ্বাৰুক নামৰ ফল বান্ধোনৰপৰা মুকলি হোৱাৰ দৰে মই (এই কন্যাক) ইয়াৰ পৰা পৃথক কৰিছোঁ, সৌ তাৰপৰা নহয়।।১৭।। মই ইয়াৰ পৰা পৃথক কৰিছোঁ, সৌ তাৰপৰা (পতিগৃহৰপৰা) নহয়, সৌ তাৰ লগত এওঁক উত্তমৰূপে গাঁথি দিছোঁ। হে সিঞ্চনসমৰ্থ ইন্দ্ৰ, এওঁ যেন সৌভাগ্যৱতী আৰু সুপুত্ৰৱতী হয়।।১৮।। সুশ্ৰী সৱিতাদেৱে যি বৰুণ পাশেৰে তোমাক বন্ধন কৰি থৈছিল, তাৰ পৰা মই তোমাক মুক্ত কৰিছোঁ; ঋতৰ উৰ্দ্ধস্থলীত, সুকৃতিৰ পৃথিৱীত বৰণকৰ্তাজনৰ সৈতে তোমাৰ সুখ লাভ হওক।।১৯।। ভগদেৱতাই তোমাক ইয়াৰ পৰা হাতত ধৰি লৈ যাওক; অশ্বিদ্বয়ে তোমাক ৰথত তুলি নিয়ক; ঘৰলৈ যোৱাঁ, যাতে গৃহস্বামিনী হোৱাঁ; তুমি বশৱৰ্তী হৈ সুন্দৰ কথা কোৱাঁগৈ।।২০।। ইয়াত তোমাৰ সতি-সন্ততিৰ বাবে প্ৰীতি লাভ কৰাঁ; গাৰ্হপত্যৰ (গৃহৰ কৰ্তৃত্ব অথবা গাৰ্হপত্য অগ্নিৰ) প্ৰতি সজাগ হৈ থাকাঁ; তোমাৰ শৰীৰ স্বামীৰ লগত মিলিত কৰাঁ; বৃদ্ধ কাল পৰ্যন্ত সুন্দৰ কথা কোৱাঁ।।২১।। তোমালোক দুয়ো ইয়াতে একেলগে থাকিবা; পৰস্পৰে আঁতৰ নহ'বা। সমস্ত আয়ু লাভ কৰি পুত্ৰ নাতিৰ সৈতে ধেমালি কৰিবলৈ পোৱা যেন।।২২।। (২৩,২৪, মন্ত্ৰৰ অৰ্থ ৭/৮১/১,২ মন্ত্ৰৰ অৰ্থৰ সৈতে একে)।।২৩-২৪।। (মলিন) শামুল্য নামৰ বস্ত্ৰবিশেষ দি দিয়াঁ; ব্ৰাহ্মণসকলক ধন বিলাই দিয়াঁ। পত্নী হৈ এই কৃত্যাই খোজ কাঢ়ি পতিত প্ৰৱেশ কৰিছে।।২৫।। নীলা আৰু ৰঙা পৰিছে; তাৰ দ্বাৰা কৃত্যাৰ আক্ৰমণ হোৱা বুলি অনুমান হৈছে। এই নাৰীৰ জ্ঞাতিসকল উৎফুল্ল হৈছে; পতি বন্ধনসমূহত বান্ধ খাইছে।।২৬।। পতিয়ে যদি ন-কইনাৰ বস্ত্ৰেৰে নিজৰ শৰীৰ আচ্ছাদিত কৰে, তেনেহ'লে সেই পাপিষ্ঠীৰ দ্বাৰা (কৃত্যাৰ দ্বাৰা) পতিৰ উজ্জ্বল শৰীৰো ঘৃণিত হয়।।২৭।। সূৰ্যাৰ মূৰ্তি চোৱাঁ; (তেওঁৰ বস্ত্ৰ) ক'ৰবাত আধাফলা, ক'ৰবাত মাজতে ফলা, ক'ৰবাত চাৰিওফালে ফলা। ব্ৰহ্মা নামৰ পুৰোহিতে তাক শোধন কৰিছে।।২৮।। এই বস্ত্ৰ খহটা, কটু, কাঁইট লগা নিচিনা, বিহ লাগি থকা, সি ব্যৱহাৰৰ যোগ্য নহয়। ব্ৰহ্মা নামৰ বিদ্বান ঋত্বিকে সূৰ্যাৰ এই বস্ত্ৰ পাব পাৰে।।২৯।। ব্ৰহ্মাই এই সুখকৰ মংগলপ্ৰদ বস্ত্ৰ গ্ৰহণ কৰিলে। তেওঁ প্ৰায়শ্চিত্ত কৰে আৰু কইনাৰ অপকাৰ সাধন নকৰে।।৩০।। তোমালোক দুয়ো সত্যভাষণত সত্য কথা কৈ শ্ৰেষ্ঠ সৌভাগ্য লাভ

কৰা। হে ব্ৰহ্মণস্পতি, পতি যেন এওঁৰ কাৰণে ৰুচিদায়ক হয়। এই ধুনীয়া কথাবাৰ বৰে কওক।।৩১।। তুমি যেন ইয়াতে থাকা, অন্য ঠাইলৈ নোযোৱা; হে ধেনুগণ, এই লোকজনক সন্তানৰ দ্বাৰা বৃদ্ধি প্ৰাপ্ত কৰা। মংগলময় গতিযুক্ত, সোমৰ শক্তিৰে সমৃদ্ধ, ৰক্তিম বৰ্ণৰ, বিশ্বদেৱগণে তোমালোকৰ মন ইয়াত নিবিষ্ট কৰাওক।।৩২।। হে ধেনুগণ, তুমি এওঁক সন্তানসমৃদ্ধ কৰা; এওঁ দেৱতাসকলৰ ভাগ কম নকৰে। পূষা আৰু মৰুৎগণে এওঁৰ কাৰণে, ধাতা আৰু সবিতাই এওঁৰ কাৰণে তোমালোকক প্ৰেৰিত কৰিছে।।৩৩।। যি পথেদি আমাৰ মিত্ৰগণ কন্যাপ্ৰাৰ্থী হৈ যায়, সেই পথসমূহ যেন নিষ্কণ্টক আৰু পোন হয়। ভগ আৰু অৰ্যমাৰ সৈতে ধাতাই আমাক তেজস্বী কৰি তোলক।।৩৪।। যি তেজ দ্যূতক্ৰীড়াত আছে, যি তেজ সুৰাত নিহিত হৈ আছে আৰু যি তেজ গাই আৰু অশ্বত আছে, হে অশ্বিদ্বয়, তাৰে এই নাৰীক অনুগৃহীত কৰা।।৩৫।। যি তেজেৰে গণিকাৰ জঘন অথবা যি তেজেৰে সুৰা, যি তেজেৰে পাশতি অভিষিঞ্চিত হয়, সেই তেজেৰে এওঁক অনুগৃহীত কৰা।।৩৬।। যি ইন্ধন নোহোৱাকৈয়ে পানীৰ মাজত জ্বলি থাকে, যাক বিপ্ৰগণে যজ্ঞত স্তব কৰে, সেই অপাংনপাত নামৰ দেৱতা, তুমি মধুময় জল প্ৰদান কৰা, সেই জলৰ দ্বাৰা ইন্দ্ৰই বীৰ্যশালী হৈ বৃদ্ধিলাভ কৰে।।৩৭।। মই এতিয়া শৰীৰ প্ৰদূষণকাৰী বস্তুবোৰ আঁতৰ কৰোঁ আৰু কল্যাণকাৰক জলমলাই থকা বস্তুবোৰ গ্ৰহণ কৰোঁ।।৩৮।। ব্ৰাহ্মণসকলে এই নাৰীৰ কাৰণে স্নানৰ জল আনক। বীৰ (পুত্ৰ) বিনাশ নকৰা পানী আনক। অৰ্যমাৰ অগ্নিৰ কেউফালে তেওঁ যাওক। হে পূষা, দেওৰেক আৰু শহুৰেকে প্ৰতীক্ষা কৰি আছে।।৩৯।। সোণ তোমাৰ কাৰণে কল্যাণপ্ৰদ হওক; জল কল্যাণকাৰক হওক; স্তম্ভ সুখকৰ হওক; যুৱলিৰ বিন্ধা কল্যাণকাৰক হওক; শত পৱিত্ৰ জলসমূহ তোমাৰ কাৰণে মংগলময় হওক; (হে বধূ,) মংগলৰ অৰ্থেই তুমি পতিৰ শৰীৰ স্পৰ্শ কৰা।।৪০।। হে শতক্ৰতু, ৰথৰ ছিদ্ৰত, গাড়ীৰ ছিদ্ৰত আৰু যুৱলিৰ ছিদ্ৰত তিনিবাৰ শুদ্ধ কৰি অপালাক তুমি সূৰ্য সদৃশ চৰ্মবিশিষ্ট কৰিছিলা।।৪১।। প্ৰসন্নতা, সন্তান-সন্ততি, সৌভাগ্য, ধন আশা কৰি তুমি পতিৰ অনুব্ৰতা হৈ অমৰত্ব লাভৰ অৰ্থে বন্ধনযুক্ত হোৱা।।৪২।। অমৃতবৰ্ষী সিন্ধুৱে নদীসমূহৰ সাম্ৰাজ্য লাভ কৰাৰ দৰে তুমিও পতিগৃহলৈ গৈ সম্ৰাজ্ঞী হোৱা।।৪৩।। শহুৰসকলৰ মাজত সম্ৰাজ্ঞী হোৱা, দেওৰসকলৰ মাজত সম্ৰাজ্ঞী হোৱা, ননদসকলৰ মাজত সম্ৰাজ্ঞী হোৱা আৰু শাহুসকলৰ মাজত সম্ৰাজ্ঞী হোৱা।।৪৪।। যিসকলে সূতা কাটিছে, বৈছে আৰু এই বস্ত্ৰ বিস্তাৰিত কৰিছে আৰু যিসকল দেৱীয়ে তাক শেষলৈকে দিছে, যাতে তুমি বৃদ্ধ বয়স পৰ্যন্ত ভোগ কৰিব পাৰা। আয়ুষ্মতী তুমি এই বস্ত্ৰ পৰিধান কৰা।।৪৫।। তেওঁলোকে কন্যাৰ নিমিত্তে কান্দে; তেওঁলোকে (কন্যাদল) যজ্ঞক লৈ যায়; মানুহে সুদীৰ্ঘ (সন্তানৰ

প্ৰতি স্নেহৰ) বন্ধনৰ কথা চিন্তা কৰে। যিসকল ইয়ালৈ আহিছে; সেই পিতৃপক্ষীয়সকলৰ কাৰণে এয়া মনোৰম; পতিক আলিংগন কৰাটো আনন্দদায়ক।।৪৬।। মই পৃথিৱীদেৱীৰ কোলাত সুখপ্ৰদ স্থিৰ শিলছটা সন্তানলাভৰ অৰ্থে তোমালৈ পাৰি দিছোঁ; তুমি তাত থিয় হোৱাঁ; সুতেজা তুমি সকলোকে যথাক্ৰমে আনন্দিত কৰাঁ। সৱিতাদেৱে তোমাৰ আয়ুস দীঘল কৰক।।৪৭।। অগিয়ে যি কাৰণত এই ভূমিৰ সৌহাতত ধৰিছিল, সেই কাৰণতে মই তোমাৰ পাণি গ্ৰহণ কৰিছোঁ। তুমি দুঃখিত নহ'বা, মোৰ লগত ধন আৰু সন্তান সহ বাস কৰি থাকিবা।।৪৮।। সৱিতাদেৱে তোমাৰ হাতত ধৰক; ৰজা সোমে তোমাক সন্তানৱতী কৰক; জাতবেদা অগ্নিয়ে পত্নীক সৌভাগ্যশালিনী কৰি, বৃদ্ধকাল পৰ্যন্ত আয়ুৰ্যুক্তা কৰি পতিক দিয়ক।।৪৯।। তোমাৰ সৌভাগ্য কামনা কৰি মই (পতিয়ে) তোমাৰ পাণি গ্ৰহণ কৰিছোঁ; পতি মোৰ সৈতে তুমি বৃদ্ধকাল পৰ্যন্ত জীৱিত থাকাঁ। ভগ, অৰ্যমা সৱিতা, পুৰন্ধ্ৰী এই দেৱতাসকলে গৃহস্থালিৰ উদ্দেশ্যে মোক তোমাক প্ৰদান কৰিছে।।৫০।। ভগই তোমাৰ হাতত ধৰিছিল; সৱিতাই তোমাৰ হাতত ধৰিছিল। তুমি ধৰ্মতঃ মোৰ পত্নী, মই তোমাৰ গৃহস্থ।।৫১।। এই নাৰী মোৰ পোষ্যা হওক। বৃহস্পতিয়ে তোমাক মোক প্ৰদান কৰিছে। তুমি সন্তানৱতী হৈ শত শৰত জীয়াই থাকাঁ।।৫২।। হে কল্যাণী, ক্ৰান্তদৰ্শীসকলৰ, বৃহস্পতিৰ নিৰ্দেশমতে ত্বষ্টাই এই বস্ত্ৰ নিৰ্মাণ কৰিলে; সূৰ্যা সদৃশ এই নাৰীক এই বস্ত্ৰেৰে আবৃত কৰি সন্তানৱতী কৰক।।৫৩।। ইন্দ্ৰ-অগ্নি, দ্যাৱাপৃথিৱী, মাতৰিশ্বা, মিত্ৰ-বৰুণ, ভগ আৰু অশ্বিদ্বয়, বৃহস্পতি, মৰুৎগণ, ব্ৰহ্ম আৰু সোমে এই নাৰীক সন্তানৰ দ্বাৰা বৰ্ধিত কৰক।।৫৪।। বৃহস্পতিয়ে প্ৰথমতে সূৰ্যাৰ মূৰত কেশবিন্যাস কৰিলে। হে অশ্বিদ্বয়, আমি এই নাৰীক পতিৰ উদ্দেশ্যে সুশোভিত কৰোঁ।।৫৫।। যুৱতীয়ে যি ৰূপত সাজ-সজ্জা কৰে এয়ে সেই ৰূপ। এই চাল-চলন কৰা পত্নীক মনেৰে জানিবলৈ ইচ্ছা কৰিছোঁ। মই নতুন (অথবা নৱিধ) চাল-চলনৰ সখীয়েকহঁতৰ সৈতে এওঁক অনুৱৰ্তন কৰিম। জনা-শুনা কোন লোকে এই পাশ মুকলি কৰিব?।।৫৬।। মই এওঁৰ ৰূপ মোত শিথিল কৰিলোঁ। মনৰ নীড় দৰ্শন কৰি তেওঁ জানি ল'বই। মই চুৰ কৰি নাখাওঁ। মই নিজকে বৰুণৰ পাশৰপৰা মুক্ত কৰি মনেৰে মুক্ত হলোঁ।।৫৭।। সুশ্ৰী সৱিতাদেৱে তোমাক যি বৰুণপাশেৰে বান্ধি থৈছিল, মই তোমাক তাৰপৰা মুক্ত কৰিলোঁ; হে কন্যা, মই তোমাৰ সৈতে এই বিস্তৃত লোকৰ পথ সুগম কৰিছোঁ।।৫৮।। জল প্ৰদান কৰাঁ (অথবা অস্ত্ৰ তোলাঁ), ৰাক্ষস বধ কৰাঁ, এই নাৰীক পুণ্যত প্ৰতিষ্ঠিত কৰাঁ; জ্ঞানী ধাতাই এওঁৰ কাৰণে পতি দিছে, জানি-বুজি ৰজা ভগ আগলৈ আহক।।৫৯।। ভগই চাৰিপাদ নিৰ্মাণ কৰিলে; ভগই চাৰিটা উৎপল সৃষ্টি কৰিলে। ত্বষ্টাই মধ্যত বৰ্ধ্ৰ সজ্জিত কৰিলে। এই নাৰী আমাৰ কাৰণে মংগলময়ী হওক।।৬০।।

হে সূৰ্যা, সুন্দৰ পলাশফুল থকা, সকলো ধৰণৰ মূৰ্তি কটা, সোণালী ৰঙৰ, সুন্দৰকৈ ঘূৰা, সুন্দৰ চকা লগা এই বাহনত তুমি আৰোহণ কৰাঁ; তুমি পতিগৃহৰ লোকসকলৰ বাবে এই গাড়ীখন সুখপ্ৰদ অমৃতলোকত পৰিণত কৰাঁ।।৬১।। হে বৰুণ, এওঁক ভ্ৰাতৃঘাতিনী নকৰিবা; হে বৃহস্পতি, এওঁক পশুনাশিনী নকৰিবা; হে ইন্দ্ৰ, এওঁক পতিঘাতিনী নকৰিবা; হে সৱিতা, এওঁক পুত্ৰৱতী কৰি আমাৰ ওচৰলৈ আনা।।৬২।। হে স্তম্ভদ্বয়, দেৱনিৰ্মিত পথত তোমালোকে কুমাৰী কন্যাক আঘাত নকৰিবা। এই দিব্য গৃহৰ দুৱাৰ নৱবধূ সোমাবৰ কাৰণে আমি মংগলপ্ৰদ কৰোঁ।।৬৩।। ব্ৰহ্মা পিছফালে যুক্ত হওক; ব্ৰহ্মা সমুখত যুক্ত হওক; ব্ৰহ্মা মধ্যত আৰু অন্তত যুক্ত হওক; ব্ৰহ্মা সৰ্বত্ৰ যুক্ত হওক। তুমি পীড়াৰহিত দেৱগৃহত প্ৰৱেশ কৰি মংগলময়ী, সুখকাৰিণী হৈ পতিগৃহত বিৰাজ কৰি থাকাঁ।।৬৪।।

# দ্বিতীয় অনুবাক

## দ্বিতীয় সূক্ত (২)

(ঋষি—সাবিত্ৰী সূৰ্যা। দেৱতা—আত্মা, যক্ষ্মানাশনী, দম্পতীৰ পৰিপন্থীনাশনী, দেৱগণ। ছন্দ—অনুষ্টুপ্, জগতী, অষ্টি, ত্ৰিষ্টুপ্, বৃহতী, গায়ত্ৰী, পংক্তি, উষ্ণিক্, শক্বৰী।)

হে অগ্নি, যৌতুক সমন্বিতে সূৰ্যাক প্ৰথমতে তোমাৰ ওচৰলৈ লৈ গৈছিল। সেই সেই তুমি সন্তান সহিত পত্নীক পতিসকলক প্ৰদান কৰা যেন।।১।। অগ্নিয়ে পুনৰ আয়ুস আৰু তেজ সমন্বিতে পত্নী প্ৰদান কৰিলে। এই নাৰীৰ পতি দীৰ্ঘায়ু হৈ এশ বছৰ জীয়াই থাকিব।।২।। প্ৰথমতে সোমৰ পত্নী; গন্ধৰ্ব তোমাৰ দ্বিতীয় পতি; অগ্নি তোমাৰ তৃতীয় পতি; মনুষ্যৰ সন্তান তোমাৰ চতুৰ্থ পতি।।৩।। সোমে গন্ধৰ্বক দিলে; গন্ধৰ্বই অগ্নিক দিলে; ধন আৰু পুত্ৰ সহিত এই নাৰীক অগ্নিয়ে মোক দিলে।।৪।। হে অন্নযুক্ত ধনযুক্ত অশ্বিনীকুমাৰদ্বয়, আমাৰ কামনাসমূহ তোমাৰ হৃদয়ত স্থিত হৈ আছে। তুমি আমাক অনুগ্ৰহ কৰাঁ। তোমালোক দুজন আমাৰ ৰক্ষক, কল্যাণবিধানকাৰী, আমি যেন গৃহত প্ৰিয়পাত্ৰ হৈ কৃপা লাভ কৰোঁ।।৫।। সেই তুমি (স্ত্ৰীলিংগ একবচন) মংগলময় মনেৰে আনন্দিত হৈ সতি-সন্ততিৰে সৈতে প্ৰশংসা লাভ কৰিব পৰাকৈ ধন দান কৰাঁ। হে কল্যাণবিধাতাদ্বয়, তোমালোকে (নদী আদি) পাৰ হ'ব লগীয়া স্থান সমূহ সুগম কৰাঁ, সহজতে পানী পাৰ পৰা কৰাঁ, বাটত বিঘিনি ঘটাব পৰা খুটি ভাঙি পেলোৱাঁ।।৬।। হে বধূ, বিবিলাক ওষধি, নদী, পথাৰ, আৰু বন আছে, সেই সকলোবিলাকে তোমাক পতিৰ উদ্দেশ্যে সন্তানৱতী কৰি ৰাক্ষসৰ

পৰা ৰক্ষা কৰক।।৭।। আমি এই সুগম, কল্যাণপ্ৰদ বাহনযুক্ত, পথত উঠিছোঁহি। ইয়াত মানুহে অনিষ্টলাভ নকৰে; বৰঞ্চ অন্যৰ ধনহে লাভ কৰে।।৮।। হে মনুষ্যসকল, যি আশিসৰ নিমিত্তে এই দম্পতীয়ে কাম্যবস্তু লাভ কৰিছে, তোমালোকে মোৰ এই কথা শুনা। এই বনস্পতি বৃক্ষসমূহত যিসকল গন্ধৰ্ব, অপ্সৰা দেৱী আছে, তেওঁলোক এই ন-কইনাৰ প্ৰতি সুখপ্ৰদ হওক, যৌতুক বহন কৰি নিয়া গাড়ীখনৰ অনিষ্ট সাধন নকৰে যেন।।৯।। চন্দ্ৰ সদৃশ যৌতুকবাহক গাড়ীখনৰফালে যিবিলাক মানুহ অসৎ উদ্দেশ্যেৰে যায়, সিবিলাকক যজ্ঞৰ ভাগগ্ৰাহী দেৱতাসকলে ঘূৰাই পঠাওক।।১০।। যি পৰিপন্থী লোক এই দম্পতীৰ ওচৰলৈ আহে, সিবিলাকে এওঁলোকক লগ নাপাওক। সুগম পথেৰে এওঁলোকে দুৰ্গম স্থান পাৰ হৈ যাওক; শত্ৰুবিলাক আঁতৰলৈ গুচি যাওক।।১১।। (পতিৰ) গৃহসমূহে যেন বৰ-কন্যাৰ গাড়ীখন মন্ত্ৰৰ দ্বাৰা অঘোৰ আৰু মিত্ৰসুলভ দৃষ্টিৰে চায়, মই তেনে কৰিছোঁ। সমস্ত প্ৰকাৰৰ যি বস্তু সোমাই আছে, সেইসমূহ পতিৰ কাৰণে সবিতাদেৱে সুখকৰ কৰক।।১২।। এই কল্যাণী নাৰী গৃহলৈ আহিছে; এওঁক ধাতাই এই লোক দান কৰিছে। সেই তেওঁক (বধূক) অৰ্যমা, ভগ, অশ্বিদ্বয় আৰু প্ৰজাপতিয়ে সন্তানেৰে বৰ্ধিত কৰক।।১৩।। আত্মা থকা উৰ্বৰা (ক্ষেত্ৰ সদৃশ) এই নাৰী আহিছে; হে নৰ, এওঁত বীজ বপন কৰা। পুৰুষৰ নিঃসৰিত ৰেতঃ ধাৰণ কৰি এওঁ উদৰৰপৰা তোমালোকৰ কাৰণে সন্তান জন্ম দিব।।১৪।। হে সৰস্বতী, তুমি বিষ্ণুৰ দৰে বিৰাট, তুমি প্ৰতিষ্ঠিত হোৱা; হে সিনীবালি, তুমি ভগ দেৱতাৰ সুমতি লাভ কৰি এওঁৰ সন্তান উৎপন্ন কৰা।।১৫।। হে জলৰাশি, তোমালোকৰ ঢৌৱে খুটিত আঘাত কৰক; যুৱলিৰ ৰছী খুলি দিয়া। এই অবধ্য (বৃষভ) দুটা দুষ্কৃতিৰহিত, অপৰাধশূন্য। ইহঁতে যেন অমংগল সাধন নকৰে।।১৬।। স্নিগ্ধ দৃষ্টিৰ, পতিঘাতিনী নোহোৱা, সুখকাৰী, সহায়কাৰিণী, অতিশয় মংগলময়ী, গৃহসমূহৰ কাৰণে সহজে সংযত কৰিব পৰা, বীৰপ্ৰসবিনী, দেওৰসকলৰ কাৰণে কাম্য, সু-মনৰ অধিকাৰিণী তোমাৰ সৈতে আমি যেন বৰ্ধিত হওঁ।।১৭।। দেওৰসকলৰ অনিষ্ট সাধন নকৰা, পতিৰ অনিষ্ট সাধন নকৰা (হে বধূ) তুমি ইয়াত পশুবিলাকৰ কাৰণে কল্যাণকৰী, সু-সংযতা, সু-তেজা সন্তান-নৱতী, বীৰ প্ৰসবিনী, দেওৰসকলৰ কাৰণে কাম্য আৰু সুখকৰী হৈ গাৰ্হপত্য অগ্নিৰ উপাসনা কৰা।।১৮।। হে নিৰ্ঋতি, ইয়াৰ পৰা উঠি যোৱা; ইয়ালৈ কি বিচাৰি আহিছা, হে ইড়া, মই তোমাক নিজৰ ঘৰৰ পৰা খেদাই দিছোঁ। হে অৰাতি, তুমি ইয়াত শূন্যক বিচাৰি আহিছা; উঠা, ইয়াৰপৰা আঁতৰ হোৱা; ইয়াত নাথাকিবা।।১৯।। এই বধূৱে পূৰ্বে গাৰ্হপত্য অগ্নিক উপাসনা কৰিছিল; হে নাৰী, এতিয়া সৰস্বতী আৰু পিতৃগণক নমস্কাৰ কৰা।।২০।। এই নাৰীৰ ভগত পানি দিবলৈ এই ৰক্ষা বৰ্ম (স্বৰূপ চৰ্ম) গ্ৰহণ কৰা। হে সিনীবালী, ভগদেৱতাৰ অনুগ্ৰহত এওঁৰ সন্তান উৎপন্ন কৰা।।২১।। যি কন্যাই পতি লাভ কৰিছে সেই সু-

সন্তানৰ জনয়িত্ৰী, তুমি যি তৃণ আৰু মৃগচৰ্ম তলত পাৰি দিয়া, তাতে বহক।।২২।। ৰঙা মৃগচৰ্মৰ ওপৰত তৃণ পাৰি দিয়াঁ; তাতে বহি এই সু-সন্তানৰ জনয়িত্ৰীয়ে অগ্নিক উপাসনা কৰক।।২৩।। স্থলখনত উঠা; অগ্নিৰ ওচৰ চাপি বহাঁ; এই দেৱতাই সকলো ৰাক্ষস নিধন কৰে। ইয়াত পতিৰ অৰ্থে সন্তান জন্ম দিবা। তোমাৰ এই জ্যেষ্ঠ পুত্ৰ হ'ব।।২৪।। এই মাতৃৰ কোলাৰপৰা বহু প্ৰকাৰৰ সন্তান জন্ম হ'ব। সু-মংগলা ৰূপে এই অগ্নিৰ ওচৰত বহাঁ। তুমি পতিৰে সৈতে ইয়াত সমস্ত দেৱতাক সেৱা কৰি থাকাঁ।।২৫।। সু-মংগলা, গৃহসমূহ বিস্তাৰ-কাৰিণী, পতিৰ কল্যাণসাধিনী, শহুৰৰ কল্যাণ-কাৰিণী, শাহুৰ সুখদায়িনী, হৈ তুমি এই গৃহত প্ৰৱেশ কৰাঁ।।২৬।। শহুৰসকলৰ বাবে সুখকৰী হোৱাঁ, পতি আৰু গৃহসমূহৰ বাবে সুখপ্ৰদা হোৱাঁ, সমস্ত লোকৰ কাৰণে সুখদায়ক হোৱাঁ, তোমাৰ পোষণীয়সকলৰ কাৰণে সুখপ্ৰদা হোৱাঁ।।২৭।। এই সুমংগলী বধূক দৰ্শন কৰাহিঁক। এওঁক সৌভাগ্য প্ৰদান কৰি দুৰ্ভাগ্য আঁতৰাই নিয়াঁ।।২৮।। ইয়াত যিসকল দুষ্ট হৃদয়ৰ যুৱতী আৰু বৃদ্ধা আছে, তোমালোকে এওঁক এতিয়া তেজঃশক্তি প্ৰদান কৰাঁ আৰু ইয়াৰপৰা গুচি যোৱাঁ।।২৯।। সমস্ত ৰূপবিশিষ্ট, সোণ খটোৱা এই পালেঙত মহান্ সৌভাগ্য, লাভৰ অৰ্থে সবিতাৰ কন্যা সূৰ্যা, তুমি আৰোহণ কৰা।।৩০।। সুন্দৰ মনেৰে পালেঙত উঠা; পতিৰ উদ্দেশ্যে ইয়াতে সন্তান জন্ম দিবা। ইন্দ্ৰাণীৰ দৰে সম্যক্ জাগৃতা হৈ উষাৰ উগ্ৰ জ্যোতি লাভ কৰিবলৈ উদ্যত হোৱাঁ।।৩১।। পূৰ্বে দেৱতাসকলে পত্নীৰ সৈতে শয়ন কৰিছিল; তেওঁলোকে শৰীৰেৰে শৰীৰ আলিংগন কৰিছিল; হে নাৰী, সূৰ্যাৰ দৰে বিশ্বৰূপা, মহিমাময়ী, সন্তানৱতী হৈ তুমি ইয়াত পতিৰ লগত সংগতা হোৱাঁ।।৩২।। হে বিশ্বাবসু, ইয়াৰপৰা উঠা। আমি তোমাক নমস্কাৰৰ দ্বাৰা উপাসনা কৰিছোঁ। পিতৃগৃহত থকা অন্য নাৰীক ইচ্ছা কৰাঁ; সেয়াহে জন্মত তোমাৰ ভাগ (এই বিবাহিতা নাৰীগৰাকী নহয়), এই কথা জানিবা।।৩৩।। হবি গ্ৰহণকাৰী আৰু সূৰ্যৰ মাজত অপ্সৰাগণে আমোদ-প্ৰমোদ কৰে; সেয়া তোমাৰ উত্তৱস্থান; তেওঁলোকৰ ওচৰলৈ গুচি যোৱাঁ। তোমাক গন্ধৰ্ব ঋতুৰে নমস্কাৰ কৰিছোঁ।।৩৪।। গন্ধৰ্বৰ মনলৈ নমস্কাৰ, তেওঁৰ ভয়ানক চকুলৈ নমস্কাৰ। হে বিশ্বাবসু, মন্ত্ৰৰ দ্বাৰা তোমাক নমস্কাৰ কৰিছোঁ। তুমি পত্নী অপ্সৰাসকলৰ ওচৰলৈ গুচি যোৱাঁ।।৩৫।। আমি ধনেৰে আনন্দিতমনা হ'ম। আমি গন্ধৰ্বক ইয়াৰপৰা ওপৰলৈ পঠাই দিম। সেই দেৱতাই পৰম স্থানলৈ গতি কৰিলে। য'ত আয়ুস বৃদ্ধি হয়, আমি সেই স্থান লাভ কৰিলোঁ।।৩৬।। হে পিতৃমাতৃদ্বয়, ঋতুকালত, সংগত কৰাঁ; তোমালোক দুয়ো বীৰ্যৰ পিতৃ মাতৃ হ'বা। পুৰুষৰূপে তুমি এই নাৰীত আৰোহণ কৰাঁ। সন্তান উৎপন্ন কৰাঁ; ধন ভোগ কৰাঁ।।৩৭।। হে পূষা, পৰম কল্যাণী তেওঁক প্ৰেৰিত কৰাঁ; মানুহে তেওঁত বীজ বপন কৰিব। তেওঁ কামৱশ হৈ আমাক শৰীৰ (দুই উৰু) সমৰ্পণ কৰিব; আমি কামৱশ হৈ তেওঁৰ অংগ মিলিত কৰিম।।৩৮।। উৰুৰ ওপৰত উঠা; হাতত ধৰাঁ; আনন্দ মনেৰে পত্নীক আলিংগন কৰাঁ; ইয়াত

আমোদিত হৈ তোমালোকে সন্তান উৎপন্ন কৰা। সবিতাই তোমালোকক দীর্ঘায়ু কৰক।।৩৯।। প্ৰজাপতিয়ে তোমালোকৰ কাৰণে সন্তান সৃষ্টি কৰক; অৰ্যমাই তোমালোকৰ দিনে ৰাতিয়ে মিলন ঘটাওক। (হে বধূ) অমঙ্গলৰহিতা হৈ তুমি পতিৰ সংসাৰতপ্ৰৱেশ কৰা। তুমি আমাৰ দ্বিপদ (মনুষ্য) আৰু চতুষ্পদ প্ৰাণীসমূহৰ কাৰণে মংগলসাধিকা হোৱা।।৪০।। দেৱতাসকলে মনুৰ সৈতে প্ৰদান কৰা এই দৰা-কন্যাৰ বস্ত্ৰ যি বিদ্বান ব্ৰাহ্মণক প্ৰদান কৰে তেওঁ শয্যাৰ (পৰ্যংকৰ) ৰাক্ষস (আদি অপশক্তি) বিনাশ কৰে।।৪১।। যি বৰৰ বস্ত্ৰ আৰু বধূৰ বস্ত্ৰ ব্ৰাহ্মণৰ ভাগ বুলি মোক প্ৰদান কৰিছে; হে বৃহস্পতি, তুমি আৰু ইন্দ্ৰ একমত হৈ তাক পুৰোহিতক প্ৰদান কৰা।।৪২।। একেখনি উত্তৰস্থলিৰ (শয্যাৰ) পৰা উদ্বুদ্ধ হৈ, অতিশয় আনন্দিত হৈ, হাঁহিমুখেৰে, সুন্দৰ গাইৰে সমৃদ্ধ, সুপুত্ৰবান আৰু সু-গৃহযুক্ত হৈ তোমালোক দুজনে যেন উজ্জ্বল উষাসমূহ কটাব পাৰা।।৪৩।। নৱবস্ত্ৰ পৰিধান কৰি, সুগন্ধি আৰু সুন্দৰ বস্ত্ৰ পৰিহিত হৈ মই উজ্জ্বল উষাকালসমূহত যেন সাৰ পাই উঠোঁ। অণ্ডৰপৰা পক্ষী মুক্ত হোৱাৰ দৰে মই সমস্ত পাপৰপৰা মুক্ত হওঁ যেন।।৪৪।। (৭/১১২/১ মন্ত্ৰৰ সৈতে একে)।।৪৫।। সূৰ্যা, দেৱগণ, মিত্ৰ, বৰুণ আৰু যিসকলে প্ৰাণীসমূহক জানে, সেইসকললৈ নমস্কাৰ।।৪৬।। যিজনে 'অভিশ্ৰিষ্' (সংযোগ কৰা দ্ৰব্য) অবিহনে ডিঙি ছেদ কৰাৰ আগতেই সংযোজিত কৰে, সেই বহুধনযুক্ত উদাৰজনে বিনষ্ট হোৱাখিনি আঁতৰ কৰে।।৪৭।। নীলা, হালধীয়া, কপিলবৰ্ণীয়া, ধোঁৱা আমাৰপৰা আঁতৰ হওক। ভস্মকাৰিণী যি পৃষাতকী, মই তাইক খুটিত বান্ধি থৈছোঁ।।৪৮।। ওপৰত পিন্ধা কাপোৰত যিমানবিলাক কৃত্যা লাগি আছে, বজা বৰুণৰ যিমানবিলাক পাশ আছে, যিমানবিলাক অকৃতকাৰ্যতা আৰু অসমৃদ্ধি ইয়াত আছে, সেই সকলোকে এই খুটিত বান্ধি থৈছোঁ।।৪৯।। যি মোৰ প্ৰিয়তম শৰীৰ, সি মোৰ বস্ত্ৰৰপৰা ভীত; হে বনস্পতি, তুমি তাৰে প্ৰথমতে অধোবস্ত্ৰ কৰা; আমাৰ যাতে অনিষ্ট সাধন নহয়।।৫০।। দাঁতি, দহি, বোৱন, দীঘৰ সূতা থকা যিবিলাক কাপোৰ পত্নীসকলে বৈছিল, সেই সকলো স্পৰ্শসুখকৰ হওক।।৫১।। পিতৃগৃহৰপৰা পতিগৃহলৈ অহা এই কন্যাগণে আগ্ৰহ সহিত দীক্ষাৰ উদ্দেশ্যে গমন কৰক। স্বাহা।।৫২।। বৃহস্পতিৰ দ্বাৰা প্ৰস্তুত (এই সুগন্ধি চূৰ্ণ), সকলো দেৱতাই ধাৰণা কৰিছিল; যি বৰ্চ গোসসমূহত প্ৰবিষ্ট হৈছিল, আমি তাক এই নাৰীৰ লগত যুক্ত কৰিছোঁ।।৫৩।। বৃহস্পতিৰ দ্বাৰা প্ৰস্তুত, দেৱতাসকলে ধাৰণ কৰা (এই অংশ ৫৮ মন্ত্ৰ পৰ্যন্ত গ্ৰহণ কৰি তাৰ পিছত যথাক্ৰমে তেজ, সৌভাগ্য, যশ, জল অথবা দুগ্ধ, আৰু ৰস শব্দ লগাই এই অংশ লগাই ল'ব) গোসসমূহত প্ৰবিষ্ট হৈছিল, আমি তাক এই নাৰীৰ লগত যুক্ত কৰিছোঁ।।৫৪-৫৮।। (কন্যা পতিগৃহলৈ যোৱাৰ কাৰণে) তোমাৰ ঘৰত এই চুলি থকা মানুহবোৰে ইচাট-বিচাটকৈ কন্দা-কটা কৰি অমংগল সূচাইছে; অগ্নি আৰু সবিতাই তোমাক সেই পাপৰ পৰা মুক্ত কৰক।।৫৯।। তোমাৰ জীয়েৰাই চুলি মেলি কন্দা কটা কৰি যদি

অমংগল চপাইছে, তেনে অগ্নি আৰু সৱিতাই তোমাক সেই পাপৰপৰা মুক্ত কৰক।।৬০।। যদি ভনীয়েকইতে, গাভৰু ছোৱালীবোৰে তোমাৰ ঘৰত ইচাট্-বিচাট কৰি কান্দি-কাটি অমংগল চপাইছে, তেনে অগ্নি আৰু সৱিতাই ইত্যাদি (পূৰ্ববৎ)।।৬১।। যদি তোমাৰ সন্তান-সন্ততি, পশুধন আৰু ঘৰ-দুৱাৰত পাপকৰ্মীয়ে কিবা অনিষ্ট সাধন কৰিছে, তেনে অগ্নি ইত্যাদি (পূৰ্ববৎ)।।৬২।। এই নাৰীয়ে শুকান শস্য ছটিয়াই প্ৰাৰ্থনা কৰিছে— "মোৰ পতি দীৰ্ঘজীৱী হওক; তেওঁ শত শৰত জীয়াই থাকক"।।৬৩।। হে ইন্দ্ৰ, এই বৰ-কন্যাক তুমি চাঁকে-চকোৱা দম্পতিৰ দৰে পোষণ কৰা। তেওঁলোকে যাতে সন্তান সমন্বিতে সুন্দৰ গৃহত তেওঁলোকৰ সুদীৰ্ঘ জীৱনকাল বাস কৰি থাকে।।৬৪।। আসন্দীত (চকীত), গাদীত অথবা ঢাকনিত যি কৃত্যা কৰা হৈছে; সিহঁতে বিয়াত যি কৃত্যা কৰিছে; সেই সকলোবোৰ আমি স্নানৰ ঠাইত থৈ দিলোঁ।।৬৫।। বিবাহত অথবা যৌতুক বাহনত যি অপকৰ্ম অথবা দোষ কৰা হৈছে, সেই সকলোবোৰ দোষ আমি কন্যাপ্ৰাৰ্থীৰ কম্বলত মুচি পেলাইছোঁ।।৬৬।। প্ৰাৰ্থীজনত মল থৈ আৰু কম্বলত দোষ থাপি আমি যজ্ঞীয়সকল শুদ্ধ হ'লোঁ; আমি যেন আয়ুস বৃদ্ধি কৰিব পাৰোঁ।।৬৭।। কৃত্ৰিমভাবে নিৰ্মিত শত দাঁতযুক্ত এই ফণিখনে এই নাৰীৰ চুলিৰ মলি আৰু মূৰৰ মলি দূৰ কৰিব।।৬৮।। তেওঁৰ প্ৰতি অংগৰ পৰা অনিষ্টকাৰী দোষবিলাক দূৰ কৰিছোঁ; এই দোষসমূহে পৃথিৱী, দেৱতাগণ, দ্যুলোক অথবা অন্তৰীক্ষ স্পৰ্শ নকৰক। হে অগ্নি, সেই দোষসমূহে জলক স্পৰ্শ নকৰক, যম তথা পিতৃগণক স্পৰ্শ নকৰক।।৬৯।। হে জায়া, মই তোমাক পৃথিৱীৰ দুগ্ধেৰে (সাৰতত্ত্বেৰে) বান্ধিছোঁ, ওষধিসমূহৰ দুগ্ধেৰে বান্ধিছোঁ, সন্তানেৰে আৰু ধনেৰে বান্ধিছোঁ; এইদৰে বন্ধনযুক্ত হৈ তুমি ধন লাভ কৰা।।৭০।। তুমি তেওঁ আৰু মই সেইজন; মই সাম, তুমি ঋক্; মই দ্যৌ, তুমি পৃথিৱী; আমি দুয়ো ইয়াত মিলিত হওঁ, সন্তান উৎপাদন কৰোঁ।।৭১।। আমাৰ অবিবাহিতসকলে পত্নী বিচাৰোঁ; সু-দাতাজনে পুত্ৰ বিচাৰে। বিস্তাৰিত অন্নপ্ৰাপ্তিৰ উদ্দেশ্যে আমি অহিংসিত প্ৰাণেৰে যাতে একেলগে থাকোঁ।।৭২।। কন্যা চাবলৈ যিসকল পিতৃ এই বৰ-কন্যাৰ বাহনলৈ আহিছিল, সেইসকলে বধূক পতিৰে সৈতে সন্তানসহিত কল্যাণ প্ৰদান কৰক।।৭৩।। যি নাৰী আগতেই নিজকে বস্ত্ৰাবদ্ধ কৰি ইয়ালৈ আহিছিল, তেওঁ এই নাৰীক সন্তান আৰু সম্পত্তি প্ৰদান কৰি আগেয়ে নোযোৱা বাটেৰে এওঁক লৈ যাওক। এয়া মহিমামণ্ডিত, সু-সন্তানযুক্ত পথ জয় কৰিছে।।৭৪।। সু-বুদ্ধ হৈ তুমি জাগৃত হৈ থাকা, শত শৰত পৰ্যন্ত দীৰ্ঘায়ু ভোগ কৰা। গৃহপত্নী হৈ গৃহত প্ৰৱেশ কৰা। সৱিতাই যাতে তোমাক দীৰ্ঘায়ু প্ৰদান কৰে।।৭৫।।

**।। চতুৰ্দশ কাণ্ড সমাপ্ত ।।**

# পঞ্চদশ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১) (ব্ৰাত্যসূক্ত)

(ঋষি—অথৰ্বা। দেৱতা—অধ্যাত্ম, ব্ৰাত্য।[46] ছন্দ—পংক্তি, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী।)

এজন ব্ৰাত্যই গৈ থাকোঁতেই প্ৰজাপতিক প্ৰেৰিত কৰিলে।।১।। সেই প্ৰজাপতিয়ে নিজতে সুৱৰ্ণক (আত্মাক) দেখা পালে; তেওঁ জগৎ কৰিলে।।২।। তেওঁ এক হ'ল; তেওঁ জ্যেষ্ঠ হ'ল; তেওঁ মহৎ হ'ল; তেওঁ ললাম (অলংকাৰ) হ'ল; তেওঁ ব্ৰহ্ম হ'ল; তেওঁ তপ হ'ল; তেওঁ সত্য হ'ল; তাৰে তেওঁ প্ৰজা উৎপন্ন কৰিলে।।৩।। তেওঁ বৃদ্ধি লাভ কৰিলে; তেওঁ মহান্ হ'ল; তেওঁ মহাদেৱ হ'ল।।৪।। তেওঁ দেৱতাসকলৰ অধীশ্বৰ হ'ল; তেওঁ প্ৰভু হ'ল।।৫।। তেওঁ একমাত্ৰ ব্ৰাত্য হ'ল; তেওঁ ধনু ধৰিলে; সেইখন ইন্দ্ৰধনু।।৬।। ইয়াৰ উদৰ ভাগ নীলা, পৃষ্ঠভাগ ৰঙা।।৭।। নীলাৰে তেওঁ অপ্ৰিয় ভ্ৰাতৃসকলক বেৰি ধৰে, দ্বেষকাৰীসকলক ৰঙাৰে বিদীৰ্ণ কৰে— ব্ৰহ্মবাদীসকলে এই কথা কয়।।৮।।

### দ্বিতীয় সূক্ত (২)

(কাণ্ডৰ শেষলৈকে ঋষি, দেৱতা, পূৰ্বসূক্তৰ সৈতে এক। ত্ৰিষ্টুপ্, পংক্তি, গায়ত্ৰী, জগতী, বৃহতী, উষ্ণিক্।)

তেওঁ উঠিল, তেওঁ পূবদিশলৈ গমন কৰিলে।।১।। বৃহৎ, ৰথন্তৰ, আদিত্য আৰু বিশ্বদেৱগণে তেওঁক অনুসৰণ কৰিলে।।২।। যি এইদৰে জানোতা ব্ৰাত্যক নিন্দা কৰে, সেইজনে বৃহৎ আৰু ৰথন্তৰৰ, আদিত্য-গণৰ তথা বিশ্বদেৱগণৰ দ্ৰোহ আচৰণ কৰে।।৩।। তেওঁৰ পূৰ্বদিশ বৃহৎ আৰু ৰথন্তৰৰ, আদিত্যগণৰ তথা বিশ্বদেৱগণৰ প্ৰিয় ধাম।।৪।। শ্ৰদ্ধা তেওঁৰ বেশ্যা, মিত্ৰই মাগধ, বিজ্ঞানেই বস্ত্ৰ, দিবসেই পাগুৰি, নিশাই কেশ, হৰিতবৰ্ণৰ প্ৰবৰ্ত দুটি আৰু কল্মলিয়েই তেওঁৰ মণি।।৫।। ভূত আৰু ভৱিষ্যত তেওঁৰ দুই পৰিষ্কন্দ, মন বিপথ।।৬।। মাতৰিশ্বা আৰু পৱিত্ৰকাৰী বায়ু বিপথে চালক; বায়ু সাৰথি, ঘূৰ্ণিবায়ু অংকুশ।।৭।। কীৰ্তি আৰু যশস্যা পুৰোগামী; যি এই কথা জানে, তেওঁৰ ওচৰলৈ কীৰ্তি আৰু যশ আহে।।৮।। তেওঁ উঠিল; তেওঁ দক্ষিণদিশলৈ গ'ল।।১।। যজ্ঞাযজ্ঞিয় আৰু বামদেৱ্যে তথা যজ্ঞ আৰু যজমানে, সেইদৰে পশুগণে তেওঁক অনুসৰণ কৰিলে।।১০।। এইদৰে জনা ব্ৰাত্যক যি নিন্দা কৰে তেওঁ যজ্ঞাযজ্ঞিয়, বামদেৱ্য, যজ্ঞ, যজমান আৰু পশুগণক দ্বেষ কৰে।।১১।। যজ্ঞাযজ্ঞিয়, বামদেৱ্য, যজ্ঞ, যজমান আৰু পশুগণৰ কাৰণে তেওঁৰ দক্ষিণদিশত প্ৰিয় ধাম অৱস্থিত।।১২।। উষাই বেশ্যা, মন্ত্ৰই

মাগধ, বিজ্ঞানেই বস্ত্র ইত্যাদি পঞ্চম মন্ত্রৰ দৰে।।১৩।। অমাৱস্যা আৰু পূৰ্ণিমা পৰিষ্কন্দ, মন বিপথ কীৰ্তি ইত্যাদি ৭ আৰু ৮ সূক্তৰ দৰে।।১৪।। তেওঁ উঠিল আৰু পশ্চিম দিশলৈ গ'ল।।১৫।। বৈৰূপ আৰু বিৰাজে, জল আৰু ৰজা বৰুণে তেওঁক অনুসৰণ কৰিলে।।১৬।। এই দৰে জনা ব্ৰাত্যক যি নিন্দা কৰে, সেইজনে বৈৰূপ, বৈৰাজ, জলসমূহ আৰু ৰজা বৰুণৰ দ্ৰোহ আচৰণ কৰে।।১৭।। বৈৰূপ, বৈৰাজ, জলসমূহ আৰু বৰুণ ৰজাৰ প্ৰিয় ধাম তেওঁৰ দক্ষিণ দিশত অৱস্থিত।।১৮।। ইৰাই কেশ্যা, হাঁহিয়েই কীৰ্তি মাগধ, বিজ্ঞানেই বস্ত্র ইত্যাদি ১৩ মন্ত্রৰ দৰে।।১৯।। দিন আৰু ৰাতি পৰিষ্কন্দ, মন বিপথ কীৰ্তি ইত্যাদি ১৪ মন্ত্রৰ দৰে।।২০।। তেওঁ উঠিল আৰু উত্তৰ দিশলৈ গ'ল।।২১।। শ্যৈত আৰু নৌধষে, সপ্তৰ্ষিগণ আৰু ৰজা সোমে তেওঁক অনুসৰণ কৰিলে।।২২।। যি এইদৰে জনা ব্ৰাত্যক নিন্দা কৰে, তেওঁ শ্যৈত, নৌধষ, সপ্তৰ্ষিগণ আৰু ৰজা সোমৰ দ্ৰোহ আচৰণ কৰে।।২৩।। শ্যৈতৰ, নৌধষৰ, সপ্তৰ্ষিগণৰ আৰু ৰজা সোমৰ প্ৰিয় ধাম তেওঁৰ উত্তৰ দিশত অৱস্থিত।।২৪।। বিজুলী কেশ্যা, গাজনি মাগধ, বিজ্ঞান বস্ত্র ইত্যাদি ১৩ মন্ত্রৰ দৰে।।২৫।। শ্ৰুত আৰু বিশ্ৰুত পৰিষ্কন্দ, মন বিপথ কীৰ্তি ইত্যাদি ১৪ মন্ত্রৰ দৰে।।২৬-২৮।।

## তৃতীয় সূক্ত (৩)

(ছন্দ—গায়ত্রী, উষ্ণিক্, জগতী, বৃহতী, অনুষ্টুপ্, পংক্তি, ত্রিষ্টুপ্।)

তেওঁ এবছৰ থিয় হৈ থাকিল। দেৱতাসকলে তেওঁক ক'লে— "ব্ৰাত্য, কিয় থিয় হৈ আছা?।।১।। তেওঁ ক'লে তেওঁলোকে মোলৈ আসন্দী এখন লৈ আহক"।।২।। সেই ব্ৰাত্যলৈ আসন্দী লৈ আহিল।।৩।। গ্ৰীষ্ম আৰু বসন্ত সেই আসন্দীৰ দুটা খুৰা, শৰত আৰু বৰ্ষা অন্য দুটা খুৰা।।৪।। বৃহৎ আৰু ৰথন্তৰ দীঘৰ টুকুৰা দুটা; যজ্ঞাযজ্ঞিয় আৰু বামদেব্য পথালিৰ টুকুৰা দুটা।।৫।। ঋক্ দীঘৰ তন্তুসমূহ আৰু যজুঃ মন্ত্রসমূহ বাণীৰ তন্তু।।৬।। বেদ গাদীখন, মন্ত্র হৈছে গাৰু, সাম হৈছে আসন আৰু উদ্গীথ হৈছে উপশ্ৰয়।।৭-৮।। সেই আসন্দীত ব্ৰাত্য বহিল।।৯।। দেৱজন তেওঁৰ পৰিষ্কন্দ হ'ল, সংকল্পসমূহ দূত আৰু সমস্ত ভূতজাত উপসদ হ'ল।।১০।। যি এই কথা জানে, সমস্ত প্ৰাণীয়েই তেওঁৰ উপসদ (পৰিচাৰক) হয়।।১১।।

## চতুৰ্থ সূক্ত (৪)

(ছন্দ—জগতী, অনুষ্টুপ্, গায়ত্রী, পংক্তি, ত্রিষ্টুপ, বৃহতী, উষ্ণিক্।)

পূব দিশৰপৰা তেওঁৰ কাৰণে।।১।। দেৱতাসকলে বসন্তৰ মাহ দুটা ৰক্ষক পাতিলে, বৃহৎ আৰু ৰথন্তৰক অনুষ্ঠাতা পাতিলে।।২।। এইদৰে যি জানে তেওঁক

পূব দিশৰ পৰা বসন্তৰ মাহ দুটাই ৰক্ষা কৰে আৰু বৃহৎ তথা ৰথন্তৰে পৰিচৰ্যা কৰে।।৩।। দক্ষিণ দিশৰপৰা তেওঁৰ কাৰণে দেৱতাসকলে গ্ৰীষ্মৰ মাহ দুটা ৰক্ষক পাতিলে, যজ্ঞাযজ্ঞিয় তথা বামদেব্যক অনুষ্ঠাতা পাতিলে।।৪-৫।। এইদৰে যি জানে তেওঁ দক্ষিণ দিশৰপৰা গ্ৰীষ্মৰ মাহ দুটাই ৰক্ষা কৰে আৰু যজ্ঞাযজ্ঞিয় তথা বামদেব্যই পৰিচৰ্যা কৰে।।৬।। পশ্চিম দিশৰপৰা তেওঁৰ কাৰণে বৰ্ষাৰ মাহ দুটা ৰক্ষক কৰিলে আৰু বৈৰূপ্য তথা বৈৰাজক অনুষ্ঠাতা কৰিলে।।৭-৮।। যি এইদৰে জানে তেওঁক পশ্চিম দিশৰপৰা বৰ্ষাৰ মাহ দুটাই ৰক্ষা কৰে; বৈৰূপ্য তথা বৈৰাজে পৰিচৰ্যা কৰে।।৯।। উত্তৰ দিশৰপৰা তেওঁৰ কাৰণে শৰতৰ মাহ দুটা ৰক্ষক কৰিলে আৰু নৌধস তথা শ্যৈতক অনুষ্ঠাতা পাতিলে।।১০-১১।। যি এইদৰে জানে তেওঁক উত্তৰ দিশৰপৰা শৰতৰ মাহ দুটাই ৰক্ষা কৰে; নৌধস আৰ শ্যৈতই তেওঁক পৰিচৰ্যা কৰে।।১২।। ধ্ৰুব দিশৰপৰা তেওঁৰ কাৰণে হেমন্তৰ মাহ দুটা ৰক্ষক কৰিলে আৰু ভূমি তথা অগ্নিক অনুষ্ঠাতা পাতিলে।।১৩-১৪।। যি এইদৰে জানে তেওঁক হেমন্তৰ মাহ দুটাই ৰক্ষা কৰে আৰু ভূমি তথা অগ্নিয়ে পৰিচৰ্যা কৰে।।১৫।। উৰ্ধ্বদিশৰপৰা তেওঁৰ কাৰণে শীতকালৰ মাহ দুটা ৰক্ষক পাতিলে আৰু আকাশ তথা আদিত্যক অনুষ্ঠাতা কৰিলে।।১৬-১৭।। যি এইদৰে জানে তেওঁক ওপৰ ফালৰ পৰা শীতৰ মাহ দুটাই ৰক্ষা কৰে আৰু আকাশ তথা আদিত্যই অনুষ্ঠান কৰে।।১৮।।

## পঞ্চম সূক্ত (৫)

(ঋষি—অথৰ্বা। দেৱতা—ৰুদ্ৰ। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, অনুষ্টুপ্, পংক্তি, বৃহতী।)

পূব দিশৰ অন্তৰ্দেশৰপৰা তেওঁৰ কাৰণে ধনুৰ্ধৰ ভবদেৱতাক অনুষ্ঠাতা পাতিলে।।১।। বাণ নিক্ষেপক ভৱই অনুষ্ঠাতা হৈ পূবদিশৰ অন্তৰ্দেশৰপৰা অনুষ্ঠান কৰিলে। যি এইদৰে জানে, ভৱ, শৰ্ব, ঈশান, কোনেও তেওঁৰ আৰু তেওঁৰ পশুসমূহ তথা তেওঁৰ মানুহৰ অনিষ্ট সাধন নকৰে।।২-৩।। দক্ষিণ দিশৰ অন্তৰ্দেশৰপৰা তেওঁৰ কাৰণে ধনুৰ্ধৰ শৰ্বক অনুষ্ঠাতা পাতিলে।।৪।। বাণনিক্ষেপক শৰ্বই অনুষ্ঠাতা হৈ দক্ষিণ দিশৰ অন্তৰ্দেশৰপৰা অনুষ্ঠান কৰিলে। যি এইদৰে জানে ইত্যাদি (২ আৰু ৩ মন্ত্ৰত থকাৰ দৰে)।।৫।। পশ্চিম দিশৰ অন্তৰ্দেশৰ পৰা তেওঁৰ কাৰণে ধনুৰ্ধৰ পশুপতিক অনুষ্ঠাতা কৰিলে।।৬।। বাননিক্ষেপক পশুপতিয়ে পশ্চিম দিশৰ অন্তৰ্দেশৰপৰা অনুষ্ঠাতাৰূপে এওঁৰ অনুষ্ঠান কৰিলে। যি এইদৰে জানে ইত্যাদি (৫ মন্ত্ৰৰ দৰে)।।৭।। উত্তৰ দিশৰ অন্তৰ্দেশৰপৰা তেওঁৰ কাৰণে বাণহস্ত উগ্ৰদেৱক অনুষ্ঠাতা কৰিলে।।৮।। বাণহস্ত উগ্ৰদেৱে অনুষ্ঠাতাৰূপে উত্তৰ দিশৰ অন্তৰ্দেশৰপৰা তেওঁৰ অনুষ্ঠান কৰিলে যি এই কথা জানে ইত্যাদি (৫ মন্ত্ৰৰ দৰে)।।৯।। ধ্ৰুবাদিশৰ অন্তৰ্দেশৰপৰা তেওঁলৈ ধনুৰ্ধৰ ৰুদ্ৰক অনুষ্ঠাতা কৰিলে।।১০।।

ধনুৰ্ধৰ ৰুদ্ৰই ধ্ৰুবাদিশৰ অন্তৰ্দেশৰ পৰা অনুষ্ঠাতা হৈ তেওঁৰ অনুষ্ঠান কৰিলে। যি এইদৰে জানে ইত্যাদি (আগৰ দৰে)।।১১।। উৰ্ধ্বদিশৰ অন্তৰ্দেশৰপৰা তেওঁলৈ ধনুৰ্ধৰ মহাদেৱক অনুষ্ঠাতা কৰিলে।।১২।। ধনুৰ্ধৰ মহাদেৱে অনুষ্ঠাতা হৈ উৰ্ধ্বদিশৰ অন্তৰ্দেশৰ পৰা তেওঁৰ অনুষ্ঠান কৰিলে। যি এইদৰে জানে ইত্যাদি, (আগৰ দৰে)।।১৩।। সকলো দিশৰে অন্তৰ্দেশৰপৰা তেওঁলৈ ধনুৰ্ধৰ ঈশানক অনুষ্ঠাতা পাতিলে।।১৪।। ধনুৰ্ধৰ ঈশানে সকলো দিশৰে অন্তৰ্দেশৰপৰা অনুষ্ঠাতা হৈ তেওঁৰ অনুষ্ঠান কৰিলে। যি এইদৰে জানে ইত্যাদি (আগৰ দৰে)।।১৫-১৬।।

## ষষ্ঠ সূক্ত (৬)

(ঋষি—অথৰ্বা। দেৱতা—অধ্যাত্ম, ব্ৰাত্য।
ছন্দ—পংক্তি, ত্ৰিষ্টুপ্, বৃহতী, জগতী, উষ্ণিক্, অনুষ্টুপ্।)

তেওঁ ধ্ৰুবদিশলৈ গমন কৰিলে।।১।। ভূমি আৰু অগ্নিয়ে, ওষধি আৰু বনস্পতিসমূহে, বানস্পত্য আৰু বীৰুধসমূহে তেওঁক অনুসৰণ কৰিলে।।২।। যি এইদৰে জানে, তেওঁ ভূমি, অগ্নি, ওষধি, বনস্পতি, বানস্পত্য আৰু বীৰুধসমূহৰ প্ৰিয় ধাম ৰূপে পৰ্যবসিত হয়।।৩।। তেওঁ উৰ্ধ্ব দিশলৈ গমন কৰিলে।।৪।। তেওঁক ঋত, সত্য, সূৰ্য, চন্দ্ৰ আৰু নক্ষত্ৰগণে অনুসৰণ কৰিলে।।৫।। যি এইদৰে জানে, তেওঁ ঋত, সত্য, সূৰ্য, চন্দ্ৰ আৰু নক্ষত্ৰগণৰ প্ৰিয় ধাম হয়।।৬।। তেওঁ উত্তম দিশলৈ গমন কৰিলে। তেওঁক ঋক— সাম, যজুঃ, আৰু মন্ত্ৰই অনুসৰণ কৰিলে।।৮।। যি এইদৰে জানে, তেওঁ ঋক্, সাম, যজুঃ আৰু মন্ত্ৰৰ প্ৰিয় ধাম হয়।।৯।। তেওঁ বৃহতী দিশলৈ গমন কৰিলে।।১০।। তেওঁক ইতিহাস, পুৰাণ, গাথাসমূহ আৰু নাৰাশংসীয়ে অনুসৰণ কৰিলে।।১১।। যি এইদৰে জানে, তেওঁ ইতিহাস, পুৰাণ, গাথা আৰু নাৰাশংসীৰ প্ৰিয় ধাম হয়।।১২।। তেওঁ পৰমাদিশলৈ গমন কৰিলে।।১৩।। আহৱনীয়, গাৰ্হপত্য আৰু দক্ষিণাগ্নি, যজ্ঞ তথা যজমান আৰু পশুগণে অনুসৰণ কৰিলে।।১৪।। যি এইদৰে জানে, তেওঁ আহৱনীয় গাৰ্হপত্য আৰু দক্ষিণাগ্নি, যজ্ঞ, যজমান, আৰু পশুগণৰ প্ৰিয় ধাম হয়।।১৫।। তেওঁ অনাদিষ্টা দিশলৈ গমন কৰিলে।।১৬।। তেওঁক ঋতুগণে তথা ঋতুসম্পৰ্কীয় গণে, লোক তথা লোক্যগণে, মাহ, পক্ষ, দিন-ৰাতিয়ে অনুসৰণ কৰিলে।।১৭।। যি এই কথা জানে, তেওঁ ঋতু, আৰ্তৱ, লোক, লোক্য, মাহ, পক্ষ আৰু দিন-ৰাতিৰ প্ৰিয় ধাম হয়।।১৮।। তেওঁ অনাবৃত্ত দিশলৈ গ'ল আৰু তাৰপৰা প্ৰত্যাৱৰ্তন নকৰিবলৈ স্থিৰ কৰিলে।।১৯।। দিতি, অদিতি, ইড়া আৰু ইন্দ্ৰাণীয়ে তেওঁক অনুসৰণ কৰিলে।।২০।। যি এই কথা জানে, তেওঁ দিতি, অদিতি, ইড়া, ইন্দ্ৰাণীৰ প্ৰিয় ধাম হয়।।২১।। তেওঁ দিশসমূহলৈ গমন

কৰিলে। বিৰাট আৰু সকলো দেৱ-দেৱতাই তেওঁক অনুসৰণ কৰিলে।।২২।। যি এই কথা জানে, তেওঁ বিৰাট আৰু সমস্ত দেৱতাৰ প্ৰিয় ধাম হয়।।২৩।। তেওঁ সমস্ত অন্তৰ্দেশলৈ গমন কৰিলে।।২৪।। প্ৰজাপতি, আৰু পৰমেষ্ঠীয়ে, পিতৃ-পিতামহগণে তেওঁক অনুসৰণ কৰিলে।।২৫।। যি এই কথা জানে, তেওঁ প্ৰজাপতি, পৰমেষ্ঠী তথা পিতৃ-পিতামহগণৰ প্ৰিয়ধাম হয়।।২৬।।

## সপ্তম সূক্ত (৭)

(ছন্দ—গায়ত্ৰী, বৃহতী, উষ্ণিক্, পংক্তি।)

সেই মহিমা সদ্ৰু হৈ পৃথিৱীৰ অন্তৰ্ভাগলৈ গ'ল, তেওঁ সমুদ্ৰ হ'ল।।১।। তেওঁক প্ৰজাপতি তথা পৰমেষ্ঠীয়ে আৰু পিতামহ, জল তথা শ্ৰদ্ধাই বৰ্ষণ হৈ অনুসৰণ কৰিলে।।২।। যি এই কথা জানে তেওঁৰ ওচৰলৈ শ্ৰদ্ধা, জল আৰু বৰ্ষণ যায়।।৩।। শ্ৰদ্ধা, যজ্ঞ, লোক আৰু অন্ন হৈ তেওঁক পৰ্য্যাবৃত্ত কৰি থয়।।৪।। শ্ৰদ্ধা তেওঁৰ ওচৰলৈ যায়, যজ্ঞ তেওঁৰ ওচৰলৈ যায়, লোক তেওঁৰ ওচৰলৈ যায়, অন্ন তেওঁৰ ওচৰলৈ যায় আৰু অন্ন-খাদন তেওঁৰ ওচৰলৈকে যায়, যি এই কথা জানে।।৫।।

## অষ্টম সূক্ত (৮)

(ছন্দ—উষ্ণিত, অনুষ্টুপ্, পংক্তি।)

তেওঁ ৰঞ্জন কৰিলে, তাৰপৰা ৰাজন্যবৰ্গৰ জন্ম হ'ল।।১।। তেওঁ বন্ধুসহিত প্ৰজাগণ, অন্ন আৰু অন্নখাদনত উৎথিত হ'ল।।২।। যি এই কথা জানে, তেওঁ বন্ধুসহিত প্ৰজাগণ, অন্ন আৰু অন্নাদ্যৰ প্ৰিয় ধাম হয়।।৩।।

## নৱম সূক্ত (৯)

(ছন্দ—জগতী, গায়ত্ৰী, পংক্তি।)

তেওঁ প্ৰজাসমূহৰ ফালে গ'ল।।১।। তেওঁক সভা-সমিতি, সৈন্য বাহিনী আৰু সুৰাই অনুসৰণ কৰিলে।।২।। যি এইদৰে জানে, তেওঁ সভা, সমিতি, সৈন্যদল আৰু সুৰাৰ প্ৰিয় ধাম হয়।।৩।।

## দশম সূক্ত (১০)

(ছন্দ—বৃহতী, পংক্তি, উষ্ণিক্।)

এনেহেন বিদ্বান, ব্ৰাত্য যি ৰজাৰ গৃহসমূহলৈ অতিথি হৈ আহে, তেওঁ সেই অতিথিক নিজতকৈ শ্ৰেষ্ঠ ৰূপত মান কৰিব লাগে। তেতিয়া তেওঁ ক্ষত্ৰিয় শক্তিৰ অনিষ্ট নকৰে

আৰু ৰাষ্ট্ৰৰ অনিষ্ট নকৰে।।১-২।। তেওঁৰপৰাই ব্ৰহ্মশক্তি আৰু ক্ষত্ৰিয়শক্তি উদ্ভূত হৈছে। সেইবিলাকে ক'লে— "আমি ক'ত প্ৰৱেশ কৰিম।।৩।। "ব্ৰহ্মশক্তি বৃহস্পতিত আৰু ক্ষত্ৰশক্তি ইন্দ্ৰত প্ৰবিষ্ট হওক"— এইদৰে কোৱা হ'ল।।৪।। তেতিয়া ব্ৰহ্মশক্তি বৃহস্পতিত আৰু ক্ষত্ৰশক্তি ইন্দ্ৰত প্ৰবিষ্ট হ'ল।।৫।। পৃথিবীয়েই বৃহস্পতি আৰু দ্যুলোকেই ইন্দ্ৰ।।৬।। এই অগ্নিয়েই ব্ৰহ্মশক্তি আৰু সৌ আদিত্যই ক্ষত্ৰশক্তি।।৭।। যি পৃথিৱীক বৃহস্পতি আৰু অগ্নিক ব্ৰহ্মশক্তি বুলি জানে, তেওঁ ব্ৰহ্মশক্তি লাভ কৰে আৰু ব্ৰহ্মবৰ্চযুক্ত হয়।।৮-৯।। যি আদিত্যক ক্ষত্ৰশক্তি আৰু দ্যুলোকক ইন্দ্ৰ বুলি জানে, তেওঁ ইন্দ্ৰৰ শক্তি লাভ কৰে, ইন্দ্ৰৰ শক্তিযুক্ত হয়।।১০-১১।।

## একাদশ সূক্ত (১১)

(ছন্দ—পংক্তি, শক্বৰী, বৃহতী, অনুষ্টুপ্।)

এনেহেন বিজ্ঞ ব্ৰাত্য যাৰ ঘৰলৈ অতিথি হৈ যায়, তেওঁ নিজে আগ বাঢ়ি গৈ ক'ব লাগে, "ব্ৰাত্য, তুমি ক'ত বাস কৰা? এয়া জল, তাৰে তুমি তৰ্পণ কৰাঁ। তুমি যি ভাল পোৱা, সেয়ে হওক। তোমাৰ যেনে ইচ্ছা, তেনে হওক। তোমাৰ যি কামনা, তেনে হওক।।১-২।। তেওঁ যে ব্ৰাত্যক এইবুলি কৈছিল "তুমি ক'ত বাস কৰাঁ?", তাৰ দ্বাৰা তেওঁ দেৱযানমাৰ্গ লাভ কৰিছে।।৩।। তেওঁ যে কৈছিল— "ব্ৰাত্য, এয়া পানী', তাৰ দ্বাৰা তেওঁ জল লাভ কৰিছে।।৪।। তেওঁ যে কৈছিল 'ব্ৰাত্য, তৰ্পণ কৰাঁ, তাৰ দ্বাৰা তেওঁৰ প্ৰাণ দীৰ্ঘ হৈছে।।৫।। তেওঁ যে কৈছিল— "ব্ৰাত্য, তোমাৰ যি প্ৰিয়, সেয়ে হওক", তাৰ দ্বাৰা তেওঁৰ প্ৰিয়লাভ হৈছে।।৬।। যি এই কথা জানে তেওঁৰ প্ৰিয় লাভ হয়; তেওঁ প্ৰিয়জনৰ প্ৰিয় হয়।।৭।। তেওঁ যে কৈছিল— "ব্ৰাত্য, তোমাৰ যি কামনা, তেনে হওক", তাৰ দ্বাৰা তেওঁৰ নিজৰ কামনা পূৰণ হৈছে। যি এই কথা জানে, তেওঁৰ কামনা পূৰণ হয় আৰু পূৰ্ণকামতা লাভ কৰে।।৮-৯।। তেওঁ যে এইবুলি কৈছিল — "ব্ৰাত্য, তোমাৰ যি অভিলাষ, তেনে লাভ হওক", তেওঁৰ তাৰ ফলত অভিলাষ পূৰণ হৈছে।।১০।। যি এই কথা জানে তেওঁৰ অভিলাষ পূৰণ হয়, অভীষ্টপ্ৰাপ্তি হয়।।১১।।

## দ্বাদশ সূক্ত (১২)

(ছন্দ—গায়ত্ৰী, বৃহতী, অনুষ্টুপ্, ত্ৰিষ্টুপ্।)

অগ্নিহোত্ৰ অধিশ্ৰিত হোৱা আৰু অগ্নি প্ৰজ্বলিত হোৱাৰ সময়ত যাৰ ঘৰলৈ এই বিজ্ঞ ব্ৰাত্য অতিথি হৈ আহে, নিজে আগ বাঢ়ি গৈ তেওঁ ক'ব লাগে— "ব্ৰাত্য, অনুমতি দিয়াঁ, মই হৱন কৰোঁ"।।১-২।। ব্ৰাত্যই অনুমতি দিলে তেওঁ হৱন কৰিব,

নিদিলে নকৰিব।।৩।। বিজ্ঞ ব্রাত্যই অনুমতি দিয়া, যিজনে হৱন কৰে, তেওঁ পিতৃযান আৰু দেৱযানৰ মাৰ্গৰ পূৰ্বজ্ঞান লাভ কৰিব।।৪-৫।। তেওঁ যথাবিধি হৱন কৰিছে; তেওঁ দেৱতাক অসন্তুষ্ট নকৰে।।৬।। যি বিজ্ঞ ব্রাত্যৰ অনুমতি লাভ কৰি হৱন কৰে, তেওঁৰ কাৰণে ইহলোকত সকলোফালে আশ্রয় থাকে।।৭।। যি বিজ্ঞ ব্রাত্যৰ অনুমতি বিনে হৱন কৰে, তেওঁ পিতৃযান আৰু দেৱযান মাৰ্গ জানিব নোৱাৰে।।৮-৯।। তেওঁ দেৱতাক অসন্তুষ্ট কৰে; তেওঁৰ হৱন সিদ্ধ নহয়।।১০।। বিজ্ঞ ব্রাত্যৰ অনুমতি অবিহনে যি হৱন কৰে, তেওঁৰ কাৰণে ইহলোকত ক'তো আশ্রয় নাই।।১১।।

## ত্রয়োদশ সূক্ত (১৩)

(ছন্দ—উষ্ণিত্, অনুষ্টুপ্, গায়ত্রী, বৃহতী, পংক্তি, জগতী।)

যাৰ ঘৰত অতিথি ৰূপে ব্রাত্য এৰাতি থাকে, তেওঁ পৃথিৱীৰ পুণ্যলোকসমূহৰ অধিকাৰ লাভ কৰে (দশম মন্ত্র পৰ্যন্ত এই বাক্য দুটা 'এৰাতি' শব্দটোৰ ঠাইত যথাক্রমে দ্বিতীয় ৰাতি, তৃতীয় ৰাতি চতুৰ্থ ৰাতি আৰু অসংখ্য ৰাতি শব্দ দি, পৃথিৱী শব্দৰ ঠাইত যথাক্রমে অন্তৰীক্ষ, দ্যুলোক, পুণ্যসমূহৰ, আৰু অসংখ্য শব্দটো লগাই লৈ বাক্য সমূহ সজাই ল'ব)।।১-১০।। যদি কোনো অব্রাত্যই নিজকে ব্রাত্য বুলি কৈ, মাত্র ব্রাত্য নামটোৰে ধাৰণ কৰি গৃহস্থৰ ঘৰলৈ অতিথি হৈ আহে, গৃহস্থই তেওঁক আকৰ্ষণ কৰি আনিবও পাৰে, নানিবও পাৰে।।১১-১২।। এই দেৱতালৈ জল আগ বঢ়াইছোঁ; এই দেৱতাক বাস কৰাইছোঁ; এই, এই দেৱতাক মই পৰিচৰ্যা কৰিব লাগে— যি এইদৰে এই ভাবনাৰে তেওঁক পৰিচৰ্যা কৰা উচিত।।১৩।। যি এইদৰে ভাবে, সেই সেই দেৱতাৰ উদ্দেশ্যে হৱন কৰা হয়।।১৪।।

## চতুৰ্দশ সূক্ত (১৪)

(ছন্দ—অনুষ্টুপ্, গায়ত্রী, উষ্ণিক্, পংক্তি, ত্রিষ্টুপ্।)

তেওঁ যেতিয়া পূবদিশলৈ গ'ল, তেতিয়া মৰুতৰ শক্তিয়ে মনটোক অন্নাদ (অন্নভোজনকাৰী) কৰি তেওঁক অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ মনক অন্নাদ কৰি অন্ন ভোজন কৰে।।১-২।। তেওঁ যেতিয়া দক্ষিণ দিশলৈ গ'ল, তেতিয়া বলক অন্নাদ কৰি ইন্দ্রই অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ বলক অন্নাদ কৰি ভোজন কৰে।।৩-৪।। তেওঁ যেতিয়া পশ্চিম দিশলৈ গ'ল, তেতিয়া জলক অন্নাদ কৰি বৰুণ ৰজাই তেওঁক অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ জলক অন্নাদ কৰি অন্ন ভোজন কৰে।।৫-৬।। তেওঁ যেতিয়া উত্তৰ দিশলৈ গ'ল, তেতিয়া সপ্তর্ষিগণৰ দ্বাৰা আহুত আহুতিৰে অন্নাদ কৰি অন্ন ভোজন কৰে। যি এইকথা জানে, তেওঁ আহুতি

ৰূপ অন্নাদেৰে ভোজন কৰে।।৭-৮।। তেওঁ যেতিয়া ধ্রুবদিশলৈ গ'ল বিৰাজক অন্নাদ কৰি বিষ্ণুৱে অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ বিৰাজৰূপ অন্নাদেৰে ভোজন কৰে।।৯-১০।। যেতিয়া তেওঁ পশুৰ ওচৰলৈ গ'ল, তেতিয়া ওষধিক অন্নাদ কৰি ৰুদ্ৰই অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ ওষধিৰূপ অন্নাদেৰে ভোজন কৰে।।১১-১২।। তেওঁ যেতিয়া পিতৃগণৰ ওচৰলৈ গ'ল, তেতিয়া স্বধাক অন্নাদ কৰি যমে অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ স্বধাৰূপ অন্নাদেৰে ভোজন কৰে।।১৩-১৪।। তেওঁ যেতিয়া মানুহৰ ওচৰলৈ গ'ল, তেতিয়া অগ্নিয়ে স্বাহাক অন্নাদ কৰি অনুসৰণ কৰিলে। যি এইদৰে জানে, তেওঁ স্বাহাৰূপ অন্নাদেৰে ভোজন কৰে।।১৫-১৬।। তেওঁ যেতিয়া উৰ্দ্ধদিশলৈ গ'ল, তেয়িা বৃহস্পতিয়ে বষট্‌কাৰক অন্নাদ কৰি অনুসৰণ কৰিলে। যি এইদৰে জানে, তেওঁ বষট্‌ৰূপ অন্নাদেৰে ভোজন কৰে।।১৭-১৮।। তেওঁ যেতিয়া দেৱগণৰ ফালে গ'ল, তেতিয়া ঈশানে মন্যুক অন্নাদ কৰি অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ মন্যুৰূপ অন্নাদেৰে ভোজন কৰে।।১৯-২০।। তেওঁ যেতিয়া প্ৰজাৰ ফালে গ'ল, তেতিয়া প্ৰজাপতিয়ে প্ৰাণক অন্নাদ কৰি অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ প্ৰাণৰূপ অন্নাদেৰে ভোজন কৰে।।২১-২২।। তেওঁ যেতিয়া সমস্ত অন্তৰ্দেশলৈ গ'ল, তেতিয়া পৰমেষ্ঠীয়ে ব্ৰহ্মক অন্নাদ কৰি অনুসৰণ কৰিলে। যি এই কথা জানে, তেওঁ ব্ৰহ্মৰূপ অন্নাদেৰে ভোজন কৰে।।২৩-২৪।।

## পঞ্চদশ সূক্ত (১৫)

(ছন্দ—পংক্তি, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী।)

সেই ব্ৰাত্যৰ সপ্ত প্ৰাণ, সপ্ত অপান, সপ্ত ব্যান।।১-২।। সেই ব্ৰাত্যৰ (এই বাক্যাংশ ১৮ সূক্তৰ ১ম মন্ত্ৰ পৰ্যন্ত প্ৰথমতে যোগ দি ল'ব), তেওঁৰ যি প্ৰথম উৰ্দ্ধ নামৰ প্ৰাণ, সেয়ে অগ্নি। তেওঁৰ যি দ্বিতীয় প্ৰৌঢ় নামৰ প্ৰাণ, সেয়ে আদিত্য। তেওঁৰ যি তৃতীয় অভ্যূঢ় নামৰ প্ৰাণ, সেয়ে চন্দ্ৰ। বিভূ নামেৰে তেওঁৰ যি চতুৰ্থ প্ৰাণ, সেয়ে পৱমান। যোনি নামেৰে তেওঁৰ যি পঞ্চম প্ৰাণ, সেয়ে জলসমূহ। প্ৰিয় নামেৰে তেওঁৰ যি ষষ্ঠ প্ৰাণ, সেয়ে এই পশুসমূহ। অপৰিমিত নামেৰে তেওঁৰ যি সপ্তম প্ৰাণ, সেয়ে এই প্ৰজাসমূহ।।৩-৯।।

## ষোড়শ সূক্ত (১৬)

(ছন্দ—উষ্ণিক্, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

তেওঁৰ যি প্ৰথম অপান, সেয়াই পূৰ্ণিমা। তেওঁৰ যি দ্বিতীয় অপান, সেয়াই অষ্টকা। তেওঁৰ যি তৃতীয় অপান, সেয়াই অমাৱস্যা। তেওঁৰ যি চতুৰ্থ অপান, সেয়াই

শ্ৰদ্ধা। তেওঁৰ যি পঞ্চম অপান, সেয়াই দীক্ষা। তেওঁৰ ষষ্ঠ অপানেই যজ্ঞ। তেওঁৰ যি সপ্তম অপান, সেয়াই এই দক্ষিণাসমূহ।।১-৭।।

## সপ্তদশ সূক্ত (১৭)

(ছন্দ—উষ্ণিক্, অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্।)

এওঁৰ যি প্ৰথম ব্যান, সেয়াই এই ভূমি। এওঁৰ যি দ্বিতীয় ব্যান, সেয়াই অন্তৰীক্ষ। এওঁৰ তৃতীয় ব্যানেই সৌ আকাশ। এওঁৰ চতুৰ্থ ব্যানেই সৌ নক্ষত্ৰসমূহ। এওঁৰ পঞ্চম ব্যানেই ঋতুসমূহ। এওঁৰ ষষ্ঠ ব্যানেই আৰ্তব (ঋতু সম্বন্ধীয়)। এওঁৰ সপ্তম ব্যানেই সংবৎসৰ।।১-৭।। দেৱতাসকলে একে উদ্দেশ্যেলৈকে পৰিভ্ৰমণ কৰে; এই ঋতুসমূহে সংবৎসৰ অথবা ব্ৰাত্যক পৰিভ্ৰমণ কৰে।।৮।। তেওঁলোকে একেলগে সূৰ্যত প্ৰৱেশ কৰে; সেইদৰে অমাবস্যা আৰু পূৰ্ণিমাতো কৰে।।৯।। তেওঁলোকৰ এটাই মাত্ৰ অমৰত্ব, সেয়ে হৈছে আহুতি।।১০।।

## অষ্টাদশ সূক্ত (১৮)

এই ব্ৰাত্যৰ সোঁ-চকু আদিত্য, তেওঁৰ যিটো বাওঁচকু, সেইটো চন্দ্ৰ।।১-২।। তেওঁৰ সোঁ কাণ অগ্নি আৰু বাওঁ কাণ পৱমান।।৩।। তেওঁৰ দুই নাসিকাই দিন আৰু ৰাতি; তেওঁৰ মূৰৰ দুই অংশই দিতি আৰু অদিতি; বৰ্ষ হৈছে তেওঁৰ শিৰটোৱেই।।৪।। দিনেৰে ব্ৰাত্য পশ্চিম দিশত; ৰাতিৰে পূবদিশত। ব্ৰাত্যলৈ নমস্কাৰ।।৫।।

## ।। পঞ্চদশ কাণ্ড সমাপ্ত।।

# ষোড়শ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—অথৰ্ব্বা। দেৱতা—প্ৰজাপতি।

ছন্দ—বৃহতী, ত্ৰিষ্টুপ্, গায়ত্ৰী, পংক্তি, অনুষ্টুপ্, উষ্ণিক্।)

জলৰাশিৰ মাজত যি বৃষভস্বৰূপ, সি প্ৰবাহিত হৈছে; দিব্য অগ্নিসমূহে গমন কৰিছে।।১।। ভঙ্গ কৰি, ভাঙি-ছিঙি, বধ কৰি, হত্যা কৰি, টিমিক-ঢামাক হোৱা, মন দমন কৰা, খানি নিয়া, দাহোৎপাদক, আত্মদোষী, শৰীৰদোষী, যি জল, তাক মই যাবলৈ দিছোঁ, তাৰ দ্বাৰা মই নিজকে প্ৰক্ষালিত নকৰোঁ।।২-৪।। সেই পানী আমাক দ্বেষ কৰোঁতাবিলাকলৈ আৰু আমি যাক দ্বেষ কৰোঁ সিবিলাকলৈ যাবলৈ দিছোঁ।।৫।। তুমি জলসমূহৰ ভিতৰত শ্ৰেষ্ঠ, তোমাক সমুদ্ৰলৈ যাবলৈ দিছোঁ।।৬।। পানীৰ মাজত যি অগ্নি আছে, সেই টিমিক-ঢামাক, খননশীল, শৰীৰ দূষিত কৰা অগ্নিক যাবলৈ দিছোঁ।।৭।। হে জলসমূহ, তোমালোকত যি অগ্নিয়ে প্ৰৱেশ কৰিছিল, এয়ে সেই তোমালোকৰ কাৰণে ই অতি ভয়ানক।।৮।। ইন্দ্ৰৰ ইন্দ্ৰিয়ৰ দ্বাৰা তোমালোকক সিঞ্চন কৰিছোঁ।।৯।। জলসমূহ অদূষিত; তেওঁলোকে আমাৰ পৰা দোষ আঁতৰ কৰক।।১০।। তেওঁলোকে আমাৰ পৰা পাপ দূৰ কৰক; দুঃস্বপ্ন আঁতৰ কৰক।।১১।। হে জলগণ, কল্যাণকৰ দৃষ্টিৰে মোলৈ চোৱাঁ আৰু কল্যাণকৰ শৰীৰেৰে মোক স্পৰ্শ কৰাঁ।।১২।। জলসমূহত বাস কৰা কল্যাণময় অগ্নিক আমি হৱন কৰিছোঁ। হে জলদেৱীসকল।

### দ্বিতীয় সূক্ত (২)

(ঋষি—অথৰ্ব্বা। দেৱতা—বাক্। ছন্দ—অনুষ্টুপ্, উষ্ণিক্, বৃহতী, গায়ত্ৰী।)

মই দূষিত 'অৰ্ম' ৰোগৰপৰা মুক্ত; মোৰ বাণী বলৱতী আৰু মধুমতী।।১।। (হে ওষধি) তুমি মধুমতী, মই যেন মধুময় বাণী উচ্চাৰণ কৰোঁ।।২।। মোৰ ৰক্ষকক আহ্বান কৰা হৈছে; আহ্বায়িত ৰক্ষকে মোক ৰক্ষা কৰক।।৩।। সুশ্ৰৱণকাৰী দুই কৰ্ণ; দুই কৰ্ণই মংগল শ্ৰৱণ কৰিছে। মই যেন সুন্দৰ প্ৰশংসাসূচক বচন (শ্লোক) শুনিবলৈ পাওঁ।।৪।। সুশ্ৰোতা আৰু ওচৰৰ কথা শুনা দুই কৰ্ণই যেন মোক এৰি নাযায়। অপৰিমিত জ্যোতিমণ্ডিত মোৰ নেত্ৰ গৰুড় সদৃশ।।৫।। তুমি ঋষিৰ প্ৰস্তৰ (মেলি দিয়া কুশবন); দেৱতাৰ প্ৰস্তৰলৈ নমস্কাৰ।।৬।।

## তৃতীয় সূক্ত (৩)

(ঋষি—অথৰ্ব্বা। দেৱতা—ব্ৰহ্ম, আদিত্য। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, ত্ৰিষ্টুপ্, উষ্ণিক্।)

মই যেন ধনৰ মস্তক হওঁ, মোৰ সমজাতীয়সকলৰ শিৰস্বৰূপ হওঁ।।১।। ৰজ, বেন, মুৰ্ধা আৰু বিধৰ্মাই যেন মোক ত্যাগ নকৰে।।২।। উৰ্ব, চমস, ধৰ্তা আৰু ধৰুণে; বিমোক, আৰ্দ্ৰপতি, আৰ্দ্ৰদানু আৰু মাতৰিশ্বাই যেন মোক ত্যাগ নকৰে।।৩-৪।। হৃদয়গ্ৰাহী, নৃমনযুক্ত বৃহস্পতি মোৰ আত্মা।।৫।। মোৰ হৃদয় সন্তপ্ত নহয় যেন; আহল-বহল গোচাৰণভূমি লাভ কৰোঁ যেন মই যেন। বিস্তৃতিৰ দ্বাৰা সমুদ্ৰ সদৃশ হওঁ।।৬।।

## চতুৰ্থ সূক্ত (৪)

(ঋষি—দেৱতা পূৰ্ব্ববৎ। ছন্দ—অনুষ্টুপ্, উষ্ণিক্, গায়ত্ৰী।)

মই ধনৰ নাভি হওঁ যেন আৰু সমাজাতীয়সকলৰ নাভিস্বৰূপ হওঁ যেন।।১।। তুমি সু-আসনসম্পন্না, সুন্দৰ উষাযুক্তা, মৰণশীলসকলৰ মাজত অমৰ।।২।। প্ৰাণে যেন মোক ত্যাগ নকৰে; মোক এৰি থৈ অপান গুচি নাযায় যেন।।৩।। সূৰ্যই মোক দিনৰপৰা ৰক্ষা কৰক; অগ্নিয়ে পৃথিবীৰপৰা, বায়ুৱে অন্তৰীক্ষৰপৰা, যমে মনুষ্যগণৰপৰা, সৰস্বতীয়ে পাৰ্থিব পদাৰ্থসমূহৰ পৰা মোক ৰক্ষা কৰক।।৪।। প্ৰাণ-অপানে মোক যেন ত্যাগ নকৰে; মানুহৰ মাজত মই যেন বিনষ্ট নহওঁ।।৫।। আজি উষা আৰু সন্ধ্যাকালসমূহ মোৰ বাবে মংগলকৰ হওক; সমস্ত পৰিজন সহ মই যেন জলসমূহ লাভ কৰিব পাৰোঁ।।৬।। তুমি শক্বৰী, পশুগণ মোৰ ওচৰলৈ আহক; মিত্ৰ বৰুণে মোক প্ৰাণ-অপান প্ৰদান কৰক আৰু অগ্নিযে মোক দক্ষতা প্ৰদান কৰক।।৭।।

# দ্বিতীয় অনুবাক

## পঞ্চম সূক্ত (৫).

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—গায়ত্ৰী, বৃহতী।)

হে স্বপ্ন, তোৰ উৎপত্তি স্থানৰ কথা আমি জানো, তুমি গ্ৰাহীৰ পুত্ৰ আৰু যমৰ্ কৰণ।।১।। তুমি অন্তক, তুমি মৃত্যু।।২।। হে স্বপ্ন, আমি সেইদৰে জনা তুমি আমাক দুঃস্বপ্নৰপৰা ৰক্ষা কৰা।।৩।। হে স্বপ্ন, আমি তোমাৰ জন্মস্থানৰ কথা জানো; তুমি নিৰ্ঋতিৰ পুত্ৰ, যমৰ কৰণ। (ইয়াৰ পিছত ২,৩, মন্ত্ৰৰ দৰে হ'ব। এই মন্ত্ৰৰ পৰা শেষলৈকে 'নিৰ্ঋতি' শব্দটোৰ ঠাইৰ যথা ক্ৰমে নিৰ্ভূতি, পৰাভূতি, দেৱজানি শব্দটো লগাই ল'লে বাকী একেখিনি অনুবাদেই হ'ব)।।৪-৮।।

## ষষ্ঠ সূক্ত (৬)

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন, উষা।

ছন্দ—অনুষ্টুপ্, পংক্তি, বৃহতী, জগতী, উষ্ণিক্, গায়ত্ৰী।)

আজি আমি জয় কৰিছোঁ, আমি জয়লাভ কৰিছোঁ; আমি অপৰাধমুক্ত, হৈছোঁ।।১।। হে উষা, আমি যি দুঃস্বপ্নৰ পৰা ভয় পাওঁ, সেইবিলাক যেন আঁতৰি যায়।।২।। দ্বেষ কৰাজনলৈ সেইবিলাক লৈ যোৱাঁ, শাপ দিয়াজনলৈ লৈ যোৱাঁ।।৩।। আমি যাক দ্বেষ কৰোঁ আৰু আমাক যি দ্বেষ কৰে, আমি সিবিলাকলৈ দুঃস্বপ্ন পঠিয়াই দিম।।৪।। উষাদেৱী বাণীৰে একমত, বাণীদেৱী উষাৰে একমত। উষাৰ অধিপতি বাচস্পতি একমত, বাচস্পতি উষাপতিৰে একমত। তেওঁলোকে সৌ শত্ৰুবিলাকলৈ এই কু-নামযুক্তা, সদান্বা, কুম্ভীকা, দূষিকা, পীয়কাক প্ৰেৰণ কৰক।।৫-৮।। জাগ্ৰত দুঃস্বপ্ন আৰু নিদ্ৰিত দুঃস্বপ্নজনিত দোষ, ভূতকালীন উত্তম সংকল্প, সফল নোহোৱা পৰিকল্পনা আৰু মুক্ত নোহোৱা দ্ৰোহপাশসমূহ; হে অগ্নি, দেৱতাসকলে সেই সকলোবিলাক সৌ মানুহজনলৈ লৈ যাওক, যাতে তেওঁ বিধুৰ হৈ পৰে, সাধু হ'ব নোৱাৰে।।৯-১১।।

## সপ্তম সূক্ত (৭)

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন।

ছন্দ—পংক্তি, অনুষ্টুপ্, উষ্ণিক্, গায়ত্ৰী, বৃহতী, ত্ৰিষ্টুপ্।)

তাৰ দ্বাৰা মই তাক বিদ্ধ কৰিম, অভূতি, নিৰ্ভূতি, পৰাভূতি, গ্ৰাহী আৰু অন্ধকাৰেৰে মই সেই মানুহক বিন্ধি পেলাইছোঁ।।১।। দেৱতাসকলৰ ভয়ংকৰ নিষ্ঠুৰ আদেশৰ মুখলৈ মই তাক ঠেলি দিছোঁ।।২।। মই তাক বৈশ্বানৰৰ দাঁতৰ মাজত থৈছোঁ, এনেদৰে নহয় যে তাক গিলিব নোৱাৰিম।।৩-৪।। যি আমাক দ্বেষ কৰে, সি নিজকে দ্বেষ কৰক; আমি যাক দ্বেষ কৰোঁ, সিও নিজকে দ্বেষ কৰক।।৫।। আমাৰ দ্বেষকাৰীক আমি আকাশ, অন্তৰীক্ষ আৰু পৃথিৱীৰপৰা আঁতৰ কৰি পঠাম।।৬।। হে সুযাম আৰু চাক্ষুষ, মই এতিয়া অমুকৰ পুতেক, অমুকীৰ পুতেকলৈ দুঃস্বপ্ন প্ৰেৰণ কৰিছোঁ।।৭-৮।। মই যি কৰ্ম অমুক-অমুক উদ্দেশ্যে কৰিলোঁ, সন্ধ্যা কৰিলোঁ, আগৰাতি কৰিলোঁ, সাৰ পাই থাকোঁতে কৰিলোঁ, নিদ্ৰিত হৈ থাকোঁতে কৰিলোঁ, ৰাতি কৰিলোঁ, দিনত কৰিলোঁ, প্ৰতিদিনে কৰিলোঁ, সেই সকলো (অভিচাৰ) কৰ্মৰ দ্বাৰা মই তাক নষ্ট কৰোঁ।।৯-১১।। (হে দেৱ,) তুমি তাক নিধন কৰাঁ, হৰ্ষযুক্ত হৈ তাৰ কামিহাঁড় ভাঙি দিয়াঁ। সি মৰক, প্ৰাণে তাক ত্যাগ কৰক।।১২-১৩।।

## অষ্টম সূক্ত (৮)

(ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—পংক্তি, অনুষ্টুপ্, গায়ত্ৰী, ত্ৰিষ্টুপ্, জগতী, পংক্তি, বৃহতী।)

জিত দ্ৰব্য আমাৰ, উদ্ভিন্ন বস্তু আমাৰ, ঋত আমাৰ, তেজ আমাৰ, ব্ৰহ্ম আমাৰ, স্বৰ্গ আমাৰ, যজ্ঞ আমাৰ, পশু আমাৰ, প্ৰজা আমাৰ, বীৰো আমাৰ।।১।। তাৰ পৰা অমুকক, অমুকৰ পুতেকক, অমুকীৰ পুতেকক বঞ্চিত কৰিছোঁ।।২।। গ্ৰাহীৰ পাশৰপৰা তেওঁক মুক্ত নকৰিবা।।৩।। মই তেওঁৰ এই বৰ্চ, তেজ, প্ৰাণ, আয়ুস মহতিয়াই আনিছোঁ। এতিয়া মই তেওঁক অধঃপতিত কৰিছোঁ।।৪।। (এই মন্ত্ৰৰ পৰা ৩৩ মন্ত্ৰ পৰ্যন্ত ওপৰত থকা ১-৪ মন্ত্ৰৰ কথাখিনিকে পুনৰাবৃত্তি কৰা হৈছে। কেৱল 'গ্ৰাহীৰ পাশৰপৰা'— এই গ্ৰাহী শব্দটোৰ ঠাইত ক্ৰমে নিৰ্ঋতি, অভূতি, নিৰ্ভূতি, পৰাভূতি, দেৱজামি, বৃহস্পতি, প্ৰজাপতি, ঋষি, আৰ্ষেয়, অঙ্গিৰাগণ, অঙ্গিৰাগোত্ৰীয়গণ, অথৰ্বগণ অথৰ্বগোত্ৰীয়গণ, বনস্পতি, বানস্পত্য, ঋতুসমূহ, আৰ্তৱসমূহ, মাহসমূহ, পক্ষসমূহ, অহোৰাত্ৰ, দিন, ৰাতি, দ্যাবাপৃথিবী, ইন্দ্ৰ-অগ্নি, মিত্ৰ-বৰুণ, ৰজা বৰুণ, আৰু মৃত্যুৰ বন্ধন শব্দ লগাই বাকীখিনি কথা প্ৰথম চাৰিটা মন্ত্ৰত থকা কথাৰে একে)।।৫-৩৩।।

## নৱম সূক্ত (৯)

(ঋষি—যম। দেৱতা—প্ৰজাপতি, মন্ত্ৰতকোৱাসকল, সূৰ্য। ছন্দ—অনুষ্টুপ্, উষ্ণিক্, পংক্তি।)

জিত বস্তু আমাৰ, উদ্ভিন্ন বস্তু আমাৰ। মই শত্ৰু যোদ্ধাৰ ওপৰত অধিষ্ঠিত হৈছোঁ।।১।। অগ্নিয়ে সেই কথা কৈছে, সোমেও কৈছে, পূষাই মোক সৎকৰ্মৰ পুণ্যলোকত স্থাপন কৰক।।২।। আমি স্বৰ্গগমন কৰিলোঁ, আমি সূৰ্যৰ জ্যোতিত মিলিত হলোঁ।।৩।। অধিক ভাল হ'বৰ কাৰণে; যজ্ঞ ধনশালী, মই যেন ধনশালী হৈ অধিক ভাল হ'ব পাৰোঁ। (হে দেৱ,) মোক বহু ধনেৰে সমৃদ্ধ কৰা।।৪।।

।। ষোড়শ কাণ্ড সমাপ্ত ।।

# সপ্তদশ কাণ্ড

## প্ৰথম অনুবাক

### প্ৰথম সূক্ত (১)

(ঋষি—ব্ৰহ্মা। দেৱতা—আদিত্য। ছন্দ—জগতী।)

মহান্ শক্তিশালী, পৰাভৱকাৰী, অত্যন্ত পৰাভৱকাৰী, শক্তিমান, শক্তি আদি জেতা, স্বৰ্গজয়ী, গোধন বিজেতা, শত্ৰুৰ বল অপহৰণকাৰী, সকলোৱে স্তুতিৰ যোগ্য ইন্দ্ৰ নামেৰে (আদিত্যক) মই আহ্বান কৰিছোঁ; মই যাতে দীৰ্ঘায়ু হওঁ।।১।। (এই মন্ত্ৰৰ পৰা ৫ মন্ত্ৰ পৰ্যন্ত প্ৰথম মন্ত্ৰৰ সৈতে একে; মাত্ৰ 'দীৰ্ঘায়ু' শব্দটোৰ ঠাইত যথাক্ৰমে দেৱতাসকলৰ প্ৰিয়, প্ৰজাগণৰ প্ৰিয়, পশুসমূহৰ প্ৰিয় আৰু মোৰ সমানসকলৰ প্ৰিয় বুলি ভৰাই ল'ব লাগিব)।।২-৫।। উদিত হোৱাঁ, হে সূৰ্য, বৰ্চ সহিত তুমি মোৰ ওপৰত উদিত হোৱাঁ। মোক দ্বেষকৰা সকল যেন মোৰ বশ হয়; মই যেন কেতিয়াও দ্বেষকাৰীৰ বশ নহওঁ। হে ব্যাপনশীল বিষ্ণু, তোমাৰ বীৰ্য বহু প্ৰকাৰৰ। সকলো আকৃতিৰ পশুৰে তুমি মোক সম্পন্ন কৰাঁ। তুমি মোক অমৃতময় পৰম ব্যোত প্ৰতিষ্ঠিত কৰাঁ।।৬।। হে সূৰ্য, তুমি উদিত হোৱাঁ; তোমাৰ তেজ সহিত মোৰ ওপৰত উদিত হোৱাঁ। যাক মই দেখিছোঁ আৰু যাক দেখা নাই, সেই উভয়বিধৰ মাজত মোক অনুগৃহীত কৰাঁ। বিষ্ণু, তোমাৰ বীৰ্য বহু প্ৰকাৰৰ ইত্যাদি (তিনিটা বাক্য ৬ মন্ত্ৰৰ দৰে ১৯ মন্ত্ৰ পৰ্যন্ত যোগ দি ল'ব)।।৭।। জলৰ মধ্যত যিবিলাক পাশধাৰী (ৰাক্ষস) আছে, সিহঁতে যেন তোমাক অন্তৰীক্ষত জলৰ মাজত অৱৰুদ্ধ নকৰে। নিন্দা পৰিহাৰ কৰি তুমি অন্তৰীক্ষত আৰোহণ কৰিছা। আমি যেন তোমাৰ কৃপাময় মতিত থাকোঁ। হে বিষ্ণু ইত্যাদি (পূৰ্বৰ দৰে)।।৮।। হে ইন্দ্ৰ, তুমি আমাৰ মহৎ সৌভাগ্যৰ নিমিত্তে বিঘিনিৰহিত দিন আৰু ৰাতিৰ দ্বাৰা আমাক ৰক্ষা কৰাঁ। হে বিষ্ণু ইত্যাদি (পূৰ্বৰ দৰে)।।৯।। হে ইন্দ্ৰ, তুমি মংগলময় সহায় সমন্বিতে আমাৰ প্ৰতি কল্যাণকৰ হোৱাঁ। তুমি ত্ৰিদিৱৰ দ্যুলোকত আৰোহণ কৰি, আমাৰ দ্বাৰা আহ্বায়িত হৈ সোমপানৰ অৰ্থে অহাঁ, আমাৰ কল্যাণৰ অৰ্থে, প্ৰিয়ধামত তুমি আৰূঢ় হোৱাঁ। হে বিষ্ণু ইত্যাদি (পূৰ্বৰ দৰে)।।১০।। হে ঐশ্বৰ্যবান (ইন্দ্ৰ ৰূপ সূৰ্যদেৱ,) তুমি বিশ্বজিৎ সৰ্ববিদ, বহুপ্ৰকাৰে আহুত (পুৰুহুত); হে ইন্দ্ৰ, তুমি এই সুন্দৰ আহ্বানযুক্ত, স্তোত্ৰ স্বীকাৰ কৰাঁ; তুমি আমাক অনুগ্ৰহ কৰাঁ; আমি তোমাৰ সদ্‌বুদ্ধিত থাকিম। হে বিষ্ণু ইত্যাদি।।১১।। তুমি দ্যুলোকত আৰু পৃথিৱীত (ৰাক্ষসাদিৰ দ্বাৰা) অনিষ্ট পোৱা নাই; অন্তৰীক্ষত তোমাৰ মহিমা কোনেও লাভ কৰা নাই। অনিষ্টৰহিত মন্ত্ৰৰ দ্বাৰা বৰ্ধিত,

হে ইন্দ্র, তুমি দুলোকত থাকি আমাৰ কল্যাণ কৰাঁ। হে বিষ্ণু ইত্যাদি।।১২।। হে ইন্দ্র, তোমাৰ যি তনু জলত, যি তনু পৃথিৱীত, যি তনু অগ্নিত, হে ইন্দ্র, তোমাৰ স্বৰ্গপ্ৰাপক পৱমানত, যি তনুৰে তুমি অন্তৰীক্ষত ব্যাপ্ত হৈ আছা, হে ইন্দ্র, তুমি তাৰে আমাৰ মংগল প্ৰদান কৰাঁ। হে বিষ্ণু, ইত্যাদি।।১৩।। হে ইন্দ্র, তোমাক মন্ত্ৰৰ দ্বাৰা বৰ্ধিত কৰি ঋষিসকলে অভীষ্ট ফল বাঞ্ছা কৰি সত্ৰত উপৱেশন কৰে। হে বিষ্ণু ইত্যাদি।।১৪।। হে ইন্দ্র, তুমি বিস্তীৰ্ণ অন্তৰীক্ষ ব্যাপ্ত কৰিছা (অথবা মেঘৰ দ্বাৰা আবৃত জল ব্যাপ্ত কৰিছা।)। স্বৰ্গপ্ৰাপক, সহস্ৰধাৰাবিশিষ্ট যজ্ঞৰূপ উৎসও ব্যাপ্ত কৰিছা। হে বিষ্ণু ইত্যাদি।।১৫।। তুমি চাৰি দিশ ৰক্ষা কৰিছা, তুমি কিৰণৰ দ্বাৰা দুই লোক প্ৰকাশ কৰিছা। তুমি সমস্ত ভুৱনকে প্ৰকাশ কৰিছা। তুমি জানি লৈ ঋতৰ পথ অনুসৰণ কৰিছা। হে বিষ্ণু ইত্যাদি।।১৬।। (হে সূৰ্য,) তুমি পাঁচবিধ কিৰণেৰে ওপৰৰ লোকসমূহত প্ৰকাশ পাইছা আৰু এবিধ কিৰণেৰে তলফালে তাপ দিছা। (মেঘ, নিয়ৰ নথকা) সুদিনত তুমি নিন্দা বিদূৰ কৰি গতি কৰা। হে বিষ্ণু ইত্যাদি।।১৭।। তুমি ইন্দ্র, তুমি মহেন্দ্ৰ, তুমি লোক, তুমি প্ৰজাপতি; তোমাৰ উদ্দেশ্যে যজ্ঞ বিস্তাৰিত হৈছে; আহুতি প্ৰদাতাসকলে তোমাকে হৱন কৰিছে। হে বিষ্ণু ইত্যাদি।।১৮।। অসতত সৎ প্ৰতিষ্ঠিত; সতত ভূত প্ৰতিষ্ঠিত; ভূতত ভৱিতব্য স্থিত; ভৱিতব্য ভূতত প্ৰতিষ্ঠিত। হে বিষ্ণু, ইত্যাদি।।১৯।। তুমি উজ্জ্বল, তুমি দীপ্তিমান, তুমি যিদৰে জ্যোতিৰে জ্যোতিষ্মান, ময়ো যেন সেইদৰে কান্তিৰে সমুজ্জল হওঁ।।২০।। (হে সূৰ্য,) তুমি দীপ্তিমান, তুমি দীপক; তুমি যিদৰে দীপ্তিৰে দীপ্তিমান, সেইদৰে ময়ো যেন পশুধন আৰু ব্ৰহ্মতেজেৰে দীপ্ত হওঁ।।২১।। উদয় হ'ব খোজা সূৰ্যদেৱলৈ নমস্কাৰ, উদীয়মানজনলৈ নমস্কাৰ; উদিত সূৰ্যলৈ নমস্কাৰ। বিৰাট, স্বৰাট আৰু সম্ৰাট সূৰ্যদেৱলৈ নমস্কাৰ।।২২।। অস্তগামী জনক নমস্কাৰ; অৰ্ধ অস্তমিতজনক নমস্কাৰ; অস্তমিতজনক নমস্কাৰ। বিৰাট ইত্যাদি (পূৰ্ববৎ)।।২৩।। সমগ্ৰ তপস্যা সহিত সূৰ্য উদয় হৈছে। তেওঁ শত্ৰুক মোৰ বশ কৰিছে; মোক শত্ৰুৰ বশ কৰা নাই। হে বিষ্ণু ইত্যাদি (ষষ্ঠ প্ৰভৃতি সূত্ৰত থকাৰ দৰে)।।২৪।। হে আদিত্য, তুমি কল্যাণ সাধনৰ অৰ্থে শতসংখ্যক বঠাযুক্ত নাৱত আৰোহণ কৰিছা। তুমি মোক দিন পাৰ কৰোৱাঁ; ৰাতিও পাৰ কৰোৱাঁ।।২৫।। (আগৰ মন্ত্ৰৰ দৰে, কেৱল 'দিন'ৰ ঠাইত 'ৰাতি' আৰু 'ৰাতি'ৰ ঠাইত 'দিন' হ'ব)।।২৬।। প্ৰজাপতিৰ মন্ত্ৰৰূপ বৰ্মৰ দ্বাৰা মই আবৃত; কশ্যপৰ জ্যোঁতি ৰূপ শক্তিৰ দ্বাৰা মই শক্তিমান। জৰাকাল পৰ্যন্ত ভোগ কৰি দীৰ্ঘায়ু হৈ আৰু কৃতকৃত্য হৈ সৎকৰ্ম আচৰণ কৰিম।।২৭।। মন্ত্ৰৰূপ বৰ্মৰ দ্বাৰা আবৃত কশ্যপৰ জ্যোতি আৰু শক্তিৰে শক্তিমান মোক যেন বধ কৰিবৰ উদ্দেশ্যে নিক্ষেপ কৰা দৈৱিক আৰু মানৱীয় বাণসমূহে স্পৰ্শ কৰিব নোৱাৰে।।২৮।। মই ঋতৰ দ্বাৰা ৰক্ষিত,

ঋতুসমূহৰ দ্বাৰা ৰক্ষিত, সমস্ত ভূতৰ দ্বাৰা ৰক্ষিত, আৰু সমস্ত ভবিতব্যৰ দ্বাৰা ৰক্ষিত। মোক যেন পাপে স্পৰ্শ নকৰে আৰু মৃত্যুৱেও নকৰে। সমুদ্ৰৰ (ব্যৱধানৰ) দ্বাৰা মই অন্তৰ্হিত হৈ থাকিম।।২৯।। ৰক্ষক অগ্নিয়ে মোক সকলো ফালে ৰক্ষা কৰক; উদিত সূৰ্যই মৃত্যুপাশসমূহ দূৰ কৰক; অন্ধকাৰ নাশক উষাৰ দেৱতাসকল আৰু স্থিৰ পৰ্বতসমূহেও কৰক। সহস্ৰপ্ৰাণ মোত বিৰাজ কৰি থাকক।।৩০।।

## ।। সপ্তদশ কাণ্ড সমাপ্ত ।।

# অষ্টাদশ কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—সমস্ত কাণ্ডৰে ঋষি অথৰ্ৱা। দেৱতা—যম, মন্ত্ৰত কোৱাসকল, ৰুদ্ৰ, সৰস্বতী, পিতৃগণ। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, জগতী, উষ্ণিক্, অনুষ্টুপ্, বৃহতী।)

[১ৰ পৰা ১৬ মন্ত্ৰৰ পৰ্যন্ত যম–যমীৰ কথোপকথন]

(যমীয়ে কৈছে—) মিত্ৰ যমক বিস্তীৰ্ণ সমুদ্ৰৰ স্থানত সখিভাৱৰ অনুকূল কৰিম। ধৰ্মিষ্ঠ যমে (মোৰ গৰ্ভত) পিতাৰ পুত্ৰনাতিক স্থাপন কৰক। সেই যম এই পৃথিৱীতো দীপ্তিমান।।১।। (যমে কৈছে) একে উদৰত জন্মলাভ কৰা তোমাৰ লগত সখাৰূপ যমে (সম্ভোগৰূপ) সখিত্ব কামনা নকৰে। সহোদৰাৰ লগত পত্নীৰ সম্পৰ্ক অসংগত। দ্যুলোকৰ পালক, সৰ্বত্ৰ ব্যাপ্ত, বিক্ৰমশালী ৰুদ্ৰপুত্ৰ মৰুৎগণে এই সম্পৰ্ক নিবাৰণ কৰিব।।২।। (যমী) অমৰ মৰুৎগণে সেই সম্পৰ্ক বিচাৰেহে। তেওঁলোকে অসাধাৰণ মানুহৰ গৰ্ভৰপৰা উৎপত্তি হোৱাটো বিচাৰে। গতিকে তোমাৰ মন মোত নিৱিষ্ট কৰাঁ, তুমি পতিৰূপে পত্নী বুলি মোত শৰীৰ মিলিত কৰাঁ।।৩।। (যম) এনে কাম আমি আগতে কেতিয়াও কৰা নাই; এতিয়া কিয় কৰিম? সত্যবাদী আমি মিছা কথা কোৱা উচিতনে? অন্তৰীক্ষত (গন্ধৰ্ব) সূৰ্যদেৱে আৰু (তেওঁৰ পত্নী অপ্যা যোষা বিদ্যমান। তেওঁলোক আমাৰ জন্মদাতা, সেয়ে আমাৰ আটাইতকৈ ডাঙৰ সম্বন্ধ (অৰ্থাৎ আমি সহোদৰ ভাই ভনী)।।৪।। (যমী-) স্ৰষ্টা দেৱতাই আমাক গৰ্ভতে পতি-পত্নীৰূপে সৃষ্টি কৰিছে, তেৱেঁই হৈছে বিশ্বকৰ্মা সৱিতাদেৱ। তেওঁ বিশ্বৰূপ। তেওঁৰ বিধান কোনেও অমান্য কৰিব নোৱাৰে। পৃথিৱী আৰু স্বৰ্গই (আমাৰ পতি-পত্নী সম্পৰ্কৰ) এই কথা জানে।।৫।। (যম-) সত্যৰ ভাৰ বহন কৰিবৰ কাৰণে আজি কালি সত্যবচনৰূপ বৃষভক কোনে নিয়োগ কৰেনো? সত্যৰ কথাত ক্ৰোধ আৰু লজ্জা নাই। সত্যসংকল্প লোকৰ বাক্য সুখকৰ হয়। তেওঁলোকে সত্য বৃদ্ধি কৰে আৰু দীৰ্ঘদিন জীয়াই থাকে।।৬।। (যমী—আমাৰ এই সমাগমৰ) প্ৰথম দিনটোৰ কথা কোনে জানিব? কোনে দেখিছে? কোনে এই কথা ক'ব? মিত্ৰ আৰু বৰুণৰ ধাম সুবৃহৎ। ক্লেশকাৰী আৰু নানা প্ৰকাৰে ঘূৰি ফুৰা মানুহবিলাকৰ কথা কিয় কৈছা?।।৭।। মোৰ প্ৰতি যমৰ এনে অভিলাষ জাগৃত হওক, যাতে একেশয্যাতে শয়ন কৰা হয়। মই পতিক পত্নীয়ে কৰাৰ দৰে মোৰ দেহ অৰ্পণ কৰিম। ৰথ ধাৰণ কৰি থকা চকা দুটাৰ দৰে আমি একে কাৰ্যত প্ৰবৃত্ত হওঁ।।৮।। (যম-) দেৱতাসকলৰ গুপ্তচৰসকলে সৰ্বত্ৰ বিচৰণ কৰি ফুৰিছে, তেওঁলোক একে ঠাইতে বৈ নাথাকে,

তেওঁলোকে চকু জাপ নুখুবায়। হে উন্মত্তা, তুমি শীঘ্রে অন্য পুৰুষৰ ওচৰলৈ যোৱাঁ আৰু ৰথৰ চকা দুটাৰ দৰে একে কাৰ্যত প্ৰবৃত্ত হোৱাঁগৈ।।৯।। (যমী-) যমৰ উদ্দেশ্যে যজমানে দিনে ৰাতিয়ে হবিঃ প্ৰদান কৰক, তেওঁৰ কাৰণে সূৰ্য উন্মীলিত হৈ থাকক। দ্যুলোক আৰু পৃথিৱী পতি-পত্নী সম্পৰ্কেৰে সংযুক্ত হওক। যমীয়ে যমৰ লগত সহোদৰ সম্পৰ্ক ত্যাগ কৰি মিলিত হওক।।১০।। (যম—) ভৱিষ্যতে এনেকুৱা দিন-ৰাতি আহিব, যেতিয়া সহোদৰাই নিজৰ ভনীৰ নিচিনা নকৰি পত্নীৰ নিচিনা হ'ব। (এতিয়া সেই দিন হোৱা নাই, গতিকে) হে সুভগা, তুমি অন্য সেচনক্ষম পুৰুষৰ উদ্দেশ্যে বাহু মেলি দিয়াঁ, তুমি মোত বাদে অন্য পুৰুষক পতিৰূপে কামনা কৰাঁ।।১১।। (যমী-) সেইজন কিহৰ ভ্ৰাতৃ, যদি তেওঁ থাকোঁতে ভগিনী অনাথ হয়? সেই ভগিনীৰ কি প্ৰয়োজন, যদি তেওঁ থাকোঁতে ভ্ৰাতৃৰ দুখ দূৰ নহয়? কামভাৱৰ বশৱৰ্তী হৈ মই এইদৰে বহু কথা কৈছোঁ। তোমাৰ শৰীৰৰ লগত মোৰ শৰীৰ মিলিত কৰাঁ।।১২।। (যম—) হে যমী, মই তোমাৰ এই অভিলাষ পূৰণ কৰিব নোৱাৰিম। মই তোমাৰ শৰীৰৰ লগত মোৰ শৰীৰ মিলিত কৰিব নোৱাৰিম। মোত বাদে অন্য পুৰুষৰ লগত আনন্দ উপভোগ কৰাঁগৈ হে সুভগা, তোমাৰ ভ্ৰাতৃয়ে সেইটো কামনা নকৰে।।১৩।। (যম—) মই সঁচাকৈয়ে তোমাৰ শৰীৰৰ লগত মোৰ শৰীৰ মিলিত কৰিব নোৱাৰোঁ, ধৰ্মজ্ঞসকলে সহোদৰা ভগিনীৰ লগত সংগত হোৱা জনক পাপী বুলি কয়। সহোদৰ ভ্ৰাতৃ ভগিনীৰ শয্যাত শয়ন কৰা কথাই মোৰ মন-প্ৰাণ বিনষ্ট কৰিব।।১৪।। (যমী-) হে যম, তোমাৰ আচৰণত মই দুঃখিত হৈছোঁ। মই তোমাৰ হৃদয়ৰ কথা বুজিছোঁ, তোমাৰ মন মোত নাই। ৰছীয়ে ঘোঁৰাক বান্ধি থোৱাৰ দৰে কোনোবা নাৰীয়ে তোমাক বান্ধি থৈছে, লতাই গছক মেৰিয়াই থকাৰ দৰে তোমাক মেৰিয়াই থৈছে।।১৫।। (যম—) হে যমী, লতাই গছক মেৰিয়াই থোৱাৰ দৰে তুমি অন্য পুৰুষক সাৱটি ধৰাঁ, তেৱোঁ তোমাক আলিংগন কৰক। তোমাৰ মনে তেওঁক বাঞ্ছা কৰক আৰু তুমিও তেওঁৰ অনুবৰ্তী হোৱাঁ। এইদৰে তোমাৰ কল্যাণ সাধন কৰাঁ।।১৬।। ক্ৰান্তদৰ্শী মহৰ্ষিসকলে (জগত নিৰ্বাহৰ অৰ্থে) তিনিটা ছন্দ (আচ্ছাদনকাৰী) বিস্তাৰ কৰিছে জল, বায়ু আৰু ওষধি। জল নানাৰূপে দৰ্শনীয়, প্ৰিয়দৰ্শন আৰু বিশ্বৰ দ্ৰষ্টা। বায়ু প্ৰাণৰূপত বহুৰূপ বিশিষ্ট, দৰ্শনীয় আৰু বিশ্বৰ দ্ৰষ্টা। এইদৰে ওষধিসমূহো দৰ্শনীয়, বহুৰূপী আৰু বিশ্বৰ দ্ৰষ্টা। এই তিনি তত্ত্বৰ দ্বাৰা জগত আচ্ছাদিত হৈ আছে।।১৭।। কাম আৰু জল বৰ্ষণ কৰোঁতা মহান অগ্নিয়ে দ্যুলোকৰপৰা ঘৃত বৰ্ষণ কৰে। তেওঁ অদিতিৰ পুত্ৰ, অন্যৰ দ্বাৰা অহিংসিত। বৰুণে নিজ প্ৰজ্ঞাৰ দ্বাৰা সকলো জনাৰ দৰে এই অগ্নিয়েও জানে। যাগৰ যোগ্য এই অগ্নিয়ে যজনীয় দেৱতাসকলৰ উদ্দেশ্যে যাগ কৰে।।১৮।। জলৰ ধাৰক (গন্ধৰ্ব) সূৰ্যৰপৰা উদ্ভূত

হোৱা বাণী আৰু জলস্থিতা সৰস্বতীয়ে (মোৰ যোগেদি অগ্নিক) স্তুতি কৰক। আমাৰ মন (স্তোতাই আমাৰ) নাদৰূপ ধ্বনিত আমাৰ মন ৰক্ষিত কৰক। অদিতিয়ে আমাক বাঞ্ছিত ফলত স্থাপিত কৰক। আমাৰ জ্যেষ্ঠ ভ্ৰাতৃয়ে (অগ্নিয়ে) প্ৰথমতে (এওঁ সু-যাগকৰ্তা বুলি) কওক।।১৯।। সেই কল্যাণী মন্ত্ৰৰূপ শব্দযুক্তা, যশোমতী, হৱিৰূপ অন্নসম্পন্না, সূৰ্যৰ লগত সম্পৰ্কযুক্তা উষা মানুহৰ কাৰণে প্ৰকট হৈছে। তেতিয়া অধ্বৰ্যুসকলে কামনাকাৰী, উৎসুক, দেৱগণৰ হোতা অগ্নিক যজ্ঞ সম্পাদনৰ অৰ্থে প্ৰজ্বলিত কৰিছে।।২০।। (দেৱগণে প্ৰাৰ্থনা কৰাত গায়ত্ৰীয়ে) পক্ষীৰূপ ধৰি মহান্ বিচক্ষণ সোম আহৰণ কৰি যজ্ঞলৈ আনিছিল। তেতিয়া আৰ্য যজমানসকলে দৰ্শনীয়, হোমনিষ্পাদক অগ্নিক যেতিয়া বৰণ কৰিলে, তেতিয়া (যজ্ঞীয়) স্তুতিৰ উদ্ভৱ হ'ল।।২১।। হে অগ্নি, মনুষ্যৰ হৱনীয় দ্ৰব্যৰ দ্বাৰা পুষ্ট হৈ তুমি, উপভোক্তাৰ কাৰণে ঘাঁহনিৰ দ্বাৰা গৰু-গাই আনন্দদায়ক হোৱাৰ দৰে আনন্দপ্ৰদ। স্তুতিৰ যোগ্য তুমি মেধাবী যজমানৰ স্বীকৃতিৰে সৈতে হৱিঃ গ্ৰহণ কৰি বহু দেৱতাৰ (অথবা কৰ্মৰ) সৈতে আহি উপস্থিত হোৱাঁ।।২২।। (হে অগ্নি,) তুমি পিতৃ-মাতৃৰ (দ্যাৱাপৃথিৱীৰ) ওচৰত তোমাৰ তেজ প্ৰকাশ কৰাঁ। ৰাতিক ক্ষীণ কৰোঁতা সূৰ্যই দ্যাৱাপৃথিৱীৰ প্ৰতি নিজৰ তেজ প্ৰেৰণ কৰাৰ দৰে তুমিও দ্যুলোক-ভূলোকত তোমাৰ তেজ বিস্তাৰিত কৰাঁ। যজমানে যি দেৱতাৰ যাগ কৰিবলৈ বাঞ্ছা কৰে, স্পৃহণীয় অগ্নিয়ে হৃদয়ৰপৰা নিজেই সেইসকলৰ যাগ কৰিবলৈ বিচাৰে। হৱিঃবহনকাৰী, যজ্ঞ-নিষ্পাদক অগ্নিয়ে সু-অভিলাষী যজমানক (তোমাক বাঞ্ছিত ফল দান কৰিম) কয়। যাগ কৰ্মৰ নিমিত্তে অগ্নি আহে।।২৩।। হে বলপুত্ৰ অগ্নি, তোমাৰ অনুগ্ৰহ বুদ্ধিৰ কথা মানুহে অন্যক কয়। তোমাৰ অনুগ্ৰহ লাভ কৰা যজমান সৰ্বত্ৰ প্ৰখ্যাত হয়। তেওঁ বাঞ্ছিত অন্ন লাভ কৰে; বহু ঘোঁৰাই তেওঁক (ৰথত) বহন কৰে; বহু দিন ধৰি দীপ্তিমান আৰু বলশালী হৈ কাল কটায়।।২৪।। হে অগ্নি, তুমি (দেৱতাসকলৰ) এই যাগস্থানত আমাৰ আহ্বান শুনা; অমৃতময় জলৰ দ্ৰাৱক ৰথ যুৰি লোৱাঁ; দেৱতা সকলত পিতৃ-মাতৃ দ্যাৱাপৃথিৱীক তুমি আমাৰ ওচৰলৈ লৈ আহাঁ। তুমি দেৱতাসকলৰ লগত গুচি নাযাবা, সদায় ইয়াতে থাকিবা।।২৫।। হে অগ্নি, যেতিয়া দেৱতাসকলৰ মাজত সমিতি পূজনীয়া দেৱীৰূপা হয়, হে যাজনীয় অগ্নি, যেতিয়া তুমি (স্তোতাসকলৰ মাজত) ৰমণীয় ধন ৰত্ন ভগাই দিয়া, তেতিয়া তুমি আমাক প্ৰচুৰ ভাগ দিয়া যেন।।২৬।। উষাৰ আগতে প্ৰথম জাতবেদা অগ্নি প্ৰকট হয়। সূৰ্যই উষা, ৰশ্মি আৰু দ্যাৱাপৃথিৱীত প্ৰৱেশ কৰে।।২৭।। অগ্নি প্ৰতিদিনে উষাৰ আগত প্ৰকট হয়; জাতবেদা অগ্নি দিনত প্ৰতিভাত হয়; বহু স্থানত সূৰ্যৰ ৰশ্মিসমূহত প্ৰতিভাত হয়; অগ্নি এইদৰে দ্যাৱাপৃথিৱীত ব্যাপ্ত হৈ পৰে। দ্যুলোক আৰু ভূলোক মুখ্য সত্যবাণীস্বৰূপ। যেতিয়া দেৱতাসকল যজমান মনুষ্যৰ ওচৰত যজ্ঞৰ উদ্দেশ্যে বহে, তেতিয়া এই আকাশ পৃথিৱী স্তুতি

শুনিবৰ যোগ্য হয়।।২৯।। হে অগ্নি, তুমি পূজনীয় দেৱতাসকলক সত্যৰ দ্বাৰা বেষ্টিত কৰি (অথবা যজ্ঞৰ দ্বাৰা বশ কৰি) আমাৰ আহুতি (এওঁলোক যজনৰ যোগ্য, এইবুলি) জানি লৈ প্ৰথমে বহন কৰি নিয়া। তুমি ধূমৰূপী ধ্বজাধাৰী, সমিধৰ দ্বাৰা প্ৰজ্বলিত, আনন্দদায়ক, দেৱতাৰ আহ্বানকাৰী, অবিনাশী আৰু স্তুতিৰূপ বাণীৰ দ্বাৰা যাগযোগ্য।।৩০।। জলৰ ধাৰক হে দ্যাৱাপৃথিৱী, কৰ্মবৃদ্ধিৰ উদ্দেশ্যে তোমালোকক অৰ্চনা কৰিছোঁ। হে দ্যাৱাপৃথিৱী, সকলো প্ৰাণীৰ নিৰোধক বুলি তোমালোকে আমাৰ স্তুতি শুনা। যিদিনা তোমালোকৰ স্তোতা ঋত্বিক্‌সকলে যজ্ঞৰ অৰ্থে বল সঞ্চয় কৰিব, তেতিয়া পিতৃমাতৃদ্বয় তোমালোকে জল দান কৰি আমাৰ বৃদ্ধি সাধন কৰিবা।।৩১।। সকলো প্ৰাণীৰ কাৰণে আহৰণ কৰা, অমৃতৰ দৰে উপকাৰী জল তেতিয়া অগ্নিৰ জ্যোতিৰপৰা উৎপন্ন হয়, তেতিয়া অমৃত স্বৰূপ বৃষ্টিৰ দ্বাৰা উৎপন্ন হোৱা ওষধিসমূহ দ্যাৱাপৃথিৱীয়ে ধাৰণ কৰে। তোমাৰ শ্বেতবৰ্ণৰ দীপ্তিয়ে দ্যুলোকৰপৰা নিগৰি পৰা সৰ্বলোকৰ আচ্ছাদক জল দোহন কৰে। সেই জলৰাশিক সকলো দেৱতাই অনুগমন কৰে।।৩২।। ৰজা যমে তোমাৰ হৱনীয় দ্ৰব্য গ্ৰহণ কৰেনে? আমি তেওঁৰ কি কৰ্ম অতিক্ৰম কৰিছোঁ; সেই কথা কোনে জানে? দেৱতাসকলৰ আহ্বায়ক মিত্ৰৰ দৰে হিতকাৰী অগ্নি আছে; স্তুতিবাক্য আৰু হৱিঃ প্ৰদানৰ দ্বাৰা অগ্নিক তুষ্ট কৰি (আমি যমৰ ওচৰত কৰা অপৰাধ) শান্ত কৰিম।।৩৩।। ইয়াত অমৰ যমৰ নাম লোৱা অনুচিত। সহোদৰা ভগিনী যমৰ কাৰণে বিৰূপা (পত্নীৰূপা) হৈছিল। হে অগ্নি, যিজনে যমৰ স্তুতি কৰে, তুমি এই নিন্দা পাহৰাই সেই স্তোতাক ৰক্ষা কৰিবা।।৩৪।। যি অগ্নি যজ্ঞনিষ্পাদক হোৱাৰ কাৰণে দেৱতাসকল আনন্দিত হৈছিল, যাৰ কাৰণে মানুহে সূৰ্যলোকত কৰ্মফল ভোগ কৰি সুখেৰে বাস কৰে, যি অগ্নিৰ দ্বাৰা দেৱগণে সূৰ্যত তেজ আৰু চন্দ্ৰত ৰশ্মি স্থাপন কৰিছে, সেই দ্যোতমান অগ্নিৰ চাৰিওফালে (চন্দ্ৰ-সূৰ্যই) নিৰন্তৰ পৰিভ্ৰমণ কৰিছে।।৩৫।। দেৱতাসকলে (বৰুণৰ) কোন নিভৃত স্থানত বিচৰণ কৰে, তাৰ কথা আমি নাজানো। (সেই স্থানত থকা) বৰুণক সৱিতা, মিত্ৰ আৰু অদিতিয়ে নিৰপৰাধ আমাৰ কথা জনাওকগৈ।।৩৬।। হে বন্ধুসকল, আমি বজ্ৰধাৰী ইন্দ্ৰৰ উদ্দেশ্যে যজ্ঞ কৰিব খুজিছোঁ। সেই শ্ৰেষ্ঠ পুৰুষ, পৰম নেতা ইন্দ্ৰৰ স্তুতি কৰিব খুজিছোঁ।।৩৭।। বৃত্ৰহন্তা ইন্দ্ৰ, তুমি বৃত্ৰ আদি অসুৰ বিনাশৰ কাৰণে প্ৰসিদ্ধ। হে শূৰ, তুমি বহু ধনসম্পন্ন, তুমি আমাক ধন দিয়াঁ।।৩৮।। ভেকুলীয়ে জাঁপ মাৰি মাটি পাৰ হৈ যোৱাৰ দৰে তুমিও পৃথিৱী লংঘি ওপৰলৈ যোৱাঁ। বায়ু সুখকৰ হৈ প্ৰৱাহিত হওক। অগ্নিয়ে বন দগ্ধ কৰাৰ দৰে মিত্ৰ আৰু বৰুণে এই কৰ্মত যুক্ত হৈ আমাৰ শোক-নাশ কৰক।।৩৯।। (হে স্তোতা,) শ্মশানৰ গাঁতত বাস কৰা যশস্বী ৰুদ্ৰক স্তুতি কৰাঁ। জনগণৰ ৰঞ্জনকাৰী, ভয়ানক, উগ্ৰ ৰুদ্ৰক স্তুতি কৰাঁ। হে ৰুদ্ৰ, তুমি সন্তুষ্ট হৈ স্তোতা সকলক আনন্দ দান কৰাঁ। তোমাৰ সৈন্যসকল ইয়াৰপৰা

অন্য ঠাইলৈ যাওক।।৪০।। (শ্মশানাগ্নিৰ বা যমৰ) প্ৰীতি উৎপাদন কৰিব খোজাসকলে মৰস্বতীক আহ্বান কৰিছে; (জ্যোতিষ্টোম আদি) যজ্ঞ আৰম্ভ হ'লে সৰস্বতীক আহ্বান কৰা হয়। সুকৃতিকাৰীসকলে সৰস্বতীক আহ্বান কৰে। সৰস্বতীয়ে যেন হৱিঃ দান কৰোঁতাসকলক বাঞ্ছিত ফলদান কৰে।।৪১।। বেদীৰ দক্ষিণফালে থকা পিতৃগণে সৰস্বতীক আহ্বান কৰিছে। এই কুশবনত বহি (হে পিতৃগণ,) তোমালোক আনন্দিত হোৱাঁ; (হে সৰস্বতী,) তুমি আমাক ব্যাধিমুক্ত অন্ন প্ৰদান কৰাঁ।।৪২।। হে দেৱী সৰস্বতী, তুমি উক্‌থ্যমন্ত্ৰ আৰু স্বধাৰ দ্বাৰা আনন্দিত হৈ পিতৃগণৰ সৈতে একেখন ৰথতে গমন কৰাঁ। তুমি যজমানক বহুমূল্য ধন আৰু পুষ্টি দান প্ৰদান কৰাঁ।।৪৩।। কনিষ্ঠ, উৎকৃষ্ট আৰু মধ্যম, তিনিও শ্ৰেণীৰ সোমপায়ী পিতৃগণ আমাৰ প্ৰতি অনুগ্ৰহশীল হৈ উত্থিত হওক। যিসকলে লিংগশৰীৰ লাভ কৰিছে, যিসকল অহিংসক আৰু সত্যবিদ্‌, সেই পিতৃগণে আমাক এই আহ্বানকৰ্মত ৰক্ষা কৰক।।৪৪।। মই কল্যাণকাৰী পিতৃগণক জানিছোঁ; অগ্নি আৰু বিষ্ণুৰ পাদক্ৰম (অথবা তিনি সৱন ক্ৰম) জানিছোঁ। যি পিতৃগণে কুশবনত বহি স্বধাসহিত অভিষুত সোম পান কৰে, তেওঁলোক ওচৰলৈ আহক।।৪৫।। যিসকল পিতৃ প্ৰথমে গৈছিল, যিসকল পিছত গৈছিল, যিসকল এই পৃথিৱীতে আছে আৰু যিসকল সু-বাসস্থান থকা দিশমুহত আছে, সেই সকলোলৈকে আজি নমস্কাৰ কৰিছোঁ।।৪৬।। মাতলী কব্য নামৰ পিতৃগণৰ সৈতে, যম অঙ্গিৰা নামৰ পিতৃগণৰ সৈতে বৃহস্পতি ঋক নামৰ পিতৃগণৰ সৈতে বৰ্ধিত হৈছে। যাক দেৱতাসকলে বৰ্ধিত কৰিছে আৰু যি দেৱতাসকলক বৰ্ধিত কৰিছে, সেই পিতৃগণে এই আহ্বানত আমাক ৰক্ষা কৰক।।৪৭।। এই সোম সুস্বাদু, মধুৰ তীব্ৰ মদযুক্ত আৰু ৰসপূৰ্ণ। এই সোমপানকাৰী ইন্দ্ৰক যুদ্ধত কোনেও সহ্য কৰিব নোৱাৰে।।৪৮।। সকলো ভূমি অতিক্ৰম কৰি স্থিত, অতিশয় শ্ৰেষ্ঠস্থানলৈ গমন কৰা, পিতৃলোকলৈ যোৱাসকলৰ পথ সম্পৰ্কে জনা, মৃতসকলৰ প্ৰাপ্তিস্থান, বিবস্বতৰ পুত্ৰ যম ৰজাক হৱিঃ প্ৰদান কৰি উপাসনা কৰাঁ।।৪৯।। যমেই সৰ্বপ্ৰথমে (মৃত্যুৰ পিছত) আমাৰ পথৰ কথা জানিছে; সেই পথ কোনেও এৰাই যাব নোৱাৰে। যি পথেৰে আমাৰ পূৰ্বপুৰুষসকল গৈছে, সেই নিজ পথেৰেই জন্মিবলগীয়াসকলো যাব।।৫০।। হে কুশবনত উপবেশন কৰা পিতৃগণ, তোমালোকে ইয়াত আমাক ৰক্ষা কৰি থাকাঁ। আমি তোমাৰ কাৰণে এই হৱনীয় দ্ৰব্য প্ৰস্তুত কৰিছোঁ; তুমি তাক ভোগ কৰাঁ। অতিশয় কল্যাণকৰ ৰক্ষণৰ উদ্দেশ্যে তুমি ইয়ালৈ আহাঁ; আমাক মংগলকৰ, পাপৰহিত পুষ্টি প্ৰদান কৰাঁ।।৫১।। দক্ষিণফালে আঁঠু কাঢ়ি বহি লৈ আমাৰ যজ্ঞ প্ৰশংসা কৰাঁ। হে পিতৃগণ, আমি মনুষ্যলোক, সেই কাৰণে কিবা অপৰাধ কৰিছোঁ যদি তোমালোকে তাৰ কাৰণে আমাৰ অনিষ্ট সাধন নকৰিবা।।৫২।। ত্বষ্টাই জীয়েকৰ (সৰণ্যুৰ) বিয়া পাতিছিল; তালৈ সমস্ত জগতখনেই আহিছিল। মহান্‌ বিবস্বানৰ পত্নী, যমৰ মাতৃ সৰণ্যু অদৃশ্য হৈ পৰিছিল।।৫৩।। (হে পৰলোকগত,) যোৱাঁ,

যোৱাঁ, যি পথেৰে মানুহ (যমলোকলৈ) যায়, আৰু সি পথেৰে তোমাৰ পূৰ্বপুৰুষসকল গৈছিল, সেই পথেৰে যোৱাঁ। স্বধাৰ দ্বাৰা তৃপ্ত হৈ বাস কৰি থকা বৰুণ দেৱতা আৰু যম, দুয়োজন ৰজাকে তাত দেখিবলৈ পাবা।।৫৪।। (হে শ্মশানভূমিত থকা ৰাক্ষস প্ৰভৃতি,) তোমালোক ইয়াৰপৰা আঁতৰি যোৱাঁ, গুচি যোৱাঁ, দূৰলৈ যোৱাঁ। এই মানুহ-জনৰ কাৰণে পিতৃগণে এই ঠাই দিছে। যমে এই মৃত মানুহজনক দিন, জল আৰু ৰাতিৰে সম্পন্ন এই স্থান দান কৰিছে।।৫৫।। (হে অগ্নি,) তোমাক আমি (এই দহনকৰ্মত) কামনা কৰি আহ্বান কৰিছোঁ, কামনাকাৰী আমি তোমাক প্ৰজ্বলিত কৰিছোঁ। (যজ্ঞৰ) কামনাকাৰী তুমি (স্বধাগ্ৰহণৰ) কামনাকাৰী পিতৃগণক হৱিঃ গ্ৰহণৰ নিমিত্তে লৈ আহাঁ।।৫৬।। (হে অগ্নি, তোমাৰ অনুগ্ৰহত) দীপ্তিমান আমি তোমাক আহ্বান কৰিছোঁ; দীপ্তিমান আমি তোমাক প্ৰজ্জ্বলিত কৰিছোঁ। দীপ্তিমান তুমি দীপ্তিমান পিতৃগণক হৱিঃ গ্ৰহণৰ নিমিত্তে লৈ আহাঁ।।৫৭।। অঙ্গিৰাসকল, অথৰ্বাসকল, আমাৰ পিতৃগণ আৰু নৱগ্বা নামৰ সকল সোমনিষ্পাদক; সেই পূজনীয়সকলৰ অনুগ্ৰহ-বুদ্ধিত যেন আমি থাকিব পাৰোঁ আৰু তেওঁলোকৰ কল্যাণকৰ বুদ্ধি আমি যেন লাভ কৰোঁ।।৫৮।। যজ্ঞৰ যোগ্য অঙ্গিৰাসকলৰ সৈতে তুমি আহাঁ, হে যম, বৈৰূপসকলৰ সৈতে ইয়াত আনন্দ লাভ কৰাঁ। তোমাৰ পিতৃ বিবস্বানক এই কুশবনত বহি আহ্বান কৰিছোঁ।।৫৯।। হে যম, এই মেলি থোৱা কুশবনত অঙ্গিৰা প্ৰভৃতি পিতৃগণৰ সৈতে একমত হৈ বহাহি। হে ৰাজন্, ক্ৰান্তদৰ্শী মহৰ্ষিসকলৰ মন্ত্ৰৰ দ্বাৰা স্তুত হৈ তুমি ইয়ালৈ আহাঁ। তাৰ পিছত তুমি হৱিৰ দ্বাৰা তৃপ্ত হোৱাঁ।।৬০।। এওঁলোকে (শৱদেহ) ইয়াৰপৰা দাঙিছে; তাৰ পিছত দ্যুলোকৰ পৃষ্ঠদেশত আৰোহণ কৰাব। সেই পথেৰে ভৰণশীল অঙ্গিৰাগণ দ্যুলোকলৈ গৈছিল।।৬১।।

## দ্বিতীয় অনুৱাক

(দেৱতা—যম, মন্ত্ৰত কোৱাসকল, জাতবেদা, পিতৃগণ।
ছন্দ—অনুষ্টুপ্, জগতী, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

যমৰ উদ্দেশ্যে সোম অভিষুত কৰা হৈছে; যমৰ উদ্দেশ্যে হৱিঃ প্ৰদান কৰা হৈছে। অগ্নি যি যজ্ঞৰ দূত, সেই অলংকৃত যজ্ঞ যমৰ উদ্দেশ্যে গৈছে।।১।। (হে যজমান,) যমৰ উদ্দেশ্যে মধুৰতম হৱিঃ প্ৰদান কৰাঁ আৰু যমৰ উদ্দেশ্যে প্ৰতিষ্ঠা কৰা। এয়া পূৰ্বজ ঋষিসকললৈ, পূৰ্বে পথ নিৰ্মাণ কৰা সকললৈ নমস্কাৰ।।২।। (হে যজমানসকল,) যম ৰজাৰ উদ্দেশ্যে ঘৃতযুক্ত দুগ্ধ হৱিঃ প্ৰদান কৰাঁ। তেওঁ জীৱিত আমাক দীৰ্ঘজীৱী হ'বৰ কাৰণে দীৰ্ঘায়ু প্ৰদান কৰক।।৩।। হে অগ্নি, তুমি এই মৃত

ব্যক্তিক ভস্ম কৰি নেপেলাবা; এওঁক সন্তাপ নিদিবা; এওঁৰ ছাল আৰু শৰীৰ ছিন্ন-ভিন্ন কৰি নেপেলাবা। হে জাতৱেদা, যেতিয়া তুমি এওঁক পাক কৰি পেলাবা, তেতিয়া তেওঁক পিতৃগণৰ ওচৰলৈ পঠাই দিবা।।৪।। হে জাতৱেদা, যেতিয়া এওঁক পাক কৰি হ'ব, তেতিয়া এওঁক পিতৃগণক সমৰ্পণ কৰিবা। এওঁ যেতিয়া লোকান্তৰলৈ যাব, তেতিয়া সূৰ্যাদি দেৱতাৰ বশ হ'ব।।৫।। (জ্যোতিষ্টোম, গোষ্টোম আৰু আয়ুষ্টোম, এই) ত্ৰিকদ্ৰুক নিষ্পন্ন কৰিবৰ কাৰণে সোম অভিষুত হৈছে। ছয় উৰ্বী (দ্যৌ, পৃথিৱী, দিন, ৰাতি, জল আৰু ওষধি) এক মন যমৰ উদ্দেশ্যেই প্ৰৱৰ্তিত হৈছে। বৃহতী, ত্ৰিষ্টুপ্, গায়ত্ৰী, প্ৰভৃতি সমস্ত ছন্দই যমৰ উদ্দেশ্যে অৰ্পিত হৈছে।।৬।। (হে মৃত,) তুমি চকুৰে সূৰ্যলৈ গতি কৰাঁ, আত্মাৰে বায়ুলৈ গতি কৰাঁ, শৰীৰধাৰক ইন্দ্ৰিয়সমূহৰ (অথবা পুণ্যৰ) দ্বাৰা দ্যুলোক আৰু পৃথিৱীলৈ যোৱাঁ। যদি তোমাৰ হিত সাধন হয়, তেনে জললৈ যোৱাঁ। তোমাৰ স্থূল শৰীৰেৰে ওষধিসমূহত প্ৰতিষ্ঠিত হোৱাঁ।।৭।। হে অগ্নি, এই অজ তোমাৰ ভাগ, তোমাৰ তাপেৰে ইয়াক তাপিত কৰাঁ; তোমাৰ দীপ্তিয়ে তাক দীপ্ত কৰক; তোমাৰ শিখাই তাক উত্তপ্ত কৰক। হে জাতৱেদা, তোমাৰ যি কল্যাণকৰ শৰীৰ আছে, তাৰে তুমি এই মৃত ব্যক্তিক পুণ্যলোকলৈ লৈ যোৱাঁ।।৮।। হে জাতৱেদা, তোমাৰ যি শোকপ্ৰদ বেগৱান তনু আছে, যাৰ দ্বাৰা তুমি দ্যুলোক আৰু অন্তৰীক্ষলোক পূৰ্ণ কৰা, তুমি তাৰে এই গমনশীল অজক ব্যাপ্ত কৰাঁ আৰু অন্য কল্যাণকৰ তনুসমূহেৰে (এই মৃতজনক) হৰিৰ দৰে পাক কৰাঁ।।৯।। হে অগ্নি, তোমাক আহুতিৰূপে অৰ্পণ কৰা এই মৃতজনক তুমি স্বধা সমন্বিতে পিতৃগণৰ ওচৰত এৰি দিয়াঁ। এওঁৰ যি অৱশেষ (অস্থি আদি) আছে, তাৰে জীৱনপ্ৰাপ্ত হৈ উঠক। এওঁ সুন্দৰ শৰীৰ লাভ কৰক।।১০।। (হে মৃত ব্যক্তি,) এই চাৰিচকুৱা ফুটুকা ফুটুকী (শ্যাম আৰু শবল নামৰ), সৰমা নামৰ দেৱতাৰ কুকুৰজনীৰ পুত্ৰ কুকুৰ দুটা পাৰ হৈ যোৱাঁ। তাৰ পিছত যিসকল সুবিজ্ঞ পিতৃয়ে যমৰ লগত আনন্দেৰে কাল কটাই আছে, সেইসকলৰ ওচৰলৈ সুগম পথেদি গমন কৰাঁ।।১১।। হে যম, তোমাৰ যি দুটা চাৰিচকুৱা কুকুৰ প্ৰহৰী হৈ বাটত বহি থাকে আৰু মানুহ চাই থাকে, সিহঁতৰ পৰা এওঁক ৰক্ষা কৰিবা। হে ৰাজন্, এওঁক ৰোগমুক্ত আৰু কল্যাণৰ ভাগী কৰাঁ।।১২।। ডাঙৰ নাকৰ, জীৱগণৰ প্ৰাণ অপহৰণকাৰী, অতি বলশালী, যমৰ যি দুটা কুকুৰ আছে, সিহঁতে মানুহক অনুসৰণ কৰে। সিহঁতে যেন আজি আমাক সূৰ্য দৰ্শনৰ উদ্দেশ্যে পুনৰ মংগলময় প্ৰাণ প্ৰদান কৰে।।১৩।। (যাৰ পুত্ৰগণে ব্ৰহ্মযজ্ঞত সামগান কৰে, সেই) পিতৃগণলৈ সোম প্ৰবাহিত হয়; (যাৰ আত্মীয়সকলে ব্ৰহ্মযজ্ঞত যজুঃ পাঠ কৰে, সেই) পিতৃগণৰ কাৰণে ঘৃত প্ৰবাহিত হয়; (যাৰ আত্মীয়সকলে ব্ৰহ্মযজ্ঞত অথৰ্বমন্ত্ৰ পাঠ কৰে, সেই) পিতৃগণৰ কাৰণে

মধু প্ৰবাহিত হয়। (হে প্ৰেত,) তুমি সেই পিতৃগণৰ ওচৰলৈ যোৱাঁ।।১৪।। যিসকল পূৰ্বপুৰুষে সত্য (বা যজ্ঞ) ভোগ কৰিছে, যিসকল সত্যত উৎপন্ন আৰু সত্যৰ বৃদ্ধিকৰোঁতা, যিসকল তপস্যাৰ পৰা উদ্ভূত আৰু তপোযুক্ত, সেই ঋষিসকলৰ ওচৰলৈ, হে যম, এওঁক লৈ যোৱাঁ।।১৫।। (হে প্ৰেত,) যিসকল তপস্যাৰ দ্বাৰা দুৰ্ধৰ্ষ হৈছে, যিসকলে তপস্যাৰ দ্বাৰা স্বৰ্গলৈ গৈছে, যিসকলে মহৎ তপ আচৰণ কৰিছে, তুমি তেওঁলোকৰ ওচৰলৈ যোৱাঁ।।১৬।। যিসকলে যুদ্ধক্ষেত্ৰত যুদ্ধ কৰিছে, যিসকল তনুত্যাগী বীৰ আৰু যিসকলে সহস্ৰভাবে দক্ষিণা দিছে, তুমি তেওঁলোকৰ ওচৰলৈ গতি কৰাঁ।।১৭।। যিসকল ক্ৰান্তদৰ্শী ব্যক্তিয়ে সহস্ৰ প্ৰকাৰে পথ প্ৰদৰ্শন কৰিছে আৰু সূৰ্যক ৰক্ষা কৰিছে, তপস্যাৰ পৰা উদ্ভূত সেই তপস্যাযুক্ত ঋষিসকলৰ ওচৰলৈ, হে যম, এওঁক লৈ যোৱাঁ।।১৮।। হে পৃথিৱী, এওঁৰ কাৰণে তুমি সুখকৰ হোৱাঁ; তুমি সুখকৰ আশ্ৰয়স্থল হৈ এওঁক বিস্তীৰ্ণ বিশ্ৰামস্থল প্ৰদান কৰাঁ।।১৯।। (হে মৃত,) তুমি পৃথিৱীত বাধাৰহিত বিস্তীৰ্ণ স্থানত প্ৰতিষ্ঠিত হোৱাঁ; তুমি জীৱিত কালত যি স্বধা অপৰ্ণ কৰিছিলা, সি তোমাৰ কাৰণে মধু বৰ্ষণ কৰি থাকক।।২০।। (হে মৃত ব্যক্তি,) তোমাৰ মনক আমাৰ মনেৰে ইয়ালৈ আহ্বান কৰিছোঁ। (তোমাৰ উদ্দেশ্যে কৰা ঔৰ্দ্ধদেহিত কামত) তৃপ্ত হৈ তুমি এই ঘৰসমূহলৈ আহাঁ। (সংস্কাৰৰ পিছত) তুমি পিতৃ-পিতামহসকলৰ লগত মিলিত হোৱাঁ; যমৰ লগত মিলিত হোৱাঁ। তোমাৰ উদ্দেশ্যে নিৰন্তৰ সুখকৰ বায়ু প্ৰৱাহিত হওক।।২১।। মৰুৎগণে তোমাক ওপৰলৈ বহন কৰি নিয়ক, জল বহনকাৰী আৰু ধাৰণকাৰী মেঘে এই অজৰে সৈতে তোমাক শীতল কৰি বৰষুণ দিয়ক।।২২।। মই তোমাৰ প্ৰাণ বায়ু সঞ্চাৰৰ নিমিত্তে জীৱন আহ্বন কৰিছোঁ, তোমাৰ মনে সংস্কাৰৰ দ্বাৰা প্ৰাপ্ত নতুন জীৱনলৈ গতি কৰক। তাৰ পিছত নিজৰ বসু আদি পিতৃগণৰ ওচৰলৈ যাওক।।২৩।। তোমাক যেন মানস ইন্দ্ৰিয়ই ত্যাগ নকৰে, সেইদৰে প্ৰাণ, অঙ্গ-প্ৰত্যংগসমূহ আৰু ৰক্ত আদি ৰসসমূহেও যেন ত্যাগ নকৰে।।২৪।। তোমাক যেন গছজোপাই অনিষ্ট নকৰে, মহতী দেৱী পৃথিৱীয়েও যেন অনিষ্ট নকৰে। যম যিসকলৰ ৰজা, সেই পিতৃ পুৰুষসকলৰ লোকত গৈ তুমি বৰ্ধিত হোৱাঁ।।২৫।। তোমাৰ যি শৰীৰ চলি গ'ল, প্ৰাণ-অপান আদি বায়ু বাহিৰ হৈ গ'ল, সেই সকলো পিতৃগণৰ লগত মিলিত হৈ পুনৰ তোমাৰ (নতুন) শৰীৰত প্ৰৱিষ্ট হওক, যেন এডাল ঘাঁহৰপৰা অন্য এডাল ঘাঁহলৈহে গৈছে, তেনেদৰে।।২৬।। জীৱিতসকলে এই মৃত ব্যক্তিজনক ঘৰৰপৰা উলিয়াই নিয়ক। (হে আত্মীয়গণ,) এওঁক গাঁৱৰপৰা আঁতৰাই নিয়াঁ, কাৰণ জ্ঞানী যমৰ দূত মৃত্যুৱে এওঁৰ প্ৰাণ পিতৃ পুৰুষৰ ওচৰলৈ লৈ গৈছে।।২৭।। পিতৃগণৰ মাজত সোমাই যিঁবিলাক ৰাক্ষসাদিয়ে জ্ঞাতিসকলৰ নিচিনা মুখেৰে সৈতে আহুতি নিদিয়া অন্ন ভক্ষণ

কৰি, পিণ্ডদাতা পুত্র-নাতিসকলৰ অনিষ্ট সাধন কৰি ইয়াত বিচৰণ কৰিছে, অগ্নিয়ে সিহঁতক এই যজ্ঞস্থানৰপৰা আঁতৰাই পঠাওক।।২৮।। এই যজ্ঞত আমাৰ পিতৃ-পিতামহসকলে প্ৰৱেশ কৰক, আমাৰ সুখ বৃদ্ধি কৰি আয়ুস বৃদ্ধি কৰক। অসংখ্য শৰতকাল জীৱিত থাকি আমি যেন তেওঁলোকক হৱনীয় দ্রব্যৰ দ্বাৰা পৰিচৰ্য্যা কৰিব পাৰোঁ।।২৯।। (হে প্রেত,) তোমাৰ উদ্দেশ্যে গাখীৰতী গাই আৰু গাখীৰত সিজোৱা অন্ন প্রদান কৰিছোঁ, যি লোকে ইহলোকত জীৱন ত্যাগ কৰিব, তুমি এই গাই আৰু অন্নেৰে তেওঁলোকক পোষণ কৰিবা।।৩০।। এই অশ্বাৱতী নদী তুমি আমাক পাৰ কৰোৱাঁ, এই নদী কল্যাণকৰ হওক। ভালুক থকা নতুন অৰণ্যও পাৰ হ'ম। তোমাক যি মানুহে বধ কৰিলে, সি বধৰ যোগ্য হওক আৰু ভোগৰ বস্তু নাপাওক।।৩১।। যম (সূৰ্যতকৈ) অধিক তেজস্বী, সূৰ্য নিকৃষ্ট। যমতকৈ শ্ৰেষ্ঠ মই কাকো দেখা নাই। মোৰ যজ্ঞ যমত প্রৱিষ্ট হওক। সূৰ্যই পৃথিৱী কিৰণেৰে ব্যাপ্ত কৰিছে।।৩২।। মৰণশীল মানুহৰপৰা দেৱতাসকলে অমৃতত্বপ্ৰাপক ৰূপ লুকুৱাই থ'লে। একে বৰ্ণৰ এক স্ত্রী সৃষ্টি কৰি তেওঁলোকে বিৱস্বান্ সূৰ্যক দিলে। অশ্বিনীকুমাৰ দুজনক যে ধাৰণ কৰিছিল, (অশ্বিনীৰূপী) সৰণ্যুৱে দুই অশ্বক এৰি আহিলে (জন্ম দি আহিলে)।।৩৩।। হে অগ্নি, যিসকলক মাটি খানি অন্ত্যেষ্টি সংস্কাৰ কৰা হৈছে, যাক কাঠৰ দৰে দূৰলৈ পেলোৱা হৈছে, যাক দাহ কৰা হৈছে, যাক পিতৃযাগ আদিৰ দ্বাৰা যথাস্থানত স্থিত কৰা হৈছে, এই সকলো ধৰণৰ পূৰ্বপুৰুষকে তুমি হৱিঃভক্ষণৰ কাৰণে ইয়ালৈ লৈ আহাঁ।।৩৪।। যিসকল অগ্নিদগ্ধ হৈছে, যিসকল অগ্নিদগ্ধ হোৱা নাই, সেই সকলো পিতৃপুৰুষ স্বধাৰ দ্বাৰা দ্যুলোকত তৃপ্ত হৈছে, হে অগ্নিদেৱ, তুমি তেওঁলোকক জানা। তেওঁলোকে আমাৰ এই স্বধাযুক্ত যজ্ঞ ভোগ কৰক।।৩৫।। হে অগ্নি, তুমি মৃদুভাবেৰে দাহ কৰাঁ, বৰকৈ তাপ নিদিবা, দেহাটো পুৰি নেপেলাবা। তোমাৰ শিখাসমূহ বনত থাকক, তোমক ৰস হৰণকাৰী তাপ পৃথিৱীত থাকক।।৩৬।। (যমে কৈছে—) এই ব্যক্তি মোৰ ওচৰলৈ আহিছে আৰু ইয়াত মোৰ মানুহ হৈছেহি। গতিকে তেওঁক এই স্থান প্রদান কৰিছোঁ। এই কথা জানি যমে (মৃতজনক) কৈছে, এওঁ মোৰ পৰিচৰ্যা কৰি থাকক।।৩৭।। এয়া আমি জোখ-মাখ কৰি দিছোঁ, যাতে অন্যে আয়াত শ্মশানকৰ্ম নকৰেহি। আমি যাতে শত শৰত পৰ্যন্ত ইয়ালৈ আহিব লগা নহয়।।৩৮।। (৩৯ ৰ পৰা ৪৫ মন্ত্ৰ পৰ্যন্ত প্ৰায় একে ধৰণৰ অৰ্থ)।।৩৯-৪৫।। প্ৰাণ, অপান, ব্যান, আয়ুস, চঁক্ষু, এইবিলাকেৰে সূৰ্যদৰ্শন কৰিবৰ কাৰণে আমি সদাই থাকোঁ যেন। (হে মৃত ব্যক্তি,) যমৰজাৰ শত্ৰুৰহিত পথেৰে তুমি পিতৃপুৰুষসকলৰ ওচৰলৈ যোৱাঁ।।৪৬।।যিসকল দ্রুতগামী আগত যোৱা পিতৃপুৰুষে নিঃসন্তান হৈও (সৎকৰ্মৰ দ্বাৰা) পাপ পৰিহাৰ কৰি ইহলোকৰ পৰা গৈছে তেওঁলোকে দ্যুলোক পাৰ হৈ তাৰ

উপৰিভাগত দীপ্তিমান ৰূপত উৎকৃষ্ট স্থান লাভ কৰিছে।।৪৭।। দ্যুলোকৰ তলৰ অংশ জলপূৰ্ণ (মেঘযুক্ত), মধ্যভাগ পীলুমতী (অৰ্থাৎ নক্ষত্ৰযুক্ত), তৃতীয়ভাগৰ নাম প্ৰদিৱ, তাতে পিতৃপুৰুষসকল থাকে।।৪৮।। যিসকল আমাৰ পিতৃৰ পিতৃ, যিসকল পিতৃৰ পিতামহে বিস্তীৰ্ণ অন্তৰীক্ষত প্ৰৱেশ কৰিলে, যিসকল এই পৃথিৱীত আৰু দ্যুলোকত আছে, সেই পিতৃপুৰুষসকলক নমস্কাৰ সহ উপাসনা কৰিছোঁ।।৪৯।। (হে মৃত,) এয়ে তোমাৰ, অন্য আৰু নাই। তুমি ইয়াৰপৰাই আকাশত সূৰ্য-দৰ্শন কৰি থাকিবা। হে পৃথিৱী, মাকে পুত্ৰক যেনেকৈ আঁচলেৰে ঢাকি থয়, তুমি সেইদৰে মৃতকক ঢাকি থোৱাঁ।।৫০।। (হে মৃতক,) এয়ে তোমাৰ, আৰু অন্য নাই। জৰা অৱস্থাত তুমি যি ভোজন কৰিছা, তাতকৈ আৰু অন্য বস্তু নাই। হে পৃথিৱী, পত্নীয়ে পতিক কাপোৰেৰে মেৰিয়াই ধৰাৰ দৰে তুমি এওঁক আচ্ছাদিত কৰাঁ।।৫১।। (হে মৃতক,) মই পৃথিৱী মাতৃৰ কল্যাণময় বস্ত্ৰেৰে তোমাক ঢাকি দিছোঁ, জীৱিতসকলৰ মাজত মই যেন কল্যাণে থাকোঁ। পিতৃগণৰ উদ্দেশ্যে অৰ্পিত 'স্বধা' তোমাৰ হওক।।৫২।। হে অগ্নি আৰু সোমদেৱতা, তোমালোক (পুণ্য লোকৰ) পথিকৃৎ। তোমালোকে দেৱতাসকলৰ কাৰণে ৰমণীয় মংগলময় লোক নিৰ্মাণ কৰিছা। যিখন লোকে গমনশীল পূষা দেৱক ধাৰণ কৰিছে, সেই লোকলৈ তোমালোকে এই মৃতকক সুগম পথেদি প্ৰেৰণ কৰাঁ।।৫৩।। যিজন জ্ঞানী, যাৰ পশু নেহেৰায়, যিজন ভুৱনৰ ৰক্ষক, সেই পূষাদেৱে তোমাক ইয়াৰপৰা লৈ যাওক। তোমাক অগ্নিয়ে পিতৃপুৰুষসকলক অপৰ্ণ কৰক আৰু সুন্দৰ ধনদাতা দেৱতাসকলক প্ৰদান কৰকগৈ।।৫৪।। সকলোৰে জীৱনস্বৰূপ আয়ুস নামৰ দেৱতাই তোমাক ৰক্ষা কৰক; সমুখৰ পথত পূষাদেৱে প্ৰথমতে তোমাক ৰক্ষা কৰক। য'ত সুকৰ্মকাৰীসকলে বাস কৰে, য'লৈ তেওঁলোকে গমন কৰে, সৱিতাদেৱে তোমাক তালৈ লৈ যাওক।।৫৫।। তোমাক পৰলোকলৈ বহন কৰি নিবৰ কাৰণে মই এই বলধ দুটা যুৰি দিছোঁ; তুমি তাৰে যমৰ সদন আৰু সমিতিলৈ গমন কৰাঁ।।৫৬।। তোমালৈ এই বস্ত্ৰ প্ৰথমে আগ বঢ়াইছোঁ; তুমি ইহলোকত আগতে যি বস্ত্ৰ পিন্ধিছিলা, এতিয়া তাক ত্যাগ কৰা। তুমি (যাগ-যজ্ঞাদি) যি ইষ্ট কৰ্ম আৰু (পুখুৰী, পথনিৰ্মাণাদি) যি স্মাৰ্তকৰ্ম সম্পন্ন কৰিছিলা, যিবিলাক কৰ্মত তুমি আত্মীয়সকলক বহু ধন প্ৰদান কৰিছিলা, সেই কৰ্মসমূহ লক্ষ্য কৰি যোৱাঁ (তুমি পৰলোকত তাৰ ফল লাভ কৰিব)।।৫৭।। তুমি গাইৰ অৱয়বৰ দ্বাৰা অগ্নিৰ পৰা ঢাক খাই থাকিব পৰা বৰ্ম ধাৰণ কৰাঁ; মেদ আৰু অন্য স্থুল অঙ্গৰ দ্বাৰা নিজকে আবৃত কৰি ৰাখাঁ। নহ'লে দুৰ্ধৰ্ষ অগ্নিয়ে বলপূৰ্বকভাৱে তোমাক দগ্ধ কৰিবৰ নিমিত্তে পেলাই ল'ব।।৫৮।। ব্ৰাহ্মণ মৃতকৰ হাতৰ পৰা বাঁহৰ দণ্ডডাল গ্ৰহণ কৰি মই শ্ৰুতি অধ্যয়নজনিত তেজ আৰু বলেৰে সম্পন্ন হৈছোঁ। হে প্ৰেত, তুমি ইয়াতে থাকাঁ।

আমি ইয়াত সুখী হৈ সমস্ত সংগ্ৰাম জয় কৰি হিংসুক শত্ৰুগণক পৰাস্ত কৰি থাকিম।।৫৯।। ক্ষত্ৰিয় মৃতকৰ হাতৰ পৰা এই ধনু গ্ৰহণ কৰি মই ক্ষত্ৰিয় তেজ আৰু বলেৰে সম্পন্ন হৈছোঁ; (হে মৃত ব্যক্তি,) আমাক পোষণ কৰিবৰ কাৰণে তুমি বহু ধন আহৰণ কৰাঁ আৰু তাৰ পিছত তুমি এই জীৱলোকলৈ ঘূৰি আহাঁ।।৬০।।

# তৃতীয় অনুৱাক

## তৃতীয় সূক্ত (৩)

(দেৱতা—যম, মন্ত্ৰত কোৱাসকল, অগ্নি, ভূমি, ইন্দু, জল। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, গায়ত্ৰী, অনুষ্টুপ্, জগতী, শক্বৰী, বৃহতী।)

এই নাৰীয়ে তেওঁৰ পতিৰ লোক বৰণ কৰি, হে মৰণশীল পৰলোকতগত (অৰ্থাৎ প্ৰেত), পুৰাতন ধৰ্ম অনুসৰণ কৰিবৰ উদ্দেশ্যে আহি তোমাৰ ওচৰত বৈছেহি। তুমি ইয়াত তেওঁৰ কাৰণে সন্তান আৰু সম্পত্তি বিধান কৰাঁ।।১।। হে নাৰী, তুমি জীৱিতসকলৰ জগতলৈ (ইয়াৰ পৰা) উঠি যোৱাঁ; তুমি এই মৃতব্যক্তিৰ কাষত বহি আছা। তোমাৰ পাণিগ্ৰহণ কৰা পতিৰ (পুত্ৰকন্যাদি ৰূপত) পুনৰুৎপত্তি হৈছে।।২।। এই যুৱতীক (গাইএজনীক) জীৱিত অৱস্থাত মৃতকৰ ওচৰলৈ লৈ যোৱা দেখিছোঁ। তাই গভীৰ (অজ্ঞান) অন্ধকাৰৰ দ্বাৰা আচ্ছন্ন; গতিকে মই তাইক আগৰপৰা টানি লৈ আহোঁ।।৩।। হে অবধ্যা গাই, তুমি জীৱলোকৰ কথা জানি দেৱতাসকলৰ পথ অনুসৰণ কৰি তোমাৰ এই পালকজনৰ সেৱা কৰাঁ; তেওঁক স্বৰ্গলোকত আৰোহণ কৰোৱাঁ।।৪।। (নদীৰ বুকুত গজা মাটিৰ লগত সম্পৰ্কৰহিত শেলুৰৈজাতীয়) অৱকা আৰু (পাৰত সজা) খাগৰীবনত ৰক্ষণ (সমৰ্থ সাৰ অংশ আছে।) হে অগ্নি, তুমি জলৰ পিত্তৰূপ; অৱকা আৰু খাগৰীবনেৰে তোমাক শান্ত কৰিছোঁ।।৫।। হে অগ্নি, তুমি যাক দগ্ধ কৰিলা, তেওঁক পুনৰ নিৰ্বাপিত কৰাঁ। এই দহনস্থানত ক্যাম্বু, দুবৰিবন শাখা প্ৰশাখা আৰু শিপাৰে বিস্তাৰিত হৈ গজি উঠক।।৬।। (হে প্ৰেত,) এই অগ্নি তোমাৰ এক জ্যোতি; এই বায়ু দ্বিতীয় আৰু তৃতীয় হৈছে তোমাৰ জ্যোতিৰ্ময় আত্মা। তুমি এই দেৱশৰীৰৰ দ্বাৰা দেৱগণৰ পৰম ধামত সুন্দৰ ৰূপত প্ৰিয়পাত্ৰ হৈ থাকাঁ।।৭।। তুমি উঠাঁ; গমন কৰাঁ, দ্ৰুতগতিত যোৱাঁ; অন্তৰীক্ষলোকত তোমাৰ কাৰণে বাসস্থান প্ৰস্তুত কৰাঁ। তাত তুমি পিতৃগণৰ সৈতে একমত হৈ সোম সহিত স্বধা গ্ৰহণ কৰি তৃপ্ত হোৱাঁ।।৮।। এই ঠাইৰ পৰা আঁতৰি যোৱাঁ; তোমাৰ অংগ-প্ৰত্যংগসমূহ গোটাই লোৱাঁ। তোমাৰ অংগসমূহ আৰু মাজৰ গাটো যাতে এৰি থৈ যোৱা নহয়।

তোমাৰ মন যি লোকত প্ৰৱিষ্ট হৈছেগৈ, তুমি তালৈকে যোৱাঁ। এই ভূমিলোকত য'তে তুমি ভাল পোৱা তালৈকে যোৱাঁ।।৯।। সোমপায়ী পিতৃগণে (যজমান) মোক তেজস্বী কৰক; দেৱতাসকলে মধু আৰু ঘৃতেৰে সমৃদ্ধ কৰক; দীঘকাল দৰ্শন কৰিবৰ কাৰণে মোক পাৰ কৰাই নিয়ক; বৃদ্ধকাল পৰ্যন্ত জৰা অৱস্থালৈকে মোক বৰ্দ্ধিত কৰি ৰাখক।।১০।। অগ্নিয়ে মোক তেজঃসমৃদ্ধ কৰক; বিষ্ণুৱে মোৰ মুখ মেধাযুক্ত কৰক; বিশ্বদেৱগণে মোক সুখকৰ ধন প্ৰদান কৰক; জলসমূহে পৱিত্ৰকাৰী গুণেৰে মোক শুচি কৰক।।১১।। মিত্ৰ বৰুণে মোক (বস্ত্ৰাদি) পৰিধান কৰাওক; অদিতিৰ পুত্ৰগণে মোক সুশব্দৰ সৈতে বৃদ্ধি কৰক; ইন্দ্ৰই মোৰ হাত তেজস্বী কৰক; সৱিতাদেৱে মোক বৃদ্ধকাল পৰ্যন্ত জীৱিত ৰাখক।।১২।। মৰণশীল মনুষ্যগণৰ ভিতৰত যি প্ৰথম মৃত্যু বৰণ কৰিছিল, যি সৰ্বপ্ৰথম পৰলোকলৈ গতি কৰিছিল, সেই বৈৱস্বত যম সকলো লোকৰে প্ৰাপ্তিস্থল। সেই যমৰজাক হবিৰ দ্বাৰা পূজা কৰাঁ।।১৩।। হে পিতৃগণ, তোমালোক এতিয়া যোৱাঁগৈ; আকৌ আহিবা। এই যজ্ঞ তোমাৰ কাৰণে মধুৰে সম্পৃক্ত কৰি থোৱা হৈছে। আমাক ইয়াত কল্যাণকৰ ধন-সম্পদত পুত্ৰাদি সমন্বিতে স্থাপন কৰাঁ।।১৪।। কণ্ব, কক্ষীবান, পুৰুমীঢ়, অগস্ত্য, শ্যাবাশ্ব, সোভৰী, অৰ্চনানা, বিশ্বামিত্ৰ, জমদগ্নি, অত্ৰি, কশ্যপ আৰু বামদেৱে আমাক ৰক্ষা কৰক।।১৫।। হে বিশ্বামিত্ৰ, জমদগ্নি, বশিষ্ঠ, ভৰদ্বাজ, গোতম, বামদেৱ, তোমালোকে আমাক সুখদান কৰাঁ। অত্ৰিয়ে আমাৰ ঘৰ ৰক্ষা কৰক। আমাৰ দ্বাৰা সুস্তুত, হে পিতৃগণ, আমাৰ প্ৰতি প্ৰসন্ন হোৱাঁ।।১৬।। (দাহ কৰা ঠাইত আপোন মানুহৰ মৃত্যুজনিত দুখ আৰু শ স্পৰ্শজনিত পাপ) মাৰ্জন কৰি আমি দীৰ্ঘজীৱন লাভ কৰিম। সন্তানাদিৰ সৈতে ধনেৰে আপ্যায়িত হৈ আমি ঘৰত সুগন্ধযুক্ত হৈ থাকিম।।১৭।। (সোমযাগৰ আৰম্ভণিতে যজমানক ঋত্বিকে) অঞ্জন সানে, পৃথক ৰূপত অঞ্জনেৰে সংস্কাৰ কৰে, যজ্ঞ কৰিবলৈ সংকল্প কৰাই মধুৰ নৱনীতেৰে শৰীৰ লিপ্ত কৰে। স্যন্দনশীল সমুদ্ৰৰ উচ্ছ্বাসত উঠি অহা, অমৃতময় কিৰণত অভিষিক্ত, নিজ কিৰণেৰে প্ৰকাৰ কৰা (চন্দ্ৰ ৰূপ) সোমক হিৰণ্যপাণি ঋত্বিকসকলে স্থালীত গ্ৰহণ কৰিছে।।১৮।। হে পিতৃগণ, তোমালোকৰ প্ৰীতিসাধক সোমযোগ্য যি ধন আছে, সেই ধনৰ সৈতে আমাৰ লগত মিলিত হোৱাঁ; তোমালোক নিজৰ যশেৰে যশস্বী। তোমালোক গমনশীল, ক্ৰান্তদৰ্শী, সুপ্ৰজ্ঞাযুক্ত; তোমালোক আমাৰ আহ্বান শুনি যজ্ঞলৈ আহাঁ।।১৯।। যিসকল অত্ৰি, অঙ্গিৰা আৰু নৱগ্বা, যাগকৰ্তা, ধনদাতা, দক্ষিণাৰে সমৃদ্ধ, পুণ্যকৰ্মা, সেইসকলে আহি এই মেলি থোৱা কুশবনত বহি তৃপ্তি লাভ কৰাঁহি।।২০।। হে অগ্নি, যিদৰে আমাৰ পূৰ্বতন শ্ৰেষ্ঠ পিতৃপিতামহসকলে (অথবা পিতৃতুল্য অঙ্গিৰাগণে) সদায় যজ্ঞত ৰত

হৈ তেজস্বিতা লাভ কৰিছিল, তেওঁলোকে উক্‌থমন্ত্ৰ উচ্চাৰণ কৰি অন্ধকাৰ নাশি গাইসমূহ উদ্ধাৰ কৰিছিল (অথবা অৰুণ কিৰণ প্ৰকাশ কৰিছিল,) সেইদৰে সৎকৰ্মকাৰী, দীপ্তিমান, দেৱতাসকলক কামনা কৰা স্তোতাগণে লোহাৰদৰে নিজৰ জন্ম পৰিস্কাৰ কৰিছে। তেওঁলোক অগ্নিক প্ৰজ্বলিত কৰি আৰু ইন্দ্ৰক প্ৰবৃদ্ধ কৰি চাৰিওফালে গাইসমূহৰ সৈতে উপবেশন কৰিছে।।২২।। হে অগ্নি, (তুমি দাহ কৰাত) উগ্ৰ তেজস্বী হোৱা এই যজমানে শব্দ কৰি থকা পশুৰ জাকত নিজৰ গাই আদি গিৰিহঁতে চিনি পোৱাৰ দৰে দেৱতাসকলৰ আৱিৰ্ভাৱৰ কথা জানে; মানুহে উৰ্বশীগণকলাভ কৰিব পাৰে আৰু আগন্তুক সন্তানৰ বৃদ্ধি সাধন কৰিব পাৰে।।২৩।। হে অগ্নি, আমি তোমাৰ উদ্দেশ্যে যজ্ঞ কৰিম; আমি সুন্দৰ কৰ্ম সম্পাদন কৰিম; প্ৰকাশকাৰী উষাই আমাৰ যাগাদি কৰ্ম আলোকিত কৰিব। দেৱতাসকলে ৰক্ষা কৰা কৰ্মসমূহ কল্যাণকৰ হয়। আমি সুপুত্ৰাদি সহিত যজ্ঞত মহৎ স্তোত্ৰ উচ্চাৰণ কৰিম।।২৪।। ইন্দ্ৰই মৰুৎগণৰ সৈতে মোক ভূমিৰ দাতা আৰু গ্ৰহীতা স্বৰ্গত ৰক্ষিত হোৱাৰ নিচিনাকৈ পূৰ্বদিশৰ পৰা ৰক্ষা কৰক। পুণ্যলোকৰ পথনিৰ্দেশক যিসকল, দেৱগণৰ হবিৰ ভাগ পাওঁতা এই (পিতৃমেধ) কৰ্মত উপস্থিত আছা, সেইসকলক আমি যজন কৰিছোঁ।।২৫।। ভমিৰ দাতা আৰু গ্ৰহীতা স্বৰ্গত ৰক্ষিত হৈ থকাৰ দৰে ধাতাই মোক নিৰ্ঋতিৰ দক্ষিণ দিশৰপৰা ৰক্ষা কৰক। পুণ্যলোকৰ ইত্যাদি (বাক্য আগৰ মন্ত্ৰৰ দৰে ৩১ মন্ত্ৰ পৰ্যন্ত যোগ কৰি যাব)।।২৬।। ভূমিৰ দাতা.......থকাৰ দৰে অদিতি আৰু আদিত্যগণে মোক পশ্চিম দিশৰপৰা ৰক্ষা কৰক। পুণ্যলোকৰ ইত্যাদি (পূৰ্ববৎ)।।২৭।। ভূমিৰ থকাৰ দৰে সোম আৰু বিশ্বদেৱগণে মোক উত্তৰ দিশৰপৰা ৰক্ষা কৰক। পুণ্যলোকৰ ইত্যাদি (পূৰ্ববৎ)।।২৮।। সবিতাই আকাশত প্ৰভা ধাৰণ কৰি থকাৰ দৰে ধাৰক দেৱতা ধৰ্তাই তোমাক ওপৰত ধাৰণ কৰি থাকক। পুণ্যলোকৰ ইত্যাদি (পূৰ্ববৎ)।।২৯।। ভূমিৰ দাতা আৰু গ্ৰহীতা ৰক্ষিত হোৱাৰ দৰে তোমাক দেৱতাসকলে ৰক্ষা কৰক। (হে প্ৰেত) দহনস্থানৰ পৰা পূবফালে কম্বলেৰে গা ঢাকি মই তোমাক (পিতৃগণৰ তৃপ্তিদায়ক) স্বধাত স্থাপন কৰিছোঁ। পুণ্যলোকৰ ইত্যাদি (পূৰ্ববৎ)।।৩০।। দক্ষিণ দিশে মই কম্বলেৰে গা ঢাকি তোমাক স্বধাত স্থাপন কৰিছোঁ। ভূমিৰ দাতা আৰু গ্ৰহীতা ৰক্ষিত হোৱাৰ দৰে তুমি ৰক্ষিত হোৱাঁ। পুণ্যলোকৰ ইত্যাদি (পূৰ্ববৎ)।।৩১।। পশ্চিম দিশে মই ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে ৩৫ মন্ত্ৰ পৰ্যন্ত যোগ দি ল'ব)।।৩২।। উত্তৰ দিশে মই ইত্যাদি।।৩৩।। ধ্ৰুবাদিশত মই ইত্যাদি।।৩৪।। উৰ্ধ্বদিশে মই ইত্যাদি।।৩৫।। (হে অগ্নি,) তুমি ধাৰণকাৰী, ধাৰণ কৰি আছা; তুমি ঋষভস্বৰূপ।।৩৬।। তুমি জলৰ পূৰক মধু পূৰণ কৰি আছা; প্ৰাণবায়ুৰে পূৰণ কৰি আছা।।৩৭।। (হে হৱিৰ্ধান নামৰ শকটদ্বয়,) তোমালোকে মোক সৌ তাত আৰু ইয়াত ৰক্ষা কৰি থাকিবা। যমজ

সন্তানৰ দৰে তোমালোক একে কাৰ্যত প্ৰবৃত্ত হৈ কাম কৰাঁ। দেৱত্বকামী মানুহে তোমালোকক আহ্বান কৰি আনিছে। তোমালোকে এইদৰে জানি নিজ ঠাইত উপবেশন কৰাঁ।।৩৮।। আমাৰ সোমৰ উদ্দেশ্যে তোমালোক সুস্থিৰ হৈ থাকাঁ। মই তোমালোকক নমস্কাৰৰ সৈতে চিৰন্তন স্তুতি কৰিছোঁ। বিদ্বানসকল ধৰ্মপথে যোৱাৰ দৰে স্তুতিসমূহ তোমালোকৰ ওচৰলৈ যাওক। সমস্ত অমৰগণে এই স্তুতি শ্ৰৱণ কৰক।।৩৯।। (অনুস্তৰণী নামৰ গাইৰ) এই ৰূপে দ্যুলোকৰ তিনি স্থানত আৰোহণ কৰিছে; কৰ্মৰ দ্বাৰা এওঁ চতুষ্পদীক অনুবৰ্তন কৰিছে। এওঁ অক্ষৰ (অবিনশ্বৰ) আত্মস্বৰূপৰ দ্বাৰা অৰ্চনীয় পুণ্যফল লাভ কৰে; ঋতৰ উৎপত্তি স্থানত পৱিত্ৰ হৈ অৱস্থান কৰে।।৪০।। (সৃষ্টিকৰ্তাই) দেৱগণৰ কাৰণে কি মৃত্যু বিধান কৰিছিল? প্ৰজাসমূহৰ কাৰণে অমৰত্বৰ বিধান কৰা নাছিল নে? ঋষিৰূপে বৃহস্পতিয়ে যজ্ঞ বিস্তাৰিত কৰিলে। (বৃহস্পতিৰ) প্ৰিয় প্ৰাণ যমে অপহৰণ কৰিছিল।।৪১।। হে জাতবেদা অগ্নি, তুমি আমাৰ দ্বাৰা স্তুত হৈ সুগন্ধি কৰি আমাৰ আহুত দ্ৰব্য দেৱতাসকললৈ লৈ যোৱা; পিতৃগণক নি প্ৰদান কৰা; তেওঁলোকে তাক ভোজন কৰে। হে দেৱ, তুমিও আমি প্ৰদান কৰা হৱিঃ ভক্ষণ কৰাঁ।।৪২।। হে পিতৃগণ, তোমালোকে অৰুণবৰ্ণৰ মাতৃগণৰ কোলাত বহি তোমালোকৰ উপাসক মনুষ্যগণক ধন দান কৰাঁ। পুত্ৰ (আমাক) সেই ধন প্ৰদান কৰাঁ; এই যজ্ঞকৰ্মত উৎসাহিত কৰাঁ।।৪৩।। হে অগ্নিৰ দ্বাৰা স্বাদিত পিতৃগণ, ইয়ালৈ আহাঁ; হে সুফলদাতাসকল, তোমালোক নিজ নিজ স্থানত বহাঁহি। ইয়াত কুশৰ ওপৰত মেলি থোৱা হৱনীয় দ্ৰব্যসমূহ ভক্ষণ কৰাঁ আৰু আমাক ধন আৰু পুত্ৰাদি জন প্ৰদান কৰাঁ।।৪৪।। আমাৰ দ্বাৰা আহুত হৈ সোমৰ যোগ্য পিতৃগণ কুশবনৰ ওপৰত থোৱা তেওঁলোকৰ প্ৰিয় দ্ৰব্যসমূহ গ্ৰহণ কৰিবলৈ আহক। তেওঁলোক আহক, আমাৰ মন্ত্ৰ শ্ৰৱণ কৰক, আমাৰ প্ৰতি অনুগ্ৰহবচন বোলক আৰু আমাক ৰক্ষা কৰক।।৪৫।। যিসকল আমাৰ পিতৃৰ পিতৃ, যিসকল পিতৃৰ পিতামহ অধিক ধনবান আৰু যিসকলে সোমপান আত্মসাৎ কৰে, সেই কামনাকাৰী পিতৃগণৰ সৈতে তৃপ্ত হোৱা যমে সুখপূৰ্বক হৱনীয় দ্ৰব্য ভোজন কৰক।।৪৬।। হে অগ্নি, যিসকল দেৱকাৰ্যত যত্নপৰ, হোম সম্পৰ্কে বিজ্ঞ, অৰ্চনীয় স্তোত্ৰ ৰচয়িতা, পিপাসাতুৰ পিতৃ, সেই দেৱতা-বন্দনাকাৰী, সত্যস্বৰূপ, ক্ৰান্তদৰ্শী, সোমযাগী পিতৃগণৰ সৈতে তুমি অজস্ৰ ধন লৈ ইয়ালৈ আহাঁ।।৪৭।। যি পিতৃগণ সত্যসন্ধ, হৱিৰ্ভোক্তা, সোমপায়ী, দেৱতাসকলৰ সৈতে একেলগে যিসকলে বলশালী ইন্দ্ৰৰ লগত একেখন ৰথত বিৰাজ কৰি আছে, হে অগ্নি, তুমি সেই সুবিজ্ঞ ক্ৰান্তদৰ্শী সোমযজ্ঞত অৱস্থান কৰা শ্ৰেষ্ঠ পূৰ্ব পুৰুষসকলৰ সৈতে ইয়ালৈ আহাঁ।।৪৮।। (হে প্ৰেত,) তুমি মঙ্গলময়ী, সুবিস্তৃত, পৃথিৱী মাতৃৰ ওচৰলৈ যোৱাঁ।

এই পৃথিৱী দক্ষিণাকাৰীসকলৰ কাৰণে এখনি ঊনী কম্বলৰ দৰে সুখদায়ক। পৃথিৱীয়ে তোমাক পূবদিশৰ পথত ৰক্ষা কৰক।।৪৯।। হে পৃথিৱীমাতৃ, তুমি পুলকিত হোৱাঁ; (এওঁৰ প্ৰতি কঠোৰ নহ'বা; এওঁৰ কাৰণে সহজপ্ৰাপ্য আৰু সহগম্য হোৱাঁ। মাকে পুতেকক আঁচলেৰে ঢাকি ৰখাখ দৰে তুমি এওঁক ঢাকি ৰাখাঁ।।৫০।। পুলকিত শৰীৰেৰে পৃথিৱীয়ে (ঢিপ বান্ধি) সুখেৰে অৱস্থান কৰক; হাজাৰ বিজাৰ ওষধি পৰস্পৰে সংযুক্ত হৈ ইয়াৰ ওপৰত গজি থাকক। সেই ঘৃতস্ৰাৱী ঘৰৰ তলত এওঁ চিৰদিন সুখেৰে বাস কৰি থাকক।।৫১।। (হে পৰলোকগত ব্যক্তি,) তোমাৰ নিমিত্তে পৃথিৱী (মাটি) ওপৰলৈ তুলিছোঁ; এটুকুৰা শিল দি থৈছোঁ; মোৰ যেন একো অনিষ্ট নহয়। এই খুঁটিটো পিতৃগণে তোমাৰ কাৰণে ধৰি ৰাখিব। যমে তাতে তোমাৰ কাৰণে বাসস্থান দিয়ক।।৫২।। হে অগ্নি, এই চমসপাত্ৰ তুমি থৰক্-বৰক্ কৰি নিদিবা। এই চমস দেৱতাসকলৰ আৰু সোমপায়ী পিতৃগণৰ অতি প্ৰিয়। দেৱতাসকলে য'ত সোমপান কৰে, সেই চমসত দেৱগণ তৃপ্ত হওক।।৫৩।। অথৰ্বা ঋষিয়ে যি চমস যজ্ঞক্ৰিয়াযুক্ত ইন্দ্ৰৰ উদ্দেশ্যে হৱনীয় দ্ৰব্যেৰে পূৰ্ণ কৰি ধাৰণ কৰিছিল, সেই চমসত ঋত্বিক্‌গণে হুতাৱশিষ্ট হৱিঃ ভক্ষণ কৰে; সেই চমসত সদায় সোমৰস নিগৰি থাকে।।৫৪।। (হে মৃত,) তোমাৰ যি অংগ কৃষ্ণবৰ্ণৰ (কাউৰী) পক্ষীয়ে খুঁটিয়াইছে অথবা পৰুৱা, সাপ বা শ্বাপদে ভক্ষণ কৰিছে, সৰ্বভক্ষী অগ্নিয়ে তাক সুস্থ কৰি তোলক আৰু স্তোতাসকলৰ শৰীৰত প্ৰৱেশকাৰী সোমেও সেই অংগসমূহ আৰোগ্য কৰক।।৫৫।। ওষধিসমূহ মোৰ কাৰণে সাৰযুক্ত হওক; মোৰ শৰীৰৰ বল সাৰযুক্ত হওক; জলৰ সাৰভূত অংশৰ যিখিনি শ্ৰেষ্ঠ, তাৰে মই যেন দীপ্তিমান হওঁ।।৫৬।। এই নাৰীসকল অবিধৱা হৈ মনোমত পতি লাভ কৰি, অঞ্জনলিপ্ত হৈ ঘৃতেৰে সৈতে গৃহত প্ৰৱেশ কৰক। এওঁলোকে চকুপানী নেপেলোৱাকৈ, নিৰোগী হৈ ধন-ৰত্ন সহিত মিলন-শয্যাত আগতে আৰোহণ কৰক।।৫৭।। (হে প্ৰেত) তুমি পিতৃপুৰুষসকলৰ লগত মিলিত হোৱাঁ; যমৰ লগত মিলিত হোৱাঁ আৰু পৰম ধামত তোমাৰ ইষ্টাপূৰ্ত কৰ্মফলৰ লগত যুক্ত হোৱাঁ। পাপ পৰিহাৰ কৰি পুনৰ অস্তনামৰ গৃহত প্ৰৱেশ কৰাঁ আৰু অতিশয় দীপ্তিমান শৰীৰ লাভ কৰাঁ।।৫৮।। যিসকল আমাৰ পিতৃৰ পিতৃ, যিসকল তেওঁৰ পিতামহ, যিসকলে অন্তৰীক্ষত প্ৰৱেশ কৰিছে, স্বৰাট্ অসুনীতি নামৰ দেৱতাই আমাৰ অভিলাষমতে তেওঁলোকৰ শৰীৰ আজি পুনৰ প্ৰস্তুত কৰক।।৫৯।। (হে প্ৰেত,) তোমাৰ কাৰণে নিয়ৰ সুখকৰ হওক; তোমাৰ কাৰণে সুখকৰ হৈ কুঁৱলী পৰক। হে শীতিকা (শীতকৰ ওষধি), শীতিকাযুক্ত পৃথিৱী, আনন্দদায়ক ঔষধিযুক্তা আনন্দদায়িকা পৃথিৱী, মণ্ডুকপৰ্ণা নামৰ ঔষধিৰে এই দগ্ধ মানুহজনৰ কাৰণে মংগলকৰ

হওক; এই অগ্নি প্ৰশমিত হওক।।৬০।। জীৱদানু (জীৱনৰ কৰ্তা), সুদানু (সুদাতা), সুত্ৰামা (সুত্ৰাত দেৱতা) বিৱস্বানে আমাক অভয় দান কৰক। ইহলোকত আমাৰ পুত্ৰাদি বহুত হওক; সেইদৰে মই গৰু-ঘোঁৰাৰে সমৃদ্ধিও যেন লাভ কৰোঁ।।৬১।। বিৱস্বানে (অৰ্থাৎ সূৰ্যই) আমাক অমৃতত্বত স্থাপন কৰক; মৃত্যু আঁতৰি যাওক, আমালৈ অমৰত্ব আহক। জৰাকাল পৰ্যন্ত এই পুত্ৰাদিসকলক ৰক্ষা কৰক; এওঁলোকৰ প্ৰাণ যেন যমৰ ওচৰলৈ নাযায়।।৬২।। ক্ৰান্তদৰ্শী, শ্ৰেষ্ঠমতি যি যমে স্বমহিমাৰে স্তোতা পিতৃপুৰুষসকলক অন্তৰিক্ষত স্থাপন কৰিছে, হে সৰ্বজনৰ মিত্ৰ ব্ৰাহ্মণগণ, তেওঁক হবিসমূহৰ দ্বাৰা অৰ্চনা কৰাঁ। সেই যমে আমাক দীৰ্ঘজীৱনৰ কাৰণে ধাৰণ কৰক।।৬৩।। হে ঋষিগণ, স্বৰ্গলোকত আৰোহণ কৰাঁ, ভয় নকৰিবা। নিজে সোমপান কৰা আৰু অন্য যজমানকো সোমপান কৰোৱা তোমালোকৰ উদ্দেশ্যে এই হবিঃ প্ৰদান কৰা হৈছে। আমি তাৰ দ্বাৰা উত্তম জ্যোতিলোকলৈ গতি কৰিছোঁ।।৬৪।। বৃহৎ কেতুৰে সৈতে অগ্নি যাব লাগিছে। দ্যুলোক-ভূলোকক লক্ষ্য কৰি এই বৃষভে শব্দ কৰিছে। মোৰ ওচৰত আকাশলৈকে এই অগ্নি ব্যাপ্ত হৈছে। তাৰ পিছত জলৰ কোলাত এই মহিষ বৃদ্ধিপ্ৰাপ্ত হৈছে।।৬৫।। (হে প্ৰেত,) দুঃখৰহিত স্বৰ্গলৈ যোৱা তোমাক মনে মনে কামনা কৰা মানুহে হিৰণ্ময় ডেউকাৰে বৰুণৰ দূতৰূপে আৰু যমৰ ঘৰৰ পক্ষীৰূপে দৰ্শন কৰে।।৬৬।। হে ইন্দ্ৰ, পিতৃয়ে পুত্ৰলৈ অনাৰদৰে তুমি আমালৈ কৰ্মৰ ফল লৈ আহাঁ। হে পুৰুহুত, আমাক সংসাৰ যাত্ৰাৰ শিক্ষা দিয়াঁ। আমি যেন দীৰ্ঘজীৱী হৈ পৰম জ্যোতি লাভ কৰিব পাৰোঁ।।৬৭।। (হে প্ৰেত) তোমাৰ কাৰণে যি পিঠাৰে ঢাক খাই থকা ঘৃত-মধুৰে ভৰা পাত্ৰ দেৱতাসকলে ধৰি আছে, সেইবিলাক তোমাৰ কাৰণে স্বধাময় হওক।।৬০।। তোমাৰ উদ্দেশ্যে তিলমিশ্ৰিত, স্বধাযুক্ত, যি যৱধান অৰ্পণ কৰিছোঁ, সেয়া তোমাৰ কাৰণে প্ৰভূতভাবে প্ৰাচুৰ্যপূৰ্ণ হওক; যম ৰজাই তাক তোমাৰ ভোগৰ নিমিত্তে অনুমোদন কৰক।।৬৯।। হে বনস্পতি তোমাৰ গহ্বৰত (অস্থিৰূপে) যিজনক ভৰাই থৈছিলোঁ, তুমি আমাক ঘূৰাই দিয়াঁ, যাতে তেওঁ যমৰ সদনত (নিজৰ যজ্ঞস্বম্বন্ধীয়) কথা প্ৰকাশ কৰিবগৈ পাৰে।।৭০।। হে জাতবেদা, আৰম্ভ কৰাঁ; তোমাৰ ৰস হৰণকাৰী শক্তি তেজস্বী হওক। এওঁৰ শৰীৰ দাহ কৰাঁ আৰু তাৰ পিছত এওঁক পুণ্যৱানসকলৰ লোকত প্ৰতিষ্ঠিত কৰাঁ।।৭১।। তোমাৰ যিসকল পিতৃপুৰুষ আগতে গৈছে; পিছতো যিসকল গৈছে, সেই পিতৃগণৰ কাৰণে শত ধাৰাৰে ঘৃতৰ নদী উপচি বৈ থাকক।।৭২।। (হে মৃত) শক্তিসম্পন্ন বৈ তুমি সৌ অন্তৰীক্ষত আৰোহণ কৰাঁ। তোমাৰ জ্ঞাতিসকলে ইয়াত সুখেৰে বাস কৰি থাকক। আত্মীয়সকলৰ মাজৰ পৰা পৰলোকলৈ আৰোহণ কৰি তুমি অন্তৰীক্ষত থকা পিতৃগণৰ মুখ্য লোক যেন ত্যাগ নকৰা।।৭৩।।

# চতুর্থ অনুৱাক

## চতুর্থ সূক্ত (৪)

(দেৱতা—যম, মন্ত্ৰত উক্তসকল, পিতৃগণ, অগ্নি, চন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, জগতী, শক্কৰী, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী, পংক্তি উষ্ণিক্।)

হে জাতৱেদা অগ্নিসকল, তোমালোকে জন্মদাত্ৰী অৰণিত আৰোহণ কৰাঁ; আমি তোমালোকক পিতৃযান পথেৰে তাত আৰোপ কৰিছোঁ। হব্যবাহক অগ্নিয়ে হৱনীয় দ্ৰব্য বহন কৰি নিয়ক। হে অগ্নিসকল, পৰস্পৰ মিলিত হৈ তোমালোকে এই যজ্ঞকৰ্তাক (মৃতব্যক্তিক) পুণ্যলোকত স্থাপন কৰাঁ।।১।। দেৱতাসকলে আৰু ঋতুসমূহে যজ্ঞ-বিস্তাৰ কৰিছে। হৱনীয় দ্ৰব্য, পুৰুডাশ, স্ৰুচ আৰু আৱশ্যকীয় অস্ত্ৰসমূহৰ নিৰ্মাতা (হে অগ্নি,) তুমি দেৱযান পথেৰে যোৱাঁ। সেই পথেৰে যজ্ঞকৰ্তাসকল স্বৰ্গলোকলৈ যায়।।২।। (হে প্ৰেত) সত্যৰ পথ ভালকৈ চাই লোৱাঁ; অঙ্গিৰাবংশীয়সকল যি পথেৰে স্বৰ্গলৈ গৈছিল, তুমি সেই পথে যোৱাঁ। য'ত আদিত্যগণে মধুভক্ষণ কৰে, তুমি সেই দুখৰহিত তৃতীয় স্থানত প্ৰতিষ্ঠিত হোৱাঁ।।৩।। তিনি সুপৰ্ণ (অগ্নি, সূৰ্য আৰু সোম) দুখৰহিত স্বৰ্গপৃষ্ঠত আৰু শব্দকাৰী বায়ু তথা পৰ্জন্য অন্তৰীক্ষত অধিষ্ঠিত; স্বৰ্গলোক অমৃতেৰে পৰিপূৰ্ণ। সেই লোকসমূহে এই মৃত যজমানৰ উদ্দেশ্যে বাঞ্ছিত ফল প্ৰদান কৰক।।৪।। জুহুৱে (যজ্ঞৰ হেতা) দ্যুলোক ধাৰণ কৰিছে; উপভৃতে (পাত্ৰবিশেষ) অন্তৰীক্ষক আৰু ধ্ৰুবা স্ৰুকে হেতা) পৃথিৱীক ধাৰণ কৰি আছে। এই পৃথিৱীক লক্ষ্য কৰি ওপৰত থকা সুখময় স্বৰ্গ লোকসমূহে এই (মৃত) যজমানৰ উদ্দেশ্যে বাঞ্ছিত ফল বৰ্ষণ কৰক।।৫।। হে ধ্ৰুবা স্ৰুক, তুমি সমস্ত ভোজ্যৰ অধিষ্ঠান পৃথিৱীত আৰোহণ কৰাঁ। হে উপভৃৎ, তুমি অন্তৰীক্ষত আৰোহণ কৰাঁ। হে জুহু, তুমি যজমানৰ লগত দ্যুলোকলৈ যোৱাঁ; (হে যজমান,) তুমি বৎসসদৃশ স্ৰুৱাৰ দ্বাৰা দশোদিশে বাঞ্ছিত ফল দোহন কৰাঁ।।৬।। মহান আপদৰপৰা উদ্ধাৰকৰ্তা, এইবুলি যজ্ঞ কৰোঁতাসকল সৎকৰ্ম কৰি যি পথেদি যায়, সেই পথ অনুসৰণ কৰা যজমানৰ উদ্দেশ্যে দিক্‌সমূহে আৰু ভূতগণে পুণ্যলোক প্ৰদান কৰক।।৭।। পূৰ্বদিশত অৱস্থিত (আহৱনীয়) অগ্নি অঙ্গিৰাসকলৰ, আদিত্যগণৰ অয়নৰ অগ্নি, গাৰ্হপত্য আৰু দক্ষিণসকলৰ অয়ন দক্ষিণাগ্নি। (হে প্ৰেত) এই মন্ত্ৰৰ দ্বাৰা নিৰ্মিত পৃথক্ পৃথক্ স্থানত স্থাপিত অগ্নিৰ মহিমাৰ সমীপলৈ পূৰ্ণাৱয়ৱ তুমি আগবাঢ়ি যোৱাঁ।।৮।। সমুখত থকা আহৱনীয় অগ্নিয়ে তোমাক পুবদিশত তাপ দিয়ক; গাৰ্হপত্য অগ্নিয়ে তোমাক পিছফালে দাহ কৰক; দক্ষিণাগ্নিয়ে সুখপূৰ্বক তোমাক বৰ্মৰ দৰে (আচ্ছাদিত কৰি) তাপ দিয়ক। হে অগ্নি, উত্তৰ, মধ্য, অন্তৰীক্ষ আৰু অন্য দিশসমূহত এওঁক ভয়ানক বস্তুৰপৰা ৰক্ষা কৰাঁ।।৯।। হে অগ্নি, তোমালোকৰ কল্যাণকৰ তনুসমূহৰ দ্বাৰা এই যাগকৰ্তাক

স্বৰ্গত প্ৰতিষ্ঠিত কৰাঁ। দেৱতাৰ ৰথ বহনকাৰী অশ্ব হৈ এওঁক স্বৰ্গলৈ লৈ যোৱাঁ। তাত এওঁ দেৱতাসকলৰ সৈতে একেলগ হৈ আনন্দ ভোগ কৰিব।।১০।। হে অগ্নি, এওঁক পিছফালৰপৰা সুখপূৰ্বক তাপ দিয়াঁ; সমুখৰ পৰা সুখপূৰ্বক তাপ দিয়াঁ; উত্তৰ আৰু তলৰপৰা সুখপূৰ্বক তাপ দিয়াঁ। হে জাতবেদা, তুমি এক হৈও তিনিধৰণে প্ৰকট হৈ এওঁক পুণ্যলোকত স্থাপন কৰাঁ।।১১।। হে জাতবেদা অগ্নিগণ, তোমালোক ইন্ধনৰ দ্বাৰা প্ৰজ্বলিত হৈ প্ৰজাপতি দেৱতা, পিতৃমধ যজ্ঞত মেধ্যপশুৰূপ এই মৃতকক সুখপূৰ্বক দাহ কৰাঁ। এওঁক পাক কৰিয়ে নিক্ষেপ নকৰিবা।।১২।। বিস্তাৰিত এই পিতৃমেধ যজ্ঞই যাগকৰ্তা এওঁক স্বৰ্গলোকলৈ সুখপূৰ্বক লৈ যায়। অগ্নিগণে এই মেধ্য পশুক সম্পূৰ্ণভাৱে দগ্ধ কৰি সেৱন কৰক। এওঁক পাক কৰিয়ে নিক্ষেপ নকৰে যেন।।১৩।। যজ্ঞ কৰা পুৰুষে দুঃখৰহিত স্বৰ্গৰ তৃতীয় কক্ষাৰূপ দ্যুলোকলৈ যাবৰ কাৰণে চিতাত আৰোহণ কৰিছে; পুণ্যকৰ্মা তেওঁৰ উদ্দেশ্যে মধ্য আকাশৰ প্ৰকাশক দেৱযান পথ উদ্ভাসিত হওক।।১৪।। অগ্নি তোমাৰ হোতা হওক, বৃহস্পতি অধ্বৰ্যু, ইন্দ্ৰ ব্ৰহ্মা ৰূপে দক্ষিণত অৱস্থিত হওক। তেওঁলোকে আহুতি দিয়া যজ্ঞই সমাপ্তিৰ পিছত পূৰ্বৰ যজ্ঞৰ প্ৰাপ্তিস্থানলৈ (স্বৰ্গলোকলৈ) গতি কৰিছে।।১৫।। পিঠা, ক্ষীৰ আৰু চৰু ইয়াত থোৱা হওক; পুণ্যলোকৰ পথনিৰ্দেশক, দেৱতাসকলৰ হৱিৰ ভাগ পাওঁতা যিসকল এই (পিতৃমেধ) যজ্ঞত উপস্থিত আছে, সেইসকলক আমি যজন কৰিছোঁ। (ইয়াৰ পিছত ২৪ মন্ত্ৰ পৰ্যন্ত, এই মন্ত্ৰত থকা 'ক্ষীৰ' শব্দটোৰ ঠাইত যথাক্ৰমে দধি, দধিৰ টোপাল, ঘৃত, মাংস, অন্ন, মধু, ৰসযুক্ত দ্ৰব্য আৰু জল শব্দ দি লৈ বাকীখিনি কথা এই মন্ত্ৰৰ সৈতে একেই হ'ব)।।১৬-২৪।। (এই মন্ত্ৰৰ অৰ্থ ১৮/৩/৬৮ মন্ত্ৰৰ সৈতে একে)।।২৫।। তোমাৰ কাৰণে যি যৱধান তিল মিশ্ৰিত কৰি অৰ্পণ কৰিছোঁ, সেইসমূহে তোমাৰ কাৰণে উৰ্দ্ধস্থানপ্ৰাপক আৰু প্ৰভূত ৰূপত পৰলোকত প্ৰকাশ পাওক। যমৰজাই সেইবিলাক তোমাৰ ভোগৰ কাৰণে অনুমোদন কৰক।।২৬।। অক্ষয় প্ৰাচুৰ্য হওক।।২৭।। সোমৰসত থকা জলকণিকা পৃথিৱী আৰু দ্যুলোকত (শূন্যত) ছিটিকি পৰিছে। (সমস্ত চৰাচৰাত্মক ভুৱনৰ) উত্তৰস্থল পৃথিৱী আৰু আগতে উৎপন্ন হোৱা দ্যুলোকক লক্ষ্য কৰি সঞ্চাৰিত হোৱা এই জলকণিকা (দ্ৰপ্‌স্‌) মই সপ্ত হোতাৰ উদ্দেশ্যে আহুতি দিছোঁ।।২৮।। শতধাৰাযুক্ত, বায়ু সদৃশ গতিশীল অৰ্চনীয়, স্বৰ্গপ্ৰাপক এই কুম্ভক মনুষ্যগণক দেখি থকা দেৱতাসকলে তোমাৰ ধন বুলি জানে। যিসকলে (অস্থিৰূপ তোমাক এই কলহৰ পানীৰে) তৃপ্ত কৰিছে আৰু পানী দিছে, তেওঁলোকে সপ্তহোত্ৰ আদি কৰ্মত সদায় দক্ষিণা দাহন কৰে।।২৯।। (ধন-সোণেৰে ভৰা) ভৰাঁলৰ দৰে, চাৰিটা ফুটা থকা গাখীৰৰ কলহৰ দৰে চাৰিটা বাট থকা মধুৰ গাখীৰ দিয়া ইড়া নামৰ গাই (অথবা ভূমিৰূপা ধেনুক) তোমাৰ কল্যাণৰ অৰ্থে দোহন

কৰিছে। হে অগ্নি, (পৰলোকগত) মানুহৰ কাৰণে উৎকৃষ্ট ধামত মহান বলদায়ক এই অখণ্ড অন্ন তুমি ছেদ নকৰিবা।।৩০।। (হে প্ৰেত) সৱিতাদেৱে এই বস্ত্ৰ তোমাক আচ্ছাদন কৰিবৰ কাৰণে দিছে; তুমি তাক পিন্ধি লৈ যমৰাজ্যত স্বচ্ছন্দে বিচৰণ কৰাঁ।।৩১।। য-ধানখিনি ধেনুস্বৰূপ আৰু তিলখিনি বৎসস্বৰূপ; সেই গাই আৰু পোঁৱালীৰ ফল যমৰাজ্যত অনন্তকাললৈ (পৰলোকগতজনে) ভোগ কৰক।।৩২।। (হে প্ৰেত) এই ধানখিনি তোমাৰ কাৰণে কামধেনু হওক; তিল যাৰ বৎস সেই ফুটুকী, বগী, একেৰঙী, বহুৰঙী, গাইবোৰে তোমাক তাত পৰিচৰ্যা কৰক।।৩৩।। ফুট্‌ফুটীয়া হালধীয়া, বগা, ক'লা, ৰঙা ধানবিলাক তোমাৰ কাৰণে তাত গাখীৰতী গাই হওক। তিল যাৰ বৎস, সেই ধানৰূপা গায়ে চিৰকাল তোমাক অক্ষয় বলকাৰক অন্ন প্ৰদান কৰি থাকক।।৩৪।। বৈশ্বানৰ অগ্নিত মই শত-সহস্ৰধাৰাযুক্ত নিজৰাৰ দৰে (দুগ্ধস্বৰূপ) হৱিঃ অৰ্পণ কৰিছোঁ। (এই হৱিৰ দ্বাৰা তৃপ্ত) অগ্নিয়ে আমাৰ পিতৃ পিতামহ আৰু প্ৰপিতামহসকলক পোষণ কৰে।।৩৫।। সহস্ৰধাৰা, শতধাৰাযুক্ত প্ৰস্ৰৱণৰ নিচিনা ক্ষয়ৰহিত, অন্তৰীক্ষত স্থিত, বলকাৰক, অন্ন প্ৰদায়ক এই কুম্ভক পিতৃগণে স্বধা সমন্বিতে অৰ্চনা কৰে।।৩৬।। হে সগোত্ৰীয়গণ, তোমালোকে চয়নকৰ্মৰ দ্বাৰা একত্ৰ কৰা (পানীৰে তিওৱা) অস্থিসমূহ চোৱাঁ। এই মৰণশীল মানুহজনে অমৰত্ব লাভ কৰিছে; তেওঁৰ কাৰণে তোমালোকে ঠাইৰ ব্যৱস্থা কৰাঁ।।৩৭।। (উত্তপ্ত বালিত পেলাই দিয়া হে জোৰগছ,) তুমি এই ঠাইতে থাকাঁ। আমাৰ কাৰণে ধনপ্ৰদ হোৱাঁ; ইয়াতে জ্ঞাতা হৈ থাকাঁ; ইয়াতে আমাৰ কৰ্মসম্পাদনকাৰী হোৱাঁ; ইয়াতে বলপ্ৰদ অন্ন বিধানকাৰী হোৱাঁ আৰু অপৰাভূত হৈ থাকাঁ।।৩৮।। এই মধুৰ ৰসযুক্ত জল পুত্ৰ-নাতিৰ নিমিত্তে তৃপ্তিকৰ। পিতৃগণৰ উদ্দেশ্যে অমৃতময় স্বধা প্ৰদান কৰি এই দিব্য জলসমূহে (পুত্ৰ আৰু নাতি অথবা পিতৃকুল-মাতৃকুল) দুয়োপক্ষৰে তৃপ্তি সাধন কৰক।।৩৯।। হে জলসমূহ, তোমালোকে অগ্নিক (সিঁচাৰ পিছত নিৰ্বাপিত কৰি) পিতৃগণৰ ওচৰলৈ পঠোৱাঁ; পিতৃগণে মোৰ এই যজ্ঞ উপভোগ কৰক।। বলকাৰী অন্ন গ্ৰহণৰ কাৰণে যিসকল আহি কুশৰ আসনত বহি আছে, তেওঁলোকে সকলো প্ৰকাৰৰ দক্ষ পুত্ৰাদি সহিত আমাক ধন প্ৰদান কৰক।।৪০।। অনুষ্ঠাতাসকলে মৰণৰহিত, ঘৃতপ্ৰিয় হৱিঃ বহনকাৰী অগ্নিক প্ৰজ্জ্বলিত কৰিছে। সেই অগ্নিয়ে পুতি থোৱা ধনৰত্নৰ নিচিনা পৰলোকলৈ যোৱা পিতৃগণক জানে।।৪১।। (হে প্ৰেত) তোমাৰ কাৰণে যি মথিত দ্ৰব্য, জল আৰু মাংসসহিত অন্ন প্ৰদান কৰিছোঁ, তোমাৰ কাৰণে সেই অন্ন স্বধাযুক্ত, মধুময় আৰু ঘৃতৰ দ্বাৰা সম্পৃক্ত হওক।।৪২।। (এই মন্ত্ৰৰ অৰ্থ ১৮/৩/৬৯ মন্ত্ৰৰ সৈতে একে)।।৪৩।। যি শকটৰ দ্বাৰা তোমাৰ পূৰ্ব পুৰুষসকল গৈছিলগৈ, এইখনেই সেই পূৰ্বৰ শকটখন, এতিয়াও অৱস্থিত। ইয়াত যুৰি থোৱা বলদ কেইটাই তোমাক

পুণ্যলোকলৈ বহন কৰি লৈ যাওক।।৪৪।। (৪৫,৪৬,৪৭, মন্ত্রৰ অর্থ ১৮, ১, ৪১, ৪২, ৪৩ মন্ত্রৰ সৈতে একে)।।৪৫-৪৭।। মৃত্তিকা লেপনৰ দ্বাৰা এই চৰুস্থালী দৃঢ় কৰিছোঁ। ধাতা দেৱতাই আমাৰ আয়ুস দীঘল কৰক। হে দূৰদেশলৈ গুচি যোৱা পিতৃগণ, এই মাটি লিপা চৰুৰ কুম্ভ তোমালোকৰ কাৰণে ধনপ্রদ হওক। এতিয়া মৃতসকল পিতৃগণৰ লগত মিলিত হওক।।৪৮।। (হে বৃষভদ্বয়,) তোমালোক আমাৰ ফালে গুচি আহাঁ। (ইহঁতে প্ৰেত বহন কৰিছে বুলি) তোমালোকৰ যি নিন্দা ৰটনা হৈছে, সেই কথা এৰাই আহাঁ। হে অবধ্য বৃষভদ্বয়, সেই শকটৰূপৰা এৰা খাই এই ভালৰ ফাললৈ গুচি আহাঁ। পিতৃগণলৈ পিণ্ডাদি প্রদান কৰা মোৰ কাৰণে তোমালোক পালক হোৱাঁ।।৪৯।। এই গোৰূপা দক্ষিণা আমাৰ কল্যাণৰূপৰা আহিছে; এই মৃতকে প্রদান কৰা গাখীৰতী আৰু শক্তি প্রদায়িনী দক্ষিণাই বৃদ্ধাবস্থাত যৌবনৰ নিচিনা জীৱন লাভ কৰিছে; এই গাইজনীয়ে পিতৃগণৰ লগত পূর্বপুৰুষৰ সংযোগ ঘটাওক।।৫০।। মই এই কুশবনখিনি পিতৃগণৰ উদ্দেশ্যে মেলি দিছোঁ। দেৱতাসকলৰ উদ্দেশ্যে তাৰ ওপৰত অন্য কুশ পাৰিছোঁ। হে পুৰুষ তুমি মেধ্য হৈ তাত আৰোহণ কৰাঁ। পৰলোকগত তোমাক পিতৃগণে চিনি পাওক।।৫১।। (হে প্ৰেত) তুমি এই কুশৰ ওপৰত আৰোহণ কৰিছা আৰু পিতৃমেধযজ্ঞৰ যোগ্য হৈছা। পৰলোকগত তোমাক পিতৃগণে অনুমোদন কৰক। তোমাৰ হাঁড়ৰ পাববোৰ আগতে যিদৰে সংযুক্ত আছিল, মই মন্ত্ৰৰ দ্বাৰা তাক সেই নিচিনাকৈ যোৰা লগাইছোঁ।।৫২।। চৰুৰ ঢাকনিবিলাক গছৰ ৰজা পলাশ গছৰ পাত। ই আমাক বলকাৰক অন্ন, শাৰীৰিক বল, শত্ৰুপৰাভৱকাৰী শক্তি আৰু ওজস্বিতা দান কৰিবলৈ আহক আৰু আমাক শত শৰত জোৰা দীর্ঘায়ু প্রদান কৰক।।৫৩।। (অস্থিৰ ওচৰত থোৱা চৰুৰ ভোক্তা যমে এই প্ৰেতক উৎপন্ন কৰিছে। (চৰুৰ ঢাকনি) শিলাখণ্ডই ভোজনৰ আধিপত্য লাভ কৰিছে। হে বান্ধৱগণ, সেই যমক হবিৰ দ্বাৰা তুষ্ট কৰাঁ। সেই যমে আমাক দীর্ঘায়ু প্রদান কৰক।।৫৪।। পঞ্চজনে যমৰ কাৰণে যেনেকৈ অট্টালিকা নির্মাণ কৰিছে, তেনেকৈ মই (পৰলোক গতজনৰ কাৰণে) গৃহ নির্মাণ কৰিছোঁ, যাতে মোৰ আত্মীয় স্বজন বহুসংখ্যক হয়।।৫৫।। তোমাৰ পিতৃয়ে পূর্বে ধাৰণ কৰা এই সুৱর্ণ (আঙঠী) তুমি পিন্ধা। তোমাৰ স্বৰ্গগত পিতৃৰ সোঁ-হাতখন মোহাৰি দিয়াঁ।।৫৬।। যিসকল জীৱিত আৰু যিসকল মৃত, যিসকল জন্ম হৈছে আৰু যিসকলৰ জন্ম হ'ব, সেই সকলোৰে কাৰণে ঘৃতৰ নদীয়ে মধুধাৰা বহন কৰি আনক।।৫৭।। (শ্ৰোতাসকলৰ বাঞ্ছিত) ফল বৰ্ষণকাৰী, বিচক্ষণ, সকলোৰে দ্ৰষ্টা সোম নিগৰি পৰিছে। দিন-ৰাতিৰ প্ৰেৰক, উষা আৰু দ্যুলোকৰ বৰ্ষণকাৰী, বৈ থকা, বসতীবৰী জলৰ প্ৰাণস্বৰূপ সোমে, কলহত ঢালোঁতে শব্দ কৰিছে। তাৰ পিছত

স্বচ্ছন্দে ইন্দ্ৰৰ জঠৰত ই প্ৰৱেশ কৰিছে।।৫৮।। (হে প্ৰেতাগ্নি) তোমাৰ দীপ্ত ধোঁৱাৰাশিয়ে আকাশ আচ্ছন্ন কৰক; দ্যুলোকত উজ্জ্বলৰূপত ব্যাপ্ত হৈ পৰক। হে পাৱক, তুমি সূৰ্যৰ নিচিনা দীপ্তিৰে বিৰাজিত হৈছা।।৫৯।। ৰস বৈ থকা সোমে ইন্দ্ৰৰ জঠৰ স্থানত প্ৰৱেশ কৰিছে। মিত্ৰই মিত্ৰৰ কথা পেলাব নোৱাৰে। পুৰুষ-নাৰীত মিলিত হোৱাৰ দৰে সোমৰসো শতধাৰাৰে গৈ কলহত পৰিছে।।৬০।। তেওঁলোকে (অৰ্থাৎ পিতৃগণে পিণ্ড) ভক্ষণ কৰি আনন্দিত হৈছে আৰু তেওঁলোকৰ প্ৰিয় শৰীৰ কম্পিত কৰিছে। স্বকীয় প্ৰভাদীপ্ত পিতৃগণে আমাক প্ৰশংসা কৰিছে। (সন্তুষ্ট হোৱা পিতৃগণৰ ওচৰত) মেধাৱী যুৱক আমি বাঞ্ছিত ফল প্ৰাৰ্থনা কৰিছোঁ।।৬১।। হে পিতৃগণ, সোমপানৰ যোগ্য তোমালোক গম্ভীৰ পিতৃযান মাৰ্গসমূহেদি আহাঁ। আমাক দীৰ্ঘায়ু, পুত্ৰ-নাতি প্ৰদান কৰাঁ আৰু আমাক প্ৰচুৰ ধন তথা পুষ্টিযুক্ত কৰাঁ।।৬২।। হে পিতৃগণ, তোমালোক গম্ভীৰ পিতৃযানৰ পথেদি ঘূৰি যোৱাঁ। সোমৰ যোগ্য তোমালোক পুনৰ এমাহৰ পিছত সুপুত্ৰ থকা, কৰ্মকুশল পুত্ৰ-নাতিৰে ভৰা আমাৰ ঘৰলৈ হবিঃ ভোজন কৰিবলৈ আহিবা।।৬৩।। হে পিতৃগণ, জাতবেদা অগ্নিয়ে তোমালোকৰ যি অংগ ত্যাগ কৰিছে, সেই অংগ পুনৰ অগ্নিতে নিক্ষেপ কৰিছোঁ। তোমালোক সম্পূৰ্ণ অৱয়ৱৰ সৈতে পিতৃপুৰুষ স্বৰ্গলোকত তৃপ্ত হোৱাঁগৈ।।৬৪।। মানুহে পুৱা-সন্ধ্যা উপাসনা কৰা জাতবেদা অগ্নি পিতৃগণৰ দূতৰূপে নিয়োজিত হৈছে। হে অগ্নিদেৱ, তুমি আমাৰ হবিঃ পিতৃগণক দিয়াঁগৈ। তেওঁলোকে স্বধাযুক্ত হবিঃ ভক্ষণ কৰক। তাৰ পিছত তুমি নিজেও সংযত চিত্তে আমি প্ৰদান কৰা হবিঃ ভক্ষণ কৰাঁ।।৬৫।। (হে প্ৰেত) তোমাৰ মনে এই শ্মশানত অৱস্থান কৰিছে। হে ভূমি, মাতৃ-ভগ্নীয়ে প্ৰিয় পুত্ৰ-ভ্ৰাতৃ আদিক (বস্ত্ৰাদিৰে আচ্ছাদিত) কৰাৰ দৰে তুমি এই মৃতকক ঢাকি ধৰাঁ।।৬৬।। (হে প্ৰেত,) পিতৃগণ থকাৰ ঠাইসমূহ উদ্ভাসিত হওক; পিতৃগণৰ বাসস্থানত মই তোমাক স্থাপন কৰিছোঁ।।৬৭।। হে কুশবনসমূহ, তোমালোক আমাৰ পূৰ্বপুৰুষসকলৰ বহা আসন।।৬৮।। (এই মন্ত্ৰৰ অৰ্থ ৭।৮৩।৩ ৰ সৈতে একে) ।।৬৯।। হে বৰুণ, তোমাৰ যি পাশে ওচৰৰ আৰু দূৰৰ ঠাইত মানুহক বন্ধন কৰে, তাৰপৰা তুমি আমাক মুক্ত কৰাঁ। হে ৰাজন্, তোমাৰ দ্বাৰা ৰক্ষিত আৰু প্ৰতিপালিত হৈ আমি শত শৰত জীয়াই থাকিম।।৭০।। কব্য[47] বহনকাৰী অগ্নিৰ উদ্দেশ্যে স্বধা আৰু নমস্কাৰ।।৭১।। পিতৃসহিত সোমৰ উদ্দেশ্যে স্বধা আৰু নমস্কাৰ।।৭২।। সোম সহিত পিতৃগণলৈ স্বধা আৰু নমস্কাৰ।।৭৩।। পিতৃগণৰ সৈতে যমলৈ স্বধা আৰু নমস্কাৰ।।৭৪।। হে প্ৰপিতামহ, তোমালৈ আৰু তোমাক অনুসৰণ কৰি যিসকল আহিছে সেই পিতৃগণলৈ; হে পিতামহ, তোমালৈ আৰু তোমাক অনুসৰণ কৰি অহাসকললৈ; হে পিতা, তোমালৈ স্বধামন্ত্ৰসহিত হবিঃ অৰ্পণ কৰিছোঁ.।৭৫-৭৭।।

পৃথিৱীবাসী পিতৃগণৰ উদ্দেশ্যে, অন্তৰীক্ষবাসী পিতৃগণৰ উদ্দেশ্যে, দ্যুলোকবাসী পিতৃগণৰ উদ্দেশ্যে স্বধা।।৭৮-৮০।। হে পিতৃগণ, তোমালোকৰ উদ্দেশ্যে অৰ্পিত অন্নলৈ নমস্কাৰ আৰু অন্নৰসলৈ নমস্কাৰ; তোমালোকৰ ক্ৰোধলৈ নমস্কাৰ আৰু তোমালোকৰ মানসিক ক্ৰোধভাৱলৈ নমস্কাৰ; তোমালোকৰ ঘোৰভাৱলৈ নমস্কাৰ আৰু নিষ্ঠুৰতালৈ নমস্কাৰ; তোমালোকৰ কল্যাণ ভাৱনালৈ নমস্কাৰ আৰু তোমালোকৰ সুখকৰ ভাৱলৈ নমস্কাৰ।।৮১-৮৪।। হে পিতৃগণ, তোমালোকলৈ নমস্কাৰ; তোমালোকলৈ স্বধাসহিত হবিঃ অৰ্পণ কৰিছোঁ।।৮৫।। এই পিণ্ডপিতৃ যজ্ঞত যি পিতৃগণে দেৱত্ব লাভ কৰিছা, তোমালোকৰ অনুগামী যিসকল পিতৃ আছে, সেইসকলৰ ভিতৰত তোমালোক শ্ৰেষ্ঠ হোৱাঁ। যিসকল ইয়াত আছা, হে পিতৃগণ, তোমালোকৰ পিণ্ডদাতা আমি জীৱিত আছোঁ; আমাৰ পৰৱৰ্তীসকলৰ ভিতৰত আমি শ্ৰেষ্ঠ হওঁ যেন।।৮৬-৮৭।। হে অগ্নি, দীপ্তিমান অজৰ তোমাক আমি প্ৰজ্বলিত কৰিছোঁ। তোমাৰ সেই আশ্চৰ্যজনক দীপ্তি আকাশত প্ৰকাশ পাইছে। তুমি স্তোতাসকললৈ অন্ন লৈ আহাঁ।।৮৮।। আকাশত এক সুপৰ্ণ পক্ষীৰ দৰে চন্দ্ৰই জলময় মণ্ডলত গতি কৰিছে। হে হিৰণ্যনেমি চন্দ্ৰৰ কিৰণসমূহ। হে বিস্যুতসমূহ, তোমালোকৰ পাদসদৃশ অগ্ৰভাগ মোৰ চকুত পৰাহি নাই (ত্ৰিতনামৰ কুঁৱাত পৰি থকা ঋষিজনে এইদৰে প্ৰাৰ্থনা কৰিছে) ।।৮৯।।

## ।। অষ্টাদশ কাণ্ড সমাপ্ত।।

# ঊনবিংশ কাণ্ড

## প্ৰথম অনৱাক

### প্ৰথম সূক্ত (১)

(ঋষি—ব্ৰহ্মা। দেৱতা—যজ্ঞ। ছন্দ—বৃহতী, পংক্তি।)

নদীসমূহ সম্যক্‌ভাৱে প্ৰৱাহিত হওক ; বায়ু সম্যকভাৱে প্ৰৱাহিত হওক; পক্ষীগণে সম্যকভাৱে বিচৰণ কৰক। হে দেৱগণ, এই যজ্ঞ বৰ্ধিত কৰাঁ। মই বৈ থকা ঘৃত আদি আহুতি দিছোঁ।।১।। হে আহুতিসমূহ, তোমালোকে এই যজ্ঞ ৰক্ষা কৰাঁ; হে বৈ থকা ঘৃত দুগ্ধ আদি, তোমালোকেও ৰক্ষা কৰাঁ। হে দেৱগণ, তোমালোকে এই যজ্ঞ বৰ্ধিত কৰাঁ। মই বৈ থকা ঘৃত আদি আহুতি দিছোঁ।।২।। (পশুধন, পুত্ৰাদি অভিলষিত ফল)? একত্ৰ কৰি মই এই যজমানক সমৃদ্ধ কৰিম। এই যজ্ঞ চাৰিদিশে বৰ্ধিত কৰক ; মই বৈ থকা ঘৃতাদি আহুতি দিছোঁ।।৩।।

### দ্বিতীয় সূক্ত (২)

(ঋষি—সিন্ধুদ্বীপ। দেৱতা—জলসমূহ। ছন্দ—অনুষ্টুপ্।)

(হে যজমান) হিমৱান পৰ্বতৰপৰা হৈ অহা পানী তোমাৰ কাৰণে কল্যাণকৰ হওক; প্ৰস্ৰৱণৰপৰা হৈ অহা পানী তোমাৰ কাৰণে কল্যাণকৰ হওক; সদাই বৈ থকা পানী তোমাৰ কাৰণে হিতকৰ হওক; বৰষুণৰ পানী তোমাৰ কাৰণে হিতকৰ হওক।।১।। মৰুস্থলৰ পানী তোমাৰ কাৰণে কল্যাণকৰ হওক; খানি প্ৰস্তুত কৰা জলাশয়ৰ পানী তোমাৰ কাৰণে হিতকৰ হওক; কলহেৰে অনা পানী তোমাৰ হিতসাধক হওক।।২।। খনা সঁজুলি নোহোৱাকৈয়ে দুয়ো পাৰ খহোৱা হ্ৰদ আদি গভীৰ স্থানত ব্যাপ্ত হৈ থকা যি জলসমূহ বৈদ্যতকৈও হিতকাৰক মই সেই জলসমূহক স্তুতি কৰিছোঁ।।৩।। (হে ঋত্বিক্‌গণ,) দ্যুলোকত উৎপন্ন পানী আৰু সোঁতৰ পানীৰ বাহিৰে অন্য পানী শোধন কৰা বিষয়ত তোমালোক ঘোঁৰাৰ দৰে বেগী হোৱাঁ।।৪।। যি জলসমূহ কল্যাণকৰ আৰু যক্ষ্মা আদি ৰোগ নিৰাময়কাৰক, সেই ঔষধস্বৰূপ জলসমূহ সুখ বৃদ্ধিৰ অৰ্থে ইয়ালৈ আনা।।৫।।

### তৃতীয় সূক্ত (৩)

ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, ভুৰিক্।)

দ্যুলোক, পৃথিৱী, অন্তৰীক্ষ, বনস্পতি অথবা ওষধিৰপৰা উৎপন্ন হৈ, হে জাতৱেদা অগ্নি, তুমি য'ত য'ত অৱস্থান কৰিছা, (আমাৰ স্তুতিত) সন্তুষ্ট হৈ তুমি সেই সেই

ঠাইৰপৰা আমাৰ ওচৰলৈ আহাঁ।।১।। হে অগ্নি, পানীত, বনত, ওষধিসমূহত প্ৰাণীসমূহত, অন্তৰীক্ষত থকা জলত তোমাৰ যি মহিমা প্ৰকাশ পাইছে, তুমি সেই সকলো ৰূপ একত্ৰ কৰাঁ আৰু সেই ৰূপসমূহেৰে অজস্ৰ ধনদাতা হৈ তুমি আমাৰ ওচৰলৈ আহাঁ।।২।। দেৱতাৰ বিষয়ত স্বৰ্গলোকলৈ গমন কৰা তোমাৰ যি মহিমা আছে, তোমাৰ শৰীৰ পিতৃগণত প্ৰৱিষ্ট হৈছে আৰু মনুষ্য আদি প্ৰাণীত তোমাৰ যি পুষ্টি ঘটে, সেই সমস্ত ৰূপেৰে সৈতে, হে অগ্নি, তুমি আমাৰ কাৰণে ধন সম্পদ বিধান কৰাঁ।।৩।। শ্ৰৱণ-সমৰ্থ কৰ্ণযুক্ত, ক্ৰান্তদৰ্শী, জানিবৰ যোগ্য তোমাক বাঞ্ছিত ফল লাভৰ উদ্দেশ্যে মই মন্ত্ৰৰূপ বাণীৰ দ্বাৰা প্ৰাৰ্থনা জনাইছোঁ. য'ৰপৰা ভয় আছে, সি ভয়ৰহিত হওক। হে অগ্নি, তুমি (আমাৰ প্ৰতি) দেৱতাসকলৰ ক্ৰোধ শান্ত কৰাঁ।।৪।।

## চতুৰ্থ সূক্ত (৪)

### (ঋষি, দেৱতা—পূৰ্ববৎ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

অথৰ্বাই (পৰমেশ্বৰে সৃষ্টিৰ) আদিতে যি আহুতি প্ৰদান কৰিছিল, সকলো প্ৰাণীৰ জ্ঞাতা অগ্নিয়ে সেই আহুতি নি দেৱতাসকলক দিছিল। (হে অগ্নি) মই সেই আহুতি (সকলো যজমানতকৈ) সৰ্বপ্ৰথম তোমাৰ উদ্দেশ্যে হৱন কৰিছেঁ; তাৰ দ্বাৰা তৃপ্ত হৈ অগ্নিয়ে সেই হৱিঃ দেৱগণৰ উদ্দেশ্যে বহন কৰি নিয়ক। অগ্নিৰ উদ্দেশ্যে স্বাহা।।১।। মই প্ৰথমতে সৌভাগ্যপ্ৰদা বাণীদেৱক অৰ্চ্চনা কৰিছোঁ। চিত্তৰ মাতৃস্বৰূপ সেই দেৱী আমাৰ কাৰণে সহজতে হৱন কৰিব পৰা হওক। মই যি কামনা কৰোঁ, সেয়া যেন একমাত্ৰ মোৰহে কামনা হয়। মোৰ মনত সদাই প্ৰৱৰ্তিত হৈ থকা সেই কামনা যেন সফল হয়।।২।। হে বৃহস্পতি, তুমি বাণীদেৱীৰ সৈতে আমাৰ ওচৰলৈ আহাঁ; আহ্বান কৰা মাত্ৰকে আমাৰ অনুকূল হোৱাঁ আৰু আমাক সৌভাগ্য প্ৰদান কৰাঁ। আমাৰ কাৰণে সহজে হৱন কৰিব পৰা হোৱাঁ।।৩।। অঙ্গিৰাৰ পুত্ৰ বৃহস্পতিয়ে এই বাণী স্বীকাৰ কৰক। সমস্ত দেৱগণ যাৰ বশবৰ্তী, সেই সমস্ত বাঞ্ছাপূৰক বৃহস্পতি ফল দান কৰিবলৈ আমাৰ ওচৰলৈ আহক।।৪।।

## পঞ্চম সূক্ত (৫)

### ঋষি—অথৰ্বাঙ্গিৰা। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

ইন্দ্ৰ জগতৰ, মনুষ্যগণৰ আৰু বিভিন্ন আকৃতিৰ প্ৰাণীগণৰ অধিপতি। গতিকে তেওঁ উপাসকগণক ঐশ্বৰ্য প্ৰদান কৰে। সেই ইন্দ্ৰই আমাৰ স্তুতি লাভ কৰি আমালৈ ধন প্ৰেৰণ কৰক।।১।।

# ষষ্ঠ সূক্ত (৬)
## (পুৰুষ সূক্ত)
### (ঋষি—নাৰায়ণ। দেৱতা—পুৰুষ। ছন্দ—অনুষ্টুপ্।)

অনন্ত বাহু, অনন্ত চকু আৰু অনন্ত পাদবিশিষ্ট (নাৰায়ণ নামৰ) পুৰুষে নিজ মহিমাৰে সমস্ত পৃথিৱী ব্যাপ্ত কৰি দহ আঙুলৰ হৃদয় অতিক্ৰম কৰি অৱস্থান কৰি আছে।।১।। সেই পুৰুষে তিনি পাদৰ দ্বাৰা আকাশ আক্ৰমণ (অতিক্ৰম) কৰিছে। তেওঁৰ চতুৰ্থ পাদ এই পৃথিৱীত বাৰম্বাৰ প্ৰকাশ পাইছে। এই পাদ ভোজনজীৱীত (মনুষ্যাদি প্ৰাণীত) তথা ভোজন নকৰা বৃক্ষাদিত সৰ্বত্ৰ ব্যাপ্ত হৈ আছে।।২।। সম্পূৰ্ণ জগত এওঁৰে মহিমা ; এই মহিমাতকৈও পুৰুষ মহান্। এওঁৰ চতুৰ্থ পাদ সমস্ত ভুৱনত আৰু অমৃতময় (অমৰণ) তিনি পাদ দ্যুলোকত অৱস্থিত।।৩।। ভূত ভৱিষ্যত (বৰ্তমান), এই জগতৰ সকলোটি এই পুৰুষেই; তেৱেঁই অমৰণশীল দেৱগণৰ স্বামী, অন্য যি আছে, সেই সকলোৰে স্বামী।।৪।। (দেৱতাসকলে) যেতিয়া (যজ্ঞ) পুৰুষৰ কল্পনা কৰিছিল, তেতিয়া তেওঁক কিদৰে ভাগ কৰিছিল? তেওঁৰ মুখ, বাহু, উৰু আৰু পাদক কি বুলি কোৱা হৈছিল?।।৫।। ব্ৰাহ্মণ তেওঁৰ মুখ আছিল, ক্ষত্ৰিয় তেওঁৰ বাহুযুগল, বৈশ্য তেওঁৰ মধ্যভাগ (উৰু যুগল) আৰু তেওঁৰ পদযুগলৰপৰা শূদ্ৰৰ জন্ম হৈছিল।।৬।। তেওঁৰ মনৰ পৰা চন্দ্ৰৰ জন্ম হৈছিল; চকুৰপৰা সূৰ্য উদ্ভূত হৈছিল। মুখৰপৰা ইন্দ্ৰ আৰু অগ্নি, প্ৰাণৰপৰা বায়ুৰ জন্ম হৈছিল।।৭।। তেওঁৰ নাভিৰপৰা অন্তৰীক্ষ হৈছিল; শিৰৰপৰা দ্যুলোকৰ উদ্ভৱ হৈছিল। চৰণযুগলৰপৰা পৃথিৱী, শ্ৰৱণেন্দ্ৰিয়ৰপৰা দিশসমূহ উদ্ভূত হ'ল। এইদৰে লোকসমূহ উৎপন্ন কৰে।।৮।। সৃষ্টিৰ আদিতে (সহস্ৰবাহু ইত্যাদি ৰূপবিশিষ্ট পুৰুষৰপৰা) বিৰাট্ নামৰ পুৰুষৰ উদ্ভৱ হয়। সেই বিৰাট পুৰুষৰপৰা অন্য পুৰুষৰ উৎপত্তি হয়। তেওঁ জাত হৈয়ে পিছফালে, সমুখৰ ফালে ভূমিক ব্যাপ্তিৰ দ্বাৰা অতিক্ৰম কৰিলে।।৯।। পুৰুষৰূপ আহুতিৰে যেতিয়া দেৱগণে যজ্ঞ বিস্তাৰিত কৰিলে, তেতিয়া বসন্ত সেই যজ্ঞৰ ঘৃত হ'ল, গ্ৰীষ্ম ঋতু কাষ্ঠ হ'ল আৰু শৰৎ ঋতু আহুতিদ্ৰব্য হ'ল।।১০।। সাধ্য আৰু বসু নামৰ যিসকল দেৱতা, তেওঁলোকে সৃষ্টিৰ আদিতে যজন কৰিবলগীয়া পুৰুষক বৰ্ষা ঋতুৰ দ্বাৰা (যজ্ঞত আহুতি দিয়া পশুৰ প্ৰক্ষালন ৰূপ যি) প্ৰোক্ষণ কৰি তাৰে যজ্ঞ কৰিলে।।১১।। সেই যজ্ঞপুৰুষৰপৰা অশ্বসমূহৰ জন্ম হ'ল; দুয়োপাৰি দাঁত থকা (গাধ, খচ্চৰ আদি) প্ৰাণীৰ জন্ম হ'ল। তেওঁৰপৰাই গাইবিলাক জন্মিল আৰু ছাগলী তথা ভেড়াবিলাকো জন্মিল।।১২।। সেই সৰ্বাত্মকভাবে আদৃত যজ্ঞপুৰুষৰপৰা ঋক্ আৰু সামমন্ত্ৰসমূহৰ উৎপত্তি হ'ল; তেওঁৰপৰাই ছন্দসমূহ আৰু যজুৰ্মন্ত্ৰৰো উদ্ভৱ হ'ল।।১৩।। সেই সৰ্বহুত যজ্ঞপুৰুষৰপৰাই পৃষদাজ্যৰ (দধিমিশ্ৰিত ঘৃত) উৎপত্তি হ'ল; ই বায়ব্য পশু সৃষ্টি

কৰিলে, সেইবিলাক বন্য আৰু গাঁৱৰ পোহনীয়া (পশু)।।১৪।। দেৱতাসকলে যেতিয়া (পুৰুষমেধ) যজ্ঞ কৰিছিল, তেতিয়া পুৰুষৰূপী পশুক (যূপস্তম্ভত) বন্ধা হ'ল। সপ্ত ছন্দক পৰিধি কৰিলে আৰু একৈছবিধ সমিধ সৃষ্টি কৰিলে।।১৫।। সেই (যজ্ঞপুৰুষ অথবা বিৰাট) পুৰুষৰপৰা নিষ্পন্ন হোৱা সোমৰ চাৰিশ নবৈসংখ্যক কিৰণসমূহ মহান দ্যোতনশীল (আদি) পুৰুষৰ মস্তকৰপৰা উৎপন্ন হৈছিল।।১৬।।

## সপ্তম সূক্ত (৭)

### (ঋষি—গাৰ্গ্য। দেৱতা—নক্ষত্ৰগণ। ছন্দ—ত্ৰিষ্টুপ্।)

নানা বৰণীয়া, আকাশত উজ্বলি থকা আৰু প্ৰতি মুহূৰ্ততে দ্ৰুতগতিত আৱৰ্তন কৰা, দ্যুলোকত অৱস্থিত নক্ষত্ৰসমূহৰ বিঘিনিনাশক অনুগ্ৰহবুদ্ধি আশা কৰি মই স্তুতিবাক্যৰ দ্বাৰা অৰ্চনা কৰিছোঁ।।১।। হে অগ্নি, কৃত্তিকা আৰু ৰোহিণী নক্ষত্ৰ আমাৰ কাৰণে সহজে আহ্বান কৰিব পৰা হওক; মৃগশিৰা নক্ষত্ৰ কল্যাণকৰ হওক; আৰ্দ্ৰা নক্ষত্ৰ মংগলকৰ হওক; পুনৰ্বসু নক্ষত্ৰদ্বয় সত্যবাণীপ্ৰদ হওক; পুষ্যা নক্ষত্ৰ শ্ৰেয়স্কৰ হওক; অশ্লেষা নক্ষত্ৰ দীপ্তিপ্ৰদ হওক; মঘা নক্ষত্ৰ মোৰ গমনস্থল হওক।।২।। পূৰ্ব ফাল্গুনী নক্ষত্ৰদ্বয় মোৰ কাৰণে পুণ্যৰূপ হওক; হস্তা নক্ষত্ৰ পুণ্যপ্ৰদ হওক; চিত্ৰা নক্ষত্ৰ মঙ্গলকাৰক হওক; স্বাতি নক্ষত্ৰ সুখকৰ হওক; ৰাধা আৰু বিশাখা নক্ষত্ৰ তথা অনুৰাধা সু-আহ্বানৰ যোগ্য হওক; ব্যাধিৰ নিদানস্বৰূপ মূল নক্ষত্ৰ আমাৰ কাৰণে সু-নক্ষত্ৰ হওক।।৩।। পূৰ্বাষাঢ়া নক্ষত্ৰই মোক অন্ন দান কৰক; উত্তৰাষাঢ়াই বলকাৰক অন্ন বহন কৰি আনক। অভিজিৎ নক্ষত্ৰ মোৰ কাৰণে পুণ্যপ্ৰদায়ক হওক; শ্ৰৱণা আৰু ধনিষ্ঠানক্ষত্ৰই মোক পুষ্টিদান কৰক। শতভিষা নক্ষত্ৰই মোৰ কাৰণে প্ৰভূত ফল বহন কৰক; পূৰ্ব আৰু উত্তৰ ভাদ্ৰপদ নক্ষত্ৰই মোক সুন্দৰ ঘৰ প্ৰদান কৰক; ৰেৱতীনক্ষত্ৰই সৌভাগ্য দান কৰক; অশ্বিনীনক্ষত্ৰদ্বায়ে সৌভাগ্যপ্ৰদ হওক; ভৰণী নক্ষত্ৰই মোলৈ ধন প্ৰেৰণ কৰক।।৫।।

## অষ্টম সূক্ত (৮)

### (ঋষি—গাৰ্গ্য। দেৱতা—নক্ষত্ৰসমূহ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

দ্যুলোকত, অন্তৰীক্ষত, পানীত, পৃথিৱীত আৰু পৰ্বতত তথা দিক্‌সমূহত যি নক্ষত্ৰৰাজি দেখা যায়, যিবিলাকক প্ৰদীপ্ত কৰি চন্দ্ৰ ওলাই আহে, সেই নক্ষত্ৰৰাজি মোৰ কাৰণে কল্যাণকৰ হওক।।১।। কল্যাণকৰ আঠাইছটি নক্ষত্ৰ মোক ফলদান কৰিবৰ কাৰণে এক মত হওক। তাৰ ফলত যেন মই যোগ (অলভ্য বস্তুৰ প্ৰাপ্তি)

আৰু ক্ষেম (লব্ধ পৰিপালন) লাভ কৰোঁ। দিন আৰু ৰাতিলৈ নমস্কাৰ।।২।। মোৰ কাৰণে প্ৰাতঃকাল মংগলকাৰক হওক; সন্ধ্যা আৰু দিন-ৰাতিও শুভ হওক। (শুভ নক্ষত্ৰত যাত্ৰা কৰা) মোৰ কাৰণে হৰিণ আদি পশুগণে আৰু কাউৰী আদি পক্ষীগণে অনুকূল আচৰণ কৰক। হে অগ্নি, অমৰ নক্ষত্ৰগণলৈ হৱিঃ বহন কৰি নি তুমি পুনৰ মোক আনন্দ দান কৰাঁহি।।৩।। হে সৱিতা, (কোনো কাৰ্যত যাবলৈ ওলোৱা) মোৰ কাৰণে পিছফালৰপৰা মতা, কাষৰপৰা মতা, অপবাদ ৰটনা কৰা, সমুখত হাঁতি মৰা, শূন্য কলহ দেখা প্ৰভৃতি অমংগল তুমি নক্ষত্ৰগণৰ সৈতে দূৰ কৰাঁ।।৪।। পাপ বহন কৰা, অস্থানত মৰা হাঁচিৰ দোষ এৰাই, হাঁচিৰ কল্যাণকৰ ফল লাভ কৰোঁ যেন। (ঋত্বিকে কৈছে) হেৰা মানুহজনী মাইকী শিয়ালৰ ৰাৱ, নপুংসক দৰ্শন, স্পৰ্শ আদি অমংগলসমূহ সুমংগলত পৰিণত হওক।।৫।। হে ব্ৰহ্মণস্পতি ইন্দ্ৰ, এই দিশসমূহত যি ধুমুহা বতাহ বলিছে, তাক স্থিৰ কৰি মোৰ কাৰণে কল্যাণকৰ কৰাঁ।।৬।। আমাৰ ভয় দূৰ হওক, দিন-ৰাতিলৈ নমস্কাৰ।।৭।।

## নৱম সূক্ত (৯)

**(ঋষি—শন্তাতি। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—বৃহতী, অনুষ্টুপ্ ইত্যাদি)**

আমাৰ কাৰণে দ্যুলোক শান্ত হওক, পৃথিৱী শান্ত হওক, এই বিশাল অন্তৰীক্ষ শান্ত হওক। সমুদ্ৰ আৰু জলৰাশি শান্ত হওক; ওষধিসমূহ শান্ত হওক।।১।। (কাৰ্যৰ) পূৰ্বৰূপ কাৰণ তথা কৃত-অকৃত কৰ্মসমূহ শান্তিপ্ৰদ হওক; আমাৰ কাৰণে ভূত-ভৱিষ্যত শান্ত হওক, সকলোৰেই শান্তিদায়ক হওক।।২।। পৰমস্থানত বাস কৰা (অথবা ব্ৰহ্মাৰ পত্নী) সমস্ত বেদৰ দ্বাৰা প্ৰতিপাদিতা যি বাক্‌দেৱী, তেওঁৰ দ্বাৰা যি ঘোৰ বাক্য (শাপ আদি) উচ্চাৰিত হয়, সেই বাণী আমাৰ কাৰণে শান্তিদায়ক হওক।।৩।। পৰমেষ্ঠীৰ দ্বাৰা সৃষ্ট, মন্ত্ৰৰ দ্বাৰা তীক্ষ্ণীকৃত, যাৰ দ্বাৰা ঘোৰ কৰ্মৰ সৃষ্টি হয়, সেই মনে আমাৰ শান্তি বিধান কৰক।।৪।। মনৰ লগতে যি পঞ্চেন্দ্ৰিয় মন্ত্ৰৰ দ্বাৰা তীক্ষ্ণীকৃত হৈ আমাৰ হৃদয়ত আছে, যিবিলাকৰ দ্বাৰা ঘোৰকৰ্ম সম্পন্ন হয় সেই ইন্দ্ৰিয়সমূহৰ দ্বাৰা আমাৰ শান্তি সাধিত হওক।।৫।। মিত্ৰ, বৰুণ, বিষ্ণু, প্ৰজাপতি, ইন্দ্ৰ, বৃহস্পতি আৰু অৰ্য্যমা আমাৰ কাৰণে শান্তিদায়ক হওক।।৬।। মিত্ৰ, বৰুণ, সূৰ্য, শমন্তক (মৃত্যু) আমাৰ কাৰণে শান্তিপ্ৰদ হওক। পৃথিৱী আৰু অন্তৰীক্ষত ঘটা উৎপাতসমূহ আৰু আকাশচাৰী গ্ৰহগণ আমাৰ কাৰণে শান্তিপ্ৰদ হওক।।৭।। কম্পমান পৃথিৱী শান্ত হওক; উল্কাৰ দ্বাৰা দগ্ধ হোৱাবিলাক শান্ত হওক; ৰক্তক্ষীৰা গাইবিলাক আৰু ফাঁট মেলা মাটি আমাৰ কাৰণে মংগলময় হওক।।৮।। উল্কাৰ দ্বাৰা আহত নক্ষত্ৰ শান্তিকাৰক হওক; অভিচাৰ আৰু কৃত্যাকৰ্মসমূহ শান্তিদায়ক হওক; মাটি খানি সুমুৱাই থোৱা

(কুমন্ত্ৰৰ সামগ্ৰী) বল্‌গা সমূহ কল্যাণকৰ হওক; উল্কা আৰু ৰাজ্যত ঘটা বিপ্লৱাদি শান্ত হওক।।৯।। চন্দ্ৰমণ্ডলৰ সংঘৰ্ষক অংগাৰক আদি গ্ৰহ শান্ত হওক; ৰাহুসহিত সূৰ্য মংগলকাৰক হওক। মাৰক ধূমকেতু শান্ত হওক; তীক্ষ্ণতেজসম্পন্ন ৰুদ্ৰগণ কল্যাণকাৰক হওক।।১০।। ৰুদ্ৰগণ, বসুগণ, আদিত্যগণ, অগ্নিসমূহ, মহৰ্ষিসকল, দেৱতাসকল আৰু বৃহস্পতি কল্যাণকৰ হওক।।১১।। ব্ৰহ্মা, প্ৰজাপতি, ধাতা, বেদগণ, লোকসমূহ, সপ্ত ঋষি, অগ্নিসমূহ—এই সকলোৱে মোৰ স্বস্ত্যয়ন (কল্যাণকৰ কৰ্ম) কৰিছে। ইন্দ্ৰই মোক কল্যাণ প্ৰদান কৰক; ব্ৰহ্মাই মোৰ কল্যাণ বিধান কৰক; সমস্ত দেৱগণে মোক কল্যাণ প্ৰদান কৰক; বিশ্বদেৱগণে মোৰ মংগল কৰক।।১২।। সপ্তৰ্ষিগণে সমস্ত লোকতে যিবিলাক বস্তু (বা কৰ্ম) কল্যাণসাধক বুলি জানে, সেই সকলোৱে মোৰ মংগল কৰক। মোৰ ভয় নোহোৱা হওক; মোৰ কল্যাণ হওক।।১৩।। পৃথিৱী, অন্তৰীক্ষ, দ্যুলোক, জলৰাশি, ওষধিসমূহ, বনস্পতিসমূহ, বিশ্বদেৱগণ আৰু সমস্ত দেৱতা মোৰ কাৰণে শান্তিদায়ক হওক; শান্তি, শান্তি, শান্তি। তেওঁলোকৰ শান্তি কৰ্মৰ দ্বাৰা সকলোতে শান্তি বিৰাজ কৰক। ইয়াত যি ভয়ংকৰ, ক্ৰুৰ আৰু পাপকৰ্ম হৈছিল, সেইসকলোবিলাক শান্তিকৰ্মসমূহৰ দ্বাৰা মংগলকৰ হওক। আমাৰ মংগল হওক।।১৪।।

## দ্বিতীয় অনুৱাক

### দশম সূক্ত (১০)

**(ঋষি—বশিষ্ঠ। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্।)**

হে ইন্দ্ৰ আৰু অগ্নি, তোমালোকে আমাক ৰক্ষা প্ৰদান কৰি মংগল সাধন কৰা। হৱিঃ লাভ কৰা ইন্দ্ৰ-বৰুণ আমাৰ মংগলসাধক হওক। ইন্দ্ৰ-সোমে আমাৰ ভয় দূৰ কৰি মংগল সাধন কৰক। ইন্দ্ৰ আৰু পূষাদেৱতাই যুদ্ধত আমাৰ কল্যাণ সাধন কৰক।।১।। ভগদেৱতা কল্যাণকৰ হওক; নাৰাশংসদেৱ কল্যাণকৰ হওক; আমাৰ বুদ্ধি আৰু ধনসম্পদ কল্যাণকৰ হওক। সংযমশীল সত্যবাণী আমাৰ সুখৰ কাৰণ হওক। বহুৰূপে প্ৰকাশ পোৱা অৰ্যমাদেৱ আমাৰ মংগলসাধক হওক।।২।। ধাতা, ধৰ্তা (বৰুণ), অন্ন সমন্বিতে বিস্তীৰ্ণ পৃথিৱী আমাৰ হিতসাধক হওক। সুবৃহৎ দ্যাৱা-পৃথিৱী আমাৰ কাৰণে সুখকৰ হওক। আমাৰ কাৰণে পৰ্বত সুখকৰ হওক, দেৱতাসকলৰ উদ্দেশ্যে কৰা আহ্বানসমূহ কল্যাণকৰ হওক।।৩।। জ্যোতিৰ্মুখ অগ্নি আমাৰ কাৰণে মংগলময় হওক; মিত্ৰ, বৰুণ আৰু অশ্বিনীকুমাৰদ্বয় আমাৰ হিতসাদক হওক। পুণ্যকৰ্মত অনুষ্ঠিত পুণ্যৰাশি আমাৰ কল্যাণকাৰক হওক। আমাৰ কাৰণে

সুখকৰ হৈ গতিশীল বায়ু প্ৰবাহিত হওক।।৪।। প্ৰথম স্তুতিত দ্যাবাপৃথিবী আমাৰ কাৰণে কল্যাণকাৰক হওক; অন্তৰীক্ষই আমাক দৰ্শনজনিত মংগল প্ৰদান কৰক। আমাৰ কাৰণে ওষধি আৰু বনসমূহ কল্যাণকৰ হওক। লোকপাল জয়শীল (ইন্দ্ৰ) আমাৰ কল্যাণসাধক হওক।।৫।। বসুগণৰ সৈতে ইন্দ্ৰদেৱতা আমাৰ মংগলকাৰক হওক; সুন্দৰ স্তুতি লাভ কৰা বৰুণ আদিত্যগণৰ সৈতে মংগলময় হওক। ৰুদ্ৰগণৰ সৈতে স্বস্থকাৰক ৰুদ্ৰদেৱে আমাৰ মংগল কৰক। দেৱপত্নীগণৰ সৈতে ত্বষ্টাই আমাৰ স্তুতি শুনক আৰু আমাৰ কল্যাণ সাধন কৰক।।৬।। সোম আমাৰ কাৰণে মংগলকাৰক হওক, মন্ত্ৰ মংগলকৰ হওক; (সোমৰস খুন্দা) শিলসমূহ মংগলময় হওক আৰু যজ্ঞ মংগলপ্ৰদ হওক। পুৰোডাশ আদি প্ৰস্তুত কৰা ওষধিসমূহ, যজ্ঞৰ বেদি আমাৰ কাৰণে মংগল কাৰক হওক।।৭।। ব্যাপক দৃষ্টিসম্পন্ন (জ্যোতিৰ্ময়) সূৰ্যমংগলময় ৰূপত উদিত হওক; আমাৰ কাৰণে চতুৰ্দিশ মংগলময় হওক; স্থিৰ পৰ্বতসমূহ, বৈ থকা নদীসমূহ আৰু জলৰাশি আমাৰ কল্যাণসাধক হওক।।৮।। ব্ৰতসমূহৰ সৈতে অদিতি, সুন্দৰ স্তুতি লাভ কৰা মৰুৎগণ, বিষ্ণু, পূষা, এই দেৱতাসকল আমাৰ কাৰণে কল্যাণকৰ হওক। জল (অথবা অন্তৰীক্ষ) আৰু বায়ু আমাৰ কাৰণে শান্তিপ্ৰদ হওক।।৯।। ৰক্ষাকৰ্তা সৱিতাদেৱ, প্ৰকাশমানা উষাদেৱীসকল আমাৰ কল্যাণকাৰক হওক। পৰ্জন্যদেৱে আমাৰ সন্তান সন্ততিসকলৰ কল্যাণ কৰক; ক্ষেত্ৰপালক[48] শম্ভু আমাৰ কল্যাণসাধক হওক।।১০।।

## একাদশ সূক্ত
### (ঋষি, দেৱতা, ছন্দ পূৰ্ববৎ।)

সত্যৰ পালক দেৱগণ আমাৰ কাৰণে শান্তিদায়ক হওক; ঘোঁৰা আৰু গাইসমূহ আমাৰ কল্যাণসাধক হওক। সুকৰ্মকাৰী আৰু সুহস্তযুক্ত ঋতুগণ আমাৰ কল্যাণকাৰক হওক। আমাৰ স্তোত্ৰৰ দ্বাৰা প্ৰসন্ন হৈ পিতৃগণে আমাৰ মগংল সাধন কৰক।।১।। দ্যোতমান বিশ্বদেৱগণ আমাৰ মংগলসাধক হওক। স্তুতিকৰ্ম সমন্বিতে সৰস্বতী আমাৰ কল্যাণকাৰিণী হওক যজ্ঞ সেৱনকৰোঁতা আৰু সুদাতা দেৱতাসকলে আমাৰ মঙ্গল কৰক। দ্যুলোক, ভূলোক আৰু অন্তৰীক্ষত থকা দেৱতাসকল শান্তিদায়ক হওক।।২।। অজৈকপাদ দেৱতা আৰু অহিৰ্বধ্ন্য[49] দেৱতা তথা সমুদ্ৰ আমাৰ কাৰণে কল্যাণকৰ হওক। অপাংনপাৎ দেৱতা আমাৰ উদ্ধাৰকৰ্তা আৰু কল্যাণসাধক হওক। দেৱগণৰ ৰক্ষাকৰ্ত্ৰী পৃশ্নিদেৱী আমাৰ কাৰণে শান্তিপ্ৰদা হওক।।৩।। আদিত্যগণ, ৰুদ্ৰগণ আৰু বসুগণে আমাৰ এই নতুন স্তোত্ৰ "মোৰ" বুলি গ্ৰহণ কৰক। পৃশ্নিৰ পৰা জন্মলাভ কৰা যজ্ঞৰ যোগ্য দেৱতাসকল, দ্যুলোকত থকা আৰু পৃথিৱীত থকা দেৱতাসকলেও

আমাৰ এই স্তোত্ৰ শুনক।।৪।। দেৱতাসকলৰ ঋত্বিক্ যজ্ঞৰ যোগ্য, প্ৰজাপতি মনুৰ দ্বাৰা যজনীয়, অমৰণধৰ্মা, সত্যৰূপ যজ্ঞৰ জ্ঞাতা দেৱগণে আজি আমাক প্ৰভূত যশ দান কৰক। হে দেৱগণ, তোমালোকে আমাক সদাই কল্যাণকৰ উপায়েৰে ৰক্ষা কৰিবা।।৫।। হে মিত্ৰ-বৰুণ, হে অগ্নি, ৰোগ উপশমকাৰী, ভয়হৰণকাৰী, ধন লাভকৰী আৰু প্ৰতিষ্ঠাবৰ্ধক যিবিলাক কথা আছে, আমি যেন সেইবিলাক লাভ কৰোঁ। সকলোৰে বাসস্থান (পৃথিৱী) আৰু মহান্ দ্যুলোকক নমস্কাৰ কৰিছোঁ।।৬।।

## দ্বাদশ সূক্ত (১২)

### (ঋষি আৰু ছন্দ পূৰ্ব্বৱৎ। দেৱতা—উষা।)

উষাই ভগিনীৰূপ ৰাত্ৰিৰ অন্ধকাৰ দূৰ কৰিছে। তাৰ পিছত পোহৰ পেলাই (লৌকিক আৰু বৈদিক) মাৰ্গ মুকলি কৰিছে। উষাৰপৰা আমি দেৱগণে প্ৰদান কৰা অন্নলাভ কৰিম আৰু সুপুত্ৰাদি সহিত শতেক হেমন্ত সুখেৰে অতিবাহিত কৰিম।।১।।

## ত্ৰয়োদশ সূক্ত (১৩)

### (ঋষি—অপ্ৰতিৰথ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

ইন্দ্ৰৰ স্থূল, বাঞ্ছিত ফলবৰ্ষক, প্ৰশংসনীয় (অথবা অলংকাৰশোভিত) বৃষভতুল্য, যি দুটা বাহু, যোগ ক্ষেম প্ৰাপ্তিৰ অৰ্থে মই প্ৰথমে তাৰ পূজা কৰিছোঁ। এই বাহুদ্বয়ে-দেৱবিদ্বেষী অসুৰক পৰাভৱ কৰে।।১।। দ্ৰুত, ষাঁড়গৰুৰ দৰে ভয়ংকৰ, তীক্ষ্ণ, প্ৰবল পৰাক্ৰান্ত, মানুহৰ ক্ষোভকাৰী (বৃষ্টিৰ দ্বাৰা কৃষকৰ অথবা যুদ্ধত শত্ৰুসেনাৰ চাঞ্চল্য সৃষ্টি কৰা।) শত্ৰু আহ্বানকাৰী, অনিমেষ নয়নৰ বিক্ৰমশালী ইন্দ্ৰই অকলেই শত শত শত্ৰুসেনা জয় কৰে।।২।। শত্ৰু আহ্বানকাৰী, অনিমেষ-নয়ন, জয়শীল অবিচলিত, হাতত বাণ ধাৰণ কৰি থকা, কামবৰ্ষক ইন্দ্ৰৰ সহায়ত তোমালোকে জয় লাভ কৰাঁ; হে যোদ্ধাপুৰুষগণ, তোমালোকে শত্ৰুক পৰাভৱ কৰাঁ।।৩।। বাণ ধাৰণ কৰা, খড়গ্‌ধাৰী বশৱৰ্তী অনুচৰগণৰ সৈতে ইন্দ্ৰ শত্ৰুগণৰ জেতা। সোমপায়ী, বাহুবলী, ভয়ংকৰ ধনু ধাৰণ কৰা, বাণনিক্ষেপক ইন্দ্ৰৰ সহায়ত জয়লাভ কৰাঁ।।৪।। শত্ৰুৰ বলৰ বিষয়ে জ্ঞাতা, স্থূলকায়, মহান বীৰ, অন্নযুক্ত, পৰাভৱকাৰী, উগ্ৰ, যাৰ কেউফালে বীৰ অনুচৰ থাকে, শত্ৰুৰ ফালে গমনশীল, শত্ৰুৰ বল জয় কৰোঁতা হে ইন্দ্ৰ, গাইবিলাক জয় কৰি আনিবৰ কাৰণে ৰথত উঠাঁ।।৫।। (এই মন্ত্ৰৰ অৰ্থ ৬।৯৭।৩ মন্ত্ৰৰ সৈতে একে)।।৬।। যুদ্ধক্ষেত্ৰত বলপূৰ্বক প্ৰৱেশকাৰী, উগ্ৰ, বহু প্ৰকাৰৰ মন্যুযুক্ত, অবিচল, শত্ৰুপৰাভৱকাৰী ইন্দ্ৰই আমাৰ সেনাসকলক যুদ্ধত ৰক্ষা কৰক।।৭।। হে বৃহস্পতি, ৰাক্ষসহন্তা তুমি শত্ৰু বিনাশ কৰি কৰি ৰথত উঠি আহাঁ। শত্ৰুক মৰ্দন কৰি, বিপক্ষ সেনাক ভংগ দিয়াই তুমি আমাৰ

(সৈন্যসকলৰ) শৰীৰ ৰক্ষা কৰাঁ।।৮।। (আমাৰ শত্ৰুক পৰাস্ত কৰিবৰ কাৰণে যোৱা) জয়শীল দেৱসেনাগণৰ ইন্দ্ৰ নায়ক হওক; বৃহস্পতি, দক্ষিণা, যজ্ঞ আৰু সোম আগলৈ আহক; মৰুৎগণ মাজত যাওক।।৯।। কামবৰ্ষক ইন্দ্ৰৰ, ৰজা বৰুণৰ, আদিত্যগণৰ আৰু মৰুৎগণৰ উগ্ৰ বল আৱিৰ্ভূত হওক। মহামনা, এই ভুৱনৰ পৰা শত্ৰু উৎখাতকাৰী, শত্ৰুহন্তা দেৱগণৰ জয়ধ্বনিৰ ৰোল উঠক।।১০।। ধ্বজাযুক্ত সংগ্ৰাম উপস্থিত হ'লে ইন্দ্ৰ আমাৰ ৰক্ষক হয় যেন। আমাৰ ধনুৰ্ধৰ সৈন্যগণ জয়ী হওক; আমাৰ বীৰসকল উত্তম হওক; হে দেৱতাসকল, আমাক যুদ্ধত জয়ী কৰাঁ।।১১।।

## চতুৰ্দশ সূক্ত (১৪)

### (ঋষি—অথৰ্বা। দেৱতা—দ্যাবাপৃথিৱী। ছন্দ—ত্ৰিষ্টুপ্।)

শ্ৰেষ্ঠ ফলস্বৰূপ লক্ষ্যস্থানত মই উপনীত হৈছোঁ। আকাশ আৰু পৃথিৱী মোৰ কাৰণে মংগলময় হওক। দিকসমূহ নিৰুপদ্ৰৱ হওক। হে শত্ৰু, আমি তোমাৰ দ্বেষকাৰী নহওঁ। আমাৰ অভয় হওক।।১।।

## পঞ্চদশ সূক্ত (১৫)

### (ঋষি—অথৰ্বা। দেৱতা—ইন্দ্ৰ, মন্ত্ৰোক্তসকল। ছন্দ-বৃহতী, জগতী, পংক্তি, ত্ৰিষ্টুপ্।)

হে ইন্দ্ৰ, আমি য'ৰপৰা ভয় পাইছোঁ, তুমি তাৰপৰা আমাক ভয়হীন কৰাঁ। হে ধনৱান ইন্দ্ৰ, তোমাৰ পালন শক্তিৰ দ্বাৰা তুমি আমাক ৰক্ষা কৰিবলৈ সমৰ্থ। তুমি আমাৰ দ্বেষকাৰীবোৰক বিনষ্ট কৰাঁ; শত্ৰুবোৰক বধ কৰাঁ।।১।। আৰাধনীয় ইন্দ্ৰক আমাৰ অভীষ্ট সিদ্ধিৰ অৰ্থে আহ্বান কৰিছোঁ। আমি যেন দ্বিপদ (মনুষ্য) আৰু চতুষ্পদৰ (পশু) দ্বাৰা সমৃদ্ধ হওঁ। আমাৰ বাঞ্ছিত ফললাভত বাধা দিয়া শত্ৰুসেনাবোৰ যেন আমাৰ ওচৰলৈ আহিব নোৱাৰে। হে ইন্দ্ৰ, আমাৰ শত্ৰুবোৰক সকলো ফালৰপৰা বিনাশ কৰাঁ।।২।। বৃত্ৰহন্তা আৰু বৰেণ্য ইন্দ্ৰই আমাক শত্ৰুৰপৰা ৰক্ষা কৰক। ইন্দ্ৰ আমাৰ অন্ত, মধ্য, সমুখ আৰু পিঠিফালে ৰক্ষক হৈ থাকক।।৩।। হে ইন্দ্ৰ, সৰ্বজ্ঞ তুমি আমাক বিস্তীৰ্ণ লোকলৈ লৈ যোৱাঁ। তুমি আমাৰ ভয়োৎপাদক উপদ্ৰৱ দূৰ কৰোঁতা আৰু বাঞ্ছিত ফলদাতা। হে ইন্দ্ৰ, তোমাৰ স্থূল, উগ্ৰ শত্ৰুবিনাশক বাহুযুগলৰ আশ্ৰয় গ্ৰহণ কৰিছোঁ।।৪।। অন্তৰীক্ষ লোকে আমাক ভয়শূন্য কৰক; দ্যুলোক আৰু ভূলোক আমাৰ অভয়দাতা হওক; পূব-পশ্চিম, উত্তৰ-দক্ষিণ—চাৰিও দিশত আমাৰ অভয় হওক।।৫।। মিত্ৰৰপৰা আমাৰ ভয় নাথাকক; শত্ৰুৰপৰাও ভয় নাথাকক; জ্ঞাত-অজ্ঞাত সমস্ত শত্ৰুৰপৰা আমাৰ অভয় হওক। দিন-ৰাতি আমাৰ কাৰণে ভয়শূন্য হওক। সমস্ত দিশ আমাৰ কাৰণে মিত্ৰৰ নিচিনা হওক।।৬।।

# ষোড়শ সূক্ত (১৬)
## আৰু
# সপ্তশ সূক্ত (১৭)

**(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—অনুষ্টুপ, শক্কৰী, জগতী।)**

পুব দিশত আমাৰ শত্ৰু নোহোৱা কৰক; পশ্চিমদিশত আমাক ভয়ৰহিত কৰক। সৱিতাদেৱে মোক দক্ষিণফালে ৰক্ষা কৰক; শচীপতি ইন্দ্ৰই মোক উত্তৰ দিশত ৰক্ষা কৰক।।১।। আদিত্যগণে দ্যুলোকৰ (বজ্ৰপাত আদিৰ) পৰা ৰক্ষা কৰক, অগ্নিসমূহে পৃথিৱীৰ ভয়ৰপৰা ৰক্ষা কৰক। ইন্দ্ৰ আৰু অগ্নিয়ে সমুখৰ পৰা ৰক্ষা কৰক; অশ্বিনীকুমাৰদ্বয়ে সকলোফালে কল্যাণ কৰক। জাতৱেদা অগ্নিয়ে তিৰ্যক্‌গামীসকলৰপৰা ৰক্ষা কৰক। প্ৰাণীসমূহৰ স্ৰষ্টা দেৱগণ সকলো ফালৰপৰা মোৰ কাৰণে কৱচ হওক।।২।।

+ + +

বসুগণৰ সৈতে অগ্নিয়ে মোক পুবদিশৰপৰা ৰক্ষা কৰক। মই যি ঠাইত খোজ দিম, যি ঠাইত আশ্ৰয় ল'ম, সেই ঠাইট (শয্যাগৃহত) প্ৰৱেশ কৰোঁ। তেওঁ (অগ্নিয়ে) মোক ৰক্ষা কৰক, তেওঁ মোক পালন কৰক; তেওঁৰ উদ্দেশ্যে স্বাহা।।১।। অন্তৰীক্ষৰ সৈতে বায়ুৱে মোক এই দিশৰপৰা ৰক্ষা কৰক। মই যি ঠাইত ইত্যাদি (পূৰ্বমন্ত্ৰৰ দৰে ১০ম মন্ত্ৰ পৰ্যন্ত যোগ কৰি ল'ব)।।২।। ৰুদ্ৰগণৰ সৈতে সোমে মোক এই দিশৰপৰা ৰক্ষা কৰক। মই যি ঠাইত ইত্যাদি।।৩।। আদিত্যগণৰ সৈতে বৰুণে মোক সেই দিশৰ পৰা ৰক্ষা কৰক। মই যি ঠাইত ইত্যাদি।।৪।। দ্যাৱাপৃথিৱীৰ সৈতে সৱিতাই মোক পশ্চিম দিশৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি ।।৫।। ওষধিযুক্ত জলসমূহে মোক এই দিশৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি ।।৬।। বিশ্বসৃষ্টিকৰ্তাই সপ্তৰ্ষিগণৰ সৈতে মোক উত্তৰ দিশৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি।।৭।। মৰুৎগণৰ সৈতে ইন্দ্ৰই মোক এই দিশৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি।।৮।। সৃষ্টি ক্ষমতাসম্পন্ন প্ৰজাপতিয়ে মোক সুদৃঢ় ভূমিৰ ফালৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি।।৯।। সমস্ত দেৱতাৰে সৈতে বৃহস্পতিয়ে মোক উৰ্ধ্ব দিশৰপৰা ৰক্ষা কৰক। যি ঠাইত ইত্যাদি।।১৪।।

# অষ্টাদশ সূক্ত (১৮)

**(ঋষি-অথৰ্বা। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ, অনুষ্টুপ।)**

যিবিলাক হিংসুক শত্ৰুৱে মোক পূৰ্বদিশৰপৰা আক্ৰমণ কৰিব, সিবিলাক বসুগণৰ লগত যুক্ত অগ্নিত পৰি মৰক।।১।। যিবিলাক হিংসুক শত্ৰুৱে মোক সেই দিশৰপৰা

অনিষ্ট কৰিব, সিবিলাক অন্তৰীক্ষৰ সৈতে বায়ুৰ দ্বাৰা বিনষ্ট হ'বলৈ যাওক।।২।। যিবিলাক হিংসুক শত্ৰুৱে মোক দক্ষিণদিশৰপৰা হিংসা কৰিব, সিবিলাক ৰুদ্ৰগণৰ লগত যুক্ত সোমৰ ওচৰত মৰিবলৈ যাওক।।৩।। এই দিশৰপৰা মোক যি হিংসুক শত্ৰুৱে হিংসা কৰিব, সিবিলাক আদিত্যগণৰ সৈতে থকা বৰুণৰ ওচৰত মৰকগৈ।।৪।। যিবিলাক হিংসুক শত্ৰুৱে মোক পশ্চিমদিশৰপৰা অনিষ্ট কৰিব। সিবিলাক দ্যাৱাপৃথিৱী সমন্বিত সূৰ্যৰ ওচৰলৈ গৈ মৰক।।৫।। এই দিশৰপৰা যিবিলাক জিঘাংসু শত্ৰুৱে মোক হিংসা কৰিব, সিবিলাক ওষধিযুক্ত জলসমূহৰ ওচৰত মৰকগৈ।।৬।। উত্তৰ দিশৰপৰা যিবিলাক হিংসুক শত্ৰুৱে মোৰ অনিষ্ট সাধন কৰিব, সিবিলাক সপ্তৰ্ষিগণ-সমন্বিত বিশ্বকৰ্মাৰ ওচৰত মৰকগৈ।।৭।। এই দিশৰপৰা যিবিলাক হিংসুকে মোৰ অনিষ্ট সাধন কৰিব, সিবিলাক মৰুৎগণ-সমন্বিত ইন্দ্ৰৰ ওচৰত মৰকগৈ।।৮।। যিবিলাক হিংসুকে মোক তলফালৰপৰা আক্ৰমণ কৰিব, সিবিলাক সৃজনক্ষম প্ৰজাপতিৰ ওচৰলৈ গৈ মৰক।।৯।। যিবিলাক হিংসুকে মোক ঊৰ্ধ্বদিশৰপৰা অনিষ্ট কৰিব, সিবিলাক সমস্ত দেৱগণ সমন্বিত বৃহস্পতিৰ ওচৰত মৰকগৈ।।১০।।

## ঊনবিংশ সূক্ত (১৯)

**(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—বৃহতী, পংক্তি।)**

মিত্ৰ (নামেৰে খ্যাত অগ্নি স্বনিবাসস্থান) পৃথিৱীৰ পৰা (যি পুৰী বা শয্যাগৃহ ৰক্ষা কৰিবৰ কাৰণে) ওপৰলৈ উঠিছে; মই তোমালোকক তাত প্ৰৱেশ কৰাওঁ। তোমালোকে তাত প্ৰৱেশ কৰাঁ; তাত অধিষ্ঠিত হোৱাঁ, সি তোমালোকক সুখ আৰু (শত্ৰুৰ অভেদ্য) কৱচ দান কৰক।।১।। বায়ু অন্তৰীক্ষৰপৰা ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি (প্ৰথম মন্ত্ৰৰ দৰে শেষৰ মন্ত্ৰ পৰ্যন্ত যোগ দি ল'ব)।।২।। আদিত্য দ্যুলোকৰপৰা ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৩।। নক্ষত্ৰগণৰ সৈতে চন্দ্ৰ ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৪।। ওষধিসমূহৰ সৈতে সোম ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৫।। দক্ষিণাসমূহৰ সৈতে যজ্ঞ ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৬।। নদীসমূহৰ সৈতে সমুদ্ৰ ওপৰলৈ উঠিছে। মই তোমালোকক ইত্যাদি।।৭।। ব্ৰহ্মচাৰীসকলৰ সৈতে বেদ ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৮।। বীৰ্য সহিত ইন্দ্ৰ ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।৯।। অমৃত সহিত দেৱগণ ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।১০।। প্ৰজাগণৰ সৈতে প্ৰজাপতি ওপৰলৈ উঠিছে; মই তোমালোকক ইত্যাদি।।১১।।

## বিংশ সূক্ত (২০)

**(ঋষি—অথর্বা। দেৱতা—মন্ত্ৰক্ত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, জগতী, বৃহতী।)**

(শত্ৰুৱে মানুহৰ কুমন্ত্ৰ প্ৰয়োগ, মায়াকৃত) যি মাৰণকৰ্ম কৰিছে, তাৰপৰা ইন্দ্ৰ-অগ্নি, ধাতা, সৱিতা, বৃহস্পতি, ৰজা সোম, বৰুণ, অশ্বীদ্বয়, যম আৰু পূষাদেৱতাই (আমাক অথবা আমাৰ ৰজাক) ৰক্ষা কৰক।।১।। প্ৰাণীগণৰ পালক মাতৰিশ্বা প্ৰজাপতিয়ে নিজৰ সন্তানসকলৰ ৰক্ষাৰ কাৰণে যি কৱচ প্ৰস্তুত কৰিছিল, দিশ-প্ৰদিশসমূহে যাক পৰিধান কৰিছিল, আমি যেন প্ৰচুৰভাৱে সেই কৱচসমূহ লাভ কৰোঁ।।২।। দ্যুলোকত দীপ্তিমান শৰীৰধাৰী দেৱগণে প্ৰভুত্ব লাভৰ অৰ্থে যি কৱচ ধাৰণ কৰিছিল, ইন্দ্ৰই যাক বৰ্মৰূপে লৈছিল, সেই কৱচে আমাক সকলো ফালৰপৰা ৰক্ষা কৰক।।৩।। দ্যাবাপৃথিৱীয়ে, সূৰ্যই আৰু সমস্ত দেৱগণে যুদ্ধাভিলাষী আমাক (অথবা আমাৰ ৰজাক) কৱচ দান কৰক, যাতে গোপনে ঘূৰি ফুৰা শত্ৰুসেনাই আমাক নাপায়।।৪।।

# তৃতীয় অনুৱাক

## একবিংশ সূক্ত (২১)

**(ঋষি—ব্ৰহ্মা। দেৱতা—ছন্দসমূহ। ছন্দ—বৃহতী।)**

গায়ত্ৰী, উষ্ণিক, অনুষ্টুপ্, বৃহতী, পংক্তি, ত্ৰিষ্টুপ্ আৰু জগতী (—এই ছন্দসমূহলৈ স্বাহা)।।১।।

## দ্বাবিংশ সূক্ত (২২)

**(ঋষি—অঙ্গিৰা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—জগতী প্ৰভৃতি।)**

অঙ্গিৰাবংশীয়সকলৰ উদ্দেশ্যে প্ৰথমে পাচোঁটি অনুৱাকৰ দ্বাৰা আহুতি প্ৰদান কৰিছোঁ।।১।। ষষ্ঠৰ উদ্দেশ্যে স্বাহা।।২।। সপ্তম-অষ্টমৰ উদ্দেশ্যে স্বাহা।।২।। নীলনখ ঋষিৰ উদ্দেশ্যে, হৰিতৰ উদ্দেশ্যে, ক্ষুদ্ৰ নামৰ ঋষিৰ উদ্দেশ্যে, পৰ্যায়িকসকলৰ উদ্দেশ্যে, প্ৰথম শংখসকলৰ উদ্দেশ্যে, দ্বিতীয়, তৃতীয় শংখসকলৰ উদ্দেশ্যে, উপোত্তমসকলৰ উদ্দেশ্যে, উত্তমসকলৰ উদ্দেশ্যে, উত্তৰ সকলৰ উদ্দেশ্যে, ঋষিসকলৰ উদ্দেশ্যে, শিখীসকলৰ উদ্দেশ্যে, গণসকলৰ উদ্দেশ্যে, মহাগণসকলৰ উদ্দেশ্যে, বিদ্বান অঙ্গিৰাসকলৰ উদ্দেশ্যে, পৃথক-সহস্ৰৰ উদ্দেশ্যে, ব্ৰহ্মা নামৰ ঋষিৰ উদ্দেশ্যে সুন্দৰ আহুতি প্ৰদান কৰা হওক।।৩-২০।। জ্যেষ্ঠ ব্ৰহ্মা সকলোৰে ভিতৰত বীৰ্যশালী। (সৃষ্টিৰ) পূৰ্বে জ্যেষ্ঠ ব্ৰহ্মাই দ্যুলোক বিস্তাৰিত কৰিছিল। সৃষ্টসকলৰ ভিতৰত সৰ্বপ্ৰথম জন্মগ্ৰহণ কৰিছিল ব্ৰহ্মাই। গতিকে ব্ৰহ্মাৰ লগত কোনে স্পৰ্ধা কৰিব পাৰে?।।২১।।

## ত্ৰয়োবিংশ সূক্ত (২৩)

**(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—বৃহতী, ত্ৰিষ্টুপ্, পংক্তি, গায়ত্ৰী, জগতী।)**

অথৰ্ববংশীয়সকলৰ চাৰি ঋকমন্ত্ৰ, পঞ্চঋক্, ছয়, সাত, আঠ, ন, দহ, এঘাৰ, বাৰ; তেৰ, চৌদ্ধ, পোন্ধৰ, যোল্ল, সোতৰ, ওঠৰ, ঊনৈছ, বিছসংখ্যক ঋক্ মন্ত্ৰ, (বিংশতিকাণ্ডাত্মক বেদৰূপ) মহাকাণ্ড, তৃচ, একৰ্চ, ক্ষুদ্ৰ (যজুৰ্মন্ত্ৰসমূহ), একানৃচ, ৰোহিতগণ, সূৰ্যগণ ব্ৰাত্যদ্বয়, প্ৰাজাপত্যদ্বয়, বিষাসহি, মাংগলিক আৰু ব্ৰহ্মা নামৰ ঋষিলৈ স্বাহা।।১-২৯।। (এই মন্ত্ৰৰ অৰ্থ ১৮।২২।২১ মন্ত্ৰৰ সৈতে একে)।।৩০।।

## চতুৰ্বিংশ সূক্ত (২৪)

**(ঋষি—অথৰ্বা। দেৱতা—মন্ত্ৰোক্তসকল। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, গায়ত্ৰী।)**

দেৱতাসকলে সৱিতাক যাৰদ্বাৰা সকলোফালে আচ্ছাদন কৰিছিল, হে ব্ৰহ্মণস্পতি, (সেই বস্ত্ৰৰ দ্বাৰা অথবা) সেই কৰ্মৰ দ্বাৰা এই ৰজাক ৰাজ্য ৰক্ষাৰ নিমিত্তে আচ্ছাদিত কৰাঁ।।১।। হে ইন্দ্ৰ, তুমি এওঁক আয়ুস আৰু ক্ষত্ৰবলৰ নিমিত্তে প্ৰতিষ্ঠা কৰাঁ। যাতে এওঁ চিৰকাল বলশালী হৈ থাকে, সেই উদ্দেশ্যে এওঁক বৃদ্ধাৱস্থা পৰ্যন্ত আয়ুষ্মান কৰাঁ।।২।। হে সোম, এওঁক মহান শ্ৰোত্ৰাদিৰ উপলব্ধিৰ নিমিত্তে প্ৰতিষ্ঠা কৰাঁ। যাতে এওঁ চিৰকাল শ্ৰৱণাদি ইন্দ্ৰিয় শক্তিমান কৰি জাগৃত হৈ থাকে সেই উদ্দেশ্যে ইত্যাদি (২য় মন্ত্ৰৰ দৰে)।।৩।। (এই মন্ত্ৰৰ অৰ্থ ২।১৩।২ মন্ত্ৰৰ সৈতে একে) ।।৪।। (হে যজমান) তুমি এই বস্ত্ৰ পৰিধান কৰাঁ; বৃদ্ধকাল পৰ্যন্ত সুন্দৰকৈ অতিবাহিত কৰাঁ. গাইবিলাকৰ পালক হৈ থাকাঁ। শত শৰৎ জীৱিত থাকি ধন-সমৃদ্ধি লাভ কৰাঁ।।৫।। (এই মন্ত্ৰৰ অৰ্থ ২।১৩।৩ মন্ত্ৰৰ সৈতে একে)।।৬।। আমি সখাস্বৰূপে ইন্দ্ৰক নোপোৱা বস্তু পাবৰ কাৰণে, অন্ন আদি লাভ কৰিবৰ কাৰণে আৰু আমাৰ ৰক্ষাৰ উদ্দেশ্যে আহ্বান কৰিছোঁ।।৭।। (হে যজমান) তুমি সুবৰ্ণ কান্তি লাভ কৰি, জৰাৰহিত হৈ, সুদক্ষ পুত্ৰাদি লাভ কৰি সন্তান-সন্ততিৰ সৈতে এই গৃহত প্ৰৱেশ কৰাঁ। অগ্নি, সোম, বৃহস্পতি, সৱিতা আৰু ইন্দ্ৰই এই কথা কৈছে।।৮।।

## পঞ্চবিংশ সূক্ত (২৫)

**(ঋষি—গোপথ। দেৱতা—বাজী। ছন্দ—অনুষ্টুপ্।)**

(হে অশ্ব,) তোমাক সৃষ্টিৰ আদিতে উৎপন্ন হোৱা শ্ৰান্তিৰহিত অশ্বৰ মনৰ লগত যুক্ত কৰিছোঁ। নদীপ্ৰবাহে দুয়োপাৰ প্লাৱিত কৰি ওপচাই পেলোৱাৰ দৰে তুমি যুদ্ধৰ কাৰণে গোট খোৱা শত্ৰুসৈন্যক অতিক্ৰম কৰাঁ। তুমি শীঘ্ৰে যাত্ৰা কৰাঁ।।১।।

## ষড়্‌বিংশ সূক্ত (২৬)

**(ঋষি—অথৰ্বা। দেৱতা—হিৰণ্য, অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, পংক্তি।)**

অগ্নিৰপৰা উৎপন্ন হোৱা যি সুবৰ্ণ মৰণশীল মনুষ্যৰ ওচৰত অমৃতৰূপে থাকে, যিজনে এই সুবৰ্ণ চিনি পায়, তেৱেঁই তাক ধাৰণ কৰাৰ যোগ্য ব্যক্তি হয়। যি এই সুবৰ্ণ ধাৰণ কৰে তেওঁৰ বৃদ্ধাৱস্থাতহে মৃত্যু হয়।।১।। পুত্ৰাদি প্ৰজাযুক্ত মনুসকলে যি সুবৰ্ণক সৰ্বপ্ৰথমে ধাৰণ কৰিছিল, যি সুন্দৰ বৰণৰ স্বৰ্ণক সূৰ্যৰপৰা লাভ কৰিছিল, (মনুসকলে ধাৰণ কৰা) সেই স্বৰ্ণই তোমাৰ শৰীৰ কান্তিমান কৰক। যি স্বৰ্ণ ধাৰণ কৰে, তেওঁ আয়ুষ্মান হয়।।২।। এই স্বৰ্ণই তোমাক আয়ুষ্মান কৰক; তেজস্বী, ওজস্বী আৰু বলবান কৰক। সুবৰ্ণৰ দৰে তুমি তেজস্বিতাৰ দ্বাৰা জনগণৰ মাজত দীপ্তিমান হৈ থাকা।।৩।। ৰজা বৰুণে যাৰ (মহিমাৰ) কথা জানে, বৃহস্পতি দেৱতায়ো জানে আৰু বৃত্ৰহন্তা ইন্দ্ৰয়ো জানে, সেই স্বৰ্ণই তোমাক আয়ুস আৰু তেজ দান কৰক।।৪।।

# চতুৰ্থ অনুৱাক

## সপ্তবিংশ সূক্ত (২৭)

(ঋষি—ভৃগু—অঙ্গিৰা। দেৱতা—ত্ৰিবৃৎ। ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ্, জগতী, উষ্ণিক্, শক্বৰী।)

(হে ত্ৰিবৃৎ নামৰ মণি ধাৰণ কৰা মানুহজন,) গাইসমূহৰ সৈতে দলপতি বৃষভে তোমাক ৰক্ষা কৰক। প্ৰজনন সমৰ্থ অশ্বই দ্ৰুতগামী অশ্বৰ সৈতে তোমাক ৰক্ষা কৰক। বায়ুৱে তোমাক ব্ৰহ্মাৰ দ্বাৰা (যজ্ঞৰ দ্বাৰা বা অন্তৰীক্ষৰ সৈতে) ৰক্ষা কৰক। ইন্দ্ৰই ইন্দ্ৰিয়সমূহৰ দ্বাৰা তোমাক পালন কৰক।।১।। ওষধিসমূহৰ সৈতে সোমে তোমাক পালন কৰক। নক্ষত্ৰসমূহৰ সৈতে সূৰ্যই তোমাক পালন কৰক। মাহসমূহৰ সৈতে চন্দ্ৰই তোমাক পালন কৰক। প্ৰাণবায়ুৰে সৈতে বায়ুৱে তোমাক ৰক্ষা কৰক।।২।। তিনি প্ৰকাৰৰ স্বৰ্গ, তিনি প্ৰকাৰৰ অন্তৰীক্ষ, তিনি প্ৰকাৰৰ পৃথিৱী, চাৰি সমুদ্ৰ, ত্ৰিবৃৎ স্তোম, ত্ৰিবৃৎ জল—এই সকলোৱে ত্ৰিবৃৎমণিৰে অভিন্ন হৈ তোমাক ৰক্ষা কৰক।।৩।। (সোণ, ৰূপ আৰু লোহাৰূপ ত্ৰিবৃৎমণি ধাৰণ কৰা হে মানুহজন,) তিনি স্বৰ্গ, তিনি সমুদ্ৰ, তিনি আদিৎ, তিনি লোক, তিনি বায়ু আৰু তিনি সূৰ্যক মই তোমাৰ ৰক্ষক পাতিছোঁ।।৪।। হে অগ্নি, মই তোমাক আজ্যঘৃতৰ দ্বাৰা বৰ্ধিত কৰিছোঁ; ঘৃতেৰে তোমাক সিক্ত কৰিছোঁ। (হে ত্ৰিবৃৎমণিধাৰী,) অগ্নি, চন্দ্ৰ আৰু সূৰ্যৰ

অনুগ্ৰহত তোমাৰ প্ৰাণ মায়াবী অসুৰে যেন হৰণ কৰিব নোৱৰা হয়।।৫।। (হে ৰাজন্,) মায়াবী অসুৰবোৰে যেন তোমালোকৰ প্ৰাণ হৰণ কৰিব নোৱাৰে; তোমালোকৰ অপান বায়ু আৰু তেজ হৰণ কৰিব নোৱাৰে। হে দীপ্যমান, বিশ্বক জানোতা দেৱগণ, এওঁলোকৰ প্ৰাণৰক্ষাৰ উদ্দেশ্যে তোমালোক শীঘ্ৰে ৰথত উঠি আহাঁ।।৬।। (অগ্নি প্ৰজ্বলন কৰাজনে মুখৰ) প্ৰাণবায়ুৰে অগ্নিক সংযুক্ত কৰে; বায়ু প্ৰাণবায়ুৰ লগত মিলিত হয়। প্ৰাণৰ দ্বাৰায়ে দেৱগণে বিশ্বৰ সৰ্বতোমুখী সূৰ্যক উৎপন্ন কৰিছিল।।৭।। (হে মণিধাৰী, তপস্যাদিৰ দ্বাৰা) দীৰ্ঘায়ু হোৱা মহৰ্ষিসকলৰ আয়ুসেৰে তুমি জীয়াই থাকাঁ; মৃত্যুৰ মুখত নপৰিবা। আত্মবানসকলৰ প্ৰাণেৰে তুমি জীয়াই থাকাঁ; মৃত্যুৰ বশ নহ'বা।।৮।। দেৱগণে গোপন কৰি ৰখা স্বৰ্ণৰূপ নিধি ইন্দ্ৰই দেৱযান পথেৰে গৈ তাক লাভ কৰিছিল। যি নিধি ত্ৰিবৃৎজলে ৰক্ষা কৰিছিল, সেই জলে ত্ৰিবৃৎমণিৰূপ দেহেৰে তোমাক ৰক্ষা কৰক।।৯।। তেত্ৰিছ দেৱতাই আৰু তিনি প্ৰকাৰৰ বীৰত্বই অতি প্ৰিয় সেই নিধি পানীৰ মাজত লুকুৱাই থৈছিল। চন্দ্ৰত যি সুবৰ্ণ আছে, তাৰ দ্বাৰা এই মানুহজনে বীৰকৰ্ম কৰক।।১০।। দ্যুলোকত যি একাদশ আদিত্য আছে, তেওঁলোকে এই আহুতি ভোগ কৰক। অন্তৰীক্ষত যি একাদশ ৰুদ্ৰ আছে তেওঁলোকে এই আহুতি ভোগ কৰক। পৃথিৱীত যি একাদশ দেৱতা আছে তেওঁলোকে এই আহুতি ভোগ কৰক।।১১-১৩।। (১৪, ১৫ মন্ত্ৰৰ অৰ্থ ১৮।১৬।১ আৰু ২ মন্ত্ৰৰ সৈতে একে)।।১৪-১৫।।

## অষ্টাৱিংশ সূক্ত (২৮)

### (ঋষি—ব্ৰহ্মা। দেৱতা—দৰ্ভমণি। ছন্দ—অনুষ্টুপ্।)

দীৰ্ঘায়ু আৰু তেজ লাভ কৰিবৰ কাৰণে এই (দৰ্ভনিৰ্মিত) মণি তোমাক বান্ধি দিছো। দৰ্ভই শত্ৰুনাশ কৰে আৰু সিহঁতৰ হৃদয়ত সন্তাপ দিয়ে।।১।। হে দৰ্ভমণি, তুমি দ্বেষকাৰীবিলাকৰ হৃদয় সন্তপ্ত কৰি, শত্ৰুৰ মনত তাপ দি, দুষ্ট হৃদয়ৰ মানুহৰ সকলো নাশ কৰি সূৰ্যৰ নিচিনাকৈ সন্তপ্ত কৰাঁ।।২।। হে দৰ্ভমণি, তুমি গ্ৰীষ্মকালৰ দৰে দ্বেষকাৰীৰ হৃদয়ত তাপ দি তাক থকা-সৰকা কৰা। ইন্দ্ৰই শত্ৰুৰ বল নাশ কৰাৰ দৰে তুমিও শত্ৰুৰ হৃদয় বিদীৰ্ণ কৰাঁ।।৩।। হে দৰ্ভমণি, তুমি মোৰ দ্বেষকাৰী শত্ৰুবিলাকৰ হৃদয় চিৰি পেলোৱাঁ; গৃহাদি নিৰ্মাণৰ কাৰণে মাটিৰ চৰ্মৰূপ তৃণাদি উঘালি পেলোৱাৰ দৰে শত্ৰুবিলাকৰ মূৰ ছিঙি পেলোৱাঁ।।৪।। হে দৰ্ভমণি, তুমি মোৰ শত্ৰুবিলাকক বিদীৰ্ণ কৰাঁ; মোৰ বিৰোধীবিলাকক বিদীৰ্ণ কৰাঁ। দুষ্ট হৃদয়ৰ শত্ৰুবিলাকক চিৰাচিৰ কৰাঁ; মোৰ দ্বেষকাৰীবিলাকক বিদীৰ্ণ কৰাঁ।।৫।। (৬-১০ মন্ত্ৰ পৰ্যন্ত অনুবাদ ৫ মন্ত্ৰৰ দৰে হ'ব; কেৱল মূলত কাটি পেলোৱা, ছিঙি পেলোৱা ইত্যাদি সমাৰ্থক বিভিন্ন ধাতু প্ৰয়োগ কৰা হৈছে)।।৬-১০।।

## উনত্ৰিংশ সূক্ত (২৯)

**(ঋষি—ব্ৰহ্মা। দেৱতা—দৰ্ভমণি। ছন্দ—ত্ৰিষ্টুপ্।)**

হে দৰ্ভমণি, মোৰ শত্ৰুবিলাকক খণ্ড-বিখণ্ড কৰাঁ; মোৰ বিৰুদ্ধে সৈন্য গোটোৱাসকলক খণ্ড-বিখণ্ড কৰাঁ; দুষ্টহৃদয়ৰ শত্ৰুবিলাকক খণ্ডিত কৰাঁ; মোক দ্বেষকৰা মানুহবিলাকক খণ্ড-খণ্ড কৰাঁ।।১।। (ইয়াৰ পিছত প্ৰত্যেকটো মন্ত্ৰত কেৱল ক্ৰিয়াপদ কেইটাহে সলনি হৈছে; বাকী অৰ্থ একেই। ক্ৰিয়াপদখিনি হৈছে এই —নাশ কৰাঁ, অৱৰুদ্ধ কৰাঁ, মাৰি পেলোৱাঁ, মথি পেলোৱাঁ, চূৰ্ণ-বিচূৰ্ণ কৰাঁ, তাপিত কৰাঁ, দগ্ধ কৰাঁ আৰু বধ কৰাঁ) ।।২-৯।।

## ত্ৰিংশ সূক্ত (৩০)

**(ঋষি, দেৱতা—পূৰ্ব্ববৎ। ছন্দ—অনুষ্টুপ্।)**

হে দৰ্ভ, তোমাৰ গাঁঠিয়ে পতি যি শত শত জৰামৃত্যু পৰিহাৰ কৰোৱা কৱচ আছে, তাৰে এই মানুহজনক বৰ্মৰক্ষিত কৰাঁ; বীৰ্যৰ দ্বাৰা এওঁৰ শত্ৰুবিলাকক বধ কৰাঁ।।১।। হে দৰ্ভ, তোমাৰ শতশত বৰ্ম আছে আৰু সহস্ৰ সহস্ৰ বীৰত্ব আছে। এই মানুহজনক (অথবা ৰজাৰ) জৰা পৰ্যন্ত দীৰ্ঘজীৱনৰ অৰ্থে দেৱতাসকলে তোমাক ধাৰণ কৰিবলৈ দিছে।।২।। হে দৰ্ভ, তোমাক দেৱতাসকলৰ কৱচ বোলে। হে ব্ৰহ্মণস্পতি, তোমাক ইন্দ্ৰৰ কৱচ বোলে। তুমি ৰাষ্ট্ৰ ৰক্ষা কৰি থাকা।।৩।। হে দৰ্ভ, তোমাক বিপক্ষ ক্ষয়কাৰী, আমাক বিদ্বেষ কৰোঁতাবিলাকৰ হৃদয় দহনকাৰী, ক্ষত্ৰিয় বলবৰ্ধক আৰু শৰীৰ-ৰক্ষক মণি কৰিছোঁ।।৪।। যি মেঘৰপৰা ধাৰাসাৰে পানী পৰে, তাত গাজনিৰে সৈতে যি হিৰণ্যময় বিন্দু প্ৰকাশ পায়, তাৰপৰাই দৰ্ভৰ জন্ম।।৫।।

## একত্ৰিংশ সূক্ত (৩১)

**(ঋষি—সবিতা, পুষ্টিকাম। দেৱতা—ঔদুম্বৰমণি। ছন্দ—অনুষ্টুপ, ত্ৰিষ্টুপ্, পংক্তি, শক্কৰী।)**

(পুষ্টিকামী মানুহৰ কাৰণে) পূৰ্বে বিধাতাই এই ডিমৰু গছেৰে নিৰ্মিত মণিৰ প্ৰয়োগ কৰিছিল। সবিতাই গোষ্ঠত সকলো পশুৰ বৃদ্ধি সাধন কৰক।।১।। আমাৰ যি গাৰ্হপত্য অগ্নি আছে, সেই অগ্নি পশুবিলাকৰ পালনকৰ্তা হওক। বাঞ্ছিত ফলবৰ্ষক এই ডিমৰু-নিৰ্মিত মণিয়ে আমাৰ পুষ্টি সাধন কৰক।।২।। প্ৰচুৰ গোবৰ, ধান আদি ফচল আৰু ভূমি আমাৰ গৃহত হয় যেন। ঔদুম্বৰমণিৰ শক্তিৰে বিধাতাই মোৰ পুষ্টি বিধান কৰক।।৩।। এই ঔদুম্বৰমণি ধাৰণ কৰি মই দ্বিপাদ (মনুষ্য), চতুষ্পাদ (গৰু-

ছাগলী আদি), ধান আদি অন্ন আৰু গাখীৰ আদি ৰস প্ৰচুৰ পৰিমাণে লাভ কৰিম।।৪।। মই দ্বিপাদ আৰু চতুষ্পাদ প্ৰাণী তথা ধান-যৱ আদিৰ পুষ্টি লাভ কৰিম। এই ঔদুম্বৰমণিৰ দ্বাৰা বৃহস্পতি আৰু সৱিতাই মোক পশুসমূহৰ দুগ্ধ আৰু শস্যসমূহৰ সাৰভূত অংশ প্ৰদান কৰক।।৫।। মই পশুবিলাকৰ অধিপতি হওঁ যেন। পুষ্টিপতি দেৱতাই মোক পশু আদিৰে পুষ্ট কৰক। ঔদুম্বৰমণিয়ে মোক সম্পত্তি প্ৰদান কৰক।।৬।। মই ইন্দ্ৰৰ অনুগ্ৰহত বাঞ্ছিত তেজ সমন্বিতে এই মণি লাভ কৰিছোঁ। পুত্ৰ-নাতি, পশু আৰু ধনেৰে সৈতে এই মণি মোৰ ওচৰত থাকক।।৭।। ই দেৱমণি, শত্ৰুনাশক, ধনপ্ৰদ আৰু ধনলাভকাৰক। ই আমাৰ পশুবিলাকৰ, অন্নৰ আৰু গাইবিলাকৰ প্ৰচুৰ বৃদ্ধি সাধন কৰক।।৮।। হে বনস্পতি (ডিমৰু গছৰ কাঠেৰে নিৰ্মিত মণি), তুমি পূৰ্বে পুষ্টিৰ সৈতে জন্ম লাভ কৰিছা। সৰস্বতীয়ে সেইকাৰণে তোমাৰ দ্বাৰা মোৰ ধন বৃদ্ধি কৰক।।৯।। সৰস্বতী, সিনীৱালী দেৱী আৰু ঔদুম্বৰমণিয়ে মোৰ ওচৰলৈ ধন-ধান আৰু দুগ্ধৰ সমৃদ্ধি পঠাই দিয়ক।।১০।। হে ঔদুম্বৰমণি, পোষণকৰ্তা প্ৰজাপতিয়ে উৎপন্ন কৰাৰ কাৰণে তুমি সকলো মণিৰ অধিপতি আৰু বাঞ্ছিত ফল বৰ্ষণকাৰী। তোমাৰ দ্বাৰা মই যেন বহুবিধ ধন-ধান, সোণ-ৰূপ ৰত্ন লাভ কৰোঁ। তুমি যেন অলাভ, দৰিদ্ৰতা আৰু ক্ষুধাক আমাৰ পৰা বহু আঁতৰত ৰাখা।।১১।। হে মণি, তুমি গ্ৰামণীস্বৰূপ, আমাক বাঞ্ছিত ফল দান কৰাঁ। তুমি তেজোময়, মোক তেজস্বিতাৰে সিক্ত কৰাঁ। তুমি ধনস্বৰূপ, মোক ধনৱান কৰাঁ।।১২।। তুমি পুষ্টিস্বৰূপ, মোক পুষ্ট কৰাঁ, তুমি গৃহস্থ, মোক গৃহপতি কৰাঁ। হে মণি, সৰ্ববীৰসমৃদ্ধ ধন তুমি আমাত স্থাপন কৰাঁ। প্ৰচুৰ ধনলাভৰ অৰ্থে মই তোমাক বান্ধি লৈছোঁ।।১৩।। এই ঔদুম্বৰমণি বীৰ (শত্ৰুনাশক), তাক মই শত্ৰুনাশৰ অৰ্থে বান্ধি লৈছো। এই মণিয়ে আমাক মধুযুক্ত ধন প্ৰদান কৰক আৰু সকলো প্ৰকাৰৰ দক্ষ পুত্ৰাদিৰে সমৃদ্ধ কৰক।।১৪।।

## দ্বাত্ৰিংশ সূক্ত (৩২)

**(ঋষি—আয়ুষ্কাম ভৃগু। দেৱতা—দৰ্ভ। ছন্দ—অনুষ্টুপ, বৃহতী, ত্ৰিষ্টুপ, জগতী।)**

শত কাণ্ড (পাব) থকা, সহস্ৰ সহস্ৰ পাতেৰে পৰিপূৰ্ণ, ছিঙিবলৈ টান, উগ্ৰ ওষধিৰূপ যি দৰ্ভ, তাৰে মই তোমাক দীৰ্ঘায়ুলাভৰ অৰ্থে বন্ধন কৰিছোঁ।।১।। যাক পাত নিছিঙা দৰ্ভেৰে মঙ্গলৰ অৰ্থে বন্ধন কৰিছে, তেওঁৰ (যমদূত আদিয়ে) চুলি নাটানে আৰু তেওঁৰ বুকুত আঘাত নকৰে।।২।। হে সহস্ৰ পাবযুক্ত দৰ্ভ, তোমাৰ আগটোৰে দ্যুলোক ব্যাপি আছে; তুমি সমগ্ৰ পৃথিৱীতে দৃঢ়ভাৱে প্ৰতিষ্ঠিত। তোমাৰ দ্বাৰা মই এই মানুহজনৰ আয়ুস বৃদ্ধি কৰিছোঁ।।৩।। তুমি তিনি বিধ দ্যুলোক আৰু

তিনি বিধ ভূলোক আগুৰি আছা। মই তোমাৰ দ্বাৰা শত্ৰুৰ জিভা বান্ধি পেলাইছোঁ আৰু বাক্য ৰুদ্ধ কৰিছোঁ।।৪।। তুমি শত্ৰু-পৰাতৰকাৰী বলযুক্ত আৰু মই শক্তিসম্পন্ন। আমি দুয়ো শক্তিশালী গোট খাই শত্ৰুক বিনষ্ট কৰিম।।৫।। তুমি আমাৰ শত্ৰু নাশ কৰাঁ; আমাৰ বিৰুদ্ধে যুদ্ধ কৰাবিলাকক পৰাভূত কৰাঁ; দুষ্ট হৃদয়ৰ লোকবিলাকক পৰাভূত কৰাঁ। মোৰ মিত্ৰসকলক বৰ্ধন কৰাঁ।।৬।। দেৱতাৰপৰা উৎপন্ন হোৱা, দ্যুলোকৰ স্তম্ভস্বৰূপ এই দৰ্ভৰদ্বাৰা মই মানুহক দীৰ্ঘজীৱী কৰিম, ধনহীনক ধনী কৰিম।।৭।। হে দৰ্ভ, তোমাক ধাৰণ কৰা মোক ব্ৰাহ্মণ, ক্ষত্ৰিয়, শূদ্ৰ আৰু বৈশ্যগণৰ (আৰ্যৰ) প্ৰিয়পাত্ৰ কৰাঁ; যাক মই কামনা কৰোঁ সেই প্ৰতিকূল লোকসকলক মোৰ প্ৰিয় কৰাঁ।।৮।। যি দৰ্ভই জাত হৈয়েই পৃথিৱীক দৃঢ় কৰিছে, দ্যুলোক আৰু অন্তৰীক্ষক স্থিৰ কৰিছে, সেই দৰ্ভমণি ধাৰণ কৰা লোকক পাপে নপৰশে। সেই অন্ধকাৰ-নিবাৰক মণিয়ে আমাক পোহৰ দিয়ক।।৯।। শত্ৰুনাশক, বলশালী, শতকাণ্ডযুক্ত দৰ্ভ ওষধিসমূহৰ ভিতৰত অগ্ৰগণ্য হৈ জন্ম হৈছে। সেই দৰ্ভই আমাক সকলোফালে ৰক্ষা কৰক। তাৰ সহায়ত আমি যুদ্ধত সমবেত হোৱা শত্ৰুসেনাবিলাকক পৰাস্ত কৰিম।।১০।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

### (ঋষি—ভৃগু। দেৱতা—দৰ্ভ। ছন্দ—জগতী, ত্ৰিষ্টুপ্, পংক্তি।)

বহু মূল্যৱান, শত কাণ্ডযুক্ত, বলৱান, জলৰ কাৰণে অগ্নিসদৃশ (শোষক), লতাবিলাকৰ ভিতৰত ৰাজসূয় তুল্য এই দৰ্ভই আমাক সকলো ফালৰপৰা ৰক্ষা কৰক। এই দেৱমণিয়ে আমাক আয়ুষ্মান কৰক।।১।। (হোমৰ পিছত থাকি যোৱা) ঘিঁউৰে লেট খোৱা, মৌ আৰু গাখীৰ লাগি থকা, বলশালী, মাটি সুদৃঢ় কৰা, স্থিৰ, শত্ৰুৰ অপসাৰণকাৰী হে দৰ্ভ, তুমি শত্ৰুবোৰক অপসাৰণ কৰি, সিহঁতক তল পেলাই, অতি শক্তিশালী ওষধিসমূহৰ শক্তিৰে আৰোহণ কৰাঁ।।২।। তুমি বলৰ দ্বাৰা ভূমি অতিক্ৰম কৰিছা; তুমি সুন্দৰ হিংসাৰহিত যজ্ঞৰ বেদীত অধিষ্ঠিত হৈছা। পাৱনকাৰী তোমাক ঋষিসকলে ধাৰণ কৰিছে। তুমি আমাক পাপৰপৰা শোধিত কৰাঁ।।৩।। অতি তীক্ষ্ণ, সকলো ওষধি তথা মণিৰ ভিতৰত ৰজা, সহনক্ষম, অসুৰনাশক, বিশ্বৰ দ্ৰষ্টা, দেৱগণৰ ওজঃস্বৰূপ, উগ্ৰ বলৰূপ, এই দৰ্ভ। জৰা পৰিহাৰ তথা মংগলৰ অৰ্থে তোমাক এই দৰ্ভমণি বান্ধি দিছোঁ।।৪।। (হে ৰক্ষাকামী পুৰুষ), তুমি এই দৰ্ভৰ দ্বাৰা বীৰত্বপূৰ্ণ কাম সমাধা কৰাঁ। দৰ্ভ ধাৰণ কৰি তুমি ব্যথিত নহ'বা; বলৰ দ্বাৰা অন্যক অতিক্ৰম কৰি তুমি সূৰ্যৰ দৰে চাৰিও দিশত প্ৰকাশ পাই থাকাঁ।।৫।।

# পঞ্চম অনুৱাক

## চতুস্ত্রিংশ সূক্ত (৩৪)

**(ঋষি—অঙ্গিৰা। দেৱতা—জঙ্গিড় বনস্পতি। ছন্দ—অনুষ্টুপ্।)**

হে জঙ্গিড় (নামৰ ওষধিৰপৰা প্ৰস্তুত মণি), তুমি জঙ্গিড় (কুমন্ত্ৰজনিত কৰ্মৰ বিনাশক)। তুমি সকলো ভয়ৰপৰা ৰক্ষাকৰ্তা। আমাৰ দ্বিপাদ (মনুষ্য) আৰু চতুষ্পাদ (গৰু-ম'হ আদি) সমূহক জঙ্গিৰে ৰক্ষা কৰক।।১।। যি তেপন্নটি অনিষ্টকাৰক কৃত্যা (কুমন্ত্ৰৰ উদ্দেশ্যে মাটিৰে বা কাঠেৰে সজা পুতলা) আছে, সেইবিলাকৰ যি শতসংখ্যক নিৰ্মাতা আছে, সেই সকলোকে জঙ্গিৰে বীৰ্যহীন আৰু ৰসহীন কৰক।।২।। এই জঙ্গিড়ে (কুমন্ত্ৰৰ দ্বাৰা উৎপন্ন) ধ্বনি নিৰৰ্থক কৰক। (নাকৰ দুটা, চকুৰ দুটা, কাণৰ দুটা আৰু মুখ, এই) সপ্তৰন্ধ্ৰত উৎপন্ন হোৱা শব্দও অসাৰ কৰক। হে জঙ্গিড়মণি, তুমি বাণধাৰীয়ে বাণ পেলোৱাৰ দৰে (মণিধাৰকজনৰ) দৰিদ্ৰতা পাতিত কৰাঁ।।৩।। জঙ্গিড়মণি শত্ৰুকৃত কৃত্যানাশক, শত্ৰুবিনাশক আৰু বলশালী। ই আমাৰ আয়ুস বৃদ্ধি কৰক।।৪।। জঙ্গিড়ৰ সেই মহিমাই আমাক সকলোফালে ৰক্ষা কৰক। সেই মহিমাই বিষ্কন্ধ নামৰ বাতৰোগ বলেৰে নাশ কৰে। আৰু সংস্কন্ধ ৰোগ নিৰাময় কৰে।।৫।। এতিয়া পৃথিৱীত অৱস্থান কৰা তোমাক, হে জঙ্গিড়, দেৱগণে তিনিবাৰ সৃষ্টি কৰিছিল। আগৰ ব্ৰাহ্মণ বংশত জন্মা অঙ্গিৰাসকলে এই কথা জানে।।৬।। পূৰ্বে উৎপন্ন হোৱা কোনো ওষধিয়ে তোমাক অতিক্ৰম কৰিব পৰা নাই; নতুনবিলাকেও তোমাক চেৰ পেলাব পৰা নাই। কাৰণ জঙ্গিড় (শত্ৰু আৰু ৰোগ আদিৰ) নিবাৰক, উগ্ৰ বলসম্পন্ন, ৰক্ষাকৰ্তা, আৰু মঙ্গলসাধক।।৭।। হে অমিত বীৰ্যশালী জঙ্গিড়, (কৃত্যা আদি কাৰ্যত) তুমি গ্ৰহণীয়; উগ্ৰবলশালী কোনোবাই তোমাক গ্ৰাস কৰিব পাৰে বুলি ইন্দ্ৰই তোমাক অপৰিসীম সামৰ্থ্য দান কৰিছে।।৮।। হে বনস্পতি, উগ্ৰ শক্তিসম্পন্ন ইন্দ্ৰই তোমাত উগ্ৰ সামৰ্থ্য স্থাপন কৰিছে। গতিকে তুমি সমস্ত ৰোগ দূৰ কৰি, হে ওষধি, ৰাক্ষস নিধন কৰাঁ।।৯।। আশৰীক, বিশৰীক, বলাস, পৃষ্ঠ্য, তক্মা, বিশ্বশাৰদ আদি সকলো ৰোগ জঙ্গিড়মণিয়ে সাৰহীন কৰক।।১০।।

## পঞ্চত্রিংশ সূক্ত (৩৫)

**(ঋষি—অঙ্গিৰা। দেৱতা—বনস্পতি জঙ্গিড়। ছন্দ—অনুষ্টুপ্, পংক্তি, ত্ৰিষ্টুপ্।)**

পূৰ্বে (অঙ্গিৰা আদি) ঋষিগণে ইন্দ্ৰৰ নাম লৈ জঙ্গিড়মণি ৰক্ষাকামী লোকক (বান্ধি) দিছিল। জঙ্গিড়ক দেৱতাসকলে পূৰ্বে বিষ্কন্ধ ৰোগৰ ঔষধ ৰূপে নিৰ্ধাৰণ কৰিছিল।।১।। ধনপালে যেনেকৈ ধন ৰক্ষা কৰে, সেইদৰে এই জঙ্গিড়ে আমাক

ৰক্ষা কৰক। এই জঙ্গিড়মণিক দেৱগণে আৰু (ভৃগু, অঙ্গিৰা প্ৰভৃতি) ব্ৰাহ্মণগণে ধাৰণকাৰীৰ ৰক্ষক আৰু শত্ৰুনাশক কৰিছিল।।২।। হে জঙ্গিড়, তুমি দুষ্ট হৃদয়ৰ শত্ৰুবোৰৰ ভয়ংকৰ চকু নাশ কৰি দিয়াঁ আৰু হত্যা কৰিবলৈ অহা পাপকৰ্মাবোৰক বিনষ্ট কৰাঁ হে সহস্ৰনয়ন, চুমি সচেতনতাৰ দ্বাৰা সিহঁতক নাশ কৰাঁ। হে জঙ্গিড়, তুমি সৰ্বপ্ৰকাৰে ৰক্ষাকৰ্তা।।৩।। জঙ্গিড়মণিয়ে মোক দ্যুলোক, পৃথিৱী আৰু অন্তৰীক্ষৰপৰা অহা ভয়ৰপৰা ৰক্ষা কৰক; সেইদৰে গছ-লতাৰপৰা পাবলগীয়া ভয়ৰ পৰা, ভূত-ভৱিষ্যতৰ প্ৰাণীসমূহৰপৰা পাবলগীয়া ভয়ৰপৰা আৰু সমস্ত দিশ-বিদিশৰপৰা অহা ভয়ৰপৰা মোক ৰক্ষা কৰক।।৪।। দেৱতাসকলে সৃষ্টি কৰা যিবিলাক (কৃত্যাদি) হিংসাকৰ্মকাৰী আছে, অথবা মানুহে কৰা যিবিলাক বাধক আছে, সেই সকলোকে জঙ্গিড়মণিয়ে দুৰ্বল কৰি পেলাওক।।৫।।

## ষট্‌ত্ৰিংশ সূক্ত (৩৬)

### (ঋষি—ব্ৰহ্ম। দেৱতা—শতবাৰ। ছন্দ—অনুষ্টুপ্।)

শতবাৰ (নামৰ ওষধিনিৰ্মিত) মণিয়ে নিজ তেজৰ দ্বাৰা যক্ষ্মাৰোগ নাশ কৰক; ৰাক্ষস বিনাশ কৰক। দুৰ্ণাম (নামৰ চৰ্মৰোগ) নাশক এই মণিয়ে নিজ দীপ্তিৰে সৈতে মানুহৰ শৰীৰত স্থিত হৈ ৰোগ নাশ কৰক।।১।। ই শিং দুটাৰে (আগ দুটাৰে অন্তৰীক্ষত থকা) ৰাক্ষসবোৰ অপসাৰণ কৰে; শিপাৰে যাতুধানীহঁতক আৰু কাণ্ডেৰে যক্ষ্মা নাশ কৰে। পাপীয়ে এই মণি অতিক্ৰম কৰিব নোৱাৰে।।২।। যি যক্ষ্মা অলপতে উদ্ভৱ হৈছে আৰু যি যক্ষ্মা পুৰণি তথা শব্দকাৰক সেই সকলোকে দুৰ্ণামনাশক এই শতবাৰ মণিয়ে নিৰাময় কৰক।।৩।। (ধাৰণ কৰা) এই মণিয়ে শতপুত্ৰ প্ৰদান কৰক; শত যক্ষ্মা নিৰ্মূল কৰক; সকলো দুৰ্ণামৰোগ নাশ কৰি ৰাক্ষসবোৰক সমূলঞ্চে বিনাশ কৰক।।৪।। আগটো সোণৰ নিচিনা, সৰ্বশ্ৰেষ্ঠ ওষধি এই শতবাৰ মণিয়ে সকলো দুৰ্ণামৰোগ খণ্ড-খণ্ড কৰি বিনষ্ট কৰক আৰু ৰাক্ষসবোৰক আক্ৰমণ কৰক।।৫।। এই শতবাৰৰ দ্বাৰা দুৰ্ণাম্নী নামৰ শত শত ৰোগ, শত শত গন্ধৰ্ব অপ্সৰা তথা অপস্মাৰ আদি ৰোগ নিবাৰণ কৰিছোঁ।।৬।।

## সপ্তত্ৰিংশ সূক্ত (৩৭)

### (ঋষি—অথৰ্বা। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, বৃহতী, উষ্ণিক্।)

অগ্নিয়ে প্ৰদান কৰা এই দীপ্তি মই যেন আয়ত্ত কৰোঁ। সেইদৰে তেজ, যশ, শক্তি, ওজঃ, নিত্য যৌৱন আৰু বল প্ৰভৃতি অগ্নিৰ যি তেত্ৰিছবিধ বীৰ্য আছে, অগ্নিয়ে সেইবিলাক মোক প্ৰদান কৰক।।১।। হে অগ্নি, তুমি তোমাৰ শত্ৰুনাশক তেজ,

পৰাভৱকাৰী শক্তি, ওজঃ, চিৰযৌৱন মোৰ শৰীৰত স্থাপন কৰাঁ। (হে মণি,) ইন্দ্ৰিয়সমূহৰ দৃঢ়তাৰ উদ্দেশ্যে আৰু যজ্ঞাদি কৰ্ম সিদ্ধিৰ উদ্দেশ্যে, বীৰত্বলাভৰ উদ্দেশ্যে আৰু শত শৰত জীয়াই থাকিবৰ উদ্দেশ্যে মই তোমাক ধাৰণ কৰিছোঁ।।২।। (হে ধাৰণযোগ্য হিৰণ্য আদি পদাৰ্থ,) অন্নলাভৰ অৰ্থে, ওজঃ আৰু শাৰীৰিক বল লাভৰ অৰ্থে, শত্ৰুক অভিভৱ কৰিবৰ উদ্দেশ্যে, ৰাষ্ট্ৰৰ পুষ্টিসাধনৰ অৰ্থে আৰু শত শৰৎ পৰ্যন্ত দীৰ্ঘায়ু লাভ কৰিবৰ কাৰণে মই তোমাক ধাৰণ কৰিছোঁ।।৩।। ঋতুসমূহৰ প্ৰীতিসাধনৰ অৰ্থে, ঋতুসমূহৰ অধিষ্ঠাতা দেৱতাসকলৰ উদ্দেশ্যে, মাহ আৰু বছৰৰ অধিষ্ঠাতা দেৱতাসকলৰ উদ্দেশ্যে, ধাতা (স্ৰষ্টা), বিধাতা (ভূতসমূহৰ কৰ্তা) প্ৰাণীগণৰ বৰ্ধনকাৰী দেৱতা, উৎপন্ন সমস্ত পদাৰ্থৰ অধিপতিৰ উদ্দেশ্যে তোমাক দান কৰিছোঁ।।৪।।

## অষ্টাত্ৰিংশ সূক্ত (৩৮)

**(ঋষি—অথৰ্বা। দেৱতা—গুল্‌গুল। ছন্দ—অনুষ্টুপ।)**

(যি ৰজাই ঔষধৰূপে) গুগ্গুলৰ সুগন্ধ সেৱন কৰে, তেওঁক যক্ষ্মাৰোগে কষ্ট নিদিয়ে আৰু শাও-শপনিয়ে স্পৰ্শ নকৰে।।১।। তেওঁৰ ওচৰৰপৰা যক্ষ্মাৰোগ ঘোঁৰা আৰু হৰিণাৰ দৰে দৌৰি আঁতৰ হৈ যায়। হে গুগ্‌গুল, তুমি সিন্ধুতে উৎপন্ন হৈছা বা সমুদ্ৰতে উৎপন্ন হৈছা, মই সেই দুয়োটা নাম অৰিষ্টনাশৰ নিমিত্তে মুখত লৈছোঁ।।২-৩।।

## উনচত্বাৰিংশ সূক্ত (৩৯)

**(ঋষি—ভৃগু অঙ্গিৰা। দেৱতা—কুষ্ঠ (কুটগছ)**
**ছন্দ—অনুষ্টুপ্, জগতী, শক্কৰী, অষ্টি প্ৰভৃতি।)**

হিমালয় পৰ্বতৰপৰা কুষ্ঠ (কুট নামৰ ঔষধৰ বৃক্ষ) আমাক ৰক্ষা কৰিবৰ কাৰণে আহক (হে বৃক্ষ) তুমি পীড়াদায়ক সকলো ৰোগ আৰু যাতনা দিয়া ৰাক্ষসীবোৰ (যাতুধানী) বিনাশ কৰাঁ।।১।। হে কুষ্ঠ, তোমাৰ তিনিটা নাম—নদ্যমাৰ, নদ্যৰিষ আৰু নদ্য। তোমাৰ নাম নল'লে ৰোগী বিনষ্ট হ'ব পাৰে। গতিকে পুৱা, গধূলি আৰু দুপৰীয়া, ৰোগীৰ ওচৰত মই তোমাৰ নাম লৈছোঁ।।২।। তোমাৰ মাতৃৰ নাম জীৱলা আৰু পিতৃৰ নাম জীৱন্ত। তোমাৰ নাম নল'লে ইত্যাদি (বাক্য ২ মন্ত্ৰৰ দৰে এই মন্ত্ৰ আৰু ৪ মন্ত্ৰত যোগদি ল'ব)।।৩।। গমনশীল প্ৰাণীসমূহৰ ভিতৰত বৃষভ যেনেকৈ শ্ৰেষ্ঠ, শ্বাপদ জন্তুৰ ভিতৰত বাঘ যেনেকৈ শ্ৰেষ্ঠ, তেনেকৈ ওষধিসমূহৰ ভিতৰত তুমি শ্ৰেষ্ঠ। তোমাৰ নাম ইত্যাদি।।৪।। (ত্ৰিলোকৰ উপকাৰৰ অৰ্থে) যাক আঙ্গিৰস

গোত্ৰৰ শাম্বু আদি মহৰ্ষিয়ে তিনিবাৰ, আদিত্যগণে তিনিবাৰ আৰু বিশ্বদেৱগণে তিনিবাৰ উৎপন্ন কৰিছিল, সেই কুষ্ঠ সমস্ত ৰোগৰে ঔষধ; ই পুৰ্বে সোমৰ লগত আছিল। (হে কুষ্ঠ), তুমি সকলো পীড়াদায়ক ৰোগ আৰু যাতনা দিয়া ৰাক্ষসীবোৰ বিনাশ কৰাঁ।।৫।। (৬ আৰু ৭মন্ত্ৰৰ অৰ্থ যথাক্ৰমে ৬।৯৫।১ আৰু ২ মন্ত্ৰৰ নিচিনা হ'ব। তাৰ লগত ওপৰৰ মন্ত্ৰত থকা "সেই কুষ্ঠ ইত্যাদি অংশ যোগ কৰি ল'ব)।।৬-৭।। য'ত অধঃপতন নঘটে আৰু য'ত হিমবান পৰ্বতৰ শিৰোভাগ অবস্থিত, তাতে অমৃত বিৰাজমান; তাতে কুষ্ঠ জন্ম হৈছিল। সেই কুষ্ঠ সমস্ত ৰোগৰে ইত্যাদি (৫মন্ত্ৰৰ দৰে) ।।৮।। (হে কুষ্ঠ ওষধি,) পুৰ্ব্বৰ ৰজা ইক্ষ্বাকুৱে তোমাক (ব্যাধিনাশক বুলি) জানিছিল; কাম্যয়ো জানিছিল; যমৰ নিচিনা মুখ থকা বসুগণেও জানিছিল। গতিকে তুমি সকলো ৰোগৰে নাশক।।৯।। তৃতীয় লোক (দ্যুলোক) তোমাৰ শীৰ্ষ, তুমি সদা-ব্যাধিনাশক। গতিকে তুমি সৰ্ব্বব্যাপক ৰোগক তললৈ পেলাই নাশ কৰাঁ।।১০।।

## চত্বাৰিংশ সূক্ত (৪০)

**(ঋষি—ব্ৰহ্মা দেৱতা—বিশ্বদেৱগণ, বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্, বৃহতী, গায়ত্ৰী।)**

মোৰ (যজ্ঞৰ আদি কাৰ্যত) মনৰ যি ছিদ্ৰ আছে (মন্ত্ৰ আদি বিষয়ত) বাক্যৰ যি ছিদ্ৰ আছে, ক্ষৰণশীল মানসিক ধৰ্মৰূপ ক্ৰোধ অন্য ঠাইলৈ গৈছে যে, সেই সকলো ছিদ্ৰ বৃহস্পতিয়ে অন্য দেৱতাসকলৰ সৈতে একমত হৈ নিশ্ছিদ্ৰ কৰক।।১।। হে জলসমূহ, আমাৰ মেধা ভ্ৰষ্ট নকৰিবা; বেদ ভ্ৰষ্ট নকৰিবা। আমাৰ যিবিলাক শুকাই গৈছে, সু-প্ৰবাহিত হৈ তোমালোকে তাক সিক্ত কৰাঁ। তোমালোকক সুন্দৰ আহুতি প্ৰদান কৰি মেধাসম্পন্ন আৰু তেজস্বী হ'ম।।২।। (হে দ্যাৱাপৃথিৱী,) আমাৰ মেধা, আমাৰ দীক্ষা, আমাৰ তপস্যাক তোমালোকে হিংসা নকৰিবা। জনসমূহ মাতৃৰ দৰে আমাৰ কল্যাণকাৰী হওক ; আমাৰ আয়ুস বৃদ্ধি কৰক, আমাক প্ৰশংসা কৰক।।৩।। হে অশ্বিনীকুমাৰদ্বয়, আমাক যেন অন্ধকাৰে আচ্ছন্ন কৰিব নোৱাৰে। জ্যোতিষ্মতী নিশাই অন্ধকাৰ দূৰ কৰক। সকলোৰে কাম্য তেনেকুৱা নিশা তুমি আমাক প্ৰদান কৰাঁ।।৪।।

## একচত্বাৰিংশ সূক্ত (৪১)

**(ঋষি—ব্ৰহ্মা। দেৱতা—তপ। ছন্দ—ত্ৰিষ্টুপ।)**

**(সৃষ্টিৰ) আদিতে ঋষিসকলে কল্যাণ কামনা কৰি স্বৰ্গলাভৰ উদ্দেশ্যে (তাৰ সাধনাস্বৰূপ) তপস্যা আৰু দীক্ষা লাভ কৰিছিল। তাৰ দ্বাৰা ৰাষ্ট্ৰ, বল আৰু ওজঃ উৎপন্ন হৈছিল। সেইসমূহক দেৱতাসকলে এই ব্যক্তিৰ লগত যুক্ত কৰক।।১।।**

## দ্বাচত্বাৰিংশ সূক্ত (৪২)

(ঋষি—ব্ৰহ্মা। দেৱতা—ব্ৰহ্ম। ছন্দ—অনুষ্টুপ পংক্তি ত্ৰিষ্টুপ, জগতী।)

ব্ৰহ্মাই হোতা, ব্ৰহ্মাই যজ্ঞ, ব্ৰহ্মাৰ দ্বাৰাই স্বৰসমূহ যজ্ঞত প্ৰৱিষ্ট হৈছে (অৰ্থাৎ ব্ৰহ্মাই উদ্‌গাতা); ব্ৰহ্মাৰপৰাই অধ্বৰ্যুৰ উৎপত্তি হৈছে আৰু হৱিঃসমূহো ব্ৰহ্মাতে অৱস্থিত ।।১।। ঘৃতেৰে পৰিপূৰ্ণ শ্ৰুচ সমূহো ব্ৰহ্মাই । ব্ৰহ্মাই বেদী নিৰ্মাণ কৰিছে। যজ্ঞৰ পৰমাৰ্থিক স্বৰূপো ব্ৰহ্মাই। আহুতি প্ৰদানকাৰী ঋত্বিকসকলো ব্ৰহ্ম । সেই ব্ৰহ্মালৈ স্বাহা (উচ্ছাৰণপূৰ্বক আহুতি অৰ্পিত হওক)।।২।। পাপমোচনকাৰী, সুৰক্ষাপ্ৰদানকাৰী, ইন্দ্ৰৰ উদ্দেশ্যে সুমতি লাভ কৰি স্তুতি কৰিছোঁ। হে ইন্দ্ৰ, এই হৱিঃ গ্ৰহণ কৰাঁ। যজমানৰ কামনা সত্য হওক।।৩।। পাপমোচনকাৰী, যজ্ঞীয় দেৱতাসকলৰ ভিতৰত শ্ৰেষ্ঠ, যজ্ঞত মুখ্যৰূপে বিৰাজমান ইন্দ্ৰক আহ্বান কৰিছোঁ। জলৰ স্ৰষ্টা অগ্নি আৰু অশ্বীদ্বয়কো আহ্বান কৰিছোঁ। অশ্বীদ্বয়ে তোমাক ইন্দ্ৰৰ শক্তিৰে ইন্দ্ৰিয়ৰ বল-শক্তি প্ৰদান কৰক।।৪।।

## ত্ৰয়শ্চত্বাৰিংশ সূক্ত (৪৩)

(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি আদি মন্ত্ৰত কোৱাসকল। ছন্দ—পংক্তি।)

যি ঠাইলৈ দীক্ষা আৰু তপস্যা সমন্বিতে ব্ৰহ্মবিদ্‌সকলে গমন কৰে (এই বাক্যাংশ পৰৱৰ্তী প্ৰত্যেক মন্ত্ৰৰ আদিতে যোগ কৰি যাব), অগ্নিয়ে মোক সেই ঠাইলৈ লৈ যাওক ; অগ্নিয়ে মোক বৃদ্ধি প্ৰদান কৰক। অগ্নিৰ উদ্দেশ্যে স্বাহা।।১।। বায়ুদেৱতাই মোক সেই ঠাইলৈ লৈ যাওক। বায়ুৱে মোত পঞ্চপ্ৰাণ স্থাপন কৰক। বায়ুৰ উদ্দেশ্যে স্বাহা।।২।। সূৰ্যই মোক সেই ঠাইলৈ লৈ যাওক। সূৰ্যই মোত চক্ষু স্থাপন কৰক। সূৰ্যলৈ স্বাহা।।৩।। চন্দ্ৰই মোক সেই ঠাইলৈ লৈ যাওক। চন্দ্ৰই মোত মন স্থাপন কৰক। চন্দ্ৰলৈ স্বাহা।।৪।। ... সোমে মোক সেই ঠাইলৈ লৈ যাওক। সোমে মোত ৰস স্থাপন কৰক। সোমৰ উদ্দেশ্যে স্বাহা।।৫।। ইন্দ্ৰই মোক তালৈ লৈ যাওক আৰু মোত বল স্থাপন কৰক। ইন্দ্ৰলৈ স্বাহা।।৬।। জলসমূহে মোক তালৈ লৈ যাওক আৰু মোক অমৃত প্ৰদান কৰক। জলসমূহৰ উদ্দেশ্যে স্বাহা।।৭।। সেই ঠাইলৈ ব্ৰহ্মাই মোক লৈ যাওক আৰু মোত ব্ৰহ্মাতেজ স্থাপন কৰক। ব্ৰহ্মাৰ উদ্দেশ্যে স্বাহা।।৮।।

## চতুশ্চত্বাৰিংশ সূক্ত (৪৪)

(ঋষি—ভৃগু। দেৱতা—আঞ্জন, বৰুণ। ছন্দ—অনুষ্টুপ, উষ্ণিক্, গায়ত্ৰী।)

হে আঞ্জন নামৰ ওষধি, তুমি আয়ুৰ্বৰ্ধক, প্ৰীতিকৰ (অথবা বিপ্ৰসদৃশ মঙ্গলকৰ) ঔষধৰূপে অভিহিত। গতিকে তুমি জলদেৱতাৰ সৈতে আমাক সুখ আৰু অভয়

দান কৰাঁ।।১।। শৰীৰ হালধীয়া কৰা পাণ্ডুৰোগ, (বাত আদিৰ ফলত হোৱা) অংগবিশ্লেষক ৰোগ, বহুমুখী ব্ৰণ, এই সকলো ৰোগ আঞ্জন যি মানুহে ধাৰণ কৰে, সেইজনৰ জীৱনদাতা এই আঞ্জনে মোক মৰণৰহিত কৰক; ৰথৰ দৰে শীঘ্ৰগামী আৰু নিষ্পাপ কৰক।।৩।। হে প্ৰাণস্বৰূপ আঞ্জন, তুমি মোৰ প্ৰাণ ৰক্ষা কৰাঁ। হে প্ৰাণজীৱ, তুমি প্ৰাণৰ নিমিত্তে প্ৰিয় হোৱাঁ। হে নিৰ্ঋতিৰূপ আঞ্জন, তুমি আমাক, পাপ দেৱতা নিৰ্ঋতিৰ পাশৰ পৰা মুক্ত কৰা।।৪।। তুমি সমুদ্ৰৰ গৰ্ভস্বৰূপ আৰু বিদ্যুতৰ পুষ্পস্বৰূপ। তুমি বাহ্য বায়ুৰূপ প্ৰাণ আৰু সূৰ্যৰূপ চক্ষু ইন্দ্ৰিয়: সেইদৰে দ্যুলোকৰ সাৰভূত জল।।৫।। হে ত্ৰৈককুদ (ত্ৰিৰ্ককুৎ নামৰ পৰ্বতত যাৰ জন্ম) আঞ্জন, তুমি দেৱতাৰ দ্বাৰা সৃষ্ট। তুমি মোক সকলো দিশৰপৰা ৰক্ষা কৰাঁ। তোমাক পৰ্বতত জন্মা আৰু পৰ্বতভিন্ন অন্য ঠাইত জন্মা কোনো ওষধিয়ে চেৰ পেলাব পৰা নাই।।৬।। ৰাক্ষসবিঘাতক, ৰোগনাশক এই আঞ্জনে সকলো ভিতৰুৱা ৰোগ নাশ কৰে আৰু অন্য ৰোগো নাশ কৰি চিন-মোকাম নোহোৱা কৰে।।৭।। হে বৰুণ ৰজা, মানুহে বহুত মিছা কথা কয়। হে সহস্ৰবীৰ্য, তুমি আমাক এই (অসত্য ভাষণৰ) পাপৰপৰা সকলোপ্ৰকাৰে ৰক্ষা কৰাঁ।।৮।। হে জলসমূহ, হে অবধ্য গাইসমূহ, হে বৰুণ, আমি যি কথা ক'লোঁ, তোমালোকে তাক জানা। হে সহস্ৰবীৰ্য, সেই পাপৰপৰা তুমি আমাক ৰক্ষা কৰাঁ।।৯।। হে আঞ্জন, (দ্যুলোকৰপৰা আহি) মিত্ৰ আৰু বৰুণ তোমাৰ পিছে পিছে গৈছিল। বহু দূৰলৈকে তোমাক অনুসৰণ কৰি তেওঁলোকে প্ৰাণীসমূহৰ উপভোগৰ অৰ্থে পুনৰ ঘূৰাই আনিছিল।।১০।।

## পঞ্চচত্বাৰিংশ সূক্ত (৪৫)

### (ঋষি—ভৃগু। দেৱতা—আঞ্জন, অগ্নি আদি মন্ত্ৰত কোৱাসকল। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, বৃহতী।)

ঋণ লোৱা মানুহে ঋণদাতাক ঘূৰাই দিয়াৰ দৰে কৃত্যাকাৰীৰ ঘৰলৈ (তেওঁ নিজে কৰা পিশাচাদি ৰূপত) কৃত্যাক ঘূৰাই পঠিয়াই, হে আমাৰ চক্ষুৰূপ আঞ্জন, তুমি শত্ৰুৰ শৰীৰৰ কাষৰ ভাগৰ হাঁড় ভাঙি দিয়াঁ।।১।। দুঃস্বপ্নৰ ফলত ঘটা আমাৰ দুখসমূহ, আমাৰ গৰু-গাই আৰু ঘৰ-দুৱাৰত ঘটা অনৰ্থসমূহ, তুমি আমাৰ অজ্ঞাতনামা শত্ৰুলৈ পঠাই দিয়াঁ।।২।। জলৰ সাৰভূত, বলবৰ্ধক, জাতবেদা অগ্নিৰপৰা উদ্ভূত, চাৰিওফালে অকুণ্ঠিত শক্তিসম্পন্ন, পৰ্বতত উৎপন্ন হোৱা আঞ্জনে তোমাৰ কাৰণে দিক্-বিদিক্ মঙ্গলময় কৰক।।৩।। (হে ৰক্ষাকামী পুৰুষ,) চাৰিওফালে শক্তিসম্পন্ন

এই আঞ্জন (নামৰ ওষধি) তোমাক বান্ধি দিয়া হৈছে। তোমাৰ কাৰণে সমস্ত দিশ-প্ৰদিশ ভয়ৰহিত হওক। হে আৰ্য, তুমি সূৰ্যৰ দৰে স্থিৰভাৱে অৱস্থান কৰি থাকাঁ। তোমাক সমস্ত প্ৰজাই (বলি) উপহাৰ প্ৰদান কৰক।।৪।। (হে পুৰুষ), তুমি এক আঞ্জন চকুত ধাৰণ কৰাঁ, এক আঞ্জন মণিবন্ধন কৰাঁ আৰু এক আঞ্জনেৰে সৈতে স্নান কৰাঁ; তাৰে এটি তুমি পান কৰাঁ। সৰ্বত্ৰ অকুণ্ঠ শক্তিৰ এই আঞ্জনে আমাক চাৰিওফালে পাপদেৱতা নিৰ্ঋতিৰ বন্ধনৰপৰা ৰক্ষা কৰক।।৫।। অগ্নিয়ে মোক অগ্নিৰে ৰক্ষা কৰক। প্ৰাণ-অপান লাভ কৰিবৰ কাৰণে, আয়ুস বৃদ্ধিৰ কাৰণে, তেজঃ, ওজঃ আৰু কান্তি লাভৰ কাৰণে, মঙ্গল আৰু সুসমৃদ্ধি লাভৰ কাৰণে আমাক ৰক্ষা কৰক। অগ্নিৰ উদ্দেশ্যে স্বাহা।।৬।। ইন্দ্ৰই মোক ইন্দ্ৰিয়সমূহৰ সৈতে ৰক্ষা কৰক। প্ৰাণ-অপান ইত্যাদি (বাক্য ৬ মন্ত্ৰৰ দৰে ১০ মন্ত্ৰ পৰ্যন্ত যোগ দি মন্ত্ৰত উদ্ধৃত সংশ্লিষ্ট দেৱতাৰ উদ্দেশ্যে 'স্বাহা' বুলি যোগ কৰি যাব)।।৭।। সোমদেৱে সৌম্যগুণেৰে মোক ৰক্ষা কৰক। প্ৰাণ-অপাণ ইত্যাদি।।৮।। ভগদেৱতাই সৌভাগ্যৰ দ্বাৰা মোক ৰক্ষা কৰক। প্ৰাণ-অপান ইত্যাদি।।৯।। মৰুৎগণে নিজৰ গণৰ দ্বাৰা মোক ৰক্ষা কৰক। প্ৰাণ-অপান ইত্যাদি।।১০।।

# ষষ্ঠ অনুৱাক

## ষট্‌চত্বাৰিংশ সূক্ত (৪৬)

### (ঋষি—প্ৰজাপতি। দেৱতা—অস্তৃতমণি। ছন্দ—ত্ৰিষ্টুপ্ প্ৰভৃতি।)

হে অস্তৃতমণি, অন্যৰ দ্বাৰা বাধিত নোহোৱা তোমাক (সৃষ্টিৰ) আদিতে প্ৰজাপতিয়ে শক্তিলাভৰ অৰ্থে ধাৰণ কৰিছিল। (হে মণি ধাৰণ কৰা ব্যক্তি,) আয়ুস, বৰ্চ, ওজঃ আৰু বল লাভৰ উদ্দেশ্যে সেই মণি মই তোমাক বান্ধি দিছোঁ। অস্তৃতমণিয়ে তোমাক সকলোফালে ৰক্ষা কৰক।।১।। হে অস্তৃতমণি, (তোমাক ধাৰণ কৰোঁতা) লোকক প্ৰমাদহীনভাৱে ৰক্ষা কৰি তুমি সদাই উন্নত হৈ থাকাঁ। তোমাক পণিজাতীয় অসুৰ আৰু যাতনাদায়ক যাতুধানবোৰে যেন অৱদমন কৰিব নোৱাৰে। ইন্দ্ৰৰ দৰে তুমিও শত্ৰুবিলাকক পাদপ্ৰহাৰৰ দ্বাৰা তললৈ বগৰাই দিয়াঁ। যুদ্ধকামী সকলো শত্ৰুক পৰাভূত কৰাঁ। (হে মণিধাৰী) তোমাক অস্তৃতে সকলোফালে ৰক্ষা কৰক (এই বাক্য ফাঁকি ৭ মন্ত্ৰ পৰ্যন্ত শেষত যোগ দি যাব)।।২।। শত শত প্ৰহাৰকাৰী শত্ৰুৱে যাক বিনষ্ট কৰিব নোৱাৰে, পৰাভূত কৰিব নোৱাৰে, সেই অস্তৃতমণিত ইন্দ্ৰই চকু, প্ৰাণ

আৰু বলবীৰ্য স্থাপন কৰিছে।।৩।। হে মণি, তোমাক আমি যি ইন্দ্ৰ দেৱগণৰ অধিপতি, তেওঁৰ কৱচেৰে আবৃত কৰিম। তোমাক সকলো দেৱতাই ধাৰণ কৰক।।৪।। এই অস্তৃতমণিত এশ এক সংখ্যক সামৰ্থ্য আৰু সহস্ৰ প্ৰাণ নিহিত হৈ আছে। (তুমি এনেহেন অস্তৃত মণি ধাৰণ কৰি) বাঘৰ দৰে শত্ৰুক আক্ৰমণ কৰিব পাৰিবা।।৫।। ঘৃত, মধু আৰু গাখীৰেৰে সৰ্বাংগ লিপ্ত, সহস্ৰপ্ৰাণযুক্ত, শতবীৰ্যসম্পন্ন এই অস্তৃত মণি (ধাৰণ কৰোঁতা) কল্যাণ, বাঞ্ছিত বস্তু, অন্ন, দুগ্ধ আদি প্ৰদানকাৰী।।৬।। (হে অস্তৃত মণি ধাৰণকাৰী) তুমি যাতে সৰ্বশ্ৰেষ্ঠ হোৱা, শত্ৰুৰহিত আৰু শত্ৰু পৰাভৱকাৰী হোৱা, সমপৰ্যায়ৰ লোকৰ দ্বাৰা সেৱিত হোৱা, সৱিতাদেৱে তেনে বিধান কৰক। এই অস্তৃতমণিয়ে তোমাক সকলোফালে ৰক্ষা কৰক।।৭।।

## সপ্তচত্বাৰিংশ সূক্ত (৪৭)

(ঋষি—গোপথ। দেৱতা—ৰাত্ৰি। ছন্দ—বৃহতী, জগতী, অনুষ্টুপ্।)

হে ৰাত্ৰি, তুমি পৃথিৱীৰ সকলো স্থান আৰু অন্তৰীক্ষ অন্ধকাৰেৰে পূৰ্ণ কৰিছা। তুমি দ্যুলোকতো সৰ্বব্যাপী হৈ অৱস্থান কৰিছা। তোমাৰ এই গভীৰ অন্ধকাৰ সৰ্বত্ৰ ব্যাপ্ত হৈছে।।১।। যাৰ সিটো সীমা দেখিবলৈ পোৱা নহয়, য'ত বিশ্ব বিভক্ত নহৈ একাকাৰ হৈ থাকে, য'ত সমস্ত চেষ্টাযুক্ত প্ৰাণীয়ে নিশ্চেষ্ট হৈ শুই থাকে, তেনেহেন হে অন্ধকাৰ নিশাদেৱী, আমি যেন কোনো অনিষ্ট নঘটাকৈ তোমাৰ অন্ত হোৱা দেখিবলৈ পাওঁ; হে কল্যাণী, আমি যেন তোমাৰ অন্ত হোৱা দেখিবলৈ পাওঁ।।২।। হে ৰাত্ৰি, তোমাৰ মহিমা দ্ৰষ্টা, মানুহৰ কৰ্মফলৰ জ্ঞাতা যি নিৰান্নবৈ, অষ্টাশী আৰু সাতসত্তৰজন গণদেৱতা আছে; হে ধনৱতী ৰাত্ৰি, তোমাৰ যি ছয়ষষ্ঠিজন গণদেৱতা আছে; হে সহজে অতিবাহিত কৰিব পৰা ৰাত্ৰি, তোমাৰ যি পঁচপন্নজন গণদেৱতা আছে আৰু যি তেত্ৰিছজন গণদেৱতা আছে; হে শক্তিমতী, হে ৰাত্ৰি, তোমাৰ যি বাইছজন গণদেৱতা আৰু যি এঘাৰজন নিকৃষ্ট দেৱতা আছে, সেইসকলৰ সৈতে তুমি আমাক ৰক্ষা কৰাঁ; হে দ্যুলোকৰ দুহিতা, আমাক ৰক্ষা কৰাঁ।।৩-৫।। হে ৰাত্ৰি, তুমি আমাক ৰক্ষা কৰাঁ। পাপ কথা কোৱা আৰু নিষ্ঠুৰ কথা কোৱাবিলাকে আমাৰ ওপৰত প্ৰভুত্ব কৰিব নোৱাৰে যেন। আজি যেন কোনো চোৰে আমাৰ গৰু-গাই চুৰ কৰিব নোৱাৰে; বাঘে যেন আমাৰ ছাগলী মাৰিব নোৱাৰে। হে কল্যাণপ্ৰদা, কোনো চোৰে যেন আমাৰ ঘোঁৰাবোৰ নিব নোৱাৰে; যাতুধানীয়ে যেন আমাৰ মানুহক অনিষ্ট কৰিব নোৱাৰে। ধন চুৰ কৰা চোৰবোৰ অতি দূৰৰ পথেদি আঁতৰি যাওক।

দাঁত লগা, লেজুৰ নিচিনা সাপ আদি অতি দূৰলৈ গুচি যাওক। হিংসুক শত্ৰুবোৰ দূৰলৈ গুচি যাওক।।৬-৭।। হে ৰাত্ৰি, বিষাক্ত সাপৰ মূৰ ছিঙি দিয়াঁ; কুকুৰনেছীয়াৰ হনু দুটা ভাঙি পেলোৱা আৰু চোৰক জালত পেলাই বধ কৰাঁ।।৮।। হে ৰাত্ৰি, আমি তোমাৰ ৰক্ষণাবেক্ষণত থাকিম; আমি শুম, তুমি জাগৃত হৈ থাকিবা। তুমি আমাৰ গৰুবিলাকলৈ, ঘোঁৰাবিলাকলৈ আৰু আমাৰ মানুহবিলাকলৈ সুখ প্ৰেৰণ কৰাঁ।।৯।।

## অষ্টচত্বাৰিংশ সূক্ত (৪৮)

### (ঋষি—গোপথ। দেৱতা—ৰাত্ৰি। ছন্দ—গায়ত্ৰী, অনুষ্টুপ্, পংক্তি।)

বাঁহিৰত যিবিলাক বস্তু আছে আৰু ঘৰৰ ভিতৰত যিবিলাক বস্তু আছে, হে ৰাত্ৰি, সেই সকলো বস্তু আমি তোমাতে অৰ্পিছোঁ।।১।। হে ৰাত্ৰি, তুমি মাতৃৰ দৰে ৰক্ষাকাৰিণী, তুমি আমাক উষাক দিয়াঁগৈ আৰু উষাই আমাক (ৰক্ষাৰ নিমিত্তে) দিনক দিয়ক। হে বিভাৱৰী, দিনে আকৌ তোমাক অৰ্পণ কৰক।।২।। হে ৰাত্ৰি, যিবিলাক (শেন আদি) উৰি ফুৰে, যিবিলাক (সাপ আদি) বগাই ফুৰে আৰু যিবিলাকে (সিংহ-বাঘ আদিয়ে) পৰ্বতত বিচৰণ কৰি ফুৰে, সেই সকলো হিংস্ৰ প্ৰাণীৰপৰা তুমি আমাক ৰক্ষা কৰাঁ।।৩।। হে ৰাত্ৰি, তুমি আমাক পিছফালৰপৰা ৰক্ষা কৰাঁ, সমুখৰফালে ৰক্ষা কৰাঁ আৰু তলে-ওপৰে ৰক্ষা কৰাঁ। হে বিভাৱৰী, আমি তোমাক এয়া স্তুতি কৰিছোঁ; তুমি আমাক ৰক্ষা কৰাঁ।।৪।। যিসকলে ৰাতি অনুষ্ঠান সম্পন্ন কৰে, যিসকল ব্যক্তি জাগৃত হৈ প্ৰাণীসমূহক চাই থাকে, যিসকলে পশুবিলাক ৰক্ষা কৰি থাকে, তেওঁলোক আমাৰ আত্মীয়সকলৰ ৰক্ষাৰ্থে জাগৃত হৈ থাকক, আমাৰ গৰু-গাইবোৰ ৰক্ষা কৰিবৰ কাৰণে জাগৃত হৈ থাকক।।৫।। হে ৰাত্ৰি, আমি তোমাৰ নাম জানো। তোমাৰ নাম ঘৃতাচী (দীপ্তিমতী)। তোমাক ভৰদ্বাজেও এইবুলি জানে। সেই ৰাত্ৰি আমাৰ বিত্ত ৰক্ষাৰ্থে জাগৰূক হৈ থাকক।।৬।।

## ঊনপঞ্চাশ সূক্ত (৪৯)

### (ঋষি—গোপথ, ভাৰদ্বাজ। দেৱতা—ৰাত্ৰি। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, জগতী।)

সকলোৱে প্ৰাৰ্থনাৰ পাত্ৰ (অথবা সৰ্বত্ৰ ব্যাপনশীল) যুৱতী, সংযতমনা ৰাত্ৰি সৰ্বপ্ৰেৰক (সৱিতা) ভগদেৱতাৰ গৃহিণী। চক্ষু আদি ইন্দ্ৰিয়ৰ আৱৰক, সহজে আহ্বান কৰিব পৰা, কান্তি একত্ৰ কৰি বিৰাজ কৰা সেই ৰাত্ৰিয়ে মহিমাৰ দ্বাৰা দ্যাৱাপৃথিৱী পৰিপূৰ্ণ কৰিছে।।১।। গম্ভীৰ ৰাত্ৰিয়ে সকলোকে (চৰাচৰ) অতিক্ৰম কৰি ব্যাপ্ত হৈ

থাকে। সকলোৰে স্তুতিৰ পাত্ৰ ৰাত্ৰিয়ে (বন, পৰ্বত সমুদ্ৰ আদি) সকলোকে আচ্ছাদিত কৰি থয়। স্বধাৰ দ্বাৰা সূৰ্য ওপৰলৈ উঠাৰ দৰে, সেই স্বজনৰ আকাংক্ষাকাৰী ৰাত্ৰিও (জগতত) ব্যাপ্ত হৈ পৰে।।২।। হে সুজাতা, সুভগা, সকলোৰে বন্দনীয়া ৰাত্ৰি, তুমি আহিছা। তোমাৰ আগমনত আমাৰ মন ভাল লাগিব। তুমি আমাক পালন কৰা। মানুহৰ উদ্দেশ্যে উৎপাদিত বস্তুবিলাক তুমি ৰক্ষা কৰা আৰু গৰু আদিৰ কাৰণে থকা বস্তুবিলাক পুষ্টি সমন্বিতে ৰক্ষা কৰা।।৩।। কাময়মানা ৰাত্ৰিদেৱীয়ে সিংহ, নাহৰ-ফুটুকী আৰু টেঁকীয়াপতীয়া বাঘৰ তেজ আহৰণ কৰে; অশ্বৰ শীঘ্ৰগামিতা তথা মানুহৰ শব্দকাৰী গুণ নিৰোধ কৰে। হে ৰাত্ৰি, তুমি এইদৰে বহুৰূপ গ্ৰহণ কৰি দীপ্তিমতী হৈ প্ৰকাশ পোৱা।।৪।। হে ৰাত্ৰি, মঙ্গলকাৰিণী তোমাক বন্দনা কৰোঁ; সূৰ্যক বন্দনা কৰোঁ। হিমৰ জননী ৰাত্ৰি আমাৰ কাৰণে সু-হৱনীয় হওক। হে সুভগা, তোমাক মই সমস্ত দিশতে যি স্তুতিৰ দ্বাৰা বন্দনা কৰিছোঁ, তুমি তাক স্বীকাৰ কৰা।।৫।। হে বিভাৱৰী ৰাত্ৰি, ৰজাৰ দৰে তুমি আমাৰ প্ৰশংসাসূচক স্তুতিসমূহ শুনি প্ৰসন্ন হোৱা। আমি যেন প্ৰতি উষাতে সমস্ত পুত্ৰ-নাতি আদিৰ লগত মিলিত হ'বলৈ পাওঁ আৰু সকলো ধৰণৰ সম্পদ লাভ কৰোঁ।।৬।। হে ৰাত্ৰি, যিবিলাক শত্ৰুৱে আমাৰ ধন অপহৰণ কৰিবলৈ ইচ্ছা কৰিছে, সিবিলাকক শমন কৰাৰ কাৰণে তোমাৰ নাম শম্যা। তুমি সিবিলাকক সন্তপ্ত কৰি আহাঁ, যাতে কোনো চোৰ নাথাকে আৰু কোনো চোৰক আকৌ পোৱা নাযায়।।৭।। হে ৰাত্ৰি, তুমি ভোজনপাত্ৰৰ দৰে মংগলসাধিনী, ঘোৰ অন্ধকাৰসম্পন্ন ধেনুৰূপা। আমাৰ ৰক্ষাৰ কাৰণে চক্ষুযুক্তা তুমি আমাৰ শৰীৰ লক্ষ্য কৰি এই পৃথিৱী ত্যাগ কৰি নাযাবা; দিব্য শৰীৰ ত্যাগ নকৰাৰ দৰে তুমি আমাৰ শৰীৰো ত্যাগ নকৰিবা।।৮।। আজি যি চোৰ আমাৰ ধন হৰণ কৰিবলৈ অথবা আমাক বধ কৰিবলৈ আহিব, হে ৰাত্ৰি, তুমি সিহঁতৰ ডিঙি-মূৰ কাটি পেলোৱা। সিহঁত যাতে আকৌ আহিব নোৱাৰে, তুমি সিহঁতৰ ভৰি ভাঙি দিয়াঁ; যাতে অনিষ্টসাধন কৰিব নোৱাৰে, সিহঁতৰ হাত গুৰি কৰি দিয়াঁ। যি চোৰ আহিছে, সি গুড়ি হৈ যাওক; সি আঁতৰি যাওক; সি ছাঁ নথকা নীৰস গছতললৈ যাওক।।৯।।

## পঞ্চাশ সূক্ত (৫০)

### (ঋষি—গোপথ। দেৱতা—ৰাত্ৰি। ছন্দ—অনুষ্টুপ্।)

হে ৰাত্ৰি, যি সাপৰ নিশ্বাসৰূপ বাষ্প, কষ্টদায়ক, তুমি তাৰ মূৰ ছিঙি পেলোৱা। কুকুৰনেছীয়াৰ চকু উলিয়াই পেলোৱা আৰু চোৰক গছতলত (অথবা পাশত) পেলাই থোৱা।।১।। হে ৰাত্ৰি, তীক্ষ্ণ শিং থকা, গাড়ী টনা যিবিলাক বলধ, তোমাৰ বাহন

আছে, সেই বলধবিলাকেৰে তুমি আমাক দুৰ্গম বিপদসমূহ পাৰ কৰাই নিয়াঁ।।২।। আমাৰ স্বজনসকলৰ সৈতে আমি যেন ৰাতিৰ পিছত ৰাতি কোনো বিঘিনি নঘটাকৈ পাৰ কৰিব পাৰোঁ; নাও নথকা মানুহে দ পানী পাৰ হৈ যাব নোৱৰাৰ দৰে শত্ৰুবোৰেও ৰাতি অতিক্ৰম কৰিব নোৱাৰক (মাজভাগতে বিনষ্ট হওক)।।৩।। পকা শ্যামাক ধান থিৰ হৈ ৰ'ব নোৱৰাৰ দৰে, হে ৰাত্ৰি, আমাক হিংসা কৰিব খোজা শত্ৰুবোৰক তুমি পাতিত কৰাঁ।।৪।। যি চোৰে আমাৰ কাপোৰ-কানি চুৰ কৰিব খোজে আৰু যি চোৰে গৰু-ছাগলী নিয়ে, তুমি সিহঁতক আঁতৰাই নিয়াঁ। যি চোৰে ঘোঁৰাৰ মূৰত ৰছী লগাই নিব খোজে, সিহঁতক আঁতৰাই নিয়াঁ।।৫।। হে সুভগা ৰাত্ৰি, আজি শত্ৰুৱে যি সোণ আদি চুৰ কৰি নি ভাগ বঁটাব খুজিছে, তুমি সেইবিলাক আমাৰ উপভোগত লগোৱাঁ আৰু অন্য অপহৃত ধন-সম্পদো আমালৈ লৈ আহাঁ।।৬।। হে ৰাত্ৰি, আমি সমস্ত নিৰপৰাধ মানুহক তুমি উষাকাল পৰ্যন্ত ৰক্ষা কৰাঁ। উষাই আমাক দিনক অৰ্পণ কৰক; দিৱসে আমাক তোমাক অৰ্পণ কৰক। হে বিভাৱৰী, (তোমালোকে এইদৰে আমাক ৰক্ষা কৰি থাকাঁ)।।৭।।

## একপঞ্চাশ সূক্ত (৫১)

**(ঋষি—ব্ৰহ্মা। দেৱতা—আত্মা, সৱিতা। ছন্দ—অনুষ্টুপ্, উষ্ণিক।)**

(কৰ্ম অনুষ্ঠানকাৰী) মই সম্পূৰ্ণ; মোৰ শৰীৰ, চকু, কাণ, প্ৰাণ, অপান, ব্যান ইত্যাদি সকলোৱেই সম্পূৰ্ণ। মই আজি সৱিতাদেৱৰ প্ৰেৰণামতে অশ্বীদ্বয়ৰ বাহুযুগলেৰে আৰু পূষাদেৱৰ হাত দুখনেৰে কৰ্ম অনুষ্ঠান আৰম্ভ কৰিছোঁ।।১-২।।

## দ্বিপঞ্চাশ সূক্ত (৫২)

**(ঋষি—ব্ৰহ্মা। দেৱতা—কাম। ছন্দ—ত্ৰিষ্টুপ্, উষ্ণিক্, বৃহতী।)**

মনৰ বীজস্বৰূপ যি কামভাৱ, সি সৃষ্টিৰ প্ৰথম অৱস্থাতে (পৰমেশ্বৰৰ মনত) উদ্ভৱ হৈছিল। হে কাম, তুমি পৰম কামৰ (পৰমেশ্বৰৰ) লগত একে কাৰণবিশিষ্ট। তুমি যজমানক ধন আৰু পুষ্টি বিধান কৰাঁ।।১।। হে কাম, শত্ৰুমদন শক্তিৰে প্ৰতিষ্ঠিত, তুমি বিভু আৰু বিশেষজগত দীপ্ত। হে সখা, তুমি আমাৰ প্ৰতি মিত্ৰৰ নিচিনা ব্যৱহাৰ কৰাঁ। উগ্ৰ, যুদ্ধত পৰপৰাভৱকাৰী তুমি যজমানক বল আৰু শক্তি প্ৰদান কৰাঁ।।২।। দূৰৰ দুৰ্লভ বিষয় কামনা কৰা এই মানুহজনৰ সকলোপ্ৰকাৰৰ ৰক্ষণৰ উদ্দেশ্যে আৰু অভিমত ফলপ্ৰাপ্তিৰ উদ্দেশ্যে দিক্‌সমূহে কামৰ দ্বাৰা সুখ দিবলৈ স্থিৰ কৰিছে।।৩।। (অভীষ্ট ফল সিদ্ধি হোৱা) কামনাৰ দ্বাৰা মই কাম্য ফল লাভ কৰোঁ যেন; হৃদয়ৰপৰা

হৃদয়লৈ (ব্ৰহ্মাৰ মন) আহক।।৪।। হে কাম, আমি ফল কামনা কৰি তোমাৰ উদ্দেশ্যে যি হবিঃ অৰ্পণ কৰিছোঁ, তুমি তাক গ্ৰহণ কৰাঁ। আমি কামনা কৰা সমস্ত ফলপূৰ্ণ হওক। তোমাৰ উদ্দেশ্যে স্বাহা।।৫।।

## ত্ৰিপঞ্চাশ সূক্ত (৫৩) আৰু চতুঃপঞ্চাশ সূক্ত (৫৪)

### [কালসূক্ত]

**ঋষি—ভৃগু। দেৱতা—কাল। ছন্দ—ত্ৰিষ্টুপ্, বৃহতী, অনুষ্টুপ্, গায়ত্ৰী, অষ্টি।)**

সপ্তৰশ্মি-(অৰ্থাৎৰছী) যুক্ত, সহস্ৰলোচন, জৰাৰহিত, প্ৰভূতবীৰ্য, কালৰূপ অশ্বই (সকলোকে) বহন কৰে। ক্ৰান্তদৰ্শী জ্ঞানীসকলে এই অশ্বত (অশ্বযুক্ত ৰথত) আৰোহণ কৰে। সমস্ত বিশ্বই ইয়াৰ চক্ৰৰ গন্তব্য স্থান।।১।। কালে সপ্ত চক্ৰ (ঋতু) বহন কৰিছে; ইয়াৰ সাতটি নাভি (ঋতুচক্ৰ), অমৃত ইয়াৰ অক্ষ; এই কালৰূপী ব্ৰহ্মাই সমগ্ৰ বিশ্ব ৰচনা কৰিছে। সেই আদি আৰু দ্যোতমান (দেৱ) কাল সৰ্বত্ৰ ব্যাপ্ত হৈ প্ৰকাশ পাই আছে।।২।। (সংসাৰৰ কাৰণভূত) পৰমাত্মা স্বৰূপত পূৰ্ণ কুম্ভ (অৰ্থাৎ দিন-ৰাতি, মাস, ঋতু, বছৰ আদি ৰূপত অবিচ্ছিন্ন) কাল নিহিত হৈ আছে। সৎৰূপব্ৰহ্মৰ উপাসকসকলে কালক বহুপ্ৰকাৰে অনুভৱ কৰোঁ। এই দৃশ্যমান সমগ্ৰ বিশ্বতে ই ব্যাপ্ত হৈ আছে। বিদ্বানসকলে সেই কাল পৰম আকাশৰ নিচিনা (নিৰ্লিপ্ত) বুলি কয়।।৩।। সেই কালেই সমস্ত চৰাচৰ উৎপন্ন কৰিছে (অথবা পোষণ কৰিছে)। সেই কালেই সমস্ত ভুৱনত ব্যাপ্ত হৈ আছে। সেই কালেই (জগতৰ) পিতা হৈও পুত্ৰ হৈছে। কালতকৈ শ্ৰেষ্ঠ অন্য কোনো তেজ নাই।।৪।। কালেই সৌ দ্যুলোক সৃষ্টি কৰিছে আৰু এই পৃথিৱীখনো সৃষ্টি কৰিছে। কালতে আশ্ৰয় কৰি ভূত, ভৱিষ্যত (আৰু বৰ্তমান) বৰ্তি আছে।।৫।। কালেই জগৎ সৃষ্টি কৰিছে। কালত সূৰ্যই তাপ দিছে, কালতে সমস্ত বিশ্বই অৱস্থান কৰিছে; কালতে চক্ষু (আদি) ইন্দ্ৰিয়ৰ দৰ্শন (আদি) কাৰ্য ঘটিছে।।৬।। কালতে মন, প্ৰাণ আৰু নাম অৱস্থিত। (ঋতু আদি) ৰূপত কাল উপস্থিত হ'লে প্ৰজাসমূহ আনন্দিত হয়।।৭।। কালৰূপ পৰমাত্মাতে তপস্যা, কালতে জ্যেষ্ঠ (পৰমাত্মতত্ত্ব), কালতে বেদ (অথবা ব্ৰহ্ম) সমাহিত হৈ আছে। যি কাল প্ৰজাপতিৰো পিতা, সেই কালেই সমস্ত জগতৰ ঈশ্বৰ।।৮।। কালে (জগৎ সৃষ্টি কৰিবলৈ) ইচ্ছা কৰিছিল; কালৰপৰাই জগৎ উৎপন্ন হৈছে আৰু ই কালতে প্ৰতিষ্ঠিত। কালেই পৰম ব্ৰহ্ম হৈ পৰমেষ্ঠী ব্ৰহ্মাক ধাৰণ কৰিছে।।৯।। কালে প্ৰথমতে প্ৰজাপতিক সৃষ্টি কৰিলে, তাৰ পিছত প্ৰজাসমূহক সৃষ্টি কৰিলে। স্বয়ম্ভু কশ্যপ কালৰপৰাই উদ্ভূত হৈছে; তপস্যাও কালৰপৰাই জন্ম হৈছে। + + + +

কালৰপৰাই জলৰ উৎপত্তি হৈছে; কালৰ পৰাই ব্ৰহ্মা, তপ আৰু দিশসমূহ উদ্ভূত হৈছে। কালতে সূৰ্য উদয় হয় আৰু কালতে পুনৰ বিলীন হয়।।১।। কালৰ দ্বাৰা প্ৰেৰিত হৈ বায়ু প্ৰবাহিত হয়; কালৰ দ্বাৰাই পৃথিৱী মহিমামণ্ডিত হৈছে; মহান্ দ্যুলোক কালতে অধিষ্ঠিত।।২।। কালৰপৰাই পুত্ৰস্বৰূপ ভূত, ভৱিষ্যত (আৰু বৰ্তমান) উৎপন্ন হৈছে আৰু কালৰপৰাই ঋক্, যজুঃ (আৰু সামবেদ) উদ্ভূত। কালেই দেৱতাসকলৰ ভাগৰূপত যজ্ঞ উৎপন্ন কৰিছিল। কালতে গন্ধৰ্ব আৰু অপ্সৰাগণ তথা সমস্ত লোক প্ৰতিষ্ঠিত।।৪।। এই অঙ্গিৰা, অথৰ্বা আদি স্বৰ্গীয় (দেৱ) ঋষিগণ কালতে অধিষ্ঠিত। এই কালেই ভূলোক, পৰম লোক (স্বৰ্গ), পুণ্যলোক আৰু অন্য সমস্ত দুখৰহিত লোকসমূহ পৰমাত্মাৰ দ্বাৰা ব্যাপ্ত কৰি সকলোতে অৱস্থান কৰি আছে।।৫।।

## সপ্তম অনুৱাক

### পঞ্চপঞ্চাশ সূক্ত (৫৫)

**(ঋষি—ভৃগু। দেৱতা—অগ্নি। ছন্দ—ত্ৰিষ্টুপ্, পংক্তি, উষ্ণিক্।)**

হে অগ্নি, ৰাতিৰ পিছত ৰাতি ধৰি (অৰ্থাৎ নিৰন্তৰ), অশ্বৰ উদ্দেশ্যে তৃণাদি দিয়াৰ দৰে, তোমাৰ উদ্দেশ্যে হৱিঃ প্ৰদান কৰি আমি তোমাৰ পৰা প্ৰচুৰ ধন আৰু পুষ্টিলাভ কৰি, তোমাৰ ওচৰতে থাকি কাৰো দ্বাৰা হিংসিত নহওঁ যেন।।১।। তোমাৰ যি কৃপাময়ী ইচ্ছা, তাৰ দ্বাৰা তুমি আমাক আনন্দিত কৰাঁ। হে অগ্নি, আমি তোমাৰ পৰা প্ৰচুৰ ধন ইত্যাদি (আগৰ মন্ত্ৰৰ দৰে)।।২।। প্ৰতি সন্ধ্যা আৰু প্ৰতি পুৱাতে গাৰ্হপত্য অগ্নিয়ে আমাক মনৰ সুখ প্ৰদান কৰে। হে অগ্নি, তুমি আমাক ধন প্ৰদান কৰা। আমি তোমাক (ঘৃত-কাষ্ঠ আদিৰ দ্বাৰা) প্ৰজ্বলিত কৰি নিজৰ শৰীৰ পোষণ কৰিম।।৩।। (এই মন্ত্ৰৰ অৰ্থ পূৰ্বমন্ত্ৰৰ সৈতে একে; কেৱল শেষৰ সমাপিকা ক্ৰিয়াযুক্ত বাক্যাংশ এনে হ'ব—"শতবৰ্ষ জীয়াই থাকিম"।)।।৪।। মই যাতে থালীৰ তলিত দেই যোৱা অন্ন নাপাওঁ (থালীত অন্ন কম থাকিলে দেই যায়; গতিকে বেছি অন্ন পাওঁ যেন)। অন্নৰ অধিপতি অন্নভোক্তা ৰুদ্ৰৰূপ অগ্নিক নমস্কাৰ।।৫।। সভাত থকা তুমি মোৰ সভা (মিত্ৰ-পুত্ৰাদি) ৰক্ষা কৰাঁ। সভাসদসকল এই সভাৰ ৰক্ষক হওক, হে অগ্নি, প্ৰতিদিনে বহুজনৰ দ্বাৰা আহুত হে অগ্নি, তুমি আমাক সম্পূৰ্ণ আয়ুস প্ৰদান কৰাঁ।।৬।। ঘোঁৰাক তৃণাদি দিয়াৰ দৰে প্ৰতিদিন, হে অগ্নি, তোমাৰ উদ্দেশ্যে উপহাৰ দিওঁতাসকলক তুমি প্ৰচুৰ ধন আৰু পুষ্টি প্ৰদান কৰাঁ। তোমাৰ ওচৰত থকা আমাক যেন কোনেও হিংসা নকৰে।।৬।।

## ষট্‌পঞ্চাশ সূক্ত (৫৬)

### (ঋষি—যম। দেৱতা—দুঃস্বপ্ননাশন। ছন্দ—ত্ৰিষ্টুপ্।)

(হে দুঃস্বপ্নাভিমানী ক্ৰূৰ পিশাচ) তুমি যমলোকৰপৰা আহি নিৰ্ভীকভাৱে মৰ্ত্যৰ নৰ-নাৰীৰ ওচৰত উপস্থিত হোৱাঁ। তুমি দুঃস্বপ্নগ্ৰস্ত অকলশৰীয়া মানুহৰ লগত একেখন ৰথত উঠি (মৃত্যুলোকলৈ) যোৱা।।১।। হে দুঃস্বপ্ন, দিন-ৰাতি সৃষ্টি হোৱাৰ আগতেই বিশ্বস্ৰষ্টা প্ৰজাপতিয়ে তোমাক দৰ্শন কৰিছিল। তেতিয়াৰেপৰা চিকিৎসসকলৰ ওচৰত নিজৰ ৰূপ গোপন কৰি তুমি এই জগতলৈ আহা।।২।। দুৰ্ধৰ্ষগতিৰ দুঃস্বপ্ন অসুৰবিলাকৰ ওচৰৰপৰা মহিমা লাভ কৰিবৰ কাৰণে যেতিয়া দেৱতাসকলৰ ওচৰলৈ যায়, তেতিয়া তেত্ৰিছ দেৱতাই দুঃস্বপ্নক (মানুহক) অনিষ্ট কৰাৰ অধিকাৰ প্ৰদান কৰে।।৩।। এই কথা পিতৃগণেও নাজানে, দেৱতাসকলেও নাজানে। এনেদৰে অধিকাৰ দিয়া কথাষাৰ এই জগতত অন্তৰ্হিত হৈ পৰিছিল। নেতা আদিত্যগণে বৰুণৰ অনুশাসন মানি ত্ৰিত ঋষিৰ ওচৰত অনিষ্টকাৰী দুঃস্বপ্নক ন্যস্ত কৰিছিল।৪।। কুকাৰ্য কৰা মানুহবিলাকে দুঃস্বপ্নৰ সাংঘাতিক ফল ভোগ কৰে; সৎকাৰ্য কৰা লোকসকলে দুঃস্বপ্ন নেদেখে আৰু পুণ্যৰ ফলত পৰমায়ু লাভ কৰে। হে দুঃস্বপ্ন, তুমি পৰম আত্মীয় বিধাতাৰ লগত থাকি প্ৰসন্ন হোৱা। তুমি সন্তপ্ত দুষ্কৃতিকাৰীৰ মনৰপৰা জন্মলাভ কৰা।।৫।। হে স্বপ্ন, আমি তোমাৰ পূৰ্বৰ সকলো পৰিজনৰ কথা জানো, তোমাৰ বৰ্তমানৰ অধিপতিৰ কথাও জানো। তুমি আমাক যশস্বী জনৰ যশস্যাৰে ৰক্ষা কৰাঁ; তুমি শত্ৰুবিলাকৰ সৈতে আঁতৰি গুচি যোৱাঁ।।৬।।

## সপ্তপঞ্চাশ সূক্ত (৫৭)

### (ঋষি, দেৱতা—পূৰ্ববৎ। ছন্দ—অনুষ্টুপ্, ত্ৰিষ্টুপ্, গায়ত্ৰী।)

যিদৰে (যজ্ঞৰ পশুৰ) হৃদয়, শৃংগ আদি ক্ৰমে ক্ৰমে অৰ্পণ কৰি শেষ হয়, ঋণ যিদৰে শোধ কৰি ক্ৰমে ক্ৰমে শেষ হয়, সেইদৰে দুঃস্বপ্নজনিত সকলো অপ্ৰিয় দূৰ কৰিছোঁ।।১।। যেনেকৈ (যুদ্ধত) ৰজাসকল একত্ৰিত হয়, ঋণ বাঢ়ি বাঢ়ি একেলগ হয়, কুষ্ঠ আদি ৰোগসমূহ একেলগ হয়, (পশুৰ পেলনি যোৱা) খুৰা, শিং আদি একেলগ কৰি থোৱা হয়, সেইদৰে আমাৰ দুঃস্বপ্নজনিত কষ্টসমূহ একেলগ কৰি শত্ৰুৰ ওপৰত জাপি দিছোঁ।।২।। দেৱপত্নীগণৰ গৰ্ভজাত, যমৰ হস্তসদৃশ হে স্বপ্ন, তোমাৰ মংগলকৰ ভাগটো মোৰ আৰু অনিষ্টকাৰী ভাগটো শত্ৰুৰ ওচৰলৈ পঠাই দিছোঁ। কৃষ্ণবৰ্ণৰ পক্ষীৰ (কাউৰীৰ) মুখৰ নিচিনা মুখ থকা দুঃস্বপ্ন তুমি আমাৰ বাধক নোহোৱা যেন।।৩।। হে স্বপ্ন, তোমাক সেইদৰেই সম্পূৰ্ণভাৱে আমি জানো। ঘোঁৰাই যেনেকৈ ধূলি লাগি

থকা নিজৰ অংগ জোকাৰি পেলায়, কৰচাদি সোলোকাই পেলায়, সেইদৰে দেৱহিংসক আৰু আমাৰ অনিষ্টকাৰক দুঃস্বপ্নৰ যি ফল আমাৰ গৰুবিলাকত আৰু ঘৰ-দুৱাৰৰ ওপৰত ফলিছে, সেইবিলাক দূৰ কৰাঁ।।৪।। সেই অনিষ্টকাৰী স্বপ্নক দেৱহিংসক শত্ৰুবোৰে কণ্ঠহাৰৰ দৰে ধাৰণ কৰক। আমাৰপৰা দুঃস্বপ্নজনিত অনিষ্ট ন-হাত দূৰলৈ আঁতৰাই পঠোৱাঁ। সকলো দুঃস্বপ্নক শত্ৰুবিলাকৰ ওচৰলৈ পঠাই দিম।।৫।।

## অষ্টপঞ্চাশ সূক্ত (৫৮)

**(ঋষি—ব্ৰহ্মা। দেৱতা—মন্ত্ৰত কোৱাসকল। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্, শক্বৰী।)**

ঘৃতৰ বেগে (পৰমাত্মাবিষয়ক বুদ্ধিয়ে) সংবৎসৰক (পৰমাত্মাক শব্দ-স্পৰ্শৰূপ) হৱনীয় দ্ৰব্যৰ দ্বাৰা পৰিপুষ্ট কৰে। (এই জ্ঞানযজ্ঞৰ প্ৰৱৰ্তক) আমাৰ শ্ৰৱণেন্দ্ৰিয়, দৰ্শনেন্দ্ৰিয়, প্ৰাণ আদি অবিচ্ছিন্ন হৈ থাকক। আমি আয়ুস আৰু তেজৰ দ্বাৰা অবিনাশী হ'ম।।১।। প্ৰাণে আমাক (দীৰ্ঘায়ু হ'বলৈ) অনুমতি দিয়ক; আমি সেই প্ৰাণক আহ্বান কৰিছোঁ। পৃথিৱী আৰু অন্তৰীক্ষই (আমাক দিবৰ কাৰণে) তেজ ধাৰণ কৰিছে; সোম, বৃহস্পতি আৰু ধাৰক (অগ্নি অথবা) সূৰ্যয়ো তেজ ধাৰণ কৰিছে।।২।। দ্যাৱাপৃথিৱীয়ে তেজ ধাৰণ কৰিছে। তেজ ধাৰণ কৰি আমি পৃথিৱী আৰু অন্তৰীক্ষত বিচৰণ কৰিম। গাইবিলাক সিহঁতৰ পালক আমাৰ ওচৰলৈ অন্নৰ (অথবা যশৰ) সৈতে আহক; আমি গাইবিলাকৰ সৈতে যশ লাভ কৰি পৃথিৱী আৰু অন্তৰীক্ষত বিচৰণ কৰিম।।৩।। (হে ইন্দ্ৰিয়সমূহ) তোমালোক এই মানসযজ্ঞ প্ৰৱৰ্তনৰ অধিষ্ঠানৰূপ শৰীৰত অৱস্থান কৰাঁ; সেই শৰীৰ তোমালোকৰ ৰক্ষক। লৌহপাত্ৰৰ দৰে তোমালোকৰ শব্দাদি বিষয়সমূহ সাৰযুক্ত কৰাঁ। যজ্ঞৰ চমসৰ দৰে যেন তোমালোকৰ শৰীৰ সুদৃঢ় হয়, তাৰপৰা সাৰভাগ নিৰ্গত নহয়।।৪।। (এই মন্ত্ৰৰ অৰ্থ ২।৩৫।৫ মন্ত্ৰৰ সৈতে একে)।।৫।। দেৱগণৰ ভিতৰত ঋত্বিক্ৰূপ আৰু যাগ কৰিবৰ যোগ্য যিসকল দেৱতা আছে, যিসকলৰ উদ্দেশ্যে ভাগৰূপ হৱি; অৰ্পণ কৰা হয়, সেই মহান দেৱতাসকল সপত্নীক এই যজ্ঞলৈ আহি আহুতিৰ দ্বাৰা তৃপ্ত হওকহি।।৬।।

## উনষষ্টিতম সূক্ত (৫৯)

**(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্।)**

হে অগ্নি, তুমি ব্ৰতপালক, তুমি মৰণশীল নৰৰ মাজত (জঠৰাগ্নিৰূপে) আছা। তুমি যজ্ঞসমূহত স্তুতিৰ যোগ্য।।১।। হে দেৱগণ, বিদ্বান তোমালোকৰ যি কৰ্ম আমি নাজানি নষ্ট কৰিছোঁ, সৰ্বভক্ষী অগ্নিয়ে সেই কথা জানি তাক পূৰ কৰক। সোমযাগকাৰী

ব্ৰাহ্মণসকলত সেই অগ্নি প্ৰৱিষ্ট হৈ আছে।।২।। যি পথেৰে গৈ দেৱতাসকলক পোৱা যায়, আমি সেই পথত প্ৰৱেশ কৰিছোঁ। অগ্নিয়ে সেই (দেৱমাৰ্গৰূপ যজ্ঞৰ) কথা জানে, তেওঁ যাগ কৰক। তেওঁ হোতা, তেওঁ অধ্বৰ আৰু যজ্ঞৰ কাল নিৰূপণ কৰক।।৩।।

## ষষ্টিতম সূক্ত (৬০)

**(ঋষি—ব্ৰহ্মা। দেৱতা—বাক্ আদি মন্ত্ৰত উল্লিখিতসকল। ছন্দ—বৃহতী, উষ্ণিক।)**

হে অগ্নি, মুখত বচন, নাসিকাত প্ৰাণ, চকুত দৃষ্টিশক্তি, কাণত শ্ৰৱণশক্তি, নপকা চুলি, বগা দাঁত, আৰু প্ৰভূত বাহুবল মই লাভ কৰোঁ যেন।।১।। উৰুযুগলত বল, আঁঠুত বেগ, ভৰিত বৈ থাকিব পৰা শক্তি মই লাভ কৰিম। মোৰ সকলো বস্তু অনিষ্টৰহিত, অধঃ-পাতশূন্য হওক।।২।।

## একষষ্টিতম সূক্ত (৬১)·, দ্বিষষ্টিতম সূক্ত (৬২) ত্ৰিষষ্টিতম সূক্ত (৬৩)।

**(ঋষি—ব্ৰহ্মা। দেৱতা—ব্ৰহ্মণস্পতি। ছন্দ—বৃহতী, অনুষ্টুপ্।)**

শৰীৰৰ দ্বাৰা সকলো শাৰীৰিক বল আৰু দাঁতৰ দ্বাৰা সম্পূৰ্ণ আয়ুস লাভ কৰিম। হে অগ্নি, মোক প্ৰভূত সুখ দান কৰাঁ আৰু পবিত্ৰ কৰি স্বৰ্গলৈ যোৱাঁ।।১।।

হে অগ্নি, মোক দেৱতাসকলৰ প্ৰিয় কৰাঁ; মোক ৰজাৰ প্ৰিয় কৰাঁ। মই যেন সকলো শূদ্ৰৰ, আৰ্যৰ আৰু সকলো দেখোঁতা লোকৰ প্ৰিয় হওঁ।।১।। হে ব্ৰহ্মস্পতি (মন্ত্ৰৰ পালক অগ্নি), তুমি উঠা, যজ্ঞৰ দ্বাৰা দেৱতাসকলক (আমাৰ কথা) জনোৱাঁ; আমাৰ আয়ুস, প্ৰাণ, প্ৰজা, পশু, কীৰ্তি আৰু যজমানৰ বৃদ্ধি সাধন কৰাঁ।।১।।

## চতুঃষষ্টিতম সূক্ত (৬৪)

**(ঋষি—ব্ৰহ্মা। দেৱতা—অগ্নি। ছন্দ—অনুষ্টুপ্।)**

হে অগ্নি, মই মহান জাতবেদাৰ উদ্দেশ্যে ইন্ধন আহৰণ কৰিছোঁ। সেই অগ্নিয়ে আমাক শ্ৰদ্ধা আৰু মেধা প্ৰদান কৰক।।১।। হে জাতবেদা, তোমাক আমি ইন্ধনৰ দ্বাৰা প্ৰজ্বলিত কৰি বৰ্ধিত কৰিছোঁ; তুমি আমাক পুত্ৰাদিৰে আৰু ধনেৰে বৰ্ধিত কৰাঁ।।২।। হে অগ্নি, তোমাৰ উদ্দেশ্যে যি যজ্ঞীয় বা অযজ্ঞীয় কাঠ আমি অৰ্পণ

কৰিছোঁ, সি আমাৰ মংগলকাৰক হওক। হে যুৱাতম অগ্নি, তুমি তাক গ্ৰহণ কৰাঁ।।৩।। হে অগ্নি, এই কাঠসমূহ তোমাৰ উদ্দেশ্যে অনা হৈছে; তুমি তাৰে প্ৰজ্বলিত হোৱাঁ। তুমি আমাক আয়ুস দিয়াঁ আৰু আচাৰ্যক অমৰত্ব প্ৰদান কৰাঁ।।৪।।

## পঞ্চষষ্টিতম সূক্ত (৬৫)

**(ঋষি—ব্ৰহ্মা। দেৱতা—সূৰ্য, জাতবেদা। ছন্দ—জগতী।)**

হে সূৰ্য, তুমি এক হৰিৎবৰ্ণৰ পক্ষীৰূপ, তুমি জ্যোতিৰে দ্যুলোকত আৰোহণ কৰা। দ্যুলোকত গমন কৰা তোমাক যিবিলাকে প্ৰতিৰোধ কৰিব খোজে, হে জাতবেদা, তোমাৰ তেজেৰে সিবিলাকক প্ৰতিহত কৰাঁ। হে সূৰ্য, উগ্ৰ তুমি জ্যোতিৰে সৈতে স্বৰ্গত আৰোহণ কৰাঁ।।১।।

## ষট্‌ষষ্টিতম সূক্ত (৬৬)

**(ঋষি, ছন্দ পূৰ্ববৎ। দেৱতা—সূৰ্য, জাতবেদা, বজ্ৰ।)**

লৌহময় পাশযুক্ত যি মায়াৱী অসুৰগণে (সৎলোকক হিংসা কৰিবৰ কাৰণে) লৌহময় পাশ লৈ ঘূৰি ফুৰিছে, হে জাতবেদা, তোমাৰ তেজেৰে আমি সিবিলাকক বশীভূত কৰিম। সহস্ৰ আয়ুধযুক্ত হৈ তুমি বজ্ৰেৰে শত্ৰুগণক বিনাশ কৰি আমাক ৰক্ষা কৰাঁ।।১।।

## সপ্তষষ্টিতম সূক্ত (৬৭)

**(ঋষি—ব্ৰহ্মা। দেৱতা—সূৰ্য। ছন্দ—গায়ত্ৰী)**

(হে সূৰ্যদেৱ,) আমি যেন শত শৰৎ দেখিবলৈ পাওঁ; শত শৰৎ যেন জীয়াই থাকোঁ; শত শৰৎ জুৰি যেন বোধসম্পন্ন হৈ থাকোঁ; শত শৰৎ ধৰি উত্তৰোত্তৰ বৃদ্ধিলাভ কৰোঁ যেন; শত শৰৎ জুৰি পুষ্টিলাভ কৰোঁ যেন; শত শৰৎ ধৰি (পুত্ৰাদি ৰূপত) উৎপন্ন হওঁ যেন; এশ শৰততকৈ বেছি কাল ধৰি যেন।।১-৮।।

## অষ্টষষ্টিতম সূক্ত (৬৮)

**(ঋষি—ব্ৰহ্মা। দেৱতা—মন্ত্ৰোক্ত কৰ্ম। ছন্দ—অনুষ্টুপ্।)**

মই নিজৰ ব্যান আৰু প্ৰাণবায়ুৰ মূলাধাৰ অভিভৱন ক্ৰিয়াৰ দ্বাৰা পৃথক্ কৰোঁ। এই দুই বায়ুৰ দ্বাৰা উত্থিত অক্ষৰাত্মক বেদক পৃথক্ কৰি আমি কৰ্মসমূহ সম্পন্ন কৰোঁ।।১।।

## উনসপ্ততিতম সূক্ত (৬৯)

**(ঋষি—ব্রহ্মা। দেৱতা—জলসমূহ। ছন্দ—অনুষ্টুপ্, গায়ত্রী, উষ্ণিক।)**

তোমালোক আয়ুষ্মান হোৱাঁ; আমিও আয়ুষ্মান হ'ম; সম্পূর্ণ আয়ুস ভোগ কৰি জীয়াই থাকিম।।১।। তুমি তোমাৰ ওচৰত থকা উপাসকসকলক আয়ুষ্মান কৰাঁ; ময়ো উপজীব্যসকলক আয়ুষ্মান কৰিম। সম্পূৰ্ণ আয়ুস ভোগ কৰি জীয়াই থাকিম।।২।। তুমি উচিত জীৱন লাভ কৰাঁ; ময়ো সাৰ্থক জীৱন লাভ কৰিম; মই সম্পূৰ্ণ আয়ুস ভোগ কৰিম।।৩।। তুমি জীৱন্ত, ময়ো জীয়াই থাকিম। মই সম্পূৰ্ণ আয়ুস লাভ কৰিম।।৪।।

## সপ্ততিতম সূক্ত (৭০)

**(ঋষি—ব্রহ্মা। দেৱতা—ইন্দ্র আদি মন্ত্রত কোৱাসকল। ছন্দ—গায়ত্রী।)**

হে ইন্দ্র, তুমি জীৱিত হৈ থাকাঁ; হে সূৰ্য, তুমি জীৱিত হৈ থাকাঁ; হে দেৱগণ, তোমালোক জীৱিত হৈ থাকাঁ, ময়ো জীয়াই থাকোঁ; ময়ো সম্পূৰ্ণ আয়ুস ভোগ কৰিম।।১।।

## একসপ্ততিতম সূক্ত (৭১)

**(ঋষি—ব্রহ্মা। দেৱতা—গায়ত্রী। ছন্দ—জগতী।)**

মোৰ দ্বাৰা স্তুতিকৃত বৰদায়িনী বেদমাতা (গায়ত্রীয়ে) দ্বিজগণক (ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্যগণক) আয়ুস, প্ৰাণ, সন্তান-সন্ততি, পশু, কীৰ্তি, ধন আৰু ব্ৰহ্মতেজ প্ৰদান কৰক, মোক সেই সকলো প্ৰদান কৰি পাৱনী বেদমাতাই ব্ৰহ্মালোকলৈ গমন কৰক।।১।।

## দ্বিসপ্ততিতম সূক্ত (৭২)

**(ঋষি—ভৃগু—অঙ্গিৰা, ব্রহ্মা। দেৱতা—পৰমাত্মা আৰু দেৱগণ। ছন্দ—ত্রিষ্টুপ্।)**

যি কোশৰপৰা বেদ উলিয়াই আনি কৰ্ম অনুষ্ঠান কৰা হয়, আমি তাতে পুনৰ প্ৰতিষ্ঠা কৰোঁ। ব্ৰহ্মৰ কৰ্মপ্ৰতিপাদক বীৰ্যৰূপ বেদৰ দ্বাৰা যি কৰ্ম কৰা হয়, হে দেৱগণ, সেই অভীষ্ট কৰ্মফলৰ দ্বাৰা মোক পালন কৰাঁ।।১।।

## উনবিংশ কাণ্ড সমাপ্ত

# বিংশ কাণ্ড

## প্ৰথম অনুৱাক

### প্ৰথম সূক্ত (১)

**(ঋষি—বিশ্বামিত্ৰ, গৌতম, বিৰূপ। দেৱতা—ইন্দ্ৰ, মৰুৎগণ, অগ্নি। ছন্দ—গায়ত্ৰী।)**

হে ইন্দ্ৰ, কামবৰ্ষণকাৰী তোমাক আমি সোমৰস উলিয়াই হোৱাত (পান কৰিবৰ কাৰণে) আহ্বান কৰিছোঁ। সেইদৰে আহুত হৈ তুমি মধুৰ (সোমৰস ৰূপ) অন্ন পান কৰাঁহি।।১।। হে মৰুৎগণ, তোমালোকে দ্যুলোকৰপৰা আহি যাৰ গৃহত সোমপান কৰা, তেওঁ সকলোতকৈ সুৰক্ষিততম লোক।।২।। বৃষভ আৰু বন্ধ্যা গাই যাৰ ভাগ, সোম যাৰ পৃষ্ঠত অৱস্থিত, সেই বিধাতাস্বৰূপ অগ্নিক আমি স্তোত্ৰৰ দ্বাৰা অৰ্চনা কৰিছোঁ।।৩।।

### দ্বিতীয় সূক্ত (২)

**(ঋষি—গৃৎসমদ। দেৱতা—মৰুৎগণ, অগ্নি, ইন্দ্ৰ, দ্ৰৱিণোদা।
ছন্দ—গায়ত্ৰী, উষ্ণিক্, ত্ৰিষ্টুপ্।)**

মৰুৎগণে সুন্দৰ স্তোত্ৰ আৰু শস্ত্ৰযুক্ত পোতাৰ (এই নামৰ পুৰোহিতৰ) যজ্ঞত ঋতুৰে সৈতে সোমপান কৰকহি।।১।। অগ্নিয়ে সুন্দৰ স্তোত্ৰ আৰু শস্ত্ৰযুক্ত আগ্নীধ্ৰৰ যজ্ঞত ঋতুৰে সৈতে সোম পান কৰকহি।।২।। ব্ৰহ্মাৰূপে ইন্দ্ৰই সুন্দৰ স্তোত্ৰ-শস্ত্ৰ-যুক্ত ব্ৰাহ্মণাচ্ছংসীৰ যজ্ঞত ঋতুৰে সৈতে সোমপান কৰকহি।।৩।। ধন-সোণ দান কৰা দেৱতাই সুন্দৰ স্তোত্ৰ আৰু শস্ত্ৰযুক্ত পোতাৰ যজ্ঞত ঋতুৰে সৈতে সোমপান কৰকহি।।৪।।

### তৃতীয় সূক্ত (৩)

**(ঋষি—ইৰিম্বিঠি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে ইন্দ্ৰ, তুমি আহাঁ; তোমাৰ কাৰণে সোম অভিষুত কৰি থোৱা হৈছে; তুমি তাক পান কৰাঁ। তুমি মোৰ এই কুশবনৰ আসনত বহাঁ।।১।। হে ইন্দ্ৰ, মন্ত্ৰৰ দ্বাৰা যুৰ্বি লোৱা, গলধনত কেশৰ থকা হৰি নামৰ ঘোঁৰা দুটাই তোমাক বহন কৰি আনক। তুমি আমাৰ স্তোত্ৰসমূহ শ্ৰৱণ কৰাঁহি।।২।। হে ইন্দ্ৰ, আমি ব্ৰাহ্মণাচ্ছংসী নামৰ পুৰোহিতসকলে সোমপায়ী তোমাক স্তোত্ৰৰ দ্বাৰা আহ্বান কৰিছোঁ; অভিষুত সোম তোমাক অৰ্পণ কৰিছোঁ।।৩।।

## চতুৰ্থ সূক্ত (৪)

## আৰু

## পঞ্চম সূক্ত (৫)

**(ঋষি, দেৱতা, ছন্দ পূৰ্ব্ববৎ।)**

হে ইন্দ্ৰ, সোম-সংস্কাৰক আমাৰ ওচৰলৈ আহাঁ, আমাৰ স্তুতি গ্ৰহণ কৰা। হে সুন্দৰ হনুযুক্ত ইন্দ্ৰ, তুমি সোমৰ ভাগ পান কৰাঁ।।১।। হে ইন্দ্ৰ, তোমাৰ দুয়োটা কুক্ষিতে সোম ভৰাই দিছোঁ; সেই সোম তোমাৰ শৰীৰত ব্যাপ্ত হৈ পৰক। জিভাৰে মধুৰ সোমৰস গ্ৰহণ কৰাঁ।।২।। হে ইন্দ্ৰ, সুদাতা তোমাৰ উদ্দেশ্যে অৰ্পিত এই মধুৰ সোমৰস তোমাৰ শৰীৰৰ কাৰণে স্বাদু হওক। সোম তোমাৰ হৃদয়ৰ কাৰণে সুখকৰ হওক।।৩।।

+ + +

হে ইন্দ্ৰ, (বস্ত্ৰাদিৰ দ্বাৰা) আবৃত স্ত্ৰীৰ এই সোম তোমাৰ ওচৰলৈ যাওক।।১।। সোমৰূপ অন্ন ভক্ষণ কৰাৰ কাৰণে যাৰ গ্ৰীৱা বৃষভ সদৃশ, উদৰ স্থূল আৰু বাহুযুগল সুদীৰ্ঘ, সেই ইন্দ্ৰই আৱৰণকাৰীক (বৃত্ৰক) বধ কৰে।।২।। হে ইন্দ্ৰ, তুমি জগতৰ স্বামী, তুমি আমাৰ (সৈন্যৰ) আগত যোৱাঁ। হে বৃত্ৰহন্তা, তুমি আৱৰক শত্ৰুবিলাকক বিনাশ কৰাঁ।।৩।। হে ইন্দ্ৰ, তুমি সোম অভিষৱকাৰী যজমানক ধন দান কৰা তোমাৰ যি অংকুশ (সদৃশ হাত), সি দীঘল হওক।।৪।। হে ইন্দ্ৰ, মেলি থোৱা কুশবনৰ ওপৰত এয়া শোধন কৰি থোৱা সোমৰস তোমাৰ উদ্দেশ্যে ৰখা হৈছে; এই মুহূৰ্তে তুমি আহাঁ আৰু সোম পান কৰাঁহি।।৫।। হে ইন্দ্ৰ, তুমি (পণিগণে হৰণ কৰা) গাইবিলাক উদ্ধাৰ কৰিছিলা; তুমি স্তোত্ৰসমূহৰ সুফলদাতা, এই সোম তোমাৰ সুখৰ উদ্দেশ্যে শোধন কৰা হৈছে। হে আখণ্ডল, তোমাক আহ্বান কৰা হৈছে।।৬।। হে শৃংগবৃষা নামৰ ঋষিৰ পুত্ৰ, তুমি কুণ্ডপায্য নামৰ এই বহু সোমযুক্ত ক্ৰতুত মনোনিৱেশ কৰাঁ।।৭।।

## ষষ্ঠ সূক্ত (৬)

**(ঋষি—বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

(১ম মন্ত্ৰৰ অনুৱাদ ২০।১।১ৰ সৈতে একে)।।১।। হে বহুভাবে স্তুতি লাভ কৰা ইন্দ্ৰ, যজ্ঞসম্পন্নকাৰী, অভিষুত এই সোমৰস তুমি কামনা কৰাঁ; এই প্ৰীতিদায়ক সোমৰসেৰে উদৰ পূৰ্ণ কৰাঁ; তৃপ্তি লাভ কৰা।।২।। হে প্ৰজাপালক ইন্দ্ৰ, তুমি সমস্ত দেৱগণৰ সৈতে আহি আমাৰ সোমময় যজ্ঞক বৰ্ধিত কৰাঁ।।৩।। হে সৎপালক ইন্দ্ৰ, এই অভিষুত, আহ্লাদক ৰসাত্মক সোমে তোমাৰ উদৰলৈ গমন কৰিছে।।৪।। হে

ইন্দ্ৰ, এই বৰণীয় অভিষুত সোম তুমি জঠৰত ধাৰণ কৰাঁ। এই দীপ্তিমান সোমৰসখিনি তোমাৰ উদ্দেশ্যে অৰ্পিত।।৫।। হে স্তুতিভাজন ইন্দ্ৰ, তুমি আমাৰ এই অভিষুত সোম পান কৰাঁ। মধুৰ সোমৰসৰ ধাৰাৰে তুমি সিক্ত হৈ আছা। হে ইন্দ্ৰ, তোমাৰ সুকীৰ্তি আছে।।৬।। যজমানৰ দ্যুতিমান, অক্ষয় সোমৰস ইন্দ্ৰৰ অভিমুখে যায়। তাক পান কৰি ইন্দ্ৰই বৃদ্ধি লাভ কৰে।।৭।। হে বৃত্ৰহন্তা ইন্দ্ৰ, তুমি দূৰৰপৰা আৰু ওচৰৰপৰা আমাৰ ওচৰলৈ আহাঁ আৰু আমাৰ স্তুতিবাক্য শ্ৰৱণ কৰাঁ।।৮।। হে ইন্দ্ৰ, তোমাক দূৰত, ওচৰত আৰু মাজৰ ঠাইত আহ্বান কৰা হৈছে; তুমি (য'তে আছা,) সেই ঠাইৰপৰা ইয়ালৈ শীঘ্ৰে আহাঁ।।৯।।

## সপ্তম সূক্ত (৭)

**(ঋষি—সুকক্ষ, বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে সূৰ্য (ৰূপ ইন্দ্ৰ), বিখ্যাত ধনৱান, বাঞ্ছিত ফলদায়ক, নৰহিতকৰ কৰ্মযুক্ত তুমি উদিত হোৱাঁ।।১।। যি ইন্দ্ৰই বাহুবলেৰে নিৰান্নবৈখন পুৰী বিধ্বস্ত কৰিছিল, বৃত্ৰনিহন্তা (মেঘ-বিদাৰক), আমাৰ মঙ্গলসাধক মিত্ৰতুল্য সেই ইন্দ্ৰই গাখীৰতী গায়ে অধিক গাখীৰ দিয়াৰ দৰে আমাক গৰু, ঘোঁৰা আৰু যৱ আদি ধান সমন্বিতে প্ৰভূত ধন প্ৰদান কৰক।।২-৩।। (৪ মন্ত্ৰৰ অৰ্থ ২০।৬।২ আৰু ৩।৪০।২ মন্ত্ৰৰ সৈতে একে)।।৪।।

## অষ্টম সূক্ত (৮)

**(ঋষি—ভৰদ্বাজ, কুৎস, বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্)**

হে ইন্দ্ৰ, তুমি প্ৰাচীন (ঋষিসকলে প্ৰদান কৰা) সোমৰ দৰে এই সোম পান কৰাঁ; ই তোমাক আনন্দিত কৰক। তুমি আমাৰ স্তুতি শুনা আৰু আমাৰ স্তুতিবাণীৰ দ্বাৰা তুমি বৃদ্ধি লাভ কৰাঁ। তুমি সূৰ্যক প্ৰকাশিত কৰাঁ; আমাৰ শত্ৰুবোৰক নিহত কৰাঁ আৰু (পণিগণে অপহৰণ কৰা) গাইবিলাক তুমি উলিয়াই দিয়াঁ।।১।। (হে ইন্দ্ৰ) তোমাক বিজ্ঞজনে সোম অভিলাষী বুলি কয়। এই সোম অভিষুত কৰি থোৱা হৈছে, তুমি আমাৰ সমুখলৈ আহাঁ আৰু এই সোম উদৰ ভৰাই পান কৰাঁ। পিতাই পুত্ৰৰ কথা শুনাৰ দৰে তুমি আমাৰ আহ্বান শুনা।।২।। ইন্দ্ৰৰ উদ্দেশ্যে কলহ (সোমৰসেৰে) পূৰ্ণ কৰি থোৱা হৈছে; পান কৰিবৰ উদ্দেশ্যে 'স্বাহা' শব্দ উচ্চাৰিত হৈছে। ভৰাওঁতাজনে পাত্ৰ পানীৰে পূৰ কৰি থোৱাৰ দৰে (অধ্বৰ্যুৱে ইন্দ্ৰই) পান কৰিবৰ উদ্দেশ্যে পাত্ৰ সোমৰসেৰে পূৰ কৰি থৈছে। সেই সুস্বাদু সোম ইন্দ্ৰৰ তৃপ্তিৰ অৰ্থে প্ৰদক্ষিণ কৰি তেওঁৰ অভিমুখে যাব লাগিছে।।৩।।

## নৱম সূক্ত (৯)

**(ঋষি—নোধা; মেধাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, বৃহতী।)**

(হে যজমানগণ, তোমালোকৰ যজ্ঞ নিষ্পাদনৰ অৰ্থে অথবা বাঞ্ছিত ফল লাভৰ অৰ্থে) দৰ্শনীয়, দুখনাশক, সোমৰূপ অন্ন ভক্ষণ কৰি হৰ্ষান্বিত হোৱা ইন্দ্ৰক, সন্ধ্যা আৰু পুৱা ধেনুগণে দুগ্ধপান কৰাবলৈ বৎসগণক হাম্বাৰাৱ কৰি আহ্বান কৰাৰ দৰে আমি স্তুতিবাক্যৰ দ্বাৰা আহ্বান কৰিছোঁ।।১।। দীপ্তিমান, সুদাতা, বলপ্ৰদ ইন্দ্ৰৰ ওচৰত, (দুৰ্ভিক্ষৰ সময়ত মানুহে কন্দ, ফল-মূলৰ কাৰণে) আশ্ৰয়যোগ্য পৰ্বতৰ দৰে সুন্দৰ স্তুতিপ্ৰাপ্ত শতসহস্ৰ প্ৰজাৰ পোষক, বহুত গৰু-গাইৰে সমৃদ্ধ অন্নৰ প্ৰাৰ্থনা জনাইছো।।২।। (হে ইন্দ্ৰ,) মই তোমাক সু-বীৰ্যসম্পন্ন সেই অন্নৰ প্ৰাৰ্থনা জনাইছোঁ, যাৰ দ্বাৰা তুমি ভৃগুক তৃপ্ত কৰিছিলা আৰু প্ৰস্কণ্বক পালন কৰিছিলা।।৩।। তুমি যি বলৰ দ্বাৰা সমুদ্ৰ অপাৰ পানীৰে ভৰাই থৈছা, হে ইন্দ্ৰ, সেই বল সকলোৰে অভীষ্ট ফলদাতা। তোমাৰ সেই মহিমা কোনেও ক্ষুণ্ণ কৰিব নোৱাৰে; সেই মহিমাৰ কথা পৃথিৱীৰ সকলোৱে কীৰ্তন কৰে।।৪।।

## দশম সূক্ত (১০)

**(ঋষি—মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ-বাৰ্হিত প্ৰগাথ।)**

এই অতিমধুৰ বাক্যৰ স্তোত্ৰসমূহ শত্ৰুজয়কাৰী ধনপ্ৰদ, অক্ষয়ভাৱে ৰক্ষাকাৰী আৰু অন্নৰ অভিলাষী হৈ বেগী ৰথৰ দৰে (ইন্দ্ৰৰ সন্তুষ্টিৰ অৰ্থে) ওপৰলৈ গমন কৰিছে।।১।। কণ্ব গোত্ৰৰ ঋষিসকলে যেনেকৈ বিশ্বব্যাপ্ত ইন্দ্ৰক লাভ কৰিছিল, ভৃগুবংশীসকলে যেনেকৈ ইন্দ্ৰক লাভ কৰিছিল আৰু সূৰ্যগণে সূৰ্যক লাভ কৰিছিল, সেইদৰে যজ্ঞপ্ৰিয় মনুষ্যগণেও স্তোত্ৰৰ দ্বাৰা ইন্দ্ৰক লাভ কৰে।।২।।

## একাদশ সূক্ত (১১)

**(ঋষি—বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ ত্ৰিষ্টুপ্।)**

(শত্ৰুৰ) নগৰ ভেদকাৰী, নিজ বীৰ্যৰ দ্বাৰা শত্ৰু হিংসাকাৰী ইন্দ্ৰই দাসক জয় কৰিছে। স্তোত্ৰৰ দ্বাৰা সন্তুষ্ট আৰু বৰ্ধিতশৰীৰ, বহু অস্ত্ৰধাৰী ইন্দ্ৰ দ্যুলোক-ভূলোকত ব্যাপ্ত হৈ আছে।।১।। হে ইন্দ্ৰ মই এই যজ্ঞাত্মক বলশালী আৰু তোমাৰ বৃদ্ধি সাধন কৰা বাণী অন্নেৰে অলংকৃত কৰি তোমালৈ প্ৰেৰণ কৰিছোঁ। হে ইন্দ্ৰ, তুমি মানৱীয় আৰু দৈৱিক প্ৰজাগণৰ ভিতৰত অগ্ৰগণ্য।।২।। শত্ৰুৰ ওপৰত নিজৰ বল প্ৰয়োগ কৰা ইন্দ্ৰই আৱৰক মেঘ (অথবা বৃত্ৰাসুৰক) বিদীৰ্ণ কৰিছিল, শত্ৰুৰ আক্ৰমণনিবাৰক

ইন্দ্ৰই মায়াৱী অসুৰবিলাকক বধ কৰিছিল; শত্ৰুৰ বিনাশকামী ইন্দ্ৰই বৃত্ৰৰ স্কন্ধচ্ছেদ কৰিছিল আৰু (পণি আদি অসুৰে অপহৰণ কৰা) গাইবিলাক উলিয়াই আনিছিল।।৩।। স্বৰ্গপ্ৰদ, শত্ৰুপৰাভৱকাৰী ইন্দ্ৰই দিন প্ৰকাশ কৰি যুদ্ধকামী শত্ৰুসেনাৰ ওপৰত জয়লাভ কৰিছিল; যজমানৰ কৰ্মসম্পাদনৰ অৰ্থে (অথবা মনুষ্যগণৰ উদ্দেশ্যে) দিনৰ ধ্বজাস্বৰূপ সূৰ্যক দীপ্ত কৰিছিল; মহান যুদ্ধৰ অৰ্থে জ্যোতি লাভ কৰা হৈছিল।।৪।। (যুদ্ধাভিলাষী) বীৰপুৰুষৰ দৰে ইন্দ্ৰ শত্ৰুসেনাৰ মাজত সোমাই পৰে। ইন্দ্ৰই স্তোতাসকলৰ কাৰণে উষাসমূহৰ প্ৰকাশ ঘটায় আৰু তেওঁলোকৰ উজ্জ্বল শুভ্ৰবৰ্ণ বৃদ্ধি কৰে।।৫।। ইন্দ্ৰ মহান্, স্তোতাসকলে তেওঁৰ প্ৰভূত সৎকৰ্মৰ প্ৰশংসা কৰে। তেওঁৰ বলৰ দ্বাৰা বলবান অসুৰবিলাকক চূৰ্ণ কৰিছিল আৰু শক্তিশালী দস্যুবিলাকক বিদলন কৰিছিল।।৬।। ইন্দ্ৰই স্বমহিমাৰে স্তোতাগণক ধন লাভ কৰাইছিল। যজমানসকলৰ পালক আঁৰু মানুহৰ বাঞ্ছিত ফলদাতা সেই ইন্দ্ৰই আদিত্যলোকত (বৃষ্টিৰূপ) ধন প্ৰদান কৰিছিল। মেধাৱী ক্ৰান্তদৰ্শী ঋত্বিকসকলে উক্‌থমন্ত্ৰৰ দ্বাৰা ইন্দ্ৰৰ কৰ্মসমূহৰ গুণ কীৰ্তন কৰে।।৭।। সকলোৰে জেতা, বৰেণ্য, বলপ্ৰদ, স্বৰ্গ তথা স্বৰ্গীয় জলৰ উপভোক্তা, যিজনে দ্যুলোক আৰু পৃথিৱীক দেৱতা আৰু মনুষ্যক প্ৰদান কৰিছিল, সেই ইন্দ্ৰক স্তোতাসকলে আনন্দিত কৰিছে।।৮।। (মানুহক ব্যৱহাৰৰ অৰ্থে) ইন্দ্ৰই হাতী ঘোঁৰা প্ৰদান কৰিছে; সূৰ্যক প্ৰকাশিত কৰিছে; নানা ধৰণৰ ভোগৰ সাধন গাই আদি আৰু স্বৰ্ণাদিৰ অলংকাৰসমূহ দিছে। সেই ইন্দ্ৰই দস্যু সংহাৰ কৰি আৰ্যবৰ্ণক ৰক্ষা কৰিছে।।৯।। ইন্দ্ৰই (ধান, যৱ আদি) ওষধি সমূহ প্ৰদান কৰিছে; দিনসমূহ, বনস্পতিসমূহ আৰু অন্তৰীক্ষও (প্ৰাণীগণৰ ভোগৰ নিমিত্তে) প্ৰদান কৰিছে। তেওঁ বল নামৰ অসুৰক (অথবা মেঘ) বিদাৰণ কৰিছে; বিৰুদ্ধবাদী আৰু বিৰুদ্ধ আচৰণকাৰীবিলাকক বিনষ্ট কৰিছে।।১০।। এই সংগ্ৰামত (অথবা যজ্ঞত) ধন-ঐশ্বৰ্যসম্পন্ন আৰু সুখদাতা ইন্দ্ৰক আমি অন্নলাভৰ অৰ্থে আহ্বান কৰিছোঁ। যুদ্ধত অগ্ৰগামী (অথবা যজ্ঞৰ নেতা), আহ্বান শুনোতা উগ্ৰবলসম্পন্ন, শত্ৰুনাশক আৰু (শত্ৰুৰ) ধন বিজেতা ইন্দ্ৰক আমাৰ ৰক্ষাৰ অৰ্থে আহ্বান কৰিছোঁ।।১১।।

## দ্বাদশ সূক্ত (১২)

**(ঋষি—বসিষ্ঠ, অত্ৰি। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)**

**(হে ঋত্বিকসকল,) অন্নৰ কামনাৰে স্তোত্ৰসমূহ উচ্চাৰিত হওক। (হে যজমান,) যজ্ঞত ইন্দ্ৰৰ অৰ্চনা কৰাঁ যি ইন্দ্ৰই বলৰদ্বাৰা সমস্ত ভুৱন ব্যাপ্ত কৰিছে, তেওঁ মোৰ স্তুতি শ্ৰৱণ কৰক।।১।। (হে ইন্দ্ৰ,) দেৱগণৰ মিত্ৰ সদৃশ প্ৰিয় স্তোত্ৰ উচ্চাৰিত হৈছে। মানুহৰ মাজত কোনেও নিজৰ আয়ুসৰ কথা নাজানে। গতিকে এওঁক পৰমায়ু দান**

কৰাঁ; আমাক সকলো পাপৰপৰা ত্ৰাণ কৰাঁ।।২।। গৰু লাভ কৰোৱা ইন্দ্ৰৰ ৰথখনত হৰি নামৰ ঘোঁৰা দুটা যুৰি লৈ (আমাৰ যজ্ঞলৈ আহি) ইন্দ্ৰই আমাৰ স্তুতিসমূহ সেৱন কৰিছে। তেওঁ নিজ মহিমাৰে দ্যাৱাপৃথিৱী ব্যাপ্ত কৰিছে। তেওঁ আকৌ ঘূৰি আহিব নোৱৰাকৈ আৱৰক শত্ৰুবিলাকক আঘাত কৰিছে।।৩।। হে ইন্দ্ৰ, বন্ধ্যা গাইৰ দৰে পানীবোৰ বাঢ়ি আহিছে; তোমাৰ স্তোতাগণে সত্যৰূপ যজ্ঞ লাভ কৰিছে। গতিকে বায়ু তেওঁৰ নিযুৎ নামৰ অশ্বৰ ওচৰলৈ যোৱাৰ দৰে তুমি আমাৰ ওচৰলৈ আহাঁ। তুমি কৰ্মৰ দ্বাৰা আমাক অন্ন প্ৰদান কৰাঁ।।৪।। সেই মাদক সোমৰসে তোমাক মত্ত কৰি তোলক। তুমি স্তোতাসকলক বলৱান বহু ধনযুক্ত পুত্ৰ দান কৰাঁ। দেৱতাসকলৰ ভিতৰত একমাত্ৰ তুমিয়েহে মনুষ্যগণক দয়া কৰা। হে শূৰ, এই সৱনত তুমি হৰ্ষান্বিত হোৱাঁ।।৫।। এই কামবৰ্ষক, বজ্ৰবাহু ইন্দ্ৰক বসিষ্ঠগণে স্তোত্ৰৰ দ্বাৰা অৰ্চনা কৰে। সেই ইন্দ্ৰই আমাক পুত্ৰাদি সহিত অনেক গৰু-গাইৰে সৈতে ধন দান কৰক। (হে দেৱগণ) তোমালোকে এইদৰেই আমাক সদায় কল্যাণসহিত পালন কৰাঁ।।৬।। তৃতীয় সৱনৰ সোমযুক্ত, বজ্ৰধাৰী, কামবৰ্ষক, পৰাভৱকাৰী, শত্ৰুক শোষণ কৰা বলযুক্ত, ৰজা, বৃত্ৰহন্তা, সোমপায়ী ইন্দ্ৰ তেওঁৰ হৰি নামৰ ঘোঁৰা দুটা ৰথত যুৰি লৈ আমাৰ ফালে আহক আৰু মাধ্যন্দিন সৱনত সোমৰ দ্বাৰা তৃপ্ত হওক।।৭।।

## ত্ৰয়োদশ সূক্ত (১৩)

**(ঋষি—বামদেৱ, গৌতম, কুৎস, বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ, বৃহস্পতি, মৰুৎগণ, অগ্নি। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)**

হে বৃহস্পতি, তুমি আৰু ইন্দ্ৰই এই যজ্ঞত হৰ্ষান্বিত হৈ সোম পান কৰাঁ আৰু যজমানক ধন দান কৰাঁ। সৰ্বব্যাপক এই সোমে তোমালোকৰ শৰীৰত প্ৰৱেশ কৰক। তোমালোকে আমাক পুত্ৰাদি সহিত ধন দান কৰাঁ।।১।। হে মৰুৎগণ, (তোমালোকৰ) বেগী আৰু লঘু গতিৰ অশ্বগণে তোমালোকক এই যজ্ঞলৈ বহন কৰি আনক। শীঘ্ৰগামী তোমালোক বাহুসমূহেৰে (আলসতে নামিব পৰাকৈ) ইয়ালৈ আহাঁ। হে মৰুৎগণ, (বেদীৰ কাষত) মেলি থোৱা কুশবনৰ ওপৰত তোমালোক বহাঁ আৰু মধুৰ সোমৰস পান কৰি তৃপ্ত হোৱাঁ।।২।। আমি মনীষাৰ দ্বাৰা (ৰথকাৰে ৰথৰ অংগসমূহ সংযুক্ত কৰা) ৰথৰ দৰে পূজনীয় জাতৱেদা অগ্নিৰ উদ্দেশ্যে এই স্তোত্ৰসমূহ প্ৰস্তুত কৰিছোঁ। এই অগ্নিৰ বিষয়ত আমাৰ মতি কল্যাণকাৰিণী। হে অগ্নি, তোমাৰ লগত মিত্ৰতা কৰা আমি যেন কাৰো হিংসাৰ পাত্ৰ নহওঁ।।৩।। হে অগ্নি, তুমি তেত্ৰিছজন দেৱতাৰ সৈতে একেখন ৰথত অথবা বেলেগ ৰথত উঠি আমাৰ ফালে আহাঁ; তোমাৰ (ৰথৰ) ঘোঁৰাকেইটি অতি সমৰ্থ। তুমি তেত্ৰিছ দেৱতাক সপত্নীক ইয়ালৈ অন্নগ্ৰহণৰ বাবে লৈ আহি তৃপ্ত কৰাঁ।।৪।।

# দ্বিতীয় অনুবাক

## চতুৰ্দশ সূক্ত (১৪)

### (ঋষি—সৌভৰি। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

হে চিৰনৱীন ইন্দ্ৰ, আমি বিচিত্ৰৰূপ তোমাক স্থূল ব্যক্তিৰ দৰে পোষণ কৰি ৰক্ষালাভৰ কামনাৰে অন্নৰ নিমিত্তে (বা যুদ্ধৰ নিমিত্তে) আহ্বান কৰিছোঁ।।১।। হে ইন্দ্ৰ আমি (যুদ্ধ বা যজ্ঞ) কৰ্মৰ ৰক্ষাৰ কাৰণে তোমাৰ ওচৰ চাপোঁ। শত্ৰু অভিভৱকাৰী, নিত্যযুৱক, উগ্ৰবলশালী ইন্দ্ৰ আমাৰ সহায়ক হৈ আহক। হে ইন্দ্ৰ, পূজনীয় তোমাক আমি সখাৰূপে বৰণ কৰিছোঁ।।২।। হে মিত্ৰগণ (যজমানসকল), যি ইন্দ্ৰই পূৰ্বে (স্বৰ্ণ, গৰু আদি) সম্পদ আনি দিছিল, তোমালোকৰ ৰক্ষাৰ অৰ্থে সেই ইন্দ্ৰক স্তুতি কৰিছোঁ।।৩।। হৰি নামৰ অশ্বদ্বয়যুক্ত, সত্যৰ পালক মনুষ্যগণৰ নিয়ন্তা যি ইন্দ্ৰ, তেওঁক আমি স্তুতি কৰিছোঁ। সেই ইন্দ্ৰই স্তোতা আমাক শতশত গৰু-ঘোঁৰা প্ৰদান কৰক।।৪।।

## পঞ্চদশ সূক্ত (১৫)

### (ঋষি—গোতম। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

অতিশয় পূজনীয়, মহৎ গুণৰ দ্বাৰা বৃদ্ধিপ্ৰাপ্ত, প্ৰভূত ধনসম্পন্ন, সত্যৰ সামৰ্থ্যযুক্ত, বলৱান ইন্দ্ৰৰ উদ্দেশ্যে স্তুতি কৰিছোঁ। যি ইন্দ্ৰই সকলো মানুহৰ পোষণৰ অৰ্থে জলপ্ৰৱাহৰ নিচিনাকৈ ধন মুকলি কৰি দিছে, তেওঁক আমি স্তুতি কৰিছোঁ।।১।। (হে ইন্দ্ৰ) পানী যেনেকৈ তলৰ ঠাইলৈ বৈ যায়, সেইদৰে তোমাৰ যাগৰ অৰ্থে সমস্ত জগৎ অনুকূল হওক। যজমানৰ তিনিও সৱন তোমাৰ অনুকূল হৈছে। শত্ৰুনাশক ইন্দ্ৰৰ হিৰন্ময় বজ্ৰ পৰ্বততো ব্যাহত নহয়।।২।। হে শুভ্ৰবৰ্ণা উষা, (শত্ৰুৰ কাৰণে) ভয়ংকৰ, পূজনীয় ইন্দ্ৰৰ উদ্দেশ্যেই এই যাগ কৰা হৈছে; তেওঁক অন্নসহিত ইয়ালৈ লৈ আহাঁ। যি ইন্দ্ৰৰ তেজ, জলৰাশি অন্নৰ সমৃদ্ধিৰ কাৰণ হয়, যি ইন্দ্ৰই জ্যোতিৰাশি প্ৰকাশ কৰিছে, তেওঁৰ উদ্দেশ্যে যাগ কৰাঁ।।৩।। হে বহু স্তুতিপ্ৰাপ্ত ইন্দ্ৰ, এই সকলোবিলাক তোমাৰেই, আমিও তোমাৰেই (আশ্ৰিত); হে বহুধনসম্পন্ন ইন্দ্ৰ, আমি তোমাকে ভৰসা কৰি বিচৰণ কৰিছোঁ। তোমাৰ বাহিৰে কোনো দেৱতাই আমাৰ কথালৈ কাণ নিদিয়ে। তুমি ৰজাৰ দৰে আমাৰ কথা শ্ৰৱণ কৰাঁ।।৪।। হে ইন্দ্ৰ, তোমাৰ প্ৰভূত বীৰত্ব, সেই কাৰণে আমি তোমাৰ অধীন হৈছোঁ। হে মঘৱন, তুমি স্তোতাগণৰ কামনা পূৰণ কৰাঁ; তোমাৰ বীৰ্য মহান দ্যুলোকত আৰু এই পৃথিৱীতো ব্যাপ্ত হৈ আছে।।৫।। হে ইন্দ্ৰ, হে বজ্ৰধাৰী, তুমি বিশাল পৰ্বতসমূহক বজ্ৰৰ দ্বাৰা খণ্ড-বিখণ্ড কৰিছা; জলসমূহ বোৱাই দিছা। তুমি এইদৰে অসাধাৰণ বল ধাৰণ কৰিছা; তোমাৰ এই মহিমা সত্য।।৬।।

## ষোড়শ সূক্ত (১৬)

### (ঋষি—অয়াস্য। দেৱতা—বৃহস্পতি। ছন্দ—ত্রিষ্টুপ্।)

জলত বিচৰণ কৰা, আত্মৰক্ষাত তৎপৰ চৰাইবোৰে যিদৰে উচ্চস্বৰে কলীৰৱ কৰে, মেঘৰপৰা বৈ অহা পানীয়ে যিদৰে গুজৰি-গুমৰি আহে, পৰ্বতত ঠেকা খাই জলতৰঙ্গই যিদৰে গৰ্জন কৰে, সেইদৰেই বৃহস্পতিৰ উদ্দেশ্যে স্তুতিমন্ত্ৰ উচ্চাৰিত হৈছে।।১।। ভগদেৱতাই যেনেকৈ (বৰকন্যাৰ ওচৰলৈ) অৰ্যমাক লৈ আহে, অঙ্গিৰাপুত্ৰ বৃহস্পতিয়ে সেইদৰে গো-জাত দ্ৰব্যসমূহৰ দ্বাৰা (অথবা স্তুতিবাণীৰ দ্বাৰা) অৰ্যমাক এই (যজমান) দম্পতীৰ ওচৰলৈ লৈ আহক। সূৰ্যই নিজৰ ৰশ্মিসমূহ একত্ৰ কৰাৰ দৰে, হে বৃহস্পতি, (যুদ্ধত যোদ্ধাই ৰথত) ঘোঁৰা যুৰি লোৱাৰ দৰে তুমি এই দম্পতীক সংযুক্ত কৰাঁ।।২।। থোকৰপৰা উলিওৱা যৱ ধানৰ দৰে অতি মনোৰম, অতিথিৰ তৃপ্তিদায়ক, স্পৃহণীয়, সুন্দৰ ৰং-বিৰঙৰ আৰু অনিন্দিত চেহেৰাৰ (বল নামৰ অসুৰে চুৰ কৰি নিয়া) গাইবোৰ বৃহস্পতিয়ে অতি শীঘ্ৰে পৰ্বতত লুকুৱাই থোৱাৰপৰা উদ্ধাৰ কৰি আনি দিছে।।৩।। সূৰ্যই আকাশত উল্কা ক্ষেপণ কৰাৰ দৰে বৃহস্পতিয়ে সত্য কৰ্মৰ আকৰ (যজ্ঞ কৰ্মক ঘৃতাদিৰ দ্বাৰা) সিক্ত কৰিলে। পানীয়ে ভূপৃষ্ঠ ক্ষয় নিউৱাৰ দৰে বৃহস্পতিয়ে উদ্ধাৰ কৰা গাইবিলাকেই (খুৰাৰে) মাটিৰ উপৰিভাগ চূৰ্ণ-বিচূৰ্ণ কৰিলে।।৪।। বায়ুৱে পানীৰপৰা শেলুৱৈ আঁতৰাই দিয়াৰ দৰে বৃহস্পতিয়ে অন্তৰীক্ষৰপৰা অন্ধকাৰ আঁতৰ কৰিলে। বায়ুৱে মেঘ বিস্তাৰিত কৰাৰ দৰে বৃহস্পতিয়ে বল নামক অসুৰে নিয়া গৰুবোৰ উলিয়াই আনি কেউফালে মেলি দিছে।।৫।। বৃহস্পতিয়ে বলৰ হিংসাৰ সাধন অস্ত্ৰসমূহ অগ্নিসদৃশ তাপময় মন্ত্ৰসমূহৰ দ্বাৰা বিধ্বস্ত কৰি দিলে। তাৰ পিছত দাঁতেৰে চোবোৱা অন্ন জিভাই ভক্ষণ কৰাৰ দৰে অপহৃত হোৱা গৰুবোৰ অধিকাৰলৈ আনিলে।।৬।। কণী ভাঙি চৰাই পোৱালি ওলাই অহাৰ দৰে, পৰ্বতৰ গুহাত লুকুৱাই থোৱা গাখীৰতী গাইবোৰৰ মাত শুনিয়ে সিহঁতৰ নামবোৰ বৃহস্পতিয়ে জনা মাত্ৰকে, গাইবোৰ পৰ্বতৰ মাজৰপৰা ওলাই আহিছিল।।৭।। পানী কম থকা জলাশয়ত মাছ দেখি থকাৰ দৰে বৃহস্পতিয়ে পৰ্বতৰ গুহাত লুকুৱাই থোৱা গৰুবোৰ গৈ দেখিবলৈ পাইছিল। চমস নামৰ পাত্ৰই মৌচাকৰপৰা মৌৰস উলিয়াই অনাৰ দৰে বৃহস্পতিয়ে হেম্বেলিয়াই থকা গাইবোৰ গুহাৰপৰা উলিয়াই আনিলে।।৮।। বৃহস্পতিয়ে উষা, সূৰ্য আৰু অগ্নিক পাইছিল। তেওঁ সূৰ্যৰ (পোহৰৰ) দ্বাৰা অন্ধকাৰ নাশ কৰিছিল আৰু গো-ৰূপধাৰী বলক বধ কৰি অস্থিৰ জোৰাৰপৰা মজ্জা বাহিৰ কৰি অনাৰ দৰে (গাইবোৰ) উলিয়াই আনিছিল।।৯।। শীতকালে যেনেকৈ অৰণ্যৰ গছৰ পাত হৰণ কৰে, সেইদৰে বলৰ গাইসমূহ বৃহস্পতিয়ে অধিকাৰ কৰিলে। যি

কাম কোনেও কৰা নাই আৰু যি কাম কাৰো কৰিবলগীয়া নহয়ো, বৃহস্পতিয়ে তেনে কামকে কৰিছিল। সূৰ্য-চন্দ্ৰ আৰু দিন-ৰাতিয়ে যে অনুক্ৰমে অহা-যোৱা কৰি আছে সেয়াে বৃহস্পতিৰে কাম।।১০।। বৃহস্পতিয়ে যেতিয়া পৰ্বত বিদাৰণ কৰি গাইসমূহ পাইছিল, তেতিয়া পিতৃস্বৰূপ দেৱগণে, মানুহে কপিল বৰণীয়া ঘোঁৰা অলংকাৰেৰে সজোৱাৰ দৰে নক্ষত্ৰেৰে আকাশ অলংকৃত কৰিছিল। তেওঁলোকে ৰাতি অন্ধকাৰক আৰু দিনত (সূৰ্যৰূপ) জ্যোতিক স্থাপন কৰিছিল।।১১।। যি পূৰ্বে বহু ঋকৰ প্ৰশংসা কৰি গৈছে বুলি কোৱা হয়, যি মেঘ বিদাৰণ কৰি পানী উলিয়াই আনিছিল, সেই বৃহস্পতিৰ উদ্দেশ্যে এই (স্তুতিপূৰ্বক) নমস্কাৰ নিবেদন কৰিছোঁ। তেওঁ আমাক বহু গোধন, অশ্ব, পুত্ৰাদি লোক সমন্বিতে অন্ন প্ৰদান কৰক।।১২।।

## সপ্তদশ সূক্ত (১৭)

### (ঋষি—কৃষ্ণ। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

স্বৰ্গপ্ৰদ, সুসংগত, সকলোতে ব্যাপ্ত হৈ পৰা ইন্দ্ৰ সম্পৰ্কীয় মোৰ স্তোত্ৰসমূহে ইন্দ্ৰৰ উদ্দেশ্যে স্তুতি কৰিছে। যিদৰে পত্নীয়ে পতিক আলিংগন কৰে, সেইদৰে মোৰ স্তুতিসমূহেও ৰক্ষাৰ নিমিত্তে ইন্দ্ৰক আলিংগন কৰিছে।।১।। হে বহু স্তুতিপ্ৰাপ্ত ইন্দ্ৰ, তোমাৰপৰা মোৰ মন কেতিয়াও অন্যফালে নাযায়; ই কেৱল তোমাকেহে কামনা কৰে। ৰজা সিংহাসনত বহাৰ দৰে তুমি এই কুশাসনত বিৰাজ কৰাঁ। এই সুন্দৰ সোমেৰে তোমাৰ পানকাৰ্য সম্পন্ন হওক।।২।। ক্ষুধা আৰু দৰিদ্ৰতা নাশ কৰিবলৈ ইন্দ্ৰই আমাৰ কেউফালে অৱস্থান কৰক। সেই ইন্দ্ৰ ধনদাতা আৰু ধনস্বামী। কামবৰ্ষক, বলৱান সেই ইন্দ্ৰৰ আদেশতে সপ্তসিন্ধুৱে তললৈ বৈ আহি অন্ন বৰ্ধন কৰিছে।।৩।। যেনেকৈ চৰায়ে সুন্দৰ পাতেৰে ভৰা গছত বাস কৰে, মাদকতাভৰা সোমবিলাকে সেইদৰেই ইন্দ্ৰত অৱস্থান কৰিছে। সেই সোমৰ দীপ্তিমান মুখে (সূৰ্যৰ ৰূপত) মানুহৰ কাৰণে জ্যোতি দান কৰিছে।।৪।। দ্যূতকাৰে যেনেকৈ কৃত নামৰ গুটিটো অন্বেষণ কৰে, তেনেকৈ আমাৰ স্তুতিয়ে ইন্দ্ৰক অন্বেষণ কৰিছে; কাৰণ ইন্দ্ৰই অন্ধকাৰনাশক সূৰ্যক আকাশত প্ৰতিষ্ঠিত কৰিছে। হে ইন্দ্ৰ, তোমাৰ বলৰ অনুকৰণ কোনেও কৰিব নোৱাৰে; প্ৰাচীনসকলেও নোৱাৰে, নতুনসকলেও নোৱাৰে।।৫।। কামবৰ্ষক ধনৱান ইন্দ্ৰ একেসময়তে সকলো যজমানৰ ওচৰত উপস্থিত হয় আৰু তেওঁ স্তোতাসকলৰ প্ৰীতিকৰ স্তুতিসমূহ শুনে। এই ইন্দ্ৰই যি যজমানৰ তিনিও সৱনত প্ৰীতিলাভ কৰে, সেইজনে সোমৰসৰ তীব্ৰ প্ৰভাৱত যুদ্ধাকাংক্ষী শত্ৰুবোৰক বশ কৰিব পাৰে।।৬।। যেনেকৈ জলসমূহ নদীৰ ফালে আৰু সৰু নদীবিলাক হ্ৰদৰফালে বৈ যায়, সেইদৰে সোমসমূহ ইন্দ্ৰৰফালে ধাৰেৰে বয়। তেতিয়া

স্তোতাসকলে যজ্ঞগৃহত ইন্দ্ৰৰ মাহাত্ম্য বৃদ্ধি কৰে, যেন মেঘেহে জল বৰ্ষণ কৰি যবাদি অন্ন বৃদ্ধি কৰে।।৭।। সূৰ্যই ধৰি ৰখা জলসমূহ যি ইন্দ্ৰই তললৈ নমাই দিছে, সেই ইন্দ্ৰই ক্ৰোধান্ধ বৃষভৰ দৰে প্ৰতিপক্ষ মেঘক বিদীৰ্ণ কৰিবলৈ যায় আৰু সোম অভিষুত কৰি শীঘ্ৰে হবিঃ প্ৰদান কৰা যজমানক জ্যোতি দান কৰেগৈ।।৮।। ইন্দ্ৰৰ বজ্ৰ নিজ তেজেৰে আবিৰ্ভূত হওক। জল দোহনকাৰী (মধ্যমা) বাণী আগৰ দৰেই প্ৰকাশ পাওক। যেনেকৈ স্বপ্ৰকাশমান সূৰ্য নিজ তেজেৰে প্ৰকাশিত হয়, সেইদৰে সজ্জনৰ পালক ইন্দ্ৰও নিজ তেজেৰে দীপ্তিমান হওক।।৯।। হে ইন্দ্ৰ, (তোমাৰ অনুগ্ৰহত লাভ কৰা) গৰুবিলাকেৰে আমি দৰিদ্ৰতা অতিক্ৰম কৰিম; অন্নসমূহেৰে ক্ষুধা নিবৃত্তি কৰিম, হে পুৰুহুত, আমি যেন ৰজাৰ লগত আগত গৈ আমাৰ নিজ বলেৰে বিত্তৰ সম্পত্তি জয় কৰিব পাৰোঁ।।১০।। বৃহস্পতিয়ে আমাক পিছফালৰপৰা, উত্তৰফালৰপৰা আৰু অধোদিশৰপৰা হিংসুক শত্ৰুবিলাকৰপৰা সৰ্বতোভাবে ৰক্ষা কৰক আৰু ইন্দ্ৰই সমুখৰপৰা তথা মধ্যভাগৰপৰা আমাক ৰক্ষা কৰক। ইন্দ্ৰই আমাক মিত্ৰৰ দৰে ধন দান কৰক।।১১।। হে বৃহস্পতি, হে ইন্দ্ৰ, তোমালোক দুয়োজন দিব্য আৰু পাৰ্থিৱ ধনৰ অধিপতি। গতিকে তোমালোকৰ স্তোতা আমাক প্ৰভূত ধনদান কৰা আৰু পৰম কল্যাণৰ দ্বাৰা আমাক সদাই পালন কৰাঁ।।১২।।

# তৃতীয় অনুৱাক

## অষ্টাদশ সূক্ত (১৮)

**(ঋষি—মেধাতিথি, প্ৰিয়মেধ, বসিষ্ঠ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে ইন্দ্ৰ, আমি কণ্বগোত্ৰৰ ঋষিসকলে মিত্ৰৰূপে তোমাক কামনা কৰি তোমাক উক্থ স্তোত্ৰৰ দ্বাৰা স্তুতি কৰিছোঁ।।১।। হে বজ্ৰধাৰী ইন্দ্ৰ, নতুন যাগত তোমাৰ বাহিৰে মই অন্য কোনো দেৱতাকে স্তুতি কৰা নাই ; তোমাকেহে কৰিছোঁ।।২।। দেৱতাসকলে সোমৰ অভিষৱকাৰী যজমানক সদাই বাঞ্ছা কৰে ; তেওঁৰ সুপ্তাৱস্থা কেতিয়াও ইচ্ছা নকৰে। তেওঁলোকে আনন্দদায়ক সোমৰ উদ্দেশ্যে নিৰলসভাৱে গমন কৰে।।৩।। হে কামবৰ্ষক ইন্দ্ৰ, আমি তোমাক কামনা কৰি স্তুতি কৰিছোঁ। হে ধনবান ইন্দ্ৰ, তুমি আমাৰ স্তুতি কামনা কৰাঁ।।৪।। হে ইন্দ্ৰ, তুমি আমাক নিন্দুক, নিষ্ঠুৰ বচন কোৱা, দান নকৰা শত্ৰুবিলাকৰ অধীন নকৰিবা। মোৰ স্তুতি তোমাৰ উদ্দেশ্যে কৰা হৈছে।।৫।। হে বৃত্ৰহন্তা, তুমি আমাৰ বৰ্ম, তুমি সৰ্বত্ৰ প্ৰথত অগ্ৰগামী যোদ্ধা। তোমাৰ সহায়ত মই শত্ৰুবোৰক বিনষ্ট কৰিম।।৬।।

## ঊনবিংশ সূক্ত (১৯)

(ঋষি—বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী)

হে ইন্দ্ৰ, বৃত্ৰবিনাশক বলৰ কাৰণে আৰু শত্ৰুসেনা পৰাভৱ কৰিবৰ কাৰণে তোমাক আমাৰ অভিমুখী কৰিছোঁ।।১।। হে শতক্ৰতু (বহুকৰ্মা), তোমাৰ মন যজ্ঞ-নিৰ্বাহক আমাৰ অভিমুখী কৰাঁ ; আমাৰ প্ৰতি কৃপাদৃষ্টি কৰাঁ।।২।। হে শতক্ৰতু, আমি গৰ্বিত শত্ৰুগণক পৰাভৱ কৰা যুদ্ধত সমস্ত স্তুতিৰ দ্বাৰা তোমাৰ নামসমূহ কীৰ্তন কৰোঁ।।৩।। বহু স্তুতিপ্ৰাপ্ত, অসীম তেজঃসম্পন্ন আৰু মনুষ্যগণৰ ৰক্ষাকাৰী ইন্দ্ৰক আমি অৰ্চনা কৰিছোঁ।।৪।। বহুজনৰ দ্বাৰা আহুত ইন্দ্ৰক আমি বৃত্ৰবধৰ অৰ্থে আৰু যুদ্ধত ধনলাভৰ অৰ্থে আহ্বান কৰিছোঁ।।৫।। হে শতক্ৰতু, তুমি যুদ্ধত শত্ৰু-পৰাভৱকাৰী হোৱাঁ। বৃত্ৰক বিনাশ কৰিবৰ কাৰণে আমি তোমাক স্তুতি কৰিছোঁ।।৬।। হে ইন্দ্ৰ, ধনপ্ৰাপ্তিৰ সময়ত, যুদ্ধৰ সময়ত, অন্নপ্ৰাপ্তিৰ সময়ত, শত্ৰু নাশ কৰাৰ সময়ত তুমি আমাক সহায় কৰাঁ।।৭।।

## বিংশ সূক্ত (২০)

(ঋষি—বিশ্বামিত্ৰ, গৃৎসমদ। দেৱতা ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, অনুষ্টুপ।)

হে শতক্ৰতু, তুমি আমাৰ ৰক্ষাৰ উদ্দেশ্যে অতি বলপ্ৰদ, দীপ্তিমান, স্বপ্ননাশক সোম পান কৰাঁ।।১।। হে শতক্ৰতু, (পঞ্চবৰ্ণৰূপে) পঞ্চজনত তোমাৰ যি ইন্দ্ৰিয় বল নিহিত হৈ আছে, মই যেন তাক লাভ কৰোঁ।।২।। হে ইন্দ্ৰ, (তোমালৈ) প্ৰভূত অন্ন যাওক। আমাক তুমি (শত্ৰুবিলাকে) তৰণ কৰিব নোৱৰা ধন প্ৰদান কৰাঁ। আমি (সোমৰ দ্বাৰা) তোমাৰ বল বৃদ্ধি কৰিছোঁ।।৩।। হে শক্তিশালী ইন্দ্ৰ, তুমি দূৰত আছা যদি তাৰপৰাই আহা আৰু ওচৰত আছা যদি তাৰপৰাও আহা। হে ইন্দ্ৰ, তোমাৰ যি উত্তম লোক, তাৰপৰা সোমপান কৰিবলৈ তুমি ইয়ালৈ আহাঁ।।৪।। ইন্দ্ৰই আমাৰ মহৎ ভয় দূৰ কৰে। ইন্দ্ৰ সুস্থিৰ আৰু প্ৰজ্ঞাৱান।।৫।। ইন্দ্ৰই আমাক সুখী কৰক। (ইন্দ্ৰৰ কৃপাত) পিছফালৰপৰা আমাৰ ওচৰলৈ দুখ আহিব নোৱাৰে আৰু আমাৰ সমুখৰ ফালেও কল্যাণ হ'ব।।৬।। প্ৰজ্ঞাৱান, শত্ৰুবিজেতা ইন্দ্ৰই আমাক সকলো দিশৰপৰা ভয়ৰহিত কৰক।।৭।।

## একবিংশ সূক্ত (২১)

(ঋষি—সব্য। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ।)

মহান ইন্দ্ৰৰ উদ্দেশ্যে সুন্দৰ স্তুতি প্ৰয়োগ কৰিছোঁ। যজমানৰ যজ্ঞমণ্ডপত ইন্দ্ৰৰ উদ্দেশ্যে সুন্দৰ স্তুতি উচ্চাৰণ কৰিছোঁ। সুপ্ত মানুহৰ ধনৰ দৰে ইন্দ্ৰই অতি শীঘ্ৰে

শত্ৰুৰ ধন হাত কৰে। ধনদাতা ব্যক্তিৰ প্ৰতি অনুচিত স্তুতি কৰাটো অযুগুত।।১।। হে ইন্দ্ৰ, তুমি অশ্বদাতা, গোদাতা, যবাদি অন্নদাতা আৰু মণি-মুক্তা আদিৰ ৰক্ষক। মানুহৰ শিক্ষাদাতা, উপাসকসকলৰ কামনাপূৰক, সখিসকলৰ ভিতৰতো শ্ৰেষ্ঠ সখি, পুৰাতন দেৱ ইন্দ্ৰৰ উদ্দেশ্যে আমি এই স্তুতি কৰিছোঁ।।২।। হে বহুকৰ্মা, মেধাৱী, দীপ্তিমান ইন্দ্ৰ, সকলো ফালে ব্যাপ্ত হৈ থকা সমস্ত ধনৰ স্বামী তুমিয়েই। হে শত্ৰু-পৰাভৱকাৰী, সেই ধন আনি তুমি আমাক দান কৰাঁ। যিসকল স্তোতাই তোমাক অভিলাষ কৰে, তুমি তেওঁলোকৰ আকাংক্ষা বিফল নকৰিবা।।৩।। হে ইন্দ্ৰ, এই দীপ্ত হৱিৰ দ্বাৰা আৰু সোমৰ দ্বাৰা তৃপ্ত হৈ তুমি বহু গৰু-ঘোঁৰা সমন্বিতে ধন দান কৰি আমাৰ দৰিদ্ৰতা নাশি প্ৰসন্ন মনে থাকাঁ। এই সোমৰসৰ দ্বাৰা প্ৰীত হোৱা ইন্দ্ৰৰ সহায়ত আমি দস্যু নাশ কৰিম আৰু শত্ৰুশূন্য হৈ অন্নেৰে সমৃদ্ধ হ'ম।।৪।। হে ইন্দ্ৰ, আমি তোমাৰ ধন লাভ কৰিম, অন্ন লাভ কৰিম আৰু বহুজনৰ আনন্দদায়ক দীপ্তিমান বলৰ লগত সংযুক্ত হ'ম। বীৰশত্ৰু শোষণকাৰী, স্তোতাসকলক গৰু-ঘোঁৰা আদি দান কৰা আৰু অন্নসমৃদ্ধ কৰা তোমাৰ অনুগ্ৰহ বুদ্ধিৰ দ্বাৰা আমি সম্পন্ন হ'ম।।৫।। হে সৎপতি ইন্দ্ৰ, বৃত্ৰ (শত্ৰু) বধৰ সময়ত আনন্দপ্ৰদ আহুতি দ্ৰব্যসমূহে তোমাক তৃপ্ত কৰে, কামবৰ্ষক তোমাক হৱনীয় দ্ৰব্য আৰু সোমৰসে সেই সময়ত তোমাৰ প্ৰীতি সাধন কৰে, যিসময়ত তুমি শত্ৰুৰ দ্বাৰা অপ্ৰতিহত হৈ স্তোতা যজমানৰ দহ হেজাৰ আৱৰণকাৰী পাপ (বা শত্ৰু) বিনাশ কৰা।।৬।। হে ইন্দ্ৰ, বৰ্ষণকাৰী এখন যুদ্ধৰপৰা অন্য এখনলৈ গমন কৰা; বলৰ দ্বাৰা এখন নগৰৰ পিছত অন্য এখন ধ্বংস কৰা। তুমি নমনীয় বজ্ৰৰ সহায়ত দূৰৰ ঠাইত থকা মায়াবী নমুচিক বধ কৰিছিলা।।৭।। হে ইন্দ্ৰ, তুমি অতিথিগ্ব নামৰ ৰজাৰ কাৰণে কৰঞ্জ আৰু পৰ্ণয় নামৰ শত্ৰুক তোমাৰ অত্যন্ত শক্তিশালী বৰ্তনী নামৰ অস্ত্ৰেৰে বধ কৰিছা; ঋজিশ্বান নামৰ ৰজাৰ কাৰণে তুমি বংগৃদ অসুৰৰ শতেক নগৰী ধ্বংস কৰিছা।।৮।। হে ইন্দ্ৰ, খ্যাতিমন্ত তুমি অসহায় সুশ্ৰৱা নামৰ ৰজাৰ আক্ৰমণকাৰী বিছজন মিত্ৰসহ অহাজন ৰজা ষাঠি হেজাৰ নিৰানৈবৈজন অনুচৰক শত্ৰুৰ অগম্য পথত চক্ৰেৰে বিনষ্ট কৰিছিলা।।৯।। হে ইন্দ্ৰ, তুমি সুশ্ৰৱা ৰজাৰ ৰক্ষাৰ অৰ্থে তূৰ্বয়াণ ৰজাক তোমাৰ ৰক্ষাসাধনসমূহেৰে পালন কৰিছা; মহান, যুৱক ৰজা সুশ্ৰৱাৰ উদ্দেশ্যে তুমি কুৎস, অতিথিগ্ব আৰু আয়ু নামৰ ৰজাক বশ কৰিছা।।১০।। হে ইন্দ্ৰ, যজ্ঞৰ সমাপ্তিত উপনীত হোৱা, (তুমি হেন) দেৱতাৰ দ্বাৰা পালিত, তোমাৰ মিত্ৰ আমি প্ৰভূত কল্যাণ লাভ কৰিছোঁ। তোমাক আমি স্তুতি কৰিছোঁ, আমি যেন তোমাৰ কৃপাত সুপুত্ৰ আৰু দীৰ্ঘায়ু, লাভ কৰোঁ।।১১।।

## দ্বাবিংশ সূক্ত (২২)

**(ঋষি—ত্রিশোক, প্রিয়মেধ। দেৱতা—ইন্দ্র। ছন্দ—গায়ত্রী।)**

হে কামবর্ষক ইন্দ্র, সোম অভিষুত হোৱাত সেই সোম পান কৰিবৰ উদ্দেশ্যে আমি তোমালৈ উছর্গা কৰিছোঁ; এই হৰ্ষদায়ক সোম পান কৰি তুমি তৃপ্তি লাভ কৰাঁ।।১।। হে ইন্দ্র, তোমাৰ অনুগ্রহ নোহোৱাকৈয়ে নিজক ৰক্ষা কৰিব খোজা মূৰ্খবোৰে আৰু তোমাক উপহাস কৰাসকলে যেন তোমাক হিংসা কৰিব নোৱাৰে। তুমি ব্রাহ্মণদ্বেষীৰ (অথবা বেদদ্বেষীৰ) সেৱা স্বীকাৰ নকৰিবা।।২।। এই যজ্ঞত ঋত্বিকসকলে গো-দুগ্ধ মিশ্রিত সোমৰসেৰে তোমাক তৃপ্ত কৰক। গৌৰমৃগই সৰোবৰত পানী খোৱাৰ দৰে তুমিও সোমৰস পান কৰাঁ।।৩।। (হে স্তোতাগণ,) গোসমূহৰ স্বামী, সত্যৰ পুত্ৰ আৰু সৎসকলৰ পালক ইন্দ্রক স্তুতি বাক্যৰ দ্বাৰা এনেদৰে অৰ্চনা কৰা যাতে, তেওঁ আমাৰ কথা জানিব পাৰে।।৪।। হৰি নামৰ ঘোঁৰাকেইটাই ইন্দ্ৰক আমি পাৰি থোৱা কুশৰ ওপৰত থৈ গৈছে। সেই কুশাসনত স্থিত ইন্দ্ৰক আমি স্তুতি কৰিছোঁ।।৫।। যিসময়ত ইন্দ্রই মধুৰ সোমৰস পান কৰে, সেই সময়ত গাইসমূহে বজ্রধাৰী ইন্দ্ৰৰ উদ্দেশ্যে মধুৰ দুগ্ধ ধাৰেৰে বোৱাই দিয়ে।।৬।।

## ত্রয়োবিংশ সূক্ত (২৩)
## আৰু
## চতুর্বিংশ সূক্ত (২৪)

**(ঋষি—বিশ্বামিত্র। দেৱতা—ইন্দ্র। ছন্দ—গায়ত্রী।)**

হে বজ্রপাণি ইন্দ্র, তুমি আহুত হৈছা; তুমি সোমপানৰ উদ্দেশ্যে হৰি নামৰ অশ্ব দুটিৰ সহায়ত আমাৰ যজ্ঞলৈ আহাঁ।।১।। আমাৰ যজ্ঞত হোতা উপস্থিত হৈছে; কুশবন পাৰি দিয়া হৈছে আৰু প্ৰাতঃসৱনৰ সোমৰস উলিয়াবৰ কাৰণে শিলসমূহ গোট খুউৱা হৈছে।।২।। হে মন্ত্রপ্রাপক ইন্দ্র, তোমাৰ উদ্দেশ্যে এই স্তুতি কৰা হৈছে। তুমি এই কুশাসনত বহাঁ। হে শূৰ, ব্রীহি আৰু পুৰোডাশ ভক্ষণ কৰাঁ।।৩।। হে স্তুতি যোগ্য বৃহহন্তা ইন্দ্র, তুমি আমাৰ তিনিও সৱনত স্তোত্র আৰু উকথশস্ত্রৰ দ্বাৰা আনন্দিত হোৱাঁ।।৪।। গাইবিলাকে পোৱালিৰ গা চেলেকাৰ দৰে আমাৰ স্তুতি সমূহে মহান সোমপায়ী, বলৰ অধিপতি ইন্দ্রক লেহন কৰিছেগৈ।।৫।। (হে ইন্দ্র) তুমি প্রভূত ধন দানৰ কাৰণে সোমৰ দ্বাৰা শৰীৰ হৃষ্ট-পুষ্ট কৰা। স্তোতা মোক পৰৰ নিন্দাভাগী নকৰিবা।।৬।। হে ইন্দ্র, তোমাক কামনা কৰি আমি হৱনীয় দ্ৰব্য সহিত তোমাক স্তুতি কৰিছোঁ। সকলোৰে নিবাস স্বৰূপ হে ইন্দ্র, তুমি আমাক বাঞ্ছিত ফল দান

কৰিবলৈ অভিলাষ কৰাঁ।।৭।। হে হৰি নামৰ অশ্বপ্ৰিয় ইন্দ্ৰ, তোমাৰ ঘোঁৰা দুটা আমাৰ ওচৰৰপৰা মেলি নিদিবা, তুমি আমাৰ ওচৰলৈ আহাঁ। হে হবিৰূপ অন্নযুক্ত ইন্দ্ৰ, তুমি আমাৰ যজ্ঞত হৰ্ষান্বিত হোৱাঁ।।৮।। হে ইন্দ্ৰ, কান্ধত কেশ থকা আৰু শ্ৰমৰ কাৰণে ঘাম বৈ থকা ঘোঁৰা দুটাই তোমাক সুখকৰ ৰথত তুলি এই কুশ পাৰি থোৱা ঠাইলৈ লৈ আহক।।৯।।

+ + +

হে ইন্দ্ৰ, তুমি আমাৰ গাখীৰ মিহলোৱা অভিষুত সোমৰফালে আহাঁ। হৰি নামৰ ঘোঁৰা দুটা যুৰি থোৱা ৰথখন আমাৰ ফাললৈ আহিব খুজিছে।।১।। হে ইন্দ্ৰ, শিলৰ দ্বাৰা ৰস উলিয়াই কুশবনৰ ওপৰত থোৱা এই মাদকতা ভৰা সোমৰসখিনিৰ ওচৰলৈ আহাঁ আৰু সোমৰস পান কৰি তৃপ্ত হোৱাঁ।।২।। ইন্দ্ৰক আমাৰ যজ্ঞথলীলৈ লৈ আহিবৰ কাৰণে আমাৰ স্তুতিবাণী ইন্দ্ৰৰ ওচৰলৈ গৈছে।।৩।। এই যজ্ঞত সোম পান কৰিবৰ অৰ্থে আমি ইন্দ্ৰক স্তোম আৰু উক্‌থমন্ত্ৰৰ দ্বাৰা আহ্বান কৰিছোঁ। বহুবাৰ আহুত হৈ ইন্দ্ৰ আমাৰ যজ্ঞলৈ আহক।।৪।। হে ইন্দ্ৰ, এই সোম অভিষুত কৰি থোৱা হৈছে; হে শতক্ৰতু, অন্নপ্ৰাপক ইন্দ্ৰ, তুমি এই সোমৰস উদৰস্থ কৰাঁ।।৫।। হে ক্ৰান্তদৰ্শী ইন্দ্ৰ, আমি তোমাক যুদ্ধত ধনঞ্জয় বুলি জানো। সেই কাৰণে আমি তোমাক সুখকৰ ধন প্ৰাৰ্থনা কৰিছোঁ।।৬।। হে ইন্দ্ৰ, শিলত খুন্দি ৰস উলিউৱা, গোদুগ্ধজাত দ্ৰব্য আৰু যৱ মিশ্ৰিত এই সোম তুমি আমাৰ ওচৰলৈ আহি পান কৰাঁ।।৭।। হে ইন্দ্ৰ, এই সোম উদৰস্থ কৰিবলৈ মই তোমাক প্ৰেৰণা দিছোঁ, ই তোমাৰ হৃদয়ত আনন্দ দান কৰক।।৮।। হে পুৰাতন ইন্দ্ৰ, কৌশিক গোত্ৰত জন্মা আমি তোমাক আমাৰ ৰক্ষা কামনা কৰি আহ্বান কৰিছোঁ।।৯।।

## পঞ্চবিংশ সূক্ত (২৫)

(ঋষি—গোতম। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)

হে ইন্দ্ৰ, তোমাৰ ৰক্ষণৰ দ্বাৰা যি মানুহ সুৰক্ষিত, তেওঁ ঘোঁৰা থকা আৰু গৰু থকা মানুহবিলাকৰ ভিতৰত প্ৰধান হয়। যেনেকৈ জলসমূহে সকলো ফালৰপৰা স্বভাৱতে সমুদ্ৰক পূৰ্ণ কৰি থয়, সেইদৰে তুমি তোমাৰ ৰক্ষিতজনক নানা প্ৰকাৰে পূৰ্ণ কৰি থোৱা।।১।। দীপ্তিমান জলৰাশি তললৈ বৈ (সমুদ্ৰৰ ফালে) যায়, সেইদৰে স্তুতিসমূহ হোমৰ যোগ্য তোমাৰ ফালে গৈছে। সূৰ্যৰ সকলো দিশে ব্যাপ্ত ৰশ্মি চাব নোৱাৰি মানুহে তললৈ চোৱাৰ দৰে স্তোতাগণে তোমাৰ ৰূপ চাই থাকিব নোৱাৰি তললৈ মু' কৰিছে। অনেক বৰে একোটি কন্যাক অভিলাষ কৰাৰ দৰে দেৱগণে সোমপূৰ্ণ দেৱাভিলাষী পাত্ৰ অভিলাষ কৰিছে।।২।। (হে ব্ৰহ্মাণাচ্ছংসী নামৰ

পুৰোহিত) তুমি দুটি হৱিৰ্ধান পাত্ৰৰ মাজত তৃতীয় আছাদন স্থানীয় উক্‌থ বচন স্থাপন কৰিছা। সেই হবিৰ পাত্ৰ দুটিয়ে চমস আদি যজ্ঞপাত্ৰত যুগলৰূপে অৱস্থান কৰিছে। হে ইন্দ্ৰ, তোমাৰ কাৰ্যত যজমান সংযত হৈ (পশু আদিৰ দ্বাৰা) নিজৰ পোষণ কৰে। সোম অভিষুত কৰা যজমানে যেন তোমাৰ কৃপাত কল্যাণকৰ বল লাভ কৰে।।৩।। পূৰ্বে (পণিবিলাকে গাই অপহৰণ কৰাৰ সময়ত) অঙ্গিৰাসকলে ইন্দ্ৰৰ উদ্দেশ্যে হৱিৰূপ অন্ন সম্পাদন কৰিছিল; তেওঁলোকে সুকৃতিৰ দ্বাৰা আহৱনীয় আদি অগ্নি প্ৰজ্বলিত কৰি যাগ কৰিছিল। তেওঁলোকৰ নেতাসকলে পণিয়ে হৰণ কৰি নিয়া গৰু-ঘোঁৰা আৰু সমস্ত ধন লাভ কৰিছিল।।৪।। অথৰ্বা নামৰ মহৰ্ষিয়ে প্ৰথমতে যাগৰ দ্বাৰা হেৰোৱা গৰুবিলাকৰ বাট বিচাৰি উলিয়াইছিল। যেতিয়া সূৰ্য উদিত হ'ল, তেতিয়া কৱিৰ পুত্ৰ উশনাই ইন্দ্ৰৰ সহায়ত গৰুবিলাক পালে। সেই অমৰ ইন্দ্ৰক আমি অৰ্চনা কৰিছোঁ।।৫।। যি যজ্ঞত সুপুত্ৰাদি লাভৰ নিমিত্তে কুশবন পাৰি থোৱা হয়, য'ত স্তোত্ৰ-শস্ত্ৰ আদি উচ্চাৰিত হয়, সোমৰস উলিউৱা শিল দুছটায়ে। স্তোতাৰ দৰে শব্দ কৰে, ইন্দ্ৰই তেনে যজ্ঞৰ কাষতে ক্ৰীড়া কৰি থাকে।।৬।। হে ইন্দ্ৰ, তুমি হৰি নামৰ অশ্ব দুটিত গমন কৰাঁ; তুমি কামবৰ্ষক, তোমাৰ উদ্দেশ্যে উলিয়াই থোৱা এই উগ্ৰ, সত্যযুক্ত সোমৰস পান কৰাঁ। হে ইন্দ্ৰ, তুমি এই যজ্ঞত সকলো প্ৰীতিসাধক স্তুতি কৰ্মৰ দ্বাৰা প্ৰসন্ন হোৱাঁ।।৭।।

## ষট্‌ত্ৰিংশ সূক্ত (২৬)

### (ঋষি—শুনঃশেপ, মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

প্ৰতি যাগ আদি কৰ্মত, প্ৰতিটো যুদ্ধৰ অৱসৰত আমি মিত্ৰসকলে ৰক্ষাৰ নিমিত্তে বলৱান ইন্দ্ৰক আহ্বান কৰোঁ; প্ৰতিবাৰ অন্নলাভ কৰোঁতেও আহ্বান কৰোঁ।।১।। যদি ইন্দ্ৰই আমাৰ আহ্বান শুনিছে, তেনেহ'লে তেওঁ সহস্ৰ সংখ্যক ৰক্ষাৰ সাধন আৰু অন্নেৰে সৈতে আমাৰ ওচৰলৈ আহক।।২।। যাক আমাৰ পিতাই পূৰ্বে হৱন কৰিছিল, সেই প্ৰাচীন বাসস্থান স্বৰ্গৰ স্বামী আৰু অসংখ্য বীৰৰ প্ৰতিনিধি আৰু নেতা ইন্দ্ৰক মই আহ্বান কৰিছোঁ।।৩।। ইন্দ্ৰৰ মহান্, দীপ্তিমান, বিচৰণশীল ৰথখনত অশ্বযুৰি দিয়া হৈছে। ৰথ আৰু অশ্ব দ্যুলোকত দীপ্তিমান হৈ প্ৰকাশ পাইছে।।৪।। (ইন্দ্ৰৰ সাৰথিসকলে) তেওঁৰ ৰথৰ দুয়ো পাশে কমনীয়, ৰক্তবৰ্ণৰ তেজস্বী আৰু (সাৰথি আদি) পুৰুষক বহন কৰা হৰি নামৰ ঘোঁৰা দুটা যুৰি দিছে।।৫।। (হে মনুষ্যগণ,) সূৰ্যৰূপ ইন্দ্ৰ সংজ্ঞাহীনজনক সংজ্ঞা প্ৰদান কৰি, অন্ধকাৰত অদৃশ্য হৈ থকা পদাৰ্থক ৰূপদান কৰি উদ্দীপ্ত ৰশ্মিৰ সৈতে উদিত হৈছে।।৬।।

## সপ্তবিংশ সূক্ত (২৭), অষ্টাবিংশ সূক্ত (২৮)
## আৰু
## উনত্ৰিংশ সূক্ত (২৯)

**(ঋষি—গোষুক্তি আৰু অশ্বসুক্তি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে ইন্দ্ৰ, তুমি যেনেকৈ একমাত্ৰ ধনস্বামী, সেইদৰে ময়ো যদি ধনৰ অধিপতি হওঁ, তেনেহ'লে মোৰ স্তোতাসকলো বহুতো গাইৰ মিত্ৰস্বৰূপ (অধিকাৰী) হয় যেন।।১।। হে শচীপতি, যদি মই (তোমাৰ কৃপাত) গো-স্বামী হওঁ, তেতিয়া মনীষীসকলক যেন মই ধন দান কৰিবলৈ ইচ্ছা কৰোঁ আৰু প্ৰাৰ্থিত ধন দিব পাৰোঁ।।২।। হে ইন্দ্ৰ, গাথীৰতী গাইৰ দৰে আমাৰ সত্য আৰু প্ৰিয়বচনে তোমাৰ প্ৰীতিদায়ক হৈ সোম অভিষুত কৰা যজমানক সমৃদ্ধিমান কৰিছে। তেওঁ গৰু-ঘোঁৰা আদি সমস্ত অভিলাষ দোহন (পূৰ্ণ) কৰিছে।।৩।। হে ইন্দ্ৰ, তুমি আমাৰ স্তুতি লাভ কৰি যদি ধন দান কৰিব খোজা, তেতিয়া দেৱতা, মনুষ্য কোনেও নিবাৰণ কৰিব নোৱাৰে।।৪।। যি ইন্দ্ৰই অন্তৰীক্ষত মেঘসমূহ বিস্তাৰিত কৰে আৰু পৃথিৱীক বৃষ্টিদান কৰি বিবৰ্তিত কৰে, সেই ইন্দ্ৰক আমাৰ যজ্ঞই বৰ্ধিত কৰে।।৫।। হে ইন্দ্ৰ, তুমি (স্তুতিৰ দ্বাৰা বৰ্দ্ধিত, শত্ৰুৰ ধন জয় কৰা তোমাৰ ৰক্ষা কৰা শক্তিক আমি বৰণ কৰিছোঁ।।৬।।

\+ + +

সোমপান কৰি মত্ত হৈ ইন্দ্ৰই যেতিয়া বল নামৰ অসুৰক (অথবা মেঘক) বিদীৰ্ণ কৰিছিল, তেতিয়া দীপ্তিমান অন্তৰীক্ষ (বৃষ্টিৰ জলেৰে) বৃদ্ধিপ্ৰাপ্ত হৈছিল।।১।। তেওঁ গুহাৰ মাজত লুকুৱাই থোৱা গাইবোৰ অঙ্গিৰাগণৰ কাৰণে উলিয়াই আনিছিল আৰু (অপহৰণকাৰী) বলক তললৈ পেলাই দিছিল।।২।। ইন্দ্ৰই দ্যুলোকত প্ৰকাশ পাই থকা গ্ৰহ-নক্ষত্ৰবিলাকক বলিষ্ঠ আৰু দৃঢ় কৰিছিল; সেই দৃঢ় গ্ৰহাদিক কোনেও স্থানচ্যুত কৰিব নোৱাৰে।।৩।। হে ইন্দ্ৰ, সমুদ্ৰৰ উৰ্মিমালাৰ দৰে আমাৰ স্তুতিসমূহ তোমাৰফালে ধাৱিত হৈছে। সোমপানৰ ফলত হোৱা তোমাৰ মত্ততা প্ৰকাশ পাইছে।।৪।।

\+ + +

হে ইন্দ্ৰ, তুমি স্তোত্ৰ আৰু উক্থসমূহৰ দ্বাৰা বৃদ্ধি লাভ কৰা আৰু তুমি স্তোতাসকলৰ কল্যাণসাধক।।১।। (কান্ধত) কেশৰ থকা হৰি নামৰ ঘোঁৰা দুটাই সুন্দৰ ফলযুক্ত আমাৰ যজ্ঞলৈ সোমপানৰ উদ্দেশ্যে ইন্দ্ৰক বহন কৰি আনিছে।।২।। হে ইন্দ্ৰ, তোমাক স্পৰ্ধা কৰা সমস্ত যোদ্ধাক পৰাস্ত কৰি তুমি পানীৰ ফেনেৰে নমুচিৰ শিৰ ছেদ কৰিছিলা।।৩।। হে ইন্দ্ৰ, মায়াৰ সহায়ত ওপৰলৈ উঠা, দ্যুলোকত আৰোহণ কৰিবলৈ বিচৰা দস্যুবিলাকক তুমি তললৈ পেলাই দিছিলা।।৪।। হে ইন্দ্ৰ, সোমপায়ী তুমি সোমপানৰ দ্বাৰা উৎকৃষ্ট বলসম্পন্ন হৈ সোমৰ অভিষৱ (যজ্ঞ) নকৰা মানুহবিলাকৰ সভা নানাভাবে নষ্ট কৰিছিলা।।৫।।

## ত্রিংশ সূক্ত (৩০), একত্রিংশসূক্ত (৩১)
## আৰু
## দ্বাত্রিংশ সূক্ত (৩২)

**(ঋষি—বৰু, সৰ্বহৰি। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্রিষ্টুপ্।)**

. হে ইন্দ্ৰ, এই মহাযজ্ঞত তোমাৰ হৰি নামৰ অশ্ব দুটিক স্তুতি কৰিছোঁ। শত্রুহিংসক তোমাৰ সোমপানজনিত কমনীয় উন্মাদনা প্রার্থনা কৰিছোঁ। হৰিৎ বৰ্ণৰ অশ্বৰ সৈতে আহি ঘৃত সদৃশ জল যি ইন্দ্ৰই বৰ্ষণ কৰে, সেই হৰিৎবৰ্ণৰ তোমাৰ ওচৰলৈ আমাৰ স্তুতিবাক্যসমূহ গমন কৰক।।১।। হে ঋত্বিকগণ, তোমালোকে ইন্দ্ৰক যজ্ঞলৈ আহ্বান কৰিছা; যজ্ঞগৃহলৈ হৰি নামৰ ঘোঁৰা দুটাক মাতি আনিছা। তোমালোকে ঘোঁৰা দুটাৰে সৈতে ইন্দ্ৰৰ বলবীৰ্য স্তুতি কৰাঁ; গাইসমূহে গাখীৰ দিয়াৰ দৰে ইন্দ্ৰক হৰিৎবৰ্ণৰ সোমৰসেৰে পূর্ণ (তৃপ্ত) কৰিছে।।২।। ইন্দ্ৰৰ যি লৌহময় বজ্ৰ, সি হৰিৎ বৰ্ণৰ আৰু কমনীয় ৰূপৰ। হৰিৎবৰ্ণৰ ইন্দ্ৰই দুয়ো হাতেৰে বজ্ৰ ধাৰণ কৰে। ইন্দ্ৰ ধনৱান, সুন্দৰ হনুযুক্ত আৰু হৰণশীল মনুৰূপ অস্ত্রযুক্ত; ইন্দ্ৰৰ সকলো সামগ্রী হৰিৎবৰ্ণৰ আৰু তেওঁৰ উপযুক্ত।।৩।। ইন্দ্ৰৰ বজ্ৰ সূৰ্যৰ দৰে অন্তৰীক্ষত স্থিত; ই সূৰ্যৰ অশ্বসমূহৰ দৰে অতি বেগেৰে লক্ষ্যত উপনীত হয়। সুন্দৰ হনুযুক্ত ইন্দ্ৰই লৌহনির্মিত বজ্ৰৰ দ্বাৰা বৃত্রাসুৰক বধ কৰিছিল। হৰি নামৰ অশ্বৰ ভৰণকৰ্তা ইন্দ্ৰই বজ্ৰৰদ্বাৰা সহস্ৰ শত্ৰুক শোক দিছে।।৪।। হে হৰিৎবৰ্ণৰ কেশযুক্ত ইন্দ্ৰ, য'তে সোম আছে, ত'তে তুমিও থাকা। পূৰ্বৰ যজমানসকলে তোমাক যজ্ঞলৈ আহিবৰ কাৰণে স্তৱ কৰিছিল। তুমি উজ্জ্বল বৰ্ণৰ, তুমি হৰিজাত, সমস্ত প্রশংসনীয় কমনীয় সোম আদি অন্ন আৰু উকৃথমন্ত্র তোমাৰেই।।৫।।

\+ + +

স্তুতিৰ যোগ্য, আনন্দিত, বজ্ৰপানি ইন্দ্ৰক সোমপানজনিত মত্ততাৰ উদ্দেশ্যে হৰি নামৰ হৰিৎবৰ্ণৰ অশ্ব দুটিয়ে ৰথত বহন কৰি লৈ আহিছে। বৰিৎবৰ্ণৰ ইন্দ্ৰৰ উদ্দেশ্যে বহুবাৰ সোমৰস সৱন কৰা হয় আৰু হৰিৎবৰ্ণৰ সোমৰস ৰখা হয়।।১।। কমনীয়, যুদ্ধত অবিচলিত ইন্দ্ৰৰ উদ্দেশ্যে অতিশয় হৰিৎবৰ্ণৰ সোম ৰখা হৈছে; সেই সোমৰসে বেগী ঘোঁৰা দুটাক যজ্ঞলৈ প্রেৰিত কৰিছে। যি ইন্দ্ৰ বেগী ঘোঁৰাৰে (যজ্ঞলৈ অথবা যুদ্ধলৈ) যায়, তেওঁ কামনাকাৰী সোমযুক্ত যজমানৰ ওচৰত (সেই ঘোঁৰাৰেই) উপস্থিত হয়হি।।২।। হৰিৎবৰ্ণৰ দাড়ী আৰু কেশযুক্ত, লৌহসদৃশ কঠিন সোমপায়ী সঘনে সোমপান কৰি বৃদ্ধি লাভ কৰে। অন্নৰূপ ধনযুক্ত ইন্দ্ৰই দ্রুতগামী অশ্বেৰে ইন্দ্ৰই সোমপানৰ উদ্দেশ্যে যাত্রা কৰে। তেওঁ হৰি নামৰ অশ্ব দুটি (ৰথত) যুৰি লৈ আমাৰ সমস্ত দুৰ্গতি নাশ কৰেহি।।৩।। যজ্ঞত স্রুৱা সঞ্চালিত হোৱাৰ দৰে ইন্দ্ৰৰ হৰিৎবৰ্ণৰ চকু দুটাও সঞ্চালিত হয়, যেতিয়া যজ্ঞৰ চমস সোমৰসেৰে পূর্ণ হয়, তেতিয়া

তেওঁৰ হৰিৎবৰ্ণৰ হনুযুগল সোমপানৰ উদ্দেশ্যে কম্পিত হয়। উৎকৃষ্ট চমসত যি উজ্জ্বল সোমৰস আছিল, তাক পান কৰি ইন্দ্ৰই তেওঁৰ ঘোঁৰা দুটিৰ গা মোহাৰি দিছে।।৪।। হৰিৎবৰ্ণৰ ইন্দ্ৰৰ বাসস্থান দ্যাৱাপৃথিৱী। তেওঁ ঘোঁৰাত উঠি অতি দ্ৰুতগতিৰে যজ্ঞলৈ (অথবা যুদ্ধলৈ) যায়। হে ইন্দ্ৰ, আমাৰ মহতী স্তুতিয়েও তোমাক কামনা কৰিছে। তুমি আমাক নিজ ক্ষমতাৰে প্ৰচুৰ ধন দান কৰা।।৫।।

\+ \+ \+

হে ইন্দ্ৰ, আমাৰ অভিলষিত তুমি মহিমাৰ দ্বাৰা দ্যাৱাপৃথিৱী ব্যাপ্ত কৰিছা; নিত্য নতুন স্তোত্ৰ তুমি লাভ কৰিছা। হে অসুৰ (শ্ৰেষ্ঠ বলযুক্ত) ইন্দ্ৰ, তুমি (পণিয়ে হৰণকৰা) গাইবিলাকৰ থকা ঠাই উলিয়াই দিয়াঁ; যাতে সূৰ্যই স্তোতাগণক গাইবিলাক ঘূৰাই দিব পাৰে।।১।। হে উজ্জ্বল শোভন হনুযুক্ত ইন্দ্ৰ, সোম অভিলাষী তোমাক ৰথত যুৰি লোৱা ঘোঁৰাকেইটাই ইয়ালৈ লৈ আহক। চমস আদি পাত্ৰত ৰখা, দহ আঙুলিৰে চেপি উলিউৱা মধুৰ সোমৰস তুমি যাতে পান কৰিব পাৰা।।২।। হে হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ, তুমি আগতে প্ৰাতঃসৱনৰ সোম পান কৰিছা; এই মাধ্যন্দিন সৱনো তোমাৰেই। গতিকে এই সৱনত মধুৰ সোম পান কৰি তুমি উদৰ পূৰ কৰি লোৱাঁ।।৩।।

## ত্ৰয়স্ত্ৰিংশ সূক্ত (৩৩)

### (ঋষি—অষ্টক। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

হে হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ, অধ্বৰ্যু আদিয়ে পানীত পৰিষ্কাৰ কৰি অভিষুত কৰা সোম তুমি এই যজ্ঞত পান কৰাঁ, উদৰ পূৰ্ণ কৰাঁ। হে ইন্দ্ৰ, শিল দুছটাই তোমাৰ কাৰণে যি সোমৰস উলিয়াই থৈছে, উক্থ্যশস্ত্ৰৰ দ্বাৰা বহন কৰি অনা তুমি তাৰ দ্বাৰা মত্ততা বৃদ্ধি কৰাঁ।।১।। (এই মন্ত্ৰৰ অৰ্থ ২০।২৫।৭ মন্ত্ৰৰ সৈতে একে)।।২।। হে শক্তিমান ইন্দ্ৰ, তোমাৰ দ্বাৰা ৰক্ষিত আৰু সামৰ্থ্যযুক্ত, পুত্ৰাদি সহিত অন্নসম্পন্ন, তোমাক কামনা কৰা, সত্যৰূপ যজ্ঞৰ জ্ঞাতা ঋত্বিকসকলে যজমানৰ যাগগৃহত একেলগে আনন্দিত হৈ তোমাৰ স্তুতি কৰিছে।।৩।।

# চতুৰ্থ অনুবাক

## চতুস্ত্ৰিংশ সূক্ত (৩৪)

### (ঋষি—গৃৎসমদ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

হে মনুষ্যগণ, যি জাত হোৱা মাত্ৰকে সকলোৰে মুখ্য আৰু মনস্বীসকলৰ অগ্ৰগণ্য দেৱতা হৈ নিজ কৰ্মৰ দ্বাৰা সমস্ত দেৱগণক (ৰক্ষণীয় ৰূপে) অলংকৃত কৰিছে, যাৰ শাৰীৰিক বলৰ দ্বাৰা আৰু সেনা আদিৰ মহিমাৰ দ্বাৰা স্বৰ্গ আৰু পৃথিৱী

ভ্ৰন্তমান, সেইজন ইন্দ্ৰ।।১।। হে মনুষ্যগণ, যি বিচলিত হৈ থকা পৃথিৱীখন স্থিৰ কৰিলে, যি প্ৰকুপিত পৰ্বতসমূহক নিয়ন্ত্ৰিত কৰিলে, যি অন্তৰীক্ষ অধিক বিস্তৃত কৰিলে, যি আকাশখন স্তম্ভিত কৰিলে, সেইজন ইন্দ্ৰ।।২।। যি সৰ্পক বধ কৰি (মেঘ বিদাৰণ কৰি) সপ্ত সিন্ধু প্ৰবাহিত কৰিলে, যি বল নামৰ অসুৰক (গুহা) উদঘাটন কৰি গৰুবোৰ উলিয়াই আনিলে, যি দুই খণ্ড শিলৰ মাজত অগ্নি উৎপন্ন কৰে আৰু যিজন যুদ্ধত (শত্ৰু) বিনাশক, তেওঁ ইন্দ্ৰ।।৩।। যি এই বিশ্বক দৃঢ় কৰিছে, যি দাসবৰ্ণৰ লোকক নিকৃষ্ট কৰি গূঢ়স্থানত ৰাখিছে, ব্যাধে কুকুৰৰ দ্বাৰা লক্ষ্য আয়ত্ত কৰাৰ দৰে (অথবা জুৱাৰীয়ে লক্ষ্য জয় কৰাৰ দৰে) শত্ৰুক জয় কৰি যিজনে সম্পদ আহৰণ কৰিছে, তেওঁ ইন্দ্ৰ।।৪।। ভয়ংকৰ ইন্দ্ৰৰ সম্পৰ্কে মানুহে প্ৰশ্ন কৰে—"তেওঁ ক'ত আছে?" আৰু এইবুলি কয়—"তেওঁ নায়েই।" সেইজন ইন্দ্ৰই উদ্বেগকাৰী হৈ শত্ৰুৰ সম্পদৰাশি বিনষ্ট কৰে; হে মনুষ্যগণ, সেইজন ইন্দ্ৰ, তেওঁত বিশ্বাস স্থাপন কৰাঁ।।৫।। যিজন সমৃদ্ধজনৰ ধনদাতা আৰু ধনহীনজনৰো (অভীষ্ট ফলদাতা), যিজন ফলপ্ৰাৰ্থী স্তোতা ব্ৰাহ্মণৰ ফলদাতা, সুন্দৰ হনুবিশিষ্ট যিজন দুই খণ্ড শিল সংযোগ কৰি সোমৰস উলিউৱা যজমানৰ ৰক্ষাকৰ্তা, হে জনগণ, তেওঁ ইন্দ্ৰ।।৬।। ঘোঁৰা, গৰু, ৰথ আৰু গাওঁসমূহ যাৰ অধীনত আছে, যিজনে সূৰ্য আৰু উষাক জন্ম দিলে, যিজনে (মেঘ বিদাৰণকৰি) পানী আনিছে, সেইজন ইন্দ্ৰ।।৭।। আকাশ আৰু পৃথিৱী একেলগ হৈ যাক আহ্বান কৰে (অথবা প্ৰতিদ্বন্দ্বী দুই সৈন্যদলে পৰস্পৰে লগ লাগি যাক আহ্বান কৰে); উত্তম, অধম উভয়বিধ শত্ৰুৱে যাক আহ্বান কৰে; সমান ৰথত অধিষ্ঠিত দুজন প্ৰতিদ্বন্দ্বীয়ে যাক নানাভাবে আহ্বান কৰে, হে জনগণ, সেইজন ইন্দ্ৰ।।৮।। যাৰ সাহায্য বিনে মানুহে জয়লাভ কৰিব নোৱাৰে, যুদ্ধত প্ৰবৃত্তি হোৱাসকলে ৰক্ষা পাবৰ কাৰণে যাক আহ্বান কৰে, যিজন সমস্ত প্ৰাণীৰ প্ৰতিবিম্বস্বৰূপ, যিজনে অচল (পৰ্বতাদি) চালন কৰিব পাৰে, হে জনগণ, তেওঁ ইন্দ্ৰ।।৯।। যি মহাপাতকী বিলাকক আৰু তেওঁক অমান্য কৰাবিলাকক অস্ত্ৰেৰে বধ কৰে; (ইন্দ্ৰৰ শত্ৰুক) উৎসাহ দিয়াবিলাকক অস্ত্ৰেৰে বধ কৰে; (ইন্দ্ৰৰ শত্ৰুক) উৎসাহ দিয়া বিলাকক যি উৎসাহনীয় বিষয় দান নকৰে, যিজন (বৃত্ৰ আদি) শত্ৰুৰ নিহন্তা, হে জনগণ, তেৱেঁই ইন্দ্ৰ।।১০।। পৰ্বতৰ গুহাত লুকাই থকা শম্বৰ অসুৰক যি চল্লিছ বছৰৰ মূৰত বিচাৰি উলিয়াইছিল, যি অতি বলৱান আঘাতকাৰী শত্ৰুক শুই থাকোঁতে বধ কৰিছিল, হে জনগণ, তেওঁ ইন্দ্ৰ।।১১। যিজনে শম্বৰক বজ্ৰ আদি অস্ত্ৰৰ দ্বাৰা পৰাভূত কৰিছিল, যিজনে অসুন্দৰ মুখেৰে উলিয়াই থোৱা সোমৰস পান কৰিছিল, যাক হিংসা কৰিবৰ কাৰণে পৰ্বতৰ মাজত (অসুৰগণে) যজমানক বেৰি ধৰিছিল, হে জনগণ, তেওঁ ইন্দ্ৰ।।১২।। যিজন

সপ্তৰশ্মিযুক্ত আদিত্যস্বৰূপ, যিজন কামবৰ্দ্ধক, বলবান, যিজনে সপ্তসিন্ধু বোৱাই আনিছে, যিজনে হাতত বজ্ৰ ধৰি দ্যুলোকত আৰোহণ কৰা ৰৌহিণ নামৰ অসুৰক বধ কৰিছিল, হে জনগণ, তেওঁ ইন্দ্ৰ।।১৩।। যাৰ ওচৰত স্বৰ্গ আৰু পৃথিৱী নত হয়, যাৰ বলত পৰ্বত সমূহ ত্ৰস্তমান, যিজনে সোমপান কৰি দৃঢ় শৰীৰ লাভ কৰিছে, বজ্ৰৰ নিচিনা বাহুযুক্ত, বজ্ৰপাণি, সেইজন ইন্দ্ৰ।।১৪।। হে জনগণ, যি সোম অভিষৱ কৰা যজমানক ৰক্ষা কৰে; যিজনে (যজ্ঞীয় দ্ৰব্য) পাক কৰোঁতাক, সামগান কৰাজনক আৰু স্তুতি কৰা যজমানক ৰক্ষা কৰে, স্তোত্ৰ যাৰ বৃদ্ধিকাৰক, সোম যাৰ বৃদ্ধিৰ হেতু আৰু আমি অৰ্পণ কৰা অন্ন যাৰ বৃদ্ধিকাৰক, তেওঁ ইন্দ্ৰ।।১৫।। যিজন জাত হৈয়ে আকাশ, পৃথিৱী, সৰ্বত্ৰ ব্যাপ্ত হৈ পৰিল, যিজনে মাতৃৰূপ পৃথিৱীক আৰু পিতৃৰূপ দ্যুলোকক নাজানে, যিজনে আমি কৰা স্তুতিৰ দ্বাৰা দেৱগণৰ কাৰ্য সাধন কৰে, হে জনগণ, তেওঁ ইন্দ্ৰ।।১৬।। যিজন সোমকামনাকাৰী, যাৰ হৰি নামৰ অশ্ব আছে, যিজন বিদ্বান, যালৈ সমস্ত বিশ্বই ভয় কৰে, যি শম্বৰক আৰু শুষ্ণক বধ কৰিলে, যি একমাত্ৰ বীৰ, হে জনগণ, তেওঁ ইন্দ্ৰ।।১৭।। হে ইন্দ্ৰ, তুমি দুৰ্ধৰ্ষ হৈ সোম অভিষুত কৰা আৰু (যজ্ঞৰ পিঠা আদি) পাক কৰা যজমানক অন্ন-বল প্ৰদান কৰা; গতিকে তুমি সত্য। আমি তোমাৰ প্ৰিয়পাত্ৰ হৈ সুপুত্ৰাদি সহিত সদাই তোমাৰ স্তোত্ৰ পাঠ কৰিম।।১৮।।

## পঞ্চত্ৰিংশ সূক্ত (৩৫)

### (ঋষি—নোধা। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

ইন্দ্ৰ বলবান, শীঘ্ৰগামী, গুণৰ দ্বাৰা মহৎ স্তুতিৰ যোগ্য আৰু অপ্ৰতিহতগতি। ক্ষুধাগ্ৰস্ত লোকক অন্ন দিয়াৰ দৰে মই ইন্দ্ৰৰ উদ্দেশ্যে পূৰ্বকালীন যজমানসকলৰ দৰে হবিঃ অৰ্পণ কৰিছোঁ।।১।। শত্ৰুগণৰ বাধক এই ইন্দ্ৰৰ উদ্দেশ্যে মই অন্নৰ নিচিনাকৈ স্তুতি সম্পাদন কৰিছোঁ। পুৰাতন, সকলোৰে অধিপতি ইন্দ্ৰৰ উদ্দেশ্যে অন্য ঋত্বিকসকলেও মন আৰু বুদ্ধিৰে সৈতে স্তুতি উচ্চাৰণ কৰে।।২।। সেই উপমানভূত, বৰণীয় ধনদাতা আৰু বিজ্ঞ ইন্দ্ৰক বৰ্ধন কৰিবৰ কাৰণে মই মুখেৰে উৎকৃষ্ট আৰু স্বচ্ছ স্তুতিবচনযুক্ত অতি মহৎ শব্দ উচ্চাৰণ কৰিছোঁ।।৪।। ৰথনিৰ্মাতাই ৰথস্বামীৰ ওচৰলৈ ৰথ লৈ যোৱাৰ দৰে মই ইন্দ্ৰৰ উদ্দেশ্যে স্তুতিবাক্য প্ৰেৰণ কৰিছোঁ। স্তুতি বাক্যৰ প্ৰাপনীয়, যজ্ঞৰ যোগ্য মেধাৱী ইন্দ্ৰৰ উদ্দেশ্যে সুন্দৰ স্তুতি বাক্য আৰু বিশ্বব্যাপী হব্য প্ৰেৰণ কৰিছোঁ।।৪।। ঘোঁৰা যেনেকৈ ৰথত যুক্ত কৰা হয়, মই সেইদৰে অন্নপ্ৰাপ্তিৰ ইচ্ছাৰে জিভাত স্তুতিমন্ত্ৰ ধাৰণ কৰিছোঁ। বীৰ, দানশীল, অন্নবিশিষ্ট, শত্ৰুৰ

নগৰ বিদাৰণকাৰী, প্ৰশংসনীয় কীৰ্তিৰ ইন্দ্ৰক মই বন্দনা কৰিছোঁ।।৫।। ত্বষ্টাই ইন্দ্ৰৰ কাৰণে শোভন কৰ্মযুক্ত, সহজতে প্ৰেৰণ কৰিব পৰা বজ্ৰ নিৰ্মাণ কৰিছিল। সেই বজ্ৰেৰে অপৰিমিত বলশালী হৈ ইন্দ্ৰই বৃত্ৰাসুৰৰ মৰ্ম ভেদ কৰিছিল।.৬।। জগতৰ নিৰ্মাণকৰ্তা ইন্দ্ৰৰ অসাধাৰণ কৰ্মৰ কথা কোৱা হৈছে। এই ইন্দ্ৰই তিনিও সৱনত সোমৰূপ অন্ন সদাই পান কৰে আৰু সুন্দৰ হৱনীয় দ্ৰব্য ভক্ষণ কৰে। তিনি সৱনত ব্যাপনশীল, শত্ৰুপৰাভৱকাৰী, ইন্দ্ৰই শত্ৰুৰ পৰিপক্ক ধন অপহৰণ কৰে। বজ্ৰ-নিক্ষেপক ইন্দ্ৰই মেঘক পাই তাক বিদীৰ্ণ কৰে।।৭।। বৃত্ৰক বধ কৰিবৰ কাৰণে গমনশীলা দেৱপত্নীগণেও তেওঁক স্তুতি কৰিছিল। ইন্দ্ৰই মহিমাৰ দ্বাৰা বিস্তৃত আকাশ আৰু পৃথিৱী অতিক্ৰম কৰিছিল; আকাশ আৰু পৃথিৱীয়ে ইন্দ্ৰৰ মহিমা অতিক্ৰম কৰিব নোৱাৰে।।৮।। ইন্দ্ৰৰ মহিমা দ্যুলোক, ভূলোক আৰু অন্তৰীক্ষতকৈও অধিক। তেওঁ নিজ গৃহত স্বকীয় তেজেৰে বিৰাজমান; তেওঁ সকলো কামতে আগৰণুৱা। যুদ্ধ যাত্ৰাত নিপুণ ইন্দ্ৰই মেঘৰূপ শত্ৰুক যুদ্ধলৈ আহ্বান কৰে।।৯।। ইন্দ্ৰই নিজ বলেৰে জলশোষক বৃত্ৰক বজ্ৰৰ দ্বাৰা ছিন্ন কৰিছিল; (পণিয়ে হৰণ কৰা) গাইবিলাকৰ দৰে বৃত্ৰই অৱৰোধ কৰি ৰখা জগতৰ ৰক্ষণকাৰী জলসমূহ মুকলি কৰি দিছিল। তেওঁ যজমানক অভিলাষ অনুসৰি অন্ন দান কৰে।।১০।। ইন্দ্ৰৰ ক্ষমতাৰ বলতে নদীসমূহ নিজ নিজ স্থানত প্ৰবাহিত হৈ আছে; কাৰণ ইন্দ্ৰই বজ্ৰেৰে সিহঁতৰ সীমা নিৰ্ধাৰণ কৰি দিছিল। নিজক ঐশ্বৰ্যশালী প্ৰভু কৰি আৰু হব্যদাতাক ফল প্ৰদান কৰি ইন্দ্ৰই তুৰ্বীতি ঋষিক যোগ্যস্থানত স্থাপন কৰিছিল।।১১।। ইন্দ্ৰ ক্ষিপ্ৰকৰ্মা, অপৰিমিত বলশালী ইন্দ্ৰই বৃত্ৰক বজ্ৰেৰে প্ৰহাৰ কৰিছে; ঠিয়কৈ থকা বজ্ৰেৰে গৰুৰ দৰে বৃত্ৰৰ শৰীৰৰ জোৰাবোৰ ছেদন কৰিছে, যাতে জলসমূহ প্ৰবাহিত হ'ব পাৰে।।১২।। মন্ত্ৰৰ দ্বাৰা স্তুতিৰ যোগ্য, দ্ৰুতগামী ইন্দ্ৰৰ পূৰ্বৰ কৰ্মসমূহ প্ৰশংসা কৰাঁ। সেই ইন্দ্ৰ যুদ্ধৰ অৰ্থে অস্ত্ৰসমূহ নিক্ষেপ কৰি শত্ৰু বিনাশৰ কাৰণে অগ্ৰসৰ হয়।।১৩।। এই ইন্দ্ৰৰ ভয়ত পৰ্বতসমূহ স্থিৰ হৈ থাকে। ইন্দ্ৰৰ প্ৰাদুৰ্ভাৱ হ'লে আকাশ আৰু পৃথিৱী কম্পিত হয়। সেই কমনীয় ইন্দ্ৰৰ ৰক্ষণবিষয়ক অনেক সূক্তৰ দ্বাৰা নোধা ঋষিয়ে প্ৰাৰ্থনা কৰি সামৰ্থ্য লাভ কৰিছিল।।১৪।। ইন্দ্ৰই একমাত্ৰ ধনৰ অধিপতি। এই ইন্দ্ৰই স্বশ্বপুত্ৰ সৌৱশ্ব নামৰ ৰজাৰ লগত যুদ্ধৰ সময়ত সোম অভিষৱকাৰী এতশ ঋষিক ৰক্ষা কৰিছিল।।১৫।। হে হৰি নামৰ অশ্বযুক্ত ৰথৰ স্বামী ইন্দ্ৰ, গোতম গোত্ৰীয়সকলে তোমাৰ উদ্দেশ্যে স্তুতিৰূপ মন্ত্ৰ ৰচনা কৰিছে, তুমি সেই স্তোতাসকলক বহুবিধ ধন দান কৰাঁ। প্ৰাতঃকালত বুদ্ধিৰ (বা কৰ্মৰ) দ্বাৰা প্ৰাপ্ত ইন্দ্ৰ শীঘ্ৰে আমাৰ ওচৰলৈ আহক।।১৬।।

## ষট্‌ত্রিংশ সূক্ত (৩৬)

(ঋষি—ভৰাদ্বাজ । দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ)

মানুহৰ (যজমানৰ) যি একমাত্ৰ আহ্বান যোগ্য, সেই ইন্দ্ৰৰ উদ্দেশ্যে এই বাক্যৰ দ্বাৰা স্তুতি কৰিছোঁ। যি স্তোতাৰ ওচৰলৈ আহে, যিজন কামবৰ্ষক, বৰ্ষণৰ যোগ্য, বলবান, সত্যনিষ্ঠ, শত্ৰুবিজেতা, বহুকৰ্মা আৰু শক্তিমান, সেই ইন্দ্ৰক স্তুতি কৰিছোঁ।।১।। আমাৰ পূৰ্ব পিতৃপুৰুষ নবগ্ব নামৰ সপ্তৰ্ষিগণে হবিঃ প্ৰদান কৰি সেই ইন্দ্ৰকে স্তুতি কৰিছিল। সেই ইন্দ্ৰ অগ্ৰগামী শত্ৰুৰ হিংসক, দুৰ্গম স্থান অতিক্ৰমকাৰী, মেঘত (বা পৰ্বতসমূহত) অৱস্থিত আৰু অলংঘ্যবাক।।২।। সেই ইন্দ্ৰৰ ওচৰত আমি পুত্ৰাদি তথা বহু সেৱক সমন্বিতে অবিচ্ছিন্ন, অক্ষয়, সুখদায়ক ধন প্ৰাৰ্থনা কৰিছোঁ। হে হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ, তুমি আমাক সুখী কৰিবৰ কাৰণে সেই ধন লৈ আহাঁ।।৩।। হে ইন্দ্ৰ, পূৰ্বে স্তোতাসকলে তোমাৰপৰা যি সুখে পাইছিল, সেই সুখ আমাকো দিয়াঁ। হে দুৰ্ধৰ্ষ, শত্ৰু খেদকাৰক, বহুস্তুতিপ্ৰাপ্ত, বহু ধনযুক্ত, তুমি অসুৰনিহন্তা, তোমাৰ কাৰণে কোন ভাগ আৰু কোন হব্য বিধান কৰা হৈছে?।।৪।। যি যজমানে স্তুতিৰ দ্বাৰা বজ্ৰপাণি, ৰথস্থিত, বহুজনৰ আশ্ৰয়দাতা, বহুকৰ্মা, বলপ্ৰদ ইন্দ্ৰৰ গুণ কীৰ্তন কৰে, সেই যজমান সোনকালে সুখলাভৰ ফালে আগ বাঢ়ে। সেই ইন্দ্ৰ দ্ৰুতগতিত শত্ৰুৰ ফালে আগ বাঢ়ে।।৫।। হে নিজ বলেৰে বলীয়ান্ ইন্দ্ৰ, তুমি এই মায়াৰ দ্বাৰা বৃদ্ধিপ্ৰাপ্ত বৃত্ৰক পৰ্বযুক্ত, মনৰ দৰে বেগী বজ্ৰেৰে চূৰ্ণ কৰিছা। হে সু-বলসম্পন্ন মহান ইন্দ্ৰ, তুমি তোমাৰ দুৰ্ধৰ্ষ বজ্ৰেৰে অক্ষয়, সুদৃঢ়, শিথিলতা ৰহিত শত্ৰুৰ পুৰীসমূহ বিদীৰ্ণ কৰিছা।।৬।। অতিশয় বলশালী, প্ৰাচীন, প্ৰসিদ্ধ সেই ইন্দ্ৰক পূৰ্বৰ মহৰ্ষিসকলৰ দৰে আমি নতুন স্তুতিৰে অলংকৃত কৰিছোঁ; অপৰিমেয়, সুবাহন ইন্দ্ৰই যেন আমাক সকলো দুৰ্গতিৰপৰা উদ্ধাৰ কৰে।।৭।। হে ইন্দ্ৰ, তুমি দ্ৰোহীবিলাকৰ কাৰণে পৃথিৱীৰ, স্বৰ্গৰ আৰু অন্তৰীক্ষৰ স্থানসমূহ উত্তপ্ত কৰাঁ; হে অভীষ্ট বৰ্ষক ইন্দ্ৰ, তুমি নিজ দীপ্তিৰে সকলো ঠাইতে সেই দ্বেষকাৰী বিলাকক সন্তপ্ত কৰাঁ। ব্ৰাহ্মণদ্বেষী (অথবা বেদদ্বেষী) বিলাকক পৃথিৱী আৰু অন্তৰীক্ষত সন্তপ্ত কৰাঁ।।৮।। হে দীপ্তদৰ্শন ইন্দ্ৰ, দ্যুলোকৰ আৰু পাৰ্থিৱ জগতৰ জনগণৰ ৰজা তুমি সোঁ-হাতত বজ্ৰ ধাৰণ কৰিছা। হে স্তুতিৰ অতীত ইন্দ্ৰ, তুমি সেই বজ্ৰেৰে মায়া উচ্ছেদ কৰা।।৯।। হে ইন্দ্ৰ, তুমি আমাক সংযত আৰু মংগলময় বিপুল সম্পদ প্ৰদান কৰাঁ; আমাক শত্ৰুৱে যাতে পৰাভূত কৰিব নোৱাৰে। হে বজ্ৰী, সেই সম্পদৰ দ্বাৰা তুমি কি আৰ্য, কি দাস, শত্ৰুস্থানীয় মানুহবিলাকক শ্ৰেষ্ঠ কৰি তুলিছা।।১০।। হে বহুলোকৰ দ্বাৰা আহুত, সকলোৰে বিধাতা, বন্দনীয় ইন্দ্ৰ, তুমি সকলোৰে বৰণীয় নিযুৎ নামৰ তোমাৰ অশ্বকেইটাৰ সৈতে আমাৰ ওচৰলৈ আহাঁ; সিহঁতক দেৱ মনুষ্যলোকেও বাধা দিব নোৱাৰে। সেই অশ্বেৰে তুমি শীঘ্ৰে আমাৰ ওচৰলৈ আহাঁ।।১১।।

## সপ্তত্রিংশ সূক্ত (৩৭)

(ঋষি—বসিষ্ঠ। দেৱতা—ইন্দ্র। ছন্দ—ত্রিষ্টুপ)

(হে ইন্দ্র,) তীক্ষ্ণ শিংযুক্ত ষাঁড়গৰুৰ দৰে ভয়ংকৰ তুমি অকলে সকলো শত্রুকে অপসাৰিত কৰা। হবিঃ প্রদান নকৰা, ধনপূৰ্ণ গৃহসদৃশ, অ-যজমানবিলাকৰ ধন সু-অভিষৱকাৰীসকলক নিয়াহি।।১।। হে ইন্দ্ৰ, তুমি যেতিয়া অৰ্জুনীৰ পুত্ৰ কুৎসক ধন প্ৰদান কৰি দাস, শুষ্ণ আৰু কুষবগণক বশীভূত কৰিছিলা, তেতিয়া তুমি শৰীৰৰ দ্বাৰা শুশ্ৰূষা লাভ কৰি যুদ্ধত কুৎসক ৰক্ষা কৰিছিলা।।২।। হে দুৰ্ধৰ্ষ ইন্দ্ৰ, তুমি দ্ৰব্যদাতা সুদাসক শত্ৰু পৰাভৱকাৰী বজ্ৰৰ দ্বাৰা সমস্ত ৰক্ষাসাধনেৰে ৰক্ষা কৰিছিলা। যুদ্ধত ভূমিলাভৰ কাৰণে পুৰুকুৎসৰ পুত্ৰ ত্ৰসদস্যুক আৰু পুৰুক ৰক্ষা কৰিছিলা।।৩।। হে স্তোতাগণৰ স্তুতি যোগ্য ইন্দ্ৰ, তুমি সংগ্ৰামত মৰুৎগণৰ সৈতে বহু আৰৱক শত্ৰু বধ কৰিছা। হে হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ, তুমি দভীতিৰ নিমিত্তে দস্যু, চুমুৰি আৰু ধুনিক তোমাৰ সুন্দৰ অস্ত্ৰ বজ্ৰেৰে বধ কৰিছা।।৪।। হে বজ্ৰপাণি, তোমাৰ বল এনেকুৱা যে তুমি নিৰান্নবৈখন পুৰী একে সময়তে ধ্বংস কৰিছা আৰু নিবাসৰ কাৰণে শততম পুৰী ব্যাপ্ত কৰিছা। তুমি বৃত্ৰ আৰু নমুচিক বধ কৰিছা।।৫।। হে ইন্দ্ৰ, হবিঃপ্ৰদানকাৰী শুদাতা যজমানক তুমি দান কৰা ধনসমূহ সনাতন (অক্ষয়) হৈছে। হে বহুকৰ্মা, কামবৰ্ষক তোমাক আনিবৰ কাৰণে অশ্ব দুটি ৰথত যুৰি দিছোঁ। আমাৰ স্তোত্ৰসমূহ বলবান তোমাৰ ওচৰলৈ যাওক।।৬।। হে বলবান, হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ, এই যজ্ঞত আমি যেন পৰিত্যাগৰূপ পাপৰ ভাগী নহওঁ। তুমি আমাক বাধাৰহিত ৰক্ষণৰ দ্বাৰা পালন কৰাঁ। তোমাৰ স্তোতাসকলৰ ভিতৰত আমি প্ৰিয় হ'ম।।৭।। হে ধনবান, আমি তোমাৰ যজ্ঞত নেতা, সখা আৰু প্ৰিয় হৈ ঘৰত হৰ্ষযুক্ত হৈ থাকিম। তুমি অতিথিগ্ব নামৰ ৰজাক প্ৰশংসনীয় সুখ দান কৰিবৰ কাৰণে তুৰ্বশ ৰজা আৰু যদুবংশীয় ৰজাক অপসাৰিত কৰিছা।।৮।। হে ধনবান ইন্দ্ৰ, তুমি আহিলে ঋত্বিকসকলে সেই সময়ত উক্‌থশস্ত্ৰৰ দ্বাৰা তোমাক স্তুতি কৰে। তেওঁলোকে তোমাৰ আহ্বানৰ দ্বাৰা পণিবিলাকক নাশ কৰে। তুমি আমাক সেই অভিমত ফলৰ কাৰণে বৰণ (স্বীকাৰ) কৰাঁ।।৯।। নেতাসকলৰ ভিতৰতো শ্ৰেষ্ঠ নেতা, হে ইন্দ্ৰ; তোমাৰ উদ্দেশ্যেই আমাৰ এই স্তুতিসমূহ কৰা হৈছে। আৱৰক পাপ বিনষ্ট হ'লে স্তুতিকাৰী আমাৰ কাৰণে তুমি কল্যাণকৰ হোৱাঁ। তুমি আমাৰ কাৰণে বীৰ, সখা আৰু ৰক্ষাকৰ্তা হোৱাঁ।।১০।। হে শূৰ ইন্দ্ৰ, আজি তুমি স্তুতি লাভ কৰি মন্ত্ৰৰ দ্বাৰা হৰ্ষিত হৈ শৰীৰেৰে বৰ্ধিত হোৱাঁ। (হে অগ্নি আদি দেৱগণ) তোমালোকে আমাক অন্ন দান কৰাঁ, গৃহদান কৰাঁ আৰু সকলো প্ৰকাৰে আমাক কল্যাণ সহিত ৰক্ষা কৰাঁ।।১১।।

# পঞ্চম অনুবাক

## অষ্টত্ৰিংশ সূক্ত (৩৮)

**(ঋষি—ইৰিম্বিঠি, মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

(১,২,৩ মন্ত্ৰৰ অৰ্থ ২০।৩।১,২,৩ মন্ত্ৰৰ সৈতে একে) ।।১-৩।। গাথা ৰচয়িতাসকলে বৃহৎ গাথাৰ দ্বাৰা, অৰ্কীসকলে অৰ্কমন্ত্ৰৰ দ্বাৰা ইন্দ্ৰক অৰ্চনা কৰে; ইন্দ্ৰক বাণীয়ে স্তুতি কৰে।।৪।। ইন্দ্ৰৰ হৰি নামৰ অশ্ব দুটি বাণীৰ দ্বাৰা ৰথত যুক্ত কৰা হয়। ইন্দ্ৰ সকলোৰে লগত মিলিত হয়। তেওঁ বজ্ৰী আৰু হিৰণ্যময়।।৫।। বহুদূৰলৈকে দৰ্শন কৰিবৰ কাৰণে ইন্দ্ৰই আকাশত সূৰ্যক আৰোহণ কৰালে সূৰ্যই কিৰণেৰে পৰ্বত আলোকিত কৰিছে।।৬।।

## উনচত্বাৰিংশ সূক্ত (৩৯)

**(ঋষি—মধুচ্ছন্দা, গোষূক্তি। অশ্বসূক্তি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

আমি ইন্দ্ৰক সকলো মানুহৰ অৰ্থে আহ্বান কৰিছোঁ; তেওঁ একমাত্ৰ আমাৰ হওক।।১।। (২,৩,৪,৫ মন্ত্ৰৰ অৰ্থ ২০।২৮।১,২,৩,৪ মন্ত্ৰৰ সৈতে একে)।।২-৫।।

## চত্বাৰিংশ সূক্ত (৪০)

**(ঋষি—মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ, মৰুৎগণ। ছন্দ—গায়ত্ৰী।)**

(হে মৰুৎগণ) তোমালোকক যেন ভয়শূন্য ইন্দ্ৰৰ লগত একেলগে দেখিবলৈ পোৱা হয়; তোমালোক সদাই প্ৰফুল্লিত আৰু ইন্দ্ৰৰ সৈতে সমান তেজস্বী।।১।। ইন্দ্ৰক কামনা কৰা, অনবদ্য, স্বৰ্গাভিগামী মৰুৎগণেৰে সৈতে বলসম্পন্ন ইন্দ্ৰক এই যজ্ঞত উপাসনা কৰা হৈছে।।২।। তাৰ পিছত মৰুৎগণে যজ্ঞৰ যোগ্য নাম ধাৰণ কৰি স্বধাপূৰ্বক হবিঃ প্ৰদানৰ পিছত (মেঘৰ মধ্যত জলৰ) গৰ্ভ ৰচনা কৰিলে।।৩।।

## একচত্বাৰিংশ সূক্ত (৪১)

**(ঋষি—গোতম। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

অপ্ৰতিদ্বন্দ্বী ইন্দ্ৰই দধীচিৰ অস্থিৰে বৃত্ৰগণক নিৰান্নবৈবাৰ বধ কৰিছিল।।১।। পৰ্বতত লুকাই থকা ঘোঁৰাৰ শিৰ লাভ কৰিবলৈ ইচ্ছা কৰি তেওঁ শৰ্যণাৱত সৰোবৰত পালে।।২।। চন্দ্ৰমণ্ডল ৰূপ গৃহত এইদৰে আদিত্যৰশ্মিয়ে সূৰ্যৰ তেজ লাভ কৰিছিল।।৩।।

## দ্বাচত্বাৰিংশ সূক্ত (৪২)

(ঋষি—কুৰুস্তুতি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী)

মই ইন্দ্ৰৰূপৰা সত্যক স্পৰ্শ কৰা অষ্টাপদী নৱস্ৰক্তি[50] বাণী নিজৰ শৰীৰত ধাৰণ কৰিছোঁ।।১।। হে ইন্দ্ৰ, তুমি যেতিয়া দস্যুবিলাকক বধ কৰিছিলা, তেতিয়া তোমাৰ নিৰ্বলতা দেখি দ্যাৱাপৃথিৱীয়ে কৃপা কৰিছিল।।২।। হে ইন্দ্ৰ, সুন্দৰকৈ ৰস উলিয়াই থোৱা সোম পান কৰাঁ আৰু বল সমন্বিতে হনু সঞ্চালিত কৰি তুমি উঠা।।৩।।

## ত্ৰিচত্বাৰিংশ সূক্ত (৪৩)

(ঋষি—ত্ৰিশোক। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে ইন্দ্ৰ, তুমি সমস্ত শত্ৰুকে বিদাৰণ কৰাঁ; সংগ্ৰাম পৰিহাৰ কৰাঁ; স্পৃহণীয় ধন তুমি আহৰণ কৰাঁ।।১।। হে ইন্দ্ৰ, তুমি সুদৃঢ় স্থানত যি ধন থৈছা, স্থিৰ স্থানত যি ধন থৈছা আৰু সন্দেহযুক্ত স্থানত যি ধন থৈছা, সেই স্পৃহণীয় ধন আমাক প্ৰদান কৰাঁ।।২।। তুমি প্ৰদান কৰা যি বহু ধন আছে বুলি বহুলোকে জানে সেই স্পৃহণীয় ধন তুমি আহৰণ কৰাঁ।।৩।।

## চতুশ্চত্বাৰিংশ সূক্ত (৪৪)

(ঋষি—ইৰিম্বিঠি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

মনুষ্যগণৰ ভিতৰত সম্ৰাট, স্তুতিৰ যোগ্য, চিৰনবীন, শত্ৰু অভিভৱকাৰী, নেতা, শ্ৰেষ্ঠ দাতা ইন্দ্ৰক স্তুতি কৰিছোঁ।।১।। নিম্নগামী জল সমুদ্ৰলৈ যোৱাৰ দৰে উক্থ্যমন্ত্ৰ আৰু সমস্ত শ্ৰৱণীয় ইন্দ্ৰলৈকে যায়।।২।। ধনলাভৰ অৰ্থে উত্তম স্তুতিৰ দ্বাৰা সেই ইন্দ্ৰৰ অৰ্চনা কৰিছোঁ। তেওঁ প্ৰশংসনীয়গণৰ মাজত শোভা পাই থাকে, যুদ্ধত মহৎকাৰ্য কৰে; তেওঁ বলৱান।।৩।।

## পঞ্চচত্বাৰিংশ সূক্ত (৪৫)

(ঋষি শুনঃশেপ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে ইন্দ্ৰ, গৰ্ভধাৰণ কৰিবলগীয়া কপোতীৰ ওচৰলৈ কপোত যিদৰে যায়, সেইদৰে আমাৰ এই (সোমযুক্ত) বাণী তোমাৰ ওচৰলৈ যাওক।।১।। হে ধনসমূহৰ স্বামী, বীৰ ইন্দ্ৰ, তোমাৰ এই ধৰণৰ স্তুতি, তোমাৰ বিভূতি সত্য আৰু প্ৰিয় হওক।।২।। হে শতক্ৰতু, তুমি এই কৰ্মত আমাৰ ৰক্ষাৰ উদ্দেশ্যে উচ্চ স্থানত স্থিত হোৱাঁ; অন্য বিষয়ত (তোমাৰ লগত) মিলিত হৈ বিচাৰ কৰিম।।৩।।

## ষট্‌চত্বাৰিংশ সূক্ত (৪৬)

**(ঋষি ইৰিম্বিঠি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

ইন্দ্ৰ শ্ৰেষ্ঠ ধনপ্ৰাপক, যুদ্ধত জ্যোতি প্ৰকাশক আৰু অস্ত্ৰৰ দ্বাৰা শত্ৰু পৰাভৱকাৰী।।১।। সেই বহুজনৰ স্তুতিপ্ৰাপ্ত, পূৰ্ণকাৰক ইন্দ্ৰই আমাক সকলো শত্ৰুৰ পৰা ভালে-কুশলে তেওঁৰ নৌকাৰে পাৰ কৰক।।২।। হে ইন্দ্ৰ, তুমি দহ আঙুলীৰে অন্নদিসম্পন্ন ধন প্ৰদান কৰাঁ আৰু আমাক সুপথে দিয়া।।৩।।

## সপ্তচত্বাৰিংশ সূক্ত (৪৭)

**(ঋষি—সুকক্ষাপ্ৰভৃতি। দেৱতা—ইন্দ্ৰ, সূৰ্য। ছন্দ—গায়ত্ৰী।)**

আমি মহান্ বৃত্ৰক বধ কৰাবলৈ ইন্দ্ৰক অন্নৰ দ্বাৰা পুষ্ট কৰিছোঁ। সেই কামবৰ্ষক ইন্দ্ৰ অভিলষিত প্ৰদায়ক হওক।।১।। সেই ইন্দ্ৰ ধনৰ অৰ্থে সৃষ্ট হৈছে। তেওঁ অতি ওজস্বী; তেওঁ সোমপানৰ উদ্দেশ্যে স্থাপিত, অতিশয় যশস্বী, স্তুতিৰ আৰু সোমৰ যোগ্য।।২।। ইন্দ্ৰ স্তুতিবাক্যৰ দ্বাৰা বজ্ৰসদৃশ তীক্ষ্ণীকৃত, সবল, অপৰাভূত, অহিংসিত; তেওঁ ধনাদি বহন কৰি আনিবলৈ ইচ্ছুক।।৩।। (৪-৬ মন্ত্ৰ পৰ্যন্ত অনুবাদ ২০।৩৮।৪,৫,৬ মন্ত্ৰৰ অনুবাদৰ সৈতে একে। ৭-৯ মন্ত্ৰ পৰ্যন্ত ২০।৩।১,২,৩ মন্ত্ৰৰ সৈতে, ১০-১২ মন্ত্ৰ পৰ্যন্ত ২০।২৬।৪-৬ মন্ত্ৰৰ অনুবাদৰ সৈতে একে আৰু ১৩-২১ পযন্ত মন্ত্ৰৰ অৰ্থ ১৩।২।১৬-২৪ মন্ত্ৰৰ সৈতে একে)।।৪-২১।।

## অষ্টচত্বাৰিংশ সূক্ত (৪৮)

**(ঋষি—উপৰিবভ্ৰৰ বা সৰ্পৰাজ্ঞী। দেৱতা—গো। ছন্দ—গায়ত্ৰী।)**

গাই যেনেকৈ পোৱালিৰ ওচৰলৈ যায়, তেনেকৈ আমাৰ স্তুতিবাণীয়ে বৰ্চৰ দ্বাৰা অভিৰিক্ত কৰি তোমাৰ ওচৰলৈ যাওক।।১।। জন্মদাত্ৰীয়ে যেনেকৈ নৱজাতকক বুকুত সাবটি লয়, সেইদৰে পবিত্ৰ স্তুতিসমূহে ইন্দ্ৰক বৰ্চৰ দ্বাৰা অলংকৃত কৰক।।২।। (৪-৬ মন্ত্ৰ পৰ্যন্ত অনুবাদ ৬/১১/১-৩ মন্ত্ৰৰ সৈতে একে হ'ব) ।।৪-৬।।

## উনপঞ্চাশ সূক্ত (৪৯)

(ঋষি—নোধা, মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, আদি)

হে কামবৰ্ষক ইন্দ্ৰ, যেতিয়া স্তোতা বিদ্বান বাণীত আৰোহণ কৰি স্থিত হয়, তেতিয়া দেৱতাসকল হৰ্ষান্বিত হয়।।১।। ইন্দ্ৰই শিষ্ট লোকৰ প্ৰতি কঠোৰ বচন নোবোলে যেন। হে মহত্তম। তুমি দ্যুলোকত আনন্দিত হোৱাঁ।।২।। হে শক্ৰ, তুমি কঠোৰ বচন নুবুলিবা;

তুমি কুশৰ আসনত উপবেশন কৰি হৰ্ষান্বিত হৈ বিৰাজ কৰি থাকাঁ।।৩।। (হে যজমান,) দুখনাশক, দৰ্শনীয়, সোমপান কৰি হোৱা ইন্দ্ৰক আমি গোষ্ঠত দিনৰ সময়ত গাইবিলাকে বৎসক কৰাৰ দৰে স্তুতিবাণীৰ দ্বাৰা (তোমালোকৰ যজ্ঞলৈ) আহ্বান কৰিছোঁ।।৪।।

(৪-৭ মন্ত্ৰ পৰ্যন্ত অনুবাদ ২০।৯।১-৪ মন্ত্ৰৰ দৰে হ'ব)।।৪-৭।।

## পঞ্চাশ সূক্ত (৫০)

### (ঋষি—মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

(হে স্তোতাগণ,) মই যাতে ধন লাভ কৰিব পাৰোঁ, সুন্দৰ ধনসম্পন্ন ইন্দ্ৰক সেইৰূপে তোমালোকৰ সমুখীন কৰি স্তুতি কৰাঁ। তেওঁ অন্নৱান আৰু বহুধনৱান; তেওঁ সহস্ৰসংখ্যক ধন প্ৰদান কৰে।।১।। তেওঁ শত সেনাৰ অধিপতিৰ দৰে সগৰ্বে গমন কৰিছে; তেওঁ হৱিঃপ্ৰদাতাসকলৰ কাৰণে বৃত্ৰক বধ কৰিছে; তেওঁ বহুজনৰ পালক; তেওঁৰ উদ্দেশ্যে প্ৰদান কৰা ৰস পৰ্বতৰ (পৰা বৈ অহা) পানীৰ নিচিনা প্ৰীতিদায়ক।।২।। ধনলাভৰ অৰ্থে বিখ্যাত আৰু সুন্দৰ ধনসম্পন্ন ইন্দ্ৰক অৰ্চনা কৰাঁ। তেওঁ অভিষৱকাৰী স্তোতাক সহস্ৰসংখ্যক কাম্য ধন প্ৰদান কৰে।।৩।। তেওঁৰ শত শত অস্ত্ৰ; দুস্তৰ ইন্দ্ৰৰ প্ৰচুৰ অন্ন। অভিষুত সোমৰ দ্বাৰা প্ৰমত্ত হৈ এওঁ পৰ্বতৰ দৰে অন্নদাতা হৈ ধনৱানসকলৰ প্ৰীতি উৎপন্ন কৰে।।৪।।

## একপঞ্চাশ সূক্ত (৫১)

### (ঋষি—প্ৰস্কণ্ব, পুষ্টিগু। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

সৰ্বত্ৰগামী স্তুতিৰ কৰ্তা কোন অভিনৱ মনুষ্যই ইন্দ্ৰৰ স্তুতি কৰিব পাৰে; সুখলভ্য ইন্দ্ৰৰ স্তুতিকৰ্তাই ইন্দ্ৰৰ ইন্দ্ৰত্ব আৰু মহত্ব প্ৰকাশ কৰিব নোৱাৰে।। ১।। হে ইন্দ্ৰ তুমি দেৱতা। কোন স্তুতিকৰ্তা মনুষ্যই তোমাৰ যজ্ঞ কৰিব পাৰে? কোন বিপ্ৰঋষিয়ে তোমাৰ স্তুতি বহন কৰিব পাৰে? হে ধনবান ইন্দ্ৰ, তুমি কেতিয়া স্তুতি কৰ্তাৰ আহ্বান অনুসৰি আহা আৰু কেতিয়া স্তুতিকৰ্তাৰ ওচৰলৈ যোৱা?।।২।।

## দ্বিপঞ্চাশ সূক্ত (৫২)
## আৰু
## ত্ৰিপঞ্চাশ সূক্ত (৫৩)

### (ঋষি—মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ-প্ৰগাথ।)

হে বৃত্ৰহন্তা, আমি সোম অভিষুত কৰিছোঁ। পানী তললৈ বৈ যোৱাৰ দৰে আমি তোমাৰ অভিমুখে যাম। পবিত্ৰ সোমৰ ৰস উলিউৱা হ'লে স্তোতাগণে তোমাৰ

উপাসনা কৰে।।১।। হে ইন্দ্ৰ, সোমৰ ৰস উলিউৱা হ'লে উক্থযুক্ত ঋত্বিকগণে তোমাৰ স্তুতি কৰে। সোমৰ প্ৰতি তৃষ্ণাৰ্ত হৈ বৃষভৰ দৰে শব্দ কৰি কেতিয়া ইন্দ্ৰ আমাৰ ওচৰলৈ আহিব?।।২।। হে শত্ৰু-ধৰ্ষক ইন্দ্ৰ, তুমি কণ্ববংশীয়সকলক সহস্ৰ সংখ্যক অন্ন দান কৰাঁ। হে মঘবন, বিচক্ষণ ইন্দ্ৰ, আমি পিশঙ্গৰূপবিশিষ্ট, গো-যুক্ত অন্ন প্ৰাৰ্থনা কৰিছোঁ।।৩।।

\+ + +

যি সুন্দৰ হনুযুক্ত, সোমৰ দ্বাৰা তৃপ্ত আৰু যি বলপূৰ্বক শত্ৰুৰ পুৰী বিদাৰণ কৰে, সোম অভিষুত হ'লে ঋত্বিক্‌গণৰ লগত সোমপান কৰা সেই ইন্দ্ৰক কোনে জানে? তেওঁক কোনে অন্ন দান কৰে?।।১।। শত্ৰুৰ অন্বেষণকাৰী হাতীয়ে মদজল ধাৰণ কৰাৰ দৰে ইন্দ্ৰই যজ্ঞত মত্ততা ধাৰণ কৰে। (হে ইন্দ্ৰ,) তোমাক কোনেও নিয়ন্ত্ৰণ কৰিব নোৱাৰে। তুমি বীৰ্য সহিত সৰ্বত্ৰ বিচৰণ কৰা।।২।। উগ্ৰ ইন্দ্ৰক শত্ৰুৱে আচ্ছাদিত কৰি থ'ব নোৱাৰে। তেওঁ অচল, তেওঁ যুদ্ধত অলংকৃত হৈ থাকে। ধনবান ইন্দ্ৰই স্তোতাৰ আহ্বান শুনিলে অন্য ঠাইলৈ নাযায়, কেৱল সেই ঠাইলৈহে আহে।।৩।।

## চতুঃপঞ্চাশ সূক্ত (৫৪)

### (ঋষি—ৰেভ। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, বৃহতী।)

সকলো সেনা মিলিত হৈ শত্ৰু-পৰাভৱকাৰী নেতাক তীক্ষ্ণ কৰিছে; অতিশয় প্ৰকাশৰ অৰ্থে সূৰ্যৰূপ ইন্দ্ৰক সৃষ্টি কৰিছে; কৰ্মৰ দ্বাৰা বলিষ্ঠ আৰু সমুখ শত্ৰুৰ বিনাশক, উগ্ৰ, ওজস্বী, প্ৰবৃদ্ধ আৰু বেগৱান ইন্দ্ৰক বৰণীয় ধনৰ উদ্দেশ্যে স্তুতি কৰিছে।।১।। ৰেভগণে ইন্দ্ৰক সোমপানৰ কাৰণে আহ্বান কৰিছিল। স্বৰ্গৰ অধিপতি ইন্দ্ৰক বৃদ্ধি প্ৰাপ্তিৰ উদ্দেশ্যে যেতিয়া স্তুতি কৰা হয়, তেতিয়া ব্ৰতধাৰী ইন্দ্ৰ বল আৰু ৰক্ষাৰ সাধনেৰে মিলিত হয়।।২।। চকু পৰা মাত্ৰকে ইন্দ্ৰৰ বজ্ৰক (নেমিক) নমস্কাৰ কৰে; মেধাৱীসকলে সেই মেষ সদৃশ ইন্দ্ৰক স্তোত্ৰৰ দ্বাৰা অৰ্চনা কৰে; (হে স্তোতাগণ) ঋক নামৰ পিতৃগণসহিত এই বজ্ৰই সুদীপ্ত আৰু অদ্ৰোহী তোমালোকৰ কাণত কষ্ট নিদিয়ে যেন।।৩।।

## পঞ্চপঞ্চাশ সূক্ত (৫৫)

### (ঋষি, দেৱতা, ছন্দ পূৰ্বসূক্তৰ দৰে)

সেই ধনৱান, যুদ্ধত বল ধাৰণ কৰা, প্ৰতিৰোধৰহিত ইন্দ্ৰক আমি বাৰম্বাৰ আহ্বান কৰিছোঁ; পূজনীয়, যজ্ঞৰ যোগ্য ইন্দ্ৰ আমাৰ স্তুতিৰ দ্বাৰা বিগলিত হওক। সেই বজ্ৰধাৰী ইন্দ্ৰই ধনৰ অৰ্থে আমাৰ সকলো পথ সুগম কৰক।।১।। হে ইন্দ্ৰ, তুমি স্বৰ্গৰ অধিপতি,

তুমি অসুৰবিলাকৰপৰা যি ভোক্তব্য ধন আহৰণ কৰিছা, হে ধনবান, তাৰে তুমি স্তুতিকৰ্তাক বৰ্ধিত কৰাঁ; তেওঁলোকে কুশবন পাৰি থৈছে।।২।। হে ইন্দ্ৰ, তুমি যি গৰু-ঘোঁৰা আৰু অবিনশ্বৰ ধন ধাৰণ কৰা, সেই ধন সোম অভিষুত কৰা দক্ষিণাদাতা যজমানক প্ৰদান কৰাঁ; পণিবিলাকক নকৰিবা।।৩।।

## ষট্‌পঞ্চাশ সূক্ত (৫৬)

### (ঋষি—গোতম। দেৱতা—ইন্দ্ৰ। ছন্দ্ৰ—পংক্তি।)

বৃত্ৰহন্তা ইন্দ্ৰ মনুষ্যগণৰ স্তুতিৰ দ্বাৰা হৰ্ষ আৰু বলেৰে বৰ্ধিত হৈছে। সেই ইন্দ্ৰক আমি ডাঙৰ আৰু সৰু যুদ্ধত সাহায্যৰ অৰ্থে আহ্বান কৰোঁ; যুদ্ধত তেওঁ আমাক ৰক্ষা কৰক।।১।। হে বীৰ, তুমি অকলে থাকিলেও সেনা সদৃশ; তুমি শত্ৰুৰপৰা আনি ধন দান কৰা। তুমি ক্ষুদ্ৰক বৰ্ধিত কৰা; তুমি সোমৰস প্ৰদাতা যজমানক ধন দান কৰা। তোমাৰ প্ৰভূত ধন আছে।।২।। যেতিয়া যুদ্ধ হয়, তেতিয়া বিজেতাই ধন লাভ কৰে। হে ইন্দ্ৰ, তুমি শত্ৰুগণৰ গৰ্ব-খৰ্ব কৰা ঘোঁৰা দুটা ৰথত যুৰি লৈ কাক বিনষ্ট কৰিবা, কাক ধন দান কৰিবা? হে ইন্দ্ৰ, তুমি আমাক ধনবান কৰাঁ।।৩।। সৰল কৰ্ম্য ইন্দ্ৰই সোমপান কৰি হৰ্ষিত হ'লে আমাক গৰু প্ৰদান কৰে। হে ইন্দ্ৰ, তুমি বহু শতসংখ্যক ধন আমাক দিবৰ কাৰণে দুয়ো হাতত তুলি লোৱাঁ; তুমি আমাক তীক্ষ্ণ বুদ্ধিযুক্ত কৰাঁ আৰু ধন দান কৰাঁ।।৪।। হে শূৰ, তুমি আমাৰ বল আৰু ধনপ্ৰাপ্তিৰ অৰ্থে আমাৰ লগত সোমপান কৰি তৃপ্ত হোৱাঁ। তোমাক আমি বহু ধনসম্পন্ন বুলি জানো; সেইকাৰণে আমাৰ কামনা অৱগত কৰাওঁ। তুমি আমাৰ ৰক্ষক হোৱাঁ।।৫।। হে ইন্দ্ৰ, এই সমস্ত প্ৰাণীগণে তোমাকেই বৰণীয় হবিঃ প্ৰদান কৰে। যিবিলাকে তোমাক হব্য প্ৰদান নকৰে, সিবিলাকৰ ধনৰ কথা তুমি জানা। তেওঁলোকৰ ধন তুমি আমাক দি দিয়াঁহি।।৬।।

## সপ্তপঞ্চাশ সূক্ত (৫৭)

### (ঋষি-মধুচ্ছন্দা প্ৰভৃতি। দেৱতা—ইন্দ্ৰ। ছন্দ—বৃহতী।)

যিদৰে দোহনকাৰীয়ে গাখীৰ খীৰাবৰ কাৰণে গাইক মাতে, আমিও সেইদৰে ৰক্ষাৰ অৰ্থে দিনে দিনে সুন্দৰকৰ্মা ইন্দ্ৰক আহ্বান কৰোঁ।।১।। হে সোমপায়ী ইন্দ্ৰ, তুমি আমাৰ সৱনকৰ্মৰ ওচৰলৈ আহাঁ, সোমপান কৰাঁহি। ধনবান তুমি সন্তুষ্ট হৈ আমাক গাই দান কৰাঁ।।২।। আমি যেন তোমাৰ সমীপৱৰ্তী সুমতিযুক্তসকলৰ মাজত থাকি তোমাক জানিব পাৰোঁ। তুমি আমাক অতিক্ৰম কৰি অন্যৰ ওচৰত নিজক

প্ৰকাশ নকৰা যেন। তুমি আমাৰ ওচৰলৈ আহাঁ।।৩।। (৪-১০ মন্ত্ৰ পৰ্যন্ত মন্ত্ৰৰ অৰ্থ ২০।২০।১-৭ মন্ত্ৰৰ সৈতে একে)।।৪-১০।। (১১-১৩ মন্ত্ৰ পৰ্যন্ত মন্ত্ৰৰ অৰ্থ ২০।৫৩।১-৩ মন্ত্ৰৰ সৈতে একে আৰু ১৪-১৬ মন্ত্ৰ পৰ্যন্ত মন্ত্ৰৰ অৰ্থ ২০।৫২।১-৩ মন্ত্ৰৰ সৈতে একে)।।১১-১৬।।

## অষ্টপঞ্চাশ সূক্ত (৫৮)

### (ঋষি—নৃমেধ, ভৰদ্বাজ। দেৱতা—ইন্দ্ৰ, সূৰ্য। ছন্দ—প্ৰগাথ।)

আশ্ৰিত ৰশ্মিসমূহে যিদৰে সূৰ্যক ভজনা কৰে, সেইদৰে তোমালোকেও ইন্দ্ৰৰ সমস্ত ধন ভজনা কৰাঁ। তেওঁ বলৰ দ্বাৰা উত্তৰ হোৱা আৰু ভৱিষ্যতে উত্তৰ হ'বলগীয়া যি ধন প্ৰদান কৰে, আমি তাক ভাগ কৰি গ্ৰহণ কৰিম।।১।। (হে স্তোতাগণ,) পাপশূন্য লোকক ধন দান কৰোঁতা ইন্দ্ৰক তোমালোকে স্তুতি কৰাঁ; ইন্দ্ৰৰ দান কল্যাণকৰ। তেওঁ নিজৰ মন দানৰ উদ্দেশ্যে প্ৰণোদিত কৰি এই উপাসকৰ ইচ্ছাক বাধাগ্ৰস্ত নকৰে।।২।। হে সূৰ্য, হে আদিত্য, তুমি যে মহান, এই কথা সত্য। সত্যৰূপ তোমাৰ মহিমা অতি প্ৰশস্ত। গতিকে তুমি যে মহান, এই কথা সত্য।।৩।। হে সূৰ্য, তুমি কীৰ্ত্তিৰ দ্বাৰা মহান যে এই কথা সত্য। তুমি যজ্ঞৰ দ্বাৰাও মহান। তুমি মহিমাৰ দ্বাৰা দেৱগণৰ অসুৰনাশক পুৰোহিত; তুমি সৰ্বব্যাপক অহিংসিত জ্যোতি।।৪।।

## উনষষ্টিতম সূক্ত (৫৯)

### (ঋষি—মেধ্যাতিথি, বসিষ্ঠ। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

(১ আৰু ২ মন্ত্ৰৰ অৰ্থ ২০।১০।১-২ মন্ত্ৰৰ সৈতে একে)।।১-২।। যি ইন্দ্ৰ হৰি নামৰ অশ্বযুক্ত, তেওঁক শত্ৰুৱে হিংসা নকৰে; তেওঁ সোমদাতাক বল প্ৰদান কৰে। তেওঁৰ ভাগ জয়শীলজনৰ ধনৰ নিচিনা।।৩।। যজ্ঞৰ যোগ্য দেৱতাসকলৰ ভিতৰত ইন্দ্ৰকে অনন্ন, সুবিহিত শোভন মন্ত্ৰেৰে অৰ্চনা কৰে। যিজনে কৰ্মৰ দ্বাৰা ইন্দ্ৰৰ চিত্ত আকৰ্ষণ কৰিব পাৰে, সেইজনক কোনো বন্ধনে স্পৰ্শ নকৰে।।৪।।

## ষষ্টিতম সূক্ত (৬০)

### (ঋষি, সুকক্ষ, মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে ইন্দ্ৰ, তুমি বীৰগণক কামনা কৰা; তুমি শূৰ, স্থিৰ আৰু তোমাৰ মন সকলোৰে আৰাধনীয়।।১।। হে বহুধনবান ইন্দ্ৰ, সমস্ত যজমানে তোমাৰ দান ধাৰণ কৰে। তুমি মোক সহায় কৰাঁ।।২।। হে অন্নপতি ইন্দ্ৰ, তুমি তন্দ্ৰাযুক্ত স্তোতাৰ নিচিনা নহ'বা। তুমি

অভিষুত সোম পান কৰি হৰ্ষান্বিত হোৱাঁ।।৩।। ইন্দ্ৰৰ বাক্য সুনৃত, বিবিধ মিষ্ট কথাযুক্ত। সেই মহতী বাক্যই গাই প্ৰদান কৰে; ই হব্যদাতাসকলৰ কাৰণে পকা ফলেৰে ভৰা গছৰ ডালৰ নিচিনা।।৪।। হে ইন্দ্ৰ, তোমাৰ বিভূতি এই নিচিনাই; আমাৰ ৰক্ষাকাৰক আৰু হব্যদাতাৰ তৎক্ষণাৎ ফলদাতা।।৫।। ইন্দ্ৰৰ স্তোম আৰু উক্‌থ মন্ত্ৰও এই নিচিনাই, প্ৰশংসনীয় আৰু ইন্দ্ৰক সোমপানৰ উদ্দেশ্যে আহ্বান কাৰক।।৬।।

## একষষ্টিতম সূক্ত (৬১)

### (ঋষি—গোষুক্তিঅশ্বসূক্তি। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক।)

যি ইন্দ্ৰৰ মত্ততা মহৎ, গম্ভীৰ, বিস্তাৰিত, শত্ৰু পৰাভৱকাৰী, শূৰগণৰ যুদ্ধত হৰ্ষকাৰী, অশ্বৰ শ্ৰীসম্পন্ন, হে বজ্ৰী, তোমাৰ সেই অভীষ্টবৰ্ষকাৰী মত্ততাৰ গুণ কীৰ্তন কৰিছোঁ।।১।। (হে ইন্দ্ৰ,) তুমি যি সোমৰ দ্বাৰা আয়ুস আৰু মনক তেজস্বী কৰা, সেই সোমেৰে হৰ্ষান্বিত হৈ তুমি এই যজমানৰ কুশৰ আসনত উপবিষ্ট হোৱা।।২।। সেই ইন্দ্ৰকে উক্‌থ-গায়কসকলে স্তুতি কৰে; তুমি সদা-সৰ্বদা জয়লাভ কৰা। তুমি ধনৰ কৰ্তা।।৩।। বহুজনৰ দ্বাৰা আহুত, বহু স্তুতিপ্ৰাপ্ত সেই ইন্দ্ৰৰ গুণ কীৰ্তন কৰাঁ আৰু স্তুতি বাণীৰ দ্বাৰা তেওঁক প্ৰতিষ্ঠা কৰা।।৪।। যাৰ প্ৰভাৱত দ্যাৱাপৃথিবীয়ে তেওঁৰ মহৎ বল, জল, পৰ্বত আৰু বজ্ৰক ধাৰণ কৰে, তেওঁক স্তুতিৰ দ্বাৰা অৰ্চনা কৰাঁ।।৫।। হে ইন্দ্ৰ, তুমি বিজয়যুক্ত যশেৰে তেজস্বী হোৱাঁ; অকলেই দস্যুবোৰক বিনাশ কৰাঁ।।৬।।

## দ্বিষষ্টিতম সূক্ত (৬২)

### (ঋষি—সোভৰি আদি। দেৱতা—ইন্দ্ৰ। ছন্দ—বৃহতী, উষ্ণিক্।)

(১-৪ মন্ত্ৰলৈকে অনুবাদ ২০।১৪।১-৪ মন্ত্ৰৰ সৈতে একে)।।১-৪।। হে স্তোতাগণ, মেধাৱী, মহান কৰ্মকৰ্তা, স্তুতি অভিলাষী, বিদ্বান ইন্দ্ৰৰ উদ্দেশ্যে বৃহৎ স্তোত্ৰ গান কৰাঁ।।২।। হে ইন্দ্ৰ, তুমি শত্ৰু পৰাভৱকাৰী, সূৰ্যৰ ৰশ্মি প্ৰকাশক, বিশ্বকৰ্মা, বিশ্বদেৱৰূপ মহান।।৬।। হে ইন্দ্ৰ, তুমি জ্যোতিৰ দ্বাৰা দ্যুলোকৰ প্ৰকাশক। তুমি স্বৰ্গক প্ৰকাশিত কৰি গমন কৰা। দেৱগণে তোমাৰ সখিত্ব কামনা কৰে।।৭।। (৮-১০ মন্ত্ৰৰ অৰ্থ ২০।৬১।৪-৬ মন্ত্ৰৰ সৈতে একে)।।৮-১০।।

## ত্ৰিষষ্টিতম সূক্ত (৬৩)

### (ঋষি—ভুৱন, ভৰদ্বাজ, গোতম পৰ্বত। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, উষ্ণিক্।)

এই ইন্দ্ৰ, সমস্ত দেৱতা আৰু সমস্ত ভুৱনৰপৰা আমি যেন সুখ আহৰণ কৰিব

পাৰোঁ। আদিত্যগণৰ সৈতে মিলি ইন্দ্ৰই যেন আমাৰ যজ্ঞ, দেহ আৰু সন্তান-সন্ততিক ৰক্ষা কৰে।।১।। দেৱত্ব ৰক্ষাৰ উদ্দেশ্যে যিসকল দেৱতাই অসুৰ বধ কৰি ঘূৰি আহিছিল, সেই আদিত্যগণ আৰু মৰুৎগণৰ সৈতে লগ লাগি ইন্দ্ৰ আমাৰ দেহৰক্ষক হওক।।২।। যিসকলে নিজ শক্তিৰে সূৰ্যক প্ৰত্যক্ষ কৰিব পাৰে, যিসকলে পৃথিৱীক অন্নৱতী কৰিছে, সেইসকলৰপৰা আমি দেৱতাৰ হিতকাৰক অন্ন লাভ কৰোঁ যেন আৰু বীৰ সন্তানযুক্ত হৈ আমি শত বৰ্ষ জীয়াই থাকোঁ যেন।।৩।। যি ইন্দ্ৰই কেৱল হব্যদাতা যজমানক ধন প্ৰদান কৰে, তেওঁ জগতৰ অপ্ৰতিদ্বন্দ্বী স্বামী।।৪।। যি হবিঃ প্ৰদান নকৰে, তেনে লোকক ইন্দ্ৰই কেতিয়া মেৰাই ধৰা সাপৰ দৰে ভৰিৰে গচকি পেলাব আৰু তেওঁ আমাৰ স্তুতি কেতিয়া শুনিব?।।৫।। যি সোমযুক্ত পুৰুষে অনেক স্তুতিৰ দ্বাৰা তোমাৰ সেৱা কৰে, হে ইন্দ্ৰ, তুমি তেওঁক উগ্ৰবল আৰু ধন প্ৰদান কৰা।।৬।। হে বলবানসকলৰ ভিতৰত শ্ৰেষ্ঠ ইন্দ্ৰ, তুমি হৰ্ষান্বিত হৈ সচেতন হৈ থাকা। তুমি যি শক্তিৰ দ্বাৰা অসুৰ নাশ কৰা, আমি তাক প্ৰাৰ্থনা কৰিছোঁ।।৭।। যি বলৰ দ্বাৰা তুমি দশগ্বসকলক, অধ্ৰিগুসকলক আৰু কম্পমান স্বৰ্ণৰক ৰক্ষা কৰিছা, যি বলৰ দ্বাৰা সমুদ্ৰক পুষ্ট কৰিছা, আমি সেই বল প্ৰাৰ্থনা কৰিছোঁ।।৮।। যি বলৰ দ্বাৰা তুমি প্ৰভূত নদীৰ জল ৰথৰ দৰে সমুদ্ৰলৈ পঠাই দিছা, আমি সেই বল অমৃত মাৰ্গত গতি কৰিবৰ উদ্দেশ্যে প্ৰাৰ্থনা কৰিছোঁ।।৯।।

## চতুঃষষ্টিতম সূক্ত (৬৪)

### (ঋষি—নৃমেধ, বিশ্বমনা। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক্।)

হে ইন্দ্ৰ, তুমি প্ৰিয় আৰু মহৎ লোকসকলৰ জয়সাধক; তুমি অগোপনীয়; তুমি পৰ্বতৰ দৰে সৰ্বত্ৰ ব্যাপ্ত আৰু স্বৰ্গৰ স্বামী; তুমি আমাৰ ওচৰলৈ আহাঁ।।১।। হে সত্যস্বৰূপ, সোমপায়ী ইন্দ্ৰ, তুমি দ্যুলোক-ভূলোক উভয়তে অধিষ্ঠিত। তুমি সোম অভিষুত কৰাসকলৰ বৰ্ধনকাৰী আৰু স্বৰ্গৰ স্বামী।।২।। হে ইন্দ্ৰ, তুমি বহু শত্ৰুপুৰী বিদাৰণকাৰী, দস্যুহন্তা, মনুষ্যগণৰ বৃদ্ধিসাধক আৰু স্বৰ্গৰ স্বামী।।৩।। হে অধ্বৰ্যু, তুমি মাদক অন্নৰ সৰ্বশ্ৰেষ্ঠ অংশেৰে ইন্দ্ৰক তৃপ্ত কৰাঁ। এই বীৰ আৰু বৰ্ধনশীল ইন্দ্ৰকে সকলোৱে স্তুতি কৰে।।৪।। হে হৰি নামৰ অশ্বত অধিষ্ঠিত ইন্দ্ৰ, তোমাৰ পূৰ্বৰ স্তুতি বল আৰু কল্যাণৰ ক্ষেত্ৰত একোৱে অতিক্ৰম কৰিব নোৱাৰে।।৫।। আমি অন্নৰ অভিলাষেৰে প্ৰমাদগ্ৰস্ত নোহোৱা যজ্ঞৰ দ্বাৰা দৰ্শনীয় অন্নপতি ইন্দ্ৰক আহ্বান কৰিছোঁ।।৬।।

## পঞ্চষষ্টিতম (৬৫) আৰু ষট্‌ষষ্টিতম সূক্ত (৬৬)

**(ঋষি—বিশ্বমনা। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক্।)**

হে মিত্ৰ ঋত্বিক্‌গণ, এইফালে আহাঁ; স্তুতিযোগ্য নেতা ইন্দ্ৰক স্তুতি কৰোঁ। এই ইন্দ্ৰই অকলেই শত্ৰুসেনা পৰাভূত কৰে।।১।। হে স্তোতাগণ, স্তুতি ৰোধ নকৰা, স্তুতিৰ অভিলাষী, দীপ্তিমান, দৰ্শনীয় ইন্দ্ৰৰ উদ্দেশ্যে ঘৃত আৰু মধুতকৈও স্বাদিষ্ঠ বাণী উচ্চাৰণ কৰাঁ।।২।। যাৰ বীৰ্য অপৰিমিত, যাৰ ধন শত্ৰুৱে লাভ কৰিব নোৱাৰে, য়াৰ দানে জ্যোতিৰ দৰে সমস্ত স্তোতাগণক ব্যাপ্ত কৰে (সেই ইন্দ্ৰক স্তুতি কৰাঁ)।।৩।।

\+ + +

উৰ্মিৰহিত, নিয়ন্ত্ৰিত ইন্দ্ৰক ব্যশ্ব (বিশ্বমনা) ঋষিৰ দৰে স্তুতি কৰাঁ। স্বামী ইন্দ্ৰই হবিৰ্দাতাসকলক প্ৰশস্ত গৃহ প্ৰদান কৰে।।১।। হে বৈয়শ্ব ঋষি, মনুষ্যগণৰ দশম প্ৰাণ, নবীন, বিদ্বান্, নমস্কাৰযোগ্য ইন্দ্ৰক স্তুতি কৰাঁ।।২।। হে বজ্ৰহস্ত, আদিত্যই যেনেকৈ নিজৰ পৰিষদক সদাই জানে, সেইদৰে নিৰ্ঋতিগণক কিদৰে ত্যাগ কৰিব লাগে তুমি সেই কথা জানা।।৩।।

# ষষ্ঠ অনুবাক

## সপ্তষষ্টিতম সূক্ত (৬৭)

**(ঋষি—পৰুচ্ছেপ, গৃৎসমদ। দেৱতা—ইন্দ্ৰ, মৰুৎগণ, অগ্নি। ছন্দ—অষ্টি, জগতী।)**

সোম অভিষৱকাৰী যজমানে নিজৰ শত্ৰু আৰু দেৱতাৰ শত্ৰুক পৰাভূত কৰে; তেওঁ সহস্ৰ সামগ্ৰীযুক্ত গৃহ লাভ কৰে; তেওঁ অন্নবান হয়। ইন্দ্ৰই তেওঁক সমস্ত পাৰ্থিৱ সম্পদ দান কৰে।।১।। হে মৰুৎগণ, তোমালোকৰ সন্তাপদায়ক তেজে আমাক কষ্ট নিদিয়ে যেন। তোমালোকৰ যি নবীন চয়নযোগ্য অবিনাশী বল, সেই শত্ৰুৰ দুৰ্লভ বল তোমালোকে আমাত স্থাপন কৰাঁ।।২।। কৃতিবিদ্য বিপ্ৰৰ জাতগণৰ বেত্তা, বলৰ পুত্ৰ স্বৰূপ, জাতবেদা, অতিশয় দানশীল অগ্নিক মই দেৱগণৰ হোতাৰূপে মান্য কৰোঁ। যজ্ঞ-নিৰ্বাহক দেৱতা অগ্নি দেৱতা অৰ্চনৰ সমৰ্থ; চাৰিওফালে ব্যাপ্ত হৈ পৰা ঘৃতবিন্দুসমূহৰ দীপ্তি অনুসৰণ কৰি তেওঁ নিজৰ শিখাৰে তাক কামনা কৰে।।৩।। যজ্ঞৰ লগত সংযুক্ত, পৃষতী নামৰ অশ্বযুক্ত ৰথত অধিষ্ঠিত, অস্ত্ৰশোভিত আৰু আভৰণপ্ৰিয় ভৰতৰ পুত্ৰ, হে অন্তৰীক্ষৰ নেতা মৰুৎগণ, তোমালোকে কুশত

উপবিষ্ট হৈ পোৰ্তাৰ পৰা সোমপান কৰাঁ।।৪।। হে মেধাৱী অগ্নি, তুমি এই যজ্ঞলৈ দেৱতাসকলক আহ্বান কৰা আৰু তেওঁলোকক যজন কৰাঁ। হে হোতা, তুমি (গাৰ্হপত্য আদি) তিনি স্থানত আমাৰ হবিঃ কামনা কৰি উপবিষ্ট হোৱাঁ; সোমৰূপ মধু পান কৰাঁ; অগ্নীধ্ৰৰ ওচৰৰপৰা সোম গ্ৰহণ কৰা আৰু স্বকীয় ভাগৰ দ্বাৰা তৃপ্ত হোৱা।।৫।। হে ধনৱান ইন্দ্ৰ, তুমি পুৰাতন; যি সোমৰ দ্বাৰা তোমাৰ বাহু শত্ৰু পৰাভৱকাৰী সামৰ্থ্যযুক্ত আৰু বলসম্পন্ন হয়, সেই সোম তোমাৰ উদ্দেশ্যে অভিষুত কৰা হৈছে আৰু আহুতি দিয়া হৈছে। তুমি তাক ব্ৰাহ্মণ নামৰ ঋত্বিকৰ পৰা গ্ৰহণ কৰি পান কৰাঁ।।৬।। আমি পূৰ্বে যাক আহ্বান কৰিছিলোঁ, এতিয়াও তেওঁকে আহ্বান কৰিছোঁ। তেওঁ দাতা, তেওঁ সকলোৰে অধিপতি; গতিকে তেওঁ আহ্বানৰ যোগ্য। তেওঁৰ উদ্দেশ্যে সোমৰূপ মধু অধ্বৰ্যুগণে প্ৰস্তুত কৰিছে। হে দ্ৰবিণোদা অগ্নি, তুমি ঋতুগণৰ সৈতে পোতাৰপৰা গ্ৰহণ কৰি সোমপান কৰাঁ।।৭।।

## অষ্টষষ্টিতম সূক্ত (৬৮)

### (ঋষি—মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

(১-৩ মন্ত্ৰ পৰ্যন্ত অনুবাদ ২০।৫৭।১-৩ মন্ত্ৰৰ সৈতে একে হ'ব)।।১-৩।। (হে স্তোতাগণ,) তোমালোক অজেয় আৰু মেধাৱী ইন্দ্ৰৰ ওচৰলৈ যোৱাঁ। তেওঁক তোমাৰ মিত্ৰসকলৰ শ্ৰেষ্ঠ দান প্ৰাৰ্থনা কৰাঁ।।৪।। আমাৰ ঋত্বিক্‌গণে ইন্দ্ৰক স্তুতি কৰক, অৰ্চনা কৰক; হে নিন্দুকগণ, তোমালোক ইয়াৰপৰা আৰু অন্য ঠাইৰ পৰাও আঁতৰ হোৱাঁ।।৫।। হে শত্ৰুনাশক ইন্দ্ৰ, শত্ৰুৱেও যেন আমাক সৌভাগ্যশালী বুলি কয়, আমাৰ মিত্ৰ মনুষ্যগণেতো বুলিবই। আমি যেন ইন্দ্ৰৰ কৃপাত কল্যাণে থাকোঁ।।৬।। এই সোমৰস ব্যাপনশীল আৰু যজ্ঞৰ শ্ৰীস্বৰূপ, মানুহৰ হৰ্ষদায়ক, প্ৰসন্নতাকাৰী; ইয়াক ইন্দ্ৰৰ উদ্দেশ্যে অৰ্পণ কৰাঁ।।৭।। হে শতক্ৰতু, এই সোমপান কৰি তুমি বৃত্ৰ আদি অসুৰ বিনাশ কৰিছিলা; যুদ্ধত সৈন্য ৰক্ষা কৰিছিলা।।৮।। হে শতক্ৰতু ইন্দ্ৰ, যুদ্ধত বললাভৰ উদ্দেশ্যে আৰু ধনপ্ৰাপ্তিৰ অৰ্থে আমি তোমাক অন্ন উছৰ্গা কৰিছোঁ।।৯।। ধনৰ পালক আৰু ৰক্ষক, মহান, কৰ্ম পূৰ্ণকৰোঁতা, অভিষৱকাৰী যজমানৰ মিত্ৰ সেই ইন্দ্ৰৰ স্তুতিগীত গোৱাঁ।।১০।। হে স্তোতা মিত্ৰগণ, শীঘ্ৰে আহাঁ আৰু বহাঁহি; ইন্দ্ৰৰ গুণ কীৰ্তন কৰাঁ।।১১।। সোমৰস অভিষুত হ'লে সকলোৱে একেলগে বহু শত্ৰুৰ দমনকাৰী, বহুধনৰ স্বামী ইন্দ্ৰৰ উদ্দেশ্যে স্তুতিগীত গোৱাঁ।।১২।।

## উনসপ্ততিতম সূক্ত (৬৯)

(ঋষি—মধুচ্ছন্দা। দেৱতা—ইন্দ্র, মৰুৎগণ। ছন্দ—গায়ত্রী।)

ইন্দ্রই আমাক পাবলগীয়া ধন প্ৰাপ্ত কৰাওক; সুমতি দান কৰক; তেওঁ অন্ন সহিত আমাৰ ওচৰলৈ আহক।।১।। শত্রুবিলাকে যুদ্ধত যাৰ অশ্বৰ সমুখীন হ'ব নোৱাৰে, সেই ইন্দ্রৰ উদ্দেশ্যে স্তুতিগীত গোৱাঁ।।২।। এই অভিষুত পবিত্র, দধিমিশ্রিত সোমৰস সোমপায়ী ইন্দ্রৰ পানৰ অৰ্থে গৈছে।।৩।। হে শোভনকৰ্মা ইন্দ্র, তুমি অভিষুত সোমপানৰ কাৰণে আৰু দেৱগণৰ মাজত জ্যেষ্ঠত্ব লাভ কৰিবৰ কাৰণে বৃদ্ধি লাভ কৰিছা।।৪।। হে স্তুতিভাজন ইন্দ্র, ব্যাপনশীল সোমৰসে তোমাত প্ৰৱেশ কৰিছে; প্ৰকৃষ্ট জ্ঞানীজন তোমাৰ হিতসাধক হওক।।৫।। হে শতক্ৰতু, স্তোম আৰু উক্‌থমন্ত্রসমূহে তোমাক বৰ্ধিত কৰিছে; তোমাক আমাৰ স্তুতিবাণীয়ে বৰ্ধিত কৰক।।৬।। যাৰ সামৰ্থ্য কেতিয়াও ক্ষুণ্ণ নহয়, যি ইন্দ্রত সমস্ত বল সমাৱিষ্ট হৈ আছে, তেওঁ আমাক সহস্ৰজনক পালন কৰিবপৰা শক্তি প্ৰদান কৰক।।৭।। হে স্তুতিযোগ্য ইন্দ্র, তুমি আমাৰ অধিপতি; বিৰোধী মানুহবিলাকে আমাৰ শৰীৰৰ যাতে অনিষ্ট কৰিব নোৱাৰে, তুমি সিবিলাকক নিবাৰণ কৰাঁ।।৮।। (৯-১১ মন্ত্র পৰ্যন্ত অনুবাদ ২০।২৬।৪-৬ মন্ত্রৰ সৈতে একে আৰু ১২ মন্ত্রৰ অৰ্থ ২০।৪০।৩ মন্ত্রৰ সৈতে একে)।।৯-১২।।

## সপ্ততিতম সূক্ত (৭০)

(ঋষি, দেৱতা, ছন্দ পূৰ্বসূক্তৰ দৰে।)

হে ইন্দ্র, তুমি সুদৃঢ় দুৰ্গৰ ভেদক; তুমি বহনশীল মৰুৎগণৰ সৈতে গৈ গুহাত লুকুৱাই থোৱা গাইবিলাক উদ্ধাৰ কৰিছিলা।।১।। স্তোতাগণে দেৱতাসকলক কামনা কৰি ধনবান, মহৎ আৰু বিখ্যাত মৰুৎগণৰ উদ্দেশ্যে মতি অনুসাৰে ইন্দ্রক কৰাৰ দৰে স্তুতি কৰে।।২।। (৩, ৪ মন্ত্রৰ অৰ্থ ২০।৪০।১,২ মন্ত্রৰ সৈতে একে)।।৩-৪।। হে সৰ্বত্রব্যাপী মৰুৎগণ, সৌ অন্তৰীক্ষৰপৰা, সূৰ্যলোকৰপৰা তোমালোক আহাঁ; এই যজ্ঞত ঋত্বিকগণে মিলিত হৈ তোমালোকৰ স্তুতি কৰিছে।।৫।। পৃথিৱী, আকাশ অথবা মহৎ অন্তৰীক্ষৰপৰা ধন লাভ কৰাবৰ কাৰণে ইন্দ্রক প্ৰাৰ্থনা কৰিছোঁ।।৬।। (৭-৯ মন্ত্রৰ অৰ্থ ২০।৩৮।৪-৬ মন্ত্রৰ সৈতে একে)।।৭-৯।। হে উগ্ৰ ইন্দ্র, তুমি উগ্ৰ ৰক্ষা-সাধনসমূহৰ দ্বাৰা আমাক যুদ্ধত আৰু সহস্ৰ ধনপ্ৰাপক মহাযুদ্ধত ৰক্ষা কৰা যেন।।১০।। আমাৰ সহায়ক আৰু আৱৰক শত্রুগণৰ ক্ষেত্রত বজ্ৰধাৰী ইন্দ্রক আমি মহাধন আৰু স্বল্পধন লাভৰ অৰ্থে আহুতি প্ৰদান কৰোঁ।।১১।। হে সৰ্বফলদাতা বৃষ্টিপ্ৰদ

ইন্দ্ৰ, তুমি আমাৰ কাৰণে মেঘ বিদাৰণ কৰাঁ; তুমি কোনোদিনে আমাৰ প্ৰাৰ্থনা অস্বীকাৰ কৰা নাই।।১২।। বিভিন্ন দেৱতাৰ যি উৎকৃষ্ট স্তুতিবাক্যৰ প্ৰয়োগ কৰা হয়, সেই সকলো বজ্ৰপাণি ইন্দ্ৰৰে; তেওঁৰ কাৰণে ইয়াতকৈ অধিক সুন্দৰ স্তুতি কেনেকৈ কৰিম?।।১৩।। গৰুৰ জাকত বিচৰণ কৰা বৃষভ সদৃশ অপ্ৰতিদ্বন্দ্বী প্ৰভু ইন্দ্ৰই মনুষ্যগণক বলৰ দ্বাৰা প্ৰণোদিত কৰে।।১৪।। সেই ইন্দ্ৰই অকলেই মনুষ্যগণৰ ধনসমূহ আৰু পঞ্চক্ষিতি[51] শাসন কৰে।।১৫।। (এই মন্ত্ৰৰ অৰ্থ ২০।৩৯।১ মন্ত্ৰৰ নিচিনা)।।১৬।। হে ইন্দ্ৰ, আমাৰ ৰক্ষাৰ উদ্দেশ্যে ভোগৰ যোগ্য, জয়শীল, সৰ্বদা শত্ৰু বিজয়ী প্ৰভূত ধন দান কৰাঁ।।১৭।। সেই ধনৰ বলত আমি মুষ্টিৰ আঘাতেৰে শত্ৰুক ব্যাহত কৰিম। তোমাৰ দ্বাৰা ৰক্ষিত হৈ অশ্বেৰে শত্ৰু নিবাৰণ কৰিম।।১৮।। হে ইন্দ্ৰ, তোমাৰ দ্বাৰা ৰক্ষিত হৈ আমি কঠোৰ অস্ত্ৰ ধাৰণ কৰি যুদ্ধত স্পৰ্ধা কৰা শত্ৰুক জয় কৰিম।।১৯।। হে ইন্দ্ৰ, তোমাৰ সহায়ত আমি অস্ত্ৰধাৰী বীৰসকলৰ দ্বাৰা যুদ্ধৰ সাজেৰে অহা শত্ৰুক পৰাভূত কৰিম।।২০।।

## একসপ্ততিতম সূক্ত (৭১)

### (ঋষি—মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

ইন্দ্ৰ মহান, শ্ৰেষ্ঠ; বজ্ৰপাণিৰ মহত্ত্ব প্ৰকাশ পাওক। তেওঁৰ সৈন্য আকাশৰ দৰে বিশাল।।১।। যি লোক যুদ্ধত লিপ্ত হয়, অথবা যি সন্তান কামনা কৰে, অথবা জ্ঞানৰ আকাংক্ষা কৰে (সেইসকলে ইন্দ্ৰৰ কৃপাত সিদ্ধি লাভ কৰে)।।২।। সোমপায়ী ইন্দ্ৰৰ উদৰ সমুদ্ৰৰ দৰে স্ফীত আৰু জিভাৰ দৰে অশুষ্ক।।৩।। (৪-৬ মন্ত্ৰৰ অৰ্থ ২০।৬০।৪-৬ মন্ত্ৰৰ সৈতে একে)।।৪-৬।। হে ইন্দ্ৰ, আহাঁ; সোমৰূপ অন্নৰ দ্বাৰা তৃপ্ত হোৱাঁ। বলৰ দ্বাৰা তোমাৰ অভীষ্ট মহান্।।৭।। হৰ্ষজনক আৰু কাৰ্য কৰণত উত্তেজনাপ্ৰদ সোমৰস প্ৰস্তুত হ'লে হৰ্ষান্বিত, কৰ্মসম্পাদক ইন্দ্ৰক উচ্ছৰ্গা কৰাঁ।।৮।। হে শোভনহনুযুক্ত ইন্দ্ৰ, তুমি সমস্ত মনুষ্যৰ অধিপতি; তুমি হৰ্ষজনক স্তুতিসমূহৰ দ্বাৰা হৰ্ষিত হোৱাঁ। দেৱতাসকলৰ সৈতে এই সৱনসমূহলৈ আহাঁ।।৯।। হে ইন্দ্ৰ, আমি তোমাৰ উদ্দেশ্যে স্তুতি ৰচনা কৰিছোঁ। তুমি কামবৰ্ষক, পালনকৰ্তা, তুমি আমাৰ স্তুতি স্বীকাৰ কৰিছা।।১০।। হে ইন্দ্ৰ, তুমি বহুবিধ শ্ৰেষ্ঠ ধন আমালৈ প্ৰেৰণ কৰাঁ। তোমাৰ প্ৰভূত পৰ্যাপ্ত ধন আছে।।১১।। হে প্ৰভূত ধনবান ইন্দ্ৰ, উদ্যোগী আৰু যশস্বী আমাক ধনলাভৰ অৰ্থে কৰ্ম প্ৰেৰিত কৰাঁ।।১২।। হে ইন্দ্ৰ, তুমি আমাক গোযুক্ত, অন্নযুক্ত, প্ৰভূত আৰু বৃহৎ, পূৰ্ণ আয়ুস্প্ৰদ, বিনাশৰহিত যশোমণ্ডিত ধনপ্ৰদান কৰাঁ।।১৩।। হে ইন্দ্ৰ, তুমি আমাক মহৎ যশস্যা আৰু সহস্ৰসংখ্যক ধন তথা বহু

ৰথসমন্বিত অন্ন দান কৰাঁ।।১৪।। আমি ধন ৰক্ষাৰ অৰ্থে ধনপতি, স্তুতিৰ যোগ্য, ঋক্‌সমূহৰ দ্বাৰা অৰ্চিত, যজ্ঞলৈ গমন কৰা ইন্দ্ৰক আহ্বান কৰোঁ।।১৫।। প্ৰতি সৱনতে যজমানগণে ইন্দ্ৰৰ বৃহৎ পৰাক্ৰমৰ প্ৰশংসা কৰে।।১৬।।

## সপ্তম অনুৱাক

### দ্বিসপ্ততিতম্ সূক্ত (৭২)

**(ঋষি—পৰুচ্ছেপ। দেৱতা—ইন্দ্ৰ। ছন্দ—অষ্টি।)**

হে ইন্দ্ৰ, ফলবৰ্ষণৰ আশা কৰা যজমানগণে প্ৰত্যেক সৱনতে তোমাক হৱিঃ প্ৰদান কৰে। তুমি সকলোৰে প্ৰতি একৰূপ। স্বৰ্গ লাভৰ অৰ্থে তোমাকেই পৃথকৰূপত হৱিঃ প্ৰদান কৰে। পাৰ হ'বলৈ নৌকা স্থাপন কৰাৰ দৰে আমি তোমাক সৈন্যগণৰ আগত স্থাপন কৰিম। মনুষ্যগণে যজ্ঞৰ দ্বাৰা ইন্দ্ৰকেই চিন্তা কৰে; মনুষ্যগণে স্তুতিৰ দ্বাৰাও ইন্দ্ৰকে চিন্তা কৰে।।১।। হে ইন্দ্ৰ, ৰক্ষাকামী স্বামী-স্ত্ৰীযুগলে গো-লাভৰ অৰ্থে তোমাৰ তৃপ্তিসাধন কৰিবলৈ প্ৰভূত হৱিঃ প্ৰদান কৰি যজ্ঞ বিস্তাৰ কৰিছে। তেওঁলোক দুজন গোধনকামী আৰু স্বৰ্গগমনৰ কাৰণে উৎসুক। তুমি তেওঁলোকক বাঞ্ছিত প্ৰদান কৰাঁ। হে ইন্দ্ৰ, তুমি বৰ্ষণশীল তোমাৰ চিৰসহচৰ বজ্ৰক প্ৰকট কৰিছা।।২২।। হে ইন্দ্ৰ, আমাৰ প্ৰাতঃকালীন যজ্ঞত তুমি হৱিঃ গ্ৰহণ কৰাঁ আৰু মন্ত্ৰ স্বীকাৰ কৰাঁ। আহ্বান-মন্ত্ৰৰ দ্বাৰা আহুত হৈ সুখভোগৰ স্থানত উপস্থিত হোৱাঁ। হে বজ্ৰী, নিন্দুকগণৰ বিনাশাৰ্থে অভীষ্টবৰ্ষকৰূপে প্ৰবুদ্ধ হোৱাঁ। হে ইন্দ্ৰ, মেধাৱী, নৱীন মোৰ নৱীনতম স্তোত্ৰসমূহ তুমি শ্ৰৱণ কৰাঁ।।৩।।

### ত্ৰিসপ্ততিতম সূক্ত (৭৩)

**(ঋষি—বসিষ্ঠ, বসুক্ত। দেৱতা—ইন্দ্ৰ। ছন্দ—জগতী, ত্ৰিষ্টুপ্।)**

হে শূৰ, এই সকলো সৱন তোমাৰ উদ্দেশ্যেই; তোমাৰ উদ্দেশ্যেই এই সমস্ত বৃদ্ধিসাধক মন্ত্ৰ পাঠ কৰিছোঁ। তুমি সকলো প্ৰকাৰে মনুষ্যগণৰ আহুতিৰ যোগ্য।।১।। হে দৰ্শনীয়, উগ্ৰ ইন্দ্ৰ; তোমাৰ মহিমা, ধন বীৰ্য কোনেও লাভ কৰিব নোৱাৰে।।২।। হে যজনকৰ্তাগণ, তোমালোকে মহাধন বৃদ্ধিকৰ্তা মহান ইন্দ্ৰৰ উদ্দেশ্যে সোম প্ৰস্তুত কৰাঁ; প্ৰকৃষ্ট বোধৰ উদ্দেশ্যে প্ৰকৃষ্ট মতি নিৱিষ্ট কৰাঁ। প্ৰজাগণৰ কামনাপূৰক, যিসকলে তোমাক হৱনীয় দ্ৰব্যৰ দ্বাৰা পূৰণ কৰে, (হে ইন্দ্ৰ,) তুমি তেওঁলোকৰ ফালে আহাঁ।।৩।। ইন্দ্ৰৰ হৰি নামৰ অশ্বই যেতিয়া তেওঁৰ স্বৰ্ণময় বজ্ৰ আৰু ৰছীৰে তেওঁক ৰথত বহন কৰি টানি আনে, তেতিয়া বহুধনযুক্ত অত্যন্ত তেজস্বী অন্নৰ

অধিপতি ইন্দ্ৰই ৰথত সুন্দৰকৈ আৰোহণ কৰে।।৪।। সোম অভিষুত হ'লে ইন্দ্ৰ আমাৰ যজ্ঞলৈ আহে। বায়ুৱে বন কম্পিত কৰাৰ দৰে তেওঁ মধুৰস কম্পিত কৰে। সোমৰসেৰে হৰিৎবৰ্ণৰ শ্মশ্ৰু আৰ্দ্ৰ কৰা ইন্দ্ৰৰে এই বৃষ্টি।।৫।। যি ইন্দ্ৰই সহস্ৰ অকল্যাণ নাশ কৰে, বিকৃত বচনৰ লোকক মধুৰবচনৰ কৰে, পিতাৰ দৰে বল বৃদ্ধি কৰা সেই ইন্দ্ৰৰ পৰাক্ৰমৰ কথা আমি কীৰ্তন কৰোঁ।।৬।।

## চতুঃসপ্ততিতম সূক্ত (৭৪)

### (ঋষি—শুনঃশেপ। দেৱতা—ইন্দ্ৰ। ছন্দ—পংক্তি।)

হে সোমপায়ী সত্যবাদী ইন্দ্ৰ, যদিওবা আমি প্ৰসিদ্ধ নহওঁ, তথাপি হে বহুধনযুক্ত ইন্দ্ৰ, তুমি আমাক শোভনীয় আৰু সহস্ৰ গো-অশ্বৰ দ্বাৰা প্ৰশংসনীয় কৰাঁ।।১।। হে শক্তিমান, শোভনহনুযুক্ত, অন্নপালক ইন্দ্ৰ, তোমাৰ অনুগ্ৰহ চিৰস্থায়ী। হে বহুধনযুক্ত ইন্দ্ৰ ইত্যাদি (বাক্য প্ৰথম মন্ত্ৰত থকাৰ দৰে পিছৰ সকলো মন্ত্ৰতে যোগ কৰি ল'ব)।।২।। যি (যমদূতীদ্বয়ে) পৰস্পৰে পৰস্পৰক চায়, সিহঁতক তুমি সুপ্ত কৰাঁ, সিহঁত যাতে অচেতন হয়। হে বহুধনযুক্ত ইত্যাদি।।৩।। হে শূৰ, আমাৰ শত্ৰুগণ সুপ্ত হওক আৰু মিত্ৰগণ জাগৰুক হওক। হে বহুধনযুক্ত ইত্যাদি।।৪।। হে ইন্দ্ৰ, সৌ গাধটোৱে তোমাক পাপ কথাৰে নিন্দা কৰিছে; তুমি তাক বধ কৰাঁ। হে বহুধনযুক্ত ইত্যাদি।।৫।। প্ৰতিকূল বায়ু কুণ্ডলী পকোৱা গতিৰে বনৰ পৰাও দূৰ হওক। হে বহুধনযুক্ত ইত্যাদি।।৬।। সমস্ত আক্ৰোশকাৰী আৰু হিংসাকাৰীক বিনাশ কৰাঁ। হে বহুধনযুক্ত ইত্যাদি।।৭।।

## পঞ্চসপ্ততিতম সূক্ত (৭৫)

### (ঋষি—পৰুচ্ছেপ। দেৱতা—ইন্দ্ৰ। ছন্দ—অত্যষ্টি।)

(১ মন্ত্ৰৰ অৰ্থ ২০।৭২।২ মন্ত্ৰৰ সৈতে একে)।।১।। হে ইন্দ্ৰ, মনুষ্যগণে তোমাৰ বীৰ্যৰ কথা জানে। তুমি যে শত্ৰুৰ শাৰদীপুৰসমূহ বিনষ্ট কৰিছিলা, সিবিলাকক পৰাস্ত কৰি নাশ কৰিছিলা, সেই কথাও জানে। হে বলপতি ইন্দ্ৰ, তুমি যজ্ঞবিঘাতক মনুষ্যক শাসন কৰিছিলা; তুমি সুবিস্তৃত পৃথিৱী আৰু জলৰাশি জয় কৰিছিলা; তুমি আনন্দিত হৈ জল কাঢ়ি আনিছিলা।।২।। হে ইন্দ্ৰ, সোমপানৰ দ্বাৰা হৃষ্ট হৈ তুমি অভীষ্ট ফল বৰ্ষণ কৰা। তুমি যজমানসকলক ৰক্ষা কৰা। তোমাৰ সখিত্ব অভিলাষীসকলক ৰক্ষা কৰা। সেই কাৰণে তেওঁলোকে তোমাৰ বীৰ্য বৃদ্ধিৰ অৰ্থে বাৰম্বাৰ হবিঃ প্ৰদান কৰে। যুদ্ধত সুখ অনুভৱ কৰি তুমি সিংহনাদ কৰা। তোমাৰ ওচৰত তেওঁলোকে ভোগ্য বস্তু লাভ কৰে।।৩।।

## ষট্‌সপ্ততিতম সূক্ত (৭৬)

**(ঋষি—বসুক্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)**

হে শীঘ্ৰগামী অশ্বিনীকুমাৰদ্বয়, এই সুবিমল স্তৱ তোমালোকৰ উদ্দেশ্যে গৈছে। যিদৰে পক্ষীয়ে ভয় পালে চাৰিওফালে চাই নিজৰ পোৱালি বাহত সুমুৱাই ৰাখে, ময়ো সেইদৰে (অন্তৰৰ ভাৱৰাশি) স্তোত্ৰত নিৱিষ্ট কৰিছোঁ। মই বহুদিন এই স্তোত্ৰ ইন্দ্ৰৰ উদ্দেশ্যে প্ৰেৰণ কৰিছোঁ। ইন্দ্ৰ নেতাগণৰো নেতা, মনুষ্যগণৰ হিতাৰ্থী; তেওঁক মই স্তুতিৰ দ্বাৰা আহ্বান কৰিছোঁ।।১।। হে ইন্দ্ৰ, তুমি নেতাগণৰো নায়ক। আজি ৰাতিপুৱা আৰু অন্যদিন ৰাতিপুৱা আমি যেন তোমালৈ স্তুতি প্ৰেৰণ কৰিব পাৰোঁ। তোমাক স্তুতি কৰি ত্ৰিশোক ঋষিয়ে শতেক সাহায্য লাভ কৰিছিল আৰু কুৎস ঋষিয়ে তোমাৰ লগত একেখন ৰথত আৰোহণ কৰিছিল।।৩।। হে ইন্দ্ৰ, কোন ধৰণৰ মত্ততা তোমাৰ কাৰণে সৰ্বাধিক প্ৰীতিকৰ? তুমি আমাৰ স্তুতিবাণী শুনি যজ্ঞগৃহৰ দ্বাৰলৈ বেগেৰে আহাঁ। আমি কেতিয়াকৈ উত্তম বাহন লাভ কৰিম? আমি স্তুতিৰ দ্বাৰা কেতিয়াকৈ তোমাৰপৰা অন্ন আৰু অৰ্থ লাভ কৰিম?।।৪।। হে ইন্দ্ৰ, কেতিয়া ধন হ'ব? কোন স্তুতিৰ দ্বাৰা তুমি মনুষ্যগণক তোমাৰ নিচিনা ঐশ্বৰ্যবান কৰিবা? তুমি কেতিয়া আহিবা? হে যশস্বী, তুমি যথাৰ্থ মিত্ৰৰ দৰে সকলোকে ভৰণ-পোষণ কৰা।।৫।। পতিয়ে পত্নীৰ ইচ্ছা পূৰণ কৰাৰ দৰে যিসকলে তোমাৰ কামনা পূৰণ কৰে, তুমি সেইসকলক বাঞ্ছিত ধন দান কৰাঁ; যিসকলে তোমাক চিৰন্তন স্তুতিবাণীৰ দ্বাৰা অৰ্চনা কৰে, হে বহুৰূপধাৰী ইন্দ্ৰ, তুমি তেওঁলোকক অন্ন প্ৰদান কৰাঁ; কাৰণ তুমি সূৰ্যসদৃশ দাতা।।৫।। হে ইন্দ্ৰ, প্ৰাচীন কালত সুন্দৰ প্ৰক্ৰিয়াৰে নিৰ্মিত দ্যাৱা-পৃথিৱী তোমাৰ দুই মাতৃসদৃশ। এই ঘৃতযুক্ত সোমৰস তুমি পান কৰাঁ আৰু আনন্দিত হোৱাঁ। এই মধুৰ ৰসযুক্ত অন্ন যেন তোমাৰ কাৰণে সুস্বাদু হয়।।৬।। ইন্দ্ৰ পৃথিৱীতকৈও মহান; তেওঁ মনুষ্যগণৰ হিতৈষী; তেওঁৰ কাৰ্য আৰু পুৰুষত্ব বিস্ময়কৰ। গতিকে সেই ইন্দ্ৰৰ কাৰণে মধুৰ সোমৰস পাত্ৰ পূৰ কৰি প্ৰদান কৰাঁ।।৭।। মহা বলশালী ইন্দ্ৰই বিপক্ষ সৈন্যক আচ্ছন্ন কৰি পেলায়; শ্ৰেষ্ঠ শত্ৰুসেনায়ো এওঁৰ লগত মিত্ৰতা কৰিব খোজে। হে ইন্দ্ৰ, বিশ্বৰ কল্যাণ সাধনৰ অৰ্থে যি ৰথত তুমি আৰোহণ কৰি যুদ্ধযাত্ৰা কৰা, সেইদৰে এতিয়াও ৰথত আৰোহণ কৰাঁ।।৮।।

## সপ্তসপ্ততিতম সূক্ত (৭৭)

**(ঋষি—বামদেৱ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)**

সোমপায়ী, সত্যৱান আৰু ধনৱান ইন্দ্ৰ আৰু তেওঁ ঘোঁৰাকেইটা আমাৰ ওচৰলৈ

আহক। আমি তেওঁৰ উদ্দেশ্যে অন্নৰ সাৰস্বৰূপ সোম অভিষুত কৰিছোঁ। স্তুতিলাভ কৰি তেওঁ আমাৰ কামনা পূৰণ কৰক।।১।। গন্তব্য স্থানত ঘোঁৰাক মুকলি কৰি দিয়াৰ দৰে হে শূৰ, তুমি আমাক মুকলি কৰি দিয়াঁ, যাতে এই সৱনত আমি তোমাক হৰ্ষিত কৰিব পাৰোঁ। তুমি সৰ্বজ্ঞ আৰু অসুৰনাশক। উশনাৰ দৰে যজমানে তোমাৰ উদ্দেশ্যে মনোৰম উক্‌থ্যমন্ত্ৰ উচ্চাৰণ কৰিছে।।২।। গূঢ় অৰ্থ প্ৰতিপাদন কৰা কৱিৰ দৰে কামবৰ্ষক ইন্দ্ৰয়ো কাৰ্য সম্পাদন কৰে। যেতিয়া সেচনযোগ্য সোম পান কৰি তৃপ্ত হয়, তেতিয়া দ্যুলোকৰপৰা সপ্তৰশ্মি উদ্ভুত হয় আৰু স্তুতি লাভ কৰা ৰশ্মিসমূহে মানুহক জ্ঞান প্ৰদান কৰে।।৩।। যেতিয়া প্ৰভূত জ্যোতিস্বৰূপ দ্যুলোক ৰশ্মিসমূহৰ দ্বাৰা দৰ্শনৰ যোগ্য হয়, তেতিয়া দেৱতাসকলে দীপ্তিমান হৈ স্বৰ্গত বাস কৰে। শ্ৰেষ্ঠ নেতা সূৰ্যই মনুষ্যগণে যাতে জগৎ দৰ্শন কৰিব পাৰে সেই উদ্দেশ্যে গভীৰ অন্ধকাৰ নাশ কৰে।।৪।। সোমপায়ী ইন্দ্ৰৰ মহিমা অপৰিমিত; তেওঁ নিজ মহিমাৰে দ্যাবাপৃথিবী উভয়কে পৰিপূৰ্ণ কৰি আছে। যিজন সমস্ত ভুৱনতে ব্যাপ্ত হৈ আছে, তেওঁৰ মহিমা সমস্ত ভুৱনতকৈও অধিক।।৫।। ইন্দ্ৰই মনুষ্যগণৰ হিতকৰ কৰ্মসমূহৰ কথা জানে। তেওঁ কামনাকাৰী আৰু মিত্ৰভাৱসম্পন্ন মৰুৎগণৰ কাৰণে জলবৰ্ষণ কৰে। যি মৰুৎগণে বাণীৰ ধ্বনিৰে পৰ্বতসমূহ বিদাৰণ কৰিছিল, তেওঁলোকেই ইন্দ্ৰৰ অভিলাষী হৈ গাইৰে পৰিপূৰ্ণ গোশালা উদঘাটন কৰিছিল।।৬।। হে ইন্দ্ৰ, তোমাৰ লোকৰক্ষক বজ্ৰই পানী আবৃত কৰি থোৱা বৃত্ৰক বধ কৰিছিল। এই চৈতন্যময়ী পৃথিৱী তোমাৰ দ্বাৰা পূৰ্ণ কৰা হৈছে। হে শূৰ, তুমি ধাৰণশীল; নিজ বিক্ৰমেৰে পালক হৈ তুমি আকাশৰ জলসমূহ প্ৰেৰণ কৰাঁ।।৭।। হে বহুস্তুতিপ্ৰাপ্ত ইন্দ্ৰ, তুমি যেতিয়া পৰ্বত বিদাৰণ কৰিছিলা, তেতিয়া আগতে গৈ সৰমাই গোধন আৱিষ্কাৰ কৰিছিল। তুমি অঙ্গিৰাগণৰ স্তুতি লাভ কৰি অভ্ৰভেদী আমাক প্ৰভূত অন্ন দানেৰে অনুগৃহীত কৰিছা।।৮।।

## অষ্টসপ্ততিতম সূক্ত (৭৮)

**(ঋষি—শংযু। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে স্তোতাগণ, তৃণবন যিদৰে গৰুৰ কাৰণে সুখদায়ক হয়, তেনেকৈ ইন্দ্ৰৰ কাৰণে সোম অভিষুত হ'লে স্তোত্ৰসমূহ সুখদায়ক হয়। তোমালোকে বহুস্তুত, শত্ৰুবিজয়ী ইন্দ্ৰৰ উদ্দেশ্যে স্তুতিগীত গোৱাঁ।।১।। ইন্দ্ৰই যেতিয়া স্তুতিবাণী শুনে, তেতিয়া তেওঁ গোসমন্বিত অন্নদান কৰিবলৈ কুণ্ঠিত নহয়।।২।। দস্যুহন্তা ইন্দ্ৰ কুৱিৎসৰ অসংখ্য গৰু থকা গোষ্ঠলৈ গৈছিল আৰু আমাৰ কাৰণে নিজ শক্তিৰে গৰুবোৰ প্ৰকট কৰি দিছিল।।৩।।

## উনাশীতিতম সূক্ত (৭৯)

**(ঋষি—বসিষ্ঠ বা শক্তি। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হতপ্ৰগাথ।)**

হে ইন্দ্ৰ, তুমি আমাৰ কৰ্মসমূহ ভৰণ-পোষণ কৰা; পিতাই পুত্ৰক দিয়াৰ দৰে আমাক ধন দিয়া। আমি যেন ইহলোকত প্ৰতিদিনে সূৰ্যৰ জ্যোতি দৰ্শন কৰি জীৱিত থাকোঁ।।১।। হে শূৰ, হিংসুক, দুৰ্ব্যাধিৰূপ, অমংগলকৰ শত্ৰুৱে আমাক যেন অজ্ঞাতসাৰে আক্ৰমণ কৰিব নোৱাৰে।।২।।

## অশীতিতম সূক্ত (৮০)

**(ঋষি—শংযু। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)**

হে বিচিত্ৰ বজ্ৰপাণি, শোভন হনুযুক্ত ইন্দ্ৰ, তুমি যি অন্নৰ দ্বাৰা এই দ্যুলোক ভূলোকক পোষণ কৰিছা, সেই পুষ্টিকৰ, উৎকৃষ্ট, বলপ্ৰদ অন্ন আমালৈ লৈ আহাঁ।।১।। হে দীপ্তিমান ইন্দ্ৰ, দেৱগণৰ ভিতৰত সবাতোকৈ বলিষ্ঠ আৰু শত্ৰুবিজেতা তোমাক আমি সুৰক্ষাৰ উদ্দেশ্যে আহ্বান কৰিছোঁ। হে গৃহদাতা, তুমি সমস্ত ৰাক্ষস দূৰ কৰাঁ আৰু আমাৰ শত্ৰুবোৰক সহজে জয় কৰিব পৰা কৰাঁ।।২।।

## একাশীতিতম সূক্ত (৮১)

**(ঋষি—পুৰুহন্ম। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)**

হে ইন্দ্ৰ, হে বজ্ৰী, দ্যুলোক আৰু শত শত ভূমিও তোমাৰ সমান হ'ব নোৱাৰে; সহস্ৰ সূৰ্যও তোমাৰ সমান হ'ব নোৱাৰে; যতবিলাক জাত হৈছে, সেই সকলো আৰু দ্যাৱাপৃথিৱীও তোমাৰ সমান হ'ব নোৱাৰে।।১।। হে কামবৰ্ষক, মহাবলৱান, ধনৱান, বজ্ৰী ইন্দ্ৰ, তুমি মহৎ বলৰ দ্বাৰা বল ব্যাপ্ত কৰিছা। তুমি তোমাৰ অদ্ভুত ৰক্ষাকৰ্মৰ দ্বাৰা আমাৰ গোষ্ঠসমূহ ৰক্ষা কৰাঁ।।২।।

## দ্ব্যশীতিতম সূক্ত (৮২)

**(ঋষি—বসিষ্ঠ। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)**

হে ইন্দ্ৰ, তুমি যিমান ধনৰ স্বামী, ময়ো যেন সিমান ধনৰ গৰাকী হওঁ। মই স্তোতাক পালন কৰিম, পাপৰ নিমিত্তে ধন দান নকৰোঁ।।১।। হে ইন্দ্ৰ, মই প্ৰতিদিনে যি কোনো ঠাইতে থকা মহৎসকলক ধন দান কৰিম। হে ইন্দ্ৰ, তোমাৰ বাহিৰে আমাৰ অন্য কোনো প্ৰশস্ত বন্ধু আৰু পালনকৰ্তা (পিতা) নাই।।২।।

## ত্ৰ্যশীতিতম সূক্ত (৮৩)

**(ঋষি—শংযু। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)**

হে ইন্দ্ৰ, হৰিৰূপ ধনসম্পন্ন যজমানগণ আৰু মোক ত্ৰিধাতুযুক্ত, ত্ৰি-বৰূথযুক্ত (ৰক্ষাত্মক তক্তা), মঙ্গলময় আৰু আচ্ছাদনযুক্ত ঘৰ প্ৰদান কৰা আৰু তেওঁলোকৰ ওচৰৰপৰা দীপ্যমান আয়ুধসমূহ দূৰ কৰা।।১।। হে ধনৱান ইন্দ্ৰ, যিবিলাকে আমাৰ গৰুবোৰ চুৰ কৰিবৰ কাৰণে আমাক আক্ৰমণ কৰে সিবিলাকৰপৰা তুমি আমাক আমাৰ স্তুতিৰ দ্বাৰা প্ৰসন্ন হোৱা, সকলৰ সৈতে ৰক্ষা কৰা।।২।।

## চতুৰশীতিতম সূক্ত (৮৪)

**(ঋষি—মধুচ্ছন্দা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে বিচিত্ৰ দীপ্তিযুক্ত ইন্দ্ৰ, এই নিত্যশুদ্ধ অভিষুত সোমৰসে তোমাক কামনা কৰিছে, তুমি আহাঁ।।১।। হে ইন্দ্ৰ, স্তুতিৰ দ্বাৰা আকৃষ্ট হৈ, মেধাৱীগণৰ আহ্বানত তুমি সোমৱান ঋত্বিকগণৰ স্তোত্ৰ গ্ৰহণ কৰিবলৈ আহাঁ।।২।। হে অশ্বযুক্ত ইন্দ্ৰ, স্তোত্ৰ গ্ৰহণ কৰিবলৈ তুমি শীঘ্ৰে আহাঁ; এই সোমযাগত আমাৰ অন্ন ধাৰণ কৰা।।৩।।

## পঞ্চাশীতিতম অধ্যায় (৮৫)

**(ঋষি—প্ৰগাথ, মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)**

হে স্তোতাগণ, তোমালোকে অন্যৰ স্তোত্ৰ উচ্চাৰণ নকৰিবা। তোমালোক হিংসিত নহ'বা। সোম অভিষুত হ'লে অভীষ্ট বৰ্ষণকাৰী ইন্দ্ৰক একেলগে স্তুতি কৰা আৰু বাৰম্বাৰ উক্‌থসমূহ উচ্চাৰণ কৰা।।১।। বৃষভৰ দৰে শত্ৰু হিংসাকাৰী, জৰাৰহিত, মনুষ্যগণৰ পৰাভৱকাৰী, শত্ৰু বিদ্বেষকাৰী, ভজনীয়, উভয় প্ৰকাৰৰ ধনবিশিষ্ট শ্ৰেষ্ঠ দাতা ইন্দ্ৰক স্তুতি কৰা।।২।। হে ইন্দ্ৰ, এই জনগণে ৰক্ষাৰ উদ্দেশ্যে যদিও পৃথক পৃথককৈ তোমাৰ হৱন কৰিছে, তথাপি আমাৰ এই মন্ত্ৰই তোমাক সদায় বৰ্ধিত কৰিব।।৩।। হে ধনৱান ইন্দ্ৰ, মেধাৱী স্তোতাগণে শত্ৰুক কম্পিত কৰি সদায় বিপদৰ পৰা ৰক্ষা পাই থাকে। তুমি আমাৰ ওচৰলৈ আহাঁ; আমাৰ ৰক্ষাৰ কাৰণে বহু প্ৰকাৰৰ অন্ন আমাক প্ৰদান কৰা।।৪।।

## ষড়শীতিতম সূক্ত (৮৬)

**(ঋষি—বিশ্বামিত্ৰ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)**

হে ইন্দ্ৰ, তোমাৰ যি দুটা অশ্ব মন্ত্ৰৰ দ্বাৰা ৰথত সংযুক্ত কৰা হয়, যুদ্ধত যাৰ

সমান খ্যাতি, মই মন্ত্ৰৰ দ্বাৰা সিহঁতক যুক্ত কৰিছোঁ; সেই কথা জানি বিদ্বান তুমি সুদৃঢ় ৰথত আৰোহণ কৰি সোমৰ ওচৰলৈ আহাঁ।।১।।

## সপ্তাশীতিতম সূক্ত (৮৭)

### (ঋষি—বসিষ্ঠ। দেৱতা—ইন্দ্ৰ, ইন্দ্ৰ-বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্।)

হে অধ্বৰ্যুগণ, পাৰ্থিৱগণৰ কামবৰ্ষক ইন্দ্ৰৰ উদ্দেশ্যে সোমৰ দীপ্তিমান দুগ্ধ অংশ আহুতি দিয়াঁ। অভিষুত সোম ইচ্ছা কৰি পান কৰিবৰ উদ্দেশ্যে তেওঁ যজমানৰ ওচৰলৈ আহে।।১।। হে ইন্দ্ৰ, তুমি পূৰ্বে যি চাৰু অন্ন সোম ধাৰণ কৰিছিলা, এতিয়াও প্ৰতিদিনে তুমি সেই সোম পান কৰিবলৈ ইচ্ছা কৰাঁ। হৃদয় আৰু মনেৰে কামনা কৰি তুমি সমুখত থকা সোম পান কৰাঁ।।২।। হে ইন্দ্ৰ, তুমি জাত হৈ বলৰ উদ্দেশ্যে সোম পান কৰিছিলা। মাতৃয়ে তোমাৰ মহিমা বখানি কৈছিল, তুমি বিস্তীৰ্ণ অন্তৰীক্ষপূৰ্ণ কৰিছা আৰু যুদ্ধৰ দ্বাৰা দেৱতাসকলক ধন লাভ কৰাইছা।।৩।। হে ইন্দ্ৰ, যেতিয়া প্ৰভূত অভিমানী শত্ৰুৰ লগত আমাক যুদ্ধ কৰাবা, তেতিয়া হিংসকবিলাকক বাহুৰে পৰাভূত কৰিম। যদি তুমি নায়ক মৰুৎগণৰ সৈতে নিজেই যুদ্ধ কৰা, তেতিয়া সুন্দৰ অন্নৰ কাৰণ স্বৰূপ সেই যুদ্ধত আমি জয়ী হ'ম।।৪।। মই ইন্দ্ৰৰ প্ৰাচীন কৰ্মসমূহৰ গুণ কীৰ্তন কৰিম; ধনৱান ইন্দ্ৰই নতুনকৈ যি কাম কৰিছে, তাৰো গুণ কীৰ্তন কৰিম। তেওঁ আসুৰী মায়া পৰাভূত কৰিছে; গতিকে সোম কেৱল তেওঁৰহে প্ৰাপ্য।।৫।। হে ইন্দ্ৰ, সূৰ্যৰূপ চক্ষুৰ দ্বাৰা চাৰিওফালে পশুৰ হিতকৰ যি বিশ্ব দেখিছা, সেই সকলো তোমাৰেই। তুমি অকলেই গোসমূহৰ স্বামী। হে ইন্দ্ৰ, আমি তোমাৰদ্বাৰা প্ৰদত্ত ধন ভোগ কৰিম।।৬।। হে বৃহস্পতি, তুমি আৰু ইন্দ্ৰ পাৰ্থিৱ আৰু স্বৰ্গীয়সকলৰ অধিপতি। তোমালোকে স্তোতাক ধন দান কৰা। তোমালোকে সদায় আমাক কল্যাণ সহিত পালন কৰাঁ।।৭।।

## অষ্টাসীতিতম সূক্ত (৮৮)

### (ঋষি—কামদেৱ। দেৱতা—বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্।)

যি বৃহস্পতিয়ে বলৰ দ্বাৰা পৃথিৱীৰ অন্তসমূহ স্তম্ভযুক্ত কৰিছিল, যি শব্দৰ দ্বাৰা তিনি স্থানত বৰ্তমান, সেই আহ্লাদক জিহ্বাযুক্ত বৃহস্পতি দেৱতাক প্ৰাচীন দ্যুতিমান মেধাৱী ঋষিসকলে সমুখত স্থাপন কৰিছিল।।১।। হে মেধাৱী বৃহস্পতি, তুমি গমন কৰিলে শত্ৰু কম্পিত হয়। যিসকলে তোমাক স্তুতিৰ দ্বাৰা হৰ্ষান্বিত কৰে, তুমি

তেওঁলোকৰ ফলপ্ৰদ, বৃদ্ধিকাৰক, হিংসাৰহিত বিস্তাৰিত যজ্ঞ ৰক্ষা কৰাঁ।।২।। হে বৃহস্পতি, সৌ সুদূৰত থকা স্বৰ্গ নামৰ পৰম স্থানৰপৰা আহি তোমাৰ এই ঘোঁৰাকেইটা যজ্ঞত বহিছে। উঁহ থকা কুঁৱাৰ কেউফালে পানী নিগৰি বৈ অহাৰ দৰে তোমাৰো চাৰিওফালে স্তুতিৰ সৈতে শিলত খুন্দি ৰস উলিওৱা সোমে মধু ক্ষৰণ কৰিছে।।৩।। যেতিয়া বৃহস্পতি পৰম আকাশত মহান আদিত্যৰপৰা উদ্ভূত হৈছিল, তেতিয়া তেওঁ সপ্তমুখবিশিষ্ট, বহু প্ৰকাৰে উদ্ভূত শব্দেৰে যুক্ত হৈ সপ্তৰশ্মিৰ দ্বাৰা অন্ধকাৰ নাশ কৰিছিল।।৪।। বৃহস্পতিয়ে সু-স্তুত আৰু দীপ্তিমান অঙ্গিৰাগণৰ সৈতে শব্দৰ দ্বাৰা 'বল'ক বিনাশ কৰিছিল। তেওঁ শব্দ কৰি দুগ্ধৱতী হব্যপ্ৰদা[52] গাইসমূহক উলিয়াই আনিছিল।।৫।। আমি এইদৰে পিতৃ, বিশ্বদেৱৰূপ, কামবৰ্ষক বৃহস্পতিক যজ্ঞৰ দ্বাৰা, হবিৰ দ্বাৰা আৰু স্তুতিৰ দ্বাৰা অৰ্চনা কৰিম। হে বৃহস্পতি, আমি যেন সুপুত্ৰৱান, বীৰ্যশালী আৰু ধনপতি হ'ব পাৰোঁ।।৬।।

## উননৱতিতম সূক্ত (৮৯)

(ঋষি—কৃষ্ণ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্।)

চতুৰ ধনুৰ্ধৰে লক্ষ্যত বাণ নিক্ষেপ কৰাৰ নিচিনাকৈ হে বুদ্ধিমান স্তোতাগণ, তোমালোকে ইন্দ্ৰৰ উদ্দেশ্যে অতি প্ৰাঞ্জল আৰু অলংকৃত স্তৱ প্ৰয়োগ কৰাঁ। তোমাক স্পৰ্ধা কৰাজনক তোমাৰ স্তুতিবাক্যৰ দ্বাৰা পৰাভূত কৰাঁ। ইন্দ্ৰক সোমৰসৰ ফালে আকৰ্ষিত কৰাঁ।।১।। হে স্তোতা, গাই দোহন কৰি যেনেকৈ নিজৰ প্ৰয়োজন সিদ্ধি কৰি লোৱা হয়, তেনেকৈ মিত্ৰস্বৰূপ ইন্দ্ৰৰ দ্বাৰা নিজৰ প্ৰয়োজন সিদ্ধি কৰাঁ। স্তুতিযোগ্য ইন্দ্ৰক জাগৰিত কৰাঁ। ধনপূৰ্ণ পাত্ৰ তললৈ বেঁকা কৰি ধন ঢালি দিয়াৰ দৰে ইন্দ্ৰকো কাৰ্যসিদ্ধিৰ অৰ্থে অনুকূল কৰি লোৱাঁ।।২।। হে মঘৱন্, তোমাক কিয় ভোজ (কাম্যদাতা) বুলি কয়? দাতা কাৰণেই তোমাৰ সেই নাম। তোমাক তীক্ষ্ণকৰ্তা বুলি কোৱা শুনিছোঁ; গতিকে তুমি মোক তীক্ষ্ণ কৰাঁ। হে শক্ৰ, তুমি মোৰ বুদ্ধিক কৰ্মলৈ প্ৰণোদিত কৰাঁ। হে ইন্দ্ৰ, তুমি আমাক ধন উপাৰ্জন কৰিব পৰা ভাগ্য প্ৰদান কৰাঁ।।৩।। হে ইন্দ্ৰ, যুদ্ধক্ষেত্ৰত মানুহে তোমাৰ নাম লয়। হবিৰ দ্বাৰা যজ্ঞ কৰোঁতাজনক ইন্দ্ৰই সহায় কৰে; যি ইন্দ্ৰৰ উদ্দেশ্যে সোম অভিষুত নকৰে, সেইজনৰ লগত শূৰ ইন্দ্ৰই বন্ধুত্ব নকৰে।।৪।। যি অন্নসমৃদ্ধ লোকে ইন্দ্ৰৰ উদ্দেশ্যে তীব্ৰ সোমৰস প্ৰস্তুত কৰে আৰু ধনসম্পন্ন লোকে গৰু-ঘোঁৰা আদি দান কৰাৰ দৰে যি লোকে ইন্দ্ৰক সোমৰস অৰ্পণ কৰে, ইন্দ্ৰ সেই লোকৰ সহায়ক হয়; তেওঁৰ

শত্ৰুবিলাক অসংখ্য বলৱান সৈন্যযুক্ত হ'লেও ইন্দ্ৰই সিবিলাকক সোনকালেই ছেদেলি-ভেদেলি কৰি দিয়ে। ইন্দ্ৰই নিবাৰক শত্ৰু (বৃত্ৰক) বধ কৰে।।৫।। যি ইন্দ্ৰক আমি স্তুতি কৰোঁ, যি ধনৱান ইন্দ্ৰই আমাৰ কামনা পূৰণ কৰে, সেই ইন্দ্ৰৰ ওচৰৰপৰা শত্ৰু ভয়-ভীত হৈ পলাই যাওক আৰু শত্ৰুৰ সমস্ত সম্পদ ইন্দ্ৰৰ হওক।।৬।। হে বহুজনৰ দ্বাৰা আহুত ইন্দ্ৰ, তোমাৰ যি উগ্ৰ বজ্ৰ আছে, তাৰে তুমি ওচৰত থকা শত্ৰুবোৰক আঁতৰাই পঠোৱাঁ। তুমি আমাক যৱ আদি অন্নসমৃদ্ধ গোযুক্ত সম্পদ প্ৰদান কৰাঁ। তোমাৰ স্তুতিকৰ্তাৰ বুদ্ধি, অন্ন আৰু ৰত্নেৰে সমৃদ্ধ কৰাঁ।।৭।। তীব্ৰ সোমৰসৰ ধাৰেৰে বোৱা মধুৰ ৰসে যেতিয়া ইন্দ্ৰৰ শৰীৰত প্ৰৱেশ কৰে, তেতিয়া তেওঁ সোমদাতাক 'নিদিবা' বুলি নকয়; বৰঞ্চ সোম প্ৰস্তুতকাৰীক বিস্তৰ বাঞ্ছিত বস্তু প্ৰদান কৰে।।৮।। যিদৰে জুৱাৰীয়ে যাৰ ওচৰত হাৰে, (কৃত নামৰ গুটি) অন্বেষণ কৰি তেওঁক পুনৰ হৰুৱায়, সেইদৰে ইন্দ্ৰয়ো শত্ৰুক পৰাস্ত কৰে। যি দেৱ-উপাসক লোকে দেৱতা-অৰ্চনত ধন হাত নধৰে, ধনৱান ইন্দ্ৰই তেওঁক ধনসম্পন্ন কৰে।।৯।। (১০, ১১ মন্ত্ৰৰ অৰ্থ ২০।১৭।১০, ১১ মন্ত্ৰৰ সৈতে একে)।।১০-১১।।

## নৱতিতম সূক্ত (৯০)

**(ঋষি—ভৰদ্বাজ। দেৱতা—বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ্।)**

যি বৃহস্পতিয়ে পৰ্বত বিদাৰণ কৰিছিল, প্ৰথম জাত, সত্যৱান, আঙ্গিৰস, যজ্ঞভাগী, দুয়োলোকত সম্যক্ গমনশীল, দীপ্ত স্থানত স্থিত, আমাৰ পালক (পিতা), সেই বৰ্ষণকাৰী বৃহস্পতিয়ে দ্যুলোক ভূলোকত গৰ্জন কৰে।।১।। যি বৃহস্পতিয়ে যজ্ঞত স্তোতাক স্থান দিয়ে, তেওঁ বৃত্ৰগণক বধ কৰে, যুদ্ধত শত্ৰুক জয় কৰে, অমিত্ৰগণক পৰাভূত কৰে আৰু পুৰীসমূহ বিদীৰ্ণ কৰে।।২।। এই বৃহস্পতিদেৱে গোসহিত গোষ্ঠসমূহ আৰু ধন জয় কৰে; জল দানৰ উদ্দেশ্যে স্বৰ্গত আৰোহণ কৰি অমিত্ৰগণক মন্ত্ৰৰ সহায়ত বধ কৰে।।৩।।

# অষ্টম অনুৱাক

## একনৱতিতম সূক্ত (৯১)

**(ঋষি—অয়াস। দেৱতা—বৃহস্পতি। ছন্দ—ত্ৰিষ্টুপ।)**

আমাৰ পিতাই এই সপ্তশীৰ্ষকযুক্ত মহৎ স্তৱ ৰচনা কৰিছে। সত্যৰপৰা ই উদ্ভূত হৈছে। সকলো লোকৰ হিতকাৰী অয়াস্য ঋষিয়ে ইন্দ্ৰৰ প্ৰশংসা কৰি চতুৰ্থ স্তৱ এটি

ৰচনা কৰিছে।।১।। সত্যবাদী, সৰল চিন্তাৰ, স্বৰ্গৰ পুত্ৰ, মহাবলেৰে বলীয়ান অঙ্গিৰাবংশীয়সকলে যজ্ঞৰূপ শ্ৰেষ্ঠ স্থানলৈ যাবলৈ ইচ্ছা কৰিলে। তেওঁলোকে বুদ্ধিমানৰ নিচিনা আচৰণ কৰে।।২।। বৃহস্পতিৰ মিত্ৰ অনুচৰসকলে হংসৰ দৰে শব্দ কৰিবলৈ ধৰিলে; সেইসকলৰ সহায়ত তেওঁ শিলৰ দুৱাৰ মুকলি কৰিলে। ভিতৰত ৰুদ্ধ হৈ থকা গাইবিলাকে চিঞৰিবলৈ ধৰিলে। সেই সময়ত তেওঁ উচ্চস্বৰে স্তুতিগীত গালে।।৩।। গাইবিলাক তলফালে এখন দুৱাৰেৰে আৰু ওপৰফালে দুখন দুৱাৰেৰে অন্ধকাৰ গুহা এটাত আবদ্ধ হৈ আছিল। বৃহস্পতিয়ে সেই অন্ধকাৰ দূৰ কৰি পোহৰ কৰিবলৈ তিনিওখন দুৱাৰ মুকলি কৰি গাইবিলাক উলিয়াই আনিলে।।৪।। তেওঁ ৰাতি নিভৃতভাৱে শয়ন কৰি পুৰীৰ পিছফালে বিদাৰণ কৰিলে আৰু সমুদ্ৰ সদৃশ গুহাৰ তিনিওখন দুৱাৰ মুকলি কৰি দিলে। ৰাতিপুৱা তেওঁ সূৰ্যক আৰু গাইবিলাকক একেলগে দেখিবলৈ পালে। সেই সময়ত তেওঁ মেঘৰ দৰে সিংহনাদ কৰিছিল।।৫।। যি বল নামৰ অসুৰে গাইবিলাক অৱৰোধ কৰিছিল, ইন্দ্ৰই তাক হুংকাৰ ধ্বনিৰেই ছেদন কৰিলে, যেন অস্ত্ৰেৰেহে তাক কাটিলে। ঘৰ্মাক্তকলেৱৰ সহচৰ মৰুৎগণৰ সৈতে সোমপান ইচ্ছা কৰি তেওঁ পণিক কন্দুৱালে আৰু তাৰ গৰু কাঢ়ি আনিলে।।৬।। তেওঁ সত্যবাদী, দীপ্তিমান, ধনদায়ক সহায়কাৰী মৰুৎগণৰ সৈতে গাই অৱৰোধ কৰা বলক বিদীৰ্ণ কৰিলে। ব্ৰহ্মণস্পতিয়ে তেজস্বী, বৰ্ষণশীল, ঘৰ্মাক্তকলেৱৰ দেৱতাসকলৰ সৈতে সেই গোধন অধিকাৰ কৰিলে।।৭।। সত্যনিষ্ঠ মনেৰে মৰুৎগণে নিজ কৰ্মৰ দ্বাৰা গাইবিলাক পালে আৰু তেতিয়া বৃহস্পতিক গো-পতি পাতিবলৈ ইচ্ছা কৰিলে। পৰস্পৰে সহায় কৰা মৰুৎগণৰ সৈতে বৃহস্পতিয়ে গাইবিলাক উলিয়াই আনিলে।।৮।। বৃহস্পতিয়ে যেতিয়া যজ্ঞত সিংহনাদ কৰেহি, তেতিয়া যেন আমি সেই বিজয়ী, দানশীল বৃহস্পতিক সকলো যুদ্ধত, সকলো বীৰলোকৰ সমাগম-স্থানত উত্তম প্ৰশংসা বচনেৰে সংবৰ্ধিত কৰোঁ।।৯।। যেতিয়া বৃহস্পতিয়ে নানা প্ৰকাৰৰ অন্ন দান কৰিলে আৰু তেওঁ আকাশ পথেদি পৰম ধামত আৰোহণ কৰিলে, তেতিয়া ধীমানসকলে সেই কামবৰ্ষক বৃহস্পতিক নানা প্ৰকাৰে সংবৰ্ধিত কৰি নিজেও জ্যোতিৰ্ময় হ'ল।।১০।। অন্নলাভৰ যি প্ৰাৰ্থনা, তাক সফল কৰাঁ; মোক আশ্ৰয়দান কৰি ৰক্ষা কৰাঁ; মোৰ সকলো শত্ৰু পৰাজিত হওক; আঁতৰি যাওক। বিশ্বব্যাপী দ্যাৱাপৃথিৱীয়ে আমাৰ এই প্ৰাৰ্থনা বচন শুনক।।১১।। ইন্দ্ৰই অতি বৃহৎ এক জলপূৰ্ণ মেঘৰ মুৰ কাটি পেলালে; আহি অৰ্থাৎ বৃত্ৰক বধ কৰিলে, সপ্তসিন্ধু বোৱাই আনিলে। হে দ্যাৱাপৃথিৱী, দেৱতাসকলৰ সৈতে আমাক ৰক্ষা কৰাঁ।।১২।।

## দ্বিনৱতিতম সূক্ত (৯২)

### (ঋষি—প্ৰিয়মেধ, পুৰুহন্মা। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, অনুষ্টুপ, পংক্তি, বৃহতী, প্ৰগাথ।)

(১-৩ মন্ত্ৰ পৰ্যন্ত অৰ্থ ২০।২২।৪-৬ মন্ত্ৰৰ সৈতে একে)।।১-৩।। যেতিয়া মই ইন্দ্ৰৰ সৈতে সূৰ্যৰ গৃহলৈ গৈছিলোঁ, তেতিয়া সখিৰ (আদিত্যৰ) একবিংশতি স্থানত (বাৰমাহ, পাঁচ ঋতু, তিনিলোক আৰু আদিত্য) মধুপান কৰি উভয়ে মিলিত হৈছিলোঁ।।৪।। হে প্ৰিয়মেধবংশীয়সকল, তোমালোকে ইন্দ্ৰক অৰ্চনা কৰাঁ, বিশেষৰূপে অৰ্চনা কৰাঁ; পুত্ৰসকলে পুৰনাশক ইন্দ্ৰক অৰ্চনা কৰক।।৫।। ৰণভেৰীয়ে গৰ্গৰ্ কৰি ভয়ংকৰ শব্দ কৰিছে; চাৰিওফালে গোধাই শব্দ কৰিছে। ধোঁৱাবৰণীয়া ধনুৰ গুণে শব্দ কৰিছে। গতিকে ইন্দ্ৰৰ স্তুতি কৰাঁ।।৬।। যেতিয়া বগা ৰঙৰ, সুন্দৰকৈ দোহন কৰিব পৰা নদীসমূহ অতিপাত বাঢ়ে, তেতিয়া ইন্দ্ৰৰ পানৰ উদ্দেশ্যে সোম লৈ আহিবা।।৭।। ইন্দ্ৰই পান কৰিলে; অগ্নিয়ে পান কৰিলে; সমস্ত দেৱগণ তৃপ্ত হ'ল। বৰুণে এই গৃহত বাস কৰক। গাইবিলাকে যেনেকৈ পোৱালিক হেম্বেলিয়ায়, সেইদৰে উক্থসমূহে বৰুণক স্তুতি কৰিছে।।৮।। হে বৰুণ, তুমি সুদেৱ। ৰশ্মিসমূহ যিদৰে সূৰ্যৰ অভিমুখে ধাৱিত হয়, সেইদৰে সপ্তসিন্ধু গৈ তোমাৰ তালুত পৰিছে।।৯।। যি ইন্দ্ৰই নানা প্ৰকাৰৰ গতিবিশিষ্ট ৰথত যুৰি থোৱা ঘোঁৰাকেইটা হব্যদাতাৰ ওচৰত এৰি দিয়ে, যি ইন্দ্ৰ উপমাৰ স্থল, যাক সকলোৱে বাট এৰি দিয়ে, সেই ইন্দ্ৰ সকলোৰে নেতা হয়।।১০।। ইন্দ্ৰ শত্ৰুগণক লংঘন কৰাত সমৰ্থ, তেওঁ সমস্ত বৈৰীক লংঘন কৰে; তেওঁ বাক্যৰ দ্বাৰা তাড়না কৰি মেঘ বিদীৰ্ণ কৰে।।১১।। এই ইন্দ্ৰই ক্ষুদ্ৰশৰীৰৰ কুমাৰৰ দৰে নতুন ৰথত বিৰাজ কৰিছে। ইন্দ্ৰই পিতৃ-মাতৃৰ কাৰণে বহুকৰ্মা মেঘক বৃহৎ মৃগৰ দৰে পৰিপক্ক কৰিছে।।১২।। হে শোভন হনুযুক্ত ৰথস্বামী, তুমি স্বচ্ছন্দগতিৰ, দীপ্ত, সহস্ৰপাদবিশিষ্ট, উজ্জ্বল হিৰন্ময় ৰথত আৰোহণ কৰাঁ। পিছত আমি দুয়ো মিলিত হ'ম।।১৩।। এই তেজস্বী ইন্দ্ৰক অন্নসমৃদ্ধসকলে সেৱা কৰে। পিছত গমনৰ উদ্দেশ্যে আৰু হবিঃপ্ৰদানৰ অৰ্থে ইন্দ্ৰক আৱৰ্তিত কৰে আৰু তেতিয়া ধন লাভ কৰে।।১৪।। প্ৰিয়মেধবংশীয়সকলে এওঁলোকৰ প্ৰাচীন স্থান লাভ কৰিছে আৰু তেওঁলোকে পূৰ্বপ্ৰদানৰ কাৰণে কুশবন মেলি দিছে আৰু হব্য স্থাপন কৰিছে।।১৫।। যি ইন্দ্ৰ মনুষ্যগণৰ ৰজা, যি ৰথত গমন কৰে, যিজন অপ্ৰতিহত গতি, সমস্ত সৈন্যৰ উদ্ধাৰকাৰী, সেই জ্যেষ্ঠ বৃত্ৰহন্তাক স্তুতি কৰিছোঁ।।১৬।। হে পুৰুহন্মা, ৰক্ষাৰ উদ্দেশ্যে ইন্দ্ৰক অৰ্চনা কৰাঁ; তেওঁৰ স্বভাৱ দুই প্ৰকাৰৰ। তেওঁ হাতত দৰ্শনীয় বজ্ৰ ধাৰণ কৰে; সেই বজ্ৰ আকাশৰ সূৰ্যৰ নিচিনা।।১৭।। সদা বৃদ্ধিশীল,

সকলোৰে স্তুতিৰ যোগ্য, মহান্ আৰু পৰ-পৰাভৱকাৰী ইন্দ্ৰক যি যজ্ঞৰ দ্বাৰা অনুকূল কৰে, তেওঁৰ বাহিৰে অন্য কোনেও কৰ্মৰ দ্বাৰা ইন্দ্ৰক ব্যাপ্ত কৰিব নোৱাৰে।।১৮।। অন্যৰ অসহনীয়, উগ্ৰ, শত্ৰুসেনা পৰাভৱকাৰী ইন্দ্ৰক স্তুতি কৰিছোঁ। ইন্দ্ৰ প্ৰকট হওঁতে বেগৱতী গাইসমূহে স্তুতি কৰিছিল, দ্যুলোক আৰু পৃথিৱীয়েও স্তুতি কৰিছিল।।১৯।। (২০,২১ মন্ত্ৰৰ অৰ্থ ২০।৮১।১,২ মন্ত্ৰৰ অৰ্থৰ সৈতে একে)।।২০-২১।।

## ত্ৰিনৱতিতম সূক্ত (৯৩)

### (ঋষি—প্ৰগাথ, দেৱজাময়। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে বজ্ৰী, এই স্তুতিসমূহে তোমাক উত্তমৰূপে প্ৰমত্ত কৰক। তুমি ধন দান কৰাঁ; ব্ৰহ্মবিদ্বেষীবোৰক বিনষ্ট কৰাঁ।।১।। তুমি দান নকৰাসকলক আৰু অযাজ্ঞিকবিলাকক পদেৰে বাধাগ্ৰস্ত কৰাঁ। তুমি মহান্; তোমাৰ কোনো প্ৰতিদ্বন্দ্বী নাই।।২।। তুমি অভিষুত সোমৰ অধিপতি, অভিষুত নকৰা সোমৰো অধিপতি, তুমি জনগণৰ ৰজা।।৩।। জল কামনা কৰা ওষধিসমূহে প্ৰকট হওঁতেই সুবীৰ্যসম্পন্ন ইন্দ্ৰক অৰ্চনা কৰে।।৪।। হে ইন্দ্ৰ, তুমি কামবৰ্ষক, বলবৰ্ধক ওজঃসহিত আৱিৰ্ভূত হৈছা।।৫।। হে ইন্দ্ৰ, তুমি অন্তৰীক্ষ অতিক্ৰম কৰিছা, বৃত্ৰক বিনাশ কৰিছা, বলৰ দ্বাৰা দ্যুলোকক স্থিৰ কৰি ৰাখিছা।।৬।। হে ইন্দ্ৰ, তুমি প্ৰীতিকৰ মন্ত্ৰ ধাৰণ কৰি বাহুবলেৰে বজ্ৰ ধাৰণ কৰিছা।।৭।। হে ইন্দ্ৰ, তুমি উৎপন্ন সমস্ত জগতকে নিজৰ বলৰ অধীন কৰিছা; গতিকে তুমি সকলোকে তোমাৰ বশ কৰাঁ।।৮।।

## চতুঃনৱতিতম সূক্ত (৯৪)

### (ঋষি—কৃষ্ণ। দেৱতা—ইন্দ্ৰ। ছন্দ—ত্ৰিষ্টুপ্, জগতী।)

শৰীৰেৰে স্থূল, বলত মহান্, বলসম্পন্ন, পদাৰ্থ সমস্তকে নিজৰ বিপুল আৰু দুৰ্ধৰ্ষ বলেৰে হীনবল কৰা ধনপতি ইন্দ্ৰ ৰথত উঠি আমোদ কৰিবলৈ আহক।।১।। হে নৰপতি ইন্দ্ৰ, তোমাৰ ৰথ সুঠাম; ঘোঁৰা দুটা সুশিক্ষিত; তোমাৰ হাতত বজ্ৰ। হে স্বামী, তুমি এই ৰূপেৰে সৈতে ইয়ালৈ আহাঁ। তোমাৰ প্ৰাণৰ উদ্দেশ্যে সোম প্ৰস্তুত কৰা আছে; তাৰে আমি তোমাক অধিক বলশালী কৰিম।।২।। নেতাশ্ৰেষ্ঠ, বজ্ৰপাণি, উগ্ৰ, বিপক্ষবল দুৰ্বল কৰোঁতা, দুৰ্ধৰ্ষ, অব্যৰ্থ ক্ৰোধসম্পন্ন ইন্দ্ৰক তেওঁৰ বাহক ঘোঁৰাকেইটাই এই যজ্ঞলৈ বহন কৰি লৈ আহক।।৩।। হে ইন্দ্ৰ, যি সোমৰসে শৰীৰ পোষণ কৰে আৰু বল বৃদ্ধি কৰে, কলহত সুসংগত কৰি ৰখা সেই সোমৰস তুমি নিজৰ উদৰত ঢালি দিয়াঁ। তোমাৰ আত্মীয় কৰি লৈ আমাৰ বল বৃদ্ধি কৰাঁ;

কাৰণ তুমি বুদ্ধিমানসকলৰ সমৃদ্ধি-সাধক স্বামী।।৪।। হে ইন্দ্ৰ, স্তুতিকর্তা মোৰ ওচৰলৈ সমস্ত ধন-সম্পদ আহক। মই নিজৰ উত্তম কাম নামসমূহৰ সিদ্ধিৰ উদ্দেশ্যে সোম সংগ্ৰহ কৰি যজ্ঞ কৰিছোঁ; তুমি আহাঁ। তুমি সকলোৰে অধিপতি। এই কুশত উপবেশন কৰাঁ। তোমাৰ উদ্দেশ্যে অৰ্পিত সোমপাত্ৰসমূহ অন্য কোনেও বলপূৰ্বক অধিকাৰ কৰিব নোৱাৰে।।৫।। যিসকল প্ৰাচীন কালৰ বিজ্ঞই যজ্ঞত দেৱতাসকলক আহুতি প্ৰদান কৰিছিল, তেওঁলোকে সমস্ত ধন-সম্পদ লাভ কৰি পৰম গতি পালে। কিন্তু যিসকলে যজ্ঞৰূপ নৌকাত আৰোহণ নকৰিলে, তেওঁলোক নিম্নগামী হ'ল; তেওঁলোক ঋণগ্ৰস্ত হৈয়ে ৰ'ল।।৬।। বৰ্তমানেও সেই নিচিনা দুৰ্মতি লোকসকল সেইদৰে অধোগামী হওক; তেওঁলোকৰ ৰথত (দুৰ্গতিপ্ৰাপক) দুষ্ট ঘোঁৰা বন্ধা আছে। যিসকলে আগতে যজ্ঞত দান কৰিছিল, তেওঁলোকে অতিশয় ভোগৰ সাধন সমৃদ্ধ লোক লাভ কৰিব।।৭।। যেতিয়া ইন্দ্ৰ সোম পান কৰি মত্ত হয়, তেতিয়া তেওঁ সৰ্বত্ৰ বিচৰণকাৰী কম্পিত মেঘসমূহ সুস্থিৰ কৰে; দ্যুলোকে ক্ৰন্দন (শব্দ) কৰে; ইন্দ্ৰই অন্তৰীক্ষ আন্দোলিত কৰে। যি দ্যুলোক-ভূলোক পৰস্পৰে সংলগ্ন হৈ আছে, তাক সেইদৰেই সুস্থিৰ কৰি ৰাখি ইন্দ্ৰই উক্‌থ মন্ত্ৰ উচ্চাৰণ কৰে।।৮।। হে ধনবান ইন্দ্ৰ, তোমাৰ উদ্দেশ্যে এক সুগঠিত অংকুশ মই হাতত লৈ আছোঁ। ইয়াৰে তুমি ডাঙৰ ডাঙৰ হাতীক দণ্ড দি বশ কৰাঁ। এই সোমযাগত তুমি আসন গ্ৰহণ কৰাঁহি। আমি যেন এই সোমযাগত সৌভাগ্যশালী হওঁ।।৯।। (১০, ১১ মন্ত্ৰৰ অৰ্থ ২০।১৭।১০, ১১ মন্ত্ৰৰ সৈতে একে)।।১০-১১।।

## পঞ্চনৱতিতম সূক্ত (৯৫)

**(ঋষি—গৃৎসমদ, সুদাপৈজৱন। দেৱতা—ইন্দ্ৰ। ছন্দ—অষ্টি শক্কৰী।)**

পূজনীয়, অত্যন্ত বলী, তৃপ্তিযুক্ত ইন্দ্ৰই পূৰ্বে যিদৰে অভিলাষ কৰিছিল, সেই ধৰণেই ত্ৰিকদ্ৰুক নামৰ সোমযাগসমূহত তেওঁ অভিষুত সোম বিষ্ণুৰ সৈতে পান কৰক। মহান সোমে তেজোবিশিষ্ট ইন্দ্ৰক মহৎকাৰ্য সাধনৰ উদ্দেশ্যে হৰ্ষিত কৰিছিল। সত্য আৰু দীপ্যমান সোমে সত্য আৰু দীপ্যমান ইন্দ্ৰক ব্যাপ্ত কৰক।।১।। ইন্দ্ৰৰ ৰথৰ সমুখত যি সৈন্য আছে উত্তমৰূপে তাৰ অৰ্চনা কৰাঁ। যুদ্ধত যেতিয়া শত্ৰুৱে ওচৰ চাপি যুদ্ধ কৰেহি, তেতিয়া তেওঁ পিছ হোঁহকা নামাৰে, বৃত্ৰক বধ কৰে. আমাৰ প্ৰভু সেই ইন্দ্ৰই আমাৰ প্ৰতি মনোযোগ দিয়ক; বিপক্ষৰ ধনুৰ গুণ তেওঁৰ প্ৰভাৱত ছিগি যাওক।।২।। হে ইন্দ্ৰ, নিম্নস্থানলৈ যোৱা জলৰাশি তুমিয়েই প্ৰৱাহিত কৰিছা

আৰু বৃত্ৰক বধ কৰিছা। হে ইন্দ্ৰ, তুমি শত্ৰুৰ দ্বাৰা অজেয় আৰু অবধ্য হৈ জন্মিছা; তুমি বিশ্বক পালন কৰিছা। তোমাকেই বৰণীয় বুলি তোমাৰ ওচৰত আমি উপস্থিত হৈছোঁ। বিপক্ষৰ ধনুৰ গুণ ইত্যাদি (বাক্য ২ মন্ত্ৰৰ দৰে)।।৩।। দান নকৰা সকলো শত্ৰুক দৃষ্টিত নপৰা কৰা; আমাৰ হিংসা কামনা কৰা শত্ৰুবিলাকক বিনাশ কৰা। তোমাৰ যি দানৰ ইচ্ছা, সি আমাক ধন দান কৰক। বিপক্ষৰ ধনুৰ গুণ ইত্যাদি (পূৰ্ববৎ)।।৪।।

## ষণ্ণৱতিতম সূক্ত (৯৬)

### (ঋষি—পূৰণ প্ৰভৃতি। দেৱতা—ইন্দ্ৰপ্ৰভৃতি। ছন্দ—ত্ৰিষ্টুপ্, জগতী, অনুষ্টুপ্, উষ্ণিক্, বৃহতী, পংক্তি।)

হে ইন্দ্ৰ, এই অত্যন্ত তীব্ৰ আৰু অন্য উপাদানমিশ্ৰিত সোমৰস তুমি পান কৰা। তোমাৰ ৰথ বহন কৰা ঘোঁৰা দুটা ইয়ালৈ আহিবৰ কাৰণে মুকলি কৰি দিয়াঁ। তোমাক যেন অন্য যজমানে তৃপ্ত কৰিব নোৱাৰে। এই সোমৰস তোমাৰ উদ্দেশ্যেই প্ৰস্তুত কৰা হৈছে।।১।। এই সোমৰস তোমাৰ উদ্দেশ্যেই অভিষুত কৰা হৈছে আৰু ভৱিষ্যতেও তোমালৈকে কৰা হ'ব। এই সকলো স্তুতিবাণীয়ে তোমাকে আহ্বান কৰিছে। হে ইন্দ্ৰ, তুমি আমাৰ যজ্ঞ গ্ৰহণ কৰা। তুমি সকলো কথা জানি এই যজ্ঞত সোমপান কৰা।।২।। যি যজমানে একান্ত মনেৰে, সৰ্বাত্মক আন্তৰিকতাৰে দেৱতাৰ কামনা কৰি ইন্দ্ৰৰ উদ্দেশ্যে সোম অভিষুত কৰে, ইন্দ্ৰই তেওঁৰ গাইবোৰৰ ক্ষতিসাধন নকৰে, তেওঁক প্ৰশস্ত সুমংগল প্ৰদান কৰে।।৩।। যি সমৃদ্ধ ব্যক্তিয়ে এওঁৰ কাৰণে সোম প্ৰস্তুত কৰে, ইন্দ্ৰই তেওঁক (যজ্ঞত সাক্ষাৎ ৰূপত) হাতত স্পৰ্শ কৰে আৰু যিবিলাক যজ্ঞবিদ্বেষী, তেওঁ কাৰো নিৰ্দেশ নোহোৱাকৈয়ে সিবিলাকক বিনষ্ট কৰে।।৪।। হে ইন্দ্ৰ, গাড়ী, ঘোঁৰা আৰু অন্নৰ কামনাৰে আমি তোমাৰ আগমন প্ৰাৰ্থনা কৰিছো। তোমাৰ উদ্দেশ্যে এই নতুন স্তৱ ৰচনা কৰি আমি তোমাক কল্যাণকৰ বুলি জানি আহ্বান কৰিছোঁ।।৫।। (হে ৰোগী,) মই তোমাক অজ্ঞাত ক্ষয় ৰোগ আৰু ৰাজযক্ষ্মাৰ পৰা এই হৱিৰ দ্বাৰা মুক্ত কৰিছোঁ; তাৰ দ্বাৰা তোমাৰ জীৱন ৰক্ষা হ'ব। যদি কোনো পাপগ্ৰহে এই ৰোগীক ধৰি আছে, তেনে ইন্দ্ৰ আৰু অগ্নি, এওঁক তাৰপৰা মুক্ত কৰা।।৬।। যদি এওঁৰ আয়ুস ক্ষীণ হৈছে অথবা এওঁ ইহলোকৰপৰা বিদায় লোৱাৰ নিচিনাই হৈছে, যদি এওঁ মৃত্যুৰ ওচৰ চাপিছে, মই এওঁক তেতিয়াও নিৰ্ঋতিৰ ওচৰৰ পৰা ঘূৰাই আনিছোঁ। মোৰ স্পৰ্শৰ দ্বাৰা এওঁ শত শৰত জীৱিত থাকিব।।৭।। মই যি আহুতি প্ৰদান কৰিছোঁ, তাৰ শত চক্ষু, সি শতায়ু প্ৰদায়ক। এই শতবছৰ আয়ুস প্ৰদায়ক হৱিৰ দ্বাৰা মই এই ৰোগীক মৃত্যুৰপৰা ঘূৰাই আনিছোঁ। ইন্দ্ৰই যেন

সমস্ত পাপৰ পৰা মুক্ত কৰি এওঁক শত শৰত জীৱিত ৰাখে।।৮।। হে ৰোগী, তুমি শত শৰত জীয়াই থাকাঁ; সুখে-সন্তোষে শত বসন্ত আৰু শত হেমন্ত জীয়াই থাকাঁ। ইন্দ্ৰ, অগ্নি, সৱিতা আৰু বৃহস্পতিয়ে এই হৱিৰ দ্বাৰা তৃপ্ত হৈ তোমাক শতায়ু প্ৰদান কৰক।।৯।। হে ৰোগী, তোমাক আমি পাইছোঁ; তোমাক আমি ঘূৰাই আনিছোঁ। তুমি পুনৰ নতুন হৈ পৰিছা; তোমাৰ সকলো অঙ্গ, চক্ষু আৰু সমস্ত পৰমায়ু ঘূৰাই পাইছোঁ।।১০।। (হে নাৰী,) এই ৰাক্ষস নিধনকাৰী অগ্নিয়ে স্তোত্ৰৰ সৈতে একমত হৈ এই ঠাইৰ পৰা সেই সমস্ত বাধা, উপদ্ৰৱ আৰু ৰোগ দূৰ কৰক, যিবিলাকৰ দ্বাৰা তোমাৰ গৰ্ভ আক্ৰান্ত হৈছে।।১১।। যি ৰাক্ষস, পিশাচ আৰু ৰোগ-ব্যাধিয়ে তোমাৰ গৰ্ভ আক্ৰমণ কৰিছে, সেই সকলোকে এই ৰাক্ষসনিহন্তা অগ্নিয়ে আমাৰ স্তোত্ৰৰ সৈতে একমত হৈ বিনষ্ট কৰক।।১২।। (শুক্ৰ) পতিত হোৱাৰ সময়ত, গৰ্ভ উৎপন্ন হোৱাৰ সময়ত, অথবা গৰ্ভত ইফাল-সিফাল কৰা সময়তে হওক বা জাত হোৱাৰ সময়তে হওক, যি তোমাৰ গৰ্ভ নষ্ট কৰিব খোজে, তাক মই নাশ কৰিছোঁ।।১৩।। যি তোমাৰ উৰুদ্বয় পৰস্পৰে বিচ্ছিন্ন কৰে, যি স্ত্ৰী-পুৰুষৰ মাজত শয়ন কৰে, যি গৰ্ভ লেহন কৰে, তাক ইয়াৰপৰা আঁতৰ কৰিছোঁ।।১৪।। যি তোমাৰ ভ্ৰাতৃ, পতি, অথবা উপপতিৰ ৰূপ ধাৰণ কৰি তোমাৰ ওচৰলৈ যায় আৰু তোমাৰ সন্তান বিনাশ কৰিব খোজে, তাক ইয়াৰপৰা উৎখাত কৰিছোঁ।।১৫।। যি তোমাক স্বপ্নকালত অথবা নিদ্ৰিত কালত মোহগ্ৰস্ত কৰি তোমাৰ সন্তান বিনাশ কৰিব খোজে, তাক ইয়াৰপৰা খেদাই দিছোঁ।।১৬।। (১৭ মন্ত্ৰৰ অৰ্থ ২।৩৩।১ মন্ত্ৰৰ সৈতে একে)।।১৭।। তোমাৰ ডিঙিৰ শিৰ সমূহৰপৰা, হাঁড়ৰ যোৰাবোৰৰপৰা, দুই বাহুৰপৰা, দুই হাত আৰু কান্ধৰপৰা মই ৰোগ আঁতৰ কৰিছোঁ।।১৮।। তোমাৰ অস্থিৰপৰা, নাড়ীৰপৰা, স্কন্ধৰপৰা, দুই পাৰ্শ্বৰপৰা, যকৃতৰপৰা ৰোগ দূৰ কৰিছোঁ।।১৯।। অন্ত্ৰসমূহৰপৰা, উদৰৰপৰা, কুক্ষিৰপৰা, নাভিৰপৰা ৰোগ দূৰ কৰিছোঁ।।২০।। দুই উৰুৰপৰা, আঁঠুৰপৰা, কলাফুলৰপৰা, ভৰিৰপৰা, কটিস্থানৰপৰা মই সমস্ত ব্যাধি দূৰ কৰিছোঁ।।২১।। অস্থিৰপৰা, মজ্জাৰপৰা, স্নায়ুৰপৰা, ধমনীৰপৰা, আঙুলীৰপৰা, নখৰপৰা, মই দুই হাতেৰে ৰোগ দূৰ কৰিছোঁ।।২২।। তোমাৰ প্ৰতি অঙ্গত, প্ৰতিডাল নোমত, পাবে পাবে আৰু ছালত যি ৰোগ আছে, আমি কশ্যপৰ ৰোগনিস্তাৰক সাধনৰ দ্বাৰা তাক দূৰ কৰিছোঁ।।২৩।। (হে ৰোগ,) তই মন অধিকাৰ কৰি আছ; তই আঁতৰ হ, পলা; দূৰে দূৰে ফুৰগৈ। আমাৰপৰা আঁতৰত থকা নিৰ্ঋতিক কগৈ, জীৱিতসকলৰ যাতে বহুপ্ৰকাৰৰ মনোৰথ পূৰণ কৰে।।২৪।।

## সপ্তনৱতিতম সূক্ত (৯৭)

**(ঋষি—কলি। দেৱতা—ইন্দ্র। ছন্দ—প্রগাথ, বৃহতী।)**

আমি এতিয়া আৰু কালিলৈ এই বজ্রযুক্ত ইন্দ্রক আপ্যায়িত কৰিম। তেওঁৰ উদ্দেশ্যে এই যজ্ঞত প্রসন্ন চিত্তে অভিষুত সোম অৰ্পণ কৰাঁ; তেওঁ আমাৰ আহ্বান শুনিলেই আহিব।।১।। চোৰ যদিও সকলোৰে বাধাপ্রদ, তথাপি ইন্দ্রক সি হিংসা কৰিব নোৱাৰে। হে ইন্দ্র, তুমি আনন্দিত মনেৰে বিচিত্র বুদ্ধি সহিত ইয়ালৈ আহাঁ।।২।। এনে কোনো পৰাক্রম নাই, যাক ইন্দ্রই প্রদর্শন কৰা নাই। তেওঁৰনো কোন ধৰণৰ পৌৰুষকাৰ্য শুনিবলৈ পোৱা নাযায়? এই বৃত্রহন্তা ইন্দ্র জন্মৰেপৰা প্রসিদ্ধ।।৩।।

## অষ্টনৱতিতম সূক্ত (৯৮)

**(ঋষি—শংযু। দেৱতা—ইন্দ্র। ছন্দ—বাৰ্হত, প্রগাথ।)**

হে ইন্দ্র, আমি স্তুতিকৰ্তা; অন্নলাভৰ উদ্দেশ্যে তোমাক আহ্বান কৰিছোঁ। সৎলোকৰ পালক তোমাক শত্রু জয় কৰিবৰ কাৰণে মানুহে আহ্বান কৰে।।১।। হে বিচিত্র বজ্র ধাৰণ কৰা বজ্রপাণি, তুমি যুদ্ধত বিজয়ী পুৰুষক যিদৰে প্রচুৰ অন্ন প্রদান কৰা, সেইদৰে তুমি আমাৰ স্তুতিত প্রসন্ন হৈ আমাক গৰু আৰু ৰথ বহন কৰা ঘোঁৰা প্রদান কৰাঁ. তুমি শত্রুনিহন্তা আৰু পৰাক্রমী।।২।। যি ইন্দ্র শত্রুহন্তা আৰু সৰ্বদ্রষ্টা, আমি তেওঁকে স্তুতি কৰিছোঁ। হে সহস্রমুষ্ক, বহুধনসমৃদ্ধ, সৎপালক ইন্দ্র, তুমি যুদ্ধত আমাৰ সমৃদ্ধিকাৰক হোৱাঁ।।৩।।

## একোনশততম সূক্ত (৯৯)

**(ঋষি—মেধ্যাতিথি। দেৱতা—ইন্দ্র। ছন্দ—বাৰ্হত, প্রগাথ।)**

হে ইন্দ্র, প্রথম সোম পান কৰিবৰ কাৰণে মনুষ্যগণে স্তুতিৰ দ্বাৰা তোমাকে প্রথম আহ্বান কৰিছে। পুৰাতন তোমাক সমীচীন ঋভুগণে আৰু ৰুদ্রগণে সম্যক্‌ভাবে স্তুতি কৰিছে।।১।। অভিষুত সোম পান কৰি সমস্ত দেহত মত্ততা উৎপন্ন হ'লে ইন্দ্রই এই যজমানৰ বল বীৰ্য বৃদ্ধি কৰিব। মনুষ্যগণে আজি পূৰ্বৰ দৰেই ইন্দ্রৰ গুণ কীৰ্তন কৰিছে।।২।।

## একশততম সূক্ত (১০০)

**(ঋষি—নৃমেধ। দেৱতা—ইন্দ্র। ছন্দ—গায়ত্রী।)**

হে স্তুতিভাজন ইন্দ্র, পানীত যোৱা মানুহে যিদৰে পানী ছটিয়ায়, আমিও সেইদৰে

তোমালৈ স্তৱ প্ৰেৰণ কৰিছোঁ।।১।। হে বজ্ৰী শূৰ ইন্দ্ৰ, নদীসমূহে যেনেকৈ পানী থকা ঠাই বহল কৰে, সেইদৰে আমিও স্তোত্ৰৰ দ্বাৰা বৃদ্ধিপ্ৰাপ্ত তোমাক প্ৰতিদিনে বৰ্ধিত কৰোঁ।।২।। গমনশীল ইন্দ্ৰৰ সুন্দৰ যুৱলি লগোৱা ৰথত বচনমাত্ৰে সংযুক্ত হোৱা হৰিৎবৰ্ণৰ দুই অশ্বক স্তোতাসকলে স্তোত্ৰৰ দ্বাৰা সংযোজিত কৰে।।৩।।

## একাধিকশততম সূক্ত (১০১)

**(ঋষি—মেধ্যাতিথি। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)**

বন্দনীয়, নমস্কাৰযোগ্য, দৰ্শনীয়, অভীষ্টবৰ্ষী অগ্নি অন্ধকাৰ দূৰ কৰি প্ৰজ্বলিত হৈছে।।১।। অভীষ্টবৰ্ষী আৰু ঘোঁৰাৰ নিচিনাকৈ দেৱতাৰ হব্যবাহক অগ্নি প্ৰজ্বলিত হৈছে; হবিৰ্দাতা যজমানে অগ্নিক অৰ্চনা কৰিছে।।২।। হে কামবৰ্ষক অগ্নি, আমি ঘৃত সিঞ্চন কৰিছোঁ, তুমি ফল বৰ্ষণ কৰাঁ। আমি তোমাক দীপ্ত কৰিছোঁ। তুমি দীপ্তিমান আৰু বৃহৎ।।৩।।

## দ্ব্যাধিকশততম সূক্ত (১০২)

**(ঋষি—বিশ্বামিত্ৰ। দেৱতা—অগ্নি। ছন্দ—গায়ত্ৰী।)**

দেৱদূত, দেৱগণৰ আহ্বানকাৰী, সৰ্বজ্ঞ আৰু এই যজ্ঞৰ সুনিষ্পাদনকাৰী অগ্নিক আমি বৰণ কৰোঁ।।১।। প্ৰজাপালক, হব্যবাহী বহুজনৰ প্ৰিয় অগ্নিক নিৰন্তৰ আহ্বান মন্ত্ৰৰ দ্বাৰা যজমানসকলে আহ্বান কৰে।।২।। হে অগ্নি, প্ৰজ্বালিত হৈ তুমি কুশদ্বাৰি থোৱা এই যজ্ঞস্থলীলৈ দেৱতাসকলক লৈ আহাঁ। তুমি আমাৰে প্ৰজনীয় হোতা।।৩।।

## ত্ৰ্যধিকশততম সূক্ত (১০৩)

**(ঋষি—সুদীতি আৰু পুৰুমীঢ়; ভৰ্গ। দেৱতা—অগ্নি। ছন্দ—বৃহতী।)**

হে পুৰুমীঢ়, তুমি ৰক্ষাৰ উদ্দেশ্যে গাথাৰ দ্বাৰা অগ্নিক স্তুতি কৰাঁ; অগ্নিৰ শিখা ভস্মকাৰক। ধনৰ অৰ্থে অগ্নিক স্তুতি কৰাঁ; অন্য লোকেও অগ্নিক স্তুতি কৰে। সুদীতিৰ কাৰণে ঘৰ প্ৰাৰ্থনা কৰাঁ।।১।। হে অগ্নি, হোতাৰূপে তোমাক বৰণ কৰিছোঁ; তুমি অন্য অগ্নিসকলৰ সৈতে আহাঁ। সংযত হবিৰ্যুক্ত কুশবনে উপৱেশন কৰা যজ্ঞযোগ্য তোমাক অলংকৃত কৰক।।২।। হে বলৰ পুত্ৰ অঙ্গিৰা, যজ্ঞৰ স্ৰুচবিলাকে তোমাৰ সমুখত অহা-যোৱা কৰিছে। বলৰ পুত্ৰ, ঘৃতযুক্ত কেশমণ্ডিত, পুৰাতন দেৱতা অগ্নিক আমি যজ্ঞত অৰ্চনা কৰিছোঁ।।৩।।

## চতুৰধিকশততম সূক্ত (১০৪)

(ঋষি—মেধ্যাতিথি, নৃমেধ। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

হে বহুধনযুক্ত ইন্দ্ৰ, আমাৰ এই বাক্যই তোমাক বৰ্ধিত কৰক। অগ্নিতুল্য, তেজস্বী আৰু শুচি বিদ্বানসকলে তোমাক স্তোমমন্ত্ৰেৰে স্তুতি কৰে।।১।। এই ইন্দ্ৰ সহস্ৰজন ঋষিৰ পৰা বল লাভ কৰি সমুদ্ৰৰ দৰে বিস্তাৰিত হৈছে। এওঁৰ প্ৰসিদ্ধ বল আৰু মহিমা বিপ্ৰগণৰ ৰাজ্যৰূপ যজ্ঞত প্ৰশংসিত হয়।।২।। সমস্ত যুদ্ধত (অথবা যজ্ঞত) যাক আহ্বান কৰা হয়, সেই ইন্দ্ৰই আমাৰ স্তোত্ৰসমূহ, সৱনসমূহ স্বীকাৰ কৰক। ইন্দ্ৰ বৃত্ৰহন্তা; তেওঁৰ ধনুৰ গুণ অবিনশ্বৰ; তেওঁ ঋক্‌মন্ত্ৰৰ দ্বাৰা সম্বোধনৰ যোগ্য।।৩।। হে ইন্দ্ৰ, তুমি শ্ৰেষ্ঠ দাতা, তুমি সত্য। তুমি স্তোতাগণক ঐশ্বৰ্যযুক্ত কৰা। বহুধনযুক্ত, বলৰ পুত্ৰ তোমাৰ যোগ্য ধন আমি বৰণ কৰোঁ।।৪।।

## পঞ্চাধিকশততম সূক্ত (১০৫)

(ঋষি—নৃমেধ, পুৰুহন্মা। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হত, প্ৰগাথ।)

হে ইন্দ্ৰ, তুমি যুদ্ধত সমস্ত যোদ্ধাকে পৰাভূত কৰা। তুমি শত্ৰুগণৰ বিঘিনিস্বৰূপ, অমংগলনাশক, জনয়িতা, সমস্ত শত্ৰুৰ বিনাশক আৰু বাধকগণৰ বাধাকাৰক।।১।। হে ইন্দ্ৰ, মাকে শিশুৰ অনুগমন কৰাৰ দৰে দ্যাৱাপৃথিৱীয়ে তোমাৰ বল হিংসা কৰা শত্ৰুবোৰৰ পিছ লয়। তুমি আৱৰক শত্ৰু (বৃত্ৰক) বধ কৰা। গতিকে বিৰোধী সৈন্যসমূহে তোমাৰ ক্ৰোধ দেখি ভয় খায়।।২।। জৰাৰহিত, শত্ৰুগণৰ প্ৰেৰক, অপ্ৰতিহত, বেগশালী, জয়শীল, গমনশীল, শ্ৰেষ্ঠ ৰথী, অহিংসিত আৰু জলবৰ্ধক ইন্দ্ৰক তোমালোকে ৰক্ষাৰ উদ্দেশ্যে অগ্ৰগামী কৰাঁ।।৩।। (৪, ৫ মন্ত্ৰৰ অৰ্থ ২০।৯২।১৬,১৭ মন্ত্ৰৰ সৈতে একে)।।৪,৫।।

## ষড়ধিকশততম সূক্ত (১০৬)

(ঋষি—গোষূক্তি-অশ্বসূক্তি। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক্।)

হে ইন্দ্ৰ, আমাৰ স্তুতিয়ে তোমাৰ বৃহৎ বীৰ্য, সেই বল, সেই কৰ্ম আৰু বৰণীয় বজ্ৰক তীক্ষ্ণ কৰে।।১।। হে ইন্দ্ৰ, দ্যুলোকে তোমাৰ পৌৰুষ বৰ্ধিত কৰিছে; পৃথিৱীয়ে তোমাৰ যশ বৃদ্ধি কৰিছে; অন্তৰীক্ষ আৰু মেঘে তোমাৰ প্ৰীতি বঢ়াইছে।।২।। হে ইন্দ্ৰ, মহান বিষ্ণু, মিত্ৰ আৰু বৰুণে তোমাৰ স্তুতি কৰিছে। মৰুৎগণ তোমাৰ পিছত মত্ত হৈছে।।৩।।

## সপ্তাধিকশততম সূক্ত (১০৭)

**(ঋষি—বৎস, বৃহদ্দিৱ, ব্ৰহ্মা, কুৎস।**

**(দেৱতা—ইন্দ্ৰ, সূৰ্য। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্, পংক্তি।)**

নদীসমূহে যিদৰে সমুদ্ৰক প্ৰণাম কৰে, সেইদৰে সমস্ত মানৱ প্ৰজাই ইন্দ্ৰৰ ক্ৰোধৰ ভয়ত তেওঁক প্ৰণাম কৰে।।১।। ইন্দ্ৰই যি বলৰ দ্বাৰা দ্যুলোক-ভূলোক উভয়কে ছালৰ দৰে নুৰিয়াই পেলায়, তেওঁৰ সেই বল মহান।।২।। কঁপি থকা বৃত্ৰৰ শিৰ ইন্দ্ৰই শতধাৰ শক্তিশালী বজ্ৰেৰে ছেদ কৰিছিল।।৩।। যাৰপৰা জ্যোতিৰ্ময় সূৰ্য উদ্ভূত হৈছে, জগতত তেওঁ সকলোতকৈ জ্যেষ্ঠ। তেওঁ জাত হোৱা মাত্ৰেই শত্ৰু বিনাশ কৰিছিল। সকলো দেৱতাই তেওঁক অভিনন্দিত কৰে।।৪।। তেওঁ অতি তেজস্বী, শত্ৰুনাশক; বিশেষ বলেৰে বলবান হৈ তেওঁ দাস-জাতিৰ মনত ভয় সঞ্চাৰ কৰে। (হে ইন্দ্ৰ), তুমি স্থাৱৰ, জংগম সমস্ত ভূতকে মত্ততাৰ দ্বাৰা সুখী কৰা, পবিত্ৰ কৰা; তেতিয়া সিবিলাকে তোমাক স্তুতি কৰে।।৫।। যজমানসকল যেতিয়া (স্বামী-স্ত্ৰী) দুজনৰ পৰা (সন্তান সহ) তিনিজন হয়, তেতিয়া তোমাতে সমস্ত যজ্ঞকৰ্ম সম্পাদন কৰে। তুমি স্বাদুতকৈও সুস্বাদু বস্তু প্ৰদান কৰাঁ, মধুৰ লগত আৰু শ্ৰেষ্ঠ মধু লগ লগোৱাঁ।।৬।। তুমি প্ৰতি যুদ্ধতে ধন জয় কৰা; তেতিয়া স্তোতা বিপ্ৰগণো আনন্দিত হয়। হে তেজস্বী ইন্দ্ৰ, তুমি অবিচলিত তেজ প্ৰদৰ্শন কৰাঁ; দুঃসাহসী ৰাক্ষস আদিয়ে যেন তোমাক পৰাভৱ কৰিব নোৱাৰে।।৭।। হে ইন্দ্ৰ, যুদ্ধক্ষেত্ৰত অনেক শত্ৰুযোদ্ধাৰ মুখামুখি হৈ আমি যেন তোমাৰ সহায়ত জয়লাভ কৰোঁ। আমি স্তুতিবাণীৰ দ্বাৰা তোমাৰ অস্ত্ৰ-শস্ত্ৰসমূহ উৎসাহিত কৰিছোঁ আৰু মন্ত্ৰৰ দ্বাৰা তোমাৰ তেজ তীক্ষ্ণ কৰিছোঁ।।৮।। হে ইন্দ্ৰ, যি পাৰ্থিৱ আৰু দিব্য গৃহত তুমি সম্পদ ধাৰণ কৰিছা, সি সৰ্বভূতৰ মাতৃ (পৃথিৱীক) কম্পিত হ'লে স্থিৰ কৰি ৰাখিছে; গতিকে সেই উদ্দেশ্যে বহু কৰ্ম কৰিছে।।৯।। (হে স্তোতা,) পৰম তেজস্বী, বহুপথযুক্ত, বিভিন্ন ৰূপসম্পন্ন ইন্দ্ৰক স্তুতি কৰাঁ। ইন্দ্ৰ আমাৰ আত্মীয়ৰো আত্মীয়। তেওঁ নিজ শক্তিৰে বহুশক্তিমান দৈত্যাদিক বিনাশ কৰে; তেওঁ পৃথিৱীৰ প্ৰতিদ্বন্দ্বীক পৰাভূত কৰে।।১০।। অগ্ৰগণ্য বৃহদ্দিৱ ঋষিয়ে স্বৰ্গ কামনা কৰি ইন্দ্ৰৰ উদ্দেশ্যে এই মন্ত্ৰসমূহ উচ্চাৰণ কৰিছে। দীপ্তিমান ইন্দ্ৰই বিৰাট পৰ্বত অপসাৰণ কৰে; জগৎ জলেৰে পূৰ্ণ কৰে।।১১।। অথৰ্বাগোত্ৰীয় মহান বৃহদ্দিৱই ইন্দ্ৰৰ উদ্দেশ্যে নিজৰ স্তৱ পাঠ কৰিলে। পৃথিৱীৰ নদীগণে জল প্ৰৱাহিত কৰিছে আৰু অন্নৰ দ্বাৰা প্ৰজাৰ বল বৃদ্ধি কৰিছে।।১২।। (১৩, ১৪ মন্ত্ৰৰ অৰ্থ ১৩।২।৩৪,৩৫ মন্ত্ৰৰ সৈতে একে)।।১৩-১৪।। পুৰুষে নাৰীক অনুসৰণ কৰাৰ দৰে সূৰ্যই দীপ্তিমতী দেৱী উষাক অনুগমন কৰিছে। এই সময়ত দেৱতাবাসী মনুষ্যগণে অগ্নিহোত্ৰাদি কৰ্ম বিস্তাৰিত কৰিছে; কল্যাণ লাভৰ অৰ্থে কল্যাণকৰ কৰ্ম সম্পাদন কৰিছে।।১৫।।

## অষ্টাধিকশততম সূক্ত (১০৮)

**(ঋষি—নৃমেধ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, উষ্ণিক্।)**

হে শতক্ৰতু ইন্দ্ৰ, তুমি শত্ৰুসেনা পৰাভৱকাৰী, ৰণকুশল। তুমি আমাক ধন আৰু বল প্ৰদান কৰাঁ।।১।। হে নিবাসপ্ৰদ ইন্দ্ৰ, তুমি আমাৰ কাৰণে পিতা আৰু মাতা হোৱাঁ। তাৰ পিছত আমি তোমাক সুখ প্ৰাৰ্থনা কৰিম।।২।। হে বলশালী, বহুজনৰ আহ্বানপ্ৰাপ্ত, শতকৰ্মা ইন্দ্ৰ, মই বল অভিলাষী তোমাক স্তুতি কৰিছোঁ; তুমি আমাক সু-বীৰত্ব সমন্বিত ধন দান কৰাঁ।।৩।।

## নৱাধিকশততম সূক্ত (১০৯)

**(ঋষি—গোতম। দেৱতা—ইন্দ্ৰ। ছন্দ—পংক্তি।)**

স্তোত্ৰবাণীসমূহে বিষুৱৎ যজ্ঞৰ স্বাদিষ্ঠ মধু এনেদৰে পান কৰে যে ৰাতিলৈকে সি ইন্দ্ৰক হৰ্ষিত কৰে। (হে যজমান, নৃপতি,) ইয়াৰ পিছত তুমি নিজ ৰাজ্যত বিৰাজ কৰিবা।।১।। পৃশ্নিসমূহে সোম পাক কৰিছে। ইন্দ্ৰৰ প্ৰিয় গাইসমূহে ইন্দ্ৰৰ বজ্ৰক উৎসাহিত কৰিছে। বাণীসমূহে ইন্দ্ৰক অৰ্চনা কৰিছে; এই যজমানৰ মহান ব্ৰত ইন্দ্ৰত সংগত হৈছে; হে যজমান ইত্যাদি (১ম মন্ত্ৰৰ দৰে)।।২-৩।।

## দশাধিকশততম সূক্ত (১১০)

**(ঋষি—সুকক্ষ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

মত্ততাযুক্ত ইন্দ্ৰৰ উদ্দেশ্যে আমাৰ স্তুতি বাক্যসমূহে অভিষুত সোমক স্তুতি কৰক; স্তোতাগণে অৰ্চনীয় সোমক অৰ্চনা কৰক।।১।। যি ইন্দ্ৰত সমস্ত শ্ৰী অধিষ্ঠিত, সাতজন হোতা যাক হোম দিবলৈ তৎপৰ হৈ থাকে, সোম অভিষুত হ'লে আমি সেই ইন্দ্ৰক আহ্বান কৰোঁ।।২।। হে দেৱগণ তোমালোকে ত্ৰিকদ্ৰুক যজ্ঞসমূহত জ্ঞানসাধন যজ্ঞ বিস্তাৰ কৰিছিলা। সেই যজ্ঞকে আমাৰ স্তুতিসমূহে বৰ্ধিত কৰক।।৩।।

## একাদশাধিকশততম সূক্ত (১১১)

**(ঋষি—পৰ্বত। দেৱতা—ইন্দ্ৰ। ছন্দ—উষ্ণিক।)**

হে ইন্দ্ৰ, বিষ্ণু অথবা আপ্ত ত্ৰিত, অথবা মৰুৎগণে আহি উপস্থিত হ'লে তুমি যি সোমৰ দ্বাৰা প্ৰমত্ত হোৱা, তুমি সেই সোম-সহিত আহাঁ।।১।। হে শক্ৰ, তুমি দূৰণিৰ ঠাইত সমুদ্ৰ সদৃশ যি সোমত মদমত্ত হোৱা, আমাৰ সোম অভিষুত হ'লে সেইদৰেই প্ৰীত হোৱাঁ।।২।। হে সৎসকলৰ পালক, তুমি সোম অভিষুত কৰা যজমানৰ বৃদ্ধিসাধক; তুমি যাৰ উক্থমন্ত্ৰত প্ৰীত হোৱা, তেওঁৰ সোমতো আনন্দিত হোৱাঁ।।৩।।

## দ্বাদশাধিকশততম সূক্ত (১১২)

(ঋষি—সুকক্ষ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে বৃত্ৰহন্তা, সূৰ্যৰূপ ইন্দ্ৰ, আজি সি সমস্ত পদাৰ্থ প্ৰকট হৈছে, সেই সকলো তোমাৰেই অধীন।।১।। হে প্ৰবৃদ্ধ সৎপালক, তুমি নিজকে যে অমৰ বুলি ভাবা, সেই কথা যথাৰ্থ সত্য।।২।। হে ইন্দ্ৰ, যি সোম দূৰত, যি সোম ওচৰত আছে, সেই সকলোৰে অভিমুখে তুমি গমন কৰাঁ।।৩।।

## ত্ৰয়োদশাধিকশততম সূক্ত (১১৩)

(ঋষি—ভৰ্গ। দেৱতা—ইন্দ্ৰ। ছন্দ—প্ৰগাথ।)

ইন্দ্ৰই আমাৰ দুয়োবিধ বাক্য শুনক। সেই ইন্দ্ৰ আমাৰ কৰ্মৰ দ্বাৰা আকৰ্ষিত হৈ বল লাভ কৰি ইয়ালৈ সোম পান কৰিবলৈ আহক।।১।। দ্যাৱাপৃথিৱীয়ে সেই শোভাযুক্ত বৰ্ষণকাৰী ইন্দ্ৰক বল লাভৰ অৰ্থে সংস্কাৰ কৰিছিল। হে ইন্দ্ৰ, উপমানভূত দেৱতাসকলৰ ভিতৰত মুখ্য হৈ বেদীত উপবেশন কৰাঁহি; তোমাৰ মন সোম অভিলাষী।।২।।

## চতুৰ্দশাধিক-শততম সূক্ত (১১৪)

(ঋষি—সোভৰি। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

হে ইন্দ্ৰ, জন্মৰেপৰা শত্ৰুৰহিত আৰু বহু কালৰেপৰা মিত্ৰৰহিত। তুমি যি সখিত্ব কামনা কৰা, সেয়া যুদ্ধত লাভ কৰা।।১।। হে ইন্দ্ৰ, তুমি ধনৱান লোকক তুমি কিয় আশ্ৰয় নিদিয়া? সুৰামত্ত লোকে তোমাক হিংসা কৰে। তুমি যেতিয়া মানুহৰ দৰিদ্ৰতা দূৰ কৰা তেতিয়াই তোমাক পিতাৰ দৰে আহ্বান কৰোঁ।।২।।

## পঞ্চদশাধিকশততম সূক্ত (১১৫)

(ঋষি—বৎস। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

মই সত্যস্বৰূপ আৰু পিতৃতুল্য ইন্দ্ৰৰ কৃপালাভ কৰিছোঁ; মই সূৰ্য সদৃশ হৈ উদ্ভূত হৈছোঁ।।১।। মই কণ্বৰ দৰে নিতৌ স্তোত্ৰৰ দ্বাৰা বাণী অলঙ্কৃত কৰিছো। সেই স্তোত্ৰৰ দ্বাৰা ইন্দ্ৰই বল ধাৰণ কৰে।।২।। হে ইন্দ্ৰ, যিসকলে তোমাক স্তুতি নকৰে আৰু যিসকল ঋষিয়ে তোমাক স্তুতি কৰে, সেইসকলৰ ভিতৰত মোৰ স্তোত্ৰৰ দ্বাৰা তুমি বৃদ্ধিলাভ কৰাঁ।।৩।।

## ষোড়শাধিকশততম সূক্ত (১১৬)

**(ঋষি—মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—বৃহতী।)**

হে ইন্দ্ৰ, তোমাৰ কৃপাত আমি যেন পতিত নহওঁ; পাত সৰা গছৰ দৰে সন্তানৰহিত নহওঁ। হে বজ্ৰী, অন্যে যেন আমাক পীড়া দিব নোৱাৰে; আমি ঘৰত থাকি তোমাক স্তুতি কৰিম।।১।। হে বৃত্ৰহন্তা, আমি উগ্ৰতা ত্যাগ কৰি ধীৰে ধীৰে তোমাৰ স্তৱ কৰিম। হে শূৰ, মই তোমাৰ উদ্দেশ্যে এবাৰ প্ৰভূত ধনৰ সৈতে সুন্দৰ স্তোত্ৰ উচ্চাৰণ কৰিম।।২।।

## সপ্তদশাধিকশততম সূক্ত (১১৭)

**(ঋষি—বসিষ্ঠ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

হে ইন্দ্ৰ, সোম পান কৰাঁ; সোমে তোমাক হৰ্ষিত কৰক। হে হৰি নামৰ অশ্বযুক্ত ইন্দ্ৰ; ৰজ্জুৰে ধৰি ৰখা ঘোঁৰাৰ নিচিনা শিলগুটিৰে অভিষৱ কৰোঁতাজনে দুয়োহাতেৰে ধৰি সোমৰস উলিয়াইছে।।১।। হে হৰি নামৰ অশ্বযুক্ত বহু ধনসমৃদ্ধ ইন্দ্ৰ, তোমাৰ উপযুক্ত আৰু সুন্দৰভাৱে প্ৰস্তুত যি মাদক সোম আছে, যাৰ প্ৰেৰণাত তুমি বৃত্ৰ আদি শত্ৰু বধ কৰিছা, সেই সোমে তোমাক মত্ত কৰক।।২।। হে মঘৱন, বসিষ্ঠই তোমাৰ স্তুতিৰূপে যি কথা কৈছিল, তুমি মোৰ সেই স্তুতি স্বীকাৰ কৰা আৰু যজ্ঞত এই স্তুতিসমূহ গ্ৰহণ কৰি তৃপ্ত হোৱাঁ।।৩।।

## অষ্টাদশাধিক-শততম সূক্ত (১১৮)

**(ঋষি—ভৰ্গ, মেধ্যাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হত, প্ৰগাথ।)**

হে ইন্দ্ৰ, তুমি সমস্ত ৰক্ষাসাধনৰ দ্বাৰা মোক বাঞ্ছিত ফলদান কৰাঁ। যশস্বী, ধনৱান, আমাৰ ভাগ্যৰূপ তোমাক আমি, হে শূৰ, অৰ্চনা কৰোঁ।।১।। হে ইন্দ্ৰ, তুমি অশ্বসমূহৰ পোষক, গোসমূহৰ বৃদ্ধিকাৰক আৰু হিৰন্ময় শৰীৰৰ উৎসস্বৰূপ। তুমি আমাক যি দান কৰিবলৈ ইচ্ছা কৰা, তাক কোনেও নাশ কৰিব নোৱাৰে। গতিকে যি প্ৰাৰ্থনা কৰিছোঁ, তাক লৈ তুমি আহাঁ।।২।। আমি ইন্দ্ৰক যজ্ঞ আৰম্ভ হওঁতে আহ্বান কৰোঁ; আমি ইন্দ্ৰক যজ্ঞৰ অন্তত আহ্বান কৰোঁ; আমি ধন লাভৰ অৰ্থে ইন্দ্ৰক আহ্বান কৰোঁ।।৩।। ইন্দ্ৰই নিজ মহিমাৰে দ্যাৱাপৃথিৱীক বিস্তাৰিত কৰিছে; ইন্দ্ৰই সূৰ্যক দীপ্তিমান কৰিছে। ইন্দ্ৰই সমস্ত ভুৱন নিয়ন্ত্ৰণ কৰিছে; ইন্দ্ৰতে সমস্ত অভিষুত সোম অন্তৰ্ভুক্ত হৈছে।।৪।।

## উনবিংশত্যধিকশততম সূক্ত (১১৯)

**(ঋষি—আয়ু, শ্ৰুষ্টিগু। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হত, প্ৰগাথ।)**

হে স্তোতা, ইন্দ্ৰৰ উদ্দেশ্যে প্ৰাচীন স্তোত্ৰ উচ্চাৰণ কৰাঁ; প্ৰাচীন স্তোত্ৰ পাঠ কৰাঁ। যজ্ঞৰ পূৰ্বকালীন মহতী স্তুতি উচ্চাৰণ কৰাঁ আৰু স্তোতাৰ মেধা বৰ্ধিত কৰাঁ।।১।। শীঘ্ৰতাৰে কাম কৰা বিপ্ৰসকলে মধুযুক্ত, ঘৃতস্ৰাৱী অৰ্চনামন্ত্ৰ উচ্চাৰণ কৰিছে। তেওঁলোকৰ উদ্দেশ্যে ধন, বল আৰু অভিষুত সোম বিস্তাৰিত হৈছে।।২।।

## একবিংশত্যধিক-শততম সূক্ত (১২০)

**(ঋষি—দেৱাতিথি। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হত প্ৰগাথ।)**

হে ইন্দ্ৰ, যদিও তুমি পূব-পশ্চিম, উত্তৰ-দক্ষিণ দিশৰ মনুষ্যগণৰ দ্বাৰা আহুত হৈছা, তথ্যাপি আনু ৰজাৰ পুত্ৰৰ উদ্দেশ্যে স্তোতাসকলৰ দ্বাৰা প্ৰেৰিত হোৱাঁ আৰু তুৰ্বশৰ প্ৰতি প্ৰেৰিত হোৱাঁ।।১।। হে ইন্দ্ৰ, যদিও তুমি ৰুম, ৰুমশ, শ্যাবক আৰু কৃপৰ লগত প্ৰীতি স্থাপন কৰা, তথাপি তুমি আহাঁ, কণ্ববংশীয়সকলে মন্ত্ৰৰ দ্বাৰা তোমাক স্তুতি কৰিছে।।২।।

## একবিংশত্যধিক-শততম সূক্ত (১২১)

**(ঋষি—বসিষ্ঠ। দেৱতা—ইন্দ্ৰ। ছন্দ—বাৰ্হত প্ৰগাথ।)**

হে শূৰ, তুমি জঙ্গম আৰু স্থাৱৰগণৰ ঈশ্বৰ আৰু সৰ্বদ্ৰষ্টা। নিখীৰোৱা গাইৰ দৰে (আকুলভাবে) আমি তোমাক আহ্বান কৰিছোঁ।।১।। হে মঘৱন্, তোমাৰ নিচিনা অন্য কোনো স্বৰ্গত বা পৃথিৱীত জন্মা নাই; আমি ঘোঁৰা, গৰু আৰু অন্ন কামনা কৰি তোমাক আহ্বান কৰিছোঁ।।২।।

## দ্বাবিংশত্যধিক-শততম সূক্ত (১২২)

**(ঋষি—শুনঃশেপ। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)**

ইন্দ্ৰ আমাৰ প্ৰতি প্ৰসন্ন হ'লে আমাৰ (গাইবিলাক) দুগ্ধৱতী আৰু অধিক বলশালিনী হ'ব; (সেইবিলাকৰপৰা) খাদ্য লাভ কৰি আমি পুষ্ট হ'ম।।১।। (হে ইন্দ্ৰ) তোমাৰ নিচিনা এজন দেৱতাই স্বয়ং হৰ্ষিত হৈ আমি প্ৰাৰ্থনা কৰিলে অভীষ্ট বস্তু নিশ্চিতভাৱেই আনি দিয়ে; চকাই যেনেকৈ অক্ষদণ্ডসমূহ আকৌ ঘূৰাই আনে তেনেকৈ।।২।। হে শতক্ৰতু, চকাই অক্ষসমূহ ঘূৰাই অনাৰ দৰে প্ৰাৰ্থকসকলৰ কামনা অনুসাৰে বস্তু প্ৰদান কৰাঁ।।৩।।

## ত্ৰয়োবিংশত্যধিক-শততম সূক্ত (১২৩)

**(ঋষি—কুৎস। দেৱতা—সূৰ্য। ছন্দ—ত্ৰিষ্টুপ্।)**

সূৰ্যৰ এয়ে দেৱত্ব আৰু মহত্ত্ব—মানুহৰ কৰ্ম অসমাপ্ত হৈ থাকোঁতেই তেওঁ বিস্তাৰিত ৰশ্মিসমূহ সম্বৰণ কৰে। তেওঁ যেতিয়া ৰথৰপৰা হৰিৎ নামৰ অশ্বকেইটি মুকলি কৰে, তেতিয়া ৰাতিয়ে সৰ্বত্ৰ অন্ধকাৰ-আৱৰণ বিস্তাৰিত কৰে।।১।। বৰুণৰ, মিত্ৰৰ (অৰ্থাৎ সমস্ত জগতৰ) দৰ্শনৰ অৰ্থে আকাশ মধ্যত সূৰ্যই নিজ ৰূপ প্ৰকাশ কৰিছে। তেওঁৰ হৰিৎ নামৰ অশ্বগণে এফালে তেওঁৰ অনন্ত দীপ্তিমান বল ধাৰণ কৰে আৰু অন্যফালে কৃষ্ণবৰ্ণ (অন্ধকাৰ) ধাৰণ কৰে।।২।।

## চতুৰ্বিংশত্যধিক-শততম সূক্ত (১২৪)

**(ঋষি—বামদেৱ, ভুৱন। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী, ত্ৰিষ্টুপ্।)**

সদা বৰ্ধনশীল, অৰ্চনীয় আৰু মিত্ৰ ইন্দ্ৰ কোন অৰ্চনৰ দ্বাৰা আমাৰ অভিমুখে আহিব? প্ৰজ্ঞাযুক্ত কোন শ্ৰেষ্ঠ কৰ্মৰ দ্বাৰা তেওঁ আমাৰফালে আহিব?।।১।। হে ইন্দ্ৰ, সত্যৰূপ, মদকৰ সোমসমূহৰ ভিতৰত, শত্ৰুৰ ধন নাশ কৰিবৰ কাৰণে তোমাক কোনবিধে হৰ্ষান্বিত কৰিব?।।২।। তুমি মিত্ৰ স্তোতাগণৰ ৰক্ষক, তুমি শত ৰক্ষাৰ সাধনৰ সৈতে আমাৰ ওচৰলৈ আহা।।৩।। (৪-৬ মন্ত্ৰৰ অৰ্থ ২০।৬৩।১-৩ মন্ত্ৰৰ সৈতে একে)।।৪-৬।।

## পঞ্চবিংশত্যধিক-শততম সূক্ত (১২৫)

**(ঋষি—সুকীৰ্ত্তি। দেৱতা—ইন্দ্ৰ, অশ্বিনীকুমাৰ। ছন্দ—ত্ৰিষ্টুপ্, অনুষ্টুপ্।)**

হে শত্ৰুপৰাভৱকাৰী ইন্দ্ৰ, আমাৰ সমুখৰফালে অথবা পিছফালে যিবিলাক শত্ৰু আছে, উত্তৰফালে অথবা দক্ষিণফালে যিবিলাক শত্ৰু আছে, তুমি সকলোকে আঁতৰ কৰাঁ। হে শূৰ, আমি যেন তোমাৰপৰা বিশিষ্ট কল্যাণ লাভ কৰি সুখী হওঁ।।১।। যাৰ পথাৰত যব-ধান উৎপন্ন হৈছে, তেওঁলোকে যেনেকৈ ইবাৰৰ পিছত সিবাৰকৈ যব-ধান কাটে, হে ইন্দ্ৰ, তুমি সেইদৰে যিবিলাক মানুহে যজ্ঞত 'নমঃ' (অৰ্থাৎ যজ্ঞানুষ্ঠান) নকৰে, সিবিলাকৰ ভোজনৰ সামগ্ৰী বাৰম্বাৰ নাশ কৰাঁ।।২।। যি গাড়ীত একমাত্ৰ পশু যুৰি লৈছে, সি সময়মতে গন্তব্য স্থান নাপায়গৈ। যুদ্ধত তেনে বাহনৰ সহায়ত অন্ন লাভ কৰিব নোৱাৰি। যি সকলো গৰু, ঘোঁৰা আৰু অন্ন কামনা কৰে, সেই ধীমান ব্যক্তিসকলে ইন্দ্ৰৰ বন্ধুত্ব কামনা কৰক।।৩।। হে

মংগলময় অশ্বিদ্বয়, নমুচি অসুৰৰ লগত যুদ্ধ হোৱাৰ সময়ত তোমালোক দুজনে সোম পান কৰি লৈ ইন্দ্ৰক তেওঁৰ কৰ্মত সহায় কৰি ৰক্ষা কৰিছিলা।।৪।। হে অশ্বিদ্বয়, পিতৃ-মাতৃয়ে পুত্ৰক ৰক্ষা কৰাৰ দৰে তোমালোকেও সোম পান কৰি লৈ তোমালোক দুজনে নিজ শক্তি আৰু অদ্ভুত কৰ্মসমূহৰ দ্বাৰা ইন্দ্ৰক ৰক্ষা কৰিছিলা। হে ইন্দ্ৰ, সৰস্বতী তোমাৰ ওচৰত আছিল।।৫।। ইন্দ্ৰ উত্তম ত্ৰাণকৰ্তা, ধনৱান, সৰ্বজ্ঞ; তেওঁ ৰক্ষাসাধন সমূহেৰে শত্ৰুক বাধা দি আমাক নিৰ্ভয় কৰক। আমি যেন উত্তম বীৰত্বৰ অধিকাৰী হওঁ।।৬।। আমি যেন যজ্ঞভাগী ইন্দ্ৰৰ শ্ৰেষ্ঠ অনুগ্ৰহৰ পাত্ৰ হওঁ; কল্যাণকৰ প্ৰসাদ লাভ কৰোঁ। সেই সুৰক্ষক, ধনৱান ইন্দ্ৰই আমাৰ দূৰত থকা, ওচৰত থকা সকলো শত্ৰু আমাৰ দৃষ্টিপথৰ বাহিৰ কৰক।।৭।।

## ষড়্‌বিংশত্যধিক-শততম সূক্ত (১২৬)

### (ঋষি—বৃষাকপি, ইন্দ্ৰাণী। দেৱতা—ইন্দ্ৰ। ছন্দ—পংক্তি।)

সোম অভিষুত কৰিবৰ কাৰণে তেওঁলোকক পঠাই দিলে; কিন্তু তেওঁলোকে ইন্দ্ৰক স্তুতি নকৰিলে। আমাৰ মিত্ৰ, পুত্ৰ বৃষাকপি[53] সেই সোমপানত মত্ত হ'ল, পুষ্টসকলৰ ভিতৰত প্ৰধান হ'ল। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ।।১।। হে ইন্দ্ৰ, তুমি বৃষাকপিক দেখি অতি ব্যথিত হৈ আঁতৰি গৈছা। তুমি অন্য ঠাইত সোমপান কৰিবলৈ পোৱা নাই। ইন্দ্ৰ সকলোতকৈ শ্ৰেষ্ঠ (এই বাক্যটো প্ৰত্যেক মন্ত্ৰৰ শেষত যোগ দিব)।।২।। হে ইন্দ্ৰ, তুমি যে ধনপতি দাতা স্বামীৰ দৰে এই হৰিৎ বৰণৰ জন্তুৰূপী বৃষাকপিক বিবিধ পুষ্টিকৰ সামগ্ৰী প্ৰদান কৰিছা, বৃষাকপিয়েনো তোমাক কি উপকাৰ কৰিছে?।।৩।। হে ইন্দ্ৰ, তুমি যি বৃষাকপিক ৰক্ষা কৰিছা, গাহৰি খেদি যোৱা কুকুৰে তাৰ কাণত কামুৰিছে।।৪।। মই যি উত্তম উত্তম সামগ্ৰী সজাই থৈছিলো, এই বৃষাকপিয়ে সেই সকলোবোৰ নষ্ট কৰি দিলে। তাৰ মূৰটো ছিঙি দিবৰ মন গৈছে, এই দুষ্টমতিৰ প্ৰতি সৎ ব্যৱহাৰ দেখুৱাব নোৱাৰি।।৫।। (ইন্দ্ৰাণীৰ উক্তি) কোনো নাৰীয়েই মোতকৈ অধিক সৌভাগ্যৱতী আৰু বিলাসৱতী নহয়; কোনোৱেই মোতকৈ বেছি স্বামীৰ সুখকৰী নহয় অথবা প্ৰণয়ালিংগনকাৰিণী নহয়।।৬।। (বৃষাকপিৰ উক্তি) হে মাতা, তুমি উত্তম পতি লাভ কৰিছা। তোমাৰ অঙ্গসমূহ যেনে হ'ব লাগে তেনেকুৱাই হওক। হে মাতা, মোৰ উৰু আৰু মস্তক পক্ষীৰ দৰে উচ্চলিত হৈছে।।৭।। (ইন্দ্ৰৰ উক্তি—) তোমাৰ বাহু, কটি, কেশ, কঁপাল আৰু আঙুলিবিলাক অতি সুন্দৰ। তুমি

বীৰপত্নী; বৃষাকপিক কিয় খং কৰিছা?।।৮।। (ইন্দ্ৰাণী—) এই হিংসুক বৃষাকপিয়ে মোক পতি-পুত্ৰহীনা নাৰীৰ দৰে জ্ঞান কৰিছে। মই পতিপুত্ৰৱতী; ইন্দ্ৰ মোৰ স্বামী, মৰুৎগণ মোৰ সহায়।।৯।। যেতিয়া যুদ্ধ বা হোম হয়, তেতিয়া পতিপুত্ৰৱতী ইন্দ্ৰাণী তালৈ যায়; তেওঁ যজ্ঞৰ বিধায়িত্ৰী, তেওঁক সকলোৱে পূজা কৰে।।১০।। এই নাৰীসকলৰ ভিতৰত মই ইন্দ্ৰাণীক সৌভাগ্যৱতী বুলি শুনিছো; কাৰণ তেওঁৰ পতি জৰাগ্ৰস্ত হৈ নমৰে।।১১।। হে ইন্দ্ৰাণী, সখি বৃষাকপিৰ অবিহনে মই প্ৰীতি লাভ নকৰোঁ। সেই বৃষাকপিৰ সৰস হোমদ্ৰব্য দেৱতাসকলৰ ওচৰলৈ গৈছে।।১২।। হে বৃষাকপিৰ পত্নী, তুমি ধনৱতী, উত্তম পুত্ৰৱতী, মোৰ পুত্ৰবধূ, ইন্দ্ৰই তোমাৰ বৃষভসমূহ ভক্ষণ কৰক; তোমাৰ অতি উৎকৃষ্ট, অতি সুখকৰ হোমদ্ৰব্য তেওঁ ভক্ষণ কৰক।।১৩।। মোৰ কাৰণে পোন্ধৰটা, নহয়, কুৰিটা বৃষ পাক কৰি দিয়াঁ; তাক খাই মই শৰীৰ শকত-আৱত কৰি লওঁ; মোৰ দুয়োটা কুক্ষি ভৰাই লওঁ।।১৪।। হে ইন্দ্ৰ, তোমাৰ উদ্দেশ্যে যি দধিমন্থ অৰ্পণ কৰা হয়, তাক প্ৰস্তুত কৰাৰ সময়ত জাকৰ মাজত হোঁকৰি থকা ষাড় গৰুৰ দৰে শব্দ কৰে, সেই মন্থই তোমাৰ হৃদয় আনন্দিত কৰক।।১৫।। যাৰ উৰুদ্বয়ৰ মাজত পুৰুষেন্দ্ৰিয় লম্বভাৱে থাকে, তেওঁ অসমৰ্থ; যাৰ লোমাবৃত পুৰুষেন্দ্ৰিয় উপৱেশন কৰিলে বল প্ৰকাশ কৰে, তেওঁ সমৰ্থ ।।১৬।। উপৱেশন কালত যাৰ লোমাবৃত পুৰুষেন্দ্ৰিয়ই বল প্ৰকাশ কৰে, তেওঁ অসমৰ্থ; যাৰ উৰুদ্বয়ৰ মাজত পুৰুষেন্দ্ৰিয় লম্বভাবে থাকে, তেওঁ সমৰ্থ।।১৭।। হে ইন্দ্ৰ, এই বৃষাকপিয়ে পৰস্ব গ্ৰহণ কৰোঁতাক বধ কৰক। তেওঁ খড়্গ, সুনা (বধৰ সঁজুলি), নতুন পশুবধৰ স্থান আৰু দাহ্যকাষ্ঠ থকা এখন শকট লাভ কৰক।।১৮।। এয়া মই চাৰিওফালে নিৰীক্ষণ কৰি কৰি আহিছোঁ। দাস আৰু আৰ্যক অন্বেষণ কৰিছোঁ। যজ্ঞান্ন পাক কৰা আৰু সোমৰস প্ৰস্তুত কৰাসকলৰ ওচৰত মই সোম পান কৰিছোঁ; ধীমান কোন, তাক নিৰূপণ কৰিছোঁ।।১৯।। মৰুস্থলী আৰু ছেদনযোগ্য অৰণ্যৰ মাজত কত যোজন দূৰত্ব? হে বৃষাকপি, ওচৰত থকা গুহাত আশ্ৰয় লোৱাঁ।।২০।। হে বৃষাকপি, পুনৰ আহাঁ। তোমাৰ উদ্দেশ্যে উত্তম যজ্ঞভাগ প্ৰস্তুত কৰিছোঁ। এই নিদ্ৰাবিলাসী সূৰ্য অস্ত যোৱাৰ দৰে তুমি ঘৰলৈ আহাঁ।।২১।। হে বৃষাকপি, হে ইন্দ্ৰ, তোমালোক ওপৰমুৱা হৈ ঘৰলৈ যোৱাৰ সময়ত সেই হৰিণ ক'লৈ গৈছিল? সেই লোকশোভাকৰ ক'লৈ গৈছিল? ।।২২।। পৰ্শু নামেৰে মানৱীয়ে এবাৰ বিছটি সন্তান প্ৰসৱ কৰিলে। হে বাণ, যাৰ পেট বাঢ়িছিল, তেওঁৰ মঙ্গল হওক।।২৩।।

## সপ্তবিংশত্যধিক-শততম সূক্ত (১২৭)

### (কুন্তাপসূক্তসমূহ)

(১২৭ৰ পৰা ১৩৬ সূক্ত পৰ্যন্ত সূক্তসমূহক কুন্তাপসূক্ত বোলা হৈছে। কৌষীতকী ব্ৰাহ্মণত কুন্তাপসূক্তৰ কথা কোৱা হৈছে। গোপথ ব্ৰাহ্মণৰ মতে কুৎসিত পাপকৰ্ম দাহ কৰে কাৰণে এইবিলাকৰ নাম কুন্তাপ মন্ত্ৰ)।

হে নৰাসংস, কৌৰম, স্তোতাসকলৰ বিষয়ে শুনা, আমি ষাঠি হেজাৰ নবৈটা ৰুক্ম দান কৰিছোঁ।।১।। যাৰ দেহৰূপ ৰথৰ মাজত উট বাহক, তেওঁ আকাশক স্পৰ্শ কৰি দোহন কৰে।।২।। অন্নপ্ৰাপ্তিৰ উদ্দেশ্যে এশ নিষ্ক, তিনিশ ঘোঁৰা, দহ হেজাৰ গাই আৰু দহধাৰ মালা দিছোঁ।।৩।। হে স্তোতা, পকা ফল লাগি থকা গছত চৰায়ে আৰাৱ কৰাৰ দৰে তুমিও মধুৰ শব্দ কৰাঁ। হাতেৰে ধৰি থকা ক্ষুৰৰ দৰে তোমাৰ জিভা কাম সমাপ্ত হোৱাৰ পিছতো ৰোৱা নাই।।৪।। এই মনীষী স্তোতা বীৰ্যবান্ বৃষভৰ নিচিনা। এওঁৰ ঘৰত পুত্ৰ, গৰু আদি আছে।।৫।। হে স্তোতা, বাণৰ দ্বাৰা যেনেকৈ মনুষ্য ৰক্ষিত হয়, সেইদৰে তুমি বাণীৰ দ্বাৰা ৰক্ষিত। তুমি গো আৰু ধন প্ৰাপ্তি কৰোৱা, বুদ্ধি ধাৰণ কৰাঁ।।৬।। বিশ্বজনৰ হিতসাধক ৰজাৰ যি দেৱতাই মনুষ্যক অতিক্ৰমণ কৰে, তেওঁ বৈশ্বানৰৰ সু-স্তুতি কৰক।।৭।। সুবিবেচনাযুক্তজনে কল্যাণ সাধন কৰে, অন্ধকাৰ স্থিত হোৱাৰ নিচিনা কৰে। কৌৰব্য পতিয়ে পত্নীক কৈছে।।৮।। ৰজা পৰিক্ষিতৰ ৰাজ্যত পত্নীয়ে পতিক সুধিলে, তোমালৈ পৰিস্রুত দধি, মন্থ কিমান আনিম?।।৯।। ৰজা পৰিক্ষিতৰ ৰাজ্যত পকা যৱশস্য উদৰ-ৰূপ গাতত উপনীত হয়; মানুহে কল্যাণ লাভ কৰে।।১০।। ইন্দ্ৰই স্তোতাক ক'লে—উঠাঁ, মানুহৰ মাজত বিচৰণ কৰাঁ। উগ্ৰ মোৰ অনুগ্ৰহত কাম কৰাঁ; শত্ৰুৱে সকলো এৰি থৈ যাব।।১১।। ইয়াত মনুষ্য আৰু অশ্ব উৎপন্ন হওক। গায়ে পোৱালি দিয়ক। সহস্ৰসংখ্যক দক্ষিণাদাতা পূষাও ইয়াত বিৰাজিত হওক।।১২।। হে ইন্দ্ৰ, গাই নষ্ট নহওক, সিহঁতৰ পালকগণ হিংসিত নহওক; শত্ৰু আৰু চোৰৰ প্ৰভাৱ সিহঁতৰ ওপৰত নপৰক।।১৩।। তুমি আমাক সূক্তৰ দ্বাৰা আনন্দ দান কৰিছা; মংগলময়ী বাণীৰে আমি তোমাক আনন্দিত কৰিছোঁ। তুমি অন্তৰীক্ষৰপৰা আমাৰ বচন শুনা। আমি যেন কদাপি হিংসিত নহওঁ।।১৪।।

## অষ্টাবিংশত্যধিক-শততম সূক্ত (১২৮)

অভিষৱকৰ্তা, যজ্ঞকৰ্তা, সভাৰ যোগ্য পুৰুষে সূৰ্যলোক ভেদ কৰি উৰ্ধ্বলোকলৈ যায়; দেৱতাসকলে এই কথা আগতে কল্পিত কৰিছিল।।১।। মিত্ৰৰ দুৰ্ধৰ্ষক, জামিত বিস্তাৰকাৰী, অপ্ৰচেতা, জ্যেষ্ঠ অধৰাক বুলি কোৱা হয়।।২।। যি ভাল মানুহৰ পুত্ৰ

বলেৰে কাড়ি লোৱা স্বভাৱৰ হয়, সেই বিপ্ৰই কাম্য বচন কয়, তেওঁ গন্ধৰ্ব।।৩।। যি পণিয়ে দেৱতাক হব্য প্ৰদান নকৰে, তেওঁ শাশ্বত ধীৰসকলৰ অপাক হয়, এইবুলি শুনিছোঁ।।৪।। যিসকলে দেৱতা যজন কৰে আৰু যিসকলে দান কৰে, তেওঁলোকে সূৰ্যৰ দৰে দ্যুলোকত আৰোহণ কৰে। ইন্দ্ৰ শ্ৰেষ্ঠ।।৫।। যি অনব্যক্ত (গাত তেল আদি নঘঁহা), অনক্তাক্ষ (চকুত অঞ্জন নসনা), অমণিৱ (মণিবিহীন), অহিৰণ্যৱ (স্বৰ্ণবিহীন) তথা অব্ৰহ্মা, তেওঁ ব্ৰহ্মাৰ পুত্ৰ তোতাসদৃশসকলৰ মধ্যত একে মৰ্যাদাৰ।।৬।। যি অক্তাক্ষ, সু-অভ্যক্ত, সুমণিযুক্ত, সুহিৰণ্যযুক্ত, সুব্ৰহ্মা, তেওঁ ব্ৰহ্মাৰ পুত্ৰ তোতাসদৃশসকলৰ মধ্যত সম মৰ্যাদাৰ।।৭।। অপ্ৰপাণ, বেশন্ত, ৰেৱা, অপ্ৰতিদিশ্য, অয়ভ্য, কন্যা আৰু কল্যাণী; সুপ্ৰপাণ, বেশন্ত, ৰেৱা, সুপ্ৰতিদিশ্য, সুয়ভ্যা, কন্যা, কল্যাণী; পৰিবৃক্তা, মহিষী, স্বস্ত্যা, যুধিগম, অনাশূৰ আৰু আয়মী তোতাসদৃশসকলৰ মধ্যত সম মৰ্যাদাৰ।।৮-১১।। হে ইন্দ্ৰ, তুমি দাশৰজাৰ কাৰণে মানুহক ডুব নিয়াইছিলা; সকলোৰে কাৰণে ৰূপশূন্য হৈছিল; যক্ষৰ ৰূপত কল্পিত হৈছিল।।১২।। হে কামবৰ্ষক ইন্দ্ৰ, তুমি সূৰ্যৰূপত অক্ষুক নত কৰিছিলা, ৰোহিণক মুখ-মেলা কৰিছিলা, বৃত্ৰৰ শিৰশ্ছেদ কৰিছিলা।।১৩।। যিজনে পৰ্বতসমূহক স্থিৰ কৰিছিল আৰু যিজনে জলৰ বুৰণকাৰ্য কৰিছিল, যিজন বৃত্ৰহন্তা, সেই ইন্দ্ৰক নমস্কাৰ।।১৪।। হৰিতবৰণৰ অশ্বৰ পিঠিত উঠি ধাৱমান হোৱা ইন্দ্ৰৰ সম্বন্ধে উচ্চৈঃশ্ৰৱাক কৈছিল—"হে অশ্ব, তোমাৰ কল্যাণ হওক; তুমি সুন্দৰ মালাৰে শোভিত ইন্দ্ৰক জয়লাভৰ অৰ্থে বহন কৰাঁ।।১৫।। হে ইন্দ্ৰ, এই অজৈশ্ৰৱা বগা ঘোঁৰাকেইটা তোমাৰ দক্ষিণফালে সংযোগ কৰিছে; পূৰ্বাত আৰোহণ কৰা তুমি দেৱগণৰ নমস্য আৰু মহিমামণ্ডিত।।১৬।।

## উনত্ৰিংশত্যধিক-শততম সূক্ত (১২৯)

এই মাইকী ঘোঁৰাকেইজনীয়ে জঁপিয়াইছে।।১।। সুত্বাই প্ৰতীপ সম্পাদন কৰিছে।।২।। সিহঁতৰ ভিতৰত এজনী হৰিক্লিকা।।৩।। হে হৰিক্লিকা; তুমি কি ইচ্ছা কৰিছা?।।৪।। হিৰণ্যময় সাধুপুত্ৰ।।৫।। পৰাস্য ক'ত হিংসিত নোহোৱাকৈ আছে?।।৬।। য'ত সৌ তিনি শিংশপা।।৭।। কেউফালে তিনি।।৮।। পৃদাকু নামৰ সৰ্পসমূহ।।৯।। শৃঙ্গ ঘমন্ত কৰি বহি আছে।।১০।। এয়া তোমাৰ মহান অশ্ব।।১১।। এওঁ কামনাযুক্তজনক সধাধন কৰে।।১২।। গোমীদ্যাই গোমতীক সধাধ কৰে।।১৩।। পুৰুষে কুম্ভত নিমিচ্ছ কৰে।।১৪।। হে বদ্ধ পক্ষ, এয়া অন্ন।।১৫।। হে বদ্ধ, তোমাৰ অঘা।।১৬।। কেৰিকা জাগৃত নহ'ল।।১৭।। গোশপদ্যকত অশ্বৰ বাৰ।।১৮।। তাই শ্যেনীপতী।।১৯।। উপজিহ্বিকা অনাময়।।২০।।

## ত্ৰিংশত্যধিক-শততম সূক্ত (১৩০)

বহু প্ৰকাৰৰ বাণ কোনে অধিকাৰত ৰাখে?।।১।। অসিদিৰ পয়ঃ কি?।।২।। অৰ্জুনীৰ পয়ঃ কি?।।৩।। কাৰ্ষ্ণীৰ পয়ঃ কি?।।৪।। এওঁক সোধা, কুহক সোধা।।৫।। কুহাকক সোধা, পক্ককক সোধা।।৬।। ইত্যাদি (টোকা—ইয়াৰ পিছত ১৩৬ সূক্ত পৰ্যন্ত 'কুন্তাপসূক্ত'। সাধাৰণ দৃষ্টিত অৰ্থহীন, বৈয়াকৰণিক সংগতিৰহিত চুটি চুটি বাক্য একোটাৰে একোটা মন্ত্ৰৰূপে বেছিভাগত গৃহীত এই 'কুন্তাপসূক্ত' সমূহৰ মন্ত্ৰবিলাকৰ গূঢ়াৰ্থ ব্যাখ্যা কৰাটো অনুবাদৰ সীমাৰ ভিতৰত নপৰে। আনহাতেদি এনেকুৱা অবান্তৰ বাক্য কিছুমান অসমীয়া পাঠক সমাজৰো বিশেষ কামত নাহে। গতিকে কেইটামান সূক্তৰ নমুনা আগবঢ়াই বাকী ছটি সূক্তৰ অনুবাদ বাদ দিয়া হ'ল।)

## সপ্তত্ৰিংশত্যধিক-শততম সূক্ত (১৩৭)

**(ঋষি—শিৰিম্বিঠি, বুধ, বামদেৱ, যযাতি, তিৰশ্চি, সুকক্ষা। দেৱতা—অলক্ষ্মীনাশন, দধিক্ৰা, পৱমান সোম, ইন্দ্ৰ। ছন্দ—অনুষ্টুপ্, জগতী, ত্ৰিষ্টুপ্ আৰু গায়ত্ৰী।)**

হে হিংসুক, কুৎসিত শব্দকাৰিণী অলক্ষ্মীগণ, যেতিয়া তোমালোক তৎপৰ হৈ ইয়াৰপৰা গুচি গ'লা, তেতিয়া ইন্দ্ৰৰ সকলো শত্ৰু নষ্ট হ'ল, পানীত উঠা বুৰ্‌বুৰণিৰ দৰে অদৃশ্য হৈ পৰিল।।১।। হে কৰ্মৱান লোকসকল, এই ইন্দ্ৰ সুখপ্ৰদায়ক; এওঁক সুখপ্ৰদ সোম অৰ্পণ কৰাঁ; অন্নলাভৰ অৰ্থে—এওঁক প্ৰসন্ন কৰাঁ; অনুৰোধ কৰাঁ। এওঁ অদিতিৰ পুত্ৰ। তোমালোক সকলোৰে বিপত্তিলৈ ভয়। গতিকে ৰক্ষাৰ নিমিত্তে এওঁক ইয়ালৈ সোমপানৰ উদ্দেশ্যে আহ্বান কৰাঁ।।২।। মই জয়শীল আৰু বেগী অশ্ব দধিক্ৰা (অশ্বৰূপী) দেৱতাক স্তুতি কৰিছোঁ। তেওঁ আমাৰ মুখ সুগন্ধি কৰক, তেওঁ আমাৰ প্ৰাণ আৰু আয়ুস ৰক্ষা কৰক।।৩।। এই মধুৰতম সোমৰসসমূহ ইন্দ্ৰৰ কাৰণে অভিষুত কৰা হৈছে; পবিত্ৰ সোমৰস নিগৰি বৈছে। হে সোমৰসসমূহ, তোমালোকৰ যি মাদকতা, সেয়া দেৱতাসকলৰ ওচৰলৈ যাওক।।৪।। ইন্দ্ৰৰ উদ্দেশ্যে সোম অভিষুত কৰা হৈছে বুলি দেৱতাসকলে কৈছে। বিশ্বৰ স্বামী বাচস্পতি নিজ ওজস্বিতাৰ দ্বাৰা প্ৰশংসিত।।৫।। প্ৰতিদিনে সোম সহস্ৰধাৰেৰে ক্ষৰিত হৈছে; ই সমুদ্ৰ সদৃশ; ইয়াৰ দ্বাৰা বাক্যৰ স্ফুৰণ হয়। ধনৰ অধিপতি সোম ইন্দ্ৰৰ সখা।।৬।। কৃষ্ণ নামৰ অসুৰ দহ হেজাৰ সৈন্যৰ সৈতে অংশুমতী নদীৰ পাৰত আছিল। ইন্দ্ৰই নিজ বুদ্ধিবলেৰে তাক পালেগৈ। মনুষ্যৰ হিতৰ অৰ্থে ইন্দ্ৰই তাৰ সৈন্য বিধ্বস্ত কৰিলে।।৭।। ইন্দ্ৰই

কৈছিল—দ্ৰুতগামী কৃষ্ণক মই দেখা পালোঁ; সি অংশুমতী নদীৰ তীৰত গূঢ় স্থানত বিচৰণ কৰিছে। হে কামবৰ্ষক মৰুৎগণ, মই এই ইচ্ছা কৰিছোঁ, তোমালোকে যেন যুদ্ধত তাক বধ কৰা।।৮।। দ্ৰুতগামী কৃষ্ণ অংশুমতীৰ পাৰত দীপ্তিমান শৰীৰ ধাৰণ কৰিছে। ইন্দ্ৰই বৃহস্পতিৰ সহায়ত আগবাঢ়ি অহা সেই অ-দৈৱ সৈন্যগণক বিনাশ কৰিলে।।৯।। হে ইন্দ্ৰ, তুমি জন্ম লাভ কৰিয়েই শত্ৰুৰহিত (কৃষ্ণ, বৃত্ৰ, পণি, শুষ্ণ, শুম্বৰ, নমুচি আদি) সাত শত্ৰুৰ শত্ৰু হৈছিলা। অন্ধকাৰাবৃত দ্যাৱাপৃথিৱীত ব্যাপ্ত হৈছা; বিভুত্বসম্পন্ন ভুৱনসমূহৰ উদ্দেশ্যে আনন্দ ধাৰণ কৰিছা।।১০।। হে বজ্ৰী ইন্দ্ৰ, তুমি সেই কাম কৰিছা। কুশল তুমি বজ্ৰৰ দ্বাৰা অতুলনীয় বল বিনষ্ট কৰিছা ; অস্ত্ৰেৰে শুষ্ণক তলমুৰা কৰি বধ কৰিছা; তুমি কৰ্মৰ দ্বাৰা গো-লাভ কৰিছা।।১১।। (১২-১৪ মন্ত্ৰৰ অৰ্থ ২০।৪৭।১-৩ মন্ত্ৰৰ অৰ্থৰ সৈতে একে)।।১২-১৪।।

## অষ্টাত্ৰিংশত্যধিক-শততম সূক্ত (১৩৮)

### (ঋষি—বৎস। দেৱতা—ইন্দ্ৰ। ছন্দ—গায়ত্ৰী।)

বৃষ্টিজলেৰে পূৰ্ণ মেঘৰ দৰে যি (ইন্দ্ৰ) বলত মহান, তেওঁ বৎস ঋষিৰ স্তোত্ৰৰ দ্বাৰা বৰ্ধিত হয়।।১।। আকাশ পৰিপূৰ্ণ কৰা অশ্বগণে যজ্ঞৰ প্ৰজা ইন্দ্ৰক যেতিয়া বহন কৰে, তেতিয়া বিপ্ৰগণে যজ্ঞপ্ৰাপক স্তুতিৰ দ্বাৰা স্তৱ কৰে।।২।। কণ্বংশীয়সকলে স্তোমৰ দ্বাৰা ইন্দ্ৰক যজ্ঞসাধক কৰিছে; সেই কাৰণে মানুহে আয়ুধক আত্মীয় বুলি কয়।।৩।।

## উনচত্বাৰিংশদধিক-শততম সূক্ত (১৩৯) চত্বাৰিংশদধিক-শততম সূক্ত (১৪০), একচত্বাৰিংশদধিক-শততম সূক্ত (১৪১) আৰু দ্বিচত্বাৰিংশদধিক-শততম সূক্ত (১৪২)

### (ঋষি—শশকৰ্ণ। দেৱতা—অশ্বিদ্বয়। ছন্দ—অনুষ্টুপ্, গায়ত্ৰী, ককুপ্ আৰু বৃহতী।)

হে অশ্বিনীকুমাৰদ্বয়, তোমালোক নিশ্চয় বৎসৰ ৰক্ষাৰ অৰ্থে গৈছা। সেই ঋষিক বাধাৰহিত আহল-বহল ঘৰ প্ৰদান কৰাঁ, তেওঁৰ শত্ৰুবিলাকক আঁতৰ কৰি পঠোৱাঁ।।১।। হে অশ্বিদ্বয়, যি ধন অন্তৰীক্ষত আৰু যি ধন স্বৰ্গত আছে আৰু যি ধন পঞ্চজনৰ মাজত আছে, সেই ধন আমাক দিয়াঁ।।২।। হে অশ্বিদ্বয়, যিসকল বিদ্বান বিপ্ৰই বাৰম্বাৰ তোমালোকৰ যজ্ঞ অনুষ্ঠিত কৰে, তোমালোকে তাক জানা। সেইদৰে কণ্বপুত্ৰৰ কৰ্মও

অৱগত কৰাঁ।।৩।। হে অশ্বিদ্বয়, তোমালোকৰ যজ্ঞীয় পাকপাত্ৰ স্তোত্ৰৰ দ্বাৰা সিঞ্চিত কৰা হৈছে। হে অন্ন আৰু ধনযুক্ত অশ্বিদ্বয়, তোমালোকে যি সোমৰ দ্বাৰা বৃত্ৰক জানিছিলা, এয়ে সেই মধুযুক্ত সোম।।৪।। হে বহুকৰ্মা অশ্বিদ্বয়, তোমালোকে পানী, বনস্পতি আৰু ওষধিসমূহত যি (গুণ সংযোজিত) কৰিছা, তাৰে আমাক ৰক্ষা কৰাঁ।।৫।।

\+ + +

হে নাসত্য[54] দেৱতাদ্বয়, তোমালোকে জগত পালন কৰিছা আৰু সকলোকে আৰোগ্য কৰি ৰাখিছা। বৎস ঋষিয়ে তোমালোকক স্তুতিৰ দ্বাৰা লাভ কৰিব পৰা নাই। তোমালোক হৱিৰ্যুক্তসকলৰ ওচৰলৈ যোৱাঁ।।১।। (বৎস) ঋষিয়ে উত্তম বুদ্ধিৰে অশ্বিনীকুমাৰ দুজনৰ স্তোত্ৰ জানিছিল। অতি মধুৰ সোম আৰু হৱিঃ অথৰ্ব-অগ্নিত নিক্ষেপ কৰিছে।।২।। হে অশ্বিদ্বয়, তোমালোকে দ্ৰুতগামী ৰথত আৰোহণ কৰাঁ। মোৰ সূৰ্য সদৃশ (তেজস্বী) স্তোত্ৰসমূহ তোমালোকৰ ফালে গৈছে।।৩।। হে নাসত্যদ্বয়, আজি উক্থমন্ত্ৰৰ দ্বাৰা তোমালোকক যিদৰে আনিছোঁ, বাণীৰ দ্বাৰা যিদৰে আনিছোঁ, সেইদৰে কণ্বপুত্ৰৰো স্তোত্ৰ জানিবা।।৪।। হে অশ্বিদ্বয়, যিদৰে কক্ষীৱান ঋষিয়ে তোমালোকৰ আহ্বান কৰিছিল, যিদৰে ব্যশ্ব, দীৰ্ঘতমা আৰু বেনৰ পুত্ৰ পৃথুয়ে যজ্ঞগৃহত আহ্বান কৰিছিল, সেইদৰেই ময়ো স্তুতি কৰিছোঁ। মোৰ স্তোত্ৰৰ কথা জানি লোৱাঁ।।৫।।

\+ + +

হে অশ্বিদ্বয়, তোমালোক গৃহপালক হৈ আহাঁ। তোমালোক অতিশয় পালনকৰ্তা, জগৎপালক আৰু শৰীৰপালক হোৱাঁ। পুত্ৰ-নাতিৰ ঘৰলৈ আহাঁ।।১।। হে অশ্বিদ্বয়, যদি তোমালোকে ইন্দ্ৰৰ লগত একেখন ৰথত গমন কৰা, যদি বায়ুৰ লগত একে ঘৰত বাস কৰা, যদি আদিত্যগণ আৰু ঋভুগণৰ লগত প্ৰীতিযুক্ত হোৱা, যদি বিষ্ণুৰ পাদক্ষেপত অৱস্থান কৰা, তেনে আহাঁ।।২।। যদি মই যুদ্ধৰ নিমিত্তে অশ্বিদ্বয়ক আহ্বান কৰিছোঁ, তেনে তেওঁলোক আহক। যুদ্ধত শত্ৰু বিনাশৰ অৰ্থে অশ্বিনীকুমাৰ দুজনৰ হাতত যি ৰক্ষাসাধন আছে, সেয়া অতি উত্তম।।৩।। হে অশ্বিদ্বয়, এই হৱিঃসমূহ তোমালোকৰ উদ্দেশ্যে অৰ্পিত; তোমালোক নিশ্চিতভাৱেই আহাঁ। এই সোম তুৰ্বশ আৰু যদুত স্থিত। কণ্বপুত্ৰগণ আৰু তোমালোক দুজনলৈ ইয়াক প্ৰদান কৰা হৈছে।।৪।। হে নাসত্যদ্বয়, দূৰত আৰু ওচৰত যিবিলাক ভেষজ আছে, হে প্ৰচেতাদ্বয়, তাৰে তোমালোকে বিমদ ঋষিৰ সৈতে বৎসক গৃহ প্ৰদান কৰাঁ।।৫।।

মই অশ্বিনীকুমাৰ দুজনৰ দ্যুতিমান স্তোত্ৰৰ সৈতে জাগৃত হৈছোঁ। হে কান্তিমতী উষা, মোৰ স্তুতিৰ দ্বাৰা তুমি অন্ধকাৰ দূৰ কৰা আৰু মনুষ্যগণক ধন প্ৰদান কৰাঁ।।১।।

হে সুনৃতা মহতী উষা দেৱী, তোমালোকে অশ্বিদ্বয়ক প্ৰবুদ্ধ কৰাঁ, জাগৃত কৰাঁ। হে দেৱগণৰ আহ্বানকাৰিণী, তুমি অবিৰাম প্ৰবুদ্ধ কৰাঁ, অশ্বিদ্বয়ক সদা চৈতন্যযুক্ত কৰাঁ। তেওঁলোকৰ প্ৰীতিৰ অৰ্থে বিস্তৰ অন্ন প্ৰস্তুত হৈ আছে।।২।। হে উষা, তুমি যেতিয়া দীপ্তি সমন্বিতে গমন কৰা, তেতিয়া তুমি সূৰ্যৰ দৰে প্ৰকাশ পোৱা। সেই সময়ত অশ্বিনীকুমাৰ দুজনৰ ৰথ মনুষ্যগণৰ পালন কৰা যজ্ঞগৃহলৈ আহে।।৩।। ওহাৰৰপৰা গাখীৰ খীৰোৱাৰ দৰে যেতিয়া পীতবৰ্ণৰ সোমলতাৰপৰা ৰস উলিওৱা হয়, যেতিয়া দেৱতাকামীসকলে স্তুতি কৰে, তেতিয়া হে অশ্বিদ্বয়, তোমালোক ৰক্ষক হ'বা।।৪।। হে প্ৰচেতাদ্বয়, ধনৰ নিমিত্তে তোমালোকে আমাক ৰক্ষা কৰাঁ; বলৰ নিমিত্তে ৰক্ষা কৰাঁ, মনুষ্যগণৰ সুখভোগৰ নিমিত্তে ৰক্ষা কৰাঁ।।৫।। হে অশ্বিদ্বয়, যদি তোমালোকে পিতৃ দ্যুলোকৰ কোলাত কৰ্ম সহিত উপবেশন কৰি থাকা, প্ৰশংসনীয় হৈ সুখেৰে বাস কৰি থাকা, তেনে আমাৰ ওচৰলৈ আহাঁ।।৬।।

## ত্ৰিচত্বাৰিংশদধিক-শততম সূক্ত (১৪৩)

(ঋষি—পুৰুমীঢ, অজমীঢ় বামদেৱ, মেধ্যাতিথি। দেৱতা—অশ্বিদ্বয়। ছন্দ—ত্ৰিষ্টুপ্।)

হে অশ্বিদ্বয়, আমি আজি তোমাৰ গো-প্ৰদায়ক বেগী ৰথখন আহ্বান কৰিছোঁ। ই সূৰ্যক বহন কৰে; ইয়াৰ বহা ঠাই অসমান; ই স্তুতিবাহক আৰু প্ৰভূত ধনবান।।১।। হে দ্যুলোকৰ নপাৎ(পুত্ৰ) অশ্বিদেৱতাদ্বয়, তোমালোকে কৰ্মৰ দ্বাৰা প্ৰসিদ্ধ শ্ৰীভোগ কৰিছা। তোমালোকৰ শৰীৰ সোমৰসে ব্যাপ্ত কৰিছে। উত্তম অশ্বগণে তোমালোকৰ ৰথ বহন কৰিছে।।২।। হে অশ্বিদ্বয়, আজি কোন হব্যদাতাই ৰক্ষা, সোমপান অথবা পুৰাতন যজ্ঞ সম্পাদনৰ উদ্দেশ্যে তোমালোকক মন্ত্ৰৰ দ্বাৰা আহ্বান কৰিছে? কোন নমস্কাৰকৰ্তাই তোমালোকক যজ্ঞৰ ফালে ঘূৰাইছে?।।৩।। হে নাসত্যদ্বয়, তোমালোক বহু কৰ্মযুক্ত। তোমালোক হিৰন্ময় ৰথত উঠি এই যজ্ঞলৈ আহাঁ আৰু সোমপান কৰাঁহি। তাৰ পিছত উপাসকক ৰত্নদান কৰাঁ।।৪।। দ্যুলোকৰপৰা অথবা পৃথিৱীৰপৰা হিৰন্ময় সুবৃত ৰথত উঠি তোমালোক দ্যুলোকৰপৰা অথবা আমাৰ ফালে আহাঁ। অন্য দেৱতাকামীসকলে যেন তোমালোকক ৰাখি নথয়; কাৰণ আমি আগতেই স্তুতি কৰিছোঁ।।৫।। হে অশ্বিদ্বয়, আমি দুয়োজনকে তুমি বহুধনসম্পন্ন আৰু বহু সুপুত্ৰবান কৰাঁ। পুৰুমীঢ়ৰ ঋত্বিকসকলে তোমালোকৰ স্তোত্ৰ উচ্চাৰণ কৰিছে আৰু অজমীঢ়ৰ স্তুতি তাতে মিলি গৈছে।।৬।। হে ৰমণীয় অন্নবিশিষ্ট অশ্বিদ্বয়, এই যজ্ঞত তোমালোক সমান মনবিশিষ্ট হোৱাঁ। মই যি স্তুতিৰ দ্বাৰা এই যজ্ঞত তোমালোক দুয়োকে সংযোজন

কৰিছোঁ, সেই স্তুতিয়ে আমাক ফলদান কৰক। তোমালোকে স্তোতাক ৰক্ষা কৰাঁ। হে নাসত্যদ্বয়, আমাৰ অভিলাষ তোমালোকৰ ওচৰ পাই সফল হৈছে।।৭।। আমাৰ কাৰণে ওষধিসমূহ মধুময় হওক; দ্যুলোকসমূহ, জলসমূহ আৰু অন্তৰীক্ষ আমাৰ কাৰণে মধুময় হওক। আমাৰ কাৰণে ক্ষেত্ৰপতি দেৱতা মধুযুক্ত হওক। হিংসা-দ্বেষ নকৰি আমি তেওঁক অনুসৰণ কৰিম।।৮।। হে অশ্বিদ্বয়, তোমালোক দ্যুলোক, ভূলোক আৰু অন্তৰীক্ষৰ অভীষ্টবৰ্ষক। তোমালোকৰ উদ্দেশ্যে স্তুতি কৰিছোঁ। যিসকলে সহস্ৰ স্তুতি কৰে, তেওঁলোক গো-যাগত প্ৰবৃত্ত হয়; তোমালোক পানৰ উদ্দেশ্যে সেইসকলৰ ওচৰত উপস্থিত হোৱাঁ।।৯।।

## বিংশ কাণ্ড সমাপ্ত

## ।। অথৰ্ববেদৰ অনুবাদ সমাপ্ত ।।



# পৰিশিষ্ট

অথৰ্ববেদত দেৱতাৰূপত স্তুতি কৰা, অথবা মন্ত্ৰত উল্লিখিত সকলো দেৱতা, উদ্ভিদ, অপশক্তিৰ প্ৰতীক, ৰোগ-ব্যাধিৰ নাম, প্ৰাকৃতিক পৰিঘটনাৰ নাম, মানুহৰ শৰীৰৰ অংগ-প্ৰত্যংগৰ নাম ইত্যাদি বহুতো কথাৰে যথাযথ চিনাক্তকৰণত আমাৰ নিচিনা সীমিত বুদ্ধিৰ লোকৰ কথাই নাই, বিখ্যাত পণ্ডিতসকলৰ মাজতো মতভেদ আছে। আনহে নালাগে কিছুমান জীৱ-জন্তু, উদ্ভিদ তথা ব্যাধি যথাযথভাৱে চিনাক্তকৰণ কৰিবলৈ অসমৰ্থ হোৱাৰ কথা কোনো কোনো বিদগ্ধ পণ্ডিতেও স্বীকাৰ কৰিছে। আনহাতেদি সকলো বিষয়ৰ ব্যাখ্যামূলক অৰ্থ দাঙি ধৰাটো অনুবাদৰ লগত বহু ক্ষেত্ৰতে 'কেৰেলাতকৈ গুটি দীঘল'ৰ নিচিনাহে হ'ব। এনেকুৱাবিলাক কাৰণত সাধাৰণ পাঠকৰ কামত অহাকৈ অপৰিহাৰ্য বিষয় কেইটামানৰ পৰিচয়হে ইযাত মূল অনুৱাদৰ ক্ৰম অনুসৰি দিয়াৰ যত্ন কৰা হৈছে। কিছুমান শব্দৰ অৰ্থ আকৌ প্ৰসংগতঃ অনুৱাদৰ মাজতে একোবাৰকৈ দি যোৱাই হৈছে।

১. **বসোস্পতি** ঃ ঐশ্বৰ্য-সম্পদৰ অধিপতি। ২. **পৰ্জন্য** বৰ্ষণকাৰী মেঘৰ অধিষ্ঠাতা দেৱতা। ৩. **জাতবেদা** অগ্নিদেৱতাৰ এটা নাম। জাত অৰ্থাৎ জন্মলাভ কৰা সকলো প্ৰাণীৰ বিষয়ে যি জানে, এই অৰ্থ। ৪. **বসুগণ** নামৰ দেৱতাৰ সমষ্টিটোত 'শতপথ ব্ৰাহ্মণ'ৰ মতে আঠজন আৰু 'তৈত্তিৰীয় সংহিতা'ৰ মতে তিনি শ তেত্ৰিছজন দেৱতা অন্তৰ্ভুক্ত। ৫. **পূষা** (পূষন্) সূৰ্যৰ লগত একত্বগুণেৰে কল্পিত বৈদিক দেৱতা। ৬. **মিত্ৰ** সূৰ্যৰ লগত সম্পৰ্কিত মিত্ৰ ভাৱনাৰ দেৱতা। ৭. **আদিত্যগণৰ** সমূহটোত অন্তৰ্ভুক্ত দেৱতাৰ নাম আৰু সংখ্যা বৈদিক সাহিত্যত স্থানভেদে ভিন্ ভিন্। পুৰাণৰ যুগত যি দ্বাদশ দেৱতাক আদিত্যগণৰ অন্তৰ্ভুক্ত কৰা হ'ল, সেয়া বাৰটা মাহত দৃশ্যমান হোৱা সূৰ্যৰ প্ৰতীক। ৮. **বিশ্বদেৱগণ** (বিশ্বেদেৱা) হৈছে সৰ্ব দেৱতাৰ অন্তৰ্ভুক্তিৰে দেৱগণ। পিছে কেতিয়াবা এই গণত কম সংখ্যক দেৱতাও অন্তৰ্ভুক্ত হোৱা দেখা যায়। ৯. **বৰুণ** বৈদিক যুগৰ নৈতিক নিয়ন্ত্ৰক দেৱতা। সৰ্বজ্ঞ বৰুণে মানুহৰ পাপ-পুণ্য সকলো দেখি থাকে। ঋক্‌বেদত বৰুণ আৰু যমক আনন্দময় লোকৰ ৰজা বুলিছে। পিছৰ যুগত বৰুণ কেৱল জলৰ অধিপতি হৈহে থাকিলগৈ। ১০. **যক্ষ্মানাশন** ইত্যাদি অনেক ৰোগ আৰু উদ্ভিদকো দেৱতাৰূপত সম্বোধন কৰা হৈছে। ১১. **তুৰীয়** বা চতুৰ্থ অগ্নি সম্ভৱতঃ (তাপৰ ৰূপত) ওষধিত নিহিত হৈ থকা অগ্নিৰ কথাকে কোৱা হৈছে। ঋক্‌বেদত (২/১/১) অগ্নি জলৰপৰা, প্ৰস্তৰৰপৰা, বনৰ পৰা আৰু ওষধিৰ পৰা উৎপন্ন হয়

বুলিছে। ১২. **সৱিতা** আৰু সূৰ্যক একেজন দেৱতা বুলি ধৰা হয় যদিও সায়ণৰ মতে সূৰ্যৰ উদয়ৰ পূৰ্বে যি মূৰ্তি, সেয়া সৱিতা আৰু উদয়ৰপৰা অস্তলৈকে যি মূৰ্তি সেৱা সূৰ্য। ১৩. **অনুমতি দেৱী** হৈছে বৈদিক সাহিত্যত অমূৰ্ত ভাৱক মূৰ্তীকৃত (Personification) ৰূপপ্ৰদানৰ অন্যতম নিদৰ্শন। শুক্লযজুৰ্বেদৰ বাজসনেয়ী সংহিতাত আৰু অথৰ্ববেদত অনুমতি প্ৰেমৰ আৰু প্ৰজননৰ অধিষ্ঠাত্ৰী দেৱীৰূপে বৰ্ণিত হৈছে। ১৪. **ব্ৰহ্মণস্পতিক** মেক্সমূলাৰে বৃহস্পতিৰ সমাৰ্থক বুলি কৈছে। বৃহ্ ধাতুৰ এটা অৰ্থ বৰ্ধন, অন্য এটা অৰ্থ বাক্য। ব্ৰহ্মণস্পতি আৰু বৃহস্পতি দুয়োটা শব্দ এই বৃহ্ ধাতুৰপৰাই নিষ্পন্ন হৈছে। ১৫. **বাস্তোস্পতি** শালা অৰ্থাৎ গৃহৰ অধিষ্ঠাতা ৰক্ষক দেৱতা। ১৬. **দ্যাৱাপৃথিৱী** আকাশ আৰু পৃথিৱীৰ যুগল দেৱতা। এই যুগল দেৱতাৰ অন্য নাম ৰোদসী আৰু ক্ষোণী। ১৭. **বড়ৱানল** সমুদ্ৰত উদ্ভূত হৈ পানী শুকুৱাই থকা অগ্নি। বেদত পানীত উদ্ভূত হোৱা **বিদ্যুতকো** অগ্নিৰ এটা ৰূপ বুলি ধৰা হৈছে। ১৮. **হিৰণ্য** অৰ্থাৎ সোণ দেৱতাতকৈয়ো পূৰ্বে উদ্ভূত হোৱা বুলিছে। আধুনিক জ্যোতিঃপদাৰ্থবিদ্‌সকলে পৃথিৱী সৃষ্টিৰ বহু পূৰ্বেই সোণ, ৰূপ, লো আদি ধাতুবোৰ অধুনালুপ্ত নক্ষত্ৰ এটাৰ কেন্দ্ৰস্থলত সৃষ্টি হৈছিল বুলি প্ৰায় মানি লৈছে। ১৯. **গন্ধৰ্ব** বৈদিক যুগত এক অৰ্ধদেৱতা বা এক শ্ৰেণী অৰ্ধদেৱতা ; সেই যুগত গন্ধৰ্বক দেৱতাৰ গায়ক বোলা নাই। কোনো কোনো আধুনিক পণ্ডিতৰ মতে গন্ধৰ্ব বায়ৱীয় শক্তিৰ প্ৰতীক, কোনো কোনোৰ মতে ইন্দ্ৰধনুৰ, চন্দ্ৰলোকৰ এক দিব্যপুৰুষ। কাৰোমতে আকৌ সোম অথবা উদিত সূৰ্যৰ প্ৰতীক। **অপ্সৰা**বিলাক গন্ধৰ্বৰ পত্নী। অক্ষ বা দ্যূতক্ৰীড়া (জুৱা) অপ্সৰাৰ প্ৰিয়খেল। 'শতপথ -ব্ৰাহ্মণ'ত অপ্সৰাবিলাক নৃত্য-গীত আৰু ক্ৰীড়াত পাৰ্গত বুলি কোৱা হৈছে। ২০. **বিশ্বাবসু** মানে প্ৰভূত ঐশ্বৰ্যসম্পন্ন। প্ৰথমতে শব্দটো গন্ধৰ্বৰ বিশেষণ ৰূপে প্ৰয়োগ হৈছিল যদিও ই পিছলৈ এক গন্ধৰ্বৰ সংজ্ঞা হয়গৈ। ঋক্‌বেদত (১০/১৩৯ সূক্ত) বিশ্বাবসু গন্ধৰ্বক বৃষ্টিদাতা দেৱতা বুলিছে। ২১. **মুঞ্জবন** নল-খাগৰিৰ নিচিনা ঘাঁহজাতীয় উদ্ভিদ। ইয়াৰে উপনয়নৰ বালকে ব্যৱহাৰ কৰা **মেখলা** (কঁকালৰ বেষ্টনী) তৈয়াৰ কৰা হয়। ২২. **নিৰ্ঋতি** হৈছে অনিষ্টকাৰিণী পাপদেৱতা। ২৩. **বৈশ্বানৰ** হৈছে অগ্নিৰ সৰ্বজীৱৰে আত্মাস্বৰূপ ৰূপটো। ২৪. **ত্বষ্টা** দেৱতাই সকলো জাগতিক বস্তুৰে আকাৰ নিৰ্মাণ কৰে। পুৰাণৰ যুগৰ বিশ্বকৰ্মা দেৱতাৰ লগত লক্ষণৰ মিল থাকিলেও বেদত **বিশ্বকৰ্মা** শব্দৰ প্ৰয়োগ অন্য দেৱতাৰ ক্ষেত্ৰতহে কৰা দেখা যায়। ২৫. **অশ্বিদ্বয়** অশ্বী বা অশ্বিনীকুমাৰ দুজন যমজ দেৱতা, দেৱগণৰ চিকিৎসক। ২৬. **ইষ্টাপূৰ্ত** শব্দটো ইষ্ট আৰু পূৰ্ত শব্দৰ সমাসযুক্ত ৰূপ। যজ্ঞ, তপ, সত্য, প্ৰাণীৰ প্ৰতি দয়া, অতিথিসেৱা ইত্যাদি ইষ্ট কৰ্ম আৰু কুঁৱা-পুখুৰী খনোৱা, দেৱমন্দিৰ নিৰ্মাণ, উদ্যান নিৰ্মাণ, অন্নদান আদি পূৰ্ত কৰ্ম। ২৭. **আশু প্ৰাপকস্তম্ব** মানে সোনকালে গুটি ধৰা ধান, যৱ আদি শস্য। ২৮. **অৰণি**

হৈছে **শমীগছৰ** ফেৰেঙণিত গজা আঁহতৰ কাঠেৰে নির্মিত দুচলা কাঠ। সেই কাঠ দুচলা ঘৰ্ষণ কৰি অগ্নি প্ৰজ্বলিত কৰা হয়। ২৯. **সোম** বৈদিক আর্য সকলৰ অতি প্রিয় পানীয়। সোমলতাৰ ৰস উলিয়াই প্রস্তুত কৰা সোমৰসৰ আনন্দদায়ক গুণৰ ভিত্তিতে সোমদেৱতাৰ কল্পনা কৰা হৈছিল। পিছলৈ চন্দ্ৰৰ লগত সোমৰ একীকৰণ কৰা হ'ল। 'ছান্দোগ্য উপনিষদ'ত কোৱা হৈছে, সোমৰ ৰজা চন্দ্ৰদেৱগণৰ ভোজনৰ বস্তু। ৩০. **কাম** বৈদিক যুগত ইচ্ছাপূৰণ কৰা দেৱতা আছিল। ঋক্‌বেদত (১০/১২৯/৪) কামক 'মনৰ প্রথম বীজ' বুলিছে। অথৰ্ব্ববেদত কামৰ হৃদয়ভেদক বাণৰ (কামেষু) কথাও কৈছে। ৩১. **কৰম্ভ** মানে শস্যৰ গুড়িৰে কৰা মণ্ড। দৈমিশ্রিত বস্তুকো কৰম্ভ বোলে। বিষ নাশ কৰিবলৈ ব্যৱহাৰ কৰা মন্থদণ্ডডালকো কৰম্ভ বোলা হয়। ৩২. **ঋভুগণৰ** অন্তর্ভুক্ত দেৱতা তিনিজন সায়ণৰ মতে পূর্বে মনুষ্য আছিল ; পিছত তপস্যাৰ দ্বাৰা তেওঁলোকে দেৱত্ব লাভ কৰে। অঙ্গিৰাৰ পুত্ৰ সুধন্বাৰ তিনিপুত্ৰ ঋভু, বিভু আৰু বাজেই দেৱত্ব লাভ কৰি ঋভুগণ হয়। ৩৩. **তনূনপাৎ** অগ্নিৰ এটা নাম। ৩৪. **সিনীৱালী** নিৰুক্তকাৰসকলৰ মতে অসাবস্যাৰ অধিষ্ঠাত্ৰী দেৱী। ঋক্‌বেদত (২/৬২/৬-৭) থকামতে এই দেৱী পৃথুনিতম্বযুক্তা, সুন্দৰ বাহু আৰু আঙুলিৰে শোভিতা, বহু প্ৰসৱিণী, পৰিয়ালৰ স্বামিনী, সন্তানপ্রদায়িনী, দেৱগণৰ ভগিনী। অথৰ্ব্ববেদত বিষ্ণুপত্নী। ৩৫. **সাংমনস্য** মানে মনৰ সদ্‌ভাৱসমূহৰ সমানে অধিকাৰী হোৱা ভাৱনা। অমূর্ত ভাৱৰ মূর্তীকৰণ কৰি দেৱত্ব আৰোপ কৰা হৈছে। ৩৬. **সৰস্বান্** (সৰস্বৎ) নামৰ দেৱতা এজন ঋক্‌বেদত (৭।৯৬।৪-৬) নদীবাচক সৰস্বতী দেৱীৰ সৈতে উল্লেখ কৰা হৈছে। পত্নী অভিলাষী, পুত্ৰ অভিলাষী স্তোতাই সৰস্বান দেৱতাক স্তুতি কৰিছে। সৰস্বান দিব্যজনৰ অধিষ্ঠাতা দেৱতা। ৩৭. **সৰস্বতী** নদীৰূপা দেৱী আৰু বাণীৰূপাও। বাণী বা বাক্যৰ তিনি স্থানত তিনিটা নাম, স্বৰ্গস্থিত বাণীৰ নাম **ভাৰতী ইলা** (ইড়া), পৃথিৱীস্থিত বাণীৰ নাম আৰু সৰস্বতী অন্তৰীক্ষস্থিতা বাণীৰ নাম। ৩৮. **সংহতহনু** শব্দৰ অর্থ হৈছে যাৰ হনু অর্থাৎ দাঁত দুপাৰি লাগি থকা হাঁড় দুডাল সুদৃঢ়, অস্থূলদন্তৰো একেই অর্থ। ৩৯. **বিৰাট্** (বিৰাজ্) পৰম পুৰুষৰ চতুৰ্থ পাদৰ পৰা জন্মা, এই তত্ত্ব বিশ্বজীৱসমূহৰ প্রতিভূ (ঋক্ ১০/৯২/৫)। ৪০. **স্কম্ভ** মানে খুঁটা। জগতৰ সমস্ত পদাৰ্থৰ আশ্রয় তথা অধিষ্ঠাতা হোৱাৰ কাৰণে পৰমব্ৰহ্মক স্কম্ভ বোলা হৈছে। ব্ৰহ্মাৰো পূৰ্ববৰ্তী কাৰণে জ্যেষ্ঠব্ৰহ্ম বুলিছে। ৪১. **উচ্ছিষ্ট** শব্দৰ অর্থ হৈছে বাকী থকা বস্তু। 'নেতি নেতি' বুলি বাদ দিয়াৰ পিছত বাকী থকা পৰম তত্ত্বই উচ্ছিষ্ট অর্থাৎ ব্ৰহ্ম। ৪২. **পঞ্চজন** শব্দৰ অর্থ সায়ণে এইদৰে কৰিছে— নিষাদকে ধৰি চাৰিটা বৰ্ণ ; অথবা গন্ধৰ্ব, পিতৃগণ, দেৱতা, অসুৰ আৰু ৰাক্ষস। আধুনিক পণ্ডিতসকলৰ মতে পঞ্চজন শব্দৰ অর্থ পঞ্চনদ অঞ্চলত বাস কৰা আর্য লোকসকল। ৪৩. **অজ একপাদ** (একপদযুক্ত অজ), মহাকাব্যৰ যুগত একাদশ

ৰুদ্ৰৰ ভিতৰত (অহিৰ্বুধ্ন, ত্বষ্টা, বিশ্বৰূপহৰ, বহুৰূপ, ত্ৰ্যম্বক, অপৰাজিত, বৃষাকপি, শম্ভু, কপৰ্দি, ৰৈৱত) অজৈকপাদো এজন। নৈঘণ্টুকত অজ একপাদক দ্যুলোকবাসী দেৱতাৰ অন্তৰ্গত কৰিছে। তৈত্তিৰীয ব্ৰাহ্মণত পূৱদিশত উদিত হোৱা ৰূপত বৰ্ণিত অজ এক পাদৰ অৰ্থ এক প্ৰকাৰ অগ্নি বুলিছে। নিৰুক্তৰ টীকাকাৰ দুৰ্গাচাৰ্যৰ মতে এই দেৱতা সূৰ্যৰ এটা ৰূপ। ৪৪. **ৰোহিত** মানে যি আৰোহণ কৰিছে, এই শব্দ মুখ্যতঃ সূৰ্যৰ এটা উপাধি আছিল। অথৰ্ৱবেদত সূৰ্যৰ ৰথত আৰোহণ কৰা ৰোহিতৰ স্বৰূপ হৈছে পৰম ব্ৰহ্ম। **ৰোহিণী** ৰোহিতৰ পত্নীৰূপে কল্পিত। ৪৫. **আজি** = যুদ্ধ, গমন। ৪৬. **ব্ৰাত্য** সেইসকলকে বোলা হয় যিসকলে দ্বিজ (ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য) কুলত জন্ম হৈয়ো উপনয়ন আদি সংস্কাৰ অনুষ্ঠিত নকৰে। মূলতঃ ব্ৰাত্য শব্দটো অন্য এক অৰ্থতহে প্ৰয়োগ হৈছিল। প্ৰাচীন কালত আৰ্যসকলৰ কোনো কোনো অৰ্ধসভ্য শাখাই আৰ্যবসতিৰ পৰা নিলগত বাস কৰি আছিল। পিছলৈ তেওঁলোক আৰ্যসমাজৰ লগত লাহে লাহে মিলি গ'ল যদিও তেওঁলোকৰ ৰীতি-নীতি বেলেগ হৈয়ে ৰ'ল। তেওঁলোকে বৈদিক ব্যৱস্থা মানি নল'লে। অথৰ্ৱবেদত কিন্তু ব্ৰাত্য শব্দই অন্য অৰ্থহে বহন কৰিছে। ইয়াত ব্ৰাত্য মানে ব্ৰহ্ম। ব্ৰাত্য শব্দৰ লাক্ষণিক অৰ্থ হৈছে নিৰ্দিষ্ট নিয়ম-শৃংখলাত আবদ্ধ নথকা মানুহ। ব্ৰহ্ম জগতৰ নিয়ম-শৃংখলাত আবদ্ধ নহয়। ৪৭. **কব্য** মানে পিতৃলোকলৈ অৰ্পণ কৰা দ্ৰব্য। ৪৮. **ক্ষেত্ৰপতি** ৰুদ্ৰৰ এটা নাম, কৃষিৰ বা ক্ষেত্ৰৰ পালক দেৱতা। ৪৯. **অহিবুধ্ন্য** অন্তৰীক্ষ স্থানীয় দেৱতা এজন বুলি নৈঘণ্টুকত ধৰা হৈছে। বেদৰ পৰৱৰ্তী কালত অহিবুধ্ন্য এজন ৰুদ্ৰৰ নাম। ৫০. **নৱস্ৰক্তি** নটা দিশত (চাৰিটা মুখ্য দিশ, অগ্নি, বায়ু, নৈঋৃত, ঈশানৰ লগতে আদিত্যকো ধৰি) ব্যাপ্ত হৈ থকা বাণী। ৫১. **পঞ্চক্ষিতি** আধুনিক পণ্ডিতসকলৰ মতে পঞ্চনদৰ তীৰৱৰ্তী অঞ্চল। ৫২. **হব্যপ্ৰদা** যজ্ঞত হৱন কৰা দধি, দুগ্ধ, ঘৃত আদি প্ৰদানকাৰিণী। ৫৩. **বৃষাকপিৰ** আখ্যানটো থকা অথৰ্ৱবেদৰ এই সূক্তটো ঋক্‌বেদতো (১০।৮৬) আছে। বৃষাকপি ইন্দ্ৰৰ এটা মৰমৰ বান্দৰ আছিল। সি ইন্দ্ৰাণীৰ কিবা অনিষ্ট কৰাত তেওঁ তাক প্ৰহাৰ কৰিছিল। ইন্দ্ৰ আৰু ইন্দ্ৰাণীৰ মাজত সেই সম্পৰ্কত হোৱা কথোপকথনেই এই সূক্তটোৰ বিষয়। ৫৪. নৱম কাণ্ডৰ ৬ সূক্ত (২)ৰ ১৩ সংখ্যক মন্ত্ৰত উল্লিখিত তিনিবিধ অগ্নি— **গাৰ্হপত্য, আহৱনীয়** আৰু **দক্ষিণাগ্নি** বৈদিক শ্ৰৌত কৰ্মৰ একান্ত প্ৰয়োজনীয় তিনিকুৰা অগ্নি। অগ্নিশালাত বেদি নিৰ্মাণ কৰি পশ্চিম দিশত গাৰ্হপত্য অগ্নি, পূব দিশত আহৱনীয় অগ্নি আৰু দক্ষিণ দিশত দক্ষিণাগ্নি স্থাপন কৰা হয়। গাৰ্হপত্য অগ্নি গৃহপতি অৰ্থাৎ গৃহস্থৰ প্ৰতিনিধিস্বৰূপ। এই অগ্নি দিনে-ৰাতিয়ে প্ৰজ্বলিত কৰি ৰখা হয়। যজ্ঞানুষ্ঠানৰ সময়ত এই অগ্নিৰপৰা জুই নি অন্য দুই অগ্নি প্ৰজ্বলিত কৰা হয়। আহৱনীয় অগ্নিত দেৱতাসকললৈ আহুতি প্ৰদান কৰা হয় আৰু দক্ষিণাগ্নিত পিতৃগণ অৰ্থাৎ উপৰি পুৰুষৰ উদ্দেশ্যে আহুতি প্ৰদান কৰা হয়।